বিশ্বনাথ কবিৰাজৰ

# সাহিত্যদৰ্পণ




অনুবাদক আৰু সম্পাদক

শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী, এম্. এ.,

সাহিত্য-ব্যাকৰণ-মীমাংসা-শাস্ত্ৰী, কাব্যতীৰ্থ



১৯৬৪

অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন

যোৰহাট, অসম




**SĀHITYADARPANA** of Kavirāja Visvanātha, translated into Assamese and edited with explanatory notes by Biswanarayan Shastri, M.A., Sahitya-vyakarana-mimansa-sastri, Kavyatirtha, of Publication Board, Assam, Gauhati, and published by Dr. Maheswar Neog, General Secretary, Asam Sahitya Sabha, from Chandrakanta Handiqui Bhavan, Jorhat, Assam, 1964.

প্ৰকাশক :

ডক্টৰ মহেশ্বৰ নেওগ,

প্ৰধান সম্পাদক,

অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন

যোৰহাট, অসম

বেচ বাৰ টকা

মুদ্ৰক :

শ্ৰীৰাধাৰমণ বসাক

শ্ৰীকান্ত প্ৰেছ প্ৰাইভেট লিমিটেড

৭৫, বৈঠকখানা ৰোড

কলিকতা-৯

# সূচীপত্ৰ

# প্ৰধান সম্পাদকৰ নিবেদন

সাহিত্য-সমীক্ষাৰ ৰীতি আৰু নীতি বিচাৰ কৰা পুথিক সংস্কৃতত বোলা হয় অলঙ্কাৰশাস্ত্ৰ, যদিও সাধাৰণতে অলঙ্কাৰৰ বাহিৰেও এনে শাস্ত্ৰত শব্দ-শক্তি, ৰস, ধ্বনি, ৰীতি আদি নানা বিষয়ৰে বিচাৰ কৰা হয়। সেই বাবে ভাৰতীয় সমালোচকসকলক বোলা হয় আলঙ্কাৰিক। তদুপৰি, সাহিত্যৰ অৰ্থ বহলভাৱে কাৰ্য্যহে। খ্ৰীষ্টপূৰ্ব্ব দ্বিতীয় শতিকাৰ নাট্যশাস্ত্ৰকাৰ ভৰত মুনিতে আৰম্ভ কৰি ভামহ, দণ্ডী, বামন, উদ্ভট, 'ধ্বনিকাৰ', আনন্দবৰ্দ্ধন, ৰাজশেখৰ, অভিনৱগুপ্ত, ধনঞ্জয়, মম্মট আদি খ্ৰীষ্টীয় সপ্তদশ-অষ্টাদশ শতিকালৈকে অনেকজন আচাৰ্য্যই বিভিন্ন পৰিসৰ আৰু ৰূপৰ অলঙ্কাৰশাস্ত্ৰ নিৰ্ম্মাণ কৰিছে আৰু সংস্কৃত সাহিত্যত সমীক্ষাৰ এটি শক্তিশালী স্ৰোত বোৱাই আনিছে। এই আচাৰ্য্যসকলৰ মাজত মতৰ যে মিল আছে, এনে নহয়; বৰঞ্চ বহুল আৰু সৰুসুৰা বিষয়ত সিবিলাকৰ অনেকৰ মাজত তৰ্কও আছে। কোনোৱে সাহিত্যত অলঙ্কাৰ, কোনোৱে ৰীতি, কোনোৱে ৰস, কোনোৱে ধ্বনি, কোনোৱে বক্ৰোক্তি এনেকৈ নানা বিষয়ত নানাজনে প্ৰাধান্য প্ৰতিপন্ন কৰিবলৈ বিচাৰিছে। গতিকে সংস্কৃত অলঙ্কাৰশাস্ত্ৰত প্ৰৱেশ কৰিলে এটা সাগৰসঙ্কাশ অধ্যয়নতে প্ৰবৃত্ত হ'ব লাগে। তদুপৰি, একেখনি শাস্ত্ৰৰপৰা সাহিত্যৰ সকলো বিষয়ৰ জ্ঞান আহৰণ কৰাও সম্ভৱ নহয়, কাৰণ আলঙ্কাৰিকসকলে কোনো কোনো বিষয় এৰি দি নিজৰ পৰিধি সীমিত কৰি লৈছে। এই প্ৰসঙ্গত আমাক যিজনে কিছু দূৰ সহায় কৰিব পাৰে, তেওঁ হ'ল বিশ্বনাথ কবিৰাজ। তেওঁক পণ্ডিতসকলে খ্ৰীষ্টীয় চতুৰ্দ্দশ শতিকাৰ উৎকল প্ৰদেশৰ লোক বুলি থিৰাং কৰিছে। সাহিত্য-সমীক্ষাৰ বুৰঞ্জীৰ কেইবা শতিকাও পিছত অহা বাবে আৰু তেওঁৰ নিজৰ সংশ্লেষণী মনোভাৱৰ কাৰণেও কবিৰাজে সাহিত্য-সমীক্ষাৰ আমাৰ জানিব লগীয়া সাহিত্যৰ স্বৰূপ, শব্দশক্তি, ৰস, ধ্বনি, ব্যঞ্জনা, ৰীতি, অলঙ্কাৰ, ৰূপক (সংস্কৃতত নাটকৰ সাধাৰণ নাম) আদি প্ৰায় সকলোবোৰ বিষয়ৰে আলোচনা তেওঁৰ সাহিত্যদৰ্পণত সন্নিৱেশ কৰিছে। এই কাৰণতে অলঙ্কাৰ শাস্ত্ৰত প্ৰৱেশকাৰীসকলৰ কাৰণে এই শাস্ত্ৰ তেতিয়াৰেপৰা আদৰণীয় হৈ আহিছে।

অসমীয়াত অলঙ্কাৰশাস্ত্ৰৰ অনুবাদ সমূলঞ্চে নাই আৰু প্ৰাচীন ভাৰতীয় আলঙ্কাৰিকসকলৰ ধাৰাত আলোচনাও এতিয়ালৈকে বিশেষ হোৱা নাই বুলিব

পাৰি। সেই দেখি আমাৰ প্ৰকাশন আঁচনিত বিশ্বনাথৰ সাহিত্য-দৰ্পণৰ অনুবাদ আৰু প্ৰকাশ সামৰি লোৱা হৈছিল। সুখৰ বিষয়, আমাৰ এই প্ৰস্তাৱ সমৰ্থন কৰি অসম চৰকাৰে ভাৰত চৰকাৰৰ সাহায্যেৰে আমালৈ ১৯৬২-৬৩ বছৰটোত ২৬,০০০'০০ ছাবিশ হেজাৰ টকাৰ এটি অনুদান দিয়ে; এই অনুদানৰপৰাই ইতিমধ্যে বিশাখদত্তৰ মুদ্ৰাৰাক্ষস আৰু ৰাজশেখৰৰ কৰ্পূৰমঞ্জৰীৰ ভাঙনি আৰু আধুনিক সমালোচনা-ৰীতিৰ পুথি সাহিত্য-সমীক্ষা প্ৰকাশিত হৈ গৈছে, আৰু একেটি অনুদানৰ বলতে বৰ্ত্তমান প্ৰস্তাৱত সাহিত্য-দৰ্পণৰ এই অনুবাদটি সাহিত্যশাস্ত্ৰ-ৰসিকসকললৈ আগ বঢ়োৱা হ'ল। এই কাৰ্য্য সম্ভৱ কৰি তোলাত পোনতে অসম চৰকাৰ আৰু ভাৰত চৰকাৰৰ প্ৰতি কৃতজ্ঞতা জ্ঞাপন কৰিছো। দ্বিতীয়তে, ভীমৰ নহ'লেও মহাভাৰতৰ আন সৰু বীৰৰ গদা ঘূৰোৱাৰ দৰে সাহিত্যদৰ্পণৰ নিচিনা পুথিৰ অনুবাদ কাৰ্য্য হাতত লৈ তাক সুসম্পন্ন কৰা শ্ৰীবিশ্বনাৰায়ণ গোস্বামী শাস্ত্ৰীক ধন্যবাদ আৰু অভিবাদন জনাইছো। আশা কৰিছো, বিশ্বনাৰায়ণৰ অনুবাদ অৰ্থাৎ তৰ্জ্জমা আৰু আৱশ্যকস্থলৰ ব্যাখ্যাই বিশ্বনাথক আমাৰ উপভোগ্য কৰি তুলিছে। পুথিখনিত চকু ফুৰাই আৱশ্যকীয় পৰামৰ্শ আদি দিওঁতা অধ্যাপক শ্ৰীৰজনীকান্ত দেৱ শৰ্মাক শলাগ নজনালে মোৰ শলাগৰ শৰাই ফুলেৰে পূৰ নহ'ব। গতিকে সেই শলাগনিৰে মোৰ নিৱেদন সামৰিলো।

প্ৰধান সম্পাদকৰ কাৰ্য্যালয়
উত্তৰ শৰণীয়া
গুৱাহাটী, অসম

মহেশ্বৰ নেওগ,
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা

# গ্ৰন্থ-ভূমি

সংস্কৃত অলঙ্কাৰ গ্ৰন্থসমূহৰ মাজত কবিৰাজ বিশ্বনাথৰ সাহিত্যদৰ্পণ সুপ্ৰসিদ্ধ। নাট্যশাস্ত্ৰৰ যুগৰপৰা বিশ্বনাথৰ সময়লৈকে (খ্ৰীষ্টিয় চতুৰ্দ্দশ শতিকা) ৰচিত সকলোবোৰ অলঙ্কাৰ শাস্ত্ৰ পৰ্য্যালোচনা কৰি সাহিত্য-দৰ্পণ ৰচনা কৰা হৈছে। সাহিত্য দৰ্পণৰ আগৰ অলঙ্কাৰ গ্ৰন্থত দৃশ্য আৰু শ্ৰব্য কাব্যৰ সৰ্ব্বাত্মক বিশ্লেষণৰ প্ৰচেষ্টা বৰকৈ দেখা নাযায়। সেই বাবে কোনো কোনো অলঙ্কাৰ গ্ৰন্থত ঘাইকৈ একোটা বিষয়ৰ ওপৰত গুৰুত্ব দি তাকে বিশদ কৰা হৈছে। সাহিত্য-দৰ্পণত কাব্যৰ স্বৰূপ, শব্দশক্তি, ৰস, ধ্বনি, ব্যঞ্জনা, নাটকৰ স্বৰূপ, দোষ, গুণ, ৰীতি, অলঙ্কাৰ আদি সকলোবোৰ বিষয়ৰে সম্যক সমালোচনা আছে। সাহিত্য-দৰ্পণৰ সাহিত্য সমীক্ষা উচ্চ পৰ্য্যায়ৰ নহলেও সৰ্ব্বাঙ্গীন আৰু সেই বাবে সাহিত্য-দৰ্পণৰপৰা সংস্কৃত সাহিত্যৰ স্বৰূপ আৰু বিশেষকৈ বিশ্লেষণ পদ্ধতিৰ এটা থূল-মূল আভাস পাব পাৰি। সম্ভৱ এই কাৰণেই সাহিত্য দৰ্পণ কাব্যপ্ৰকাশৰ পিছতে সংস্কৃতানুৰাগীৰ অতিশয় প্ৰিয়।

সাহিত্য দৰ্পণৰ ৰচক বিশ্বনাথ 'কবিৰাজ' অৰ্থাৎ শ্ৰেষ্ঠ কবি আখ্যাৰে বিভূষিত। বিশ্বনাথ উৎকল দেশীয় লোক। খুব সম্ভৱ খ্ৰীষ্টিয় চতুৰ্দ্দশ শতিকাৰ শেষৰ ফালে তেওঁ সাহিত্য দৰ্পণ ৰচনা কৰে।

বিশ্বনাথৰ আগতে সাহিত্যত বক্ৰোক্তিবাদ, ঔচিত্যবাদ, ধ্বনিবাদ আদি কেবাটাও মতবাদৰ প্ৰতিষ্ঠা হৈছিল। বিশ্বনাথে আনন্দ বৰ্দ্ধনাচাৰ্য্যৰ ধ্বনিবাদ স্বীকাৰ কৰি ৰসকে কাব্যৰ আত্মা বুলি নিজস্ব মত প্ৰতিপাদন 'কৰিছে। ৰসৰ দৃষ্টি-ভঙ্গীৰেই বিশ্বনাথে সাহিত্যত ধ্বনি, ব্যঞ্জনা, দোষ-গুণ-ৰীতি-অলঙ্কাৰ আদি সকলো পৰ্য্যালোচনা কৰিছে। বিশ্বনাথে পূৰ্ব্বাচাৰ্য্যসকলৰ ভিতৰত ঘাইকৈ মম্মট ভট্টৰ কাব্য প্ৰকাশ আৰু ধনঞ্জয়ৰ দশৰূপকৰপৰা সামগ্ৰী গ্ৰহণ কৰাৰ লগতে তেওঁলোকৰ পদ্ধতিও অনুসৰণ কৰিছে। ষষ্ঠ পৰিচ্ছেদ বাদ দিলে সাহিত্য দৰ্পণক কাব্যপ্ৰকাশৰে সহজ সংস্কৰণ বুলিব পাৰি।

সাহিত্য দৰ্পণৰ প্ৰতিপাদ্য বিষয়সমূহ কাৰিকা আকাৰে শ্লোকত ৰচিত। কাৰিকাত প্ৰকাশ নোহোৱা বা অস্পষ্ট হৈ থকা বিষয়বোৰ বৃত্তিত ব্যাখ্যা কৰা হৈছে। ইয়াৰ বাহিৰেও অন্যান্য গ্ৰন্থৰ অভিমতৰ উদ্ধৃতি দি তাৰ সমৰ্থন বা

খণ্ডনো বৃত্তিত কৰা হৈছে। উদাহৰণ ৰূপে উদ্ধৃত শ্লোক আদি সংস্কৃত আৰু প্ৰাকৃত দুয়ো ভাষাতে আছে। সৰহভাগ উদাহৰণেই বিভিন্ন সংস্কৃত আৰু প্ৰাকৃত কাব্য নাটকৰপৰা গ্ৰহণ কৰা। মাজে মাজে দুই-এটা উদাহৰণহে গ্ৰন্থকাৰৰ নিজা। বিশ্বনাথে নিজ ৰচনাৰপৰা দিয়া উদ্ধৃতিসমূহ নিজৰ বুলি চিনাক্ত কৰি গৈছে। বাকী অন্যান্য উদ্ধৃতি ক'ৰপৰা লোৱা হৈছে, গ্ৰন্থকাৰে প্ৰায়ে উল্লেখ কৰা নাই। সেইবোৰ কিছুমান সম্প্ৰতি মুদ্ৰিত গ্ৰন্থত পোৱা যায়, কিছুমানৰ আকৰ এতিয়াও পাণ্ডুলিপিতে আছে।

অসমীয়া ভাঙনি কৰোঁতে মূল অনুসৰণ কৰিবলৈ যথাসম্ভৱ মনোনিৱেশ কৰিছোঁ আৰু মূল গ্ৰন্থৰপৰা কেতিয়াও আঁতৰি যোৱা নাই। মূলৰ লগত মিলাই পঢ়িবলৈ এনে অনুবাদৰপৰা পাঠকৰ সুবিধা হব বুলি আমাৰ বিশ্বাস। ইয়াৰ বাহিৰেও মূলৰ বচনভঙ্গী, বাক্‌সংহতি, অৰ্থদ্যোতনা আৰু যুক্তিশৈলীৰ আভাস পাবলৈ হলেও এনেকুৱা অনুবাদৰ একান্ত প্ৰয়োজন। অনুবাদ ব্যাখ্যামূলক হলে সূক্ষ্ম বিশ্লেষণ থকা কোনো ক্ষেত্ৰত গ্ৰন্থকাৰৰ অনভিপ্ৰেত কোনো কথা কেতিয়াবা ব্যাখ্যাত সোমাই যোৱাৰ আশঙ্কা নথকাও নহয়।

এইবিলাক কাৰণতে কাৰিকাসমূহৰ অনুবাদ ব্যাখ্যামূলক নকৰি, মূলৰ অৰ্থানুগ কৰা হৈছে। অৱশ্যে মাজে মাজে বাক্য পূৰ কৰিবলৈ নতুন শব্দৰ যোজনা কৰিব লগা হৈছে। অস্পষ্ট বা সন্দেহাস্পদ শব্দ আৰু বাক্যৰ অৰ্থ বৃত্তিত গ্ৰন্থকাৰে ব্যাখ্যা কৰাৰ দৰেই ব্যাখ্যা কৰা হৈছে। ইমানতো যিবিলাক ঠাইত অৰ্থ প্ৰাঞ্জল বা সহজবোধ্য হোৱা নাই বা বৰ সংক্ষিপ্ত যেন হৈ পৰিছে, তাত বিষয়টো স্পষ্ট কৰিবৰ বাবে (সৰু আখৰত) ব্যাখ্যা যোগ কৰি দিয়া হৈছে। গ্ৰন্থকাৰে ঠায়ে ঠায়ে পূৰ্ব্বাচাৰ্য্যৰ মত খণ্ডন কৰি নিজৰ মত স্থাপন কৰিছে; ঘাইকৈ এনেস্থলত আৰু কোনো বিষয়ৰ সূক্ষ্ম পৰ্য্যালোচনাত পূৰ্ব্বাপৰ সঙ্গতি ৰক্ষাৰ বাবে এনে ব্যাখ্যা অপৰিহাৰ্য্য হৈ পৰিছে। বিশেষকৈ পঞ্চম পৰিচ্ছেদৰ ব্যঞ্জনা নিৰূপণত সমগ্ৰ আলোচনাই নব্য ন্যায়ৰ ভাষা আৰু পদ্ধতিৰে কৰা হৈছে বাবে সেই পৰিচ্ছেদৰ ব্যাখ্যাৰ প্ৰয়োজন হৈ পৰিছে।

উদাহৰণৰূপে উদ্ধৃত অংশসমূহ মূল গ্ৰন্থৰ দৰেই সংস্কৃত আৰু প্ৰাকৃতত উদ্ধৃত কৰি তাৰ তলতে বন্ধনীৰ ভিতৰত অসমীয়া ভাঙনি দিয়া হৈছে। কিয়নো বক্তব্য আৰু প্ৰতিপাদ্য বিষয় বুজিবৰ বাবে মূল উদাহৰণ অনেক ঠাইত অপৰিহাৰ্য্য। অনেক ঠাইত আকৌ কাৰিকাত বা বৃত্তিত থকা নাইবা উদাহৰণত থকা একো

একোটা শব্দৰ পিছৰ আলোচনাত উল্লেখ আছে, তেনেস্থলত উল্লেখৰ সুচল হ'ব বুলি ভাঙনিত সেই শব্দ কেতিয়াবা মূলৰ দৰেই ৰখা হৈছে। য'ত ৰখা হোৱা নাই বা ৰখা সম্ভৱপৰ হোৱা নাই, তেনে ঠাইত মূল উদাহৰণত থকা শব্দকে পিছৰ উল্লেখত ব্যৱহাৰ কৰা হৈছে। যেনে—

"ন্যক্কৰো হ্যয়মেৱ" প্ৰথম পৰিচ্ছেদত উদ্ধৃত এই শ্লোকফাঁকিৰ উল্লেখ পিছতো আছে আৰু ব্যঞ্জনা দেখুৱাবলৈ বৃত্তিত 'মে যদৰয়ঃ' আদি শব্দৰ উল্লেখ কৰা হৈছে। 'অৰয়ঃ' শব্দৰ অৰ্থ 'শত্ৰুবিলাক' কিন্তু ভাঙনিত তাৰ অৰ্থ 'শত্ৰু' ৰূপেই ৰাখি পিছৰ উল্লেখত অৰয়ঃ শব্দৰহে উল্লেখ কৰা হৈছে।

পূৰ্ব্বোদ্ধৃত একোটা উদ্ধৃতি পিছৰ উল্লেখত কেৱল প্ৰথমৰ কথাফাঁকিহে ঠায়ে ঠায়ে উদ্ধৃত হৈছে; অসমীয়া অনুবাদৰ মাজতো সংস্কৃত বা প্ৰাকৃত শ্লোকৰ সেই শব্দকেইটা সেইদৰে উদ্ধৃত কৰা হৈছে। একান্ত আৱশ্যক নোহোৱা ঠাইত সেই কেইটা শব্দৰ ভাঙনি দিয়া নাই। ভাঙনি নহলেও সেইকেইটা শব্দৰ সহায়ত আগৰ শ্লোকফাঁকি বিচাৰি তাৰ অৰ্থ উলিওৱাত পাঠকৰ একো অসুবিধা নহয়। আনহাতে তাৰ অৰ্থ দিলে, সেই কেইটা শব্দৰ ভাঙনি, আগেয়ে কৰা ভাঙনিৰে সৈতে নিমিলিবও পাৰে, যি হেতুকে সম্পূৰ্ণ শ্লোকটোৰ অৰ্থ পৰ্য্যালোচনা কৰি দিয়া ভাঙনিত শব্দৰ ক্ৰম ৰক্ষা কৰা হোৱা নাই। এনে শ্লোকৰ পৃষ্ঠাৰ সংখ্যা উল্লেখ কৰি যাব পৰা হলে আৰু সুচল হ'লহেঁতেন।

উদাহৰণৰূপে উদ্ধৃত সংস্কৃত আৰু প্ৰাকৃতাংশৰ অনুবাদ প্ৰাঞ্জল, সুখপাঠ্য অথচ মূলৰপৰা চুলি এডালমানো যাতে আঁতৰি নাযায় সেই বিষয়ে অতন্দ্ৰ মনোনিৱেশ কৰা হৈছে। অৱশ্যে সপ্তম আৰু দশম পৰিচ্ছেদৰ উদাহৰণৰ শ্লোকৰ অনুবাদ কৰোঁতে এই নীতি পূৰাকৈ মনা হোৱা নাই। সপ্তম পৰিচ্ছেদত দোষৰ উদাহৰণ দিয়া হৈছে, দোষৰ স্বৰূপ প্ৰকাশৰ বাবে, বিশেষকৈ শব্দগত আৰু ভঙ্গীগত দোষৰ ক্ষেত্ৰত, ঠায়ে ঠায়ে শব্দানুবাদ কৰিব লগা হৈছে, আন কি শব্দক্ৰমো ৰক্ষা নকৰিলে নোহোৱা হৈছে। অলঙ্কাৰৰ উদাহৰণৰ ক্ষেত্ৰতো, বিশেষকৈ শব্দালঙ্কাৰৰ উদাহৰণত, শব্দানুবাদ কৰাৰ লগতে শব্দক্ৰমো ৰক্ষা কৰিব লগা হৈছে। এনেবোৰ ঠাইত অৰ্থতকৈ শব্দ আৰু শব্দবিন্যাসহে প্ৰধান। যমক, শ্লেষ, সমাসোক্তি আদি কিছুমান অলঙ্কাৰৰ উদাহৰণৰূপে উদ্ধৃত কৱিতাৰ ভাঙনিত প্ৰতিপাদ্য বিষয় সম্পূৰ্ণৰূপে প্ৰকাশ নহয়, সেইবাবে ঠায়ে ঠায়ে মূল শব্দ ৰাখি দুবাৰ অৰ্থ লেখা হৈছে। কোনো

কোনো উদ্ধৃত শ্লোক তথাকথিত অশ্লীল বা আধুনিক ৰুচিসম্মত নহয়। তেনেকুৱা শ্লোকৰ অনুবাদ কৰোঁতে জুখি মাখি শব্দ ব্যৱহাৰ কৰা হৈছে, যাতে মূলৰ অৰ্থও বাদ নপৰে আৰু ৰুচিৰ সীমাও চেৰাই নেযায়।

সাহিত্য দৰ্পণৰ কাৰিকা সমূহ ছন্দতে ৰচিত বুলি প্ৰথমে উল্লেখ কৰা হৈছে। এটা বিষয়ৰ বৰ্ণনা কৰোঁতে য'ত সম্পূৰ্ণ একাঁকি শ্লোক হোৱা নাই, তাত মাজতে বৃত্তি সুমাই দি পিছৰ কাৰিকাৰ সৈতে শ্লোকফাঁকি সম্পূৰ্ণ কৰা হৈছে। এই গ্ৰন্থত সম্পূৰ্ণ শ্লোকৰ হিচাপ কৰি শ্লোক সংখ্যা নিদি বিষয় অনুসাৰেহে কাৰিকাৰ সংখ্যা দিয়া হৈছে আৰু প্ৰত্যেক পৰিচ্ছেদত সংখ্যা সুকীয়াকৈ দিয়া হৈছে; ইয়াৰদ্বাৰা প্ৰত্যেক পৰিচ্ছেদত কিমান বিষয় আলোচিত হৈছে, জনাৰ সুচল হয়। উদ্ধৃত শ্লোকৰ সংখ্যা দিয়া হোৱা নাই।

অলঙ্কাৰ শাস্ত্ৰত কিছুমান পাৰিভাষিক শব্দ আছে, সেইবোৰৰ ভাঙনি কৰিব নোৱাৰি, ব্যাখ্যাহে কৰিব পাৰি। এনেকুৱা শব্দবোৰ সেই আকাৰতে ৰাখিব লগা হৈছে। এনেকৈ ৰখাৰপৰা অলঙ্কাৰ শাস্ত্ৰৰ অন্যান্য গ্ৰন্থতো তেনে শব্দ একে ৰূপতে পাই বুজাত সুচল হব। শব্দ আৰু পদৰ, ব্যঞ্জনা আৰু ব্যঞ্জিতৰ, প্ৰমাণ আৰু প্ৰামাণ্য আদিৰ অৰ্থৰ সূক্ষ্ম প্ৰভেদ ব্যাখ্যামূলক অংশত ৰৰকৈ ৰখা নাই; সচৰাচৰ ব্যৱহৃত ৰূপেই ব্যৱহাৰ কৰা হৈছে। বৰ্ণবিন্যাস আৰু আখৰ যোঁটনিৰ সমস্যাই অসমীয়া অনুবাদত বৰ জটিল ৰূপে দেখা দিছে। ব্যাকৰণৰ অনুশাসন অনুসাৰে সমাসগ্ৰস্ত শব্দবোৰ একে পদ, গতিকে একে পদৰ বৰ্ণবিণ্যাস্ নিৰন্তৰ হব লাগে। এই ৰীতি অনুসাৰে 'অসংলক্ষ্যক্ৰমবাচ্যধ্বনি' একেটা পদ আৰু তাৰ বৰ্ণবিন্যাসো নিৰন্তৰ। পঢ়াৰ সুচল হব বুলি অসমীয়া ভাঙনিত এনে শব্দ দুটা বা তিনিটা ভাগতো ভাগ কৰি দিয়া হৈছে।

সেইদৰে বিশেষ্য-বিশেষণৰ কৰ্ম্মধাৰয় সমাসতো একে পদ হৈ শেষত বিভক্তি যোগ হব লাগে আৰু বৰ্ণবিন্যাসো নিৰন্তৰ হব লাগে। অসমীয়াত বিশেষ্য অনুসাৰে বিশেষণৰ বিভক্তি আদি হোৱাৰ নিয়ম নাই বাবে বিশেষণৰ সৈতে বিশেষ্যৰ একে পদ হোৱা-নোহোৱাৰ সমস্যাও নাই। সেই বাবে 'শ্বেতপদ্ম' বা 'শ্বেত পদ্ম' দুয়ো প্ৰকাৰে লেখাত একো অসঙ্গতি নহব বুলি ভাবোঁ। বিশেষ্য-বিশেষণ সুকীয়াকৈ থাকিলে সমাস নাই হোৱা আৰু একেলগে থাকিলে সমাসবদ্ধ বুলি ধৰিব লাগিব। সেই নীতিৰেই 'বগাপদুম্' বা 'বগা পদুম' লিখিবও পৰা যায়।

'স্থায়িভাৱ' 'সঞ্চাৰিভাৱ' আদি শব্দবোৰ 'স্থায়ী ভাৱ' 'সঞ্চাৰী ভাৱ' ৰূপে

বিশেষ্য বিশেষণ বেলেগ কৰি লেখা হৈছে। 'মন্ত্ৰীসভা' আদিৰ দৰে একেলগে লেখিলেও অসমীয়া ব্যাকৰণৰ অনুশাসনৰ উলঙ্ঘা নহব কিজানি। অৱশ্যে য'ত সংস্কৃত তদ্ধিত প্ৰত্যয় হৈছে, তেনে ঠাইত একপদীভাৱৰ নীতি ৰক্ষা কৰা হৈছে আৰু সেই বাবেই 'স্থায়িভাৱত্ব' আদি ৰূপে প্ৰয়োগ কৰা হৈছে। সংস্কৃত ভাষাত 'ব' উচ্চাৰণ থকা সৰহ ভাগ শব্দৰ উচ্চাৰণ 'ৱ'; সেই বিষয়ে অবহিত হৈয়ো ছাপাখানাৰ অসুবিধাৰ বাবে এই নিয়ম সংযুক্ত অক্ষৰ থকা ক্ষেত্ৰত ৰক্ষা কৰিব পৰা নাই।

ইয়াৰ বাহিৰে, গাণ্ডিৱ, গাণ্ডীৱ; বেশ, বেষ; দবানল, দাবানল; কোশ, কোষ; শাল, সাল; বশিষ্ঠ, বসিষ্ঠ; গিৰিশ, গিৰীশ; ঈৰ্ষা, ইৰ্ষ্যা; অন্তৰিক্ষ, অন্তৰীক্ষ আদি সংস্কৃত ভাষাত দুই প্ৰকাৰ আখৰ জোঁটনি থকা শব্দসমূহ উদ্ধৃত শ্লোকত দুই প্ৰকাৰেই আছে যদিও অসমীয়াত প্ৰচলিত ৰূপহে ঘাইকৈ ব্যৱহাৰ কৰা হৈছে। সেই বাবেই শ্লোকত বেষ আৰু অনুবাদত বেশ, শ্লোকত দবানল, অনুবাদত দাবানল আদি প্ৰয়োগ দেখা যাব।

পাচ পিচ, পাছ পিছ, বেচি বেছি এনেবোৰত বিশেষ একো পাৰ্থক্য ৰখা হোৱা নাই।

অনুসন্ধিৎসু পাঠকৰ বাবে অলঙ্কাৰ শাস্ত্ৰৰ ধাৰাৰ সংক্ষিপ্ত বিৱৰণে সৈতে সাহিত্য-দৰ্পণৰ প্ৰতিপাদ্য বস্তুৰ পৰিচয় আৰু স্থলবিশেষে টীকা আৰু গ্ৰন্থৰ উল্লেখ পৰিশিষ্টত যোগ কৰা হৈছে।

সাহিত্য-দৰ্পণৰ দৰে এখন গ্ৰন্থৰ অনুবাদ আৰু ব্যাখ্যাৰ কাম অতিশয় আয়াসসাধ্য আৰু সময়সাপেক্ষ। বিষয়-বস্তু সহজবোধ্য কৰিবলৈ বহল ব্যাখ্যাৰ প্ৰয়োজন; পূৰ্ব্বাপৰ সঙ্গতি আৰু সামঞ্জস্য দেখুৱাবলৈ হলে অন্যান্য অলঙ্কাৰ গ্ৰন্থৰো মতৰ উল্লেখ আৰু আলোচনা কৰিব লগা হয়। এই সকলোখিনি কৰাৰ সুযোগ সাহিত্য-দৰ্পণৰ বৰ্ত্তমান সংস্কৰণে আৰু সময়ে আমাক দিয়া নাই।

মুদ্ৰিত সাহিত্য-দৰ্পণৰ কোনো কোনো সংস্কৰণত হিন্দী, মাৰাঠী, বঙলা, ইংৰাজী আদি অনুবাদ যোগ কৰা দেখা যায়; কিন্তু তেনে অনুবাদ টীকাৰূপে মূল গ্ৰন্থৰ লগত দিয়া হৈছে, বুজিবৰ সহায়ৰ বাবেহে। অসমীয়া অনুবাদেই এই সংস্কৰণৰ মূল; গতিকে ইয়াৰ অনুবাদত মূলৰ ভাষান্তৰ-সমাৰোপণ কৰিব লগা হৈছে আৰু সেই বাবেই ই অতিশয় গুৰুত্বপূৰ্ণ। এই গুৰু দায়িত্ব বহনত কিমানদূৰ কৃতকাৰ্য্য হব পাৰিছোঁ, সেইটো সুধীসকলৰ বিচাৰ্য্য।

সাহিত্যদৰ্পণৰ কেবাটাও সংস্কৰণৰ পাঠ আলোচনা কৰা হৈছে যদিও মহামহোপাধ্যায় হৰিদাস সিদ্ধান্ত বাগীশৰ সংস্কৰণকে ঘাইকৈ আদৰ্শৰূপে লোৱা হৈছে।

সাহিত্য-দৰ্পণৰ অনুবাদ আৰু সম্পাদনাত মোৰ গুৰু শ্ৰদ্ধেয় পণ্ডিত শ্ৰীমনোৰঞ্জন শাস্ত্ৰীদেৱে আৰু ভূতপূৰ্ব্ব ছাত্ৰ স্নেহাস্পদ ডক্টৰ শ্ৰীমুকুন্দ মাধৱ শৰ্ম্মাই সহায় আৰু দিহা পৰামৰ্শেৰে মোক ঋণী কৰিছে। অসম সাহিত্য সভাৰ সম্পাদক ডক্টৰ মহেশ্বৰ নেওগদেৱে ঘনাই তাগাদাৰ লগতে আৱশ্যকীয় বুদ্ধি পৰামৰ্শ দিয়াতহে সাহিত্য-দৰ্পণৰ প্ৰকাশ সম্ভৱ হৈছে। সাহিত্যিক শ্ৰীকমলেশ্বৰ চলিহা আৰু শ্ৰীগুৰেশ্বৰ বৰায়ো আমাক অনেক বিষয়ত সহায় কৰি কৃতজ্ঞ কৰিছে।

সাহিত্য-দৰ্পণৰ অনুবাদ আৰু সম্পাদনা কাৰ্য্যত আমাৰ অজ্ঞাতসাৰে বহুত ভুল ভ্ৰান্তি বৈ যোৱাৰ আশঙ্কা হৈছে। তাৰ বাবে সুধীসকলৰ ওচৰত ক্ষমা বিচাৰিলোঁ। এইখনেই সংস্কৃত অলঙ্কাৰ গ্ৰন্থৰ প্ৰথম অসমীয়া অনুবাদ; গ্ৰন্থখনিয়ে সংস্কৃত সাহিত্য আৰু সংস্কৃত সাহিত্য-সমীক্ষা পদ্ধতিৰ সৈতে অসমীয়া পাঠকবৰ্গৰ ঘনিষ্ঠ সংযোগ সাধন কৰিব বুলি আমাৰ আশা।

ঋতায়ন

চানমাৰি. গুৱাহাটী

৩০. ৪. ৬৪

শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী

# সাহিত্যদৰ্পণ

## ॥ প্ৰথম পৰিচ্ছেদ ॥

আৰম্ভ কৰা গ্ৰন্থৰ নিৰ্বিঘ্ন-পৰিসমাপ্তিৰ বাবে গ্ৰন্থৰ আৰম্ভণিতে বাংময়ৰ অধিষ্ঠাত্ৰী বাগ্‌দেৱীক প্ৰসন্ন কৰা হৈছে।

শৰৎকালৰ চন্দ্ৰৰ দৰে মনোহৰ কান্তিৰ বাগ্‌দেৱীয়ে মোৰ মনৰ সকলো অজ্ঞান-অন্ধকাৰ দূৰ কৰি সম্পূৰ্ণ বাগৰ্থ প্ৰকাশ কৰক। ১

সাহিত্যদৰ্পণ নামৰ এই কাব্যালোচনাত্মক অলঙ্কাৰ গ্ৰন্থখন কাব্যৰ অঙ্গ; গতিকে কাব্য অধ্যয়নৰ ফলেই এই গ্ৰন্থৰো অধ্যয়নৰ ফল। কাব্য অধ্যয়নৰ ফলনো কি কোৱা হৈছে।

[ গ্ৰন্থৰ প্ৰতিপাদ্য বিষয়, গ্ৰন্থৰ অধ্যয়নকাৰী অৰ্থাৎ গ্ৰন্থখন কাৰ বাবে, গ্ৰন্থ আৰু বিষয়ৰ সম্বন্ধ, গ্ৰন্থ অধ্যয়নৰ ফল, এই চাৰিটা কথা গ্ৰন্থৰ আদিতে উল্লেখ কৰাটো প্ৰাচীন ৰীতি। সাহিত্যদৰ্পণতো তাকে কোৱা হৈছে। ]

কাব্যৰপৰা অলপ আয়াসতে ধৰ্ম্ম-অৰ্থ-কাম মোক্ষ এই চতুৰ্ব্বৰ্গ ফল লাভ হয়; সেইবাবে কাব্যৰ স্বৰূপ নিৰূপণ কৰা হৈছে। ২

ৰামৰ দৰে প্ৰৱৰ্ত্তন কৰিব লাগে, ৰাৱণৰ দৰে নালাগে, এনে ধৰণৰ প্ৰবৃত্তি-নিবৃত্তি, কৰিব লগীয়া-কৰিব নলগীয়া আদি বিষয়ৰ উপদেশৰ-পৰা কাব্য অধ্যয়নৰদ্বাৰা চতুৰ্ব্বৰ্গ ফল লাভ হয়,---সেই কথা সুস্পষ্ট।

কথিত আছে—

সজ্জ কাব্য অধ্যয়নে ধৰ্ম্ম-অৰ্থ-কাম-মোক্ষ লাভৰ উপায় দিয়ে, কলা-বিদ্যাত বিচক্ষণ কৰি তোলে, কীৰ্ত্তি আৰু যশস্যা বিস্তাৰ কৰে, প্ৰীতিও জন্মায়।

কাব্যত বৰ্ণিত ভগৱান্ নাৰায়ণৰ চৰণাৰবিন্দৰ স্তুতিৰদ্বাৰা কাব্যৰপৰা ধৰ্ম্মলাভ হয়।

"সম্যক্ ৰূপে জানি ভালকৈ প্ৰয়োগ কৰা এটা শব্দই স্বৰ্গ লোকত আৰু এই লোকতো কামনা দান কৰে" ইত্যাদি বেদবাক্যৰপৰা ধৰ্ম্মপ্ৰাপ্তি প্ৰসিদ্ধ হৈ আছে। কাব্যৰপৰা অৰ্থপ্ৰাপ্তি দেখা কথা। কামনা লাভ অৰ্থৰদ্বাৰাই হয়। কাব্য-ৰচনা-কালত কবিৰ আৰু কাব্য-শ্ৰৱণ-কালত শ্ৰোতাৰ স্বৰ্গ-লাভ আদিৰ প্ৰতি আকাংক্ষা নথকা বাবে, লগতে মোক্ষলাভ ঘটোৱা ব্ৰাহ্মবিষয়ক বেদবাক্যত ব্যুৎপত্তি জন্মা বাবে, কাব্যৰপৰা মোক্ষ লাভ হয়।

[ ফলাকাংক্ষা নোহোৱাকৈ কৰ্ম্মৰদ্বাৰা মোক্ষ লাভ হয়। ]

বেদাদি শাস্ত্ৰ নীৰস বাবে পৰিণত বুদ্ধিৰ লোকেহে অধ্যয়ন কৰি তাৰ অৰ্থ গ্ৰহণ কৰিব পাৰে, গতিকে বেদাদি শাস্ত্ৰৰপৰা মোক্ষ-লাভ অতি কষ্টৰ মূৰতহে হয়; কিন্তু কাব্য চৰ্চ্চাৰপৰা পৰমানন্দ জন্মে বাবে কোমলমতিৰ লোকৰো সুখেৰেই কাব্যৰপৰা মোক্ষলাভ হয়।

তেনেহলে পৰিণত বুদ্ধিৰ লোকে বেদাদি শাস্ত্ৰ থকাত কিয় কাব্যালাপৰ ফালে মন মেলিব, এনে শঙ্কা কৰা অনুচিত। কিয়নো তিতা-কেহা ঔষধ খালেহে ভাল হোৱা ৰোগ যদি চেনি-মিচিৰি খালেই ভাল হয়; তেনেহ'লে কোন ৰোগীয়েনো চেনি-মিচিৰি খাবলৈ মন নকৰিব ?

অগ্নিপুৰাণতো কাব্যৰ উপাদেয়ত্বৰ বিষয়ে উক্তি আছে—"এই সংসাৰত মনুষ্য জন্ম ছুৰ্ল্লভ, বিদ্যালাভ কৰাটো তাতোকৈ কঠিন, কবি হোৱাটো তাতোকৈ টান, কবিত্ব শক্তি লাভ কৰাটো অতিকে সুকঠিন।"

"নাট্য ত্ৰিবৰ্গৰ সাধক।"

বিষ্ণুপুৰাণত আছে

"কাব্যালাপ, গীতসমূহ—এই সকলো শব্দ মূৰ্ত্তিধৰ মহিমাময় বিষ্ণুৰ অংশ।"

এই কাৰণে কাব্যৰ স্বৰূপ নিৰূপণ কৰা হৈছে। ইয়াৰদ্বাৰাই গ্ৰন্থৰ প্ৰতিপাদ্য বিষয়ৰ কথাও দেখুওৱা হ'ল।

কাব্যৰনো স্বৰূপ কি ? এই প্ৰশ্নৰ উত্তৰত কোনোৱে কয়—(১) "দোষহীন, গুণান্বিত আৰু ঠায়ে ঠায়ে অলঙ্কাৰযুক্ত শব্দাৰ্থই কাব্য।" এই লক্ষণ চিন্তা কৰিব লগীয়া।

বাৰু, যদি দোষহীন শব্দাৰ্থকে কাব্য বোলা হয়, তেনেহলে—

ন্যক্কাৰো হ্যয়মেৱ মে যদৰয়স্তত্ৰাপ্যসৌ তাপসঃ
সোঽপ্যত্ৰৈৱ নিহন্তি ৰাক্ষসকুলং জীৱত্যহো ৰাৱণঃ।
ধিক্‌ধিক্ শক্ৰজিতং প্ৰবোধিতৱতা কিং কুম্ভকৰ্ণেন ৱা
স্বৰ্গগ্ৰামটিকা ৱিলুণ্ঠনৱৃথোচ্ছূনৈঃ কিমেভির্ভুজৈঃ ॥

( মোৰ শত্ৰু থকাটোৱেই মোৰ পক্ষে ধিক্কাৰজনক কথা, তাতে আকৌ সেই শত্ৰু তপস্বী, সিয়ো আকৌ এই লঙ্কাতে আছে আৰু ৰাক্ষসকুল নিৰ্ম্মূল কৰিব লাগিছে ; হায়! তথাপি ৰাৱণ জীয়াই আছে। ইন্দ্ৰজিতৰ ধিক্, জগাই তোলা কুম্ভকৰ্ণই বা কি কৰিলে ? মিছাতে ক্ষুদ্ৰ গাঁও এখন যেন স্বৰ্গ লুণ্ঠন কৰা এই কুৰিখন হাতৰে বা প্ৰয়োজন কি ? )

বিধেয়াবিমৰ্শ দোষদুষ্ট হোৱা বাবে এই শ্লোক কাব্যৰূপে পৰিগণিত নহ'লহেতেন ; কিন্তু ধ্বনি থকা বাবে এই কবিতা ফাকি উত্তম কাব্য বুলি স্বীকৃত হৈছে। গতিকে পূৰ্ব্বোক্ত লক্ষণত অব্যাপ্তি দোষ আছে।

[ বিধেয় অৰ্থাৎ প্ৰধান অংশৰ অবিমৰ্শ, অপ্ৰধান বা গৌণভাৱে উল্লেখেই বিধেয়াবিমৰ্শ দোষ। ওপৰৰ উদাহৰণত 'মোৰ যে শত্ৰু আছে" এই বিধেয় অংশৰ প্ৰধান ভাবে উল্লেখ নকৰি "এইটোৱেই ধিক্কাৰজনক কথা" এই অংশৰ প্ৰাধান্য দিয়াত বিধেয়াবিমৰ্শ দোষ হৈছে। দোষযুক্ত হোৱা বাবে এই কবিতা ফাকিক পূৰ্ব্বোক্ত লক্ষণ মতে কাব্য বুলিব পৰা নগ'লহেতেন, কিন্তু বাচ্যাৰ্থতকৈ ব্যঞ্জিতাৰ্থ প্ৰধান হোৱাত ইয়াত ধ্বনি প্ৰকাশ হৈছে ; গতিকে উত্তম কাব্য। সেইবাবে, লক্ষণে লক্ষ্যক ব্যাপিব নোৱাৰাত লক্ষণৰ অব্যাপ্তি দোষ ঘটিছে। ]

---

(১) কাব্যপ্ৰকাশকাৰ মম্মট ভট্ট
তদদোষৌ শব্দাৰ্থৌ সগুণাৱনলঙ্কৃতী পুনঃ ক্বাপি।

এই শ্লোকৰ কোনো অংশহে দোষদুষ্ট, গোটেই শ্লোকটো দোষদুষ্ট নহয়; গতিকে যি অংশত দোষ আছে, সেই অংশ অকাব্যৰূপে আৰু যি অংশত ধ্বনি আছে, সেই অংশ উত্তম কাব্যৰূপে পৰিগণিত হওক - যদি এনেকৈ কোৱা হয়, তেনেহলে দুই অংশই দুফালে টনা-আঁজোৰা কৰাত ই কাব্য অকাব্য একোৱেই নহ'ব। কাব্যৰ একাংশক দূষিত কৰা বাবে শ্রুতিদুষ্ট আদি দোষক দোষ আখ্যা দিয়া নহয়, সমগ্র কাব্যক দূষিত কৰে বাবেহে সেইবোৰক দোষ বুলি কোৱা হয়। সেই বাবেই কাব্যৰ আত্মাস্বৰূপ দোষৰ অপবৰ্ষ নঘটালে দোষবোৰক দোষ বুলি ধৰা নহয়। সেয়ে নহ'লে (ৰসৰ অপকৰ্ষ ঘটোৱাবোৰকে দোষৰূপে গণনা নকৰিলে) নিত্য দোষ আৰু অনিত্য দোষৰ প্রভেদো নাথাকিব।

[চ্যুত সংস্কাৰ আদি কিছুমান দোষ সকলো অৱস্থাতে দোষ বাবে সেইবোৰক নিত্য দোষ বোলা হয়, কিন্তু শ্রুতি-কটু আদি দোষ শৃঙ্গাৰ আদি ৰসতহে দোষ ৰূপে পৰিগণিত হয়; ৰৌদ্ৰ আদি ৰসত ৰসৰ অপকৰ্ষ নঘটোৱাত দোষৰূপে পৰিগণিত নহয়। এনে দোষ অনিত্য দোষ। গতিকে ৰসৰ অপকৰ্ষ ঘটোৱা বোৰকে দোষ বুলি ধৰিব লাগিব।]

ধ্বনিকাৰেও কৈছে—

শ্রুতিদুষ্ট আদি যিবিলাক অনিত্য দোষৰ উল্লেখ কৰা হৈছে, তেনে দোষ ধ্বনিযুক্ত শৃঙ্গাৰ ৰসত হে পৰিত্যাগ কৰিবলগীয়া; অন্য ৰসত পৰিত্যাগ কৰিবলগীয়া নহয়।

ইয়াৰ বাহিৰেও দোষহীন শব্দাৰ্থকে কাব্য বুলি ধৰিলে, এনে কাব্য খুব কম ওলাব বা কাব্য একেবাৰে নোহোৱা হৈয়ে পৰিব; কিয়নো কোনো কাব্য সকলো প্রকাৰে নির্দোষ হোৱাটো একেবাৰে অসম্ভব।

যদি অদোষ ইয়াত ঈষৎ অৰ্থত নঞ্ অব্যয়ৰ প্ৰয়োগ হৈছে বুলি কোৱা হয়; তেনেহ'লে অলপ দোষ থকা শব্দাৰ্থক কাব্য বুলি ক'ব লাগিব আৰু তেতিয়া দোষহীন শব্দাৰ্থ কাব্য নহ'ব। [ন দোষ—

অদোষ। ছটা বেলেগ অৰ্থত নঞ্‌ অব্যয়ৰ প্ৰয়োগ হয়, তাৰ ভিতৰত ঈষৎ বা অলপো নঞ্‌ অৰ এটা অৰ্থ (১) ]

যদি কোৱা হয়—সম্ভৱ স্থলত অলপ দোষযুক্ত শব্দাৰ্থও কাব্য হ'ব ; কাব্যৰ লক্ষণত এনেকৈ কোৱাও উচিত নহয়। ৰত্নৰ লক্ষণত কীটে-বিন্ধা আদি বিশেষণ পৰিত্যাগ কৰাৰ দৰে ইয়াতো "অদোষ" আদি বিশেষণ পৰিত্যাগ কৰাই উচিত। কীটে বিন্ধিলেই ৰত্নৰ ৰত্নত্বহানি নহয়, কিন্তু ৰত্নৰ উৎকৰ্ষৰ তাৰতম্যহে ঘটে। ঠিক সেইদৰে ইয়াতো শ্ৰুতিদুষ্টত্ব আদি দোষে কাব্যৰ স্বৰূপ হানি কৰিব নোৱাৰে, শ্ৰেষ্ঠত্বৰ তাৰতম্য ঘটাব পাৰে।

[ কীটে বিন্ধা ৰত্ন উত্তম ৰত্ন বুলি পৰিগণিত নোহোৱাৰ দৰে অলপ দোষযুক্ত কাব্যও উত্তম কাব্যৰূপেহে পৰিগণিত নহয়, কিন্তু কাব্য বুলি ক'ব পৰা যায়। ]

কথিত আছে—

দোষ থাকিলেও য'ত ৰস আদিৰ স্পষ্ট অনুভৱ হয়, তেনে স্থলত কীটে বিন্ধা ৰত্নক ৰত্ন বোলাৰ দৰে ; অলপ দোষযুক্ত কাব্যকো কাব্য বোলা হয়।

ইয়াৰ বাহিৰেও গুণযুক্ত ( সগুণৌ ) এই বিশেষণো শব্দাৰ্থৰ ক্ষেত্ৰত যুক্তিযুক্ত নহয় ; গুণ একমাত্ৰ ৰসৰহে ধৰ্ম্ম। শৌৰ্য্যাদি যেনেকৈ আত্মাৰ ধৰ্ম্ম, তেনেকৈয়ে গুণবিলাকো কাব্যৰ মূলবস্তু ৰসৰহে ধৰ্ম্ম অৰ্থাৎ ৰসৰ ধৰ্ম্মকে গুণ বুলি কাব্য-প্ৰকাশকাৰে নিজেই প্ৰতিপাদন কৰিছে।

শব্দ আৰু অৰ্থ ই ৰসৰ অভিব্যঞ্জনা কৰে বাবে লাক্ষণিকৰূপে গুণসমূহ শব্দাৰ্থৰ ধৰ্ম্মৰূপে পৰিগণিত হ'ব পাৰে অৰ্থাৎ শব্দাৰ্থও সগুণ হ'ব পাৰে—এনেকৈ কোৱাটোও যুক্তিযুক্ত নহয়। কিয় নহয় ?

---

(১) তৎ সাদৃশ্যমভাবশ্চ তদন্যত্বং তদল্পতা।
অপ্ৰাশস্ত্যং বিৰোধশ্চ নঞৰ্থাঃ ষট্ প্ৰকীৰ্ত্তিতাঃ॥

কাব্যৰূপে স্বীকৃত শব্দ আৰু অৰ্থৰ ৰস আছেনে নাই ? যদি শব্দাৰ্থত ৰস নাই তেনেহ'লে তাত গুণো থাকিব নোৱাৰে। কিয়নো ৰসতহে গুণ অন্বয় ব্যতিৰেক ৰূপে থাকে।

[ এটা থাকিলে আনটো থকাই অন্বয় আৰু ইটোৰ অভাৱত আনটোৰ অভাৱেই ব্যতিৰেক। ৰস থাকিলে গুণো থাকিব ৰসৰ অভাব হ'লে গুণৰো অভাব হ'ব। ]

যদিহে শব্দ আৰু অৰ্থত ৰস আছে বুলি কোৱা হয়, তেনেহ'লে 'সৰস' এই বিশেষণ কাব্যৰ লক্ষণত কিয় কোৱা নহ'ল ?

গুণৱত্ব বিশেষণৰ অন্যথা অনুপপত্তিৰ বাবে ( সগুণ এই বিশেষণৰ অন্য প্ৰকাৰে সঙ্গতি নহয় বাবে ) শব্দাৰ্থ সৰস হ'বই লাগিব—এইদৰে যদি কোৱা হয় ; তেনেহ'লে 'সগুণ শব্দাৰ্থ' বুলি নকৈ 'সৰস শব্দাৰ্থ' এইদৰে কোৱাহে উচিত আছিল। প্ৰাণী থকা দেশ বুলি ক'ব লগা ঠাইত কোনেও শৌৰ্য্যযুক্ত দেশ বুলি নকয়। ইয়াতো 'সৰস শব্দাৰ্থ' এইদৰে ক'ব লগা ক্ষেত্ৰত 'সগুণ শব্দাৰ্থ' বুলি কোৱা উচিত হোৱা নাই। 'গুণযুক্ত শব্দাৰ্থ' ইয়াৰদ্বাৰা গুণাভিব্যঞ্জক শব্দাৰ্থ কাব্যত প্ৰয়োজ্য, এনে অভিপ্ৰায় প্ৰকাশ কৰা হৈছে বুলিও ক'ব নোৱাৰি, কিয়নো শব্দাৰ্থৰ গুণাভিব্যঞ্জকত্বই কাব্যৰ উৎকৰ্ষতাহে সাধন কৰে, সি কাব্যৰ স্বৰূপ হ'ব নোৱাৰে।

[ গুণে কাব্যৰ উৎকৰ্ষ সাধন কৰে, কাব্যৰ সাৰ বস্তু ৰস, কাব্যৰ জীৱন স্বৰূপ ; গতিকে গুণ ৰসৰ উৎকৰ্ষবিধায়ক। কাব্যৰ শৰীৰ স্বৰূপ শব্দ আৰু অৰ্থক আশ্ৰয় কৰি ৰস থাকে, সেই বাবে গুণ শব্দাৰ্থাশ্ৰয়ী। গুণ নাথাকিলেও কাব্যৰ স্বৰূপৰ হানি নঘটে ; গতিকে গুণযুক্ত বিশেষণ কাব্যৰ লক্ষণত সন্নিবিষ্ট কৰাটো উচিত হোৱা নাই। ]

প্ৰাচীনসকলেও কৈছে—

"শব্দ আৰু অৰ্থ কাব্যৰ শৰীৰ, ৰস কাব্যৰ আত্মা, গুণ মানুহৰ শৌৰ্য্য আদিৰ নিচিনা, দোষ হ'ল ক'ণা-খোৰা আদি অঙ্গবিকৃতিৰ দৰে, ৰীতি হ'ল মনুষ্য দেহৰ অৱয়ব সংস্থানৰ নিচিনা, অলঙ্কাৰ কেয়ূৰ-কুণ্ডল আদি অলঙ্কাৰৰ দৰে।"

'কোনো ঠাইত অলঙ্কাৰহীন' কথাষাৰৰ অৰ্থ যদি ধৰা হয়—প্ৰায় সকলো ঠাইতে অলঙ্কাৰযুক্ত, কিন্তু কোনো ঠাইত অলঙ্কাৰ স্পষ্ট হৈ নথকা শব্দাৰ্থ, গতিকে এনে শব্দাৰ্থই কাব্য। ওপৰৰ যুক্তিৰদ্বাৰা কাব্য লক্ষণৰ এই অংশও অগ্ৰাহ্য হ'ল ; যিহেতুকে অলঙ্কাৰযুক্ত শব্দাৰ্থই কাব্যৰ উৎকৰ্ষহে সাধন কৰে, কাব্যৰ স্বৰূপ নিৰ্ণয় নকৰে।

এই একে যুক্তিতে "বক্ৰোক্তিয়েই কাব্যৰ জীৱন" (১) বোলা বক্ৰোক্তি জীৱিতকাৰৰ কাব্যৰ লক্ষণো দূৰ হ'ল ; যিহেতুকে বক্ৰোক্তিও স্বৰূপতে অলঙ্কাৰ হে।

যঃ কৌমাৰহৰঃ স এৱ হি ৱৰস্তা এৱ চৈত্ৰক্ষপা
স্তে চোন্মীলিতমালতীসুৰভয়ঃ প্ৰৌঢ়াঃ কদম্বানিলাঃ।
সা চৈৱাস্মি তথাপি তত্ৰ সুৰতব্যাপাৰলীলাৱিধৌ
ৰেৱাৰোধসি ৱেতসীতৰুতলে চেতঃ সমুৎকণ্ঠতে॥

( যিজনে মোৰ কৌমাৰ্য্য হৰণ কৰিছিল তেৱেঁই মোৰ স্বামী, এয়া সেই একে মধুযামিনী, বিকশিত মালতীৰ সৌৰভেৰে সুৰভি কদম ফুলৰ ৰেণু বোকোচাত লৈ অহা মৃদু মন্দ সেই একে মলয়া বতাহ এতিয়াও বলি আছে, ময়ো সেই আগৰ দৰেই গাভৰু হৈয়ে আছোঁ ; তথাপি কিয় জানো নৰ্ম্মদাৰ তীৰৰ সেই বেতস কুঞ্জৰ ৰতি-উৎসৱৰ প্ৰতি মোৰ মন অতিশয় উৎকণ্ঠিত হৈ পৰিছে। )

কাব্য প্ৰকাশকাৰে দিয়া অস্ফুটালঙ্কাৰৰ (২) এই উদাহৰণ চিন্তা কৰিব লগীয়া। ইয়াত বিভাৱনা আৰু বিশেষোক্তি অলঙ্কাৰৰ সন্দেহ হোৱাত সন্দেহমূলক সঙ্কৰ অলঙ্কাৰ স্পষ্ট হৈ পৰিছে। গতিকে অস্ফুট অলঙ্কাৰৰ উদাহৰণ নহয়।

[ কাৰণ নোহোৱাকৈ কাৰ্য্যৰ উৎপত্তি হ'লে বিভাৱনা অলঙ্কাৰ হয়। কাৰণ থকা সত্বেও কাৰ্য্যৰ উৎপত্তি নহ'লে বিশেষোক্তি অলঙ্কাৰ হয়। এই উদাহৰণত

(১) বক্ৰোক্তিঃ কাব্যজীৱিতম্।

২) এই উদাহৰণত শৃঙ্গাৰ ৰসেই প্ৰধান হৈ পৰিছে, গতিকে কোনো অলঙ্কাৰ স্পষ্ট নহয়।

উৎকণ্ঠাৰ কাৰণ নোহোৱাকৈয়ে স্মৰতোকণ্ঠা জন্মা বাবে বিভাৱনা আৰু স্মৰতো-দ্দীপক কাৰণসমূহ থকা সত্বেও কাৰ্য্য নজন্মাত বিশেষোক্তি—এই দুটা অলঙ্কাৰৰ সন্দেহ হোৱাত সঙ্কৰালঙ্কাৰ হৈছে। ]

"দোষহীন, গুণ আৰু ৰসযুক্ত, অলঙ্কাৰেৰে অলঙ্কৃত কাব্য ৰচনা কৰি কবিয়ে যশস্যা আৰু প্ৰীতি লাভ কৰে।" (৩) কাব্যৰ এই লক্ষণো ইয়াৰদ্বাৰা দূৰ হ'ল।

ধ্বনিকাৰে ধ্বনিয়েই কাব্যৰ আত্মা বুলি লক্ষণ কৰিছে। ধ্বনি বুলিনো কি বুজোওৱা হৈছে? বস্তুধ্বনি, অলঙ্কাৰধ্বনি আৰু ৰসধ্বনি এই তিনিও বিধ ধ্বনিয়েই কাব্যৰ আত্মানে কেৱল ৰসধ্বনিহে কাব্যৰ আত্মা? ইয়াৰ ভিতৰত প্ৰথমটো অৰ্থাৎ তিনিওবিধ ধ্বনি কাব্যৰ আত্মা হ'ব নোৱাৰে; কিয়নো তেতিয়াহলে প্ৰহেলিকা আদিত অতিব্যাপ্তি হ'ব।

[ বস্তুধ্বনি, অলঙ্কাৰধ্বনি আৰু ৰসধ্বনি—এই ত্ৰিৰূপাত্মক ধ্বনিৰ ভিতৰত যদি বস্তুধ্বনি, অলঙ্কাৰধ্বনিকো কাব্যৰ আত্মা বোলা হয়, তেনেহ'লে প্ৰহেলিকা আদিত কাব্যৰ লক্ষণৰ অতিব্যাপ্তি হব, অৰ্থাৎ কাব্যৰ এনে লক্ষণে প্ৰহেলিকা আদিকো কাব্যৰূপে সামৰি ল'ব। প্ৰকৃত পক্ষে প্ৰহেলিকাক কোনেও কাব্যৰূপে গণনা নকৰে কিন্তু প্ৰহেলিকা আদিত অলঙ্কাৰধ্বনি বা বস্তুধ্বনি থাকে। লক্ষণে প্ৰকৃত লক্ষ্যতকৈ অধিক সামৰি ললে অতিব্যাপ্তি বোলা হয়। ]

যদি দ্বিতীয় পক্ষ অৰ্থাৎ কেৱল ৰসধ্বনিহে কাব্যৰ আত্মাৰূপে অভিপ্ৰেত, তেনেহলে আমিও ওঁ বুলি সমৰ্থন কৰোঁ।

অত্তা অথ নিমজ্জই এত্থ অহং দি অসঅং পলো এহি।
মা পথি অ ৰতি অংধঅ! সজ্জাএ মহ নিমজ্জহিসি॥

( শাহু আই এইখিনিতে লাং খাই পৰি থাকে, মই এইখিনিতে শোওঁ। পথিক! তুমি কুকুৰি কণা, গতিকে দিনতে ভালকৈ চাই লোৱা। মোৰ পাটীত আহি আকৌ ৰাতি তুমি নপৰিবাহি।)

---

(৩) অদোষং গুণবৎ কাব্যমলঙ্কাৰৈৰলঙ্কৃতম্।
ৰসান্বিতং কবিঃ কুৰ্ব্বন্ কীৰ্ত্তিং প্ৰীতিঞ্চ বিন্দতি॥ ভোজদেৱ

যদি কেৱল ৰসধ্বনিযুক্ত কাব্যৰহে কাব্যত্ব স্বীকাৰ কৰা হয়, তেনেহ'লে কেৱল বিষয়বস্তুৰ ধ্বনি থকা এই কবিতা ফাকি কাব্যৰূপে কেনেকৈ পৰিগণিত হয় ? এই প্ৰশ্নৰ উত্তৰত কওঁ যে ইয়াতো ৰসাভাস আছে আৰু সেই বাবেই কাব্য হৈছে। নহলে দেৱদত্ত গাঁৱলৈ গৈছে বুলি কওঁতে দেৱদত্তৰ লগুৱাটোৱো যে দেৱদত্তৰ লগে লগে গাঁৱলৈ গৈছে, এই বিষয়বস্তুৰ ধ্বনি হোৱা বাবে, এই বাক্যশাৰীও কাব্যৰূপে পৰিগণিত হ'লহেতেন।

[অত্তা এথ ···আদি কবিতা ফাকিত বাচ্যাৰ্থৰ বিপৰীতাৰ্থ "পথিক তুমি আহিবা", এনে ব্যঞ্জনা ধ্বনি আছে সঁচা, কিন্তু তাৰ বাহিৰেও ইয়াত উপপতি-বিষয়ক ৰসাভাস প্ৰকাশ হৈছে। সেইবাবে কাব্যৰূপে পৰিগণিত হৈছে। কিন্তু যদি কেৱল বিষয় বস্তুৰ ব্যঞ্জনাধ্বনি থাকিলেই কাব্যৰূপে গণনা কৰা হ'লহেতেন, তেনেহ'লে দেৱদত্ত গাঁৱলৈ যোৱাত তেওঁৰ লগুৱাটোও প্ৰভুৰ লগে লগে গৈছে, তাতো এই বিষয় বস্তুৰ ব্যঞ্জনা থকা বাবে সেই বাক্য ফাকিকো কাব্য বুলিব লাগিলহেতেন।]

বাৰু, এনে বাক্যও কাব্য হওক, ক্ষতি কি ? নহয়, এনে বাক্য কাব্য হ'ব নোৱাৰে। কিয়নো ৰসযুক্ত বাক্যতহে কাব্যত্ব থাকে বুলি পূৰ্ব্বেই স্বীকাৰ কৰা হৈছে।

ৰসাস্বাদৰ সুখানুভূতিৰদ্বাৰা নীতি শিক্ষা দিবলগীয়া বেদশাস্ত্ৰ বিমুখ সুকুমাৰ মতি ৰাজপুত্ৰ আদিক ৰামৰ দৰে প্ৰৱৰ্ত্তন কৰিব লাগে, ৰাৱণৰদৰে প্ৰৱৰ্ত্তন কৰিব নালাগে ইত্যাদি কৰণীয়-অকৰণীয়, প্ৰবৃত্তি-নিবৃত্তি আদিৰ উপদেশ দিয়াই কাব্যৰ প্ৰয়োজন বুলি প্ৰাচীন আলঙ্কাৰিকসকলেও কৈছে। অগ্নিপুৰাণতো আছে—

"কাব্যত বাগ্বৈদগ্ধ্যই প্ৰধান যদিও, ৰসহে কাব্যৰ জীৱন"। (১)

ব্যক্তিবিৱেককাৰেও কৈছে—

"কাব্যৰ প্ৰধান বস্তু যে ৰস এই কথাত কাৰো বৈমত্য নাই।" (২)

ধনিকাৰেও কৈছে—

(১) ৱাগ্বৈদগ্ধ্য প্ৰধানেঽপি ৰস এৱাত্ৰজীৱিতম্।

(২) কাব্যস্যাত্মনি অঙ্গিনি, ৰসাদিৰূপে ন কস্য চিদ্বিমতিঃ। মহিমভট্ট

"কেৱল ঘটনাৰ বৰ্ণনা কৰি কবিয়ে কবি আখ্যা লাভ কৰিব নোৱাৰে, ইতিহাস আদিতো ঘটনাৰ বৰ্ণনা পোৱা যায়।" (৩)

যদি কাব্যত ৰস থাকিবই লাগে, তেনেহ'লে প্ৰবন্ধৰ অন্তৰ্গত কিছুমান ৰসহীন পদ্য কাব্যৰূপে পৰিগণিত নহ'ব—এনে আশঙ্কা কৰা অনুচিত। কিয়নো, এফাকি ৰসযুক্ত কবিতাৰ অন্তৰ্গত ৰসহীন পদসমষ্টি যেনেকৈ সমগ্ৰ কবিতা ফাকিৰ ৰসেৰে সৰস হৈ পৰে, ঠিক তেনেকৈ সৰস প্ৰবন্ধৰ অন্তৰ্গত ৰসহীন কবিতাসমূহো সমগ্ৰ প্ৰবন্ধৰ ৰসেৰে ৰসান্বিত হয় বুলি ধৰা হয়।

শব্দ আৰু অৰ্থ গুণ-প্ৰকাশক, অলঙ্কাৰযুক্ত আৰু দোষহীন হ'লে যে কাব্যৰূপে গ্ৰহণ কৰা হয়, তেনে শব্দাৰ্থৰ ৰসযুক্ত কাব্যৰ সৈতে সাদৃশ্য থকা বাবে গৌণ ভাৱেহে তাক কাব্য বোলা হয়।

"ৰীতিয়েই কাব্যৰ আত্মা" বামনৰ কাব্যৰ এই লক্ষণো প্ৰকৃততে কাব্যৰ লক্ষণ হ'ব নোৱাৰে। যথাস্থানত যথোপযুক্ত শব্দবিন্যাসকে ৰীতি বোলা হয়; গতিকে কাব্যৰ ৰীতি মানৱ শৰীৰৰ অঙ্গসংস্থানৰ নিচিনা। কিন্তু অঙ্গতকৈ আত্মা বেলেগ। সেইবাবে ৰীতিও কাব্যৰ আত্মা নহয়।

সহৃদয়সকলে প্ৰশংসা কৰা, কাব্যৰ আত্মাস্বৰূপ অৰ্থৰ বাচ্যাৰ্থ আৰু প্ৰতীয়মান অৰ্থ নামে দুটা ভাগ আছে। ইয়াত ধ্বনিকাৰে বাচ্যাৰ্থকো কাব্যৰ আত্মা বুলি কৈ ধ্বনিয়েই কাব্যৰ আত্মা বোলা নিজৰ কথাৰ নিজেই বিৰোধ কৰিছে; গতিকে বাচ্যাৰ্থও কাব্যৰ আত্মা বোলা কথাষাৰ গ্ৰহণযোগ্য নহয়।

তেনেহ'লে কাব্যৰ আত্মানো কি? কওঁ বাৰু,

ৱাক্যং ৰসাত্মকং কাৱ্যম্। ৩

ৰসাত্মক বাক্যই কাব্য। ৰসৰ স্বৰূপ পিছত নিৰ্ণয় কৰা হৈছে। ৰসেই সাৰ বস্তুৰূপে য'ত কাব্যৰ জীৱনাধায়ক হৈ থাকে, যাৰ অবিহনে কাব্যক কাব্য বুলিব নোৱাৰি, তেনে ৰসেই কাব্যৰ আত্মা।

(৩) ন হি কৱেৰিতিবৃত্তমাত্ৰনিৰ্ব্বাহেণাত্মপদলাভঃ,
ইতিহাসাদেৰেৱ তৎ সিদ্ধেঃ।—আনন্দবৰ্দ্ধন

ৰস্যতে ইতি ৰসঃ অৰ্থাৎ আস্বাদনৰ যোগ্য এই ব্যুৎপত্তিৰপৰা (ৰস) ভাৱ, ৰসাভাস, ভাৱাভাস আদিকো ৰস শব্দেৰে গ্ৰহণ কৰা হৈছে। ৰসৰ উদাহৰণ, যেনে—

শূন্যং ৱাসগৃহং বিলোক্য শয়নাদুত্থায় কিঞ্চিচ্ছনৈঃ
নিদ্ৰাৱ্যাজমুপাগতস্য সুচিৰং নিৰ্ৱৰ্ণ্য পত্যুৰ্মুখম্।
ৱিশ্ৰব্ধং পৰিচুম্ব্য জাতপুলকামালোক্য গণ্ডস্থলীম্
লজ্জানম্ৰমুখী প্ৰিয়েণ হসতা বালা চিৰং চুম্বিতা॥

( শোৱনি ঘৰ শূন্য দেখি নবোঢ়া প্ৰিয়াই শোৱাৰপৰা লাহে লাহে মূৰ দাঙি কপট নিদ্ৰাৰে নিদ্ৰিত স্বামীৰ মুখৰ ফালে বহু পৰ চাই থাকি নিদ্ৰিত বুলি পতিয়ন গৈ স্বামীৰ মুখত চুমা খোৱাত স্বামীৰ গণ্ডস্থল ৰোমাঞ্চিত হৈ পৰিল, তাকে দেখি লাজত তলমূৰ কৰা প্ৰিয়াক হাঁহি হাঁহি প্ৰিয়তমে চুমাৰে বুৰাই পোলালে। )

ইয়াত সম্ভোগ শৃঙ্গাৰ ৰস প্ৰকাশ হৈছে।

ভাৱৰ উদাহৰণ, যেনে—

সান্ধিবিগ্ৰহিক ৰাঘৱানন্দ মহাপাত্ৰৰ ৰচনাত

যস্যালীয়ত শল্কসীম্নি জলধিঃ পৃষ্ঠে জগন্মণ্ডলম্
দ্ৰংষ্ট্ৰায়াং ধৰণী নখে দিতিসুতাধীশঃ পদে ৰোদসী।
ক্ৰোধে ক্ষত্ৰগণঃ শৰে দশমুখঃ পাণৌ প্ৰলম্বাসুৰো
ধ্যানে ৱিশ্বমসাৱধাৰ্ম্মিককুলং কস্মৈচিদস্মৈ নমঃ॥

( যি ভগৱান্ বিষ্ণুৰ গাৰ ছালত সাগৰ লীন হৈ আছিল, পিঠিত সমগ্ৰ জগৎ আছিল, দাঁতত আছিল ধৰণী, নখত দৈত্যৰাজ হিৰণ্যকশিপুৰ বিনাশ ঘটিছিল, ভৰিত স্বৰ্গ আৰু মৰ্ত্ত্য লীন হৈ পৰিছিল, খঙত ক্ষত্ৰিয়-কুল সমূলে ধ্বংস হৈছিল, যাৰ শৰত দশানন ৰাৱণৰ মৃত্যু হৈছিল, যাৰ হাতত প্ৰলম্বাসুৰ নিহত হৈছিল, যাৰ ধ্যানত সমগ্ৰ বিশ্ব লীন

হৈছিল, যাৰ তৰোৱালত অধাৰ্ম্মিকবিলাক নাশ হৈছিল ( হ'ব ) সেইজন দেৱতাক প্ৰণাম কৰোঁ। )

ইয়াত ভগৱদ্বিষয়ক ৰতিয়েই ভাৱ।

ৰসাভাস, যেনে—

মধু দ্বিৰেফঃ কুসুমৈকপাত্ৰে পপৌ প্ৰিয়াং স্বামনুৱৰ্ত্তমানঃ।
শৃঙ্গেন চ স্পৰ্শনিমীলিতাক্ষীং মৃগীমকণ্ডূয়ত কৃষ্ণসাৰঃ॥

( ভোমৰাই ফুলৰ একেটা পাত্ৰতে নিজৰ প্ৰিয়াৰ মনোৰঞ্জন কৰি মধু পান কৰিছিল ; কৃষ্ণসাৰ পহুটোৱে স্পৰ্শসুখত চকু মুদ খাই যোৱা কৃষ্ণসাৰ পহুজনীৰ গাটো শিঙেৰে খজুৱাই দিছিল। )

ইয়াত সম্ভোগ শৃঙ্গাৰ পশু-পক্ষীবিষয়ক হোৱা বাবে ৰসাভাস হৈছে। এইদৰেই ভাৱাভাস আদিৰো উদাহৰণ বিচাৰি চাবলগীয়া।

তেনেহ'লে কাব্যতনো দোষৰ স্বৰূপ কি ? কওঁ বাৰু—

কাব্যৰ অপকৰ্ষসাধন কৰাবোৰেই দোষ। ৪

কাণত্ব, খঞ্জত্ব আদি অঙ্গবৈকল্যই শৰীৰৰ বিকৃতি জন্মাই তাৰদ্বাৰা পৰোক্ষভাবে আৰু মূৰ্খত্ব আদিয়ে প্ৰত্যক্ষভাবে আত্মাৰ অপকৰ্ষ ঘটায়। সেইদৰে শ্ৰুতিদুষ্ট, অপুষ্টাৰ্থত্ব আদি দোষে ক্ৰমে শব্দ আৰু অৰ্থৰ যোগেদি কাব্যৰ আত্মা স্বৰূপ ৰসৰ অপকৰ্ষ জন্মায় ; স্বশব্দ-বাচ্যত্ব আদি দোষে ( ৰস আদিক সেই সেই শব্দেৰে প্ৰকাশ কৰা ) ৰসৰ আশ্ৰয়ীভূত ব্যভিচাৰিভাৱ আদিক দূষিত কৰি প্ৰত্যক্ষভাবে কাব্যৰ আত্মাস্বৰূপ ৰসৰ অপকৰ্ষ ঘটায়। গতিকে দোষসমূহক কাব্যৰ অপকৰ্ষক বোলা হয়।

দোষৰ উদাহৰণ পিচত দিয়া হৈছে।

কাব্যত গুণ আদিৰ স্বৰূপনো কি ? কোৱা হৈছে—

গুণ, অলঙ্কাৰ আৰু ৰীতিক কাব্যৰ উৎকৰ্ষৰ হেতু বুলি কোৱা হয়। ৫

গুণ, মানৱৰ শৌৰ্য্য আদিৰ নিচিনা, অলঙ্কাৰ গাত পিন্ধা কটক-কুণ্ডল আদিৰ নিচিনা. ৰীতি, শৰীৰৰ অঙ্গ সংস্থানৰ নিচিনা। মানুহৰ শৌৰ্য্য, অলঙ্কাৰ, অঙ্গসংস্থান আদিয়ে দেহৰ যোগেদি পৰোক্ষভাৱে আত্মাৰ উৎকৰ্ষ সাধন কৰাৰ দৰে, গুণ, অলঙ্কাৰ আৰু ৰীতিয়েও শব্দ আৰু অৰ্থৰ যোগেদি কাব্যৰ আত্মাস্বৰূপ ৰসৰ উৎকৰ্ষ সাধন কৰে। সেই বাবে গুণ আদিক কাব্যৰ উৎকৰ্ষসাধক বোলা হয়।

কাব্যত যদিও গুণসমূহ ৰসৰহে ধৰ্ম্ম, তথাপি গুণ শব্দ ইয়াত ৰসাভিব্যঞ্জক শব্দ আৰু অৰ্থত লাক্ষণিক ভাবে প্ৰয়োগ কৰা হৈছে। সেই কাৰণেই গুণাভিব্যঞ্জক শব্দ ৰসৰ উৎকৰ্ষ সাধক বুলি প্ৰথমে কোৱা হৈছে। গুণৰ বিশেষ উদাহৰণ পিছত দিয়া হৈছে।

শ্ৰীবিৰাজিত নাৰায়ণৰ চৰণাৰবিন্দৰ ভ্ৰমৰ, সাহিত্যৰূপ অৰ্ণবৰ কৰ্ণধাৰ, ধ্বনিস্থাপনমাৰ্গৰ আচাৰ্য্যশ্ৰেষ্ঠ কবিৰ মনোৰম উক্তিসমূহৰ ৰত্নাকৰ, অষ্টাদশ ভাষা-বাৰবিলাসিনীৰ সহচৰ সান্ধি-বিগ্ৰহিক, মহাপাত্ৰ শ্ৰীবিশ্বনাথ কবিৰাজৰ ৰচিত সাহিত্য দৰ্পণত কাব্যৰ স্বৰূপ নিৰ্ণয় নামৰ প্ৰথম পৰিচ্ছেদ।

## ॥ দ্বিতীয় পৰিচ্ছেদ ॥

বাক্যৰ স্বৰূপ কোৱা হৈছে—

যোগ্যতা, আকাংক্ষা আৰু আসত্তিযুক্ত পদসমষ্টিয়েই বাক্য। ১

বাক্যস্থ পদসমূহৰ অৰ্থৰ পৰস্পৰ সম্বন্ধ হোৱাত একো বাধা নথকাটোৱেই যোগ্যতা। অৰ্থৰ অন্বয় যোগ্যতা নথকা পদসমূহকো বাক্য বুলি স্বীকাৰ কৰিলে--জুইৰে গা ধুইছে, এই কেইটা পদো এটা বাক্য হ'ব। পদৰ অৰ্থৰপৰা উদ্ভৱ হোৱা পদান্তৰ শ্ৰৱণৰ অভিলাষৰ অভাৱ নোহোৱাই আকাংক্ষা। আকাংক্ষা হ'ল শুনোতাৰ জিজ্ঞাসা স্বৰূপ। পৰস্পৰ নিৰাকাংক্ষ পদসমষ্টিকো বাক্যৰূপে গ্ৰহণ কৰিলে 'গৰু ঘোঁৰা মানুহ হাতী' এনে পদসমষ্টিকো বাক্য বুলি ধৰিব লাগিব।

আসত্তি হ'ল জ্ঞানৰ বিচ্ছেদ নোহোৱাটো। জ্ঞানৰ বিচ্ছেদ থকা অৱস্থাতো বাক্য বুলি ধৰিলে, এতিয়া উচ্চাৰণ কৰা 'দেৱদত্ত' শব্দৰ অন্য এদিন উচ্চাৰণ কৰা 'গৈছে' এই শব্দৰ সৈতে সঙ্গতি হ'ব বুলি ক'ব লাগিব।

ইয়াত আকাংক্ষা ( শ্ৰোতাৰ ) আত্মাৰ ধৰ্ম্ম আৰু যোগ্যতা পদৰ অৰ্থৰ ধৰ্ম্ম, তথাপি লাক্ষণিকভাবে আকাংক্ষা আৰু যোগ্যতাক পদসমষ্টিৰ ধৰ্ম্ম বোলা হৈছে।

[ এটা বাক্য হবলৈ পদৰ অৰ্থৰ পৰস্পৰ অন্বয় যোগ্যতা থাকিব লাগে, এটা পদ শুনাৰ পিছত অন্য পদ শুনাৰ আকাংক্ষাও থাকিব লাগে, পদসমষ্টিৰ উচ্চাৰণত সময়ৰ অন্য প্ৰকাৰ ব্যৱধান থাকিব নালাগে -তেতিয়া পদসমষ্টিক বাক্য বোলা হয়।

এটা পদ শুনাৰ পিছত অন্য পদ শ্ৰৱণৰ যি আকাংক্ষা, সি শ্ৰোতাৰ আত্মানিষ্ঠ, গতিকে আত্মাৰ ধৰ্ম্ম। আকৌ পদৰ অৰ্থৰ পৰস্পৰ অন্বয় হ'ব পৰাৰ যোগ্যতা পদৰ অৰ্থৰ হে ধৰ্ম্ম, পদৰ নহয় ; তথাপি আকাংক্ষা আৰু যোগ্যতাক যে পদৰ ধৰ্ম্ম বোলা হৈছে—গৌণভাৱেহে পদৰ ধৰ্ম্ম বোলা হৈছে। ]

বাক্যৰ সমূহেই মহাবাক্য। ২

মহাবাক্যতো যোগ্যতা, আকাংক্ষা আৰু আসত্তি থাকিব লাগিব। এইদৰে বাক্য দুবিধ— বাক্য আৰু মহাবাক্য। ৩

তন্ত্ৰবাৰ্ত্তিকত (১) উক্ত আছে—

---

(১) কুমাৰিল ভট্টৰ শাবৰৰ ভাষ্যৰ টীকা।

'যদিও প্ৰত্যেক বাক্যৰে নিজৰ অৰ্থ জ্ঞাপন কৰাৰ পিছত আকাংক্ষাৰ বিৰাম হয় আৰু প্ৰয়োজনো শেষ হয়, তথাপি অঙ্গাঙ্গিভাৱৰ প্ৰয়োজনত বহুত বাক্য লগ-লাগি আকৌ এক মহা বাক্য হয়।'

[ এটা বাক্যত থকা পদসমূহে কোনো এটা নিৰ্দ্দিষ্ট অৰ্থ বুজোৱাৰ পিছত পদ সমূহৰ প্ৰয়োজন শেষ হৈ যায়। কিন্তু তেনে বাক্য কেতিয়াবা অঙ্গী অৰ্থাৎ প্ৰধান আৰু কেতিয়াবা অঙ্গ অৰ্থাৎ গৌণ হৈ থাকে। অঙ্গী কেতিয়াবা অঙ্গ সাপেক্ষ আৰু অঙ্গও কেতিয়াবা অঙ্গী সাপেক্ষ হয়। গতিকে অঙ্গাঙ্গিভাৱ থকা বাক্যসমূহ লগ লাগি মহাবাক্য হয়। ]

বাক্যৰ উদাহৰণ যেনে শোৱনী ঘৰ শূন্য দেখি··· ইত্যাদি।

মহাবাক্য যেনে—মহভাৰত, ৰামায়ণ ৰঘুবংশ আদি।

পদসমষ্টিকে বাক্য বোলা হয়। গতিকে পদৰ লক্ষণনো কি কোৱা হৈছে—

প্ৰয়োগযোগ্য, অনন্বিত আৰু একাৰ্থবোধক বৰ্ণসমূহেই পদ। ৪। যেনে—ঘট। 'প্ৰয়োগযোগ্য' এই বিশেষণৰদ্বাৰা কেৱল প্ৰাতিপাদিক যে পদ হ'ব নোৱাৰে তাকে কোৱা হৈছে। [ শব্দ আৰু ধাতুক প্ৰাতিপদিক বোলা হয়। কেৱল প্ৰাতিপদিকৰ বাক্যত ব্যৱহাৰ নহয়, প্ৰাতিপদিকৰ পিছত বিভক্তি যোগ হ'লেহে প্ৰয়োগযোগ্য হয়। ] 'অনন্বিত' এই বিশেষণদ্বাৰা বাক্য আৰু মহাবাক্যৰ পদসম্ভাৱনা দূৰ কৰা হৈছে। [ বাক্য আৰু মহাবাক্যত থকা পদ সমূহ পৰস্পৰ অন্বিত, গতিকে অন্য পদৰ সৈতে অনন্বিত বুলি কোৱা হৈছে। ] 'একাৰ্থবোধক' বিশেষণৰদ্বাৰা আকাংক্ষাযুক্ত পদসমূহ আৰু বাক্যসমূহ যে পদ নহয় তাকে কোৱা হৈছে।

[ কেবাটা পদ আৰু বাক্য সাকাংক্ষ হ'লেও সেইবিলাকে বহুত অৰ্থ বুজায়, এটা অৰ্থ নুবুজায়; গতিকে সেইবিলাক পদ নহয়। ]

অৰ্থবোধক বুলি কোৱাত নিৰৰ্থক 'ক-চ-ট-ত-প' আদিৰ পদসম্ভাৱনা আঁতৰিল। বৰ্ণসমূহ মানে বৰ্ণসমূহ হবই লাগিব বুলি কোৱাটো উদ্দেশ্য নহয়।

[ অৰ্থাৎ বৰ্ণসমূহ ( বৰ্ণাঃ ) যদি বিবক্ষিত হ'লহেতেন, তেনেহ'লে বস্তুত বৰ্ণ লগ লাগিহে পদ হ'লহেতেন ; কিন্তু এটা বৰ্ণও পদ হয়। গতিকে বৰ্ণসমূহ ( বৰ্ণাঃ ) বুলি বৰ্ণসমূহৰ কথা কোৱা নাই। ]

অৰ্থ তিনিবিধ

বাচ্য অৰ্থ, লক্ষ্য অৰ্থ আৰু ব্যঙ্গ অৰ্থ—এই তিনিবিধ অৰ্থ। ৫। এই বিলাকৰ স্বৰূপ কোৱা হৈছে—

বাচ্য অৰ্থ অভিধা শক্তিয়ে, লাক্ষণিক অৰ্থ লক্ষণা শক্তিয়ে আৰু ব্যঙ্গাৰ্থ ব্যঞ্জনা শক্তিয়ে বুজায়। গতিকে শব্দৰ শক্তি তিনি প্ৰকাৰ। ৬।

অভিধা শক্তি ঃ এই তিনিবিধ শক্তিৰ ভিতৰত সেয়ে অভিধা শক্তি যি শক্তিয়ে শব্দৰ সঙ্কেতিত ( প্ৰসিদ্ধ ) অৰ্থ বুজায় ; সেই কাৰণেই এই শক্তিক শব্দৰ প্ৰথম বা মুখ্য শক্তি বোলা হয়।

সঙ্কেত গ্ৰহণ কেনেকৈ হয় ?

বৃদ্ধই যুৱকক ক'লে—গৰু আনা। তাকে শুনি যুৱকে গৰু আনিলে। বৃদ্ধৰ সেই কথা শুনাৰ পিছত যুৱকক গৰু অনা কাৰ্য্যত নিযুক্ত দেখি শিশুৱে প্ৰথমে সমগ্ৰভাৱে ইয়াকে বুজে যে "গৰু আনা" এই বাক্যৰ অৰ্থ গলধাপৰি থকা প্ৰাণী বিশেষৰ আনয়ন। ( কোনটো শব্দৰ কি অৰ্থ সেইটো নুবুজে, বুজে মাথোঁ কাৰ্য্য দেখি গোটেই বাক্যটোৰ অৰ্থ। )

তাৰ পিছত "গৰু বান্ধা" "ঘোঁৰাটো আনা" ইত্যাদি বাক্য শুনি আৰু সেই সেই বাক্যৰ পিছত সেই সেই কাৰ্য্য দেখি আবাপ-উদ্বাপৰদ্বাৰা ( যোগ-বিয়োগ ) গৰু শব্দৰ অৰ্থ গলধাপৰি থকা প্ৰাণীবিশেষ আৰু আনা শব্দৰ অৰ্থ আহৰণ—এনে সঙ্কেত শিশুৱে সেই সেই শব্দত গ্ৰহণ কৰে।

[ "গৰু আনা" "গৰু বান্ধা" এই দুয়োটা বাক্যৰ আনা আৰু বান্ধা শব্দ দুটা বাদ দিলে দুয়োটা বাক্যতে গৰু শব্দটো থাকি যায়। সেই দুটা বাক্যৰ পিছত শিশুৱে ক্ৰমে গৰুৰ আনয়ন আৰু বন্ধন কাৰ্য্য দেখে ; গতিকে আনয়ন-বন্ধন উভয় কাৰ্য্যৰ সাধাৰণ কৰ্ম্ম গৰু শব্দৰ অৰ্থ গলধাপৰি বিশিষ্ট প্ৰাণী বুলি বুজে। অৰ্থাৎ

'গৰু' এই শব্দৰ সঙ্কেত গলচাপৰিবিশিষ্ট প্ৰাণীত প্ৰযুক্ত। শব্দ হ'ল সঙ্কেত, সেই সঙ্কেতে বুজোৱা বস্তু বা অৰ্থ সঙ্কেতিত।

সেই দৰে "গৰু আনা" "ঘোঁৰা আনা" এই দুয়োটা বাক্যৰপৰা গৰু আৰু ঘোঁৰা বাদ দিলে উভয় বাক্য-সাধাৰণ 'আনা' শব্দ থাকে আৰু আনা শব্দৰ অনুগত আনয়ন কাৰ্য্য দেখে। তেতিয়া আনা শব্দৰ সঙ্কেত আনয়ন কাৰ্য্য বুলি বুজে। তাৰ পিছত "গৰু আনা", "ঘোঁৰা আনা" আদি বাক্যৰ প্ৰত্যেক শব্দৰ অৰ্থ বুজে। গতিকে শব্দৰ সঙ্কেত গ্ৰহণ বৃদ্ধ ব্যবহাৰৰপৰা হয়। ]

কেতিয়াবা আকৌ জ্ঞানীজনৰ উপদেশৰপৰা শব্দৰ সঙ্কেত গ্ৰহণ হয়। যেনে—ইয়াক ঘোঁৰা বোলে, ঘোঁৰা শব্দই ইয়াকে বুজায় ইত্যাদি।

এনে উপায়েৰে জানিব পৰা সঙ্কেতিত অৰ্থ বুজোৱা শব্দৰ শক্তিৰ নামেই অভিধা শক্তি। শব্দ আৰু শব্দৰ অভিধেয়ৰ ( অৰ্থৰ ) মাজত অন্য কোনো প্ৰকাৰ শব্দশক্তিয়ে ব্যৱধান নকৰে বাবেই শব্দৰ এই শক্তিক অভিধা শক্তি বা মুখ্য শক্তি বোলা হয়। অৰ্থাৎ শব্দ আৰু অৰ্থৰ মাজত থকা সাক্ষাত সম্বন্ধই অভিধা শক্তি।

সঙ্কেত গ্ৰহণৰ ক্ষেত্ৰ চাৰি প্ৰকাৰ—

জাতি, দ্ৰব্য, গুণ আৰু ক্ৰিয়াত সঙ্কেত গ্ৰহণ হয়। ৮।

গৰু আদি ব্যক্তিত গোত্ব আদি জাতি। গুণ নিত্য বস্তুধৰ্ম্ম, যি সজাতীয় বস্তুসমূহৰ ভিতৰত এটাৰপৰা আনটো পৃথক কৰি দেখুৱায়। যেনে—শুক্ল আদি গুণ। ( এই শুক্ল আদি গুণ নিত্য বস্তুধৰ্ম্ম আৰু বস্তুব্যক্তিত সমৱেত হৈ থাকে। ) শুক্ল গুণে বগা গৰুক সজাতীয় ক'লা গৰু আদিৰপৰা বেলেগ কৰি দেখুৱায়। এটা বস্তু বুজোৱা হৰিহৰ, ডিত্থ, ডবিত্থ আদিয়েই বস্তু। ক্ৰিয়া হ'ল এনেকুৱা বস্তুধৰ্ম্ম, যি সিদ্ধ নহয়, কিন্তু সাধ্যহে। যেনে—পাক আদি। পাক আদি অৰ্থাৎ বিভিন্ন প্ৰক্ৰিয়াৰদ্বাৰা যাক সাধন কৰিব লাগে। পাক আদি ক্ৰিয়াত অধিশ্ৰয়ণৰ ( চৌকাৰ ওপৰত পাত্ৰ তোলা ) পৰা অৱশ্ৰয়ণলৈকে ( চৌকাৰপৰা পাত্ৰ নমোৱা ) পূৰ্ব্বাপৰ সকলো কাৰ্য্যকলাপকে পাক শব্দৰদ্বাৰা বুজোওৱা হৈছে।

**জাতি-দ্ৰব্য-গুণ আৰু ক্ৰিয়াৰ প্ৰত্যেক ব্যক্তিৰ উপাধিতহে শব্দৰ সঙ্কেত গ্ৰহণ হয়, প্ৰতি ব্যক্তিত নহয়; প্ৰতি ব্যক্তিত শব্দৰ সঙ্কেত গ্ৰহণ হলে আনন্ত্য আৰু ব্যভিচাৰ দোষ ঘটিব।**

[ ব্যক্তিত শক্তিগ্ৰহণ যুক্তিযুক্ত নহয়। গো এটা মাত্ৰ শব্দ, কিন্তু প্ৰকৃততে গোব্যক্তি অনেক। গতিকে গো শব্দৰদ্বাৰা কেৱল চকুৰ আগত থকা গো ব্যক্তিত শক্তি গ্ৰহণ হয় বুলি ক'লে, গো শব্দৰদ্বাৰা কেৱল এটা গৰুকহে বুজা যাব। এনে স্থলত সংসাৰৰ অনন্ত গোব্যক্তিত একে প্ৰক্ৰিয়াৰে প্ৰত্যেক গোব্যক্তিৰ বাবে সঙ্কেত গ্ৰহণ অনিবাৰ্য্য হৈ পৰে। এয়ে আনন্ত্য দোষ।

আকৌ যদি কোৱা হয়, প্ৰত্যক্ষ গোব্যক্তিত হোৱা গো শব্দৰ সঙ্কেত গ্ৰহণৰদ্বাৰা সমগ্ৰ গোব্যক্তি গো শব্দৰ অভিধেয় বুলি ধৰা হয়, তেতিয়া সঙ্কেত গ্ৰহণ নোহোৱা গোব্যক্তিও গো শব্দৰ অভিধেয় হৈ পৰিব। সেয়ে হ'লে, সঙ্কেতে সঙ্কেতিত ব্যক্তিৰ উপৰিও অসঙ্কেতিত ব্যক্তিক আশ্ৰয় কৰা বাবে ব্যভিচাৰ দোষ হয়।

ব্যক্তিত শক্তিগ্ৰহণত অনন্ত্য আৰু ব্যভিচাৰ এই দুটা দোষ জন্মে, গতিকে ব্যক্তিত শক্তিগ্ৰহণ নহয়। অৰ্থাৎ গো শব্দৰ সঙ্কেত গ্ৰহণ গোব্যক্তিৰ উপাধিতহে হয়। যি ধৰ্ম্মই এটা বস্তুক অন্যৰপৰা বেলেগ কৰি ৰাখে, সেয়ে উপাধি। গোত্ব গোব্যক্তিৰ উপাধি। ]

**লক্ষণা শক্তি ঃ**

**বাক্যস্থ পদসমূহৰ মুখ্যাৰ্থ বাধিত বা অনুপপন্ন হলে, ৰুঢ়ি (প্ৰসিদ্ধ) বা কোনো বিশিষ্ট প্ৰয়োজন সিদ্ধিৰ বাবে অন্য যি শক্তিৰদ্বাৰা মুখ্যাৰ্থৰ সৈতে সংযুক্ত অন্য এটা অৰ্থৰ বোধ জন্মে, শব্দৰ এনে অৰ্থবোধিকা শক্তিকে লক্ষণা বোলা হয়। ৮।**

[ শব্দৰ অভিধা শক্তিয়ে মুখ্য অৰ্থ বুজায়, যদি কিবা কাৰণত মুখ্যাৰ্থবোধত বাধা জন্মে, তেতিয়া শব্দৰ লাক্ষণিক অৰ্থ গ্ৰহণ কৰা হয়। লাক্ষণিক অৰ্থটোৰ কিবা নহয় কিবা প্ৰকাৰে মুখ্য অৰ্থৰ সৈতে সম্বন্ধ থাকিব লাগিব। লাক্ষণিক অৰ্থবোধৰ মূলতে শব্দৰ তেনে প্ৰয়োগ প্ৰসিদ্ধ (ৰুঢ়ি) হ'ব লাগিব, নাইবা বিশিষ্ট প্ৰয়োজন সিদ্ধিৰ উদ্দেশ্য তাত থাকিব লাগিব। ]

কলিঙ্গ সাহসী। কলিঙ্গ শব্দই দেশবিশেষক বুজায় ; কিন্তু এই উদাহৰণত, কলিঙ্গ শব্দৰ প্ৰয়োগ দেশবিশেষৰূপ মুখ্যাৰ্থত সম্ভৱ হোৱা নাই।

গতিকে শব্দৰ যি শক্তিয়ে এই উদাহৰণত কলিঙ্গ দেশৰ সৈতে সম্পৰ্কিত কলিঙ্গ দেশবাসী পুৰুষক বুজাইছে, সেয়ে লক্ষণা শক্তি।

আকৌ সেই একে দৰেই, 'গঙ্গাত গুৱালৰ গাঁও আছে' এই উদাহৰণতো লক্ষণা হৈছে। গঙ্গা শব্দৰ অৰ্থ জলময় গঙ্গাৰ প্ৰৱাহ ; কিন্তু ওপৰৰ উদাহৰণত সেই মুখ্য অৰ্থত গঙ্গা শব্দৰ প্ৰয়োগ সম্ভৱ হোৱা নাই ; সেই কাৰণে শব্দৰ যি শক্তিয়ে গঙ্গাৰ সামীপ্য আদি সম্বন্ধেৰে সম্পৰ্কিত গঙ্গাৰ পাৰ বুজাইছে, সেয়ে লক্ষণা শক্তি।

শব্দৰ এই শক্তি স্বাভাৱিক শক্তিতকৈ বেলেগ শক্তি ; ই ঈশ্বৰে শব্দত উদ্ভাৱন কৰা শক্তি নহয়। প্ৰয়োজন সিদ্ধিৰ বাবে মানুহে শব্দত আৰোপ কৰা শক্তিমাত্ৰ।

প্ৰথম উদাহৰণত লক্ষণাৰ কাৰণ ৰুঢ়ি অৰ্থাৎ প্ৰসিদ্ধি।

[ কেৱল দেশৰ নামেৰে দেশৰ অধিবাসীৰ উল্লেখ প্ৰচলিত ৰীতি আৰু সাহিত্য-প্ৰসিদ্ধ। গতিকে ৰুঢ়ি লক্ষণা। ]

দ্বিতীয় উদাহৰণত, 'গঙ্গাৰ পাৰত গুৱালৰ গাঁও আছে' এই দৰে ক'লে প্ৰতিপন্ন নোহোৱা শীতলতা আৰু পৱিত্ৰতাৰ আতিশয্য' বুজোৱাই লক্ষণাৰ প্ৰয়োজন।

কাৰণ নোহোৱাকৈ লক্ষণা হ'লে যি কোনো সম্বন্ধতে লক্ষণা হোৱাৰ সম্ভাৱনা থাকে ; গতিকে লক্ষণাৰ কাৰণ ৰুঢ়ি বা প্ৰয়োজন বুলি কোৱা হৈছে।

[ গঙ্গাৰ পাৰত গুৱালৰ গাঁও আছে বুলি ক'লে গঙ্গাৰ শীতলতা আৰু পৱিত্ৰতা বোধ নজন্মে। কিয়নো এই দুটা গুণ গঙ্গাৰ জল প্ৰৱাহতহে আছে। কিন্তু গঙ্গাত গুৱালৰ গাঁও আছে বুলি কৈ ইয়াকে বুজোৱা হৈছে যে, গঙ্গাৰ পাৰত গুৱালবিলাক য'ত আছে, সেই ঠাইখন অতিশয় পৱিত্ৰ আৰু শীতল। এই

প্ৰয়োজন সিদ্ধিৰ বাবেই গঙ্গাৰ পাৰত গুৱালৰ গাঁও বুলি নকৈ, গঙ্গাত গুৱালৰ গাঁও বুলি কোৱা হৈছে। প্ৰয়োজনেই ইয়াত লক্ষণাৰ কাৰণ।

ৰূঢ়ি বা প্ৰয়োজন—এই দুটা কাৰণৰ এটাও নোহোৱাকৈ মুখ্যাৰ্থৰ সৈতে যি কোনো প্ৰকাৰে সম্পৰ্ক আছে বুলিয়েই যদি লক্ষণাৰ আশ্ৰয় লোৱা হয়, তেনেহ'লে নানা প্ৰকাৰে অৰ্থ হোৱাৰ সম্ভাৱনা আৰু বিভ্ৰান্তিৰো অৱকাশ আছে। তাকে দূৰ কৰিবলৈ ৰূঢ়ি বা প্ৰয়োজন—এই দুটাৰ যি কোনো এটা কাৰণ থাকিব লাগে বুলি কোৱা হৈছে।]

কোনো কোনোৱে 'কাৰ্য্যত কুশল' (১) এই বাক্যটো ৰূঢ়িৰ উদাহৰণ-ৰূপে গ্ৰহণ কৰে। তেওঁলোকৰ অভিপ্ৰায় এনে—কুশ কাটে যি (কুশান্ লাতি ইতি) এই ব্যুৎপত্তিৰপৰা কুশল শব্দৰ মুখ্য অৰ্থ কুশ কাটোঁতা; কিন্তু এই বাক্যত কুশল শব্দৰ প্ৰয়োগ মুখ্য অৰ্থত অসম্ভৱ হোৱা হেতুকে, বিবেচকতা আদি সাধৰ্ম্ম্য সম্বন্ধেৰে সম্বন্ধিত দক্ষ (নিপুণ) ৰূপ লাক্ষণিক অৰ্থ বুজাইছে। কিন্তু আন বহুতে এই কথা মানি নলয়। কিয়নো ব্যুৎপত্তিৰপৰা কুশল শব্দৰ মুখ্যাৰ্থ কুশকাটোঁতা হ'লেও, প্ৰকৃততে কুশল শব্দৰ মুখ্য অৰ্থ দক্ষ বা নিপুণ। শব্দৰ ব্যুৎপত্তিগত অৰ্থ একপ্ৰকাৰ আৰু প্ৰয়োগগত অৰ্থ অন্যপ্ৰকাৰ। সেয়ে নহৈ শব্দৰ ব্যুৎপত্তিগত অৰ্থকে মুখ্য অৰ্থ বুলি স্বীকাৰ কৰিব লগা হ'লে, 'গৰু শুইছে' (গৌঃ শেতে) এই বাক্যতো লক্ষণা হ'ব লাগিব। কিয়নো গম্ ধাতুৰ পিছত ড প্ৰত্যয় যোগ হৈ (গমের্ডোঃ—উনাদি ২।২৭) নিষ্পন্ন হোৱা গো শব্দৰ অৰ্থ গমনকাৰী অৰ্থাৎ যি যায়; গতিকে গো শব্দৰ প্ৰয়োগ শয়নকালত হ'ব নোৱাৰিলেহেঁতেন।

[কুশল শব্দৰ কুশগ্ৰাহী ৰূপ মুখ্য অৰ্থ আৰু দক্ষ বা নিপুণ এই লাক্ষণিক অৰ্থৰ সাধৰ্ম্ম্য সম্বন্ধ আছে। কুশগ্ৰাহী লোকৰ যেনে বিবেচনাৰ প্ৰয়োজন, তেনে বিচাৰবুদ্ধি আৰু বিবেচনাৰে অন্য কাৰ্য্যও সুচাৰুৰূপে সম্পন্ন কৰিব পাৰি। গতিকে ইয়াত কুশল শব্দৰ মুখ্যাৰ্থৰ সৈতে লাক্ষণিক অৰ্থৰ সাধৰ্ম্ম্য সম্বন্ধ আছে।

প্ৰকৃতি-প্ৰত্যয় বিভাগ কৰি শব্দৰপৰা পোৱা অৰ্থ আৰু শব্দৰ প্ৰয়োগগত

(১) মম্মট ভট্ট

অৰ্থ একে নহয়, বেলেগ। গতিকে কেৱল ব্যুৎপত্তিগত অৰ্থই মুখ্যাৰ্থ নহয়, প্ৰয়োগ অনুসাৰে হোৱা অৰ্থও মুখ্যাৰ্থৰূপে পৰিগণনীয়। ]

লক্ষণাৰ বিভাগবিলাকৰ কথা কোৱা হৈছে—

> বাক্যৰ সামগ্ৰিক অৰ্থৰ বিষয়ত মুখ্য অৰ্থৰ অন্বয় সিদ্ধিৰ বাবে শব্দৰ যি শক্তিৰদ্বাৰা মুখ্য অৰ্থৰ সম্পূৰ্ণ পৰিত্যাগ নোহোৱাকৈ মুখ্যাৰ্থ ভিন্ন অন্য অৰ্থৰ প্ৰতীতি জন্মে, এনে ক্ষেত্ৰত মুখ্যাৰ্থৰো উপাদান থাকে বাবে এই লক্ষণাক উপাদান লক্ষণা বোলা হয়। ৯।

ৰূঢ়ি উপাদান লক্ষণা,—বগাটো দৌৰি গৈছে।

প্ৰয়োজন উপাদান লক্ষণা—যাঠীবিলাকে প্ৰৱেশ কৰিছে।

এই উদাহৰণ দুটাৰ বগা আৰু যাঠী দুয়োটাই অচেতন পদাৰ্থ হোৱা বাবে, কেৱল বগা আৰু যাঠীৰ গমন আৰু প্ৰৱেশ ক্ৰিয়াত কৰ্ত্তাৰূপে অন্বয় যোগ্যতা নাই। ঈপ্সিত অন্বয় সিদ্ধিৰ বাবে বগা শব্দৰ নিজৰ মুখ্যাৰ্থৰ সৈতে অবিচ্ছেদ্য সম্বন্ধ থকা ঘোঁৰা আৰু যাঠী শব্দৰ মুখ্যাৰ্থৰ সৈতে অবিচ্ছেদ্য সম্বন্ধ থকা পুৰুষ ( যাঠীলোৱা পুৰুষ ) আদি আক্ষিপ্ত হৈছে।

এই দুটা উদাহৰণৰ ভিতৰত প্ৰথম উদাহৰণ 'বগাটো দৌৰি গৈছে', ইয়াত লক্ষণাৰ কোনো প্ৰয়োজন নাই বাবে ৰূঢ়ি-উপাদান লক্ষণা আৰু পিছৰ উদাহৰণত যাঠীবিলাকৰ গহনত্ব বুজোৱাৰ প্ৰয়োজন থকা বাবে প্ৰয়োজন উপাদান লক্ষণা।

[ বগাটো দৌৰি গৈছে—এনেকৈ কোৱাত কোনো বিশেষ প্ৰয়োজন সিদ্ধিৰ উদ্দেশ্য নাই; বগা ঘোঁৰাটো নুবুলি বগাটো বুলি কোৱাটো প্ৰসিদ্ধ বাক্যৰীতি। যাঠীবোৰে প্ৰৱেশ কৰিছে বোলাত সীমা-সংখ্যা নোহোৱা যাঠী লোৱা মানুহ আহিছে, অৰ্থাৎ যাঠীয়ে মানুহক ঢাকি পেলাইছে—এনে প্ৰয়োজন সিদ্ধিৰ উদ্দেশ্য নিহিত আছে। ]

এই লক্ষণাত মুখ্যাৰ্থৰ নিজৰে উপাদান আছে। আনহাতে লক্ষণ-লক্ষণাত মুখ্যাৰ্থৰ বাহিৰে অন্য অৰ্থৰ উপলক্ষণ হয়; —এয়ে উপাদান লক্ষণা আৰু লক্ষণ লক্ষণাৰ পাৰ্থক্য। প্ৰাচীন আচাৰ্য্যসকলে (১) উপাদান লক্ষণাকে অজহৎ স্বাৰ্থ লক্ষণা বোলে।

বাক্যাৰ্থৰ বিষয়ত, অন্য অৰ্থৰ অন্বয় সিদ্ধিৰ বাবে শব্দৰ নিজৰ মুখ্যাৰ্থৰ সম্পূৰ্ণ পৰিত্যাগ আৰু অন্য অৰ্থত নিজৰ অৰ্থৰ অৰ্পণ হ'লে, লক্ষণ-লক্ষণা হয়। যিহেতুকে এনে ক্ষেত্ৰত মুখ্যাৰ্থতকৈ স্বকীয়া অন্য অৰ্থ লক্ষিত হয়। ১০।

এই লক্ষণ-লক্ষণাও ৰূঢ়িমূলক আৰু প্ৰয়োজনমূলক হৈ দুবিধ।

যেনে, ৰূঢ়ি-লক্ষণ-লক্ষণা— কলিঙ্গ সাহসী।

প্ৰয়োজন-লক্ষণ-লক্ষণা— গঙ্গাত গুৱালৰ গাঁও আছে।

এই দুটা বাক্যত বাক্যৰ অৰ্থ ক্ৰমে 'কলিঙ্গ দেশবাসী পুৰুষ' আৰু 'গঙ্গাৰ পাৰ'—বাক্যৰ এনে অৰ্থসিদ্ধিৰ বাবে কলিঙ্গ আৰু গঙ্গা শব্দই অৰ্থ অৰ্পণ কৰিছে। নাইবা,

উপকৃতং বহু তত্ৰ কিমুচ্যতে সুজনতা প্ৰথিতা ভৱতা পৰম্।
ৱিদধদীদৃশমেৱ সদা সখে সুখিতমাস্ব ততঃ শৰদাং শতম্॥

(আপুনি বহুত উপকাৰ কৰিছে আৰু সৌজন্যও দেখুৱাইছে; সেই বিষয়ে ক'বলৈ আৰু কি বাকী আছে? হে বন্ধু, সদায় এনেকৈ উপকাৰ কৰিয়েই যেন, আপুনি এশ শৰৎ কাল সুখ ভোগ কৰি কটাব পাৰে।)

এই উদাহৰণত বাক্যৰ অৰ্থ অপকাৰ, বাক্যাৰ্থৰ সেই অন্বয় সিদ্ধিৰ বাবে উপকাৰ, সৌজন্য আদি শব্দই নিজৰ অৰ্থ পৰিত্যাগ কৰি অপকাৰ, দুৰ্জ্জনতা আদি অৰ্থত নিজক সমৰ্পণ কৰিছে। অপকাৰীৰ প্ৰতি উপকাৰ কৰা আদি শব্দ প্ৰয়োগ কৰা হৈছে, গতিকে মুখ্য অৰ্থত বাধা জন্মিছে। ইয়াত সম্বন্ধটো হৈছে বিপৰীত লক্ষণাক্ৰান্ত।

---

(১) আচাৰ্য্য মম্মট

[ উপকাৰ, সৌজন্য আদি শব্দই অপকাৰ, দুৰ্জ্জনতা আদি বিপৰীত অৰ্থ বুজাইছে । ]

এনে লক্ষণাৰ প্ৰয়োজন হৈছে, অপকাৰীৰ অপকাৰৰ আতিশয্য বুজোৱা। প্ৰাচীন আচাৰ্য্যসকলে ইয়াকে জহৎস্বাৰ্থ (১) লক্ষণা বোলে।

[ 'বগাটো দৌৰি গৈছে' বা 'যাঠীবিলাকে প্ৰবেশ কৰিছে ইয়াত বগা আৰু যাঠী শব্দৰ মুখ্যাৰ্থৰ সম্পূৰ্ণৰূপে পৰিত্যাগ হোৱা নাই, গতিকে অজহৎস্বাৰ্থ লক্ষণা। 'গঙ্গাত গুৱালৰ গাঁও আছে' ইয়াত গঙ্গা শব্দৰ জল প্ৰবাহৰূপ মুখ্যাৰ্থৰ পৰিত্যাগ হোৱাত জহৎস্বাৰ্থ লক্ষণা । ]

এইবিলাক লক্ষণাও আৰোপ আৰু অধ্যৱসান
ৰূপে দুভাগত বিভক্ত । ১১ ।

এইবিলাক, অৰ্থাৎ পূৰ্ব্বোক্ত চাৰি প্ৰকাৰ লক্ষণা ।

অনিগীৰ্ণ বিষয়ৰ মুখ্যাৰ্থৰ সৈতে অন্য অৰ্থৰ অভেদ
প্ৰতীতি জন্মালে হয় সৰোপা লক্ষণা, আৰু নিগীৰ্ণ
বিষয়ৰ সৈতে অন্য অৰ্থৰ অভেদ প্ৰতীতি জন্মালে
হয় সাধ্যৱসানা লক্ষণা । ১২ ।

সৰোপা লক্ষণাই বিষয়ীৰ অৰ্থাৎ লক্ষ্যাৰ্থৰ সৈতে অনিগীৰ্ণ বিষয়ৰ অভেদ বোধ জন্মায় । এয়ে ৰূপক অলঙ্কাৰৰো মূল ।

( অনিগীৰ্ণ বিষয়=মুখ্যভাৱে উপস্থাপিত অৰ্থ ।
নিগীৰ্ণ বিষয়=মুখ্যভাৱে অনুস্থাপিত, গৌণাৰ্থ । বিষয়ী=লক্ষ্যাৰ্থ । )

---

(১) নিজৰ অৰ্থ ( স্ব+অৰ্থ ) পৰিত্যাগ নকৰা উপাদান-লক্ষণাকে অজহৎ ( ন+জহৎ=পৰিত্যাগ নকৰা ) স্বাৰ্থ লক্ষণা বোলে। নিজৰ অৰ্থ পৰিত্যাগ কৰা লক্ষণ লক্ষণাক জহৎ স্বাৰ্থ লক্ষণা বোলা হয় । স্বাৰ্থ পৰিত্যাগ নকৰা আৰু স্বাৰ্থ পৰিত্যাগ কৰা এই ভেদৰ ওপৰত ভিত্তি কৰি উপাদান লক্ষণা আৰু লক্ষণ লক্ষণাৰ বিভাগ কৰা হৈছে ।

স্বাৰ্থত্যাগে সমানেঽপি সহ তেনান্যলক্ষণা ।
যথেয়মজহৎস্বাৰ্থা জহৎস্বাৰ্থা তু তং বিনা ॥

মল্লিনাথ ।

[ পৰস্পৰ বেলেগ দুটা বস্তুৰ সাদৃশ্যাতিশয়ৰ বাবে সামানাধিকৰণ্যৰদ্বাৰা অভেদবোধ জন্মে। তেতিয়া এটাৰ ওপৰত আনটো আৰোপ কৰা হয়। ইয়াকে অধ্যাৰোপ বোলে। অধ্যাৰোপ্য আৰু অধ্যাৰোপ বিষয়ৰ পৰস্পৰ ভেদ গোপন নকৰাকৈ, অধ্যাৰোপ্যৰ ওপৰত আৰোপ বিষয়ৰ আৰোপ হ'লেই সাৰোপা লক্ষণা হয়।

আৰোপ বিষয় আৰোপ্যমান বিষয়ত সম্পূৰ্ণ বিলীন হৈ থাকিলেই সাধ্যৱসানা লক্ষণা হয়। ]

সাৰোপা-ৰূঢ়ি-উপাদান লক্ষণা, যেনে—বগা ঘোঁৰাটো দৌৰিছে। ইয়াত বগা বৰণৰ ঘোঁৰা, এইটো বিষয় স্পষ্ট হৈ আছে আৰু নিজত ( সমবায় সম্বন্ধেৰে ) বগা গুণ থকা বাবে, ঘোঁৰা আৰু বগা গুণৰ অভেদ বোধ জন্মিছে।

[ 'বগা বৰণযুক্ত ঘোঁৰা' এই বুলি নকৈ, বগা ঘোঁৰা বুলি কোৱাটো প্ৰচলিত বাক্যৰীতি; গতিকে ৰূঢ়ি। বৰণ বিশেষ বাচক বগা শব্দৰ দৌৰা ক্ৰিয়াৰ সৈতে অন্বয় যোগ্যতা সম্পাদনৰ বাবে বগা শব্দই নিজৰ মুখ্যাৰ্থ পৰিত্যাগ নকৰাকৈয়ে নিজতকৈ বেলেগ বস্তু বগা বৰণযুক্ত প্ৰাণীক বুজাইছে। গতিকে উপাদাম। আকৌ, ঘোঁৰা ( বিষয় ) বগাৰূপ বিষয়ীৰদ্বাৰা ঢাক খাই থকা নাই; দুয়োটাৰে অভিন্ন প্ৰতীতি জন্মা বাবে সাৰোপা। ]

সাৰোপা-প্ৰয়োজন-উপাদান লক্ষণা, যেনে— এই যাঠীবিলাক প্ৰৱেশ কৰিছে। ইয়াত 'এই' সৰ্ব্বনামৰ সহায়ত যাঠী লোৱা পুৰুষ নিৰ্দ্দিষ্ট হোৱাত সাৰোপা হৈছে।

সাৰোপা-ৰূঢ়ি-লক্ষণ-লক্ষণা, যেনে— কলিঙ্গবাসী পুৰুষে যুদ্ধ কৰিছে। ইয়াত কলিঙ্গ আৰু পুৰুষৰ আধাৰ-আধেয় ভাৱ সম্বন্ধ।

সাৰোপা-প্ৰয়োজন-লক্ষণ-লক্ষণা, যেনে—ঘিঁৱেই আয়ুস। ঘিঁউ ইয়াত আয়ুসৰ কাৰণ আৰু আয়ুস কাৰ্য্য। কাৰণ স্বৰূপ ঘিঁউৰ কাৰ্য্য কাৰণ সম্বন্ধেৰে সম্বন্ধিত আয়ুসৰ সৈতে অভিন্ন বোধ হৈছে। ইয়াত প্ৰয়োজন হৈছে, অন্য পদাৰ্থতকৈ ঘিঁউৰ বিলক্ষণ আয়ুস দানৰ ক্ষমতা আৰু অব্যৰ্থতা বুজোৱা।

নাইবা, যেনেকৈ কোনো ৰাজপুৰুষ যোৱা দেখিলে কোৱা হয়, এয়া ৰজা গৈছে। ইয়াত স্ব-স্বামি-ভাৱ লক্ষণ সম্বন্ধ।

[ ৰজা, ৰাজপুৰুষজনৰ গৰাকী ; এয়ে ৰাজপুৰুষৰ সৈতে ৰজাৰ সম্বন্ধ। ]

নাইবা, হাতৰ আগটো বুজাবলৈ কোৱা হয়—এইটো হাত। ইয়াত অৱয়ব-অৱয়বিভাৱ লক্ষণ সম্বন্ধ।

[ হাতৰ আগটো অৱয়ব আৰু হাতটো অৱয়বী, এয়ে সম্বন্ধ। ]

নাইবা, যেতিয়া এজন ব্ৰাহ্মণলৈকো আঙুলিয়াই কোৱা হয়—

'এওঁ বাঢ়ৈ।' তেতিয়া তাৎকৰ্ম্ম্য লক্ষণ সম্বন্ধ।

[ মানুহ জন জাতিত ব্ৰাহ্মণ, কিন্তু তেওঁ বাঢ়ৈৰ কাম কৰে। গতিকে বাঢ়ৈ বুলি কোৱাত, তেওঁ কৰা কামৰ সৈতে তেওঁৰ সম্বন্ধ আছে। ]

নাইবা, যেতিয়া ইন্দ্ৰ পূজা কৰিবলৈ সজা স্তম্ভবোৰলৈ আঙুলিয়াই কোৱা হয়—এইবিলাক ইন্দ্ৰ, তেতিয়া তাদৰ্থ্য-লক্ষণ সম্বন্ধ। [ ইন্দ্ৰপূজাৰ নিমিত্তে, ( তৎ+অৰ্থ+ষ্ণ্য ), সজা স্তম্ভ, এয়ে সম্বন্ধ। ] এনেকৈ অন্যান্য উদাহৰণো দিব পাৰি। আকৌ, সাধ্যৱসানা লক্ষণাই অন্যৰ সৈতে নিগীৰ্ণ বিষয়ৰ অভেদ বোধ জন্মায়। [ বিষয়ীৰদ্বাৰা বিষয়ৰ প্ৰতীতি জন্মোৱাই অধ্যৱসান। ]

সাধ্যৱসানাৰ চাৰিপ্ৰকাৰ ভেদৰ উদাহৰণৰূপে আগতে উল্লেখ কৰা উদাহৰণবিলাককে ধৰিব লাগে। গতিকে, এইদৰে লক্ষণা আঠ প্ৰকাৰ। [ সাৰোপা চাৰি প্ৰকাৰ, সাধ্যসানা চাৰি প্ৰকাৰ। ]

এইবিলাক ( আঠ প্ৰকাৰ লক্ষণা ) আকৌ শুদ্ধা
আৰু গৌণী এই দুভাগত বিভক্ত হৈ ষোল প্ৰকাৰ
হয়। সাদৃশ্যৰ বাহিৰে অন্য সম্বন্ধ হ'লে শুদ্ধা
আৰু সাদৃশ্য সম্বন্ধ হ'লে গৌণী লক্ষণা হয়। ১৩।

'এইবিলাক' মানে আগতে কোৱা আঠ প্ৰকাৰ লক্ষণা। সাদৃশ্যৰ বাহিৰে অন্য সম্বন্ধ কথাষাৰেৰে কাৰ্য্যকাৰণ ভাৱ আদি সম্বন্ধ বুজোৱা হৈছে। ওপৰত দিয়া এটাইবোৰ উদাহৰণেই শুদ্ধাৰ উদাহৰণ।

সাৰোপা কটি উপাদান লক্ষণা গৌণী, যেনে— এই তেলবিলাক

হেমন্তত সুখদায়ক। এই উদাহৰণত তেল শব্দই তিলৰপৰা ওলোৱা এই মুখ্যাৰ্থক গ্ৰহণ কৰিয়েই সেই জাতীয় সৰিয়হ প্ৰভৃতিৰপৰা হোৱা স্নেহ পদাৰ্থত আৰোপিত হৈছে।

সাৰোপা-প্ৰয়োজন-উপাদান লক্ষণা গৌণী, যেনে— ৰাজকুমাৰ আৰু ৰাজকুমাৰৰ তুল্য লোকসকল যোৱা দেখিলে কোৱা হয়— এই ৰাজ-কুমাৰসকল গৈছে।

গৌণী-সাধ্যৱসানা-ৰূঢ়ি-উপাদান-লক্ষণা, যেনে—তেল হেমন্তত সুখদায়ক।

গৌণী-সাধ্যৱসানা-প্ৰযোজন-উপাদান-লক্ষণা, যেনে—ৰাজকুমাৰসকল গৈছে।

গৌণী-সাৰোপা ৰূঢ়ি লক্ষণ-লক্ষণা, যেনে—ৰজাই গৌৰেন্দ্ৰ কাঁইট উভালিছে।

গৌণী-সাৰোপা-প্ৰয়োজন-লক্ষণ-লক্ষণা, যেনে—বাহীকবিলাক (বাহীক দেশীয় মানুহ) গৰু। [কোনো মানুহৰ অতিশয় মূৰ্খতা বুজাবৰ বাবে]

গৌণী-সাধ্যৱসানা-ৰূঢ়ি-লক্ষণ-লক্ষণা. যেনে—ৰজাই কাঁইট উভালিছে।

গৌণী-সাধ্যৱসানা-প্ৰয়োজন-লক্ষণ-লক্ষণা, যেনে- গৰুৱে কথা কৈছে।

এই বিষয়ত ( বাহীকবিলাক গৰু ) কোনো কোনো আচাৰ্য্যই এইদৰে কয়—গৰুৰ গাত জড়তা, অপটুতা আদি গুণ আছে, ইয়াত সেইবিলাক লক্ষিত হৈছে। সেই গুণবিলাক গৰু শব্দই 'বাহীক' অৰ্থ বুজোৱাত নিমিত্ত স্বৰূপ হৈছে।

[ গৰু বুলি কওঁতে গৰু শব্দৰ সৈতে নিত্য-সংযুক্ত-ধৰ্ম্ম জড়তা, অপটুতাৰ উপস্থাপন হয় আৰু গৰু শব্দৰ লক্ষণা শক্তিয়ে সেইবিলাক গুণক বুজায়। গতিকে গো শব্দৰ অভিধা শক্তিয়েই বাহীকৰূপ অৰ্থ বুজাব পাৰে। যেনেকৈ গোত্ব গৰু শব্দৰ প্ৰবৃত্তি-নিমিত্ত, তেনেকৈ জড়তা, অপটুত্ৱ আদি গৰু শব্দৰ বাহীক অৰ্থত প্ৰবৃত্তি-নিমিত্ত। ]

এই মত যুক্তিযুক্ত নহয়। কিয়নো বাহীক অৰ্থত গৰু শব্দৰ কেতিয়াও সঙ্কেত গ্ৰহণ হোৱা নাই। সেই বাবে গৰু শব্দই সঙ্কেত

গ্ৰহণ নোহোৱা বাহীক অৰ্থৰ বোধ অভিধা বৃত্তিৰে জন্মাব নোৱাৰে, কেৱল গৰু শব্দৰ অৰ্থহে ( গোব্যক্তি ) বুজায়। যিহেতুকে, এটা অৰ্থ বুজোৱাৰ পিছত অভিধা বৃত্তিৰ বিৰতি ঘটে আৰু বিৰত অভিধা বৃত্তিৰ পুনৰ উপস্থিতিৰ সম্ভাৱনা নাথাকে।

[ গো শব্দৰ সঙ্কেত গ্ৰহণ কেৱল গোব্যক্তিত, সেই বাবে গো শব্দই অভিধা বৃত্তিৰে কেৱল গোব্যক্তিক হে বুজাব পাৰে, আৰু একোকে বুজাব নোৱাৰে। ]

অন্য কোনো কোনো আচাৰ্য্যই এইদৰে কয়ঃ- গৰু শব্দৰদ্বাৰা 'বাহীক' এই অৰ্থ অভিহিত নহয়, অৰ্থাৎ গৰু শব্দই অভিধা বৃত্তিৰে বাহীক অৰ্থ নুবুজায়, কিন্তু নিজৰ অৰ্থৰ ( গৰু শব্দৰ অৰ্থৰ ) লগত সমৱেত হৈ থকা গুণসমূহৰ সৈতে সাদৃশ্য থকা বাবে বাহীক শব্দৰ অন্তৰ্ভুক্ত গুণসমূহ লক্ষিত কৰে।

[ গৰুৰ জড়তা-অপটুতা আৰু বাহীকৰ জড়তা-অপটুতাৰ মাজত একান্ত সাধৰ্ম্য থকা বাবে "বাহীক গৰু" বুলি কওঁতে বাহীকৰ গাত থকা জড়তা আদি গুণ উপস্থাপিত কৰে। ]

আন বহুতে এই মত মানি নলয়। বাৰু, 'বাহীক গৰু' এই বাক্যত গৰু শব্দৰপৰা বাহীক অৰ্থৰ প্ৰতীতি হয়নে নহয়? যদি গৰু শব্দৰপৰা বাহীক অৰ্থৰ প্ৰতীতি হয়, তেনেহ'লে সেই প্ৰতীতি গৰু শব্দৰপৰা নে গৰু শব্দৰ সৈতে অবিচ্ছেদ্য ভাৱে থকা গুণসমূহৰপৰা? ইয়াৰ ভিতৰত প্ৰথমটো হব নোৱাৰে, অৰ্থাৎ গৰু শব্দৰপৰা বাহীক অৰ্থৰ প্ৰতীতি নজন্মে; কিয়নো বাহীক অৰ্থত গৰু শব্দৰ সঙ্কেত গ্ৰহণ হোৱা নাই। দ্বিতীয়টোও নহয়, অৰ্থাৎ গৰু শব্দৰ সৈতে অবিচ্ছেদ্য ভাৱে থকা গুণসমূহৰপৰাও বাহীক অৰ্থৰ প্ৰতীতি হব নোৱাৰে। যিহেতুকে শব্দৰ সৈতে অবিচ্ছেদ্য ভাৱে থকা অৰ্থৰ শব্দবিষয়ক অন্বয়বোধৰ মাজত প্ৰৱেশ অসম্ভৱ। 'শব্দবিষয়ক আকাংক্ষা শব্দৰদ্বাৰাহে পূৰণ হ'ব লাগে।'

দ্বিতীয় পক্ষও নহয়, অৰ্থাৎ গো শব্দৰপৰা বাহীক অৰ্থৰ বোধ নহয়,

এনেকৈয়ো ক'ব নোৱাৰি। কিয়নো, যদি গৰু শব্দৰপৰা বাহীক অৰ্থৰ প্ৰতীতি নহয়, তেন্তে গৰু শব্দৰ বাহীক শব্দৰ সৈতে সামানাধিকৰণ্য (দুয়োটা পদ একে বিভক্তিতে থকা আৰু দুয়োটাৰ পৰস্পৰ সম্পৰ্ক) সামঞ্জস্যহীন হৈ পৰে।

গতিকে, এই উদাহৰণত মুখ্য বৃত্তিৰদ্বাৰা গৰু শব্দৰ বাহীক শব্দৰ সৈতে অন্বয়-বোধ বাধিত হোৱাত, অজ্ঞতা প্ৰভৃতি সাধৰ্ম্ম্য সম্বন্ধৰদ্বাৰা বাহীক অৰ্থ লক্ষিত হৈছে। লক্ষণা বৃত্তিৰদ্বাৰা গৰু শব্দই বাহীক অৰ্থ বুজাইছে।

[শব্দৰ মুখ্যাৰ্থ আৰু লক্ষ্যাৰ্থৰ মাজত সাধৰ্ম্ম্য বা সাদৃশ্যৰূপ গুণৰ যোগ থকা বাবে গৌণী লক্ষণা বোলা হৈছে।]

আগৰ উদাহৰণত উপচাৰৰ মিশ্ৰণ নাই বাবে শুদ্ধা লক্ষণা। সম্পূৰ্ণ স্বকীয়া দুটা শব্দৰ মাজত থকা গুণগত একান্ত সাদৃশ্যৰ প্ৰভাৱত দুয়োটা পদাৰ্থৰ ভেদ প্ৰতীতি নাইকিয়া হোৱাকে উপচাৰ বা আৰোপ বোলা হয়। যেনে - অগ্নি-মানৱক। (ব্ৰহ্মচাৰী বালক অগ্নি)

কিন্তু 'বগা কাপোৰ' ইয়াত বগা আৰু কাপোৰৰ মাজত অত্যন্ত ভেদ প্ৰতীতিয়েই নাই। গতিকে এইবিলাক ক্ষেত্ৰত শুদ্ধা লক্ষণা।

[অগ্নি আৰু ব্ৰহ্মচাৰী বেলেগ পদাৰ্থ আৰু ভেদ প্ৰতীতি আছে কিন্তু তেজস্বিতা আদি গুণৰ সাধৰ্ম্ম্য থকাত বেলেগ বুলি বোধ নোহোৱা হৈছে। বগা আৰু কাপোৰ যদিও বেলেগ, তথাপি এটা গুণ আৰু আনটো দ্ৰব্য বাবে দুয়োটাৰ মাজত অত্যন্ত ভেদ প্ৰতীতি নাই; গতিকে এনে জাতীয় উদাহৰণত শুদ্ধা লক্ষণা।]

গূঢ় ব্যঙ্গ্য আৰু অগূঢ় ব্যঙ্গ্য অনুসাৰে প্ৰয়োজনমূলক
লক্ষণা আকৌ দুবিধ। ১৪।

ওপৰত যি আঠ প্ৰকাৰ প্ৰয়োজন-লক্ষণাৰ উল্লেখ কৰা হৈছে, প্ৰয়োজনৰূপ ব্যঙ্গ্যৰ গূঢ়তা আৰু অগূঢ়তা অনুসাৰে সেই আঠ বিধ লক্ষণা প্ৰত্যেকেই আকৌ দুবিধ হৈ লক্ষণা ষোল প্ৰকাৰ হৈছে।

গূঢ় ব্যঙ্গ্য আৰু অগূঢ় ব্যঙ্গ্যৰ ভিতৰত, যিবিলাক ব্যঙ্গ্য কেৱল কাব্যাৰ্থ পৰিশীলনত পৰিপক্ক বুদ্ধিৰ লোকেহে বুজিব পাৰে, সেয়ে গূঢ় ব্যঙ্গ্য।

যেনে—'আপুনি বহুত উপকাৰ কৰিছে' ইত্যাদি।

অতিশয় স্পষ্ট হৈ থকা বাবে সকলোৱে বুজিব পৰা ব্যঙ্গ্যই অগূঢ়ব্যঙ্গ্য। যেনে—যৌৱনমদেই যুৱতীক কলা-কৌশল শিকায়। ইয়াত 'শিকায়' এই শব্দৰদ্বাৰা প্ৰকাশ কৰে এই অৰ্থ লক্ষিত হৈছে। কলা-কৌশল বেছিকৈ প্ৰকাশ পাইছে বুলি কোৱাই বক্তাৰ অভিপ্ৰায়।

আকৌ, প্ৰয়োজন ধৰ্ম্মগত আৰু ধৰ্ম্মীগত হয়
বাবে এইবিলাক লক্ষণা প্ৰত্যেকেই দুবিধ। ১৫।

এই লক্ষণাবিলাক আকৌ ধৰ্ম্মীগত প্ৰয়োজন আৰু ধৰ্ম্মগত প্ৰয়োজন অনুসাৰে দ্বিধা বিভক্ত হৈ বত্ৰিশ প্ৰকাৰ হয়। দিগ্‌দৰ্শনৰূপে উদাহৰণ, যেনে—

স্নিগ্ধশ্যামল কান্তি লিপ্তৱিয়তো ৱেল্লদ্বলাকাঘনা
ৱাতাঃ শীকৰিণঃ পয়োদ সুহৃদামানন্দকেকাঃ কলাঃ।
কামং সন্তু দৃঢ়ং কঠোৰহৃদয়ো ৰামোঽস্মি সৰ্ব্বং সহে
ৱৈদেহী তু কথং ভৱিষ্যতি হহা হা দেৱি ধীৰা ভৱ॥

( স্নিগ্ধশ্যামল কান্তি'ৰে লিপ্ত অকাশ, উৰিফুৰা বকপংক্তিৰে সুশোভিত মেঘমালা, সেমেকা বতাহ, মেঘৰ সুহৃদ্ ময়ূৰৰ আনন্দমুখৰ কেকা ৰৱ,—এইবিলাক যিমান বেছি হয়, হওক। মই দৃঢ় মনৰ কাঠচিতীয়া ৰাম, মই সকলো সহিব পাৰিম। কিন্তু হায় হায়, বৈদেহীৰ কি হ'ব? হে দেৱী, তুমি ধৈৰ্য্য ধৰাঁ। )

এই উদাহৰণত অত্যন্ত দুখসহিষ্ণু ৰাম লক্ষ্যাৰ্থ আৰু ধৰ্ম্মী, তেওঁৰে দুখসহিষ্ণুতাৰ আতিশয্য বুজোৱাই হৈছে প্ৰয়োজন।

[ ৰাম শব্দৰ বাচ্যাৰ্থ বা মুখ্যাৰ্থ দশৰথৰ পুত্ৰ; কিন্তু 'মই ৰাম' এনে প্ৰয়োগে তাতকৈ অনেক বেছি অৰ্থ বুজাইছে। ৰামে ইতিপূৰ্ব্বে ৰাজ্যৰপৰা বঞ্চিত হোৱা, বনবাস, পিতৃবিয়োগ আদি অশেষ দুখ ভোগ কৰিছে আৰু এতিয়াও বৰ্ষাগমত হোৱা বিৰহ বেদনা সহিব পৰা মনোবল ৰামৰ আছে; দুখ সহি সহি

ৰামৰ অন্তৰ কাঠ হৈ গৈছে—ৰামৰ অৰ্থাৎ ধৰ্ম্মীৰ এই চাৰিত্ৰিক বৈশিষ্ট্য বুজোৱাই লক্ষ্যাৰ্থৰ প্ৰয়োজন।]

'গঙ্গাত গুৱালৰ গাঁও আছে' ইয়াত লক্ষ্যাৰ্থ গঙ্গাৰ পাৰ, সেই লক্ষ্যাৰ্থৰ শীতলতা-পৱিত্ৰতা আদি ধৰ্ম্মৰ আতিশয্যতা বুজোৱাই প্ৰয়োজন।

[গঙ্গাত গুৱালৰ গাঁও আছে—ধৰ্ম্মগত লক্ষণাৰ উদাহৰণ।]

এইদৰে, পণ্ডিতসকলৰ মতে লক্ষণা চল্লিশ প্ৰকাৰ। ১৭।

ৰূঢ়িমূলক আঠ প্ৰকাৰ আৰু প্ৰয়োজনমূলক বত্ৰিশ প্ৰকাৰ লক্ষণা একে লগ হৈ লক্ষণাৰ মুঠ সংখ্যা চল্লিশ প্ৰকাৰ হয়। ইয়াৰ বাহিৰেও,

পদগত আৰু বাক্যগত অনুসাৰে এইবিলাক আকৌ প্ৰত্যেকেই দুই প্ৰকাৰৰ। ১৮।

'এইবিলাক' মানে পূৰ্ব্বোক্ত চল্লিশ প্ৰকাৰ লক্ষণা।

ইয়াৰ ভিতৰত পদগত লক্ষণাৰ উদাহৰণ, যেনে—

গঙ্গাত গুৱালৰ গাঁও আছে।

বাক্যগত লক্ষণাৰ উদাহৰণ, যেনে—

আপুনি মোক বহুত উপকাৰ কৰিছে…ইত্যাদি

এইদৰে লক্ষণাৰ মুঠ সংখ্যা হয় আশী প্ৰকাৰ। [পদগত চল্লিশ প্ৰকাৰ, বাক্যগত চল্লিশ প্ৰকাৰ।]

ব্যঞ্জনা শক্তি :

অভিধা আদি শক্তি অৰ্থ প্ৰকাশ কৰি বিৰত হোৱাৰ পিছত, শব্দৰ আৰু অৰ্থৰ যি শক্তিৰদ্বাৰা অন্য এটা অৰ্থৰ বোধ জন্মে, সেই শক্তিকে ব্যঞ্জনা শক্তি বোলা হয়। ১৯।

'শব্দ বুদ্ধি আৰু কৰ্ম্মৰ বিৰাম ঘটিলে পিছত আৰু একো ব্যাপাৰ (function) নাথাকে'—এই নিয়ম অনুসাৰে অভিধা-লক্ষণা আৰু তাৎপৰ্য্য নামৰ তিনিটা শক্তিয়ে নিজ নিজ অৰ্থ বুজাই ক্ষীণ-শক্তি হৈ পৰিলে, অন্য যি শক্তিৰ সহায়েৰে শব্দৰ, অৰ্থৰ, প্ৰকৃতি-প্ৰত্যয় প্ৰভৃতিৰ অন্য এটা অৰ্থ বোধগম্য হয়; সেই শক্তিৰ নামেই ব্যঞ্জনা শক্তি—এই

শক্তিক ব্যঞ্জন, ধ্বনন, অৱগতি উৎপাদন, প্ৰতীতি প্ৰত্যায়ন আদি নামেৰে অভিহিত কৰিব পাৰি।

শব্দৰ ব্যঞ্জনা দুই প্ৰকাৰ—অভিধামূলা আৰু লক্ষণামূলা। ২০। প্ৰথমে অভিধামূলা ব্যঞ্জনাৰ কথাকে কোৱা হৈছে।

> যিবিলাক শব্দৰ একাধিক অৰ্থ আছে, সংযোগ, বিয়োগ আদিৰ কাৰণে তেনে শব্দ একেটা মাত্ৰ অৰ্থত নিয়ন্ত্ৰিত হ'লে, আকৌ অন্য এটা অৰ্থবোধ হোৱাৰ কাৰণস্বৰূপ যি শক্তি, সেই শক্তিয়েই অভিধামূলা ব্যঞ্জনা। ২১।

[ কোনো কোনো শব্দৰ কেবাটাও বাচ্যাৰ্থ থাকে, অন্য শব্দৰ সংযোগ-বিয়োগ আদিৰদ্বাৰা তেতিয়া শব্দটোৰ যি কোনো এটা অৰ্থহে সেই প্ৰয়োগত বাচ্যাৰ্থৰূপে নিৰূপিত হয়। এইদৰে এটা অৰ্থ নিৰূপণ হোৱাৰ পিছতো শব্দটোৰ বাচ্যাৰ্থসমূহৰ বাহিৰে অন্য এটা অৰ্থ বোধগম্য হয়। যি শক্তিয়ে এনে অৰ্থ বোধগম্য কৰে, সেয়ে ব্যঞ্জনা শক্তি। অভিধাক আশ্ৰয় কৰি উদ্ভৱ হোৱা বাবে ইয়াক অভিধামূলা ব্যঞ্জনা বোলা হয়। ]

'সংযোগ আদি' ইয়াত থকা আদি শব্দই বিয়োগ আদিও বুজাইছে। উক্ত আছে—

"যিবিলাক শব্দৰ একাধিক বাচ্যাৰ্থ থাকে, তেনে শব্দৰ সেই অৰ্থবিলাকৰ ভিতৰত কোনটো অৰ্থ গ্ৰহণ কৰিব লাগিব সেই বিষয়ে নিশ্চিতভাৱে জনা নাথাকিলে—সংযোগ, বিয়োগ, সাহচৰ্য্য, বিৰোধিতা অৰ্থ, প্ৰকৰণ, লিঙ্গ, অন্য শব্দৰ সান্নিধ্য, ঔচিত্য, দেশ, কাল, ব্যক্তি আৰু স্বৰ আদিৰপৰাই বিশেষ অৰ্থ গ্ৰহণ কৰিব লাগে।"

শঙ্খ-চক্ৰ-যুক্ত হৰি—ইয়াত শঙ্খ-চক্ৰৰ সংযোগত হৰি শব্দই বিষ্ণুক বুজাইছে। [ বিষ্ণুৰ বাহিৰেও হৰি শব্দই সিংহ আদি আন বহুত অৰ্থ বুজায় ]

শঙ্খ-চক্ৰ-বিহীন হৰি— ইয়াত শঙ্খ-চক্ৰ বিযুক্ত হোৱাতো হৰি শব্দই বিষ্ণুক বুজাইছে।

ভীম আৰু অৰ্জ্জুন— ইয়াত অৰ্জ্জুন শব্দৰ অৰ্থ ভীমৰ সাহচৰ্য্যত পাৰ্থ।

[ অৰ্জ্জুন শব্দই কাৰ্ত্তবীৰ্য্য অৰ্জ্জুনকো বুজায়। ]

কৰ্ণ আৰু অৰ্জ্জুন— ইয়াত কৰ্ণ শব্দৰ অৰ্থ সুতপুত্ৰ।

[ কৰ্ণ শব্দই সুতপুত্ৰ, কাণ আদি বহুত অৰ্থ বুজায়, কিন্তু অৰ্জ্জুনৰ সৈতে একেলগে উল্লেখত বিৰোধিতাৰদ্বাৰা সুতপুত্ৰ কৰ্ণক বুজাইছে। ]

স্থাণুক প্ৰণাম কৰোঁ— ইয়াত স্থাণু শব্দৰ অৰ্থ শিৱ।

[ স্থাণু শব্দৰ অৰ্থ শিৱ, স্তম্ভ, অচল আদি বহুত, কিন্তু প্ৰণাম-যোগ্যতা অৰ্থৰদ্বাৰা ইয়াত শিৱক বুজাইছে। ]

দেৱে সকলো জানে— ইয়াত দেৱ শব্দৰ অৰ্থ আপুনি।

[ প্ৰাসঙ্গিক অৰ্থৰ সঙ্গতি ৰক্ষাৰ বাবে দেৱতাক নুবুজাই আপুনি অৰ্থ বুজাইছে। ]

মকৰধ্বজ কুপিত হৈছে— ইয়াত মকৰধ্বজ শব্দৰ অৰ্থ কামদেৱ।

[ মকৰধ্বজ শব্দৰ অৰ্থ কামদেৱ, সাগৰ আদি। কুপিত হোৱা কাৰ্য্যৰ ( লিঙ্গৰ ) যোগ্যতাৰে কামদেৱ অৰ্থ বুজাইছে। ]

ভগৱান্ পুৰাৰি— ইয়াত পুৰাৰি শব্দৰ অৰ্থ শিৱ।

[ পুৰাৰি শব্দৰ অৰ্থ নগৰৰ শত্ৰু, শিৱ আদি ; ভগৱান্ শব্দৰ সান্নিধ্যই শিৱক বুজাইছে। ]

মধুৰদ্বাৰা কোকিল মত্ত হৈছে— ইয়াত মধু মানে বসন্তকাল।

[ মধু শব্দৰ অৰ্থ মৌ, বসন্ত কাল আদি ; কুলিক মত্ত কৰাৰ সামৰ্থ্য কেৱল বসন্ত কালৰহে আছে, গতিকে মধু মানে বসন্ত কাল। ]

প্ৰিয়াৰ মুখে তোমালোকক ৰক্ষা কৰক (১)—ইয়াত মুখ শব্দৰ অৰ্থ সন্মুখ অৰ্থাৎ আনুকূল্য।

[ প্ৰিয়াৰ আনুকূল্যই হে প্ৰেমিকক ৰক্ষা কৰিব পাৰে, এনে ঔচিত্য বিচাৰৰ ফালৰপৰা মুখৰ অৰ্থ আনুকূল্য হৈছে।

(১) প্ৰিয়া তোমাৰ মুখলৈ যাওক ( যাতু )—এনে পাঠ হ'লে প্ৰিয়া তোমাৰ সন্মুখলৈ যাওক এই অৰ্থ হ'ব।

আকাশত চন্দ্ৰই শোভা কৰিছে—ইয়াত চন্দ্ৰৰ অৰ্থ জোনবাই।

[ চন্দ্ৰৰ অৰ্থ জোনবাই, কাফুৰ আদি ; আকাশত শোভা কৰা বাবে চন্দ্ৰৰ অৰ্থ জোনবাই। ]

ৰাতি চিত্ৰভানু ( জ্বলিছে )—ইয়াত চিত্ৰভানুৰ অৰ্থ জুই।

[ চিত্ৰভানু শব্দই জুই আৰু বেলি দুয়োটা অৰ্থ বুজায় ; ৰাতি' কালৰদ্বাৰা ইয়াত চিত্ৰভানুৱে জুইক বুজাইছে। ]

( ভাতি ৰথাঙ্গম্ ) ৰথাঙ্গ জিলিকি আছে। ক্লীৱলিঙ্গ হোৱা বাবে ইয়াত ৰথাঙ্গ শব্দৰ অৰ্থ ৰথচক্ৰ।

[ ৰথাঙ্গৰ অৰ্থ চক্ৰ আৰু চক্ৰবাক ( চাকৈ-চকোৱা ) দুয়োটাই ; পুংলিঙ্গ হ'লে ৰথাঙ্গ শব্দই চাকৈ-চকোৱা আৰু ক্লীৱলিঙ্গ হ'লে ৰথৰ চকা অৰ্থ বুজায়। ইয়াত ক্লীৱ-ব্যক্তিয়ে ( ক্লীৱ লিঙ্গত প্ৰয়োগে ) ৰথৰ চকা বুজাইছে ]

স্বৰে কেৱল বেদতহে অনেকাৰ্থক শব্দৰ বিশেষ অৰ্থৰ বোধ জন্মায়, কাব্যত নজন্মায় ; গতিকে সেই বিষয়ে উদাহৰণ দিয়া নহ'ল।

[ বেদত উদাত্ত, অনুদাত্ত আদি স্বৰ আছে ; একেটা শব্দই স্বৰভেদে (১) বেলেগ অৰ্থ বুজায়। ]

কিন্তু কোনো কোনো আলঙ্কাৰিকে এই মত সহ্য কৰিব নোৱাৰি এইদৰে কয়—"স্বৰেও কাকু আদি ৰূপে কাব্যত বিশেষ প্ৰতীতি জন্মায়। ইয়াৰ বাহিৰেও নাট্য শাস্ত্ৰ প্ৰণেতা ভৰত মুনিৰ উক্তি অনুসাৰেও উদাত্ত আদি স্বৰে শৃঙ্গাৰ আদি ৰসৰ ক্ষেত্ৰত বিশেষ ভাৱে প্ৰতীতি জন্মায়। সেই কাৰণে স্বৰৰ বিষয়েও উদাহৰণ দিয়া উচিত।"

(১) 'ইন্দ্ৰশক্ৰোৰ্বিবৰ্দ্ধস্ব'—এই শব্দটোৰ বহুব্ৰীহি সমাস হ'লে আদ্যোদাত্ত স্বৰ হয় আৰু তেতিয়া অৰ্থ হয় 'বৃত্ৰৰ হন্তা ইন্দ্ৰৰ বৃদ্ধি হওক' আৰু ষষ্ঠীতৎপুৰুষ সমাস হলে অন্ত্যোদাত্ত স্বৰত অৰ্থ হয় 'ইন্দ্ৰৰ হন্তা বৃত্ৰৰ বৃদ্ধি হওক।'

এই মত যুক্তযুক্ত নহয়। কিয়নো কাকুৱেই (স্বৰ বিকৃতি) হওক নাইবা উদাত্ত আদি স্বৰেই হওক, সেই স্বৰে বিশেষৰূপে ব্যঙ্গ্যাৰ্থৰহে প্ৰতীতি জন্মায়, এই প্ৰসঙ্গত আলোচিত অনেকাৰ্থক শব্দৰ বিশেষ কোনো এটা অৰ্থৰ নিয়ন্ত্ৰণ নুবুজায়। ইয়াৰ বাহিৰেও য'ত অনেকাৰ্থক শব্দৰ প্ৰকৰণ আদি নিয়ামকৰ অভাৱত দুটা অৰ্থৰ কোনোটোৱেই নিয়ন্ত্ৰিত নহয়, তেনে ক্ষেত্ৰত যদি কাকু স্বৰ বা উদাত্ত আদি স্বৰৰ সহায়ত এটা অৰ্থ বাচ্য অৰ্থৰূপে নিয়ন্ত্ৰিত হ'ব লগা হয়, তেনেহ'লে সেই ক্ষেত্ৰত শ্লেষ অস্বীকাৰ কৰাৰ প্ৰসঙ্গ উঠে। কিন্তু এইটো হ'ব নোৱাৰে। সেই বাবেই কোৱা হৈছে—"প্ৰাচীন নিয়ম অনুসাৰে কাব্যমাৰ্গত স্বৰ গণনীয় নহয়।" এয়ে যথেষ্ট, माननीय পূৰ্ব্বাচাৰ্য্যসকলৰ উপজীৱ্য স্বৰূপ ব্যাখ্যানত কটাক্ষ নিক্ষেপ কৰাৰ আৰু বিশেষ প্ৰয়োজন নাই।

[ কাকুৱে অৰ্থাৎ স্বৰভঙ্গীয়ে কোনো এটা ব্যঙ্গ্যাৰ্থ বুজাব পাৰে সঁচা, কিন্তু কেবাটাও অৰ্থ থকা শব্দৰ কোনো এটা বিশেষ অৰ্থৰ নিয়ন্ত্ৰণ কৰিব নোৱাৰে। কি কি কাৰণত অনেকাৰ্থক শব্দৰ এটা অৰ্থৰ নিয়ন্ত্ৰণ হয়, সেইটোহে বৰ্ত্তমান প্ৰসঙ্গত, ভৰ্ত্তৃহৰিৰ "যিবিলাক শব্দৰ অনেক অৰ্থ থাকে…" এই উক্তিৰ ওপৰত আলোচিত হৈছে, ব্যঙ্গ্যাৰ্থৰ আলোচনা হোৱা নাই। ভৰত মুনিৰ উক্তিও অন্য প্ৰসঙ্গতহে প্ৰযোজ্য। গতিকে কাকুৰ বা স্বৰৰ প্ৰশ্ন ইয়াত অৱান্তৰ।

ইয়াৰ বাহিৰে, যদি কাকুৰদ্বাৰা অৰ্থ নিয়ন্ত্ৰণ কৰা হয়, তেনেহলে শ্লেষ অলঙ্কাৰ অসম্ভৱ হৈ পৰিব ; কিয়নো শ্লেষ অলঙ্কাৰৰ ক্ষেত্ৰত সদায় এটা শব্দৰ দুটা অৰ্থ গ্ৰহণীয়। ]

ওপৰৰ 'সংযোগ-বিয়োগ…' আদি উক্তিত থকা আদি শব্দৰদ্বাৰা হাতৰ অঙ্গি-ভঙ্গীও গ্ৰহণ কৰা হৈছে। "স্তনযুগল মাত্ৰ ইমান" এই বুলি হাতৰ অঙ্গি-ভঙ্গীৰে নায়িকাৰ স্তনযুগল যে পদুম কলিৰ সমান তাকে বুজোৱা হৈছে।

এইদৰে অভিধা বৃত্তিৰদ্বাৰা একাধিক অৰ্থ থকা শব্দৰ এটা অৰ্থৰ

নিয়ন্ত্ৰণ হ'লে, যি শক্তিয়ে শব্দৰ অন্য এটা অৰ্থৰ বোধ জন্মায়, সেই শক্তিয়েই অভিধামূলা-ব্যঞ্জনা।

যেনে—

আমাৰ পিতৃদেৱতা, চতুৰ্দ্দশ ভাষাবিলাসিনীৰ সহচৰ মহা কবীশ্বৰ, মহাপাত্ৰ শ্ৰীচন্দ্ৰশেখৰ সান্ধিবিগ্ৰহিকৰ ৰচনাৰপৰা।

দুৰ্গালঙ্ঘিতৱিগ্ৰহো মনসিজং সংমীলয়ংস্তেজসা
প্ৰোদ্যদ্ৰাৰাজকলো গৃহীত গৰিমা ৱিষগ্‌বৃতো ভোগিভিঃ।
নক্ষত্ৰেশে কৃতক্ষণো গিৰিগুৰৌ গাঢ়াং ৰুচিং ধাৰয়ন্
গামাক্ৰম্য ৱিভূতিভূষিততনু ৰাজত্যুমাৱল্লভঃ॥

[ এই শ্লোকটোৰ দুটা অৰ্থ—এটা বাচ্যাৰ্থ আৰু ইটো ব্যঙ্গ্যাথ (Suggestive meaning) ]

( বাচ্যাৰ্থ—যাৰ যুদ্ধযাত্ৰা দুৰ্গৰদ্বাৰাও প্ৰতিহত নহয়, যাৰ শৰীৰৰ কান্তিয়ে কন্দৰ্পকো লাজত সঙ্কুচিত কৰে, যিজনে অভ্যুদয়শীল ৰজাসকলকো নিজৰ অধীনত ৰাখিছে, যিজনে অশেষ গৌৰব লাভ কৰিছে, যিজন চাৰিওফালে ভোগবিলাসী লোকেৰে পৰিবেষ্টিত, যিজনে প্ৰধান প্ৰধান ক্ষত্ৰিয়সকললৈকো ভ্ৰূক্ষেপ নকৰে, যিজন কৈলাসাধিপতি মহাদেৱৰ প্ৰতি একান্ত ভক্তিপৰায়ণ, যাৰ শৰীৰ বিভূতি ভূষিত—সেই উমাবল্লভে পৃথিবী অধিকাৰ কৰি বিৰাজ কৰিছে।

ব্যঙ্গ্যাৰ্থ (Suggestive meaning) দুৰ্গাই যাৰ শৰীৰ পৰিত্যাগ নকৰে, যিজনে নিজৰ চকুৰ জ্যোতিৰে মদনক ভস্ম কৰিছিল, যাৰ কপালত চন্দ্ৰকলা বিৰাজমান, সাপে যাৰ শৰীৰ আগুৰি আছে, নক্ষত্ৰাধিপতি ( চন্দ্ৰ ) যাৰ চক্ষু স্বৰূপ, যিজন গিৰিগুৰু হিমালয়ৰ প্ৰতি অতিশয় ভক্তিপৰায়ণ, যাৰ শৰীৰ ভস্ম-বিভূষিত—সেই উমাবল্লভ শিৱই বৃষৰ ওপৰত আৰোহণ কৰি বিৰাজ কৰিছে। )

এই উদাহৰণত প্ৰাসঙ্গিকৰূপে উমাবল্লভ শব্দই অভিধা বৃত্তিৰদ্বাৰা ৰাণী উমাদেৱীৰ স্বামী ভানুদেৱ নৃপতিক বুজাইছে আৰু ব্যঞ্জনা বৃত্তিৰে উমাবল্লভ মহাদেৱক বুজাইছে। এনেকৈ অন্যান্য উদাহৰণতো প্ৰযোজ্য।

এতিয়া লক্ষণামূলা—ব্যঞ্জনাৰ বিষয়ে কোৱা হৈছে।

*যি প্রয়োজন সিদ্ধিৰ বাবে লক্ষণাৰ আশ্ৰয় লোৱা হয়, সেই প্রয়োজন যি ব্যঞ্জনাই বুজায়—তাকে লক্ষণামূলা ব্যঞ্জনা বোলা হয়।* ২২

'গঙ্গাত গুৱালৰ গাঁও আছে' ইয়াত অভিধা বৃত্তিয়ে গঙ্গা শব্দৰ জলপ্ৰৱাহ আদি অৰ্থ বুজোৱাৰ পিছত লক্ষণা বৃত্তিয়ে পাৰ আদি অৰ্থ বুজায়। এই দুয়োটা বৃত্তি বিৰত হোৱাৰ পিছত, যি বৃত্তিৰ সহায়ত (পাৰৰ) অতিশয় শীতলতা, পৱিত্ৰতা আদিৰ বোধ জন্মে, সেয়ে লক্ষণামূলা ব্যঞ্জনা।

[লাক্ষণিক অৰ্থ গ্ৰহণ কৰাৰ যি প্রয়োজন, সেই প্রয়োজন সিদ্ধিৰ বাবে ব্যঞ্জনাৰ আশ্ৰয় লোৱা হয় আৰু লক্ষণাক ভিত্তি কৰি ব্যঞ্জনাই ব্যঙ্গ্যাৰ্থ প্ৰকাশ কৰে বাবে ইয়াক লক্ষণামূলা ব্যঞ্জনা বোলা হৈছে।]

এয়া হ'ল শাব্দী ব্যঞ্জনা (শব্দক আশ্ৰয় কৰি থকা ব্যঞ্জনা), এতিয়া আৰ্থী ব্যঞ্জনাৰ বিষয়ে কোৱা হৈছে।

বক্তা, বোদ্ধা (যাক উদ্দেশ্য কৰি কোৱা হয়),
বাক্য, অন্য-সান্নিধ্য, বক্তব্য, প্ৰস্তাৱ (প্ৰসঙ্গ আদি)
দেশ, কাল, কাকু আৰু চেষ্টা আদিৰ বৈশিষ্ট্যৰপৰা
বাচিক আৰু লাক্ষণিক অৰ্থৰ বাহিৰে অন্য যি
অৰ্থৰ বোধ হয়, সেয়ে অৰ্থসম্ভৱা (ব্যঞ্জনা)। ২৩

ব্যঞ্জনা এই কথাষাৰ যোগ কৰিব লাগিব।

ইয়াৰ ভিতৰত বক্তা, বাক্য, দেশ আৰু কালগত বৈশিষ্ট্যৰ বিষয়ে উদাহৰণ মোৰ (বিশ্বনাথৰ) ৰচনাৰপৰা দিয়া হৈছে; যেনে—

কালো মধুঃ কুপিত এৱ চ পুষ্পধন্বা
ধীৰা ৱহন্তি ৰতিখেদহৰা সমীৰাঃ।
কেলীৱনীয়মপি ৱঞ্জুল-কুঞ্জ-মঞ্জু-
দূৰে পতিঃ কথয় কিং কৰণীয়মদ্য॥

(এয়া বসন্ত কাল, ইফালে ফুলৰ ধনু-শৰ লৈ কামদেৱো কুপিত হৈছে,

ৰতিক্লেশ দূৰ কৰিব পৰা মলয়া বতাহো ৰিব্ ৰিব্ কৈ বলিব লাগিছে আৰু অশোক লতাৰ এই কেলি কুঞ্জও অতিশয় মনোলোভা হৈ পৰিছে। স্বামী আছে দূৰ দেশত। সখী! এতিয়া মই কি কৰোঁ, কোৱাচোন।)

এই কৱিতা ফাকিৰে কোনো প্ৰোষিতভৰ্ত্তৃকা নায়িকাই ব্যঞ্জনাৰ সহায়েৰে নিজৰ সখীয়েকৰ আগত এইদৰে নিজৰ মনোভাৱ প্ৰকাশ কৰিছে—"তুমি এতিয়াই অতি সোনকালে সেই গোপন প্ৰেমিকক ইয়ালৈ পঠিয়াই দিয়াঁ।"

বোদ্ধব্য বৈশিষ্ট্যৰ ( যাক কোৱা হয় ) বিষয়ে উদাহৰণ, যেনে—

নিঃশেষচ্যুতচন্দনং স্তনতটং নির্মৃষ্টৰাগোঽধৰঃ
নেত্রে দূৰমনঞ্জনে পুলকিতা তন্বী তৱেয়ং তনুঃ।
মিথ্যাৱাদিনি ! দূতি ! বান্ধৱজনস্যাজ্ঞাতপীড়াগমে
ৱাপীং স্নাতুমিতো গতাসি ন পুনস্তস্যাধমস্যান্তিকম্ ॥

( দূতী! তোমাৰ স্তনপ্ৰান্তত চন্দনলেপনৰ চিন সমূলি নাইকিয়া হৈছে, অধৰত লগোৱা ৰঙো তেনেই মোহাৰ খাই গৈছে, তোমাৰ চকুজুৰিৰ কাজলো একেবাৰে নোহোৱা হৈছে, তোমাৰ এই লাহী পাতল দেহলতাও পুলকত ৰোমাঞ্চিত হৈ আছে। তুমি ঘোৰ মিছলীয়া, তুমি তোমাৰ সখীয়েৰাৰ মনোবেদনা অকণো নুবুজা। তুমি মোৰ ওচৰৰপৰা পুখুৰীত গা ধুবলৈহে গৈছিলা, সেই অধমৰ ওচৰলৈ যোৱা নাই। মোৰ ওচৰত মিছাকৈয়ে তাৰ ওচৰলৈ গৈছিলোঁ বুলি কৈছাহি।)

ইয়াত বিপৰীত লক্ষণাৰ সহায়ত 'তুমি তাৰ ওচৰলৈকে গৈছিলা' এই অৰ্থ লক্ষিত হৈছে আৰু সেই লক্ষ্যাৰ্থৰপৰা দূতীবৈশিষ্ট্যৰদ্বাৰা প্ৰতিপাদ্য ব্যঙ্গ্যাৰ্থ হৈছে—'তাৰ ওচৰলৈ ৰমণৰ বাবেই গৈছিলা।' এই ব্যঙ্গ্যাৰ্থৰ বোধ, বোদ্ধব্য বৈশিষ্ট্যৰপৰা অৰ্থাৎ দূতীৰ বিদগ্ধতাৰপৰা প্ৰতিপাদন হৈছে।

[ 'সেই অধমৰ ওচৰলৈ যোৱা নাই' এই বাচ্যাৰ্থৰ বিপৰীত লক্ষ্যাৰ্থ হৈছে 'সেই অধমৰ ওচৰলৈকে গৈছিলা' আৰু এই লক্ষ্যাৰ্থৰ সহায়ত 'সেই অধমৰ ওচৰলৈ ৰমণৰ বাবেই গৈছিলা'—এই ব্যঙ্গ্যাৰ্থ প্ৰতিপাদন হৈছে। ব্যঙ্গ্যাৰ্থ প্ৰতিপাদন হোৱাত দূতীৰ গাত প্ৰকাশ পোৱা বৈশিষ্ট্য কাৰণ স্বৰূপ হৈছে। ]

অন্য সান্নিধ্যৰ বৈশিষ্ট্যৰ বিষয়ে, যেনে—

উঅ নিচ্চল ! নিস্পন্দা ভিসিনী পত্তম্ভি ৰেহই বলা আ ।
নিম্মল-মৰগ অ-ভাঅণ পৰিষ্ঠিআ সঙ্খসুত্তিব্ব ॥

( হেৰা নিশ্চল ! নির্ম্মল মৰকতৰ পাত্রৰ ওপৰত থোৱা শঙ্খ শুক্তিৰ ( শামুকৰ বগা খোলা ) দৰে পদুম পাতৰ ওপৰত বগলী চৰাইবোৰে কেনেকৈ একে থৰে ৰহি আছে, চোৱাঁ । )

ইয়াত কোনো নায়িকাই ( ওচৰতে থকা ভয়াতুৰ ) কোনো প্ৰেমিকক কৈছে—'বগলীবোৰ একে থৰে আছে, গতিকে শঙ্কাৰ কোনো কাৰণ নাই । বগলীবোৰে লৰ-চৰ নকৰাৰপৰাই ঠাইখন জন-মানৱশূন্য বুলি বুজা হৈছে । সেইবাবে এয়ে সঙ্কেতৰ উত্তম ঠাই ।'

ইয়াত ঠাইখনৰ নির্জ্জনতাই ব্যঙ্গ্যাৰ্থৰ বৈশিষ্ট্য প্ৰতিপাদন কৰিছে ।

কাকু ঃ

স্বাভাৱিকতকৈ বেলেগ কণ্ঠস্বৰকে বিচক্ষণসকলে
কাকু বুলি কয় । এনে ধৰণৰ কাকুৰ ভেদ আকৰ
গ্ৰন্থৰপৰাই (১) জানিব লগীয়া ।

কাকুৰ বৈশিষ্ট্য, যেনে—

গুৰু পৰতন্ত্ৰতয়া ৱত দূৰতৰদেশমুদ্যতো গন্তুম্ ।
অলিকুলকোকিল ললিতে নেষ্যতি সখি ! সুৰভিসময়েঽসৌ ॥

( হে সখী ! এওঁ গুৰুজনৰ একান্ত আজ্ঞাধীন বাবে বহু দূৰ দেশলৈ যাবলৈ ওলাইছে, কিন্তু সেই বুলি ভোমোৰাৰ গুঞ্জন আৰু কুলিৰ কুউ কুউ মাতেৰে মনোমোহা বসন্ত কালত এওঁ জানো আকৌ নাহিব ? )

ইয়াত 'আকৌ নাহিব' বুলি কোৱা হৈছে যদিও কাকুৰদ্বাৰা

---

(১) আকৰ গ্ৰন্থ, আধাৰ বা মূল গ্ৰন্থ ; নাট্যশাস্ত্ৰ, কাব্য প্ৰকাশ আদি । নাট্য শাস্ত্ৰত নিৰাকাংক্ষ কাকু আৰু সাকাংক্ষ কাকু—এই দুটা ভাগেৰে কাকুক ভাগ কৰা হৈছে । কাব্য প্ৰকাশকাৰ মম্মটভট্টই 'উঅ নিচ্চল....' এই শ্লোকটো কাকু বক্ৰোক্তিৰ উদাহৰণ ৰূপে দাঙি ধৰিছে ।

'আকৌ আহিব' এই অৰ্থহে ব্যঞ্জিত হৈছে। চেষ্টা বৈশিষ্ট্যৰ বিষয়ে, যেনে—

সঙ্কেতকালমানসং বিটং জ্ঞাত্বা বিদগ্ধয়া।
হসন্নেত্ৰাৰ্পিতাকূতং লীলাপদ্মং নিমীলিতম্ ॥

( ওচৰতে থকা উপপতিয়ে গোপন মিলনৰ সময়-সঙ্কেতৰ বিষয়ে জানিবলৈ উন্মুখ হৈ পৰিছে বুলি জানিব পাৰি বিদগ্ধা নায়িকাই চকুৰে হাঁহি সঙ্কেত দি হাতত থকা লীলা পদ্ম জপাই দিলে। )

'সন্ধ্যাই সঙ্কেতৰ সময়' এই অৰ্থ কোনো বিদগ্ধা নায়িকাই নিজৰ হাতত বিলাসৰ বস্তুৰূপে লৈ থকা পদুম ফুল পাহ জপাই দিয়া কাৰ্য্যৰদ্বাৰা ব্যঞ্জিত হৈছে। [ দিনত পদুম ফুলি থাকে, সন্ধ্যা সময়ত জাপ খায়। ]

এইদৰে বক্তা আদিৰ ব্যক্তিগত আৰু সমষ্টিগত বৈশিষ্ট্যতো ব্যঙ্গ্যাৰ্থৰ প্ৰকাশ বুজিব লগীয়া।

অৰ্থ তিনিবিধ বাবে এই আৰ্থী ব্যঞ্জনাও তিনি
প্ৰকাৰৰ। ২৪

বাচ্য, লক্ষ্য আৰু ব্যঙ্গ্য অনুসাৰে অৰ্থ তিনি প্ৰকাৰৰ;
গতিকে পূৰ্ব্বোক্ত আৰ্থীব্যঞ্জনাও তিনি প্ৰকাৰৰ।

এই তিনি প্ৰকাৰ আৰ্থী ব্যঞ্জনাৰ ভিতৰত বাচ্যাৰ্থৰ ব্যঞ্জনা, যেনে—
'এয়া বসন্ত কাল............' ইত্যাদি।
লক্ষ্যাৰ্থৰ ব্যঞ্জনা, যেনে—
'দূতী তোমাৰ স্তন প্ৰান্তৰপৰা.........' ইত্যাদি।
ব্যঙ্গ্যাৰ্থৰ ব্যঞ্জনা, যেনে—
'হেৰা নিশ্চল............' ইত্যাদি।
প্ৰকৃতি প্ৰত্যয় আদিৰ ব্যঞ্জনাৰ বিষয়ে পিছত বহলাই কোৱা হৈছে।

শব্দ-বোধ্য অৰ্থই ব্যঙ্গ্যাৰ্থ প্ৰকাশ কৰে আৰু অন্য
অৰ্থত আশ্ৰয় লোৱা শব্দয়ো ব্যঙ্গ্যাৰ্থ প্ৰকাশ কৰে।
শব্দ বা অৰ্থ যি কোনো এটা ব্যঞ্জক হলে ইটো

তাত সহায়ক হয়। অৰ্থাৎ শব্দ ব্যঞ্জক হ'লে অৰ্থ সহায়ক আৰু অৰ্থ ব্যঞ্জক হ'লে শব্দ সহায়ক হয়। ২৫

শব্দ যেতিয়া ব্যঞ্জক হয়, তেতিয়া সেই শব্দ ( ব্যঙ্গ্যাৰ্থৰ বাহিৰে ) অন্য অৰ্থসাপেক্ষ হয় ; আকৌ যেতিয়া অৰ্থ ব্যঞ্জক হয়, তেতিয়া সেই অৰ্থ শব্দসাপেক্ষ হয়। সেই বাবে এটা ব্যঞ্জক হ'লে ইটো নিশ্চয় সহায়ক হয় বুলি স্বীকাৰ কৰিব লাগিব।

[ আৰ্থী ব্যঞ্জনাত শব্দৰপৰা বোধগম্য হোৱা অৰ্থই ব্যঙ্গ্যাৰ্থ প্ৰকাশ কৰে আৰু শাব্দী ব্যঞ্জনাতো শব্দই ব্যঙ্গ্যাৰ্থৰ বাহিৰে অন্য অৰ্থত আশ্ৰয় লৈহে ব্যঙ্গ্যাৰ্থ প্ৰকাশ কৰে। সেই কাৰণে আৰ্থী ব্যঞ্জনাৰ মূলতো শব্দ আছে আৰু শাব্দী ব্যঞ্জনাৰ লগতো অৰ্থৰ যোগ আছে। গতিকে শাব্দী ব্যঞ্জনা আৰু আৰ্থী ব্যঞ্জনাৰ সম্পূৰ্ণ স্বকীয়া ভাগ কৰা নিষ্প্ৰয়োজন। য'ত অৰ্থ ব্যঞ্জক হয়, শব্দ হয় তাত সহায়ক, আকৌ য'ত শব্দ ব্যঞ্জক হয়, তাত অৰ্থ হয় সহায়ক। ব্যঞ্জনা প্ৰকাশত অৰ্থ প্ৰধান হৈ থাকিলে আৰ্থী ব্যঞ্জনা আৰু শব্দ প্ৰধান হৈ থাকিলে হয় শাব্দী ব্যঞ্জনা। ]

অভিধা, লক্ষণা আৰু ব্যঞ্জনা তিনিটা উপাধিগত বৈশিষ্ট্যৰ বাবে শব্দও তিনিবিধ—বাচক, লক্ষ আৰু ব্যঞ্জক। ২৬

অভিধা উপাধিযুক্ত হ'লে শব্দ বাচক হয়, লক্ষণা উপাধিযুক্ত হ'লে হয় লক্ষক আৰু ব্যঞ্জনা উপাধিযুক্ত হ'লে হয় ব্যঞ্জক। ইয়াৰ বাহিৰেও—

যি বৃত্তিয়ে পদাৰ্থৰ অন্বয় বুজায়, কোনো কোনো আচাৰ্য্যই সেই বৃত্তিক তাৎপৰ্য্য বৃত্তি নামে অভিহিত কৰিছে। তাৎপৰ্য্য বৃত্তিয়ে প্ৰতিপাদন কৰা অৰ্থক তাৎপৰ্য্যাৰ্থ বোলা হয়। সমগ্ৰ বাক্যটোৰেই সেই তাৎপৰ্য্যাৰ্থ বুজায়। ২৭

একো একোটা পদাৰ্থৰ অৰ্থবোধৰ পিছত অভিধা বৃত্তি বিৰত হয়,

তেতিয়া বাক্যৰ সমস্ত পদাৰ্থৰ মাজত অন্বয় স্থাপন কৰি যি শক্তিয়ে সমগ্ৰ বাক্যৰ অৰ্থৰ বোধ জন্মায়—সেই বৃত্তিৰেই নাম তাৎপৰ্য্য বৃত্তি আৰু তাৎপৰ্য্য বৃত্তিয়ে বুজোৱা অৰ্থৰ নাম তাৎপৰ্য্যাৰ্থ। বাক্যই সেই তাৎপৰ্য্য বুজায়। এইটো অভিহিতান্বয়বাদীসকলৰ মত।

[ শব্দৰ অৰ্থ তিনিবিধ আৰু শব্দৰ শক্তি বা বৃত্তিও তিনিবিধ, গতিকে শব্দও তিনিবিধ।

উল্লিখিত তিনিবিধ বৃত্তিৰ বাহিৰেও তাৎপৰ্য্য বৃত্তি নামে চতুৰ্থ বৃত্তিৰ কথা কোনোৱে কয়। এটা বাক্যত থকা প্ৰত্যেক শব্দই নিজ নিজ অৰ্থ বুজোৱাৰ পিছতো গোটেই বাক্যটোৰ অৰ্থবোধৰ বাবে এটা অন্বয়গত বা সংসৰ্গগত অৰ্থ স্বীকাৰ কৰিব লগীয়া হয়। যি শক্তিৰ বলত বাক্যস্থ শব্দই সমষ্টিগতভাৱে এই অৰ্থ প্ৰকাশ কৰে, তাকে তাৎপৰ্য্য বৃত্তি আৰু তাৎপৰ্য্য বৃত্তিয়ে বুজোৱা অৰ্থকে তাৎপৰ্য্যাৰ্থ বোলা হয়।

অভিহিতান্বয়বাদী কুমাৰিল ভট্টৰ অনুগামী পূৰ্ব্বমীমাংসক। অভিহিত হৈহে অৰ্থাৎ সাধাৰণ অৰ্থ বুজোৱাৰ পাছত হে বাক্যস্থ শব্দসমূহৰ অন্বয় হয় বুলি এইসকলে কয়। ইয়াৰ বিপৰীত মতাৱলম্বীসকল হ'ল অন্বিতাভিধানবাদী, প্ৰভাকৰ আদি। এওঁলোকৰ মতে শব্দসমূহৰ পৰস্পৰ অন্বয়ৰ পিছতহে শব্দই কোনো অৰ্থ অভিহিত কৰে।]

সাহিত্যদৰ্পণত বাক্যৰ স্বৰূপ নিৰ্ণয় নামৰ দ্বিতীয় পৰিচ্ছেদ।



## ॥ তৃতীয় পৰিচ্ছেদ ॥

এই ৰসনো কি এতিয়া কোৱা হৈছে—

> বিভাৱ, অনুভাৱ আৰু সঞ্চাৰী ভাৱৰ সহযোগত
> ৰতি আদি স্থায়ী ভাৱ সহৃদয়ৰ হৃদয়ত ব্যক্ত হ'লেই
> ৰসত্ব প্ৰাপ্ত হয়। ১

বিভাৱ আদিৰ বিষয়ে পিছত কোৱা হৈছে। অনুভাৱৰ ভিতৰুৱা বুলি সাত্বিক ভাৱৰ বিষয়ে বেলেগে কোৱা নহ'ল।

'ব্যক্ত' শব্দৰ অৰ্থ হৈছে, এৰাঁ গাখীৰেই যেনেকৈ (টেঙা আদিৰ যোগত) ৰূপান্তৰিত হৈ দৈত পৰিণত হয়, তেনেকৈ বিভাৱ আদিৰ যোগত স্থায়ীভাৱেই ৰূপান্তৰিত হৈ ৰস হয়; অথবা জ্ঞানৰ বিষয় হোৱা ৰতি আদিয়ে ৰস। ঘট এটা চাকিৰ পোহৰত প্ৰকাশ হোৱাৰ দৰে ৰস আগৰেপৰা থকা নুবুজায়।

সেই কাৰণে লোচনকাৰে কৈছে—"ৰস প্ৰতীত হয় বোলা কথাষাৰ, ভাত ৰান্ধিছে বোলা কথাষাৰৰ দৰে ব্যৱহাৰ হৈছে।"

[যদিও চাউল সিজাৰ পিছতহে ভাত হয়, ভাত হোৱাৰ পিছত আৰু ৰন্ধন-ক্ৰিয়াৰ প্ৰয়োজন নাথাকে, তথাপি ৰন্ধন ক্ৰিয়াৰ আৰম্ভণিতে "ভাত ৰান্ধিছে" বুলি কোৱা হয়। তেনেকৈ বিভাৱ, অনুভাৱ আদিৰ যোগত নিষ্পদ্য-মান ৰসকো, আগতে 'ৰস' বুলি কোৱা হৈছে।]

ইয়াত ৰতি আদি পদ গ্ৰহণ কৰাৰপৰাই সেইবিলাক ৰসৰ স্থায়ীভাৱ বুলি জনা সত্ত্বেও আকৌ যে স্থায়ীভাৱ বুলি কোৱা হ'ল, তাৰ উদ্দেশ্য এয়ে যে অন্য ৰসৰ উপাদানৰূপে গৃহীত হ'লে ৰতি আদি ভাৱো কেতিয়াবা অস্থায়ী ভাৱ হ'ব। সেই বাবেই হাস্য আৰু ক্ৰোধ আদি স্থায়ী ভাৱ শৃঙ্গাৰ আৰু বীৰ আদি ৰসত ব্যভিচাৰী ভাৱ। গতিকে কোৱা হৈছে—"কেৱল ৰসৰ মাজত অপৰিহাৰ্য্য ভাৱে থকা ভাৱেহে স্থায়িত্ব লাভ কৰে।"

[প্ৰকৃততে সেই ভাৱেই স্থায়ী ভাৱ, যি ৰসৰূপে পৰিণত হয়।]

এতিয়া ৰসাস্বাদনৰ বৈশিষ্ট্যৰ বিষয়ে কোৱা হৈছে; ইয়াৰপৰাই ৰসৰ স্বৰূপো প্ৰকাশ হ'ব।

কোনো কোনো প্ৰমাতাই অৰ্থাৎ সহৃদয় সামাজিকে নিজৰ দেহৰ দৰে অভিন্ন ভাৱে ( জ্ঞাতা, জ্ঞান আৰু জ্ঞেয়ৰ পাৰ্থক্য নথকাকৈ ) এই ৰস আস্বাদন কৰে। সত্ত্বভাৱ উদ্ৰিক্ত হয় কাৰণে সেই ৰস অখণ্ড, স্বপ্ৰকাশ, আনন্দময়, চিন্ময় আৰু বেদ্যান্তৰ স্পৰ্শশূন্য ( অন্য কোনো জ্ঞেয় বস্তুৰ জ্ঞানৰ লগত সম্পৰ্ক নথকা ); ৰসৰ আস্বাদ ব্ৰহ্মাস্বাদ-সহোদৰ অৰ্থাৎ আত্মসাক্ষাৎকাৰৰ তুল্য, এই অনুভৱৰ প্ৰাণ হ'ল লোকোত্তৰচমৎকাৰিতা ( লৌকিক সুখ আদিৰ অনুভৱতকৈ শ্ৰেষ্ঠত্ব )। ২

[ কাব্যানুশীলনৰদ্বাৰা অন্তৰত ৰজঃ আৰু তমঃ গুণ তল পৰি সত্ত্ব গুণৰ উদ্ৰেক হ'লে চিত্ত নিৰ্ম্মল আৰু স্থিৰ হয় আৰু তেতিয়া সহৃদয়ে কাব্য বা নাটকৰ আনন্দ অনুভৱ কৰে, এই অনুভৱকে ৰসাস্বাদন বোলা হয়। ৰসাস্বাদনত অন্য বিষয়ৰ জ্ঞান নাথাকে আৰু ৰসাস্বাদন আত্মসাক্ষাৎকাৰৰ তুল্য। ]

"ৰজঃ আৰু তমঃ গুণৰ স্পৰ্শশূন্য মনকে সত্ত্ব বোলা হয়।" এইদৰে কোৱা কোনো এক প্ৰকাৰ অন্তৰৰ ধৰ্ম্মই সত্ত্ব, যি ধৰ্ম্মই মনক বাহিৰৰ ঘট-পট আদি বস্তুৰপৰা ঘূৰাই আনে। সত্ত্বৰ 'উদ্ৰেক' মানে ৰজঃ আৰু তমঃ গুণ তল পেলাই সত্ত্বগুণৰ আবিৰ্ভাৱ। সত্ত্ব গুণ আবিৰ্ভাৱ হোৱাৰ কাৰণ হ'ল, এনেকুৱা ( বিভাৱ আদি ) অলৌকিক কাব্যাৰ্থৰ প্ৰতি একান্ত মনোনিৱেশ।

ৰসব্যঞ্জক বিভাৱাদি আৰু ব্যঙ্গ্য ( প্ৰকাশিত ) ৰস আদিৰ চমৎকাৰাত্মক সুখানুভূতি একে বাবে অখণ্ড বোলা হৈছে। [ বিভাৱ আৰু ৰসৰ অনুভূতি সুকীয়া সুকীয়া নহয়। ]

অখণ্ডানুভৱৰ কাৰণ পিছত কোৱা হ'ব। কেনেকৈনো স্বপ্ৰকাশ হয়, বৰ্ণনা কৰা ৰীতিৰপৰাই জনা যাব।

'চিন্ময়' ইয়াত স্বৰূপাৰ্থত 'ময়ট্' প্ৰত্যয় হৈছে।

[ চিন্ময় অৰ্থাৎ চিৎ স্বৰূপ ]

'চমৎকাৰ' মানে চিত্তৰ বিস্তাৰ, ইয়াৰ আন নাম হল বিস্ময়। চৎকাৰেই যে ৰসৰ প্ৰাণস্বৰূপ, সেই বিষয়ে সহৃদয়সকলৰ ভিতৰত শ্ৰেষ্ঠ, কৱিশ্ৰেষ্ঠ আৰু পণ্ডিতমুখ্য মোৰ বৃদ্ধ প্ৰপিতামহ ( আজু ককা ) শ্ৰীনাৰায়ণদেৱে কৈ গৈছে। তাকে ধৰ্ম্মদত্তই নিজৰ গ্ৰন্থত এইদৰে বৰ্ণনা কৰিছে—

"সকলো ৰসতে চমৎকাৰকে ৰসৰ সাৰ বুলি অনুভৱ কৰা যায়; গতিকে, চমৎকাৰেই ৰসৰ মূল কথা, সকলো ক্ষেত্ৰত অদ্ভুতেই ৰস। সেই কাৰণে কৃতী নাৰায়ণে ৰসক অদ্ভুত বুলিয়েই কৈছে।"

কোনো কোনো ( প্ৰমাতা )—ইয়াৰদ্বাৰা প্ৰাক্তন পুণ্যৱান্‌সকলকে বুজোৱা হৈছে। গতিকে কোৱা হৈছে—

"পুণ্যৱানসকলে যোগীৰ দৰে ৰস-প্ৰৱাহ আস্বাদন কৰিব পাৰে।"

### ৰস আৰু ৰসাস্বাদৰ তাদাত্ম্য :

"বিভাৱ অনুভাৱ আদিৰ সম্মেলনৰ কাৰণে হোৱা জ্ঞান আৰু আনন্দৰ আবিৰ্ভাৱেই স্বাদ" এনে উক্তিৰে যদিও প্ৰাচীন আচাৰ্য্যসকলে, ৰস আস্বাদতকৈ বেলেগ নহয় বুলি কৈছে, তথাপি "ৰস আস্বাদন কৰা হয়" এনেকুৱা অৰ্থত কাল্পনিক ভেদ স্বীকাৰ কৰি উক্ত প্ৰয়োগ হৈছে; নাইবা 'স্বাদ্যতে' ক্ৰিয়াৰ কৰ্ম্ম-কৰ্ত্তৃ বাচ্যত প্ৰয়োগ হৈছে।

[ ৰস আৰু ৰসাস্বাদ প্ৰকৃততে বেলেগ নহয়; কিন্তু বেলেগ নহলে "ৰসঃ স্বাদ্যতে" এনে প্ৰয়োগ হ'ব নোৱাৰে। গতিকে ৰস আৰু ৰসাস্বাদৰ কাল্পনিক ভেদ স্বীকাৰ কৰাত 'স্বাদ্যতে' ক্ৰিয়াৰ প্ৰয়োগ হৈছে; নাইবা এই প্ৰয়োগ কৰ্ম্ম-কৰ্ত্তৃ বাচ্যত হৈছে। ]

গতিকে কোৱা হৈছে—"ৰসৰ সাৰ-তত্ত্ব হৈছে একমাত্ৰ আস্বাদময়তা, সেই কাৰণে ৰস প্ৰকাশ শৰীৰতকৈ অৰ্থাৎ স্বপ্ৰকাশ আনন্দময় জ্ঞানতকৈ সুকীয়া নহয়।

[ আস্বাদময়তাই ৰসৰ স্বৰূপ, গতিকে ৰস আৰু ৰসজ্ঞান একে ]

এইদৰেই এনেকুৱা অন্যান্য ক্ষেত্ৰতো, য'ত ৰস আৰু ৰসাস্বাদ ভিন্ন ভাৱে উল্লিখিত হৈছে, তেনে ক্ষেত্ৰত সেই প্ৰয়োগ গৌণভাৱে হৈছে বুলি ধৰিব লাগিব।

ইয়াত প্ৰশ্ন উঠে যে ওপৰত কোৱা কথাখিনিৰে ( ৰস স্বপ্ৰকাশ বুলি কোৱা কথাৰে ) ৰসৰ অজ্ঞেয়ত্বৰ কথা কোৱা হ'ল ; ( ৰস জ্ঞানৰ অবিষয় বা জ্ঞেয় বিষয় নহয় বুলি আৰু তাৰদ্বাৰা প্ৰকাৰান্তৰে ৰস জ্ঞনস্বৰূপ বুলি কোৱা হ'ল ) কিন্তু ব্যঞ্জনাও বিশেষ প্ৰকাৰৰ জ্ঞান ; গতিকে ৰস আৰু ব্যঞ্জনা দুয়োটা একে হৈ পৰে। আৰু তেতিয়া হ'লে—

"পূৰ্ব্বসিদ্ধ বস্তুৰ ক্ষেত্ৰত, যাৰ স্ববিষয়ক জ্ঞানৰ পিছত সেই জ্ঞানৰ সহায়ত অন্য অৰ্থ প্ৰকাশ হয়, তাকে ব্যঞ্জক বোলে। যেনে—প্ৰদীপ ঘটৰ ব্যঞ্জক ; যদি সেয়ে নহয়, তেনেহ'লে ব্যঞ্জকৰ সৈতে ব্যঙ্গ্যৰ পাৰ্থক্য নেথাকিব।"

যদি এনেকুৱা প্ৰসিদ্ধ উক্তিৰ সহায়ত কোৱা হয় যে ঘট আৰু প্ৰদীপৰ দৰে ব্যঙ্গ্য আৰু ব্যঞ্জকৰ মাজত পাৰ্থক্য আছে ; তেনেহ'লে ৰসনো কেনেকৈ ব্যঙ্গ্য হয় ?

[ প্ৰশ্নটোৰ তাৎপৰ্য্য হৈছে এনে—যদি ৰস নিজেই জ্ঞানস্বৰূপ, তেনেহ'লে ব্যঞ্জনাৰ সৈতে একে হৈ পৰে ; কিয়নো ব্যঞ্জনা এক প্ৰকাৰ জ্ঞানবিশেষ। কিন্তু ব্যঞ্জনাই ৰস প্ৰকাশ কৰে। গতিকে ব্যঞ্জনা হ'ল ব্যঞ্জক ( প্ৰকাশক ) আৰু ৰস হ'ল ব্যঙ্গ্য ( প্ৰকাশ্যমান ) ব্যঞ্জকে নিজকে প্ৰকাশ কৰাৰ লগতে অন্যকো প্ৰকাশ কৰে ; যেনেকৈ প্ৰদীপে নিজকে প্ৰকাশ কৰাৰ লগতে পূৰ্ব্বসিদ্ধ ঘটো প্ৰকাশ কৰে। গতিকে প্ৰদীপ ব্যঞ্জক আৰু ঘট ব্যঙ্গ্য। উৎপন্ন আৰু উৎপাদকৰ মাজত যি প্ৰভেদ, ব্যঙ্গ্য আৰু ব্যঞ্জকৰ মাজতো সেই একেই প্ৰভেদ। গতিকে ৰসক ব্যঞ্জনা বুলি ক'লে, ৰস ব্যঙ্গ্য হ'ব নোৱাৰে। ]

এই আশঙ্কা প্ৰকৃততে সত্য। গতিকে কোৱা হৈছে "আস্বাদন নামৰ ব্যাপাৰ কৃতি ( উৎপত্তি ) আৰু জ্ঞপ্তিতকৈ ( ব্যঞ্জনা প্ৰভৃতিতকৈ )

সম্পূৰ্ণ স্বকীয়া প্ৰক্ৰিয়া। ইয়াকে ৰসন, আস্বাদন, চমৎকৰণ আদি বিশিষ্ট লক্ষণযুক্ত আখ্যা দিয়া হয়।" [এইটো প্ৰাচীন মত]

কিন্তু আমি (নবীন আলঙ্কাৰিকসকলে) অভিধা আদি (অভিধা, লক্ষণা, তাৎপৰ্য্য) বৃত্তিতকৈ স্বকীয়া ব্যঞ্জনা নামৰ বৃত্তিৰ সিদ্ধিৰ বাবেই ৰস আদি ব্যঙ্গ্য বুলি কৈছোঁ।

[কাব্য নাটকৰ ব্যঞ্জনা নামৰ একপ্ৰকাৰ বিলক্ষণ বৃত্তি স্বীকাৰ কৰি সেই ব্যঞ্জনা বৃত্তিৰদ্বাৰা ৰসাস্বাদ হয় বুলি কোৱা হৈছে। গতিকে ৰস ব্যঞ্জনা বৃত্তিৰ দ্বাৰা ব্যঙ্গ্য।]

বাৰু, ৰস যদি আনন্দময়, তেনেহলে করুণ আদি ৰসনো কেনেকৈ ৰস হয়? করুণ আদি ৰস দুখময়; গতিকে সেইবিলাক ৰস হোৱা উচিত নহয়? এই প্ৰশ্নৰ উত্তৰত কোৱা হৈছে করুণাদি ৰসো সুখাত্মক।

করুণ আদি ৰসেও যে সুখ জন্মায়, সেই বিষয়ে
সহৃদয়ৰ অনুভৱেই একমাত্ৰ প্ৰমাণ। ৩

করুণ 'আদি' শব্দৰদ্বাৰা বীভৎস, ভয়ানক আদি ৰসৰ কথাও বুজোৱা হৈছে।

তথাপি যিবিলাক সহৃদয় নহয়, তেওঁলোকৰ মুখ বন্ধ কৰিবলৈ অন্য যুক্তি দিয়া হৈছে।

বাৰু, করুণ, বীভৎ আদি ৰসত যদি দুখেই
থাকে, তেনেহ'লে কোনো ব্যক্তিয়েই এইবিলাকৰ
প্ৰতি আগ্ৰহ প্ৰকাশ নকৰিলেহেঁতেন। ৪

কিয়নো, কোনো দৰ্শকেই (সহৃদয়ে) নিজৰ দুখজনক কামলৈ আগ নাবাঢ়ে। করুণ আদি ৰসৰ প্ৰতিও সকলোৰে ঐকান্তিক আগ্ৰহ দেখা যায়; গতিকে এইবিলাক ৰসো সুখময় বুলি স্বীকাৰ কৰিব লাগিব।

বিৰোধী মতৰ অন্য এটা ত্ৰুটিৰ কথা কোৱা হৈছে।

যদি করুণ ৰস দুঃখময় বুলি কোৱা হয়—তেনেহ'লে
ৰামায়ণ আদিও দুখৰ কাৰণ স্বৰূপ হব। ৫

করুণ ৰস যদি দুখজনক হ'লহেঁতেন, তেনেহ'লে করুণ ৰসপ্ৰধান ৰামায়ণ আদিকো দুখৰ কাৰণ বুলি ক'ব লগা হয়।

বাৰু, তেনেহ'লে দুখৰ কাৰণৰপৰা সুখৰ অৰ্থাৎ সুখৰূপ কাৰ্য্যৰ উৎপত্তিনো কেনেকৈ হয়? এই প্ৰশ্নৰ উত্তৰত কোৱা হৈছে :—

লৌকিক নিয়ম অনুসাৰে শোক, হৰ্ষ আদি বিষয়ৰ
কাৰণ উপস্থিত হ'লে লোক সমাজত স্বভাৱতে
লৌকিক শোক, হৰ্ষ আদি কাৰ্য্যৰ উৎপত্তি হয়
আৰু সেই নিয়মে হৈ থাওক। কিন্তু কাব্য জগতৰ
নিয়ম অনুসাৰে সেই শোক, হৰ্ষ আদিৰ কাৰণবোৰে
অলৌকিক বিভাৱত্ব (হেতুত্ব) লাভ কৰা বাবে,
এই সকলোবোৰ কাৰণৰপৰাই সুখ জন্মে—ইয়াত
আৰু দোষ কি? ৬

[কাৰণৰ অনুৰূপ কাৰ্য্য হোৱাটো লৌকিক নিয়ম। এই নিয়ম অনুসাৰে শোকৰ কাৰণৰপৰা শোক আৰু হৰ্ষৰ কাৰণৰপৰা হৰ্ষ জন্মে। এই লৌকিক নিয়ম কাব্য জগতত নাখাটে। তাত শোক, হৰ্ষ আদিৰ সকলোবোৰ কাৰণেই বিভাৱৰূপে পৰিগণিত। সকলো বিভাৱৰূপ কাৰণৰপৰা সুখ আৰু আনন্দ জন্মে—এয়ে কাব্যৰ ৰীতি।]

ৰামৰ বনবাস আদি যিবিলাক ঘটনা লোক-সমাজত "দুখৰ কাৰণ" ৰূপে অভিহিত, সেইবিলাকেই কাব্য-নাটকত সমৰ্পিত হলে, অলৌকিক বিভাৱন-প্ৰক্ৰিয়াৰ সৈতে সংযুক্ত হৈ পৰে। এই সংযোগৰ ফলত তেতিয়া সেইবিলাক কাৰণ শব্দেৰে অভিহিত হ'বলৈ এৰি অলৌকিক বিভাৱ শব্দেৰে অভিহিত হয়। ৰতিক্ৰিয়াত দন্তাঘাত আদিৰপৰা সুখ জন্মাৰ দৰে (শোকৰ কাৰণৰূপে সমাজত স্বীকৃত) বিভাৱ আদিৰ পৰাও সুখহে জন্মে। গতিকে লোক-সমাজত লৌকিক শোক, হৰ্ষ আদিৰ কাৰণৰপৰা লৌকিক শোক, হৰ্ষ আদি জন্মে—এইটো লৌকিক নিয়মহে; কিন্তু কাব্য জগতৰ নিয়ম অনুসাৰে সকলোপ্ৰকাৰ বিভাৱৰপৰাই সুখ জন্মে—এই নিয়মত কোনো দোষ নাই।

বাৰু, তেনেহ'লে হৰিশ্চন্দ্ৰ আদিৰ আখ্যান কাব্য নাটকত শ্ৰৱণ আৰু দৰ্শনত কিয় সহৃদয়ে চকুলো টোকে? এই প্ৰশ্নৰ উত্তৰত কোৱা হৈছে—

এনেকুৱা অশ্রুপাত আদিও সুখ জন্মাৰ দৰেই
হৃদয়-বিগলনৰ ফলস্বৰূপেই হয় বুলি কোৱা হয়। ৭

বাৰু, তেনেহলে কাব্যৰদ্বাৰা কিয় সকলোৰে অন্তৰত এনেকুৱা ৰসাভিব্যক্তি নহয়? তাৰ উত্তৰত কোৱা হৈছে—

ৰতি আদি বাসনা নাথাকিলে ৰসাস্বাদ নজন্মে। ইদানীন্তন
আৰু প্ৰাক্তন দুয়োটা বাসনা ৰসাস্বাদৰ কাৰণ। ৮

( ইদানীন্তন = এই সংসাৰৰ, বৰ্ত্তমান জন্মৰ; প্ৰাক্তন = পূৰ্ব্বজন্মৰ ? বাসনা শব্দৰ অৰ্থ সংস্কাৰ। জন্ম-জন্মান্তৰৰ সংস্কাৰ থাকি যায় আৰু এই জন্মতো ইন্দ্ৰিয়গ্ৰাহ্য সকলো বিষয়ৰ একোটা সূক্ষ্ম সংস্কাৰ সঞ্চিত হয়। )

এই দুটাৰ ভিতৰত যদি প্ৰথমটো অৰ্থাৎ ইদানীন্তন বাসনা ৰসাস্বাদৰ কাৰণ নহলহেঁতেন, তেনেহ'লে শ্ৰোত্ৰিয় আৰু প্ৰৱীণ মীমাংসক আদিৰো ৰসাস্বাদ হ'লহেঁতেন। যদি দ্বিতীয়টো অৰ্থাৎ প্ৰাক্তন বাসনা ৰসাস্বাদৰ কাৰণ নহ'লহেঁতেন, তেনেহ'লে কিছুমান সংসাৰ অনুৰাগী লোকৰো যে ৰসবোধ হোৱা দেখা নাযায়, সেইটো নহলহেঁতেন।

[ এই জন্মত কাৰ্য্য আৰু অভ্যাসৰদ্বাৰা হোৱা বাসনা ( সংস্কাৰ ) আৰু পূৰ্ব্ব জন্মৰ বাসনা এই দুয়োটা থাকিলেহে ৰসাস্বাদ হয়। পূৰ্ব্ব বসনা থকা সত্বেও বৰ্ত্তমান বাসনা নথকা বাবে শ্ৰোত্ৰিয় আদিৰ ৰসস্বাদ নহয়। আকৌ বৰ্ত্তমানৰ বাসনা থকা কিছুমান বিষয় অনুৰাগীৰো যে ৰসাস্বাদ নহয়—তাৰ কাৰণ হৈছে তেওঁলোকৰ পূৰ্ব্ব বাসনা নাই। ]

ধৰ্ম্মদত্তই কৈছে—

বাসনাযুক্ত সামাজিক সকলৰ হে ৰসাস্বাদন হয়।
বাসনাশূন্য সামাজিকসকল ৰঙ্গমঞ্চৰ ভিতৰত থকা
কাঠৰ খুটা, বেৰ আৰু শিলৰ দৰে প্ৰাণহীন।

বাৰু, তেনেহ'লে ৰাম আদিৰ ৰত্নি আদি ভাৱ জাগৰণৰ কাৰণ

স্বৰূপ সীতা আদি কেনেকৈ সামাজিকৰ ৰতি আদি বাসনাৰ উদ্বোধক হয় ? তাৰ উত্তৰত কওঁ—

> বিভাৱ আদিৰ সাধাৰণীকৰণ নামৰ এক প্ৰকাৰ প্ৰক্ৰিয়া আছে। এই প্ৰক্ৰিয়াৰ ফলতে সমুদ্ৰ লঙ্ঘন আদি কাৰ্য্যসমূহ যাৰদ্বাৰা হৈছিল, প্ৰমাতাই ( সহৃদয় সামাজিকে ) তেওঁৰ সৈতে নিজক অভিন্ন বুলি ধৰি, সেই সকলো কাৰ্য্য নিজৰ বুলি ভাৱে। ৯

বাৰু, তেনেহ'লে সমুদ্ৰ লঙ্ঘন আদি কাৰ্য্যৰ প্ৰতি সকলো মানুহৰে কিয় উৎসাহ জন্মে ? এই প্ৰশ্নৰ উত্তৰত কোৱা হৈছে—

> সাধাৰণীকৰণ শক্তিৰদ্বাৰা সামাজিকৰ কাব্য-নাটকৰ নায়ক আদিৰ সৈতে তাদাত্ম্যবোধ জন্মে, সেই বাবে সাধাৰণ মানুহৰ অলৌকিক সমুদ্ৰ আদি লঙ্ঘন কাৰ্যৰ প্ৰতি উৎসাহ জন্মাত একো অসঙ্গতি থাকিব নোৱাৰে। ১০

[ বিভাৱ আদিৰ সাধাৰণীকৰণ কেনেকৈ হয় সেই বিষয়ে ওপৰৰ দুটা কাৰিকাত সংক্ষেপে কোৱা হৈছে। ৰামৰ ৰতি আদিৰ উদ্বোধৰ কাৰণ বা আলম্বন বিভাৱ সীতা, আৰু ৰতি ৰামাশ্ৰিত। কিন্তু ৰামবিষয়ক কাব্য-নাটকৰ ৰস সামাজিকৰ চিত্তাশ্ৰিত, গতিকে ৰামৰ ৰতি উদ্বোধনৰৰ কাৰণ সীতাই কেনেকৈ সহৃদয়ৰ অন্তৰত ৰসসৃষ্টি কৰিব পাৰে ? ৰসানুভাৱ হ'বলৈ হলে আলম্বন, উদ্দীপন আদি বিভাৱসমূহ স্ববিষয়ক হোৱা আৱশ্যক এনে আশঙ্কাৰ সমাধানকল্পে সাধাৰণীকৰণ নামে এটা বিশেষ প্ৰক্ৰিয়াৰ কথা কোৱা হৈছে। এই প্ৰক্ৰিয়াৰ ফলত সামাজিকৰ নায়কৰ সৈতে অভিন্নত্ব বোধ জন্মে।

অভিন্নত্ববোধ বা তাদাত্ম্য প্ৰতীতি দুফালৰপৰা হয়। এফালে লৌকিক কাৰণ বা বস্তু কাব্যত বৰ্ণিত হ'লে অলৌকিক বিভাৱ আদি ৰূপে পৰিণত হয় অলৌকিক বিভাৱ আদি দেশ-কাল-ব্যক্তিৰ সম্পৰ্কমুক্ত হৈ সাধাৰণ (universal) ৰূপে প্ৰতীত হয়। সেয়ে হোৱা বাবে ৰামৰ আলম্বন বিভাৱ সীতা

তেতিয়া ব্যক্তি-বিশেষ বা নায়িকা-বিশেষ নহৈ নৈৰ্ব্যক্তিক বা সাধাৰণৰূপে প্ৰতীত হয়।

আনফালে কাব্য-নাটক আদি শ্ৰৱণ-দৰ্শনৰ ফলত বিভাৱনা ব্যাপাৰৰ সহায়ত বিশেষ ব্যক্তিত্ববোধ বা অন্তৰৰ পৰিমিতত্ববোধ আঁতৰি যায়; ফলস্বৰূপে সামাজিকৰ অন্তৰত সাময়িকভাৱে সাধাৰণ ব্যক্তিত্ববোধ (universal) জন্মে অৰ্থাৎ সামাজিকৰ অন্তৰৰপৰা পৰিমিত প্ৰমাতৃভাৱ বিগলিত হয়। তেতিয়া সামাজিকৰ ক্ষুদ্ৰসত্তাবোধ বৃহৎসত্তাবোধত পৰিণত হয়। গতিকে সামাজিক আৰু নায়কৰ তাদাত্ম্যবোধ জন্মে।]

ৰামাদিগত ৰতি আদিও সাধাৰণীকৰণৰদ্বাৰাই সামাজিকৰ ৰতিৰূপে প্ৰতীত হয়। সেই বিষয়ে কোৱা হৈছে –

সেই একেদৰেই ৰতি আদিও সাধাৰণ হৈয়ে
সামাজিকৰ মনত প্ৰতীত হয়। ১১

যদি ৰতি আদি সামাজিকৰ নিজৰ বুলি প্ৰতীত হয়, তেনেহ'লে তেওঁলোকৰ লাজ, ভয় আদি ভাৱ জন্মা স্বাভাৱিক। আকৌ যদি ৰতি আদি অন্যৰ অৰ্থাৎ নায়কৰ বুলি প্ৰতীত হয়, তেনেহ'লে ৰসাস্বাদ অসম্ভৱ হ'ব (ৰতি আদি আত্মগত নহ'লে ৰতি আদিৰ পৰিণতি-স্বৰূপ ৰসৰ আস্বাদন হ'ব নোৱাৰে, গতিকে ৰতি আদি সাধাৰণ; ই সামাজিকৰো নহয়, কেৱল নায়কৰো নহয়)

কেৱল ৰতি প্ৰভৃতি স্থায়ীভাৱেই নহয়, বিভাৱ আদিও প্ৰথমতে (ৰসাস্বাদৰ পূৰ্ব্বে) সাধাৰণ ৰূপে প্ৰতীত হয়।

ৰসৰ আস্বাদৰ সময়ত সামাজিকৰ এনে প্ৰতীতি হয় –
সমুদ্ৰ লঙ্ঘন আদি কাৰ্য্য অন্যৰ, আকৌ অন্যৰো নহয়;
নিজৰ কিন্তু নিজৰো নহয়।—এনে প্ৰতীতি জন্মা বাবে
সামাজিকৰ বিভাৱ আদিৰ সৈতে কোনো বিভিন্নতা নাথাকে। ১২

[কাব্য-নাটকাদিত বৰ্ণিত সমস্ত বিষয়েই 'স্বগত' আৰু 'পৰগত' এনে ভেদ-প্ৰতীতিৰ ঊৰ্দ্ধত বিৰাজমান হৈ সকলোৰে সাধাৰণ বিষয়ৰূপে প্ৰতীয়মান হয়; গতিকে সেই বিষয়সমূহে নিৰ্দ্বন্দ্ব আনন্দ দিব পাৰে]

বাৰু, বিভাবাদিৰ স্বগত পৰগতাতিৰিক্ত সাধাৰণ ৰূপ স্বীকাৰ কৰা হ'ল ; কিন্তু ইয়াৰপৰা বিভাৱ আদিৰ কেনেকৈ অলৌকিকত্ব প্ৰতিপাদন হয় ? এই প্ৰশ্নৰ উত্তৰত কোৱা হৈছে—

> সহৃদয় সমাজত পূৰ্ব্বে নথকা বিভাৱন আদি ব্যাপাৰৰ হেতুস্বৰূপ হোৱা বিভাৱ আদিক অলৌকিক বুলি কোৱাত দোষ কি ? বৰং অলৌকিকত্ব এইবিলাকৰ গুণস্বৰূপ । ১৩

আদি শব্দৰপৰা অনুভাৱ, সঞ্চাৰীভাৱৰ কথাও কোৱা হৈছে অৰ্থাৎ এইবিলাকো অলৌকিক হৈ পৰে । ইয়াৰ ভিতৰত যি ব্যাপাৰে সামাজিকৰ অন্তৰত ৰতি আদি স্থায়ীভাৱ বিশেষৰূপে ৰসাস্বাদৰ ৰূপত অঙ্কুৰিত হ'বলৈ সমৰ্থ কৰে, তাকে বিভাৱন বোলা হয় । এই প্ৰকাৰে অঙ্কুৰিত ৰতি আদি ভাৱক তাৰ পিছ মুহূৰ্ত্তত ৰসাদিৰূপত পৰিণত কৰা কাৰ্য্যই অনুভাৱন । বিভাৱন আৰু অনুভাৱনৰদ্বাৰা ক্ৰমে অঙ্কুৰিত আৰু পল্লৱিত ৰতি আদি স্থায়ীভাৱৰ সম্যকৰূপে স্পষ্টীকৰণেই সঞ্চাৰণ ।

বিভাৱ, অনুভাৱ আৰু সঞ্চাৰীভাৱ যথাক্ৰমে কাৰণ, কাৰ্য্য আৰু সহকাৰী হোৱা সত্বেও এই তিনিওটাকে কিয় ৰসোদ্বোধৰ কাৰণ বোলা হৈছে ? এই প্ৰশ্নৰ উত্তৰত কওঁ—

> বিভাৱ, অনুভাৱ আৰু সঞ্চাৰীভাৱ লৌকিক ব্যৱহাৰত যদিও কাৰণ, কাৰ্য্য আৰু সঞ্চাৰীৰূপে পৰিগণিত হয়, ৰসোদ্বোধৰ সময়ত এই সকলোবোৰ সম্মিলিতভাৱে কাৰণ স্বৰূপ হয় । ( ৰসোদ্বোধ অলৌকিক, গতিকে লৌকিক নিয়ম সম্পূৰ্ণৰূপে প্ৰযোজ্য নহয় । ) ১৪

যদি ৰসোদ্বোধত বিভাৱ, অনুভাৱ আৰু সঞ্চাৰীভাৱ—এই তিনিওটাই কাৰণস্বৰূপ, তেনেহ'লে তিনিওটা কিয় এককৰূপে প্ৰতিভাত হয় ? উত্তৰত কওঁ—

> ৰসাস্বাদৰ আগতে বিভাৱ, অনুভাৱ আৰু সঞ্চাৰীভাৱ পৃথকৰূপে প্ৰতীয়মান হৈ প্ৰত্যেকেই স্বকীয়া স্বকীয়া ৰূপে

ৰসোদ্বোধৰ কাৰণ হয়। তাৰ পিছত বিভাৱ, অনুভাৱ আৰু সঞ্চাৰীভাৱ এটাইবিলাক মিলিতভাৱে সহৃদয়ৰ হৃদয়ত চৰ্ব্ব্যমান (আস্বাদিত) হয় আৰু প্ৰপাণক ৰসৰ (চৰ্ব্বতৰ ৰস) দৰে আনন্দাত্মক ৰসত পৰিণত হয়। ১৫

মিছিৰী, মৰিচৰ গুড়ি আদিৰ সংমিশ্ৰণত প্ৰস্তুত চৰ্ব্বতৰ এক প্ৰকাৰ অপূৰ্ব্ব সোৱাদ হয়, ঠিক তেনেকৈ বিভাৱ, অনুভাৱ আদিও একত্ৰ হৈ এক অপূৰ্ব্ব আস্বাদ জন্মায় (ৰসাস্বাদ হয়)—এনে অৰ্থকে ৰসাস্বাদৰ বিষয়তো গ্ৰহণ কৰিব লাগব।

এতিয়া প্ৰশ্ন উঠে যে যদি বিভাৱ, অনুভাৱ আৰু ব্যভিচাৰীভাৱ (সঞ্চাৰীভাৱ) এই সকলোবোৰ লগ লাগিহে ৰসোদ্ভৱ হয়, তেনেহ'লে কেনেকৈ কেৱল বিভাৱ, নাইবা বিভাৱ আৰু অনুভাৱ থাকিলেও ৰসোদ্ভৱ হয়? ইয়াৰ উত্তৰত কোৱা হৈছে—

> বিভাৱ, অনুভাৱ আৰু সঞ্চাৰীভাৱৰ (ব্যভিচাৰীভাৱ) ভিতৰত যেতিয়া কেৱল এটা বা দুটাহে থাকে তেতিয়া অনুভাৱ বা সঞ্চাৰীভাৱ ব্যঞ্জনা শক্তিৰদ্বাৰা লগে লগে আক্ষিপ্ত হয় আৰু তাৰপৰা ৰসাস্বাদ জন্মে। গতিকে "বিভাৱাদিত্ৰয় সম্মিলিতভাৱে ৰসোদ্বোধৰ কাৰণ" বুলি কোৱাত একো দোষ নাই। ১৬

[ বিভাৱ, অনুভাৱ আৰু সঞ্চাৰীভাৱ তিনিটা সম্মিলিত ভাৱে ৰসোদ্বোধৰ কাৰণ বুলি আগতে সিদ্ধান্ত কৰা হৈছে; কিন্তু কোনো কোনো ক্ষেত্ৰত কেৱল বিভাৱ আৰু কোনো ক্ষেত্ৰত কেৱল বিভাৱ আৰু সঞ্চাৰীভাৱ থকাতো ৰসোদ্বোধ হোৱা দেখা যায়। গতিকে পূৰ্ব্বসিদ্ধান্ত বিতৰ্কৰ বিষয় হৈ পৰে। এই আশঙ্কা নিৰসন কৰিবলৈকে কোৱা হৈছে যে য'ত কেৱল বিভাৱ থাকে, তাত কাব্যৰ ব্যঞ্জনা শক্তিৰদ্বাৰা অনুভাৱ আৰু সঞ্চাৰীভাৱ তৎক্ষণাৎ আক্ষিপ্ত হয় আৰু য'ত বিভাৱ-অনুভাৱ দুয়োটা থাকে তেনে ক্ষেত্ৰত সঞ্চাৰীভাৱ আক্ষিপ্ত হয়। এইদৰে বিষয়টো ব্যাখ্যা কৰিলে 'বিভাৱাদিত্ৰয় সম্মিলিত ভাৱে ৰসোদ্বোধৰ কাৰণ' বুলি কোৱাত একো দোষ হব নোৱাৰে। অৰ্থাৎ এই তিনিওটাৰ ভিতৰত এটা বা দুটা বাচ্যৰূপে থাকে বাকী এটা বা দুটা ব্যঙ্গ্য ৰূপে থাকে—এইদৰে সিহঁত সম্মিলিত হয়। ]

অন্য ভাৱ অৰ্থাৎ অনুভাৱ আৰু সঞ্চাৰীভাৱ কাব্যৰ প্ৰকৰণ আদিৰ-দ্বাৰা আক্ষিপ্ত হয়। যেনে—

দীৰ্ঘাক্ষং শৰদিন্দু কান্তিৱদনং বাহূ নতাৱংসয়োঃ
সংক্ষিপ্তং নিবিড়োন্নতস্তনমুৰঃ পাৰ্শ্বে প্ৰমৃষ্টে ইৱ।
মধ্যঃ পাণিমিতো নিতম্বি জঘনং পাদাৱুদগ্ৰাঙ্গুলী
ছন্দো নৰ্ত্তয়িতুৰ্যথৈৱ মনসঃ সৃষ্টং তথাস্যাৱপুঃ॥

( আয়তনেত্ৰ, শৰতকালৰ চন্দ্ৰৰ দৰে উজ্জ্বল বদন, বাহুযুগল কান্ধৰ ওচৰত নত, নিবিড় উন্নত স্তনযুগলেৰে ঠেক বুকুখন গাৰ দুয়ো কাষ যেন ঘঁহি মাজি থোৱা, খামুচিয়া কঁকাল, জঘন বিশাল নিতম্বযুক্ত, দুয়োটা ভৰিৰে আঙুলিবোৰ ওপৰলৈ উঠা—যেন নচাওঁতাৰ মনৰ যেনে ইচ্ছা, ঠিক সেইদৰেই এওঁৰ শৰীৰটো গঠিত। )

এই শ্লোকত কেৱল মালবিকাৰূপ বিভাৱৰ বৰ্ণনা কৰা হৈছে যদিও মালবিকাৰ প্ৰতি অভিলাষ প্ৰকাশ কৰা অগ্নিমিত্ৰৰ মনৰ ঔৎসুক্য আদি সঞ্চাৰীভাৱ আৰু 'নয়ন বিস্ফাৰ' আদি অনুভাৱ বাচ্য বিভাৱৰ বৈশিষ্ট্যৰ ফল স্বৰূপে আক্ষিপ্ত হৈছে। অন্যান্য অনুভাৱ আদি আক্ষিপ্ত হোৱাৰ উদাহৰণো এইদৰেই দিব পাৰি।

কোনো কোনোৱে 'ৰস অনুকাৰ্য্যগত' বুলি কয়।

[ প্ৰকৃত ৰাম আদিৰ অনুকৰণত কাব্য-নাটক বৰ্ণিত ৰাম আদি নায়ক নিষ্ঠ, সহৃদয়-হৃদয়নিষ্ঠ নহয়। ]

এই মত যুক্তিযুক্ত নহয়; তাকে তেওঁলোকলৈ লক্ষ্য কৰি কোৱা হৈছে।

পৰিমিত ( সীমাবদ্ধ ) লৌকিক আৰু অন্তৰায়যুক্ত হোৱা বাবে অনুকাৰ্য্যৰ অন্তৰত উদ্বুদ্ধ ৰতি আদি ভাৱ ৰস হব নোৱাৰে। ১৭

সীতাক দেখিলে ৰামৰ অন্তৰত যি ৰতিভাৱৰ উদ্বোধ হয়, সেই ৰতিভাৱ পৰিমিত, লৌকিক আৰু কাব্য-নাটকৰ শ্ৰৱণ-দৰ্শনৰ বাধাস্বৰূপ; গতিকে তেনেকুৱা ৰতিভাৱ কেনেকৈ ৰসত পৰিণত হ'ব পাৰে? যিহেতুকে ৰস এই তিনিটা ধৰ্ম্মতকৈ বেলেগ ধৰ্ম্মযুক্ত।

[ ৰস অনুকাৰ্য্যগত বুলি ক'লে তিনিটা দোষ হয়—(১) পৰিমিতা (২) লৌকিকতা আৰু (৩) বিঘিনিযুক্ততা। সীতাক দেখি ৰামৰ অন্তৰত উদ্ভৱ হোৱা ৰতিভাৱ বৈক্তিক, ৰামতে সীমাবদ্ধ; গতিকে পৰিমিত। দ্বিতীয়তে, লৌকিক ৰীতি অনুসাৰে কাৰ্য্য-কাৰণ সম্বন্ধৰপৰা ৰতিৰ উদ্বোধ হোৱা বাবে লৌকিক, চমৎকাৰবিহীন। তৃতীয়তে এনে ৰতি উদ্বোধৰ বাবে সাংসাৰিক ভোগ-বিলাসৰ হে প্ৰয়োজন, কাব্য-নাটকবৰ্ণিত সঞ্চাৰীভাৱ আদিৰ প্ৰয়োজন নাই বাবে কাব্য নাটকৰ শ্ৰৱণ আৰু দৰ্শনৰ বিঘিনিস্বৰূপ হৈ পৰে। গতিকে পৰিমিত, লৌকিক আৰু বিঘিনিযুক্ত ৰতি আদি ভাৱ ৰসৰূপে পৰিণত হ'ব নোৱাৰে, কিয়নো অসাধাৰণ, অলৌকিক আৰু বিঘিনিশূন্য স্বৰূপতহে ৰসাস্বাদ হয়। ]

সেই একেদৰেই "ৰস অনুকৰ্ত্তাগত" এই মতো দূৰ হয়।

[ উপৰুক্ত মতৰ বিপৰীতে কোনোৱে কয় যে ৰস অনুকৰ্ত্তাগত অৰ্থাৎ নাটক আদিৰ অভিনয় কৰোঁতা নট আদিৰ অনুভৱৰ বিষয়। ]

> কেৱল শিক্ষা, অভ্যাস আদিৰ প্ৰভাৱত নট অৰ্থাৎ অভিনেতাই ৰাম আদিৰ স্বৰূপ প্ৰদৰ্শন কৰে; অভিনেতা কেতিয়াও ৰসৰ আস্বাদক হ'ব নোৱাৰে। কিন্তু, কাব্যাৰ্থ ভাৱনাৰ উপলব্ধিৰদ্বাৰা নটো সভ্যৰূপে পৰিগণিত হব পাৰে। ১৮-১৯

যদি নটেও কাব্যাৰ্থ-ভাৱনাৰদ্বাৰা ৰাম আদিৰ স্বৰূপত্ব নিজে দেখুৱায়, তেতিয়া নটো সামাজিকৰে এজন বুলি গণ্য হয় আৰু অন্যান্য সামাজিকৰ ৰসাস্বাদ হোৱাৰ দৰে নটৰো ৰসাস্বাদ হয়।

[ নটে অভিনয়ৰ কলা শিকি আৰু অভ্যাস কৰি ৰঙ্গমঞ্চত তাকে প্ৰদৰ্শন কৰে আৰু নিজকে ৰাম আদিৰ ৰূপত দেখুৱায়: এই কাৰ্য্যৰদ্বাৰা নটৰ ৰসাস্বাদ হ'ব নোৱাৰে। যদি নটৰ হৃদয়তো কাব্যাৰ্থৰ ভাৱনা বা ৰসনাৰ সৃষ্টি হয়, তেনেহ'লে তেতিয়া নট আৰু নট হৈ নাথাকে, হৃদয় সংবাদৰ অংশভাগী সহৃদয় হয়। অৰ্থাৎ কেৱল অভিনয় কৰিলেই অভিনেতাৰ ৰসাস্বাদ নহয়, নায়কৰ সৈতে হৃদয় সংবাদৰ অংশীদাৰ হ'লে সহৃদয় সামাজিকৰূপেহে অভিনেতাৰ ৰসাস্বাদ হ'ব পাৰে। ]

> **প্ৰতীতিৰ ব্যভিচাৰ নাই বাবে অৰ্থাৎ ৰসৰ অবিচ্ছিন্ন প্ৰতীতি হয় বুলি ৰস জ্ঞাপ্য বস্তুও নহয়। ২০**

জ্ঞাপ্য ঘট আদি স্বৰূপত থকা অৱস্থাতো কেতিয়াবা অজ্ঞাত হৈ থাকে, ৰস কিন্তু এনেকুৱা নহয়। ৰসপ্ৰতীতি নোহাৱাকৈ ৰসৰ অস্তিত্বই নাথাকে।

[ জ্ঞাপ্য বস্তুৰ স্বৰূপ এয়ে যে অস্তিত্ব থাকিলেও কেতিয়াবা জ্ঞাপ্য বস্তু অজ্ঞাত হৈ থাকে, কিন্তু ৰস এনে লক্ষণাক্ৰান্ত নহয়। ৰসৰ অস্তিত্ব আছে অথচ ৰসানুভৱ হোৱা নাই এনে অৱস্থা কেতিয়াও দেখা নাযায়। অৰ্থাৎ ৰসৰ অনুভূতিৰ অতিৰিক্ত সত্তা নাই, গতিকে ঘট, পট আদিৰ দৰে জ্ঞাপ্য নহয়। ]

ৰস কোনো কাৰণৰপৰা জন্মা কাৰ্য্যও নহয়; কিয়নো বিভাৱ, অনুভাৱ আৰু সঞ্চাৰীভাৱ সামূহিকভাৱে ৰসৰ আশ্ৰয়স্বৰূপ। (ৰস, বিভাৱাদি জ্ঞানৰপৰা উৎপন্ন হোৱা কোনো বস্তু নহয়। ) ২১

ৰস কাৰ্য্য হোৱা হলে, বিভাৱাদিৰ জ্ঞান ৰসৰ কাৰণ হ'লহেঁতেন আৰু সেয়ে হোৱা হ'লে, ৰস প্ৰতীতিৰ সময়ত বিভাৱাদিৰ প্ৰতীতি নহ'লহেঁতেন। কিয়নো, কাৰণ-জ্ঞান আৰু সেই কাৰণৰপৰা জন্মা কাৰ্য্য-জ্ঞানৰ যৌগপদ্য ( একে সময়তে হোৱা ) দেখা নাযায়। চন্দনৰ স্পৰ্শ-জ্ঞান আৰু তাৰপৰা জন্মা সুখৰ জ্ঞান একে সময়তে হোৱাটো সম্ভৱপৰ নহয়। ৰসে বিভাৱাদিক সামূহিকভাৱে আলম্বন কৰি থাকে বাবে বিভাৱ আদিৰ জ্ঞান ৰসজ্ঞানৰ কাৰণ নহয়—এয়ে হৈছে বক্তব্যৰ তাৎপৰ্য্য।

[ বিভৱাদিক কাৰণ আৰু ৰস তাৰ কাৰ্য্য বুলি ক'ব নোৱাৰি; কিয়নো কাৰণ জ্ঞান আৰু কাৰ্য্যজ্ঞানৰ পাৰ্থক্য আছে আৰু দুয়োটা জ্ঞান একে সময়তে হ'ব নোৱাৰে। বিভাৱাদিৰ জ্ঞান আৰু ৰসজ্ঞান একে সময়তে হয়, গতিকে বিভাৱাদি ৰসৰ কাৰণ নহয় আৰু ৰসো কাৰ্য্য নহয়। ]

ৰসৰ পূৰ্ব্বসংবেদন নাই অৰ্থাৎ বিভাৱাদি জ্ঞান হোৱাৰ আগতে ৰসৰ প্ৰতীতি নহয়; আকৌ অসংবেদন কালত অৰ্থাৎ ৰস প্ৰতীতি হোৱাৰ আগতে ৰসৰ অস্তিত্বও নাথাকে—এই কাৰণে ৰস নিত্য বস্তুও নহয়। ২২

প্ৰতীতি নোহোৱা অৱস্থাতো নিত্যবস্তুৰ অস্তিত্ব নোহোৱাকৈ নাথাকে।

[ প্ৰতীতি নোহোৱাকৈ থকা অৱস্থাতো নিত্য বস্তুৰ অস্তিত্ব থাকে, ৰস নিত্যবস্তু হোৱা হ'লে ৰসপ্ৰতীতি নোহোৱা অৱস্থাতো ৰসৰ অস্তিত্ব অনুভূত হ'লহেঁতেন ; কিন্তু প্ৰতীতিৰ বাহিৰে ৰসৰ অন্য অস্তিত্ব নাই ; গতিকে ৰস নিত্যবস্তু নহয়। ]

ৰস সাক্ষাৎ আনন্দময় আৰু স্বপ্ৰকাশ বাবে ভৱিষ্যৎ কালৰ নিষ্পদ্যমান বস্তুও নহয় ; আকৌ ৰস কাৰ্য্য আৰু জ্ঞাপ্য বস্তুতকৈ সম্পূৰ্ণ সুকীয়া বুলি বৰ্ত্তমান কালৰ নিষ্পন্ন বস্তুও নহয়। বিভাৱ আদিৰ বিশেষ জ্ঞানৰ বিষয়ৰূপে সহৃদয়ৰ চিত্তত প্ৰতিভাত হোৱা কাৰণে আৰু অত্যন্ত সুখময়ৰূপে স্পষ্টভাৱে জ্ঞেয় হোৱা বাবে ৰসক নিৰ্বিকল্প জ্ঞানৰ বিষয় বুলিবও নোৱাৰি। কিন্তু সেই বুলি ৰস সবিকল্পকজ্ঞানৰ বিষয়ো নহয়, কিয়নো ৰস বাচক আৰু লক্ষক শব্দেৰে প্ৰকাশ কৰিব পৰা বস্তু নহয়। ২৩-২৫

সবিকল্পক জ্ঞানেৰে বুজিব পৰা বস্তুবোৰ শব্দেৰে প্ৰকাশ কৰিব পাৰি ; কিন্তু ৰসক সেইদৰে বাচক আৰু লক্ষক শব্দেৰে প্ৰকাশ কৰিব নোৱাৰি।

[ সবিকল্পক আৰু নিৰ্বিকল্পক, জ্ঞানৰ এই দুটা ভাগ। সবিকল্পক জ্ঞানৰ সহায়ত জনা ঘট, পট আদি বস্তুবোৰৰ বিষয়ে কথাৰে প্ৰকাশ কৰিব পাৰি। তেতিয়া জ্ঞান, জ্ঞেয় আৰু জ্ঞাতা সুকীয়া ৰূপত থাকে। নিৰ্বিকল্পক জ্ঞান-গম্য বস্তু বাক্যেৰে প্ৰকাশ কৰিব নোৱাৰি, কিয়নো নিৰ্বিকল্পক জ্ঞান হোৱাৰ সময়ত জ্ঞান, জ্ঞেয় আৰু জ্ঞাতা এই তিনিওটা অভিন্ন হৈ জ্ঞানস্বৰূপ মাত্ৰ থাকে। নিৰ্বিকল্পক জ্ঞান, নাম, ৰূপ, জাতি আদি বিশেষত্ববৰ্জিত। ]

ৰসক অতীন্দ্ৰিয় বা ইন্দ্ৰিয়গ্ৰাহ্য একো বুলি কব নোৱাৰি।

ৰস সাক্ষাৎ অনুভৱৰূপে প্ৰতীত হয়, গতিকে অতীন্দ্ৰিয় হব নোৱাৰে। আকৌ ৰস অলৌকিক শাব্দজ্ঞান, গতিকে অপৰোক্ষও নহয় অৰ্থাৎ ইন্দ্ৰিয়গ্ৰাহ্যও নহয়। ২৬

[ কেৱল শাব্দবোধৰপৰা হোৱা জ্ঞানহে অপ্ৰত্যক্ষ, কিন্তু সহৃদয়ৰ ক্ষেত্ৰত নাট্য-কাব্যৰ দৰ্শন-শ্ৰৱণ কালত মানসিক প্ৰত্যক্ষত্ব লাভ হয়; গতিকে 'অপৰোক্ষ' কথাষাৰে ইয়াত অন্য প্ৰত্যক্ষতকৈ ভিন্ন এই অৰ্থ প্ৰকাশ কৰিছে। ]

তেনেহলে—

কোৱাচোনবাৰু, অদৃষ্টপূৰ্ব্ব আৰু অশ্ৰুতপূৰ্ব্ব কি প্ৰকাৰেনো ৰসৰ তত্ত্বনিৰূপণ কৰা হয় ? তাৰ উত্তৰত কোৱা হৈছে—

গতিকে ৰস অলৌকিক আৰু কেৱল সহৃদয়সকলেহে
সত্যৰূপে অনুভৱ কৰিব পাৰে। ২৭

ৰস যে সচাঁকৈয়ে আছে, তাৰনো প্ৰমাণ কি ? তাৰ উত্তৰত কোৱা হৈছে—

ৰসৰ অস্তিত্বৰ একমাত্ৰ প্ৰমাণ হ'ল সহৃদয় সামাজিকৰ
চৰ্ব্বণা বা ৰসনা ; ৰস চৰ্ব্বণাস্বৰূপ বাবে সহৃদয়ৰ আস্বাদ
অনুভৱতকৈ বেলেগ নহয। ২৮

চৰ্ব্বণাৰ অৰ্থ আস্বাদন। "কাব্যাৰ্থৰ ( বিভাৱাদিৰ ) সন্মিলনৰ ফলত আত্মানন্দৰ সম্যক্ উদ্ভৱেই আস্বাদ" বুলি আস্বাদৰ কথা আগতে কোৱা হৈছে। বাৰু, ৰস যদি কাৰ্য্য বস্তু নহয়েই, তেনেহ'লে কিয় মহৃষ ভৰতে বিভাৱ অনুভাৱ আৰু ব্যভিচাৰী ভাৱৰ সংযোগত ৰসৰ নিষ্পত্তি হয় বুলি কৈছে ?

এই প্ৰশ্নৰ উত্তৰত কওঁ—

প্ৰকৃততে চৰ্ব্বণাৰহে নিষ্পত্তি হয়। চৰ্ব্বণাৰ নিষ্পত্তিকে
ৰসত আৰোপ কৰাত ঔপচাৰিক বা গৌণ ৰূপেহে ৰসৰ
নিষ্পত্তি হয়। ২৯

[ প্ৰকৃততে ৰসৰ নিষ্পত্তি বা উৎপত্তি নহয়। বিভাৱাদিৰ সংযোগত যি বস্তুৰ নিষ্পত্তি হয়, সি হৈছে ৰসনা বা চৰ্ব্বণা। ৰস আৰু ৰসনা বা চৰ্ব্বণাৰ অভেদ কল্পনাৰদ্বাৰা চৰ্ব্বণাৰ নিষ্পত্তিকে ৰসত আৰোপ কৰি ৰসৰ নিষ্পত্তি বুলি কোৱা হৈছে। ]

প্ৰকৃততে কিন্তু ৰসনা বা চৰ্ব্বণা ৰসতকৈ বেলেগ নহয় বাবে চৰ্ব্বণাও কাৰ্য্য নহয়। তথাপি চৰ্ব্বণা কেতিয়াবাহে হয় (কেতিয়াবাহে ৰসানুভৱ হয়)—অৰ্থাৎ সদায় নাথাকে গুণে আৰু আবিৰ্ভাৱ আৰু তিৰোভাৱ থকা বাবে, কাৰ্য্যবস্তুৰ ধৰ্ম্ম চৰ্ব্বণাত আৰোপৰদ্বাৰা চৰ্ব্বণাক কাৰ্য্যবস্তু বুলি ক'ব পাৰি। চৰ্ব্বণাৰ স্বৰূপ ৰসত আৰোপ কৰি ৰসকো সেইদৰেহে কাৰ্য্য বোলা হয়।

ৰসৰ অবাচ্যত্ব অৰ্থাৎ শব্দৰ অভিধা আদি বৃত্তিৰদ্বাৰা যে ৰস প্ৰকাশযোগ্য নহয়, সেই বিষয়ে ব্যঞ্জনা নিৰূপণ প্ৰসঙ্গত কোৱা হৈছে। ৩০

আদি শব্দৰপৰা অলক্ষ্যত্ব আদিও বুজিব লাগিব অৰ্থাৎ শব্দৰ লক্ষণা আদি বৃত্তিৰেও ৰস প্ৰকাশ নহয়।

বাৰু, ৰাতি আদি ভাৱ মিলিত ভাৱেহে যদি ৰস হয়, তেনেহ'লে ৰস কেনেকৈ স্বপ্ৰকাশ আৰু অখণ্ডস্বৰূপ হয়? এই প্ৰশ্নৰ উত্তৰত কোৱা হৈছে।

জ্ঞানৰ সৈতে একৰূপত্ব প্ৰাপ্ত হৈ ৰতি আদি ভাৱ ৰসত পৰিণত হয়, কাৰণেই ৰসৰ স্বপ্ৰকাশত্ব আৰু অখণ্ডত্ব সিদ্ধ হয়। ৩১

[বিভাৱাদিৰ সমূহালম্বনাত্মক যি অনুভৱ সেই অনুভৱ আৰু জ্ঞান স্বকীয়া বস্তু নহয়, জ্ঞানৰ সৈতে একে, গতিকে ৰস স্বপ্ৰকাশ আৰু অখণ্ডস্বৰূপ।]

যদি ৰতি আদি ভাৱ প্ৰকাশ শৰীৰ জ্ঞানতকৈ বেলেগ হ'লহেঁতেন, তেতিয়া হ'লে ৰস স্বপ্ৰকাশ নহলহেঁতেন। কিন্তু ৰস আৰু জ্ঞানৰ একাত্মতা স্বীকাৰ কৰা হৈছে, সেইকাৰণে স্বপ্ৰকাশত্ব অসিদ্ধ নহয়। কোৱা আছে—"ৰস আৰু চৰ্ব্বণাৰ মাজত কোনো প্ৰকাৰ প্ৰকৃত প্ৰভেদ নাই। ৰস যেনেকৈ কাৰ্য্য নহয়, চৰ্ব্বণাও তেনেকৈ কাৰ্য্য নহয়। তথাপি চৰ্ব্বণা সদায় নহয় বাবে আৰু আবিৰ্ভাৱ আৰু তিৰোভাৱ থকা বাবে গৌণভাৱে চৰ্ব্বণাৰ কাৰ্য্যত্ব কল্পনা কৰা হৈছে অৰ্থাৎ চৰ্ব্বণাক কাৰ্য্য বুলি ধৰা হৈছে।

সহৃদয়-হৃদয়ৰ অনাদি বাসনাৰ পৰিণতিস্বৰূপ ৰতি আদি ভাৱৰ সৈতে চৰ্ব্বণাক একে বুলি ধৰি ৰতি আদি ভাৱকো চৰ্ব্বণাৰ দৰেই উপচাৰিক ভাৱে কাৰ্য্য বুলি ধৰা হয়।”

চৰ্ব্বণা আৰু ৰস সুখৰ সৈতে একে বুলি স্বীকাৰ কৰিলে আমাৰ সিদ্ধান্তৰ নিৰাপদ শয্যাত শুই দিব্য-বৰ্ষ সহস্ৰ ( দেৱতাৰ বছৰেৰে এহেজাৰ বছৰ ) কাল সুখৰ নিদ্ৰা উপভোগ কৰিব পাৰিবা।

[ সত্ত্বোদ্ৰেকৰ ফলত আত্ম-চৈতন্য প্ৰকাশ হ'লেই সুখ বা আনন্দ হয়। ৰস আৰু চৰ্ব্বণাক সুখৰ সৈতে একে বুলি স্বীকাৰ কৰি ললে কোনো অসঙ্গতি বা বিবাদ নাথাকে। ]

উক্ত আছে—“যদিও ৰস স্বপ্ৰকাশ আনন্দস্বৰূপ তথাপি সহৃদয় সামাজিকে জন্ম-জন্মান্তৰৰ সঞ্চিত বাসনাৰদ্বাৰা উদ্বুদ্ধ ৰতি আদি ভাৱৰ সৈতে একে বুলি ৰস অনুভৱ কৰে।”

যিবিলাকে জ্ঞানৰ স্বপ্ৰকাশত্ব স্বীকাৰ নকৰে, বৈদান্তিকসকলেই তেওঁলোকৰ মূৰত দণ্ড প্ৰহাৰ কৰক।

[ বৈদান্তিকে জ্ঞান স্বপ্ৰকাশ বুলি কয়, কিন্তু নৈয়ায়িকআদিয়ে জ্ঞানৰ স্বপ্ৰকাশতা স্বীকাৰ নকৰে। গ্ৰন্থকাৰ এই বিষয়ৰ বিবাদত সোমোৱা নাই। জ্ঞানৰ স্বপ্ৰকাশত্ব প্ৰতিপাদন কৰাৰ ভাৰ বৈদান্তিকৰ ওপৰত দি তেওঁ বেদান্ত সিদ্ধ মত অনুসাৰে জ্ঞান আৰু ৰস স্বপ্ৰকাশ বুলি কৈছে, কিয়নো জ্ঞান আৰু ৰসাস্বাদ অভিন্ন। ]

সহৃদয়ৰ অন্তৰৰ ৰতি আদি ভাৱ আৰু কাব্য-নাটকবৰ্ণিত বিভাৱাদিৰ একাত্মতা দেখা যায়, গতিকে ৰস অখণ্ড। ৰতি আদি ভাৱ প্ৰথমে এটা এটাকৈ প্ৰতীয়মান হয়, কিন্তু পিছত সকলোবোৰ একেলগ হৈ প্ৰকাশ হয় আৰু ৰসত পৰিণত হয়।

কথিত আছে—

> “বিভাৱ, অনুভাৱ, সঞ্চাৰীভাৱ, সাত্ত্বিকভাৱ আৰু ব্যভিচাৰী ভাৱ প্ৰথমে ভাগ ভাগকৈ প্ৰতীয়মান হ'লেও পিছত এই সকলোবোৰ অখণ্ডৰূপে প্ৰতীয়মান হয়।”

কিন্তু প্ৰকৃততে বিভাৱ আদি বেদান্ত-প্ৰসিদ্ধ ব্ৰহ্মতত্ত্বৰ দৰে অখণ্ড বুলি বুজিব লাগে। বিভাৱ, অনুভাৱ ব্যভিচাৰী ভাৱনো কেনেকুৱা, এই জিজ্ঞাসাৰ উত্তৰত প্ৰথমে বিভাৱৰ কথা কোৱা হৈছে।

## বিভাৱ ঃ

জনসমাজত যি যি বস্তু লৌকিক ৰতি আদি ভাৱৰ উদ্বোধক, কাব্য নাটকত বৰ্ণিত হ'লে সেইবিলাককেই বিভাৱ বোলা হয়। ৩২

মনুষ্য-জীৱনত ৰাম আদি পুৰুষৰ হৃদয়ত ৰতি-হাস্য-শোক আদি ভাৱ উদ্বোধন হোৱাৰ সীতা আদি ৰূপ যিবোৰ কাৰণ, সেইবোৰকে কাব্য-নাটকত সন্নিবিষ্ট কৰি "এইবোৰৰদ্বাৰা সহৃদয় সামাজিকসকলৰ হৃদয়স্থ অনাদি ৰতি আদি বাসনা ৰসৰ অঙ্কুৰ প্ৰাদুৰ্ভাৱ হোৱাৰ যোগ্য কৰি লোৱা হয়" কাৰণে তাক বিভাৱ বোলে।

ভৰ্তৃহৰিয়েও কৈছে—

"শব্দৰদ্বাৰা উপনিবদ্ধ আৰু সেইবাবে শাব্দবোধৰ বিষয়ীভূত কংস-কৃষ্ণ আদি পৰোক্ষ পদাৰ্থও বধ্য-ঘাতকৰূপে সহৃদয়সকলৰ প্ৰত্যক্ষ যেন হৈ পৰে।"

( সহৃদয়ৰ হৃদয়ত বাহিৰৰ আৰু অতীতৰ পদাৰ্থও বুদ্ধিগম্য হৈ প্ৰত্যক্ষভাৱে বিৰাজমান হয়। )

## বিভাৱৰ ভেদ ঃ

বিভাৱ দুই প্ৰকাৰ—আলম্বন বিভাৱ আৰু উদ্দীপন বিভাৱ। এই দুই প্ৰকাৰ বিভাৱৰ ভিতৰত নায়ক আদি আলম্বন বিভাৱ ; কিয়নো নায়ক আদিক আলম্বন কৰিয়েই ৰসোৎপত্তি হয়। ৩৩-৩৪

'নায়ক আদি'—ইয়াত আদি শব্দৰদ্বাৰা নায়িকা, প্ৰতিনায়িকা আদিকো বুজোৱা হৈছে। কোন ৰসৰ কি বিভাৱ, সেই বিষয়ে সেই সেই ৰসৰ বৰ্ণনাত কোৱা হ'ব।

**নায়কৰ স্বৰূপ নিৰূপণ ঃ**

ত্যাগী, কৃতী, কুলীন, সুশ্ৰী, ৰূপ-যৌৱনসম্পন্ন, উৎসাহী, কৰ্ম্মনিপুণ, লোকপ্ৰিয়, তেজস্বী, বৈদগ্ধ্যসম্পন্ন, সৎচৰিত্ৰৱান্ জনেই নায়ক—অৰ্থাৎ এইবিলাকেই নায়কৰ লক্ষণ। ৩৫

দক্ষ = ক্ষিপ্ৰকাৰী, শীল = সৎচৰিত্ৰ। এনেকুৱা গুণসম্পন্ন জন কাব্য-নাটকত নায়ক হবৰ যোগ্য।

**নায়কৰ প্ৰকাৰ ঃ**

প্ৰথমতে নায়ক চাৰি প্ৰকাৰ—(১) ধীৰোদাত্ত, (২) ধীৰোদ্ধত, (৩) ধীৰললিত আৰু (৪) ধীৰপ্ৰশান্ত। ৩৬

ধীৰোদাত্ত নায়কৰ লক্ষণ—

আত্মশ্লাঘাহীন, ক্ষমাশীল, অতি গম্ভীৰ, সুখ-দুখত অভিভূত নোহোৱা, স্বভাৱতে ধীৰ, স্বাভিমানী অথচ বিনয়ী, দৃঢ়সংকল্প যুক্ত নায়কক ধীৰোদাত্ত নায়ক বোলা হয়। ৩৭

অৰ্থ সুস্পষ্ট।

অবিকত্থন = যি আত্মশ্লাঘা নকৰে, মহাসত্ব = যাক শোক-হৰ্ষ-আদিয়ে অভিভূত কৰিব নোৱাৰে, নিগূঢ়মান = যি নিজৰ বিনয়েৰে গৰ্বভাৱ লুকাই ৰাখে। দৃঢ়ব্ৰত = যি অঙ্গীকৃত কাৰ্য্য সম্পাদন কৰে। যেনে—ৰাম, যুধিষ্ঠিৰ আদি।

ধীৰোদ্ধত নায়কৰ লক্ষণ—

প্ৰতাৰণাশীল, উগ্ৰস্বভাৱসম্পন্ন, অস্থিৰ প্ৰকৃতিৰ, অহঙ্কাৰী, মদগৰ্ব্বী আৰু আত্মশ্লাঘাপৰায়ণ নায়কক নাট্যবিদ্সকলে ধীৰোদ্ধত নায়ক বুলি কয়। ৩৮

যেনে—ভীমসেন আদি।

ধীৰললিত নায়কৰ লক্ষণ—

নিশ্চিন্ত, মৃদুস্বভাৱসম্পন্ন, দিনে-নিশাই কলা চৰ্চ্চাত নিমগ্ন নায়কক ধীৰললিত নায়ক বোলা হয়। ৩৯

কলা = নৃত্য আদি। যেনে—ৰত্নাৱলী আদি নাটিকাত বৎসৰাজ আদি।

**ধীৰপ্ৰশান্ত নায়কৰ লক্ষণ—**

সকলো শ্ৰেণীৰ নায়কৰ সাধাৰণ গুণ ত্যাগ আদি বাহুল্যভাৱে থকা দ্বিজ আদি নায়কক ধীৰপ্ৰশান্ত নায়ক বোলা হয়। ৪০

যেনে—মালতী-মাধৱ আদিত মাধৱ আদি।

এই চাৰি প্ৰকাৰ নায়ক শৃঙ্গাৰ আদি ৰসত চতুৰ্ধা বিভক্ত—

এই ধীৰোদাত্ত, ধীৰোদ্ধত, ধীৰললিত আৰু ধীৰপ্ৰশান্ত নায়কেই দক্ষিণ, ধৃষ্ট, অনুকূল আৰু শঠ এই চাৰি ভাগত বিভক্ত হৈ ষোল প্ৰকাৰ হয়। ৪১

ইয়াৰ তাৎপৰ্য্য এয়ে যে শৃঙ্গাৰ ৰসাত্মক কাব্য-নাটকত ধীৰোদাত্ত আদি চাৰি প্ৰকাৰ নায়কৰ প্ৰত্যেকেই দক্ষিণ, ধৃষ্ট, অনুকূল আৰু শঠ হোৱাত মুঠতে নায়কৰ ষোল প্ৰকাৰ ভেদ পোৱা হয়।

শৃঙ্গাৰ ৰসত দক্ষিণ নায়ক—

এই নায়কবিলাকৰ ভিতৰত "যি অনেক মহিলাত সমানে অনুৰাগ প্ৰকাশ কৰে, তেওঁকে দক্ষিণ নায়ক বোলা হয়।" ৪২

'অনেক' বুলি কোৱাৰ অভিপ্ৰায় এয়ে যে দুই, তিনি বা চাৰি গৰাকী নায়িকাত সমানে অনুৰাগ প্ৰকাশ কৰিলে দক্ষিণ নায়ক বোলা হয়। যেনে—

স্নাতা তিষ্ঠতি কুন্তলেশ্বৰসুতা, ৱাৰোঽঙ্গৰাজস্বসু
দ্যূতৈৰাত্ৰিৰিয়ং জিতা কমলয়া, দেৱী প্ৰসাদ্যাদ্যচ।
ইত্যন্তঃপুৰসুন্দৰীঃ প্ৰতি ময়া ৱিজ্ঞায় ৱিজ্ঞাপিতে
দেৱেনাপ্ৰতিপত্তিমূঢ়মনসা দ্বিত্ৰাঃ স্থিতং নাড়িকাঃ॥

[ প্ৰতীহাৰীৰ উক্তি: যেতিয়া মই অন্তঃপুৰৰ সুন্দৰীসকলৰ বাতৰি মহাৰাজৰ ওচৰত এইদৰে নিৱেদন কৰিলোঁ—'মহাৰাজ! কুন্তল ৰাজকুমাৰীয়ে ঋতুস্নান সমাপন কৰি প্ৰতীক্ষা কৰিছে, আজি আপোনাৰ অঙ্গৰাজৰ ভগিনীৰ সৈতে মিলনৰ দিন, কমলাই পাশা খেলত জিকি আজি ৰাতিটো লাভ কৰিছে, মহাৰাণীকো আজি

আপুনি প্ৰসন্ন কৰিব লাগে' তেতিয়া মহাৰাজে কি কৰিব কি নকৰিব একো স্থিৰ কৰিব নোৱাৰি দুই-তিনি দণ্ডমান সময় মনে মনে থাকিল। ].

ধৃষ্ট নায়ক—

অন্যৰ প্ৰতি প্ৰণয়াসক্ত হৈ অপৰাধী হ'লেও নায়িকাৰ প্ৰতি ভয়-শঙ্কাহীন, নায়িকাৰ ওচৰত তিৰস্কৃত হৈয়ো লজ্জিত নহয়, স্পষ্টভাৱে নিজৰ দোষ প্ৰকাশ হ'লেও মিছা কথা কয়—এনে নায়কেই ধৃষ্ট নায়ক। ৪৩

যেনে মোৰ ( বিশ্বনাথ কবিৰাজৰ ) ৰচনাৰ পৰা :

শোণং ৱীক্ষ্য মুখং ৱিচুম্বিতুমহং যাতঃ সমীপং ততঃ
পাদেন প্ৰহৃতং তযা সপদি তং ধৃত্বা সহাসে মযি।
কিঞ্চিত্তত্ৰ ৱিধাতুমক্ষমতযা ৱাষ্পং সৃজন্ত্যাঃ সখে
ধ্যাতশ্চেতসি কৌতুকং ৱিতনুতে কোপোঽপি ৱামভ্ৰুৱঃ ॥

[ বন্ধু! প্ৰিয়াৰ মুখখনি ৰঙা পৰি উঠা দেখি চুমা খাওঁ বুলি মই যেতিয়া ওচৰ চাপি গ'লোঁ, তেতিয়া তেওঁ মোক গোৰ মাৰি দিলে। মই তেতিয়া হাঁহি হাঁহি ভৰিখন বুকুত সাবটি ধৰাত প্ৰিযাই আৰু একো কৰিব নোৱাৰি চকুলো টুকিবলৈ ধৰিলে। সুন্দৰীৰ সেই প্ৰণয়-কোপৰ কথা সুঁৱৰিলে অন্তৰত এতিয়াও কৌতুক জন্মে। ]

একানিৰত অনুকূল নাযক। ৪৪

একমাত্ৰ নাযিকাৰ প্ৰতি অনুৰাগী নাযকেই অনুকূল নাযক।

অস্মাকং সখি! ৱাসসী ন ৰুচিৰে গ্ৰৈৱেয়কং নোজ্জ্বলম্
নো ৱক্ৰা গতিৰুদ্ধতং ন হসিতং নৈৱাস্তি কশ্চিন্মদঃ।
কিন্ত্বন্যেঽপি জনা ৱদন্তি সুভগোঽপ্যস্যাঃ প্ৰিযো নান্যতো
দৃষ্টিং নিক্ষিপতীতি ৱিশ্বমিয়তা মন্যামহে দুঃস্থিতম্ ॥

[ কোনো নায়িকাৰ সখীৰ প্ৰতি উক্তি: সখী! মোৰ কাপোৰ-কানি ভাল নহয়, কণ্ঠহাৰো জকমকীয়া নহয়, খোজ-কাটলো বঙ্কিম নহয়, হাঁহিতো দীপ্ততা নাই, মোৰ কোনো প্ৰকাৰ অহঙ্কাৰ নাই। তথাপি আন সকলো মানুহেই

কৰ্ম এই ৰমণীৰ প্ৰিয়তমে সুদৰ্শন হৈয়ো অন্য কোনো সুন্দৰীৰ ফালে চকু নিদিয়ে' এনে কথা কাণত পৰিলে মোৰ এনেহে লগে যেন (মোৰ বাহিৰে) গোটেই খন সংসাৰ দুখত বুৰি আছে।]

শঠ নায়কৰ লক্ষণ ঃ

যি নায়কে এগৰাকী নায়িকাৰ প্ৰতি আসক্ত হৈ আন এগৰাকী প্ৰেমিকাৰ প্ৰতি বাহ্যিক অনুৰাগ দেখুৱাই গোপনে অপ্ৰিয় আচৰণ কৰে, সেই নায়কক শঠ নায়ক বোলা হয়। ৪৫

অৰ্থাৎ যি নায়কে এগৰাকী নায়িকাৰ প্ৰতি অনুৰক্ত হৈ বাহিৰত দুগৰাকী নায়িকাত সমানে অনুৰাগ দেখুৱায়, কিন্তু প্ৰকৃততে যি নায়িকাৰ প্ৰতি আসক্তি নাই, সেই নায়িকাৰ প্ৰতি গোপনে অসৎ আচৰণ কৰে; সেই নায়কক শঠ নায়ক বোলা হয়।

উদাহৰণ, যেনে—

শঠান্যস্যাঃ কাঞ্চীমণিৰণিতমাকৰ্ণ্য সহসা
যদাশ্লিষ্যন্নেৱ প্ৰশিথিল ভুজগ্ৰন্থিৰভৱঃ।
তদেতৎক্বাচক্ষে ঘৃতমধুময়ত্বদবহুবচো
ৱিষেণাঘূৰ্ণন্তী কিমপি ন সখী মে গণয়তি॥

[নায়িকাৰ সখীয়েকৰ নায়কৰ প্ৰতি উক্তি ঃ হে ধূৰ্ত্ত! সখীক আলিঙ্গন কৰা সময়ত হঠাতে অন্য ৰমণীৰ (তোমাৰ প্ৰিয়াৰ) কাঞ্চীলগ্ন মণিৰত্নৰ শব্দ শুনি তোমাৰ বাহুবন্ধন যে ঢিলা হৈ পৰিছিল—সেই কথা আৰু কাক ক'ম? তোমাৰ মৌসনা কথাৰ জ্বালত সখীৰ মন ঘূৰি যায়, সেইবাবে তোমাৰ আচৰণ একোকে তেওঁ লেখত নধৰে।]

নায়কৰ সংখ্যা ঃ

উত্তম, মধ্যম আৰু অধমৰূপে এই সকলোবোৰ নায়কেই আকৌ তিনি প্ৰকাৰ; গতিকে মুঠতে নায়ক আঠচল্লিশ প্ৰকাৰ। ৪৬

'এই সকলোবোৰ মানে আগতে কোৱা ষোল্ল প্ৰকাৰ নায়ক।

এতিয়া প্ৰসঙ্গক্ৰমে নায়কৰ সহায়কাৰীৰ বিষয়ে কোৱা হৈছে।
প্ৰাসঙ্গিকভাৱে আখ্যানৰ বহুত দূৰলৈকে (প্ৰায় শেষলৈকে)
থকা কম গুণ-সম্পন্ন চৰিত্ৰক পীঠমৰ্দ্দ বোলা হয়। ৪৭

নায়কৰ আধিকাৰিক আখ্যানৰ লগত (সমান্তৰালভাৱে) বহুত দূৰলৈকে ব্যাপি থকা প্ৰাসঙ্গিক আখ্যানত থকা, কিন্তু সকলো শ্ৰেণীৰ নায়কৰ উমৈহতীয়া গুণাৱলীতকৈ কিছু কম গুণসম্পন্ন, নায়কৰ সহায়ক চৰিত্ৰই পীঠমৰ্দ্দ। যেমন—ৰামচন্দ্ৰ আদিৰ সহায়ক সুগ্ৰীৱ আদি।

শৃঙ্গাৰ ৰসত নায়কৰ সহায়কসকল—

অনুৰক্ত, পৰিহাসত নিপুণ, কুপিতা প্ৰণয়িনীৰ মানভঞ্জনত
অভিজ্ঞ, শুদ্ধ স্বভাৱৰ বিট, চেট (ভৃত্য), বিদূষক আদি
শৃঙ্গাৰ ৰসত নায়কৰ (নায়িকাৰো) সহায়। ৪৮

'আদি' শব্দৰপৰা মালী, ৰজক, তামূলী, সুগন্ধ দ্ৰব্য যোগাওঁতা আদি অন্যান্যসকলকো ধৰিব লাগিব।

এওঁলোকৰ ভিতৰত বিটৰ লক্ষণ—

অতিমাত্ৰা সম্ভোগৰ বাবে ধন-সম্পদহীন, ধূৰ্ত্ত, কলা বিদ্যাত
সামান্য অভিজ্ঞতা থকা, গণিকালয়ৰ আচাৰ-ব্যৱহাৰত
সুনিপুণ, বাগ্মী, মধুৰ স্বভাৱসম্পন্ন আৰু ৰসিকতাৰ-আলাপত
লোকৰ সমাদৃত জনেই বিট। ৪৯

চেটৰ (ভৃত্য) কথা সকলোৱে জানে, প্ৰসিদ্ধ; গতিকে বৰ্ণনাৰ প্ৰয়োজন নাই।

বিদূষকৰ লক্ষণ ঃ

পুষ্পবাচক, বসন্তকালবাচক আদি শব্দেৰে নাম থকা, কাৰ্য্য,
শৰীৰৰ অঙ্গি-ভঙ্গী, সাজ-পাৰ, আৰু কথা-বতৰাৰে সকলোকে
হুঁহুৱাওঁতা, দন্দুৰা, স্বকৰ্ম্মত (নিজৰ কামত) সুনিপুণ জনেই
বিদূষক। ৫০

স্বকৰ্ম্ম মানে ভোজন আদি।

অৰ্থচিন্তা বিষয়ত সহায়কৰ কথা কোৱা হৈছে—

অৰ্থচিন্তাৰ বিষয়ত সহায় হৈছে মন্ত্ৰী। ৫১

অৰ্থ হ'ল—স্বৰাজ্য আৰু পৰৰাজ্য সম্পৰ্কীয় চিন্তা আদি।

"নায়ক নিজে, তেওঁৰ মন্ত্ৰী নাইবা দুয়োজনেই নায়কৰ অৰ্থচিন্তাৰ বিষয়ত সহায়ক"—এই বুলি যে নায়কৰ সহায়কনিৰূপণৰ বিষয়ত কোনোৱে লক্ষণ কৰিছে, সেই লক্ষণ যুক্তি-যুক্ত নহয়; কিয়নো এনে লক্ষণৰ কথা ৰজাৰ অৰ্থচিন্তাৰ উপায়ৰ প্ৰসঙ্গতহে কোৱা উচিত, নায়কৰ সহায়ক নিৰূপণৰ প্ৰসঙ্গত কোৱা উচিত নহয়। "অৰ্থচিন্তাৰ বিষয়ত সহায়ক হৈছে মন্ত্ৰী"—এইদৰে কওঁতেই তাৎপৰ্য্যৰদ্বাৰা নায়কৰ 'অৰ্থ চিন্তা' বুলি বুজা যায়।

আকৌ এনেদৰে কোৱা আছে—"মন্ত্ৰীৰদ্বাৰা ধীৰ-ললিতৰ অৰ্থসিদ্ধি হয়, কিন্তু ধীৰ ললিতৰ বাহিৰে অন্য নায়কৰ অৰ্থসিদ্ধি সচিবায়ত্ত আৰু স্বায়ত্ত (মন্ত্ৰীৰদ্বাৰা হয় আৰু নিজেও কৰে)। এইটোও যুক্তিসঙ্গত নহয়, কিয়নো—ধীৰললিত নায়কৰ অৰ্থচিন্তা কেৱল মন্ত্ৰীৰ অয়ত্তাধীন।

ধীৰললিত নায়কৰ অৰ্থচিন্তাৰ যোগ্যতা আদি নাই বাবে, মন্ত্ৰী ধীৰললিত নায়কৰ অৰ্থচিন্তাৰ সহায়ক নহয় বৰং নিজেই নিষ্পাদক, অৰ্থাৎ মন্ত্ৰীয়ে নিজেই অৰ্থবিষয়ক কাৰ্য্য সম্পাদন কৰে।

অন্তঃপুৰত নায়কৰ সহায়ক ঃ

শৃঙ্গাৰ আৰু অৰ্থচিন্তাৰ দৰেই অন্তঃপুৰত নায়কৰ সহায়ক হৈছে—বাওনা, নপুংসক, কিৰাত, ম্লেচ্ছ, গুৱাল, শ-কাৰ, কুঁজা আদি। ৫২

শ-কাৰ ঃ ৰজাৰ অবিবাহিতা স্ত্ৰীৰ ভায়েক, খুলশালিয়েকক শকাৰ বোলা হয়। শ-কাৰ অহঙ্কাৰী, মূৰ্খ আৰু অভিমানী; ঐশ্বৰ্য্যশালী কিন্তু হীনবংশজ।

'আদি' শব্দৰদ্বাৰা বোবা আদিকো বুজোৱা হৈছে। ৰত্নাৱলীত নপুংসক, বাওনা, কিৰাত, কুঁজা আদিৰ বৰ্ণনা, যেনে—

নষ্টং ৱৰ্ষৱৰৈৰ্মনুষ্যগণনাভাৱাদপাস্যত্ৰপা—
মন্তঃকঞ্চুকিকঞ্চুকস্য ৱিশন্তি ত্ৰাসাদয়ং ৱামনঃ।
পৰ্য্যন্তাশ্ৰয়িভিৰ্নিজস্য সদৃশং নাম্নঃ কিৰাতৈঃ কৃতম্
কুব্জা নীচতয়ৈৱ যান্তি শনকৈৰাত্মেক্ষণাশঙ্কিনঃ॥

(মানুহৰ লেখত নপৰে বুলি ভয়ত নপুংসকবিলাক লাজ-কাজ কাটি কৰি থৈ পলাই গৈছে, এই বাওনাটোৱে ভয়তে কঞ্চুকীৰ হলৌ চোলাৰ ভিতৰত সোমাইছগৈ, দাঁতি-কাষৰত বাস কৰা বাবে কিৰাত নাম পোৱা কিৰাতবিলাকে নিজৰ নামৰ সৈতে খাপ খোৱা কামকে কৰিছে, (দূৰলৈ পলাই গৈছে) আৰু কুঁজাবিলাকে বান্দৰে সিহঁতক দেখে বুলি ভয়ত চাপৰি লাহে লাহে গৈছে!)

মৃচ্ছকটিক আদিত শ-কাৰ সুপ্ৰসিদ্ধ। অন্যবিলাকৰ বিষয়ে কাব্য-আদিৰ বৰ্ণনা দেখিলেই বুজা যাব।

এতিয়া দণ্ডসহায়ৰ কথা কোৱা হৈছে

> দণ্ডবিষয়ত (শাসন আদি) সুহৃদ, ৰাজকুমাৰ, অৰণ্যবাসী, সামন্তসকল আৰু সৈনিক আদি নায়কৰ সহায়। ৫৪

'দণ্ড'ৰ অৰ্থ হৈছে দুষ্টৰ দমন। বিষয়টো স্পষ্ট, গতিকে উদাহৰণ দিয়া নহল।

ধৰ্ম্ম-কৰ্ম্মত নায়কৰ সহায়ক ঃ

> ধৰ্ম্ম-কৰ্ম্মত ঋত্বিক, পুৰোহিত, ব্ৰহ্মবিদ্, তপস্বী আদি নায়কৰ সহায়ক। ৫৫

ব্ৰহ্মবিদ্ শব্দৰ অৰ্থ হ'ল বেদজ্ঞ নাইবা আত্মতত্ত্ববিদ্।

নায়কৰ সহায়কসকলৰ ভিতৰত—

পীঠমৰ্দ্দ আদিয়েই উত্তম। ৫৬

'আদি' শব্দৰপৰা মন্ত্ৰী, পুৰোহিত আদিকো উত্তম বুলি বুজিব লাগিব।

বিট আৰু বিদূষক মধ্যম, শ-কাৰ, ভৃত্য আদি অধম বুলি পৰিগণিত। ৫৭

'আদি' শব্দৰদ্বাৰা তাম্বূলী, গন্ধদ্ৰব্য যোগাওঁতা আদিৰ কথাও বুজিব লাগিব।

এতিয়া প্ৰসঙ্গক্ৰমে দূতৰ লক্ষণ কোৱা হৈছে ; লক্ষণ কওঁতেই দূতৰ বিভাগো প্ৰকাশ হ'ব।

কোনো কাৰ্য্যসাধনৰ নিমিত্তে পঠোৱা দূত তিনিবিধ ; নিসৃষ্টাৰ্থ, মিতাৰ্থ আৰু সন্দেশহাৰক। দূতীও এইদৰে তিনিবিধ। ৫৮

এই বিষয়ত, কাৰ্য্যসাধনৰ বাবে যাক পঠাব পাৰি, সেয়ে দূতৰ লক্ষণ। এই তিনিবিধ দূতৰ ভিতৰত—

যি দূতে উভয়ৰ মনোভাৱ বুজি নিজেই প্ৰশ্নৰ সকলো উত্তৰ দিয়ে ; আৰু নিজেই সকলো কাম সুসঙ্গতভাৱে কৰে, সেই দূতক নিসৃষ্টাৰ্থ দূত বোলা হয়। ৫৯

উভয়ৰ অৰ্থ হৈছে—যি জনে পাঠায় আৰু যাৰ ওচৰলৈ পঠোৱা হয়—এই দুয়োজন।

যি দূতে পৰিমিত কথা কয়, কিন্তু কাৰ্য্যসিদ্ধি কৰে ; সেই দূতক মিতাৰ্থক দূত বোলা হয়। যি দূতে কেৱল কোৱা কথাখিনি মাত্ৰ কয় গৈ, সেই দূতক সন্দেশহাৰক বোলা হয়। ৬০

এতিয়া নায়কৰ সাত্ত্বিক গুণৰ কথা কোৱা হৈছে ঃ—

শোভা, বিলাস, মাধুৰ্য্য, গাম্ভীৰ্য্য, ধৈৰ্য্য, তেজস্বিতা, ললিত আৰু ঔদাৰ্য্য—এই আঠোটা পুৰুষোচিত সাত্ত্বিক গুণ। ৬১

তাৰ ভিতৰত—

যি গুণৰপৰা শৌৰ্য্য, দক্ষতা, সত্যবাদিতা, একান্ত উৎসাহ, অনুৰাগ, দুৰ্ব্বলৰ প্ৰতি দয়া আৰু সবলৰ প্ৰতি স্পৰ্দ্ধা প্ৰকাশ হয়—সেই গুণকে শোভা বোলা হয়। ৬২

আনুৰাগিতাৰ উদাহৰণ ; যেনে—

অহমেৱ মতো মহীপতেৰিতি সৰ্ব্বঃ প্ৰকৃতিষ্বচিন্তয়ৎ।
উদধেৰিৱ নিম্নগাশতেষ্বভৱন্নাস্য ৱিমাননা ক্বচিৎ॥

( সকলো প্ৰজাই মনে মনে ভাবে—'ময়ে ৰজাৰ প্ৰিয়পাত্ৰ'। শ শ নৈৰ ভিতৰত সাগৰে কাকো আওহেলা নকৰাৰ দৰে এওঁৰো কাৰো প্ৰতি অৱজ্ঞা নাছিল )

এনেকৈ অন্যবিষয়ৰ উদাহৰণো বিচাৰি চাবলগীয়া।

বিলাস :

দৃষ্টি ধীৰ, গমন বিচিত্ৰ আৰু কথা মিচিকিয়া হাঁহিযুক্ত হোৱাকে বিলাস বোলা হয়। ৬৩

যেনে—

দৃষ্টিস্তৃণীকৃতজগৎত্ৰয়সত্ত্বসাৰা
ধীৰোদ্ধতা নময়তীৱ গতিৰ্ধৰিত্ৰীম্।
কৌমাৰকেঽপি গিৰিৱদ গুৰুতাং দধানো—
ৱীৰো ৰসঃ কিময়মেত্যুত দৰ্প এৱ॥

( এওঁৰ দৃষ্টিয়ে তিনিও লোকৰ প্ৰাণীসমূহৰ শক্তি-সামৰ্থ্য তৃণহেন জ্ঞান কৰিছে, এওঁৰ ধীৰ অথচ উদ্ধত গমনে যেন পৃথিৱীখন তললৈ বহুৱাই নিছে, কিশোৰ বয়সতে এওঁ পৰ্ব্বতৰ দৰে গুৰুত্ব ধাৰণ কৰিছে ; এওঁ বীৰৰস নে মূৰ্ত্তিমান্ দৰ্প। )

মাধুৰ্য্য :

ক্ষোভৰ কাৰণ উপস্থিত হোৱাতো উদ্বেগহীনতাৰ নাম মাধুৰ্য্য। ৬৪

এই বিষয়ৰ উদাহৰণ দিয়া নহ'ল, বিচাৰি চাবলগীয়া।

গাম্ভীর্য্য ঃ

ভয়, শোক, ক্রোধ, হৰ্ষ আদিৰ মাজত নিৰ্ব্বিকাৰ হৈ থকা অৱস্থাকে গাম্ভীর্য্য বোলা হয়। ৬৫

যেনে—

আহূতস্যাভিষেকায় বিসৃষ্টস্য ৱনায় চ।
ন ময়া লক্ষিতস্তস্য স্বল্পোঽপ্যাকাৰবিভ্ৰমঃ ॥

( অভিষেকলৈ আহ্বান কৰি বন লৈ পাঠোৱা সত্ত্বেও তেওঁৰ মনোভাৱৰ অকণো পৰিবৰ্ত্তন মই নেদেখিলোঁ।। )

ধৈৰ্য্য ঃ

অশেষ বিপদ-বিঘিনিৰ মাজতো কৰ্ত্তব্যত অবিচল হৈ থকাই ধৈৰ্য্য। ৬৬

যেনে—

শ্ৰুত্বাপ্সৰোগীতিৰপি ক্ষণেঽস্মিন্ হৰঃ প্ৰসংখ্যানপৰো বভূৱ।
আত্মেশ্বৰাণাং নহি জাতু ৱিঘ্নাঃ সমাধিভেদপ্ৰভৱো ভৱন্তি ॥

( সেই ক্ষণত অপ্সৰাবিলাকৰ মধুৰ গীত শুনিও মহাদেৱ ধ্যানমগ্ন হৈয়ে থাকিল ; যিমানে বাধা-বিঘিনি নাহক লাগিলে জিতেন্দ্ৰিয়সকলৰ সমাধি ভঙ্গ কৰিব নোৱাৰে। )

তেজস্বিতা, লালিত্য আৰু ঔদাৰ্য্য ঃ

প্ৰাণনাশৰ সম্ভাৱনা থকা সত্ত্বেও শত্ৰুৰ নিন্দাবচন আৰু অপমান সহ্য নকৰাকে তেজস্বিতা বোলা হয়। কথা, বেশভূষা আৰু শৃঙ্গাৰাত্মক আচৰণত প্ৰকাশ পোৱা মাধুৰ্য্যই হ'ল লালিত্য। শত্ৰু-মিত্ৰক সমজ্ঞান কৰি প্ৰিয় বাক্যেৰে দিয়া দানকে ঔদাৰ্য্য বোলা হয়। ৬৭

এইবিলাকৰ উদাহৰণ উহ্য হৈ থাকিল।

নায়িকা ঃ

> নায়িকা তিনি প্ৰকাৰ—স্বীয়া, অন্যা আৰু সাধাৰণী। নায়িকাৰ গাতো নায়কৰ সাধাৰণ গুণসমূহ যথাসম্ভৱ থাকিব লাগে। ৬৮

নায়কৰ গাত থাকিবলগীয়া ত্যাগ আদি সাধাৰণ গুণবিলাক নায়িকাৰ গাতো যথাসম্ভৱ থাকিব লাগে। নায়িকা তিনি প্ৰকাৰ—নিজৰ স্ত্ৰী, অন্যৰ স্ত্ৰী আৰু সাধাৰণী ( গণিকা )।

এই তিনিবিধ নায়িকাৰ ভিতৰত স্বীয়া নায়িকা—

> বিনয়, সৰলতা আদি গুণেৰে বিভূষিতা, গৃহকৰ্ম্মনিপুণা আৰু পতিব্ৰতা স্ত্ৰীয়েই স্বীয়া নায়িকা। ৬৯

যেনে—

> লজ্জাপজ্জওপসাহণাইং পৰভত্তিণিপ্পিবাসাইম্।
> অৱিণ অচ্ছুমেহাইং ধণ্ণাণং ঘৰে কলত্তাইম্॥

( লাজেই যাৰ পৰ্য্যাপ্তপ্ৰসাধন, আন ৰমণীৰ স্বামীৰ প্ৰতি যাৰ অকণো অভিলাষ নাই, অবিনয় কাক বোলে, যি মুঠেই নাজানে—এনেকুৱা ভাৰ্য্যা ভাগ্যৱান্ পুৰুষৰ ঘৰতহে থাকে। )

স্বীয়া নায়িকাৰ ভেদ ঃ

স্বীয়া নায়িকাও মুগ্ধা, মধ্যা আৰু প্ৰগল্‌ভা—এই তিনি ভাগত বিভক্ত। ৭০

ইয়াৰ ভিতৰত মুগ্ধা ঃ

> প্ৰথম যৌৱনত ভৰি দিয়া, মদনৰ বিকাৰসমূহ সদ্য প্ৰকাশ পোৱা, ৰতি বিষয়ত প্ৰতিকূলতা দেখুওৱা, মান-অভিমান প্ৰকাশত মৃদু আৰু বৰ লাজকুৰীয়া নায়িকাই মুগ্ধা নায়িকা। ৭১

প্ৰথম যৌৱনত ভৰি দিয়া নায়িকাৰ উদাহৰণ মোৰ পিতৃদেৱৰ ৰচনাৰপৰা,

যেনে—

মধ্যস্য প্ৰথিমানমেতি জঘনং ৱক্ষোজয়োৰ্মন্দতা
দূৰং যাত্যুদৰঞ্চ ৰোমলতিকা নেত্ৰাৰ্জৱং ধাৱতি।
কন্দৰ্পং পৰিৱীক্ষ্য নূতনমনোৰাজ্যাভিষিক্তং ক্ষণা-
দঙ্গানীৱ পৰস্পৰং ৱিদধতে নিৰ্লুণ্ঠনং সুভ্ৰুৱঃ ॥

( জঘন মধ্যভাগৰ ( কটিদেশ ) স্থূলতা লাভ কৰিছে, স্তনযুগলৰ পূৰ্ব্বৰ ক্ষীণতা উদৰে পৰিপূৰ্ণভাৱে লাভ কৰিছে, নাভিদেশৰ ৰোমৰাজিয়ে চকুৰ পূৰ্ব্বৰ সৰলতা কাঢ়ি লৈছে। কন্দৰ্পক নতুনকৈ মনোৰাজ্যত অভিষিক্ত হোৱা দেখি যেন এই সুলোচনাৰ অঙ্গ-প্ৰত্যঙ্গসমূহে পৰস্পৰক তেনেই লুণ্ঠন কৰিছে। )

[ জঘন স্থূল আৰু কটিদেশ ক্ষীণ হৈছে, স্তনযুগল স্ফীত আৰু উদৰ ক্ষীণ হৈছে, নবোদ্ভিন্ন ৰোমৰাজি সৰল হৈছে কিন্তু নয়নৰ কটাক্ষ বক্ৰ হৈছে···ইত্যাদি। নতুন ৰজাৰ অভিষেকৰ সময়ত অৰাজকতাৰ সুযোগত এনেদৰে লুণ্ঠন কাৰ্য্য চলিছে। ]

মদনৰ বিকাৰ সদ্যঃপৰিস্ফুট হোৱা নায়িকাৰ উদাহৰণ মোৰ "প্ৰভাৱতী পৰিণয়"ৰপৰা দিয়া হৈছে—

দত্তে সালসমন্থৰং ভুৱিপাদং নিৰ্যাতি নান্তঃপুৰম্
নোদ্দামং হসতি ক্ষণাৎ কলয়তে হ্ৰীযন্ত্ৰণাং কামপি।
কিঞ্চিদ্‌ভাৱগভীৰৱক্ৰিমলৱস্পৃষ্টং মনাগ্‌ভাষতে
সভ্ৰূভঙ্গমুদীক্ষতে প্ৰিয়কথামুল্লাপয়ন্তীং সখীম্ ॥

( সেই ৰমণীয়ে অলস-মন্থৰভাৱে মাটিত খোজ দিয়ে, অন্তঃপুৰৰপৰা বাহিৰলৈ নোলায়, ৰবকৈ ঢেকৃঢেকাই নাহাঁহে, হঠাতে লজ্জাজনিত যন্ত্ৰণাৰ এক অনিৰ্ব্বচনীয় মনোভাব প্ৰকাশ কৰে, গভীৰভাৱাবেগ থকা দুই চাৰিটা বেঁকা কথা কয় আৰু প্ৰিয়কথা আলোচনা কৰা সখীয়েকলৈ ভ্ৰূ কোঁচাই চাই থাকে। )

ৰতিবিষয়ত প্ৰতিকূলতা, যেনে--

দৃষ্টা দৃষ্টিমধো দদাতি কুৰুতে নালাপমাভাষিতা।
শয্যায়াং পৰিবৃত্য তিষ্ঠতি বলাদালিঙ্গিতা বেপতে।
নির্যান্তীষু সখীষু রাসভৱনান্নির্গন্তুমেবেহতে
জাতা বামতয়ৈব সম্প্রতি মম প্রীত্যৈ নবোঢ়া প্রিয়া॥

( মোৰ চকুৱে চকুৱে পৰিলে তেওঁ তললৈ চায়, কথা পাতিব খুজিলে কথা নাপাতে, শয্যাত মোলৈ পিঠি দি শোৱে, বলেৰে আলিঙ্গন কৰিলে কঁপিবলৈ ধৰে আৰু সখীয়েকহঁত শোৱনি-ঘৰৰপৰা ওলাই গলে ওলাই যাব খোজে। নবোঢ়া প্ৰিয়াই এনেকুৱা প্ৰতিকূল আচৰণ কৰি সম্প্ৰতি মোৰ প্ৰীতি জন্মাইছে। )

মান-অভিমানত মৃদু, যেনে—

সা পত্যুঃ প্রথমাপৰাধসময়ে সখ্যোপদেশং বিনা
নো জানাতি সবিভ্রমাঙ্গবলনা-বক্রোক্তি সংসূচনম্।
স্বচ্ছৈৰচ্ছকপোলমূলগলিতৈঃ পর্য্যস্তনেত্রোৎপলা
বালা কেৱলমেৱ ৰোদিতি লুঠল্লোলালকৈৰশ্রুভিঃ॥

( সেই ৰমণীয়ে সখীয়েকৰ উপদেশ নাপালে স্বামীৰ প্ৰথম অপৰাধৰ সময়ত হাব-ভাব দেখুৱাই অঙ্গ-চালনা কৰি ( ভ্ৰূকুটি আদিৰে ) নাইবা বেঁকা কথাৰে ( স্বামীৰ অপৰাধ ) সূচনা কৰিব নেজানে। সেই তৰুণীৰ গাল-দুখনৰ ওপৰ ভাগেদি চকুলো বৈ যায়; তাৰ দ্বাৰা তেওঁৰ নয়ন-পদ্মযুগল ব্যাকুল হয়; চঞ্চল অলকবোৰ চকুলোৰ ওপৰত বাগৰি পৰে; তেওঁ কেৱল কান্দিয়ে থাকে। )

অতিশয় লাজকুৰীয়াৰ উদাহৰণ,--'দত্তে সালসমন্থৰম্'—এই শ্লোকতে পোৱা যায়।

অতিশয় লাজকুৰীয়া বুলি কোৱাতেই যদিও ৰতি-বিষয়ত প্ৰতিকূল মনোভাৱৰ অৰ্থও পোৱা যায়, তথাপি বিশেষ বৈচিত্ৰ্য সম্পাদনৰ বাবেই আকৌ বেলেগে উল্লেখ কৰা হৈছে।

মধ্যাৰ লক্ষণ :

বিচিত্র ৰতি-ক্রীড়াত অভিজ্ঞা, গভীৰ কামোন্মাদনা-
সম্পন্না, যৌৱন উপচি পৰা, বাক্য-বচনত ঈষৎ
প্রগল্‌ভা, অলপ লাজ থকা স্বীয়া নায়িকাই মধ্যা। ৭২

ইয়াৰ ভিতৰত বিচিত্র ৰতিক্রীড়াত অভিজ্ঞা, যেনে—

কান্তে তথা কথমপি প্রথিতং মৃগাক্ষ্যা
চাতুৰ্য্যমুদ্ধতমনোভৱয়া ৰতেষু।
তৎ কূজিতান্যনুৱদদ্ভিৰনেকৱাৰম্
শিষ্যায়িতং গৃহ কপোতশতৈৰ্যথাস্যাঃ॥

( ৰতিক্রীড়াত মৃগাক্ষীয়ে কামোন্মত্তা হৈ প্রিয়তমৰ ওচৰত এনেকুৱা ৰতিচাতুৰ্য্য প্রকাশ কৰিছিল যে মৃগাক্ষীৰ সেই ৰতিকূজন ঘৰত পোহা শ শ পাৰ চৰায়ে বাৰে বাৰে অনুকৰণ কৰি যেন তেওঁৰ শিষ্যত্বহে গ্রহণ কৰিছিল। )

এই উদাহৰণতে গভীৰ কামোন্মদনাসম্পন্না নায়িকাৰ স্বৰূপ প্রকাশ পাইছে। যৌৱন উপচি পৰা নায়িকাৰ উদাহৰণ, মোৰ ৰচনাৰ পৰা—

নেত্রে খঞ্জনগঞ্জনে সৰসিজপ্রত্যৰ্থি পাণিদ্বয়ম্
ৱক্ষোজৌ কৰিকুম্ভৱিভ্রমকৰীমত্যুন্নতিং গচ্ছতঃ।
কান্তিঃ কাঞ্চনচম্পকপ্রতিনিধিৰ্ৱাণী সুধাস্পৰ্দ্ধিনী
স্মেৰেন্দীৱৰদামসোদৰৱপুস্তস্যাঃ কটাক্ষচ্ছটা॥

( সেই সুন্দৰীৰ চকুযুৰিয়ে খঞ্জন পখীক গঞ্জনা কৰে, ( চেৰ পেলায় ) হাত দুখন পদুম কলি সদৃশ, স্তনযুগল ইমান উন্নত যে কৰিকুম্ভ বুলি ভ্রান্তি জন্মায়, গাৰ বৰণ কনকচম্পাৰ নিচিনা, কথাত অমৃত বৰষে, নয়নৰ কটাক্ষ যেন প্রস্ফুটিত নীলোৎপলৰ মালাহে। )

এনেকৈ অন্যান্য বিষয়ৰ উদাহৰণো বিচাৰিব লাগে।

প্ৰগল্‌ভা নায়িকা ঃ

কামান্ধা, প্ৰগাঢ় যৌৱনা, সকলোপ্ৰকাৰ ৰতিক্ৰীড়াত
সুনিপুণা, হাৱ-ভাৱ-পটীয়সী, নামমাত্ৰ লজ্জাশীলা,
ৰতিক্ৰীড়াত নায়কৰ প্ৰতি আক্ৰমণাত্মক ভূমিকা
গ্ৰহণ কৰা নায়িকাকে প্ৰগল্‌ভ নায়িকা বোলা হয়। ৭৩

কামান্ধাৰ উদাহৰণ ; যেনে—

ধন্যাসি যা কথয়সি প্ৰিয়সঙ্গমেঽপি
ৱিস্ৰব্ধ-চাটুক-শতানি ৰতান্তৰেষু।
নীৱীং প্ৰতি প্ৰণিহিতে তু কৰে প্ৰিয়েণ
সখ্যঃ! শপামি যদি কিঞ্চিদপি স্মৰামি॥

(সখী! প্ৰিয়সঙ্গমৰ সময়ত ৰমণৰ মাজত বিশ্বাসতে কোৱা ইমান প্ৰীতিৰ কথা যে (মনত পেলাই) ক'ব পাৰা, সেই বাবে তুমি ধন্যবাদ পাবলগীয়া। সখীহতঁ! মই শপত খাই কৈছোঁ, প্ৰিয়তমে নীবীবন্ধনত হাত দিয়াৰ পিছত কি হ'ল, এটাও কথা যদি মোৰ মনত পৰিলহেঁতেন!)

প্ৰগাঢ়-যৌৱনাৰ উদাহৰণ ; যেনে—

অত্যুন্নতস্তনমুৰো নয়নে সুদীৰ্ঘে
ৱক্ৰেভ্ৰুৱাৱতিতৰাং ৱচনং ততোঽপি।
মধ্যোঽধিকং তনুৰনূনগুৰুৰ্নিতম্বো
মন্দা গতিঃ কিমপি চাদ্ভুতযৌৱনায়াঃ॥

(এই অদ্ভুতযৌৱনা ৰমণীৰ বক্ষঃস্থল উন্নত স্তনযুগলেৰে সুশোভিত, নয়নযুগল আয়ত, ভ্ৰূযুগল অতিশয় কুটিল, কথা-বতৰা তাতোকৈ কুটিল, মাজ-চিঞা, নিতম্বৰ স্থূলত্বও অকণো কম নহয়, গমন মন্থৰ।)

সকলো প্ৰকাৰ ৰতিক্ৰীড়াত নিপুণতা ; যেনে—

ক্বচিত্তাম্বূলাক্তঃ ক্বচিদগুৰুপঙ্কাঙ্কমলিনঃ
ক্বচিচ্চূৰ্ণোদগাৰী ক্বচিদপিচ সালক্তকঃ পদঃ।
বলীভঙ্গাভোগৈৰলকপাতিতৈঃ শীৰ্ণকুসুমৈঃ
স্ত্ৰিয়াঃ সৰ্ব্বাৱস্থং কথয়তি ৰতং প্ৰচ্ছদপটঃ॥

( শয্যাৰ আচ্ছাদন বস্ত্ৰ কোনো ঠাইত তামোলৰ পিকেৰে ৰঙা হৈ পৰিছে, কোনো ঠাইত ( স্তনত দিয়া ) অগুৰু চন্দনৰ অনুলেপন লাগি মলিয়ন হৈছে, আচ্ছাদন বস্ত্ৰৰ কোনে. ঠাইত শুকান চন্দনৰেণু সিঁচৰতি হৈ আছে, কোনো ঠাইত আকৌ ভৰিত লগোৱা আলতাৰ খোজৰ চিন, কোনো ঠাইত কঁকালৰ ত্ৰিবলী ৰেখাৰ খাজৰপৰা এৰাই অহা চন্দন, খোপাৰপৰা সৰি পৰা মোহাৰ খোৱা ফুল পৰি আছে—এই সকলোবিলাক চিনেৰে শয্যাৰ আচ্ছাদন বস্ত্ৰখনিয়ে ৰমণীৰ সকলোপ্ৰকাৰ ৰতিবন্ধৰ কথা ঘোষণা কৰিছে। )

হাৱ-ভাৱ পটীয়সীৰ উদাহৰণ :

মধুৰৱচনৈঃ সভ্ৰূভঙ্গৈঃ কৃতাঙ্গুলিতৰ্জ্জনৈঃ
ৰভসৰচিতৈৰঙ্গন্যাসৈৰ্মহোৎসৱবন্ধুভিঃ।
অসকৃদসকৃৎস্ফাৰস্ফাৰৈৰপাঙ্গ ৱিলোকিতৈ
স্ত্ৰিভুৱনজয়ে সা পঞ্চেষোঃ কৰোতি সহায়তাম্ ॥

[ ভ্ৰূভঙ্গী কৰি মধুৰ কথাৰে, আঙুলি জোকাৰি, আনন্দত হঠাতে অঙ্গ-ভঙ্গী কৰি, বাৰে বাৰে দীঘলীয়া পুটিল কটাক্ষ নিক্ষেপ কৰি সেই ৰমণীয়ে ত্ৰিভুৱন জয়ত যেন মদনক সহায় কৰিছে। )

নাম মাত্ৰ লজ্জাশীলাৰ স্বৰূপ ঃ

"প্ৰিয় সঙ্গমৰ সময়ত" ইত্যাদি উদাহৰণতে দেখা যায়।

আক্ৰান্ত নায়িকা ঃ—

স্বামিন্ ভঙ্গুৰয়ালকং সতিলকং ভালং বিলাসিন্ কুৰু
প্ৰাণেশ ত্ৰুটিতং পয়োধৰতটে হাৰং পুনৰ্যোজয়।
ইত্যুক্তা সুৰতাৱসানসময়ে সম্পূৰ্ণচন্দ্ৰাননা
স্পৃষ্টা তথৈৱ তেন জাতপুলকা প্ৰাপ্তা পুনৰ্মোহনম্ ॥

( "হে স্বামী। গালত পৰি থকা চুলি কেইডাল তুলি দিয়া। বিলাসী, মোৰ কপালত ফোঁটটো আকৌ দিয়া ; প্ৰাণেশ্বৰ, মোৰ স্তনযুগলৰ কাষত ছিগি যোৱা হাৰডাল আকৌ জোৰা লগাই দিয়া" ৰতি ক্ৰীড়াৰ অৱসানত চন্দ্ৰাননা প্ৰেমিকাই এইদৰে কোৱাত আৰু প্ৰেমিকেও সেইদৰেই সকলো কৰাত তেওঁৰ স্পৰ্শত পুলকিতা হৈ নায়িকা আকৌ ৰতিমুগ্ধা হৈ পৰিল। )

মধ্যা আৰু প্ৰগল্‌ভাৰ অন্যান্য ভেদৰ বিষয়ে কোৱা হৈছে :

তেওঁলোক ধীৰা, অধীৰা আৰু ধীৰা-ধীৰা গতিকে
মধ্যা আৰু প্ৰগল্‌ভা নায়িকা মুঠতে ছয় প্ৰকাৰ।
তেওঁলোক মানে, মধ্যা আৰু প্ৰগল্‌ভা। ৭৪

উক্ত ছয় প্ৰকাৰৰ ভিতৰত ঃ

( মধ্যা ) ধীৰা নায়িকাই খণ্ডত বিদ্ৰূপৰ হাঁহি আৰু বক্ৰোক্তিপূৰ্ণ কথাৰে প্ৰিয়তমক দগ্ধ কৰে, ধীৰা-ধীৰা নায়িকাই কান্দি-কাটি আৰু অধীৰা নায়িকাই কটু কথাৰে প্ৰিয়তমক সন্তপ্ত কৰে। ৭৫

মধ্যা ধীৰা, যেনে—

তদৱিতথমৱাদীৰ্যন্মম ত্বং প্ৰিয়েতি
প্ৰিয়জনপৰিভুক্তং যদ্দুকূলং দধানঃ।
মদধিৱসতিমাগাঃ কামিনাং মণ্ডনশ্ৰী
ৰ্ব্ৰজতি হি সফলত্বং বল্লভালোকনেন॥

( প্ৰিয়তম! "তুমি মোৰ প্ৰিয়তমা" বুলি মোক কোৱা কথাষাৰ একেবাৰে সঁচা। সেয়েহে তোমাৰ প্ৰাণ-প্ৰিয়াৰ প'ৰিধেয় পট্টবস্ত্ৰ পৰিধান কৰি মোৰ ঘৰলৈ আহিছা। প্ৰেমিকৰ বেশভূষা প্ৰেমিকাৰ দৃষ্টিত পৰিলেহে সাৰ্থক হয়। )

[ স্বীয়া মধ্যা ধীৰা নায়িকাই পৰিহাস কৰি প্ৰিয়তমক কৈছে। নায়িকাৰ মুগ্ধতা লোপ পাইছে, কিন্তু একান্ত প্ৰগল্‌ভতাও জন্মা নাই। ]

মধ্যা ধীৰাধীৰা ( ধীৰা-অধীৰা ) নায়িকা ঃ

বালে নাথ বিমুঞ্চ মানিনি ৰুষং ৰোষান্ময়া কিং কৃতম্
খেদোঽস্মাসু ন মেঽপৰাধ্যতি ভৱান্ সৰ্ব্বেঽপৰাধা ময়ি।
তৎ কিং ৰোদিষি গদ্‌গদেন ৱচসা কস্যাগ্ৰতো ৰুদ্যতে
নন্বেতন্মম কা তৱাস্মি দয়িতা নাস্মীত্যতো ৰুদ্যতে॥

( প্ৰেমিক আৰু প্ৰেমিকাৰ প্ৰশ্নোত্তৰঃ '—বালিকা!' 'নাথ!' —অভিমানিনী খং ৰাগ এৰা'—'খং কৰি মই তোমাৰ কি কৰিছো?' '—মোক কষ্ট দিছা' 'আপুনি মোৰ একো অপৰাধ লগোৱা নাই, যতমানে অপৰাধ সকলো মোৰেই'

'—তেনেহলে কেকুৰি কেকুৰি কান্দিছা কিয় ?' 'মই কাৰ আগত কান্দিম ?' '—কিয় মোৰ আগত ?' '—মই তোমাৰনো কোন ?' '—প্ৰিয়তমা' '—প্ৰিয়তমা নহয় বুলিয়েইতো কান্দিছোঁ।' )

মধ্যা অধীৰা নায়িকা ঃ—

সাৰ্দ্ধং মনোৰথশতৈস্তৱ ধূৰ্ত্ত কান্তা
সৈৱ স্থিতা মনসি কৃত্ৰিমহাৰৰম্যা।
অস্মাকমস্তি ন চ কশ্চিদিহাৱকাশ-
স্তস্মাৎ কৃতং চৰণপাতবিড়ম্বনাভিঃ॥

( ধূৰ্ত্ত ! কৃত্ৰিম হাৱ ভাৱবদ্বাৰা মনোৰমা তোমাৰ প্ৰেমিকাই তোমাৰ অন্তৰ জুৰি আছে আৰু সেই প্ৰেমিকাৰ লগত বিলাস সম্ভোগৰ লালসাৰে তোমাৰ অন্তৰ ভৰপূৰ; তাত মোৰ বাবে এফেৰিও ঠাই নাই; গতিকে কেলেই মিছাতে মোৰ ভৰিত পৰি বিড়ম্বনা কৰিছা ? )

প্ৰগল্‌ভা ধীৰা—

যি প্ৰগল্‌ভা নায়িকাই প্ৰিয়তমৰ প্ৰতি থকা খং
পেটতে লুকাই ৰাখি বাহিৰত আগ্ৰহ প্ৰকাশ
কৰে; কিন্তু সম্ভোগ কালত ঔদাসীন্য প্ৰদৰ্শন কৰে,
সেই নায়িকাক প্ৰগল্‌ভা ধীৰা নায়িকা বোলা হয়। ৭৬

যেনে—

একত্ৰাসন সংস্থিতিঃ পৰিহৃতা প্ৰত্যুদগমাদ্ দূৰতঃ
তাম্বূলানয়নচছলেন ৰভসাশ্লেষোঽপি সংবিঘ্নিতঃ।
আলাপোঽপি ন মিশ্ৰিতঃ পৰিজনং ব্যাপাৰয়ন্ত্যান্তিকে
কান্তং প্ৰত্যুপকাৰশ্চতুৰয়া কোপঃ কৃতাৰ্থীকৃতঃ॥

( প্ৰিয়তমক দূৰৈৰপৰাই আগবঢ়াই অনাৰ ছলেৰে প্ৰিয়াই একেখন আসনতে বহা কাৰ্য্য পৰিহাৰ কৰিলে, তামোল আনিবলৈ যোৱাৰ ছলেৰে প্ৰিয়তমৰ হঠাৎ আলিঙ্গনত বাধা দিলে, ভৃত্যক মাতি আনি প্ৰিয়তমৰ শুশ্ৰূষাত নিযুক্ত কৰি

কথা-বতৰাতো ভাগ নোলোৱাকৈ থাকিল,—এইদৰে সেই চতুৰা নায়িকাই প্ৰীতিজনক কাম কৰি প্ৰিয়তমৰ ওপৰত থকা খং সফল কৰিলে।)

প্ৰগল্‌ভা ধীৰাধীৰা নায়িকাই বিদ্ৰূপ বচনেৰে
নায়কৰ মনস্তাপ জন্মায়। ৭৭

যেনে, মোৰ ৰচনাৰপৰা—

অনলঙ্কৃতোঽপি সুন্দৰ হৰসি মনো মে যৎ প্ৰসভম্ ॥
কিং পুনৰলঙ্কৃতস্তং সম্প্ৰতি নখৰক্ষতৈস্তস্যাঃ ॥

(হে সুন্দৰ! তুমি অলঙ্কাৰ-বিভূষিত নোহোৱাতেই মোৰ মন বলেৰে হৰণ কৰা; এতিয়া সেই ৰমণীৰ নখক্ষতেৰে অলঙ্কৃত হৈ অহাৰ পিছত আৰু কথাই নাই।)

অধীৰা প্ৰগল্‌ভা নায়িকাই তৰ্জ্জন আৰু তাড়ন কৰে। ৭৮

উদাহৰণ; যেনে—

শোণং ৱীক্ষ্য মুখং···ইত্যাদি (মুখ ৰঙা পৰা দেখি ইত্যাদি)। প্ৰগল্‌ভা নায়িকাৰ এই সকলোবোৰ উদাহৰণতে 'খণ্ডিত' কথাষাৰ যোগ দিব লাগিব।

(মধ্যা প্ৰগল্‌ভা নায়িকাৰ অন্য প্ৰকাৰ ভেদ)

ওপৰত উল্লিখিত ছয়প্ৰকাৰ মধ্যা প্ৰগল্‌ভা
নায়িকা আকৌ নায়কৰ প্ৰণয়ৰ অল্পতা আৰু
আধিক্য অনুসাৰে দুই প্ৰকাৰে বিভক্ত। ৭৯

যেনে—

দৃষ্ট্বৈকাসন সংস্থিতে প্ৰিয়তমে পশ্চাদুপেত্যাদৰা-
দেকস্যা নয়নে পিধায় ৱিহিতক্ৰীড়ানুবন্ধচ্ছলঃ।
ঈষদ্বক্ৰিতকন্ধৰঃ সপুলকপ্ৰেমোল্লসন্মানসা-
মন্তৰ্হাসলসৎকপোলফলকাং ধূৰ্ত্তোঽপৰাং চুম্বতি ॥

(প্ৰিয়তমা-যুগলক একেখন আসনতে একে লগে বহি থকা দেখি ধূৰ্ত্ত প্ৰেমিকে সাৱধানে পিছ ফালৰপৰা আহি খেমালিৰ ছলেৰে এজনীৰ চকু মুদাই ধৰিলে আৰু

ভিত্তিটো অলপ বেঁকা কৰি ইজনীক পুলকিত হৈ চুমা খালে ; তেতিয়া পেটে পেটে হঁহাত আৰু প্ৰেমৰ উলাহত চুম্বিতাৰ গাল দুখন উজলি পৰিছিল। )

এইদৰে মধ্যা আৰু প্ৰগল্‌ভাৰ বাৰ প্ৰকাৰ ভেদৰ
কথা কোৱা হ'ল। মুগ্ধা মাত্ৰ এক প্ৰকাৰ।
গতিকে স্বীয়া নায়িকা মুঠতে তেৰ প্ৰকাৰ। ৮০
পৰকীয়া নায়িকা দুই প্ৰকাৰ—পৰোঢ়া আৰু কন্যা।
অভিনয়-যাত্ৰা আদিত আসক্ত লজ্জাহীনা কুলটাই
হ'ল পৰোঢ়া ( অন্যৰ বিবাহিতা ) নায়িকা। ৮১-৮২

যেনে—

স্বামী নিশ্বসিতেঽপ্যসূয়তি মনোজিঘ্ৰঃ সপত্নীজনঃ
শ্বশ্ৰূৰিঙ্গিতদৈৱতং নয়নয়োৰিহালীহো যাতৰঃ।
তদ্দূৰাদয়মঞ্জলিঃ কিমধুনা দৃগ্‌ভঙ্গিভাৱেন তে
বৈদগ্ধীমধুৰ প্ৰবন্ধৰসিক ব্যৰ্থোঽয়মত্ৰ শ্ৰমঃ॥

( হুমুনিয়াহ চাৰিলেও স্বামীয়ে দোষ দেখে, সতিনীয়ে মনটো ফালি চাব খোজে, শাহু আই ইঙ্গিত বুজাত দেৱতাৰ তুল্য, ননদ আৰু জা কেইজনীয়ে চকুৰ ঠাৰ বুজিবলৈ ঘূৰি ফুৰে ; গতিকে দূৰৈৰপৰাই অঞ্জলি যাচিছোঁ তোমাৰ চকুৰ কটাক্ষৰ এতিয়া কি ফল হ'ব ? হে বিচক্ষণতাত মধুৰ ! তুমি ৰতি কৌশলত নিপুণ ; কিন্তু ইয়াত তোমাৰ সকলো পৰিশ্ৰম ব্যৰ্থ। )

এই উদাহৰণত—

"মোক বিয়া কৰোৱাজনে মোক ভাত-কাপোৰ দিয়ে, গতিকে কেৱল স্বামী, কিন্তু প্ৰিয়তম নহয়। চাতুৰ্য্যত বিচক্ষণ আৰু ৰতিবন্ধত নিপুণ তুমিহে মোৰ প্ৰিয়তম" এই ব্যঙ্গাৰ্থৰদ্বাৰা নায়িকাৰ উপপতি বিষয়ক ৰতিৰ প্ৰতীতি হৈছে।

অবিবাহিতা, লজ্জাশীলা আৰু নৱযৌৱনা নায়িকাই কন্যা। ৮৩

এই শ্ৰেণীৰ নায়িকা পিতৃ-মাতৃ আদিৰ অধীনত থাকে কাৰণেহে পৰকীয়া বোলা হৈছে। যেনে—মালতী-মাধৱ আদিত মালতী আদি।

ধীৰা, কলানিপুণা গণিকা সামান্য নায়িকা অৰ্থাৎ
বহু নায়কৰ সাধাৰণ নায়িকা। ৮৪

সামান্য নায়িকা গুণহীনৰ প্ৰতি বিৰূপ আৰু গুণীৰ
প্ৰতিও আসক্ত নহয়, এওঁলোকে কেৱল অৰ্থৰ
বিনিময়ত বাহিৰত অনুৰাগ দেখুৱায়; বৰকৈ
আদৰ কৰি লোৱা জনকো ধন শেষ হৈ অহা
দেখিলেই মাকৰ হতুৱাই খেদাই পঠায়; কিন্তু
পুনৰ্মিলনৰ আশাও ৰাখে। চোৰ, পণ্ডক, মূৰ্খ,
যিবিলাকে বিনা পৰিশ্ৰমে অৰ্থ লাভ কৰে, ভণ্ড
তপস্বী আৰু ছন্নকামুক আদি (গোপনে কামপ্ৰবৃত্তি
চৰিতাৰ্থ কৰা লোক) এই শ্ৰেণী নায়িকাৰ
অতিশয় প্ৰিয়। এওঁলোকো কামপ্ৰৱণা হৈ
প্ৰকৃততে কেতিয়াবা অনুৰাগিণী হয়; অনুৰক্তাই
হওক বিৰক্তাই হওক এনে নায়িকাৰ সৈতে ৰতি
অত্যন্ত দুৰ্ল্লভ। ৮৫

পণ্ডকৰ অৰ্থ বাত ৰোগ আদিত অণ্ডকোষ নষ্ট হোৱা পুৰুষ (নপুংসক)। 'ছন্ন' অৰ্থাৎ গোপনে যি কাম প্ৰবৃত্তি চৰিতাৰ্থ কৰে, সেইজন ছন্নকামুক।

অনুৰক্তা আৰু বিৰক্তাৰ ভিতৰত লটক-মেলক আদিত মদন-মঞ্জৰী আদি বিৰক্তা গণিকা আৰু মৃচ্ছকটিক আদিত বসন্তসেনা আদি অনুৰক্তা গণিকা।

নায়িকাৰ অন্য প্ৰকাৰ ভেদ ঃ

এই ষোল প্ৰকাৰ নায়িকা প্ৰত্যেকেই অৱস্থাভেদে
আঠ প্ৰকাৰে বিভক্ত। যেনে—স্বাধীনভৰ্ত্তৃকা,
খণ্ডিতা, অভিসাৰিকা, কলহান্তৰিতা, বিপ্ৰলব্ধা,
প্ৰোষিতভৰ্ত্তৃকা, বাসকসজ্জা আৰু বিৰহোৎকণ্ঠিতা। ৮৬

এই আঠ প্ৰকাৰৰ ভিতৰত—

ৰতিগুণত আকৃষ্ট হৈ প্ৰিয়তম যাৰ কাষৰপৰা খন্তেকো আঁতৰি নাযায় আৰু যি ৰমণী বিচিত্ৰ বিলাসৰ প্ৰতি অনুৰাগিণী—সেয়ে স্বাধীনভৰ্তৃকা নায়িকা। ৮৭

যেনে—'অস্মাকং সখি বাসসী······ইত্যাদি।

খণ্ডিতা নায়িকা ঃ

প্ৰিয়তমে অন্য ৰমণীৰ সম্ভোগ চিহ্ন ধাৰণ কৰি কাষলৈ অহাত যি নাৰীৰ অন্তৰ ঈৰ্ষাত বিকৃত হয়, তেৰেঁই খণ্ডিতা নায়িকা বুলি পণ্ডিতসকলে কয়। ৮৮

যেনে—তদৱিতথমবাদী······ইত্যাদি।

মদন পৰবশ হৈ যি ৰমণীয়ে নিজেই প্ৰিয়ৰ ওচৰলৈ যায়, নাইবা প্ৰিয়ক নিজৰ ওচৰলৈ অনায়; তেওঁকে জ্ঞানীসকলে অভিসাৰিকা বুলি কয়। ৮৯

যথাক্ৰমে উদাহৰণ ; যেনে—

ন চ মেঽৱগচ্ছতি যথা লঘুতাং কৰুণাং যথা চ কুৰুতে স ময়ি।
নিপুণং তথৈনমভিগম্য ৱদেৰভিদূতি কাচিদিতি সন্দিদিশে॥

( "তেওঁ যাতে মোৰ কাতৰ অৱস্থাৰ কথা মুঠেই বুজি নাপায় অথচ মোৰ প্ৰতি কৰুণা দেখুৱায় ; দূতী ! তুমি ঠিক সেইদৰেই তেওঁৰ ওচৰলৈ গৈ কোৱা গৈ" এইদৰে কোনো নায়িকাই তেওঁৰ সমুখলৈ অহা দূতীক আদেশ দিলে। )

উৎক্ষিপ্তং কৰকঙ্কণদ্বয়মিদং বদ্ধা দৃঢ়ং মেখলা
যত্নেন প্ৰতিপাদিতা মুখৰয়োৰ্মঞ্জীৰয়োৰ্মূকতা।
আৰব্ধে ৰভসান্ময়া প্ৰিয়সখি ক্ৰীড়াভিসাৰোৎসৱে
চণ্ডালস্তিমিৰাৱগুণ্ঠনপটক্ষেপং ৱিধত্তে ৱিধুঃ॥

( হে প্ৰিয়সখী ! মই হাতৰ কঙ্কণযোৰ ওপৰলৈ টানি, কঁকালৰ কৰধ্বনি টানকৈ বান্ধি ভৰিত পিন্ধা মুখৰ নূপুৰযুগলক বহুত যত্নেৰে মূক কৰি যেতিয়া

অতিশয় আনন্দতমই অভিসাৰ যাত্ৰা আৰম্ভ কৰিব খুজিছোঁ ; এনেতে সেই চণ্ডাল চন্দ্ৰই হঠাতে এন্ধাৰৰ ওৰণি গুচাই মুখ দেখুৱালে। )

কুলৰমণীয়ে অভিসাৰ কৰিলে কুচি-মুচি নিজৰ
গাতে নিজে লুকোৱাৰ দৰে গাৰ অলঙ্কাৰৰ একো
শব্দ মুঠাকৈ ওৰণিৰে মুখ ঢাকি যায়। ৯০

বেশ্যাই অভিসাৰ কৰিলে চিত্ৰ-বিচিত্ৰ জাকৃজমকীয়া
বেশভূষাৰে বিভূষিত হৈ, গাৰ নূপুৰ-কঙ্কণৰ
শব্দ তুলি আনন্দত হাঁহি মুখেৰে আগবাঢ়ে। ৯১

দাসীয়ে অভিসাৰ কৰিলে, মদনৰ উন্মাদনাত দাসীৰ
কথা-বতৰা অসংলগ্ন হয়, চকুযোৰ উত্তেজনাত
উজ্জ্বল হৈ উঠে আৰু খোজ কাটলৰ থৰ-যুগুতি
নোহোৱা হয়। ৯২

ইয়াৰ ভিতৰত প্ৰথম বিধৰ ( কুল ৰমণীৰ ) অভিসাৰৰ উদাহৰণ হ'ল 'উৎক্ষিপ্তম্' ইত্যাদি। পাছৰ দুবিধৰ উদাহৰণ বিচাৰিবলগীয়া।

প্ৰসঙ্গক্ৰমে অভিসাৰৰ ঠাইবোৰৰ বিষয়েও কোৱা হৈছে—

খেতিৰ পথাৰ, উদ্যান, ভগ্নদেৱালয়, দূতীৰ ঘৰ,
বন, উপবন, শ্মশান আৰু নৈৰ পাৰ—এই আঠ
প্ৰকাৰ ঠাই অভিসাৰিকা কুলটাৰ লীলাৰ স্থল।
ইয়াৰ বাহিৰেও অন্ধকাৰাচ্ছন্ন যি কোনো ঠাইতে
অভিসাৰিকাই আশ্ৰয় লয়। ৯৩

কলহান্তৰিতা ঃ—

চাটু-নাটু কৰা প্ৰিয়তমকো যি নাৰীয়ে খঙত খেদি
পঠাই পিছত অনুতাপ কৰে, তেওঁকে কলহান্তৰিতা
( কাঁজিয়া কৰি আঁতৰি থকা ) বোলা হয়। ৯৪

উদাহৰণ মোৰ পিতৃদেৱতাৰ ৰচনাৰপৰা—

নো চাটুশ্ৰৱণং কৃতং ন চ দৃশা হাৰোঽন্তিকে ৱীক্ষিতঃ
কান্তস্য প্ৰিয়হেতৱে নিজসখীৱাচোঽপি দূৰীকৃতাঃ।
পাদান্তে ৱিনিপত্য তৎক্ষণমসৌ গচ্ছন্ ময়া মূঢ়য়া
পাণিভ্যামৱৰুধ্য হন্ত! সহসা কণ্ঠে কথং নাৰ্পিতঃ॥

( প্ৰিয়তমৰ চাটুবাক্যলৈ কাণ নিদিলোঁ, ডিঙিত পিন্ধাবলৈ ওচৰলৈ অনা হাৰ ডাললৈ ঘূৰিকে নাচালোঁ, তেওঁৰ সন্তুষ্টি সাধন কৰিবলৈ সখীহঁতে দিয়া উপদেশ দলিয়াই পেলালোঁ; শেষত যেতিয়া তেওঁ ভৰিত পৰি তৎক্ষণাত গুলাই গ'ল—তেতিয়া কিয় মই পাগলীয়ে হঠাতে দুয়ো হাতেৰে তেওঁৰ ডিঙিত সাৱটি নধৰিলোঁ? )

বিপ্ৰলব্ধা :—

পূৰ্ব্বে সঙ্কেত দিও যদি প্ৰিয়তম নায়িকাৰ ওচৰলৈ নাহে, নিতান্ত অৱমানিতা সেই নায়িকাকে বিপ্ৰলব্ধা বোলা হয়। ৯৫

যেনে—

উত্তিষ্ঠ দূতি যামো যামো যাতস্তথাপি নায়াতঃ।
যাতঃ পৰমপি জীৱেৎ জীৱিতনাথো ভৱেৎ তস্যাঃ॥

( দূতী, উঠা, আমি যাওঁ বলা, এক প্ৰহৰ পাৰ হৈ গ'ল তথাপি তেওঁ নাহিল। ইয়াৰ পিছতো যিজনী জীয়াই থাকে, তেওঁ তাইৰে প্ৰাণেশ্বৰ হওক। )

নানা প্ৰকাৰ কাৰ্য্যৰ বাবে যাৰ স্বামী দূৰ দেশলৈ যায়, মদনৰ পীড়াত কাতৰা সেই নায়িকাকে প্ৰোষিতভৰ্ত্তৃকা বোলা হয়। ৯৬

তাং জানীথাঃ পৰিমিতকথাং জীৱিতং মে দ্বিতীয়ং
দূৰীভূতে ময়ি সহচৰে চক্ৰৱাকীমিৱৈকাম্।
গাঢ়োৎকণ্ঠাং গুৰুষু দিৱসেষ্বেষু গচ্ছৎসু বালাং
জাতাং মন্যে শিশিৰমথিতাং পদ্মিনীং ৱান্যৰূপাম্॥

( প্ৰিয়াৰ সহচৰ মই দূৰৈত থকাত তেওঁ এতিয়া চক্ৰবাক বধূৰ দৰে বিৰহিণী। তেওঁ কথা বতৰা কম কয়। তেওঁক মোৰ দ্বিতীয় জীৱন বুলি ধৰিবা। দীঘলীয়া দিনবোৰ অতিবাহিত কৰোঁতে-মোৰ কাৰণে অতিশয় উৎকণ্ঠিতা হৈ সেই তৰুণী কিজানি শিশিৰমথিতা পদুমৰ দৰে মলিন হৈ পৰিছে। )

প্ৰিয়-মিলন হ'ব বুলি জানিব পাৰি যি নায়িকাই বাসভৱন সুসজ্জিত কৰায় আৰু নিজেও প্ৰসাধন আদি সম্পন্ন কৰে, সেই নায়িকাক বাসকসজ্জা নায়িকা বোলা হয়। ৯৭

যেনে, ৰাঘৱানন্দৰ নাটকৰপৰা—

ৱিদূৰে কেয়ুৰে কুৰু কৰযুগে ৰত্নৱলয়ৈ-
ৰলং গুৰ্ব্বী গ্ৰীৱাভৰণলতিকেয়ং কিমনয়া।
নৱামেকামেকাৱলিময়ি ময়ি ত্বং ৱিৰচয়ে
ৰ্ন পথ্যং নেপথ্যং বহুতৰমনঙ্গোৎসৱৱিধৌ॥

( সখী! হাতৰ কেয়ূৰ দুপাত সোলোকাই পোলোৱা, দুহাততনো সোণৰ খাৰু আৰু কেলেই লাগিছে? ডিঙিৰ এই গধুৰ গলপতা খাৰেনো কি কাম সাধিব, তুমি মোক এধাৰ নতুন এডলীয়া হাৰ দিয়া; প্ৰিয়তমৰ সৈতে মিলনৰ সময়ত বৰ বেচি সাজসজ্জা উপকাৰী নহয়। )

বিৰহোৎকণ্ঠিতা ঃ

মিলনৰ বাবে আহিবলৈ সঙ্কল্প প্ৰকাশ কৰিও যাৰ প্ৰিয়তম দৈৱবশতঃ আহিব নোৱাৰে, প্ৰিয়ৰ অনাগমনৰ দুখত কাতৰা সেই ৰমণীয়েই বিৰোহৎ-কণ্ঠিতা নায়িকা। ৯৮

যেনে—

কিং ৰুদ্ধঃ প্ৰিয়য়া কদাচিদথৱা সখ্যা মমোদ্বেজিতঃ
কিং ৱা কাৰণগৌৰৱং কিমপি যন্নাদ্যাগতোৱল্লভঃ।
ইত্যালোচ্য মৃগীদৃশা কৰতলে ৱিন্যস্য ৱক্ত্ৰাম্বুজং
দীৰ্ঘং নিঃশ্বসিতং চিৰং চ ৰুদিতং ক্ষিপ্তাশ্চ পুষ্পস্ৰজঃ॥

( তেওঁৰ অন্য কোনো প্ৰেয়সীয়ে তেওঁক বাধা দি ৰাখিলেনে কি ? মোৰ সখীয়ে কিবা কথাৰে তেওঁক বিৰক্তি দিলেনে কি ? নে অন্য এনে কোনো গুৰুতৰ কাৰণ ওলাল যে, আজি মোৰ প্ৰিয়তম নাহিল। ইয়াকে ভাবি ভাবি মৃগনয়না সুন্দৰীয়ে গালত হাত দি দীঘল হুমুনিয়াহ কাঢ়ি ফুলৰ মালা ছিঙি দলিয়াই পেলালে আৰু বহুত সময় কান্দিলে। )

এইদৰে এশ আঠাইশ প্ৰকাৰ নায়িকা আকৌ উত্তম, মধ্যম আৰু অধম—এই তিনি প্ৰকাৰে বিভক্ত হোৱাত মুঠতে নায়িকাৰ সংখ্যা তিনিশ চৌৰাশী প্ৰকাৰ। ( ১২৮ X ৩ = ৩৮৪ )। ৯৯

কোনো কোনো আচাৰ্য্যই নায়িকাৰ এনে প্ৰকাৰ ভেদ যুক্তিযুক্ত নহয় বুলি কয়। তেওঁলোকৰ মতে, কন্যা আৰু পৰোঢ়া-ৰূপে দ্বিধা-বিভক্ত পৰকীয়া নায়িকা প্ৰথমে সঙ্কেতৰ আগতে বিৰহোৎকণ্ঠিতা, তাৰ পিছত বিদূষক আদিৰ সৈতে অভিসাৰলৈ গ'লে হয় অভিসাৰিকা আৰু কিবা কাৰণত নায়ক সঙ্কেত স্থললৈ নাহিলে হয় বিপ্ৰলব্ধা। এইদৰে পৰকীয়া নায়িকাৰ অৱস্থাত্ৰয় হে যুক্তিসিদ্ধ ( আঠোটা নহয় )।

ইয়াৰ বাহিৰে অন্য কোনো অৱস্থা হোৱাটোও সম্ভৱপৰ নহয় বাবে এওঁলোক স্বাধীনভৰ্ত্তৃকা নহৈ প্ৰকৃততে অস্বাধীনভৰ্ত্তৃকাহে। ( কিন্তু এই মত শুদ্ধমত নহয়। )

কোনো কোনো কাব্য নাটকত সানমিহলিভাৱে বিভিন্ন নায়িকাৰ চৰিত্ৰ-চিত্ৰণ দেখা যায়। ১০০

যেনে—

ন খলু ৱয়মমুষ্য দানযোগ্যাঃ
পিৱতি চ পাতি চ যাসকৌ ৰহস্তাম্।
ৱিট ৱিটপমমুং দদস্ব তস্যৈ
ভৱতি যতঃ সদৃশোশ্চিৰায় যোগঃ।

( প্ৰৱঞ্চক ! হে বিট, মই এই বিটপ ( নৱ পল্লৱ ) গ্ৰহণৰ যোগ্য নহওঁ; যি গৱাক্ষীয়ে তোমাক লুকাই থৈ গোপনে সম্ভোগ কৰে, তেওঁকে এই বিটপ

( নৱপল্লৱ ) দিয়াগৈ। যি হেতুকে, সমানে সমানে মিলন হলেহে সেই মিলন স্থায়ী হয়। )

তৱ কিতৱ কিমাহিতৈৰ্বৃথা নঃ ক্ষিতিৰুহপল্লৱপুষ্পকৰ্ণপূৰৈঃ।
ননু জনৱিদিতৈৰ্ভৱদ্ব্যলীকৈশ্চিৰপৰিপূৰিতমেৱ কৰ্ণযুগ্মম্॥

( ধূৰ্ত্ত! তুমি গছৰ ফুল পাতৰ কৰ্ণাভৰণেৰে মোক সজোৱাৰ আৰু কি প্ৰয়োজন? সকলোৰে জনাজাত তোমাৰ কুকীৰ্ত্তিৰেই মোৰ দুখন কাণ সদায় ভৰি আছে। )

'মুহুৰুপহসিতামিৱালিনাদৈৰ্বিতৰসি নঃ কলিকাং কিমৰ্থমেনাম্।
ৱসতিমুপগতেন ধাম্নি তস্যাঃ শঠ! কলিৰেষ মহাংস্ত্বয়াদ্য দত্তঃ॥'
ইতি গদিতৱতী ৰুষা জঘান স্ফুৰিতমনোৰমপক্ষ্মকেসৰেণ।
শ্ৰৱণনিয়মিতেন কান্তমন্যা সমমসিতাম্বুৰুহেণ চক্ষুষা চ॥

( "প্ৰৱঞ্চক! আজি তুমি তোমাৰ সেই প্ৰেয়সীৰ ভৱনত ৰাত্ৰিযাপন কৰি আহি এয়া সাক্ষাৎ কলহ-কলিকা ( কাঁজিয়াৰ কাৰণ ) মোক দিছাই, এনে স্থলত কিয় আকৌ ভোমোৰাৰ গুঞ্জনে উপহাস কৰি কথা এই ফুলৰ কলিটি মোক দিব লাগিছে?" এই দৰে কৈ সেই ৰমণীয়ে ফুলি থকা পদুমৰ কেশৰৰ নিচিনা পক্ষ্মৰাজিৰে সুন্দৰ আকৰ্ণবিস্তৃত নীল নয়নৰ কটাক্ষেৰে আৰু কাণত পিন্ধি থকা নীলোৎপলেৰে একে লগে প্ৰিয়তমক আঘাত কৰিলে। )

এই উদাহৰণত বক্ৰোক্তি, নিষ্ঠুৰ বাক্য আৰু কাণত পিন্ধি থকা নীলোৎপলৰ আঘাত আদি কাৰ্য্যৰদ্বাৰা ধীৰ-মধ্যতা, অধীৰ-মধ্যতা, আৰু অধীৰ-প্ৰগল্‌ভতা আদিৰ সংমিশ্ৰণ ঘটিছে। অন্যান্য ক্ষেত্ৰতো এনে সংমিশ্ৰণ দেখা যায়। উদাহৰণ বিচাৰি চাবলগীয়া।

অন্য প্ৰকাৰে আকৌ নায়িকাৰ অসংখ্য ভেদ দেখা যায়, গ্ৰন্থৰ কলেৱৰ বৃদ্ধিৰ ভয়ত এটাইবোৰ কোৱা নহ'ল। * ১০১

* কদ্ৰট আদিয়ে ৩৮৪ প্ৰকাৰ নায়িকাৰ উল্লেখ কৰিছে।

নায়িকাৰ অলঙ্কাৰৰ কথা এতিয়া কোৱা হৈছে—

যৌৱনত নায়িকাৰ সাত্ত্বিক অলঙ্কাৰ আঠাইশ প্ৰকাৰ। তাৰ ভিতৰত ভাৱ, হাব আৰু হেলা এই তিনিবিধ অঙ্গজ অলঙ্কাৰ। শোভা, কান্তি, দীপ্তি, মাধুৰ্য্য, প্ৰগল্‌ভতা, ঔদাৰ্য্য আৰু ধৈৰ্য্য— এই সাত প্ৰকাৰ অযত্নজ অলঙ্কাৰ অৰ্থাৎ যত্ন নকৰাকৈ আপোনা-আপুনি যৌৱনত দেখা দিয়া অলঙ্কাৰ। লীলা, বিলাস, বিচ্ছিত্তি, বিব্বোক, কিলকিঞ্চিত, মোট্টায়িত, কুট্টমিত, বিভ্ৰম, ললিত, মদ, বিকৃত, তপন, মৌগ্ধ্য, বিক্ষেপ, কুতূহল, হসিত, চকিত আৰু কেলি—এই ওঠৰটি স্বভাৱজ অলঙ্কাৰ। ইয়াৰ ভিতৰত ভাৱ আদি দহবিধ অলঙ্কাৰ নায়কৰ গাতো থাকে। ১০২

ওপৰৰ কাৰিকাত বৰ্ণিত ভাৱৰপৰা 'ধৈৰ্য্য'লৈকে এই দহবিধ অলঙ্কাৰ নায়কৰ গাতো থাকিব পাৰে; কিন্তু এই সকলোবোৰ অলঙ্কাৰেই নায়িকাৰ গাত প্ৰকাশ পালেহে বিশেষ বৈচিত্ৰ্যৰ সৃষ্টি হয়।

তাৰ ভিতৰত, ভাৱঃ

নিৰ্ব্বিকাৰ চিত্তত হোৱা প্ৰথম কামোন্মেষেই ভাৱ। ১০৩

জন্মৰপৰা যৌৱনলৈকে কামৰ বিকাৰে স্পৰ্শ নকৰা মনত প্ৰথম কামৰ বিকাৰ অঙ্কুৰিত হলে, তাকে ভাৱ বোলা হয়।

যেনে—

স এৱ সুৰভিঃ কালঃ স এৱ মলয়ানিলঃ।
সৈৱেয়মৱলা কিন্তু মনোঽন্যদিৱ দৃশ্যতে॥

( সেই একে বসন্ত কাল, একে মলয়া বতাহ আৰু এয়া সেই একেই ৰমণী, তথাপি তেওঁৰ মনটো কিবা বেলেগ যেন দেখা গৈছে। )

এতিয়া, হাৱ ঃ

ভ্ৰূভঙ্গি, নয়নৰ কটাক্ষ আদিৰে সম্ভোগেচ্ছা প্ৰকাশক
আৰু অন্তৰৰ কাম-বিকাৰ স্মামান্যৰূপে প্ৰকাশ
হোৱা ভাৱকে হাৱ বোলা হয়। ১০৪

যেনে—

রিবৃণ্বতী শৈলসুতাপি ভাৱমঙ্গৈঃ স্ফুৰদ্বালকদম্বকল্পৈঃ।
সাচীকৃতা চাৰুতৰেণ তস্থৌ মুখেন পৰ্য্যস্তৱিলোচনেন॥

(পৰ্ব্বতৰাজ তনয়ায়ো নতুনকৈ ফুলা কোমল কদম ফুল পাহিৰ নিচিনা নিজৰ অঙ্গসমূহেৰে ভাৱ প্ৰকাশ কৰি মহাদেৱৰ ফালে চাই লাজনি মুখখনি অলপ বেঁকাকৈ থিয় হৈ থাকিল।)

হেলা ঃ

ভাৱৰ বিকাৰ বেচিকৈ দৃষ্টিগোচৰ হলে,
তাকে হেলা বোলা হয়। ১০৫

যেনে—

তহ সে ঝত্তি পউত্তা বহুএ সব্বঙ্গবিব্ভমা সঅলা।
সংসই অমুদ্ধভাবা হোই চিৰং জহ মহীণং পি॥

(ৰমণীৰ সৰ্ব্বাঙ্গতে হঠাতে বিভ্ৰমসমূহ প্ৰকাশ হৈ পৰাত তেওঁৰ মুগ্ধতাৰ বিষয়ে সখীয়েকহঁত সংশয়াকুল হৈ উঠিল।)

শোভা ঃ

ৰূপ, যৌৱন, লালিত্য, অঙ্গৰ সুকুমাৰতা, পুষ্প-
চন্দন আদি ব্যৱহাৰ, ইত্যাদিৰপৰা নায়িকাৰ অঙ্গে
অঙ্গে প্ৰস্ফুটিত সৌন্দৰ্য্যৰ নাম শোভা।

ইয়াৰ ভিতৰত যৌৱন-শোভাৰ উদাহৰণ ; যেনে—

অসম্ভৃতং মণ্ডনমঙ্গ-যষ্টেৰনাসৱাখ্যং কৰণং মদস্য।
কামস্য পুষ্পব্যতিৰিক্তমস্ত্ৰং বাল্যাৎ পৰং সাঽথ বয়ঃ প্ৰপেদে॥

(শৈশৱ অতিক্ৰম কৰি পাৰ্ব্বতীয়ে এতিয়া সেই বয়সত ভৰি দিছে, যি বয়স ত

লাহী দেহাটি যতনেৰে পৰিপাটিকৈ নসজালেও হয়, যি বয়সত মদিৰা পান নকৰাকৈয়ে মত্ততা আছে, যিটো বয়স ফুল নোহোৱাকৈয়ে পুষ্পধনুৰ অস্ত্ৰ স্বৰূপ হয়।)

এইদৰে অন্যান্য ক্ষেত্ৰতো উদাহৰণ উহ্য।

কান্তি ঃ

কামৰ প্ৰভাৱত অতিশয় উজ্জ্বল হৈ পৰিলে
শোভাকে কান্তি বোলা হয়। ১০৬

চিত্তত কামৰ উন্মেষ হ'লে যৌৱন-শোভা অতিশয় বৃদ্ধি হয়, তেতিয়া তাকে কান্তি বোলা হয়।

যেনে—

"নেত্ৰে খঞ্জন গঞ্জনে ··· ···
(তেওঁৰ নয়ন যুগলে খঞ্জনক হাৰ মনায় ··· ···)

দীপ্তি ঃ

কান্তিয়েই অতিশয় বিস্তৃতি লাভ কৰিলে দীপ্তি নাম
পায়। ১০৮

যেনে—মোৰ চন্দ্ৰকলা নাটিকাত চন্দ্ৰকলাৰ বৰ্ণনা –

তাৰুণ্যস্য ৱিলাসঃ সমধিকলাৱণ্যসম্পদো হাসঃ।
ধৰণীতলস্যাভৰণং যুৱজনমনসো ৱশীকৰণম্ ॥

(সেই ৰমণী যৌৱনৰ বিলাস, অতিশয় লাৱণ্য সম্পদৰ প্ৰকাশ, পৃথিৱীৰ ভূষণ আৰু যুৱকৰ মনৰ বশীকৰণ স্বৰূপ।)

মাধুৰ্য্য ঃ

সকলোপ্ৰকাৰ অৱস্থাতে থকা ৰমণীয়তাৰ নাম
মাধুৰ্য্য। ১০৯

যেনে—

সৰসিজমনুবিদ্ধং শৈৱলেনাপি ৰম্যং
মলিনমপি হিমাংশোৰ্লক্ষ্ম লক্ষ্মীং তনোতি।

ইয়মধিকমনোজ্ঞা ৱল্কলেনাপি তন্বী
কিমিৱ হি মধুৰাণাং মণ্ডনং নাকৃতীনাম্ ॥

( শেলুৱৈ লাগি থাকিলেও পদুম মনোৰম, মলিন হ'লেও চন্দ্ৰৰ কলঙ্কই শোভাহে বঢ়ায়। বাকলি বসন পৰিধান কৰিছে যদিও এই তন্বী বেচি মনোহাৰিণী হে হৈছে। যি এনেয়ে দেখিবলৈ ধুনীয়া, তেওঁকনো কিহে শুৱনায় ? )

প্ৰগল্‌ভতা :

লাজ-ভয় নোহোৱাই প্ৰগল্‌ভতা। ১১০

যেনে—

সমাশ্লিষ্টা সমাশ্লেষৈশ্চুম্বিতাশ্চুম্বনৈৰপি।
দষ্টাশ্চ দংশনৈঃ কান্তং দাসী কুৰ্ব্বন্তি যোষিতঃ ॥

( আলিঙ্গন কৰিলে প্ৰত্যালিঙ্গন কৰি, চুম্বন কৰিলে প্ৰতিচুম্বন কৰি, দংশন কৰিলে প্ৰতিদংশন কৰি—ৰমণীয়ে প্ৰিয়তমক দাস কৰি থয়। )

ঔদাৰ্য্য :

সকলো সময়তে বিনয় প্ৰকাশ কৰাৰ নামেই ঔদাৰ্য্য। ১১১

যেনে—

ন ব্ৰূতে পৰুষাং গিৰং ৱিতনুতে ন ভ্ৰূযুগং ভঙ্গুৰম্
নোত্তংসং ক্ষিপতি ক্ষিতৌ শ্ৰৱণতঃ সা মে স্ফুটেঽপ্যাগসি।
কান্তা গৰ্ভগৃহে গৱাক্ষৱিৱৰব্যাপাৰিতাক্ষ্যা বহিঃ
সখ্যা ৱক্ত্ৰমভিপ্ৰযচ্ছতি পৰং পৰ্য্যশ্ৰুণী লোচনে ॥

( মোৰ অপৰাধ স্পষ্ট হৈ ওলাই পৰিলেও প্ৰিয়তমাই কটু কথা নকয়, চকু ঘোপাকৈ নধৰে নাইবা কাণৰ কেকও আজুৰি মাটিত নেপেলায়; প্ৰিয়তমাই কেৱল ঘৰৰ ভিতৰত থিয় দি বাহিৰৰপৰা খিড়িকীয়েদি লক্ষ্য কৰি থকা সখীয়েকৰ পিনে চলচলীয়া চকুৰে চাই থাকে। )

ধৈৰ্য্য :

আত্মশ্লাঘাশূন্য অচঞ্চল মনোবৃত্তিকে ধৈৰ্য্য বোলা হয়। ১১২

যেনে—

জ্বলতু গগনে ৰাত্ৰৌ ৰাত্ৰাৱখণ্ডকলঃ শশী
দহতু মদনঃ কিং ৱা মৃত্যোঃ পৰেণ ৱিধাস্যতি।
মম তু দয়িতঃ শ্লাঘ্যস্তাতো জনন্যমলান্বয়া
কুলমমলিনং নত্বেৱায়ং জনো নচ জীৱিতম্॥

(সদায় ৰাতি আকাশত পূৰ্ণ চন্দ্ৰই পোহৰ বিলাওক, মদনেও মোক ভস্ম কৰক; সিহঁতেনো মৃত্যুতকৈ আৰু কি বেছি কৰিব? মোৰ সৰ্ব্বজনমান্য পিতা মোৰ প্ৰিয়, সজকুলত জন্মগ্ৰহণ কৰা মোৰ মাতৃও মোৰ প্ৰিয়, নিষ্কলুষ মোৰ বংশটোও মোৰ প্ৰিয়: কিন্তু মোৰ এই শৰীৰটো আৰু জীৱন মোৰ প্ৰিয় নহয়।)

[অৰ্থাৎ জীৱন গ'লেও কুলৰ কলঙ্কজনক কাম মই কৰিব নোৱাৰোঁ। এই শ্লোকটোৰ পিছৰ অংশৰ অন্য অৰ্থও হয়।]

লীলা:

প্ৰিয়তমৰ প্ৰতি অনুৰাগৰ বাবে অঙ্গ সঞ্চালন,
বেশ-ভূষা আৰু প্ৰীতিপূৰ্ণ প্ৰেমালাপেৰে প্ৰিয়তমৰ
অনুকৰণ কৰাকে লীলা বোলা হয়। ১১৩

যেনে—

মৃণালৱ্যালৱলয়া ৱেণীবন্ধকপৰ্দ্দিনী।
হৰানুকাৰিণী পাতু লীলয়া পাৰ্ব্বতী জগৎ।

(মৃণালৰ বলয়েৰে শিৱৰ সৰ্পবন্ধনৰ আৰু জটাৰ দৰে বেণী বান্ধি শিৱৰ জটাজুটৰ অনুকৰণ কৰা লীলাৰে পাৰ্ব্বতীয়ে ত্ৰিজগতক ৰক্ষা কৰক।)

বিলাস:

প্ৰিয়তমৰ দৰ্শন, গমন, উপৱেশন, স্থিতি আদিৰ
বৈচিত্ৰ্য আৰু চকু-মুখ আদিৰ ভঙ্গীৰ বিশেষত্বকে
বিলাস বোলা হয়। ১১৪

যেনে—

অত্ৰান্তৰে কিমপি ৱাগ্‌ৱিভৱাতিবৃত্ত-
ৱৈচিত্ৰ্যমুল্লসিতবিভ্ৰমমায়তাক্ষ্যাঃ।

তন্তুৰিসাত্ত্বিকায়কাৰমপাস্তধৈৰ্য্য-
মাচাৰ্য্যকং কিমপি মান্মথমাৱিৰাসীৎ ॥

( সেই ছেগতে আয়তলোচনা সেই সুন্দৰীয়ে ( মালতীয়ে ) কথাৰে প্ৰকাশ কৰিব নোৱোৰা বৈচিত্ৰ্য, উল্লাসপূৰ্ণ বিলাস-বিভ্ৰম, নানাবিধ সাত্ত্বিক বিকাৰ ( ঘাম, নোম শিঁয়ৰি উঠা আদি ) আৰু অধৈৰ্য্য আদি, একে আষাৰে ক'বলৈ হ'লে মদনে শিকোৱা সকলোখিনি লীলা প্ৰকাশ কৰিলে। )

বিচ্ছিত্তি :

সামান্য সাজ-পাৰ, বেশ-বিন্যাস আদিয়েই যদি
কান্তি প্ৰকাশ কৰে, তাকে বিচ্ছিত্তি বোলা হয়। ১১৫

যেনে—

স্বচ্ছাম্ভঃ স্নপনৱিধৌতমঙ্গমোষ্ঠ-
স্তাম্বূলদ্যুতিৱিশদো ৱিলাসিনীনাম্।
ৱাসস্তু প্ৰতনুৱিৱিক্তমস্তিতীয়ান্
আকল্পো যদি কুসুমেষুণা ন শূন্যঃ ॥

( নিৰ্মল পানীত গা ধুই জুৰ পেলোৱা শৰীৰ, তামোলৰ সেলেঙিৰে ৰঙা হৈ থকা ওঁঠ, জীয়াপাখি যেন পাতল নিকা কাপোৰ—ইয়াৰেই কামিনীৰ বেশ ৰচনা হয়, যদিহে তাৰ লগত প্ৰেমৰ অভাৱ নহয়। )

ৱিব্বোক :

অতিশয় গৰ্ব্বত বাঞ্ছিত জনৰ প্ৰতি অনাদৰ প্ৰদৰ্শনৰ
নামেই ৱিব্বোক। ১১৬

যেনে—

যাসাং সত্যপি সদ্গুণানুসৰণে দোষানুৱৃত্তিঃ পৰা
যাঃ প্ৰাণান্ ৱৰমৰ্পয়ন্তি ন পুনঃ সম্পূৰ্ণদৃষ্টিং প্ৰিয়ে।
অত্যান্তাভিমতেঽপি ৱস্তুনি ৱিধিৰ্যাসাং নিষেধাত্মক
স্তাস্ত্ৰৈলোক্যৱিলক্ষণপ্ৰকৃতয়ো ৱামাঃ প্ৰসীদন্তু তে ॥

( যি সকল ৰমণীয়ে ভাল গুণ অনুসৰণ কৰি থকাতেও সদায় দোষৰহে

অনুসৰণ কৰে, যি সকলে প্ৰাণ গ'লেও প্ৰিয়ৰ প্ৰতি ঘৃৰি নাচায়, নিজৰ অতি ভাল লগা বস্তু যাচিলেও নালাগে বুলিহে কয়, তিনিও লোকৰ ভিতৰতে বিচিত্ৰ প্ৰকৃতিৰ সেই সুন্দৰীসকল তোমাৰ প্ৰতি প্ৰসন্ন হওক।)

কিল কিঞ্চিত :

একান্ত বাঞ্ছিত ব্যক্তিক লাভ কৰাৰ বাবে জন্মা আনন্দৰ ফলত মিচিকিয়া হাঁহি, শুষ্ক ৰোদন, হাঁহি, ভয়, খং, শ্ৰম আদিৰ মিশ্ৰিত ভাৱকে কিলকিঞ্চিত বোলা হয়।

যেনে—

পাণিৰোধমবিৰোধিতবাঞ্ছং ভৰ্ৎসনাশ্চ মধুৰস্মিতগৰ্ভাঃ।
কামিনঃ স্ম কুৰুতে কৰভোৰুৰ্হাৰি শুষ্কৰুদিতঞ্চ সুখেঽপি॥

(প্ৰিয়তমৰ ইচ্ছাত বাধা দিব নোখোজে যদিও সুন্দৰীয়ে নীবীন্যস্ত প্ৰিয়তমৰ হাত আঁতৰাই দিলে, মনোমোহা মিচিকিয়া হাঁহিৰে ভৰ্ৎসনা কৰিলে আৰু সুখৰ মাজতে মনোহৰ শুকান কান্দোন এসোতাও কান্দিলে।)

মোট্টায়িত :

প্ৰিয়তমৰ বিষয়ে হোৱা কথা-বাৰ্ত্তাৰ সময়ত প্ৰিয়তমৰ ভাৱনাত তন্ময় হৈ থকা ৰমণীৰ কৰ্ণ কণ্ডূয়ন আদিক মোট্টায়িত বোলা হয়। ১১৮

যেনে—

সুভগ ত্বৎকথাৰম্ভে কৰ্ণকণ্ডূতিলালসা।
উজ্জৃম্ভদ্ বদনাম্ভোজা ভিনত্ত্যঙ্গানি সাঙ্গনা॥

(বন্ধু! তুমি ভাগ্যবান; তোমাৰ কথা ওলাওঁতে সেই ৰমণীয়ে কাণ খজুৱাই পদুমৰ নিচিনা মুখেৰে হামিয়াই গা ভাঙিবলৈ ধৰিলে।)

কুট্টমিত :

নায়িকাৰ কেশগ্ৰহণ, স্তনমৰ্দ্দন, অধৰপান আদিৰ সময়ত আনন্দ হোৱা সত্বেও, লৰালৰিকৈ মূৰ আৰু হাত জোকৰাকে কুট্টমিত বোলা হয়। ১১৯

যেনে—

পল্লৱোপমিতিসাম্যসপক্ষং দষ্টৱত্যধৰবিম্বমভীষ্টে।
পৰ্য্যকৃজি সকজ্জেৱ তৰুণ্যাস্তাৰলোলৱলয়েন কৰেণ ॥

(কোমল কুঁহিপাতৰ তুল্য ৰঙচুৱা ওঠ প্ৰিয়তমে দংশন কৰিলত চঞ্চল বলয়যুক্ত ৰমণীৰ হাতটিয়ে যেন দংশন-বেদনাত কেকাঁবলৈ ধৰিলে।)

বিভ্ৰম ঃ

প্ৰিয়তমৰ আগমনত হোৱা হৰ্ষ, অনুৰাগ আদিৰ বাবে লৰালৰিৰ কোবত এঠাইত পিন্ধিব লগা অলঙ্কাৰ আদি অন্য ঠাইত পিন্ধাকে বিভ্ৰম বোলা হয়। ১২০

যেনে—

শ্ৰুত্বায়াস্তং বহিঃ কান্তমসমাপ্তৱিভূষয়া।
ভালেঽঞ্জনং দৃশোর্লাক্ষা কপোলে তিলকঃ কৃতঃ ॥

(প্ৰসাধন শেষ নোহওঁতেই বাহিৰত প্ৰিয়তম আহি বৈ আছেহি বুলি শুনি ৰমণীয়ে কপালত কাজল, চকুত আলতা আৰু গালত তিলক লগালে।

ললিত ঃ

অঙ্গ-প্ৰত্যঙ্গৰ বিন্যাসৰ ফলত উদ্ভৱ হোৱা সৌকুমাৰ্য্যই ললিত। ১২১

যেনে—

গুৰুতৰ কল নূপুৰানুনাদং সললিত নৰ্ত্তিতৱামপাদপদ্মা।
ইতৰদনতিলোলমাদধানা পদমথ মন্মথমন্থৰং জগাম ॥

(তেতিয়া সেই ৰমণীয়ে পদুমৰ নিচিনা বাওঁ ভৰিটো মনোমোহাকৈ নাচোনৰ ভঙ্গীত আৰু ইটো ভৰি ৰৰকৈ চঞ্চলতা প্ৰকাশ নকৰাকৈ মাটিত পেলাই মদন-মন্থৰ গতিৰে ডাঙৰকৈ নূপুৰ বজাই গুচি গ'ল।)

মদ ঃ

সৌভাগ্য, যৌৱন আদিৰ অহঙ্কাৰৰ ফলত হোৱা চিত্তবিকাৰৰ নাম মদ। ১২২

যেনে—

মা গৰ্ব্বমুদ্বহ কপোলতলে চকাস্তি
কান্তস্বহস্তলিখিতা মম মঞ্জৰীতি।
অন্যাপি কিং ন খলু ভাজনমীদৃশানাং
ৱৈৰী নচেন্তৰতি ৱেপাথুৰন্তৰায়ঃ ॥

( "মোৰ কপালত প্ৰিয়তমে নিজহাতেৰে আঁকি দিয়া তিলকমঞ্জৰী জিলিকি আছে"—এই বুলি তুমি অহঙ্কাৰ নকৰিবা। প্ৰিয়তমৰ স্পৰ্শত উঠা কঁপনি শত্ৰু নোহোৱা হলে, অন্য ৰমণী জানো এনে সৌভাগ্যৰ অধিকাৰী নহলহেঁতেন। )

বিহৃত ( বিকৃত ):

কথা কবলগীয়া সময়তো লাজে হেঁচা মাৰি ধৰাত
কথা ক'ব নোৱাৰাই বিহৃত। ১২৩

যেনে—

দূৰাগতেন কুশলং পৃষ্টা নোৱাচ সা ময়া কিঞ্চিৎ।
পৰ্য্যশ্ৰুণী তু নয়নে তস্যাঃ কথয়াম্বভূৱতুঃ সৰ্ব্বম্ ॥

( দুৰ দেশৰপৰা উলটি আহি মই কুশল বাতৰি সোধাত তেওঁ একোকে নক'লে, চকুলোৰে ভৰা তেওঁৰ চকু দুটিয়েই মাথো সকলোখিনি ক'লে। )

তপন:

প্ৰিয়তমৰ বিৰহত মদনাতুৰাৰ আচৰণেই তপন। ১২৪

যেনে—

শ্বাসান্ মুঞ্চতি ভূতলে ৱিলুঠতি ত্বন্মাৰ্গমালোকতে
দীৰ্ঘং ৰোদিতি ৱিক্ষিপত্যত ইতঃ ক্ষামাং ভুজাৱল্লৰীম্।
কিঞ্চ প্ৰাণসমান! কাঙ্ক্ষিতৱতী স্বপ্নেঽপি তে সঙ্গমং
নিদ্ৰাং বাঞ্ছতি ন প্ৰযচ্ছতি পুনৰ্দগ্ধো ৱিধিস্তামপি ॥

( তোমাৰ প্ৰিয়তমাই হুমুনিয়াহ ছাৰে, মাটিত বাগৰে, তুমি আহিবা বুলি বাটলৈ চাই থাকে, একেৰাহে কান্দি থাকে, ক্ষীণ বাহুযুগল ইফালে-সিফালে

এচাবে। তেওঁ স্বপ্নতে তোমাৰ সৈতে সঙ্গম কামনা কৰি শুব খোজে, কিন্তু হতচিৰি হোৱা বিধাতাই তাকো নিদিয়ে। ).

মৌগ্ধ্য ঃ

নজনা ভাওধৰি জনা কথাৰ বিষয়ে প্ৰিয়তমক
সোধাকে তত্ত্বজ্ঞসকলে মুগ্ধতা বুলি কয়। ১২৫

যেনে—

কে দ্রুমাস্তে ক্ব বা গ্রামে সন্তি কেন প্ৰৰোপিতাঃ।
নাথ! মৎকঙ্কণন্যস্তং যেষাং মুক্তাফলং ফলম্ ॥

( নাথ! মোৰ কঙ্কণত খটোৱা মুকুতাবিলাক কি গছৰ গুটি, সেই গছবোৰ কোন গাঁৱত আছে? কোনেনো বাৰু সেই গছবোৰ ৰুইছিল? )

বিক্ষেপ ঃ

বেশ-ভূষা আধা কৰিয়েই এৰা, চাৰিওফালে
মিছাকৈয়ে সচকিত হৈ চোৱা আৰু প্ৰিয়তমৰ ওচৰত
গোপনীয় বিষয় অলপ কোৱাকে বিক্ষেপ বোলা
হয়। ১২৬

যেনে—

ধম্মিলমৰ্দ্ধমুক্তং কলয়তি তিলকং তথা সকলম্।
কিঞ্চিদ্বদতি ৰহস্যং চকিতং বিম্বগৱলোকতে তন্বী ॥

( সেই সুন্দৰীয়ে খোপা আধা মেলি থৈছে, কপালত তিলক আধাহে আঁকিছে, কিবা যেন গোপন কথাহে কৈছে—এনে ভাৱে চাৰিওফালে চাইছে। )

কুতূহল ঃ

ৰমণীয় বস্তু চাবলৈ জন্মা মনৰ একান্ত হেঁপাহকে
কুতূহল বোলা হয়। ১২৭

যেনে—

প্ৰসাধিকালম্বিতমগ্ৰপাদমাক্ষিপ্য কাচিদ্ দ্ৰৱৰাগমেৱ।
উৎসৃষ্টলীলাগতিৰাগৱাক্ষাদলক্তকাঙ্কাং পদৱীং ততান ॥

( ভৰিত লগোৱা আলতা শুকাবলৈ নৌপাওঁতেই কোনো সুন্দৰীয়ে প্ৰসাধিকাই

ধৰি থকা ভৰিটো টান মাৰি আনি নিজৰ গম্ভীৰ লীলাগতি পৰিত্যাগ কৰি খিড়িকীলৈকে বাটটো আলতাৰে ৰঙা কৰি পেলালে।)

হসিত ঃ

যৌৱনৰ আবিৰ্ভাৱত অকাৰণ হাঁহিকে হসিত বোলা হয়। ১২৮

যেনে—

অকস্মাদেৱ তন্বঙ্গী জহাস যদিয়ং পুনঃ।
নূনং প্ৰসূনৱাণোঽস্যাং স্বাৰাজ্যমধিতিষ্ঠতি॥

(এই সুন্দৰীয়ে যে হঠাতে এনেয়ে হাঁহিছে বুজা যায়, নিশ্চয় মদনে এওঁৰ ওপৰত আধিপত্য বিস্তাৰ কৰিছে।)

চকিত ঃ

সামান্য কাৰণত প্ৰিয়জনৰ আগত ভয়জনিত ব্যস্ততা প্ৰকাশকে চকিত বোলা হয়। ১২৯

যেনে—

ত্ৰস্যন্তী চলশফৰীৱিঘট্টিতোৰুঃ
ৱামোৰুৰতিশয়মৱাপ ৱিভ্ৰমস্য।
ক্ষুভ্যন্তি প্ৰসভমহো ৱিনাপি হেতোঃ
লীলাভিঃ কিমু সতি কাৰণে তৰুণ্যাঃ॥

(জপিয়াই ফুৰা পুঠিমাছে উৰুত খুন্দিওৱাত এই সুন্দৰীয়ে ভয়ত বিচিত্ৰ বিলাস ভঙ্গী প্ৰকাশ কৰিছে। যুৱতীসকলে কোনো কাৰণ নোহোৱাকৈয়ে মদন বিকাৰৰ লীলা প্ৰকাশ কৰে, কাৰণ থাকিলে আৰু কি ক'ব লাগিছে।)

কেলি ঃ

প্ৰিয়তমৰ সৈতে প্ৰেম-বিহাৰত নায়িকাৰ ক্ৰীড়াৰ নামেই কেলি। ১৩০

যেনে—

ব্যপোহিতুং লোচনতো মুখানিলৈ
ৰপাৰয়ন্তং কিল পুষ্পজং ৰজঃ।

পয়োধৰেণোৰসি কাচিদুন্মনাঃ
প্ৰিয়ং জঘানোন্নতপীৱৰস্তনী ॥

( নিজৰ চকুত পৰা ফুলৰ বেণু প্ৰিয়তমে ফু মাৰি চকুৰপৰা গুচাব নোৱাৰা দেখি পীনোন্নতপয়োধৰা সুন্দৰীয়ে কামোন্মাদিনী হৈ স্তনেৰে প্ৰিয়তমক বুকুত আঘাত কৰিলে। )

এতিয়া মুগ্ধা আৰু কন্যাৰ অনুৰাগৰ ইঙ্গিতৰ বিষয়ে কোৱা হৈছে—

প্ৰিয়ানুৰাগিণী মুগ্ধা আৰু কন্যাই—প্ৰিয়তমে দেখিলে লাজ ভাৱ প্ৰকাশ কৰে, চকুৱে চকুৱে নাচায়, প্ৰিয়তম গুচি গ'লে বা অলপ আঁতৰ হ'লে লুকাই চাই থাকে। প্ৰিয়তমে নানা কথা সুধিলেও তলমূৰকৈ থোকাথুকি মাতেৰে কেতিয়াবা হে দুই একেষাৰ কথা কয়, কিন্তু অইন মানুহে প্ৰিয়তমৰ বিষয়ে আলোচনা কৰিলে অন্যফালে মন কৰি থাকে যদিও, সাৱধানে সেই কথা শুনি থাকে। ১৩১

এতিয়া সকলো শ্ৰেণীৰ নায়িকাৰে অনুৰাগ প্ৰকাশক আচৰণৰ বিষয়ে কোৱা হৈছে—

অনুৰাগিণী সুন্দৰীয়ে প্ৰিয়তমৰ ওচৰত বহুত পৰ থাকিবলৈ ভাল পায়, অলঙ্কাৰ-পাতি নিপিন্ধাকৈ প্ৰিয়তমক দেখা নিদিয়ে; কোনো কোনো সুন্দৰীয়ে আকৌ খোপা বন্ধা, কাপোৰ কানি ঠিকঠাক কৰি লোৱাৰ ছলেৰে প্ৰিয়তমক বাহুমূল, স্তনযুগল আৰু নাভিকমল ভালকৈ দেখুৱায়। কোনো সুন্দৰীয়ে আকৌ কথাৰ ছলাহীৰে প্ৰিয়তমৰ পৰিচাৰক আদিক বশীভূত কৰি ৰাখে, প্ৰিয়তমৰ বন্ধু-বান্ধৱক বিশ্বাস আৰু সন্মান কৰে, সখীয়েকহঁতৰ

আগত প্ৰিয়তমৰ গুণ-কীৰ্ত্তন কৰে, নিজৰ ধন তেওঁলোকক দিয়ে। প্ৰিয়তম শুলেহে শোৱে, প্ৰিয়তমৰ দুখত দুখ আৰু সুখত সুখ অনুভৱ কৰে। প্ৰিয়তমে দূৰৰপৰাই দেখক বুলি দেখা পোৱা ঠাইত থাকে, পৰিজনৰ লগত কামবিষয়ক কথাৰ আলচ কৰে। সামান্য কিবা এটা দেখিলেই প্ৰিয়তমৰ আগত এনেয়ে হাঁহে, কাণ খজুৱায়, খোপা এবাৰ বান্ধে আৰু এবাৰ সোলোকায়, হামিয়ায়, গা ভাঙে, ওচৰত থকা সৰু লৰাক সাৱটি ধৰি চুমা খায় আৰু সখীয়েকৰ কপালত তিলক আঁকে। বুঢ়া আঙুলিৰ আগেৰে মাটি খোচৰে, কটাক্ষপূৰ্ণ নয়নেৰে প্ৰিয়তমলৈ চায় আৰু নিজে নিজৰ ওঠ কামোৰে, তলমূৰকৈ প্ৰিয়তমৰ সৈতে কথা পাতে। যি ঠাইৰপৰা নায়কক দেখা যায়, তাৰপৰা আঁতৰি নাযায়, কোনো কামৰ চেলু উলিয়াই নায়কৰ ঘৰলৈ যায়, প্ৰিয়তমে কিবা সামান্য বস্তু দিলেও সেইটো গ্ৰহণ কৰি বাৰে বাৰে চাই থাকে। প্ৰিয়তমৰ সান্নিধ্যত সদায় আনন্দিত হয়, বিৰহত মলিন আৰু কৃশ হয়। প্ৰিয়তমৰ স্বভাৱ খুব ভাল বুলি ভাৱে আৰু তেওঁৰ প্ৰিয় বস্তু প্ৰিয় যেন জ্ঞান কৰে, প্ৰিয়তমক নিচেই সাধাৰণ বস্তুও বিচাৰে। শোওঁতে প্ৰিয়তমৰ ফালে পিঠি দি নোশোৱে। প্ৰিয়তমৰ সন্মুখত বহি থাকোঁতে নানাবিধ সাত্ত্বিক ভাৱ ( ঘাম ওলোৱা, ৰোমাঞ্চ আদি ) দেখুৱায়; প্ৰিয়তমৰ ভাললগা মধুৰ অথচ সঁচা কথা কয়। ১৩২

এই নায়িকাসমূহৰ ভিতৰত নবোঢ়াৰ লাজ বেচি,

মধ্যম শ্রেণীৰ লাজ মজলীয়া বিধৱ, পৰকীয়া,
প্রগল্‌ভা আৰু বাৰবনিতাৰ লাজ বোলা
কথাটোৱেই নাই। ১৩৩

দিগ্‌ দৰ্শনৰূপে মোৰ নিজৰ ৰচনাৰপৰা উদাহৰণ দিয়া হৈছে—

অন্তিকগতমপি মামিয়মৱলোকয়তীৱ হন্ত দৃষ্টাপি।
সৰস-নখক্ষতমণ্ডিতমাৱিষ্কুৰুতে ভুজামূলম্‌ ॥

( মই তেওঁক দেখা সত্ত্বেও আৰু ওচৰলৈ যোৱাতো সেই সুন্দৰীয়ে মোলৈ যেন একে থৰে চাই থাকিল আৰু বাহুমূলত দগ্‌দগীয়া হৈ থকা নতুন নখক্ষত দেখুৱালে। )

আৰৌ—

নায়িকাই পত্ৰপ্ৰেৰণ, প্ৰেমপূৰ্ণ দৃষ্টিপাত, মধুৰ কথা
আৰু দূতী প্ৰেৰণৰদ্বাৰা নিজৰ মনোভাৱ প্ৰকাশ
কৰে বুলি কোৱা হয়। ১৩৪

দূতী কোনবিলাক ঃ

সখীয়েক, নটী, দাসী, ধাত্রী, ওচৰচুবুৰীয়া ৰমণী,
বালিকা, সন্ন্যাসিনী, কাৰু, শিল্পিনী আৰু স্বয়ং
নিজেও দূতী। ১৩৫

কাৰু বুলি ৰজকী (ধুবুনী) আদিক বুজোৱা হৈছে। শিল্পিনী মানে চিত্ৰকৰ আদিৰ স্ত্ৰী। 'শিল্পিনী আদি, বুলি তামূলী, গন্ধদ্ৰব্য বেচোঁতা আদিৰ স্ত্ৰীকো বুজোৱা হৈছে।

ইয়াৰ ভিতৰত সখী দূতীৰ উদাহৰণ ; যেনে—

"শ্বাসান্‌ মুঞ্চতি " ইত্যাদি।

স্বয়ং দূতীৰ উদাহৰণ মোৰ ৰচনাৰপৰা দিয়া হৈছে—

পন্থিঅ! পিআসিও ৱিঅ লচ্ছীঅসি জাসি তা কিমণ্ণত্তো।
ণ মণং ৱি ৱাৰও ইধ অত্থি ঘৰে ঘণৰসং পিঅন্তাণম্‌ ॥

( হে পথিক! তোমাৰ পিয়াহ লগা যেন দেখিছোঁ, কেলেই অন্য ঠাইলৈ

গৈছা। ঘৰলৈ আহি মেঘে দিয়া পানী ( নিবিড় ৰস ) উপভোগ কৰাহি . ইয়াত অকণো বাধা নাই।)

নায়িকাৰ দূতী হোৱাৰ দৰেই এওঁলোক নায়িকাৰ ওচৰলৈ পঠাওঁতে নায়কৰো দূতী হয়।

দূতীৰ গুণাৱলী:

কলা-কৌশল, উৎসাহ, ভক্তি, আনৰ মনোভাৱ
বুজাৰ ক্ষমতা, স্মৃতি-শক্তি, মাধুৰ্য্য, ব্যঙ্গ-বিদ্রূপৰ
বিষয়ে অভিজ্ঞতা আৰু বাগ্মিতা এইবিলাক
দূতীৰ গুণ। ১৩৬

এই দূতীবিলাকো যথাযোগ্য কাৰ্য্য অনুৰূপে উত্তম, মধ্যম আৰু অধম এই তিনি শ্ৰেণীত পৰে।

এতিয়া, প্ৰতিনায়কৰ কথা কোৱা হৈছে:

প্ৰতিনায়ক ধীৰোদ্ধত, পাপাচাৰী আৰু ব্যসনাসক্ত হয়। ১৩৭

যেনে, ৰামায়ণত ৰামৰ প্ৰতিনায়ক ৰাৱণ।

এতিয়া উদ্দীপন বিভাৱ:

যিবিলাকে ৰস উদ্দীপিত কৰে, তাকে উদ্দীপন
বিভাৱ বোলা হয়। ১৩৮

সেই উদ্দীপন বিভাৱবিলাক হ'ল—

নায়িকা আদিৰ অঙ্গি-ভঙ্গী আদি আৰু দেশ কাল আদি। ১৩৯

'অঙ্গি-ভঙ্গী আদি' বুলি কোৱাত ৰূপ, অলঙ্কাৰ আদিৰ কথাও বুজোৱা হৈছে। 'দেশ-কাল আদি' এই আদি শব্দই চন্দ্ৰ, চন্দন, কুলিৰ কুউ কুউ মাত, ভোমোৰাৰ গুঞ্জন আদিও বুজাইছে।

এইবিলাকৰ ভিতৰত চন্দ্ৰৰ উদ্দীপন বিভাৱনতা মোৰ ৰচনাৰ পৰা, যেনে—

কৰমুদয়মহীধৰস্তনাগ্ৰে গলিততমঃপটলাংশুকে নিৱেশ্য।
ৱিকসিতকুমুদেক্ষণং ৱিচুম্বয়ত্যয়মমৰেশদিশো মুখং সুধাংশুঃ॥

( ৰমণীৰ গাৰপৰা কাপোৰ খহি পৰাদি পূৰ্ব্ব দিশৰপৰা এন্ধাৰ আঁতৰি যোৱাত উন্মুক্ত স্তনোপম উদয়াচলত চন্দ্ৰই কৰস্পৰ্শ ( ৰশ্মি, হাত ) কৰি বিকশিত নয়নতুল্য প্ৰস্ফুটিত কুমুদ-সুশোভিত পূৰ্ব্ব দিশৰ মুখ চুম্বন কৰিলে। )

কোন ৰসৰ কি উদ্দীপন বিভাৱ, সেই সেই ৰসৰ স্বৰূপ বৰ্ণনাৰ সময়ত কোৱা হ'ব।

এতিয়া অনুভাৱৰ বিষয়ে কোৱা হৈছে ঃ

নিজ নিজ কাৰণৰদ্বাৰা হৃদয়ত উদ্বুদ্ধ ৰতি আদি
ভাৱ বাহিৰত প্ৰকাশ হ'লে তাকে অনুভাৱ
বোলা হয়। লৌকিক ৰীতি অনুসাৰে ই কাৰ্য্য,
কিন্তু কাব্য-নাটকত বোলা হয় অনুভাৱ। ১৪০

ৰাম আদিৰ হৃদয়স্থ ৰতি আদি ভাৱৰ আলম্বনৰ কাৰণ সীতা আদি আৰু উদ্দীপনৰ কাৰণ চন্দ্ৰ আদিৰদ্বাৰা যি ৰতি আদি স্থায়ী ভাৱ উদ্বুদ্ধ হৈ বাহিৰত প্ৰকাশ হয়, তাকে লৌকিক প্ৰয়োগত কাৰ্য্য বোলা হয়; ইয়াকে কাব্য-নাটকত অনুভাৱ বোলা হয়।

সেই অনুভাৱনো কি, কোৱা হৈছে—

আগতে কোৱা নায়িকাৰ অঙ্গজ আৰু স্বভাৱজ
অলঙ্কাৰ সাত্ত্বিক ভাৱ আৰু ৰত্যাদি ভাৱৰপৰা
জন্মা সাত্ত্বিক বিকাৰ-ভিন্ন অঙ্গসঞ্চালন আদি
আচৰণেই অনুভাৱ। ১৪১

'তেনেকুৱা' মানে অনুভাৱৰ নিচিনা।

কোন ৰসৰ কি অনুভাৱ, সেই সেই ৰসৰ বৰ্ণনা প্ৰসঙ্গত কোৱা হ'ব।

এইবিলাক হৈছে সাত্ত্বিক ভাৱ ঃ

সত্ত্বৰ উদ্ৰেকৰপৰা জন্মা ভাৱসমূহেই সাত্ত্বিক
ভাৱৰূপে পৰিগণিত। ১৪২

সামাজিকৰ অন্তৰত ৰাত আদি বাসনাৰূপে বিৰাজমান স্থায়ীভাৱ

প্ৰকাশৰ কাৰণস্বৰূপ কোনো এক প্ৰকাৰৰ অন্তৰৰ ধৰ্ম্মকে সত্ত্ব বোলা হৈছে। তাৰপৰা জন্মা ভাৱেই সাত্ত্বিক ভাৱ।

[ৰজঃ আৰু তমো গুণে স্পৰ্শ নকৰা মনকে কাব্য-নাটকত সত্ত্ব বোলা হয়। সত্ত্ব গুণৰ ধৰ্ম্ম প্ৰকাশ।]

যদিও সাত্ত্বিক ভাৱ অনুভাৱৰ পৰ্য্যায়তে পৰে,
তথাপি সত্ত্বগুণৰপৰা উদ্ভূত বাবে সাত্ত্বিক ভাৱবোৰ
বেলেগ বুলিবও পাৰি। ১৪৩

গো-বলীবৰ্দ্দ ন্যায়ৰ সহায়ত বেলেগ বোলা কথাষাৰ বুজিব লাগিব।

[গৰু বোলোঁতে গাই, পোৱালি, বলধ এটাইবোৰ গৰুকে বুজায়; সেই কাৰণে বলধো তাৰ ভিতৰত পৰে। কিন্তু বলধক ঘাইকৈ বুজাবলৈ বলধ আৰু গৰু বুলিও কোৱা হয়। ইয়াতো সাত্ত্বিক ভাৱৰ বৈশিষ্ট্য প্ৰকাশৰ বাবেই সাত্ত্বিক ভাৱ আৰু অনুভাৱ বেলেগ বুলি কোৱা হৈছে।]

সাত্ত্বিক ভাৱ কোনবিলাক কোৱা হৈছে—

স্তম্ভ, স্বেদ (ঘাম) ৰোমাঞ্চ, স্বৰভঙ্গ, বেপথু
(কঁপনি) বিবৰ্ণতা, অশ্ৰুপাত আৰু প্ৰলয়—এই
আঠোটা হৈছে সাত্ত্বিক ভাৱ। ১৪৪

এই বিলাকৰ লক্ষণ,

ভয়, আনন্দ, ৰোগ আদিৰদ্বাৰা মন আৰু শৰীৰৰ
চেষ্টাৰ নিৰোধেই হ'ল স্তম্ভ।
ৰতিপ্ৰসঙ্গ, ৰদৰ তাপ, শ্ৰম আদিৰ বাবে গাৰপৰা
ওলোৱা পানীকে স্বেদ (ঘাম) বোলে।
হৰ্ষ, বিস্ময়, ভয় আদিৰ বাবে গাৰ নোম শিঞৰি
উঠাকে ৰোমাঞ্চ বোলা হয়।
মদ্যপান, আনন্দ, পীড়া আদিৰ বাবে মাত থোকা-
থুকি হোৱাকে স্বৰভঙ্গ বোলে।

অনুৰাগ, দ্বেষ, পৰিশ্ৰম আদিৰ বাবে গাত উঠা কঁপানিয়েই বেপথু।

বিষাদ, ভয়, ৰোগ আদিৰ বাবে গাৰ বৰণ সলনি হোৱাকে বিবৰ্ণতা বোলা হয়।

ক্ৰোধ, দুখ, অতিশয় আনন্দত চকুৰপৰা ওলোৱা পানীয়েই অশ্ৰু। সুখ-দুখৰ আতিশয্যত শাৰীৰিক চেষ্টাহীনতা আৰু অজ্ঞান হৈ পৰা অৱস্থাকে প্ৰলয় বোলে। ১৪৫

যেনে, মোৰ ৰচনাৰপৰা—

তনুস্পৰ্শাদস্যা দৰমুকলিতে হন্ত নয়নে
উদঞ্চদ্‌ৰোমাঞ্চং ব্ৰজতি জড়তামঙ্গমখিলম্।
কপোলৌ ঘৰ্মাৰ্দ্ৰৌ ধ্ৰুৱমুপৰতশেষবিষয়ম্
মনঃ সান্দ্ৰানন্দং স্পৃশতি ঝটিতি ব্ৰহ্মপৰমম্ ॥

(আচৰিত! সুন্দৰীৰ দেহ স্পৰ্শ হোৱা মাত্ৰে মোৰ চকু দুটা আধা মুদখাই যায়, গাৰ নোম শিঙৰি উঠে। সমস্ত শৰীৰ অৱশ হৈ পৰে গাল দুখন ঘামেৰে টেপটেপীয়া হয়। অন্যান্য সকলো বিষয়ৰপৰা মন আঁতৰি আহি নিশ্চয় মনে আনন্দ স্বৰূপ পৰম ব্ৰহ্মক যেন তৎক্ষণাত স্পৰ্শ কৰে।) *

এনেকুৱা উদাহৰণ অন্যান্য বিষয়তো দিব পাৰি।

ব্যভিচাৰী ঃ

স্থায়ী ভাৱৰ অভিমুখে বিশেষ ভাৱে বিচৰণ কৰে বাবে এই ভাৱক ব্যভিচাৰী ভাৱ বোলা হয়। ব্যভিচাৰী ভাৱ একোসময়ত স্থায়ী ভাৱত বুৰ যায় আৰু একোবাৰ তাৰপৰা ওলাই মুখ দেখুৱায়। ব্যভিচাৰী ভাৱ তেত্ৰিশ বিধ। ১৪৬

স্থিৰ ভাৱে থকা ৰতি আদি স্থায়ী ভাৱত নিৰ্ব্বেদ আদিৰ প্ৰাদুৰ্ভাৱ

* "মোৰ দেহৰ স্পৰ্শমাত্ৰ প্ৰিয়াৰ চকু দুটা ... ... এনে অৰ্থও হব পাৰে।

আৰু তিৰোভাৱ হয় আৰু তাৰদ্বাৰা ৰতি আদি ভাৱৰ ৰসৰূপতা হোৱাত সহায় হয় বাবে ব্যভিচাৰী ভাৱ বোলা হয়।

কোনবিলাক ব্যভিচাৰী ভাৱ কোৱা হৈছে—

নিৰ্ব্বেদ, আবেগ, দৈন্য, শ্ৰম, মদ, জড়তা, উগ্ৰতা মোহ, বিবোধ, ( জ্ঞান ) স্বপ্ন, অপস্মাৰ, গৰ্ব্ব, মৰণ, অলসতা, অমৰ্ষ, নিদ্ৰা, অৱহিত্থা, ঔৎসুক্য, উন্মাদ শঙ্কা, স্মৃতি, মতি, ব্যাধি, সন্ত্ৰাস, লজ্জা, হৰ্ষ, অসূয়া বিষাদ, ধৃতি, চপলতা, গ্লানি, চিন্তা, আৰু বিতৰ্ক। ১৪৭

ইয়াৰ ভিতৰত, নিৰ্ব্বেদ—

তত্ত্বজ্ঞান, বিপদ, ঈৰ্ষা আদিৰ ফলত ওপজা আত্মাৱ-মাননাকে নিৰ্ব্বেদ বোলা হয়। নিৰ্ব্বেদৰপৰা দৈন্য, চিন্তা, অশ্ৰু, নিশ্বাস, বিৱৰ্ণতা, হুমুনিয়াহ আদিৰ সৃষ্টি হয়। ১৪৮

ইয়াৰ ভিতৰত তত্ত্বজ্ঞানৰপৰা জন্মা নিৰ্ব্বেদৰ উদাহৰণ ; যেনে—

মৃৎকুম্ভবালুকাৰন্ধ্ৰ-পিধানৰচনাৰ্থিনা।
দক্ষিণাৱৰ্ত্ত শঙ্খোঽয়ঃ হন্ত চূৰ্ণীকৃতো ময়া॥

( হায় হায় ! মাটি কলহৰ বালি কণাৰ ফুটা এটা মাৰিবলৈ গৈ মই এই দক্ষিণাৱৰ্ত্ত শঙ্খটো [ মহামূল্য দৈৱপ্ৰাপ্ত শঙ্খ ] ভাঙি চূৰ্ণ কৰিলোঁ। )

এতিয়া আবেগৰ বিষয়ে কোৱা হৈছে—

আবেগ এক প্ৰকাৰৰ ব্যস্ততা। বৰষুণৰপৰা হোৱা আবেগত গা কোঁচ-মোচ খায়, কোনো আকস্মিক উৎপাতৰপৰা হোৱা আবেগত শৰীৰ শিথিল হৈ পৰে, অগ্নিজাত আবেগত ধোঁৱা আদিৰ বাবে বিহ্বলতা জন্মে, ৰাজ্য-বিপ্লৱ আদিৰপৰা জন্মা

আবেগত অস্ত্র-শস্ত্র, হাতী-ঘোৰা আদি সংগ্ৰহৰ বাবে ব্যস্ততা দেখা যায়, হাতী আদি হঠাতে ওচৰ চাপিলে জড়তা কঁপনি অদি হয়, ধুমুহাত ধূলি উৰাৰ ফলত আকুলতা জন্মে, বাঞ্ছিত লাভৰ ফলত আনন্দ জন্মে, বাঞ্ছিত লাভ নহলে নাইবা অবাঞ্ছিত ঘটনা ঘটিলে শোক জন্মে। এইদৰে অন্যান্য ক্ষেত্ৰতো যথাযথ ভাৱে বুজিব লাগিব।১৪৯

এইবিলাকৰ ভিতৰত শত্ৰুৰপৰা জন্মা আবেগৰ উদাহৰণ ;

যেনে—

অৰ্ঘ্যমৰ্ঘ্যমিতিৱাদিনং নৃপং
সোঽনপেক্ষ্য ভৰতাগ্ৰজো যতঃ।
ক্ষত্ৰকোপদহনাৰ্চ্চিষং ততঃ
সন্দধে দৃশমুদগ্ৰতাৰকম্ ॥

( মহাৰাজ দশৰথে 'অৰ্ঘ্য গ্ৰহণ কৰক, আৰ্ঘ্য গ্ৰহণ কৰক' বুলি কোৱা কথালৈ কাণ নকৰি পৰশুৰামে যি কালে ভৰতাগ্ৰজ ৰাম আছিল, সেই কালে ক্ষত্ৰিয় ভষ্ম কৰা ক্ৰোধাগ্নিপূৰ্ণ দৃষ্টি নিক্ষেপ কৰিলে। )

এইদৰেই অন্যান্য বিষয়ৰ উদাহৰণবোৰো বিচাৰিবলগীয়া।

দৈন্য ঃ

নানাপ্ৰকাৰ দুৰ্গতিৰ বাবে জন্মা উদ্যমহীনতাই দৈন্য ; দৈন্যৰপৰা মালিন্য জন্মে। ১৫০

যেনে—

বৃদ্ধোঽন্ধঃ পতিৰেষ মঞ্চকগতঃ স্থূণাৱশেষং গৃহম্
কালোঽভ্যৰ্ণজলাগমঃ কুশলিনী ৱৎসস্য ৱাৰ্ত্তাপি নো।
যত্নাৎ সঞ্চিততৈলৱিন্দুঘটিকা ভগ্নেতি পৰ্য্যাকুলা
দৃষ্ট্বাগৰ্ভভৰালসাং নিজবধূং শ্বশ্ৰূশ্চিৰং ৰোদিতি ॥

**শ্ৰম :**

ৰতিক্ৰিয়া, দূৰগমন, আদিৰ বাবে জন্মা অৱসাদকে শ্ৰম বোলা হয়। শ্ৰমৰ ফলত সঘনে নিশ্বাস গ্ৰহণ, নিদ্ৰা আদি কাৰ্য্য হয়। ১৫১

যেনে—

সদ্যঃ পুৰীপৰিসৰে চ শিৰীসমৃদ্বী
গত্বা জৱাৎ ত্ৰি-চতুৰাণি পদানি সীতা।
গন্তব্যমস্তি কিয়দিত্যসকৃদ্ ব্ৰুৱাণা
ৰামাশ্ৰুণঃ কৃতৱতী প্ৰথমাৱতাৰম্ ॥

( শিৰীষ ফুলৰ পাহিৰ দৰে কোমলাঙ্গী সীতাই এইমাত্ৰ অযোধ্যাপুৰীৰ বাহিৰলৈ আহি তিন চাৰি খোজমান গৈয়ে আৰু কিমান দূৰ আছে এই কথা বাৰে বাৰে সোধাত, প্ৰথম ৰামৰ চকুলো ববলৈ ধৰিলে। )

**মদ :**

মদ্যপানৰপৰা ওপজা সম্মোহ আৰু আনন্দৰ মিশ্ৰণেই মদ। মদৰ প্ৰভাৱত উত্তম প্ৰকৃতিৰ পুৰুষ শুই থাকে, মধ্যম তৰপৰ লোকে হাঁহে আৰু গান গায়, আৰু অধম স্বভাৱৰ মানুহে টান টান কথা কয় আৰু কান্দে। ১৫২

যেনে—

প্ৰাতিভং ত্ৰিসৰকেণ গতানাং ৱক্ৰৱাক্যৰচনাৰমণীয়ঃ।
গূঢ়সূচিতৰহস্যসহাসঃ সুভ্ৰুৱাং প্ৰৱৱৃতে পৰিহাসঃ।

( একেলগে তিনিবাৰ মদ্য পান কৰাৰ বাবে ৰমণীবৃন্দৰ বুদ্ধি ভ্ৰংশ হ'ল আৰু তেতিয়া তেওঁলোকে ব্যঙ্গ-বিদ্ৰূপেৰে এনে মনোৰম পৰিহাস কৰিবলৈ ধৰিলে যে সকলো গোপন কথা হাস্য-পৰিহাসৰ মাজেদি প্ৰকাশ হৈ পৰিল। )

**জড়তা :**

অভিপ্ৰেত বা অনভিপ্ৰেত বস্তু বা ব্যক্তিৰ দৰ্শন শ্ৰৱণত যি কিংকৰ্ত্তব্যবিমূঢ় অৱস্থা জন্মে, তাকে জড়তা

বোলা হয়। জড়তাৰ ফলস্বৰূপে অনিমেষনয়নে চাই থকা, মৌনতা অৱলম্বন আদি কাৰ্য্য হয়। ১৫৩

কুৱলায়শ্ব নামে মোৰ প্ৰাকৃত কাব্যৰপৰা উদাহৰণ দিয়া হৈছে—

ণৱৰি অং তং জুঅ জুঅলং অণ্ণোণ ণিহিদসজ্জলমন্থৰদিট্ঠিম্।
আলেক্খ আপিঅং ৱিঅ খণমেত্তং তত্থ সংঠিঅং মুঅ সৰণম্॥

( অন্য সকলোৱে সান্নিধ্য পৰিত্যাগ কৰি এই যুৱক-যুৱতীযুগলে কেৱল সজল নয়নে নিমেষ নেপেলোৱাকৈ পৰস্পৰৰ ফালে চিত্ৰৰ দৰে কিছু সময়ৰ বাবে চাই আছিল। )

উগ্ৰতা ঃ

শৌৰ্য্যৰ প্ৰকাশ আৰু অপৰাধ আদিৰ বাবে প্ৰকাশ হোৱা প্ৰচণ্ড অৱস্থা আদিকে উগ্ৰতা বোলা হয়। উগ্ৰতাৰ কাৰ্য্যস্বৰূপে ঘাম, মূৰৰ জোকাৰণি, তৰ্জ্জন গৰ্জ্জন, তাড়ন আদি দেখা যায়।১৫৪

যেনে—

প্ৰণয়িসখীসলীলপৰিহাসৰসাধিগতৈ
ৰ্ললিতশিৰীষপুষ্পহননৈৰপি তাম্যতি যৎ।
ৱপুষি বধায় তত্ৰ তৱ শস্ত্ৰমুপক্ষিপতঃ
পততু শিৰস্যকাণ্ডযমদণ্ড ইৱৈষ ভুজঃ॥

( প্ৰিয় সখীয়েকইঁতৰ লীলা আৰু পৰিহাসৰ মাজত পৰিপুষ্ট হোৱা, শিৰীষ ফুলৰ পাহিৰ আঘাততে কষ্ট পোৱা এই শৰীৰত অস্ত্ৰাঘাত কৰিবলৈ তই হাত দাঙিছ যেতিয়া, হঠাতে যমদণ্ডৰ দৰে এই হাত তোৰ মূৰত পৰক। )

মোহ ঃ

অতিশয় দুখ, ভয়, উৎকট চিন্তা আদিৰপৰা চিত্ত-বিভ্ৰম ঘটে আৰু তাৰ ফলত চকু লুটি খাই যোৱা, মাটিত বাগৰি পৰা, ঘূৰি ফুৰা আৰু সংজ্ঞাহীন অৱস্থাৰ সৃষ্টি হয়। ১৫৫

উদাহৰণ ; যেনে—

তীব্ৰাভিষঙ্গপ্ৰভৱেণ বৃত্তিং
মোহেন সংস্তম্ভয়তেন্দ্ৰিয়াণাম্।
অজ্ঞাতভৰ্ত্তুৰ্ব্যসনা মুহূৰ্ত্তং
কৃতোপকাৰেৱ ৰতিৰ্ব্ভূৱ॥

( অতিশয় শোকত ইন্দ্ৰিয়সমূহৰ ক্ৰিয়া বন্ধ হৈ যোৱাত ৰতিৰ মূৰ্চ্ছা জন্মে আৰু স্বামীৰ বিপদৰ বিষয়ে কোনোপ্ৰকাৰ জ্ঞান নোহোৱা হয়। ইয়াৰপৰা ক্ষন্তেকৰ বাবে ৰতিৰ উপকাৰেই হৈছিল। )

বিবোধ ঃ

টোপনি ভগা আদি কাৰণৰ বাবে চেতনাৰ আৱিৰ্ভাৱ হোৱাকে বিবোধ বোলে। ইয়াৰ ফলত যাৰ টোপনি ভাগে, সেই মানুহজনে হামিয়ায়, গা-মূৰ ভাঙে আৰু চকুমেলি নিজৰ অঙ্গ-প্ৰত্যঙ্গবোৰলৈ চায়। ১৫৬

উদাহৰণ ; যেনে—

চিৰৰতিপৰিখেদাৎ প্ৰাপ্তনিদ্ৰাসুখানাং
চৰমমপি শয়িত্বা পূৰ্ব্বমেৱ প্ৰবুদ্ধাঃ।
অপৰিচলিতগাত্ৰাঃ কুৰ্ব্বতে ন প্ৰিয়াণাম্
অশিথিলভুজচক্ৰাশ্লেষভেদং তৰুণ্যঃ॥

( দীঘলীয়া ৰতিক্ৰিয়াত পৰিশ্ৰান্ত হৈ নিদ্ৰাসুখ উপভোগ কৰা প্ৰিয়তমৰ ভুজবন্ধনত সোমাই থকা এই তৰুণীবিলাকে প্ৰিয়তমতকৈ পিছত শুয়ো আগতে সাৰ পাইছে ; তথাপি প্ৰিয়তমৰ নিদ্ৰাসুখৰ ব্যাঘাত নহওক বুলি লৰচৰ নকৰাকৈ আছে আৰু আলিঙ্গনো শিথিল হ'বলৈ দিয়া নাই। )

স্বপ্ন ঃ

নিদ্ৰিত ব্যক্তিৰ যি বিষয়ানুভূতি, সেয়ে স্বপ্ন। স্বপ্নৰ ফল স্বৰূপে খং, আবেগ, ভয়, গ্লানি, সুখ-দুখ আদি জন্মে।

উদাহৰণ ; যেনে—

মামাকাশপ্ৰণিহিতভুজং নিৰ্দ্দয়াশ্লেষহেতো
ৰ্লব্ধায়াস্তে কথমপি ময়া স্বপ্নসন্দৰ্শনেন।
পশ্যন্তীনাং ন খলু বহুশো ন স্থলীদেৱতানাং
মুক্তাস্থূলাস্তৰুকিশলয়েষ্বশ্রুলেশাঃ পতন্তি ॥

( সপোনত কোনোমতে তোমাক দেখা পাই গাঢ় আলিঙ্গনৰ বাবে শূন্যতে মই হাত মেলি যাওঁ; মোক তেনে অৱস্থাত দেখাত বনদেৱতাসমূহৰ মুকুতাৰ নিচিনা চকুপানীৰ ডাঙৰ টোপাল বাৰে বাৰে নিশ্চয় গছৰ কুঁহিপাতত পৰে। )

অপস্মাৰ ঃ

গ্ৰহ আদি দৈৱিক প্ৰভাৱত জন্মা চিত্তবিকলতাৰ নাম অপস্মাৰ। অপস্মাৰৰ কাৰ্য্য স্বৰূপে মাটিত বাগৰি পৰা, কঁপনি উঠা, ঘাম ওলোৱা, মুখেদি ফেন আৰু লাল ওলোৱা দেখা যায়। ১৫৮

উদাহৰণ ; যেনে—

অশ্লিষ্টভূমিং ৰসিতাৰমুচ্চৈৰ্ললদ্ভুজাকাৰবৃহত্তৰঙ্গম্।
ফেনায়মানং পতিমাপগানামসাৱপস্মাৰিণমাশশঙ্কে ॥

( তেওঁ সন্দেহ কৰিছিল যে নৈবিলাকৰ স্বামী সমুদ্ৰৰ কিজানি অপস্মাৰ ৰোগ হৈছে। কিয়নো, সাগৰে মাটিক আকোৱালি আছে; বৰকৈ চিঞৰিছে ( শব্দ কৰিছে ) বিশাল ভুজস্বৰূপ তৰঙ্গসমূহ চাৰিওফালে মেলি দিছে আৰু মুখৰপৰা ফেন ওলাইছে। )

গৰ্ব্ব ঃ

প্ৰভাৱ, শ্ৰী, বিদ্যা, সজ্জবংশ—এনেবিলাক কাৰণৰ-পৰা ওপজা মদকে গৰ্ব্ব বোলা হয়। গৰ্ব্বৰ কাৰ্য্য স্বৰূপে অৱজ্ঞা, বিলাস-ভঙ্গীৰে অঙ্গ-প্ৰত্যঙ্গ নিৰীক্ষণ আৰু অবিনয় আদি হয়। ১৫৯

উদাহৰণ ; যেনে—

ধৃতায়ুধো যাৱদহং তাৱদন্যৈঃ কিমায়ুধৈঃ।
যদ্বা ন সিদ্ধমস্ত্রেণ মম তৎ কেন সাধ্যতাম্ ॥

( মই যেতিয়া অস্ত্রধাৰণ কৰিছোঁ তেতিয়া আৰু অন্যৰ অস্ত্র ধাৰণৰ প্ৰয়োজন কি? মোৰ অস্ত্ৰই যি কাম সিদ্ধ কৰিব নোৱাৰে, সেই কাৰ্য্যসাধন কৰিবলৈ কাৰ সাধ্য আছে।)

মৰণ ঃ

শৰ আদিৰ আঘাতত প্ৰাণ হানিয়েই মৰণ।
ইয়াৰ ফলত শাৰীৰিক পতন আদি হয়। ১৬০

উদাহৰণ ; যেনে—

ৰামমন্মথশৰেণ তাড়িতা দুঃসহেন হৃদয়ে নিশাচৰী।
গন্ধৱদ্রুধিৰচন্দনোক্ষিতা জীৱিতেশৱসতিং জগাম সা ॥

( মন্মথ সদৃশ ৰামৰ অসহ্য শৰে হৃদয়ত বিন্ধাত সেই ৰাক্ষসীয়ে চন্দনৰ নিচিনা ৰঙা দুৰ্গন্ধযুক্ত তেজত লুতুৰি পুতুৰি হৈ যমালয়লৈ গল।)

[ এই শ্লোকৰ শ্লিষ্টাৰ্থ হ'ল—নিশা অভিসাৰ কৰা ৰমণীৰ হৃদয় কামদেৱে শৰবিদ্ধ কৰাত, সুগন্ধ চন্দন গাত ঘঁহি অভিসাৰিকা প্ৰাণনাথৰ বাস-ভৱনলৈ গ'ল।]

আলস্য ঃ

শ্ৰম, গৰ্ভধাৰণ আদি কাৰণৰপৰা যি জড়তা জন্মে
সেয়ে আলস্য। জড়তাই হামি অহা, একে ঠাইতে
বহি থকা আদি কাৰ্য্যৰ সৃষ্টি কৰে। ১৬১

উদাহৰণ ; যেনে—

ন তথা ভূষয়ত্যঙ্গং ন তথা ভাষতে সখীম্।
জৃম্ভতে মুহুৰাসীনা বালা গৰ্ভভৰালসা ॥

( গাত কোনো অলঙ্কাৰ পাতি নিপিন্ধে, সখীয়েকহঁতৰ সৈতে কথাও নাপাতে গৰ্ভভাৰক্লিষ্টা সেই ৰমণীয়ে বহি বহি কেৱল হামিয়াই থাকে।)

অমর্ষ ঃ

নিন্দা, আক্ষেপ, অপমান আদিৰপৰা উৎপন্ন হোৱা, চকু ৰঙা হোৱা, মূৰৰ কঁপনি, চকুৰ গাঁথি খোপ খোৱা, তৰ্জ্জন-গৰ্জ্জন আদি ক্ৰিয়া সৃষ্টি কৰা অভিনিবিষ্টতাই অমৰ্ষ। ১৬২

উদাহৰণ যেনে—

প্ৰায়শ্চিত্তং চৰিষ্যামি পূজ্যানাং ৱো ৱ্যতিক্ৰমাৎ।
নত্বেৱং দূষয়িষ্যামি শস্ত্ৰগ্ৰহমহাব্ৰতম্॥

(আপোনালোকৰ নিচিনা পূজনীয়সকলৰ উপদেশ লঙ্ঘন কৰাৰ বাবে প্ৰায়শ্চিত্ত কৰিম। তথাপি অস্ত্ৰধাৰণৰ এই মহান্ ব্ৰতৰ অৱমাননা কৰিব নোৱাৰোঁ।)

নিদ্ৰা ঃ

শ্ৰম, অৱসাদ, মদমত্ততা আদিৰপৰা জন্মা মানসিক নিষ্ক্ৰিয়তাই হ'ল নিদ্ৰা। নিদ্ৰাই দীঘলীয়া হামি, চকু মুদ খাই যোৱা, বৰকৈ উশাহলোৱা, শৰীৰ অৱশ হৈ পৰা আদি অৱস্থাৰ সৃষ্টি কৰে। ১৬৩

উদাহৰণ ; যেনে—

সাৰ্থকানৰ্থকপদং ব্ৰুৱতী মন্থৰাক্ষৰম্।
নিদ্ৰাৰ্দ্ধমীলিতাক্ষী সা লিখিতেৱাস্তি মে হৃদি॥

(টোপনিত চকু আধা মুদ খাই যোৱা প্ৰিয়াই যেতিয়া অস্পষ্টভাৱে আগ-গুৰি নোহোৱা কথা কৈছিল, তেওঁৰ সেই সময়ৰ সেই ছবিটো মোৰ হৃদয়ত আজিও অঙ্কিত হৈ আছে।)

ধা ঃ

ভয়, গৌৰৱ, লাজ আদিৰ বাবে আনন্দ প্ৰভৃতিৰ মনোভাৱ গোপন কৰি ৰখাই অৱহিত্থা। ইয়াৰ ফল স্বৰূপে অন্য বিষয়লৈ মনোযোগ আকৃষ্ট হয়,

নাইবা আওপাকে কথা কোৱা, আনফালে চাই থকা আদি অৱস্থা প্ৰকাশ হয়। ১৬৪

উদাহৰণ ; যেনে—

এবং ৱাদিনি দেৱৰ্ষৌ পাৰ্শ্বে পিতুৰধোমুখী।
লীলাকমলপত্ৰাণি গণয়ামাস পাৰ্ব্বতী॥

(দেৱষিয়ে এইদৰে কলত পিতাকৰ কাষত তললৈ মুখ কৰি পাৰ্ব্বতীয়ে লীলাকমলৰ পাহিবোৰ লেখিবলৈ ধৰিলে।)

ঔৎসুক্য ঃ

বাঞ্ছিত বস্তু নোপোৱাৰ ফলত কালক্ষেপ কৰিব লগা হোৱা বাবে যি অসহিষ্ণুতা জন্মে, সেয়ে ঔৎসুক্য। ঔৎসুক্যৰপৰা মনস্তাপ, ব্যস্ততা, ঘাম, দীঘল হুমুনিয়াহ আদি কাৰ্য্যৰ সৃষ্টি হয়। ১৬৫

উদাহৰণ ; যেনে—

যঃ কৌমাৰহৰঃ স এৱ হি বৰস্তা এৱ চৈত্ৰক্ষপাঃ......" ইত্যাদি।

[প্ৰথম পৰিচ্ছেদত সম্পূৰ্ণ উদাহৰণ আৰু অনুবাদ দিয়া হৈছে।]

ইয়াত ক্যব্যপ্ৰকাশকাৰে ৰসৰ প্ৰাধান্য আছে বুলি কৈছে, কিন্তু সাহিত্য দৰ্পণত ঔৎসুক্যক ব্যভিচাৰী ভাৱৰ উদাহৰণৰূপে উল্লেখ কৰা হৈছে। কাব্য প্ৰকাশকাৰে কোৱা ৰসপ্ৰৱণ উক্তিৰ অৰ্থ এইদৰে ধৰিব লাগিব যে, ঔৎসুক্যৰূপ ব্যভিচাৰী ভাৱৰো ৰসৰ ধৰ্ম্ম ৰসনতা আছে, গতিকে ব্যভিচাৰী ভাৱৰ আস্বাদো গৌণৰূপে ৰসাস্বাদ বুলি ধৰিব পাৰি।

উন্মাদ ঃ

কামনা, শোক, ভয় আদিৰ ফলত হোৱা—চিত্ত সম্মোহকে উন্মাদ বোলা হয়। উন্মাদে অনুচিত স্থান-কালত হঁহা-কন্দা, গান গোৱা, প্ৰলাপ বকা আদি অৱস্থাৰ সৃষ্টি কৰে। ১৬৬

উদাহৰণ, যেনে —মোৰ ৰচনাৰপৰা

ভ্ৰাতৰ্দ্বিৰেফ ভৱতা ভ্ৰমতা সমন্তাৎ।
প্ৰাণাধিকা প্ৰিয়তমা মম ৱীক্ষিতা কিম্॥

( ভাই ভোমোৰা তুমি চাৰিওফালে ঘূৰি ফুৰা।
মোৰ প্ৰাণাধিক প্ৰিয়তমাক কৰবাত দেখিছানে কি ? )
( ভোমোৰাৰ গুণগুণনি শুনি আনন্দ মনেৰে )

ব্ৰূষে কিমোমিতি সখে কথয়াশু তন্মে।
কিং কিং ব্যৱস্যতি, কুতোঽস্তি চ কীদৃশম্॥

( সখি, তুমি কি কলা ? কোৱাঁ, কোৱাঁ ; মোক সোনকালে কোৱাঁ। তেওঁ কি কৰিছে, ক'ত আছে—আৰু কেনে অৱস্থাত আছে ? )

শঙ্কা ঃ

অন্যৰ ক্ৰূৰতা, আৰু নিজৰ দোষ ত্ৰুটী আদিৰ বাবে বিপদৰ যি আশঙ্কা, সেয়ে শঙ্কা। শঙ্কাৰ ফলত কম্পন, স্বৰৱিকৃতি, ইফালে-সিফালে চোৱা, মুখ শুকাই যোৱা আদি কাৰ্য্য হয়। ১৬৭

যেনে ; মোৰ ৰচনাৰপৰা—

প্ৰাণেশেন প্ৰহিতনখৰেষ্বঙ্গকেষু ক্ষপান্তে
জাতাশঙ্কা ৰচয়তি চিৰং চন্দনালেপনানি।
ধত্তে লাক্ষামসকৃদধৰে দত্তদন্তাৱঘাতে
ক্ষামাঙ্গীয়ং চকিতমভিতশ্চক্ষুষী ৱিক্ষিপন্তী॥

( ৰাতি পুৱাবৰ সময়ত সেই তন্বীয়ে চকিত দৃষ্টিৰে চাৰিওফালে চাই ( সখীয়েক ইঁতে দেখাব ) আশঙ্কাত নিজৰ সুকুমাৰ অঙ্গত প্ৰিয়তমৰ নখচিহ্নত চন্দনৰ প্ৰলেপ দিছে আৰু অধৰৰ দন্তাঘাতত বাৰে বাৰে আলতা সানিছে। )

স্মৃতি ঃ

সাদৃশ্যবোধ, চিন্তা আদিৰ বাবে পূৰ্ব্বানুভূত পদাৰ্থৰ বিষয়ে যি জ্ঞান জন্মে, তাকে স্মৃতি বোলা হয়।

ইয়াৰ ফলত চকুৰ চেলাউৰি কোঁচ খোৱা আদি কাৰ্য্য হয়। ১৬৮

যেনে; মোৰ ৰচনাৰপৰা—

মযি সকপটং কিঞ্চিৎ ক্বাপি প্ৰণীতৱিলোচনে
কিমপি নয়নং প্ৰাপ্তে তিৰ্য্যগ্ ৱিজৃম্ভিততাৰকম্।
স্মিতমুপগতামালীং দৃষ্ট্বা সলজ্জমৱাঞ্চিতম্
কুৱলয়দৃশঃ স্মেৰং স্মেৰং স্মৰামি তদাননম্॥

(কোনো ঠাইত (লুকাই থকা অৱস্থাত) মোক কোনোবা তলকত দেখি চকুৰ মণি ঘূৰাই কেৰাহিকৈ চাওঁতেই সখীয়েকে দেখি মিচিকিয়াই হাঁহিলে, তাকে দেখি প্ৰিয়াই লাজত তলমূৰ কৰিলে। কমলনয়না প্ৰিয়াৰ মিচিকিয়াই হাঁহিত উজ্জ্বল হোৱা মুখখন মোৰ এতিয়াও মনত পৰি আছে।)

মতি ঃ

নীতি শাস্ত্ৰ আদি অনুসৰণ কৰি কোনো বিষয় নিৰ্দ্ধাৰণ কৰাৰ নামেই মতি। মতিৰপৰা স্মিত ভাৱ, ধৈৰ্য্য, সন্তোষ আৰু নিজৰ ওপৰত একান্ত আস্থা জন্মে। ১৬৯

যেনে—

অসংশয়ং ক্ষত্ৰপৰিগ্ৰহক্ষমা যদাৰ্য্যমস্যামভিলাষি মে মনঃ।
সতাং হি সন্দেহপদেষু ৱস্তুষু প্ৰমাণমন্তঃকৰণপ্ৰৱৃত্তয়ঃ॥

(মোৰ সাধু মনত যেতিয়া এওঁৰ প্ৰতি অভিলাষ জন্মিছে, এওঁ নিশ্চয় ক্ষত্ৰিয়ৰ বিবাহ-যোগ্যা; ইয়াত কোনো সন্দেহ নাই। কিয়নো সন্দেহপূৰ্ণ সকলো বিষয়তে সাধুসকলৰ মনৰ প্ৰবৃত্তিয়েই একমাত্ৰ প্ৰমাণ।)

ব্যাধি ঃ

বিৰহ আদিৰদ্বাৰা বায়ু পিত্ত প্ৰভৃতি কুপিত হৈ মাটিত বাগৰিবৰ ইচ্ছা, কঁপনি প্ৰভৃতি জন্মোৱা জ্বৰকে ব্যাধি বোলা হয়। ১৭০

তাৰ ভিতৰত গাৰ পোৰণি উঠিলে মাটিত বাগৰাৰ ইচ্ছা জন্মে আৰু জ্বৰ লাগিলে গাৰ কঁপনি উঠে।

ত্ৰাস ঃ

ডাঙৰ ধুমুহা-বতাহ, বিজুলী, উল্কাপাত আদি কাৰণত
ত্ৰাস জন্মে। ত্ৰাস জন্মিলে গাত কঁপনি উঠে। ১৭১

যেনে—

পৰিস্ফুৰন্মীনৱিঘট্টিতোৰৱঃ সুৰাঙ্গনাস্ত্ৰাসৱিলোলদৃষ্টয়ঃ।
উপাযযুঃ কম্পিতপাণিপল্লৱাঃ সখীজনস্যাপি ৱিলোকনীয়ম্॥

( পানীত ঘূৰি ফুৰা মাছবোৰে অপ্সৰাবৃন্দৰ উৰুদেশত খুন্দিওৱাত, তেওঁলোকৰ নয়নৰ দৃষ্টি ভয়ত চঞ্চল হৈ পৰিল আৰু হাতৰ কঁপনি উঠিল। এই অৱস্থা সখীয়েক হঁতে ভালকৈয়ে উপভোগ কৰিলে। )

ব্ৰীড়াঃ

নিজৰ গৰ্হিত আচৰণৰ বাবে সঙ্কোচ ভাৱেই ব্ৰীড়া;
তাৰ ফলত তলমূৰকৈ থাকিব লগা হয়। ১৭২

যেনে—

"ময়ি সকপটম্..." ইত্যাদি।

( ওপৰৰ স্মৃতিৰ উদাহৰণ। )

হৰ্ষ ঃ

নিজৰ বাঞ্ছিত বস্তু লাভ হোৱাৰ বাবে জন্মা মানসিক
প্ৰসন্নতাই হৰ্ষ। হৰ্ষ জন্মিলে অশ্ৰুপাত, গদ্ গদ
ভাষণ আদি কাৰ্য্যৰ সৃষ্টি হয়। ১৭৩

যেনে—

সমীক্ষ্য পুত্ৰস্য চিৰাৎ পিতা মুখং
নিধানকুম্ভস্য যথৈৱ দুৰ্গতঃ
মুদা শৰীৰে প্ৰবভূৱ নাত্মনঃ
পয়োধিৰিন্দূদয়মূৰ্চ্ছিতো যথা॥

( ধনৰ কলহ পালে ডাঙদৰিদ্ৰৰ মনত যেনে ভাৱৰ সৃষ্টি হয়, বহু কালৰ মূৰত পুত্ৰৰ মুখ দেখি, পিতৃ দিলীপৰ মনতো তেনে অৱস্থা হ'ল। চন্দ্ৰোদয়ত উথলি উঠা সমুদ্ৰৰ দৰে দিলীপৰ মনৰ আনন্দও শৰীৰত থাকিবলৈ নোযোৱা হ'ল। )

অসূয়া ঃ

আনৰ সজ গুণ, সমৃদ্ধি আদি দেখিলে অহমিকাৰপৰা যি অসহিষ্ণুতা জন্মে, সেয়ে অসূয়া। অসূয়া হ'লে মানুহে অন্যৰ দোষ ৰটনা কৰে, ভ্ৰূকুটি কৰে; ইয়াৰ ফলত অৱজ্ঞা আৰু ক্ৰোধৰ মনোভাৱৰো প্ৰকাশ হয়। ১৭৪

যেনে—

অথ তত্ৰ পাণ্ডুতনয়েন সদসি ৰিহিতং মধুদ্বিষঃ।
মানমসহত ন চেদিপতিঃ পৰবৃদ্ধিমৎসৰি মনোহি মানিনাম্ ॥

( সেই যজ্ঞ-সভাত তেতিয়া পাণ্ডুপুত্ৰ যুধিষ্ঠিৰে মধুৰিপু শ্ৰীকৃষ্ণৰ প্ৰতি দেখুওৱা সন্মান চেদিৰাজ শিশুপালে সহি থাকিব নোৱাৰিলে ; কিয়নো আত্মাভি-মানী লোকৰ পৰৰ উন্নতিত স্বাভাৱিকতে ঈৰ্ষা জন্মে। )

বিষাদ ঃ

উপায়হীনতাৰ বাবে উদ্যমহীন হৈ পৰা অৱস্থাকে বিষাদ বোলে। বিষাদৰপৰা হুমুনিয়াহ কঢ়া, দীঘল উশাহ লোৱা, সহায় সাৰথি বিচৰা আদি কাৰ্য্যৰ সৃষ্টি হয়। ১৭৫

যেনে—

এসা কুডিলঘণেণ চিউৰ কডপ্পেণ তুহ নিবদ্ধা ৱেণী।
মহ সহি দাৰই ঢংসই আঅসধট্ঠিব্ব কালউৰইব্ব হিঅঅম্ ॥

( সখী, তোমাৰ এই কুটিল বেণীডালে মোৰ হৃদয়ত লোহাৰ যাঠীয়ে খোচাদি খুচিছে আৰু সাপে খোঁটাদি খুটিছে। )

ধৃতি ঃ

তত্ত্বজ্ঞান জন্মা বাবে, বাঞ্ছিত জনৰ আগমন আদিৰ
ফলত মনোবাসনা পূর্ণ হোৱাকে ধৃতি বোলা হয়।
ধৃতিৰ ফলত তৃপ্তিদায়ক কথা, আনন্দ উলাহ,
সপ্রতিভ মনোভাৱ আদি জন্মে। ১৭৬

যেনে, মোৰ ৰচনাৰপৰা—

কৃত্বা দীননিপীড়নাং নিজজনে বদ্ধা ৱচোৱিগ্রহং
নৈৱালোচ্য গৰীয়সীৰপি চিৰাদামুষ্মিকীর্য্যাতনাঃ।
দ্রব্যৌঘাঃ পৰিসঞ্চিতাঃ খলু ময়া যস্যাঃ কৃতে সাম্প্রতং
নীৱাৰাঞ্জলিনাপি কেৱলমহো সেয়ং কৃতার্থা তনুঃ।

(দৰিদ্রপীড়ন কৰি, আত্মীয় স্বজনৰ সৈতে কাঁজিয়া পেচাল কৰি, পৰলোকৰ ভীষণ নৰকযন্ত্রণাৰ বিষয়েও নভবাকৈ যি শৰীৰৰ পৰিপুষ্টি সাধনৰ বাবে মই দ্রব্য-সম্পদ সঞ্চয় কৰিছিলোঁ, সেই শৰীৰৰ ভৰণ-পোষণ এতিয়া দেখোন এমুঠি নীবাৰ ধানেৰেই হয়।)

চপলতা ঃ

মাৎসর্য্য, দ্বেষ, অনুৰাগ আদিৰ বাবে জন্মা মনৰ
অস্থিৰতাই চাপল্য। চাপল্যৰ কার্য্যৰূপে ভৎর্সনা,
কঠোৰ স্বভাৱ, স্বেচ্ছাচাৰিতা আদিয়ে দেখা দিয়ে। ১৭৭

যেনে—

অন্যাসু তাৱদুপমর্দ্দসহাসু ভৃঙ্গ
লোলং ৱিনোদয় মনঃ সুমনোলতাসু।
মুগ্ধামজাতৰজসং কলিকামকালে
ৱ্যর্থং কদর্থয়সি কিং নৱমালিকায়াঃ॥

(হেৰা ভেমোৰা, তোমাৰ মর্দ্দন সহিব পাৰে, এনেকুৱা অন্য কুসুমিত লতাৰ ওচৰতে তোমাৰ চঞ্চল মনৰ তৃপ্তি সাধন কৰা, নবমল্লিকাৰ অজাতৰজঃ (সঙ্কুচিত) এই কলিটিক কিয় অকালতে মিছাকৈয়ে ব্যথা দিছা।)

গ্লানি :

ৰতি, পাৰিশ্ৰম, মনস্তাপ, ক্ষুধা, তৃষ্ণা আদিৰ বাবে হোৱা নিষ্প্ৰাণতাই গ্লানি। গ্লানিৰপৰা কম্পন, কৃশতা, উৎসাহহীনতা আদি জন্মে। ১৭৮

যেনে—

কিশলয়মিৱ মুগ্ধং বন্ধনাদ্বিপ্ৰলূনং
হৃদয়কুসুমশোষী দাৰুণো দীৰ্ঘশোকঃ।
গ্লপয়তি পৰিপাণ্ডু ক্ষামমস্যাঃ শৰীৰং
শৰদিজ ইৱ ঘৰ্ম্মঃ কেতকীগৰ্ভপত্ৰম্ ॥

(গৰ্ভকোষৰপৰা নতুনকৈ ওলোৱা কেতেকীফুলৰ কোমল পাত শৰৎকালৰ উত্তাপে মোলান পেলোৱাৰ দৰে, হৃদয়কুসুম শোষণকাৰী দীঘলীয়া দাৰুণ শোকে সীতাৰ শেঁতা পৰা ক্ষীণ শৰীৰটো বৃন্তচ্যুত কুসুমৰ দৰে ম্লান কৰিছে।)

চিন্তা :

হিতকৰ বস্তু নোপোৱাৰ ফলত হোৱা ভাৱনাকে চিন্তা বোলে। ইয়াৰ ফলত সংসাৰখন শুদা শুদা লগা ভাৱ, হুমুনিয়াহ, মনস্তাপ আদি হয়। ১৭৯

উদাহৰণ, মোৰ ৰচনাৰপৰা—

কমলেণ ৱিহসিএণ সংজোএন্তী ৱিৰোহিণং সসিবিম্বম্।
কৰঅলপল্লত্থমুহো কিং চিন্তেসি সুমুহি অন্তৰাহিঅ হিঅআ ॥

(সুন্দৰী! প্ৰস্ফুটিত পদ্মৰ সৈতে পদ্মৰ বিৰোধী পূৰ্ণচন্দ্ৰক লগ লগোৱা দৰে হাতৰ তলুৱাত মুখ থৈ তুমি কি ভাৱিছা?)

[কৰতল প্ৰস্ফুটিত পদ্মতুল্য আৰু মুখ পূৰ্ণচন্দ্ৰ সদৃশ।]

বিতৰ্ক :

সন্দেহৰ বাবে চকুৰ চেলাউৰি থোপা কৰি, মূৰ জোকাৰি আৰু আঙুলি লৰাই বিবেচনা কৰাকে বিতৰ্ক বোলা হয়।

যেনে—

"কিং ৰুদ্ধঃ প্ৰিয়য়া……"

ব্যভিচাৰী ভাৱৰ এই যে তেত্ৰিশ প্ৰকাৰ বিভাগৰ বিষয়ে কোৱা হ'ল, ই উপলক্ষণ মাত্ৰ।

ব্যভিচাৰীভাৱ তেত্ৰিশটা বুলি কোৱা হৈছে, কিন্তু প্ৰকৃততে ব্যভিচাৰী ভাৱৰ সংখ্যা বা ভেদ আৰু অনেক হ'ব পাৰে।

গতিকে, স্থায়ী ভাৱৰ নিজ নিজ নিৰ্দ্দিষ্ট ৰসৰ বাহিৰে আন ৰসৰ ক্ষেত্ৰত ৰতি আদিও ব্যভিচাৰী ভাৱ হয়। ১৮১

[ অবিচ্ছিন্নভাৱে অৱস্থিত স্থায়ী ভাৱেই ৰসত পৰিণত হয়। গতিকে য'ত স্থায়ী ভাব অবিচ্ছিন্নভাৱে থকাৰ প্ৰয়োজন নাই, তেনে ক্ষেত্ৰত স্থায়ী ভাৱো ব্যভিচাৰী ভাব ৰূপে প্ৰতীত হয়। ]

যেনে—শৃঙ্গাৰ ৰসত ৰতিভাৱ অবিছিন্নভাৱে অৱস্থান কৰে বাবে, ৰতিয়েই স্থায়ী ভাৱ আখ্যা পায়। কিন্তু হাস্য ভাৱ মাজে-সময়েহে জন্মে আৰু সেই বাবেই ব্যভিচাৰী লক্ষণাক্ৰান্ত হোৱাত ব্যভিচাৰী ভাৱ ৰূপে গণ্য হয়। অৰ্থাৎ শৃঙ্গাৰ ৰসত হাস্য কেতিয়াবাহে হয়।

গতিকে কোৱা হৈছে—"কেৱল ৰসাৱস্থ ভাৱেহে ( ৰসত পৰিণত হোৱাৰ যোগ্যতা থকা ) স্থায়িত্ব লাভ কৰিব পাৰে। তেনেহলে, কোন কোন ৰসত কি কি স্থায়ী ভাৱ, সঞ্চাৰীভাৱ ৰূপে পৰিগণিত হয়? তাৰ উত্তৰত কোৱা হৈছে—

শৃঙ্গাৰ আৰু বীৰ ৰসত হাস্য, বীৰ ৰসত ক্ৰোধ আৰু শান্তৰসত জুগুপ্সা ব্যভিচাৰী ভাৱৰূপে পৰিগণিত হয়। পৰিপক্কবুদ্ধিৰ লোকসকলে এনেকৈ অন্যান্য ৰসৰ বিষয়তো নিজেই বিচাৰি উলিয়াব। ১৮২

[ হাস হাস্য ৰসৰ স্থায়ী ভাৱ, ক্ৰোধ ৰৌদ্ৰ ৰসৰ স্থায়ী ভাব, ক্ৰোধ আৰু

জুগুপ্সা বীভৎস ৰসৰ স্থায়ী ভাৱ; কিন্তু এইবিলাকো ওপৰত কোৱা ৰসৰ ক্ষেত্ৰত ব্যভিচাৰী ভাৱত পৰিণত হয়।]

এতিয়া স্থায়ী ভাৱৰ বিষয়ে কোৱা হৈছে—

বিৰুদ্ধ ভাৱ আৰু অবিৰুদ্ধ ভাৱসমূহে যি ভাৱ তিৰোহিত কৰি ৰাখিব নোৱাৰে, আস্বাদৰূপ অঙ্কুৰৰ সেই মূলেই স্থায়ীভাৱ নামে অভিহিত হয়। ১৮৩

[ৰসাস্বাদনৰ বিষয়ত মূল ভাৱৰূপে অবিচ্ছিন্নভাবে থাকি যি ভাৱে আস্বাদন-যোগ্যতা লাভ কৰে, সেয়ে স্থায়ী ভাৱ। এনে স্থায়ী ভাৱক অনুকূল-প্ৰতিকূল অন্য কোনো ব্যভিচাৰী ভাৱ আদিয়ে লুকাই ৰাখিব নোৱাৰে।]

কথিত আছে—

"অন্য ভাৱসমূহৰ অনুগমন কৰিলেও যি ভাৱ মালাৰ সূতাৰ দৰে ( ইমূৰ-সিমূৰ ) জুৰি থাকে, অন্য ভাৱৰ প্ৰভাৱত লুকাই নাথাকে, বৰং পৰিপুষ্টিহে লাভ কৰে—সেয়ে স্থায়ী ভাৱ।"

[মালাৰ সূতাৰ তুলনা কেৱল সমগ্ৰ ৰস ব্যাপি থকাৰ বিষয়তহে; ফুলে ঢাকি থোৱাৰ ক্ষেত্ৰত নহয়। নাইবা, ৰঙীণ সূতাৰে গঁথা স্ফটিকৰ মালা বুলি বুজিব লাগিব। স্বচ্ছ স্ফটিকৰ মাজেদি যোৱা ৰঙীণ সূতাই স্ফটিককো নিজৰ ৰঙেৰে ৰঙীণ কৰি তোলে আৰু আনহাতে শুভ্ৰ স্ফটিকেও ৰঙীন সূতাক অধিক উজ্জ্বল কৰে।

সূতাক আশ্ৰয় কৰি বেলেগ বেলেগ ৰঙৰ ৰঙা-বগা-নীলা ফুলবোৰ থকাৰ দৰেই, স্থায়ী ভাৱক আশ্ৰয় কৰিয়েই বিভিন্ন ব্যভিচাৰী ভাৱ আদি থাকে।

স্থায়ী ভাৱক সমুদ্ৰ আৰু ব্যভিচাৰী ভাৱক তৰঙ্গ ৰূপে তুলনা কৰিও কোনোৱে স্থায়ী ভাৱ আৰু ব্যভিচাৰী ভাৱৰ সম্পৰ্ক আৰু পাৰ্থক্য বুজাইছে। কোনোৱে এই ক্ষেত্ৰত ৰজা আৰু সেৱকৰ উদাহৰণো দিছে।]

স্থায়ী ভাৱৰ প্ৰকাৰবোৰ হৈছে—

ৰতি, হাস, শোক, ক্ৰোধ, উৎসাহ, ভয়, জুগুপ্সা আৰু বিস্ময়—এই আঠোটাকে স্থায়ী ভাৱ বোলা

হয়। তাৰ লগতে শমকো স্থায়ী ভাৱৰূপে গণ্য
কৰা হয়। ১৮৪

এইবিলাকৰ স্বৰূপ—

মনৰ অনুকূল বিষয়ৰ প্ৰতি মনৰ একান্ত প্ৰৱণতাই ৰতি। কথা, অঙ্গি-ভঙ্গী আদিৰ বিকৃতিৰপৰা মনৰ যি বিকাশ ঘটে, তাকে হাস বোলা হয়। ইষ্টনাশ আদিৰ ফলস্বৰূপে হোৱা মনৰ বিকলতাকে শোক বোলা হয়। প্ৰতিকূল বিষয়ৰ প্ৰতি জন্মা মনৰ তীক্ষ্ণতাই ক্ৰোধ। কাৰ্য্য আৰম্ভ কৰিবলৈ মনত দেখা দিয়া স্থিৰ উদ্যমেই উৎসাহ। ৰৌদ্ৰ শক্তিৰ বাবে জন্মা মনৰ অস্থিৰতাই ভয়। কোনো বিষয়ত দোষ দেখাৰ বাবে সেই বিষয়ৰ প্ৰতি যি ঘৃণা জন্মে, সেয়ে জুগুপ্সা। অলৌকিক বিবিধ বিষয়ৰ জ্ঞানৰ ফলত চিত্তৰ বিস্তাৰ ঘটাকে বিস্ময় বোলা হয়। নিৰাসক্ত অৱস্থাত আত্মবিশ্ৰান্তিৰ ফলত জন্মা সুখেই শম। ১৮৫

যেনে—মালতী-মাধৱ নাটকত ৰতি। লটকমেলক প্ৰহসনত হাস। ৰামায়ণত শোক। মহাভাৰতত শম। এনেকৈ অন্য ঠাইত অন্য ভাৱ দেখা যায়।

এই স্থায়ী ভাৱসমূহৰ মাজে মাজে আবিৰ্ভাৱ হোৱা বিৰুদ্ধ আৰু অবিৰুদ্ধ ভাৱসমূহে স্থায়ী ভাৱ উচ্ছেদ নকৰে, বৰং পৰিপুষ্টহে কৰে। এই কথা সহৃদয় সামাজিকৰ অনুভৱসিদ্ধ।

ইয়াৰ বাহিৰেও—

স্থায়ী, সঞ্চাৰী, আৰু সাত্ত্বিক ভাৱসমূহে অভিনয়ৰ সৈতে সম্বন্ধযুক্ত নানা ৰসক ভাৱিত কৰে; সেইবাবে এই সকলোৰোৰকে ভাৱ বোলা হয়। ১৮৬

কথিত আছে—

সুখ-দুখ প্ৰভৃতি অনুভূতিৰ সহায়ত সেই সেই সেই অনুভূতিৰ ভাৱনাকে ভাৱ বোলা হয়।

[ অনুকাৰ্য্য নট আদিৰ আশ্ৰয়ত উপস্থাপ্যমান সুখ-দুখ আদি ভাৱৰদ্বাৰা হোৱা সহৃদয় সামাজিকৰ হৃদয়ত ভাৱৰ ভাৱনা বা বাসনাই ভাব। ৰসক ভাৱিত কৰে আৰু কৱিৰ অন্তৰ্গত ভাৱকো ভাৱিত কৰে বাবে এনে অনুভূতিক ভাৱ বোলা হৈছে। ]

ৰসনো কেই প্ৰকাৰ কোৱা হৈছে—

শৃঙ্গাৰ, হাস্য, করুণ, ৰৌদ্ৰ, বীৰ, বীভৎ, ভয়ানক আৰু অদ্ভুত—এই আঠোটা ৰস; সেইদৰে শান্তও ৰস। ১৮৭

তাৰ ভিতৰত শৃঙ্গাৰ ৰস ঃ

শৃঙ্গ শব্দৰ অৰ্থ হল কামনাৰ উদ্ৰেক হোৱা। শৃঙ্গ উদ্ভৱৰ কাৰণ স্বৰূপ উত্তম অৱলম্বন-বিশিষ্ট ৰসেই শৃঙ্গাৰ ৰস।

শৃঙ্গাৰ ৰসত পৰস্ত্ৰী আৰু অনুৰাগিনী গণিকাৰ বাহিৰে সকলো নায়িকা আৰু দক্ষিণাদি সকলো নায়ক আলম্বন বিভাৱ হয়। চন্দ্ৰ, চন্দন, ভ্ৰমৰগুঞ্জন আদি উদ্দীপন বিভাৱৰূপে পৰিগণিত হয়। ভ্ৰূবিক্ষেপ, কটাক্ষ আদি শৃঙ্গাৰ ৰসত অনুভাৱ। উগ্ৰতা, মৃত্যু, আলস্য আৰু জুগুপ্সাৰ বাহিৰে সকলো ব্যভিচাৰী ভাৱেই ইয়াত ব্যভিচাৰী ভাৱ হয়। শৃঙ্গাৰ ৰসৰ স্থায়ীভাৱ ৰতি। এই ৰস শ্যামবৰণীয়া আৰু বিষ্ণু এই ৰসৰ দেৱতা। ১৮৮

যেনে—"শূন্যং ৱাসগৃহম্.........." ইত্যাদি।

ইয়াত উক্ত প্ৰকাৰ স্বামী আৰু উক্ত প্ৰকাৰ নায়িকা দুয়ো আলম্বন বিভাৱ। শূন্য শোৱনিঘৰ উদ্দীপন বিভাৱ। চুম্বন অনুভাৱ। লাজ

আৰু ইঁাহি ব্যভিচাৰী ভাৱ। এই বিলাকৰদ্বাৰা প্ৰকাশ হৈ সহৃদয়ৰ অন্তৰত থকা স্থায়ী ভাৱ ৰতিয়েই শৃঙ্গাৰ ৰসত পাৰণত হৈছে।

শৃঙ্গাৰ ৰসৰ বিভাগৰ কথা কোৱা হৈছে ঃ

**বিপ্ৰলম্ভ** শৃঙ্গাৰ আৰু **সম্ভোগ** শৃঙ্গাৰ; শৃঙ্গাৰৰ এই দুটা ভাগ। ১৮৯

তাৰ ভিতৰত—

যি ক্ষেত্ৰত ৰতি অতিশয় প্ৰৱল কিন্তু অভীষ্ট ব্যক্তিৰ লাভ হোৱা নাই, সেই অৱস্থাকে বিপ্ৰলম্ভ বোলা হয়। ১৯০

অভীষ্ট মানে, নায়ক-নায়িকা দুয়ো।

সেই বিপ্ৰলম্ভ পূৰ্ব্বৰাগ, মান, প্ৰৱাস আৰু করুণাত্মক এই চাৰি প্ৰকাৰে বিভক্ত। ১৯১

তাৰ ভিতৰত—

নায়ক-নায়িকাই পৰস্পৰক লাভ কৰাৰ আগতে শ্ৰৱণ নাইবা দৰ্শনৰপৰা তেওঁলোকৰ অন্তৰত যি অনুৰাগ জন্মে, তাৰপৰা যি অৱস্থাৰ সৃষ্টি হয় তাকে **পূৰ্ব্বৰাগ** বোলা হয়। ১৯২

দূত স্তুতিপাঠক নাইবা সখীয়েকৰ মুখৰপৰা নায়ক-নায়িকাৰ গুণাৱলীৰ শ্ৰৱণ হয়। দৰ্শন হব পাৰে প্ৰত্যক্ষভাৱে, ইন্দ্ৰজাল বিদ্যাৰ যোগেদি চিত্ৰ নাইবা স্বপ্নৰ মাধ্যমত। ১৯৩

**মদনপীড়িতৰ দহোটা অৱস্থা ঃ**

সেই দহোটা হৈছে—অভিলাষ, চিন্তা, স্মৰণ, গুণ-কীৰ্ত্তন, উদ্বেগ, প্ৰলাপ, উন্মাদ, ব্যাধি, জড়তা আৰু মৃত্যু। এই দহোটা কামৰ অৱস্থা। ১৯৪

মিলনৰ ইচ্ছাই অভিলাষ। পৰস্পৰ প্ৰাপ্তিৰ বিষয়ে ভবা-গুণাই চিন্তা। চেতন আৰু অচেতনৰ ভিতৰত

পাৰ্থক্যবোধ নোহোৱাই উন্মাদ অৱস্থা; কোনো উদ্দেশ্য নোহোৱাকৈ মানসিক অস্থিৰতাৰ ফলত কৰা উক্তিয়েই প্ৰলাপ। দীঘল হুমুনিয়া, শেঁতা পৰি যোৱা, ক্ষীণাই যোৱা আদি অৱস্থাই ব্যাধি। শৰীৰ আৰু মনৰ সকলো প্ৰকাৰ উদ্যমহীনতাই হল জড়তা। ১৯৫

আনবিলাক অতি স্পষ্ট। ক্ৰমে এইবিলাকৰ উদাহৰণ; যেনে—

প্ৰেমাৰ্দ্ৰাঃ প্ৰণয়স্পৃশঃ পৰিচয়াদুদ্‌গাঢ়ৰাগোদয়া
স্তা স্তা মুগ্ধদৃশো নিসৰ্গমধুৰাশ্চেষ্টা ভৱেয়ুৰ্ময়ি।
যাস্বন্তঃকৰণস্য বাহ্যকৰণব্যাপাৰৰোধিক্ষণা-
দাশংসাপৰিকল্পিতাস্বপি ভৱত্যানন্দসান্দ্ৰো লয়ঃ॥

(মুগ্ধনয়না প্ৰিয়াই মোৰ প্ৰতি যে আপোন জনৰ দৰে অনুৰাগপূৰ্ণ প্ৰণয়মধুৰ স্বভাৱ-সুন্দৰ আচৰণ কৰিব, সেই কল্পনাতে মোৰ হৃদয় সেই ভাৱবিলাসত এনেকৈ নিমগ্ন হৈ পৰে যে, বহিঃ ইন্দ্ৰিয়সমূহৰ ক্ষমতা লোপ পায়; কেৱল নিবিড় আনন্দানুভৱ হয়।)

এই উদাহৰণত মালতীক সাক্ষাৎ ভাৱে দেখাৰ পিছত মাধৱৰ অন্তৰত মালতীৰ প্ৰতি যি গভীৰ অনুৰাগ জন্মিছে, তাৰদ্বাৰা অভিলাষ প্ৰকাশ হৈছে।

কথমীক্ষে কুৰঙ্গাক্ষীং সাক্ষাল্লক্ষ্মীং মনোভুৱঃ।
ইতি চিন্তাকুলঃ কান্তো নিদ্ৰাং নৈতি নিশীথিনীম্।

(কামদেৱৰ ঐশ্বৰ্য্যস্বৰূপ সেই কুৰঙ্গনয়নাক কেতিয়া নিজ চকুৰে দেখিবলৈ পাম, এই চিন্তাতে নিমগ্ন প্ৰেমিকৰ ৰাতি টোপানি অহা নাই।)

ইয়াত ইন্দ্ৰজালৰ সহায়ত কোনো নায়িকাক দেখাৰ পিছত জাতানুৰাগ নায়কৰ চিন্তা প্ৰকাশ হৈছে। উদাহৰণৰ শ্লোকফাঁকি মোৰ ৰচনাৰ।

"ময়ি সকপটম্ ........"

এই উদাহৰণত স্মৃতিৰূপ কামদশাৰ প্ৰকাশ দেখা যায়।
"নেত্ৰে খঞ্জন গঞ্জনে........."

এই উদাহৰণত গুণানুকীৰ্ত্তনৰূপ কামদশা প্ৰকাশ হৈছে। "শ্বাসান্ মুঞ্চতি·········" ইত্যাদি উদাহৰণত কামদশা উদ্বেগৰ প্ৰকাশ হৈছে।

ত্ৰিভাগশেষাসু নিশাসু চ ক্ষণং নিমীল্য নেত্ৰে সহসাৱবুধ্যত।
ক্ব নীলকণ্ঠ ব্ৰজসীত্যলক্ষ্যৱাক্ অসত্যকণ্ঠাৰ্পিতবাহুবন্ধনা॥

( ৰাতি তিনিভাগ পাৰ হৈ যোৱাত ক্ষন্তেকৰ বাবে চকু জাপ খাই আহোঁতে "হে নীলকণ্ঠ তুমি কলৈ যোৱা"—এই বুলি উদ্দেশ্যহীনভাৱে কৈ মিছাকৈয়ে কণ্ঠত বাহুবন্ধনৰ অভিনয় কৰি পাৰ্ব্বতী সাৰ পাই উঠে। )

এই উদাহৰণত প্ৰলাপ প্ৰকাশ হৈছে।

"ভ্ৰাতৰ্দ্বিৰেফ·········"

এই উদাহৰণত উন্মাদ প্ৰকাশ হৈছে।

পাণ্ডু ক্ষামং ৱদনং হৃদয়ং সৰসং তৱালসঞ্চ ৱপুঃ।
আৱেদয়তি নিতান্তং ক্ষেত্ৰিয়ৰোগং সখি হৃদন্তঃ॥

( সখী! তোমাৰ মুখখন শুকান আৰু শেঁতাপৰা, হৃদয়ত অনুৰাগ, শৰীৰ দুৰ্ব্বল এই সকলোবিলাকে কৈছে তোমাৰ শৰীৰত কিবা ডাঙৰ ব্যাধি আছে। )

ইয়াত ব্যাধি প্ৰকাশ হৈছে।

ভিসণী অলসঅণীএ ণিহিঅং সব্বং সুণিচ্চলম্ অঙ্গম্।
দীহো ণীসাসহৰো এসো সাহেই জীঅইত্তি পৰম্॥

( পদুমফুলৰ পাতৰ শয্যাত তেওঁ নিশ্চল হৈ পৰি আছে। মাজে মাজে ওলোৱা দীঘল হুমুনিয়াহৰপৰাহে তেওঁ জীয়াই আছে বুলি বুজা যায়। )

ইয়াত জড়তা প্ৰকাশ পাইছে। উদাহৰণৰ কৱিতা ফাকি মোৰ ৰচনাৰপৰা দিয়া হৈছে।

ৰসৰ বিচ্ছেদ ঘটাৰ বাবে মৃত্যু অৱস্থাৰ বৰ্ণনা কাব্য নাটকত কৰা নহয়। কিন্তু মৃত্যুৰ উপক্ৰম হৈছে, এনেকুৱা অৱস্থাৰ নাইবা মনে মনে মৃত্যু কামনা কৰিছে, এনে অৱস্থাৰো বৰ্ণনা কৰিব পৰা যায়। মৃত্যুৰ অলপ পিছতেই যদি পুনৰ্জীৱন লাভ হয় তেনেহলেও মৃত্যুৰ বৰ্ণনা কৰিব পৰা যায়। ১৯৬

এই কেইবিধৰ ভিতৰত প্ৰথম অৰ্থাৎ মৃত্যুৰ উপক্ৰম হোৱাৰ বৰ্ণনা। যেনে—

সেফালিকাং ৱিদলিতামৱলোক্য তন্বী
প্ৰাণান্ কথঞ্চিদপি ধাৰায়িতুং প্ৰভূতা।
আকৰ্ণ্য সম্প্ৰতি ৰুতং চৰাণায়ুধানাং
কিং ৱা ভৱিষ্যতি ন ৱেদ্মি তপস্বিনী সা॥

( শেৱালীফুল ফুলি সৰি পৰা দেখিও সেই তৰুণীয়ে কোনোমতে প্ৰাণধাৰণ কৰি আছে, কিন্তু এতিয়া কুকুৰাৰ ডাক শুনিলে সেই বেচেৰীৰ যে কি অৱস্থা হব, মই ভাৱিবই পৰা নাই। )

দ্বিতীয় প্ৰকাৰ অৰ্থাৎ মনে মনে মৃত্যু কামনা কৰাৰ বৰ্ণনা—

ৰোলম্বাঃ পৰিপূৰয়ন্তু হৰিতো ঝঙ্কাৰকোলহলৈঃ
মন্দং মন্দমুপৈতু চন্দনৱনীজাতো নভস্বানপি।
মাদ্যন্তঃ কলয়ন্তো চূতশিখৰে কেলীপিকাঃ পঞ্চমং
প্ৰাণাঃ সত্বৰমশ্মসাৰ-কঠিনা গচ্ছন্তু গচ্ছন্ত্বমী॥

( ভোমোৰাৰ গুণগুণিয়ে দশোদিশ ভৰি পৰক, চন্দন বনৰপৰা অহা মলয়া বতাহ ৰিৱ ৰিবকৈ বলি থাওক, পোহনীয়া কুলি চৰায়ে মতলীয়া হৈ আমগছৰ ডালত পৰি পঞ্চম ৰাগিণী তোলক ; শিলৰ দৰে কঠিন এই প্ৰাণ অতি শীঘ্ৰে ওলাই যাওক। )

এই দুয়োটো উদাহৰণ মোৰ ৰচনাৰ।

তৃতীয় প্ৰকাৰ অৰ্থাৎ মৃত্যুৰ পিছত পুনৰ্জ্জীৱনৰ উদাহৰণ কাদম্বৰীত মহাশ্বেতা আৰু পুণ্ডৰীকৰ আখ্যানত দেখা যায়।

এই শ্ৰেণীৰ উদাহৰণ যে করুণ-বিপ্ৰলম্ভ শৃঙ্গাৰৰ বিষয়, সেই বিষয়ে পিছত কোৱা হব।

কোনো কোনোৱে কাম-দশা অন্যভাৱে বৰ্ণনা কৰে ; যেনে—

"প্ৰথমে নয়নপ্ৰীতি, তাৰ পিছত চিত্তাসক্তি, ক্ৰমে সঙ্কল্প, অনিদ্ৰা, কৃশতা, সকলো বিষয়ৰ প্ৰতি উদাসীনতা, নিৰ্লজ্জতা, উন্মাদ, মূৰ্চ্ছা আৰু মৃত্যু—এই দহোটাই কাম-দশা অৰ্থাৎ কামপীড়িতৰ অৱস্থা।"

**প্ৰথমে নায়িকাৰ অনুৰাগৰ উল্লেখ কৰি তাৰ পিছত ইঙ্গিতৰ সহায়েৰে নায়কৰ অনুৰাগ বৰ্ণনীয়। ১৯৭**

ইঙ্গিতৰ বিষয়ে আগেয়ে কোৱা হৈছে। ৰত্নাৱলী নাটিকাত সাগৰিকা আৰু বৎসৰাজৰ প্ৰণয়ত ইঙ্গিতৰ উদাহৰণ দেখা যায়। প্ৰথমে পুৰুষৰ অনুৰাগ জন্মা সম্ভৱপৰ হলেও ৰমণীৰ অনুৰাগ প্ৰথমে বৰ্ণনা কৰিলে বিষয়টো বেচি হৃদয়ঙ্গম হয়।

পূৰ্ব্বৰাগ নীলী, কুসুম্ভ আৰু মঞ্জিষ্ঠা—এই তিনি প্ৰকাৰৰ। ১৯৮

অন্তৰত থকা প্ৰেমভাৱ বাহিৰত বৰকৈ প্ৰকাশ নহয় কিন্তু অন্তৰৰপৰা আঁতৰো নহয়; ইয়াকে নীলী পূৰ্ব্বৰাগ বোলা হয়। যেনে, শ্ৰীৰামচন্দ্ৰ আৰু সীতাৰ মাজত থকা প্ৰেম। ১৯৯

যি অনুৰাগ বাহিৰত সুশোভিত হৈ প্ৰকাশ হয় আৰু মনৰপৰা আঁতৰি যায়, তাকে কুসুম্ভ পূৰ্ব্বৰাগ বোলা হয়। ২০০

যি অনুৰাগ বৰকৈ প্ৰকাশ পায় আৰু মনৰপৰা কেতিয়াও আঁতৰি নাযায় তাকে বোলা হয় মঞ্জিষ্ঠা পূৰ্ব্বৰাগ। ২০১

**মান ঃ**

খঙেই অভিমান। অভিমান দুই প্ৰকাৰ; প্ৰণয়জাত অভিমান আৰু ঈৰ্ষাজাত অভিমান। প্ৰেমৰ গতি অত্যন্ত কুটিল। অতিশয় আনন্দৰ মাজতো নায়ক নায়িকাৰ কোনো কাৰণ নোহোৱাকৈ যি ক্ৰোধভাৱ জন্মে, তাকে প্ৰণয়-মান বোলা হয়। ২০২-৩

নায়ক-নায়িকা দুয়োৰে প্ৰণয়কোপৰ কথা কাব্য-নাটকত বৰ্ণনীয়। নায়কৰ কোপৰ উদাহৰণ; যেনে—

অলীঅপসুত্তঅ বিণিমীলিঅচ্ছ দেসু সুহঅ মজ্ঝং ওআসম্।
গণ্ডপৰিউম্বণপুলই-অঙ্গ ণ উণো চিৰাইস্সম্॥

(প্ৰিয়, তুমি টোপনিভাও জুৰি শুই থাকিলে কি হব? তোমাৰ কপোল চুম্বনত অঙ্গ পুলকিত হৈ পৰিছে। মোক শুবলৈ ঠাই দিয়াঁ, মই আৰু বৈ থাকিব নোৱাৰোঁ।)

নায়িকাৰ কোপৰ উদাহৰণ কুমাৰসম্ভৱৰ সন্ধ্যাবৰ্ণনাত দেখা যায়।

নায়ক-নায়িকা দুয়োৰো প্ৰণয়কোপৰ উদাহৰণ ; যেনে—

পণঅকুৱিআণং দোণং ৱি অলীঅপসুত্তাণং মাণইল্লাণম্।
নিচ্চলণিৰুদ্ধণীসাসদিণ্ণকণ্ণাণং কো মল্লো ॥

( মান-অভিমানত পাকৈত নায়ক-নায়িকা দুয়ো অভিমান কৰি উশাহ-নিশাহ নোলোৱাকৈ কপট নিদ্ৰাত শুই আছে—কোন বেচি পটু। )

যি মান অনুনয় পৰ্য্যন্ত নাথাকে অৰ্থাৎ অতি ক্ষন্তেকীয়া, তেনে মানক বিপ্ৰলম্ভ শৃঙ্গাৰৰ প্ৰকাৰ-ভেদ বুলি ক'ব নোৱাৰি। এনে মান, সম্ভোগ শৃঙ্গাৰৰ সঞ্চাৰীভাৱ আৰু ইয়াকে ঈৰ্ষা বোলা হয়। যেনে—

ভ্ৰূভঙ্গে ৰচিতেঽপি দৃষ্টিৰধিকং সোৎকণ্ঠমুদ্বীক্ষতে।
ৰুদ্ধায়ামপি ৱাচি সস্মিতমিদং দগ্ধাননং জায়তে ॥
কাৰ্কশ্যং সমিতেঽপি চেতসি তনূৰোমাঞ্চমালম্বতে
দৃষ্টে নিৰ্ৱহণং ভৱিষ্যতি কথং মানস্য তস্মিন্ জনে ॥

( নায়িকাৰ সখীয়েকৰ প্ৰতি উক্তি : তেওঁৰ প্ৰতি খং দেখুৱাই চকুৰ গাঁথি থোপা কৰিলেও চকুৱে দেখোন অধিক উৎকণ্ঠাৰেহে চায়, কথা নকওঁ বুলি থাকিলেও পোৰা মুখত দেখোন হাঁহিহে ওলায়, মন কাঠ যেন কৰিব খুজিলেও শৰীৰত পুলক জন্মে, এনে প্ৰিয়তমক দেখাৰ পিছত কেনেকৈনো বাৰু অভিমান কৰি থাকিব পাৰি। )

অন্য উদাহৰণ ; যেনে—

একস্মিন্ শয়নে পৰাঙ্মুখতয়া ৱীতোত্তৰং তাম্যতো
ৰন্যোঽন্যস্য হৃদি স্থিতেঽপ্যনুনয়ে সংৰক্ষতোৰ্গৌৰৱম্।
দম্পত্যোঃ শনকৈৰপাঙ্গৱলনান্ মিশ্ৰীভৱচ্চক্ষুষো
ৰ্ভগ্নো মানকলিঃ সহাসৰভসৱ্যাসক্তকণ্ঠ-গ্ৰহঃ ॥

( ঠোঁটা-মোজা লগা বাবে একেখন শয্যাতে দম্পতিয়ে ইজনে সিজনলৈ পিঠি দি শুই আছিল, অনুতপ্ত দম্পতিৰ পৰস্পৰৰ অন্তৰত অনুনয়-বিনয়ৰ ইচ্ছা জন্মা সত্বেও দুয়ো নিজৰ অহঙ্কাৰ বজাই ৰাখি কাকো-কোনেও নমতাকৈ আছিল : কিন্তু লাহে লাহে কেৰাহিকৈ চাওঁতেই দুয়োৰো চকুৱে-চকুৱে পৰাত হাঁহি হাঁহি হঠাৎ পৰস্পৰে কণ্ঠাশ্লেষ কৰাত মান-কলহ আঁতৰিল। )

নায়কৰ অন্য নাৰীৰ প্ৰতি আসক্তি দেখিলে, শুনিলে
নাইবা অনুমান কৰিলে নায়িকাৰ ঈৰ্ষা-মান হয়।
আসক্তিৰ অনুমান তিনি প্ৰকাৰে হয়—নায়কে সপোনত
অন্য ৰমণীৰ নাম উচ্চাৰণ কৰিলে, নায়কৰ শৰীৰত
সম্ভোগজ চিহ্ন দেখিলে, নাইবা সম্বোধনৰ সময়ত নাম
ওলট-পালট হৈ গ'লে—এনে অনুমান হয়। ২০৪

নিজ চকুৰে দেখাৰ ফলত হোৱা ঈৰ্ষা মানৰ উদাহৰণ ; যেনে—

ৱিনয়তি সুদৃশোর্দৃশোঃ পৰাগং
প্ৰণয়িনি কৌসুমমাননানিলেন।
তদহিতযুৱতেৰভীক্ষ্ণমক্ষো-
ৰ্দ্বয়মপি ৰোষৰজোভিৰাপুপূৰে॥

( সুলোচনা প্ৰিয়াৰ দুচকুৰপৰা প্ৰিয়তমে মুখেৰে ফুৱাই ফুলৰ ৰেণু গুচাই দিয়াৰ লগে লগে, সেই সুন্দৰীৰ প্ৰতিস্পৰ্দ্ধী ৰমণীৰ দুয়োটা চকু ক্ৰোধজনিত পৰাগেৰে বাৰে বাৰে পূৰ হ'বলৈ ধৰিলে। )

সম্ভোগচিহ্নজ অনুমানৰপৰা জন্মা ঈৰ্ষাৰ উদাহৰণ ; যেনে—

নৱনখপদমঙ্গং গোপয়স্যংশুকেন
স্থগয়সি পুনৰোষ্ঠং পাণিনা দন্তদষ্টম্।
প্ৰতিদিশমপৰস্ত্ৰীসঙ্গশংসী ৱিসৰ্পন্
নৱপৰিমলগন্ধঃ কেন শক্যো ৱৰীতুম্॥

( প্ৰিয়তম! তোমাৰ শৰীৰৰ নতুন নখচিহ্ন কাপোৰেৰে ঢাকিছা, দন্তক্ষতৰ চিন থকা ওঁঠটো হাতেৰে আঁৰ কৰি ধৰিছা ; কিন্তু বতাহে বিলাই দিয়া অন্য স্ত্ৰী-সঙ্গমজ নতুন সুগন্ধ কিহেৰে লুকাই ৰাখিবা ? )

এনেকৈ অন্যান্য ঈৰ্ষ্যামানৰ উদাহৰণো বিচাৰিবলগীয়া।

মানিনীৰ মান-ভঙ্গৰ কাৰণে সাম, ভেদ, দান, নতি, উপেক্ষা আৰু ৰসান্তৰ এই ছটা উপায় যথাক্ৰমে নায়কে অৱলম্বন কৰা উচিত। ইয়াৰ ভিতৰত প্ৰিয় কথা কোৱাই হৈছে সাম। নায়িকাৰ সখীয়েকহঁতক নিজৰ ফলীয়া কৰাই ভেদ, কিবা ছল-চেলু উলিয়াই অলঙ্কাৰ আদি দিয়াই হল দান, ভৰিত পৰাই হল নতি। এই কেইটা উপায়ৰদ্বাৰা কাৰ্য্য-সিদ্ধি নহলে অৱজ্ঞাৰ

মনোভাৱ প্ৰকাশ কৰাকে উপেক্ষা বোলে। ইয়াৰ বাহিৰে ভয়, আনন্দ আদিৰ বাবে আকস্মিকভাৱে মান দূৰ হোৱাকেই ৰসান্তৰ হোৱা বোলে। ২০৫-৬

যেনে—"নো চাটুশ্ৰৱণং কৃতম্............"

এই উদাহৰণত সাম আদি পাঁচোটা উপায়ৰ কথা সূচনা কৰা হৈছে। ৰসান্তৰৰ উদাহৰণ বিচাৰিবলগীয়া।

এতিয়া **প্ৰৱাস** ঃ

কোনো কাৰ্য্য সম্পাদনৰ বাবে, অভিশাপগ্ৰস্ত হৈ, নাইবা ভয়ত দেশ এৰি অন্যদেশলৈ যোৱাকে প্ৰৱাস বোলা হয়। প্ৰৱাস অৱস্থাত মাত্ৰ এডাল বেণী গোঠা, শৰীৰ আৰু পিন্ধা কাপোৰ-কানিৰ মলিনতা, হুমুনিয়াহ পেলোৱা, ফোপোৱা, কন্দা-কটা কৰা, মাটিত বাগৰি পৰা আদি অৱস্থাৰ সৃষ্টি হয়। শাৰীৰিক সৌষ্ঠৱ নষ্ট হোৱা, অন্তৰ্দাহ, শৰীৰ শেঁতাপৰা আৰু ক্ষীণাই যোৱা, খোৱা বোৱাত অৰুচি, অধৈৰ্য্য ভাৱ, অস্থিৰতা, তন্ময়তা, উন্মত্ততা, মূৰ্চ্ছা আৰু মৃত্যু এই দহোটা কামদশা এনে ক্ষেত্ৰত সৃষ্টি হয়।

শাৰীৰিক পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ অভাৱকে সৌষ্ঠৱহানি বোলা হয়। বিৰহ বেদনাই হৈছে অন্তৰ্দাহ, সকলো বস্তুৰ প্ৰতি বিৰাগ মনোভাৱেই অৰুচি, কোনো কামলৈ হেপাহ নোহোৱাই অনাসক্তি বা অধৈৰ্য্য। মানসিক শূন্যতাকে অস্থিৰতা বোলা হয়। অন্তৰ-বাহিৰে সকলোতে প্ৰিয়তমক অনুভৱ কৰাই হ'ল তন্ময়তা। ২০৭-৯

[ নায়ক-নায়িকাৰ অন্যতৰৰ প্ৰৱাসত এনে অৱস্থা হয়। অৰ্থাৎ নায়কৰ প্ৰবাসত নায়িকাৰ আৰু নায়কৰ নিজৰ, সেইদৰে নায়িকাৰ প্ৰৱাসত নায়কৰ আৰু নায়িকাৰ।]

দিগ্‌দৰ্শনৰূপে মোৰ পিতৃদেৱৰ ৰচনাৰপৰা কেইটামান উদাহৰণ দিয়া হল। যেনে—

চিন্তাভিঃ স্তিমিতং মনঃ কৰতলে লীনা কপোলস্থলী
প্ৰত্যূষদেশক্ষণপাণ্ডুৰদনং শ্বাসৈকখিন্নোঽধৰঃ।

অন্তঃ শীকৰপদ্মিনীকিশলয়ৈৰ্নোপৈতি তাপঃ শমং
কোঽস্যা প্ৰাৰ্থিতদুৰ্লভোঽস্তি সহতে দীনাং দশামীদৃশীম্ ॥

( সেই সুন্দৰীয়ে গালত হাত দি চিন্তামগ্ন হৈ পৰিছে, তেওঁৰ মুখখনি পুৱাৰ আকাশৰ দৰে শেতা পৰিছে, দীঘলীয়া উশাহত ওঠখনো শুকাই গৈছে ; পদুম পাতৰ শীতল জল কণায়ো এওঁৰ তাপ দূৰ কৰিব নোৱাৰে ; এওঁ যে ইমান কাতৰ হৈছে, এওঁৰ সেই দুৰ্লভ প্ৰিয়নো কোন ? )

কাৰ্য্যজাত প্ৰৱাসো আকৌ তিনি প্ৰকাৰৰ ; ভূত ( হৈ যোৱা ), ভৱন্ ( হোৱা ) আৰু ভাৱী ( হ'ব ধৰা )। ২১০

কাৰ্য্যজাত প্ৰৱাস পূৰ্ব্বপৰিকল্পিত হেতুকে এইদৰে তিনিটা ভাগত বিভক্ত।

এই তিনিবিধ প্ৰৱাসৰ ভিতৰত, ভাবী প্ৰৱাসৰ উদাহৰণ মোৰ ৰচনাৰ-পৰা দিয়া হৈছে।

যামঃ সুন্দৰি যাহি পান্থ দয়িতে শোকং বৃথা মা কৃথাঃ
শোকস্তে গমনে কুতো মম ততো বাষ্পং কথং মুঞ্চসি।
শীঘ্ৰং ন ব্ৰজসীতি মাং গময়িতুং কস্মাদিয়ং তে ত্বৰা
ভূয়ানস্য সহ ত্বয়া জিগমিষোৰ্জীৱস্য মে সম্ভ্ৰমঃ ॥

( 'সুন্দৰী, মই যাওঁ' 'যোঁৱা পথিক।' 'মিছাতে শোক নকৰিবা প্ৰিয়া!' 'তুমি গুচি গ'লে মই কিয় আকৌ শোক কৰিম?' 'তেনেহ'লে চকুলো টুকিছা কিয়?' 'তুমি সোনকালে যোৱা নাই বাবে।' 'মোক পঠিয়াবলৈ তোমাৰ ইমান লৰালৰিখন কিয়?' 'মোৰ প্ৰাণো যে তোমাৰ লগতে যাবলৈ উৎসুক, সেইবাবেই ইমান ব্যস্ততা'। )

ভৱন্ ( হোৱা ) প্ৰৱাসৰ উদাহৰণ ; যেনে—

প্ৰস্থানং ৱলয়ৈঃ কৃতং প্ৰিয়সখৈৰস্ৰৈৰজস্ৰংগতম্
ধৃত্যা ন ক্ষণমাসিতং ব্যৱসিতং চিত্তেন গন্তুং পুৰঃ।
যাতুং নিশ্চিতচেতসি প্ৰিয়তমে সৰ্ব্বে সমং প্ৰস্থিতা
গন্তব্যে সতি জীৱিত প্ৰিয়সুহৃৎ সাৰ্থঃ কিমু ত্যজ্যতে ॥

( কৃতসঙ্কল্প প্ৰিয়তম প্ৰৱাসলৈ ওলোৱাত সকলোবোৰ একেলগে যাবলৈ ওলাল —হাতৰ বলয়-কঙ্কণ আঁতৰি গৈছে, প্ৰিয় সখী অশ্ৰুধাৰাও দূৰ হৈছে, ( প্ৰিয়তম যোৱাৰ পিছত ) ধৈৰ্য্য খন্তেকো নাথাকিল, চিত্ততো প্ৰিয়তমৰ আগে আগে যাবলৈ ওলাল ; হেৰ প্ৰাণ ! তয়ো যেতিয়া যাবই লাগিব, তেনেহলে তোৰ বন্ধুবৰ্গৰ সৈতে একেলগেই নেযাব কিয় ? )

ভূত ( হৈ যোৱা ) প্ৰৱাসৰ উদাহৰণ, যেনে—
" চিন্তাভিঃ স্তিমিত ... ..."

অভিশাপৰপৰা হোৱা প্ৰৱাসৰ উদাহৰণ ; যেনে—
" তাং জানীথাঃ ... ..."
ভীতিজনিত প্ৰৱাস অৰ্থাৎ দেৱতা, মানুহ, ধুমুহা-বতাহ, উৎপাত আদিৰপৰা হোৱা প্ৰৱাসৰ দৃষ্টান্ত বিক্ৰমোৰ্ব্বশীয়ত পুৰূৰবা-উৰ্ব্বশীৰ ক্ষেত্ৰত দেখা যায় ।

পূৰ্ব্বৰাগৰ প্ৰসঙ্গত বৰ্ণিত অভিলাষ আদি আৰু প্ৰৱাস-প্ৰসঙ্গত বৰ্ণিত অঙ্গসৌষ্ঠৱ হানি আদি দুয়ো প্ৰকাৰ কাম-দশা উভয় ক্ষেত্ৰতে সম্ভৱপৰ, অৰ্থাৎ পূৰ্ব্বৰাগজনিত কাম-দশা প্ৰৱাসত আৰু প্ৰৱাসজনিত কামদশাও পূৰ্ব্বৰাগত দেখা যায় যদিও, প্ৰাচীন আলঙ্কাৰিকসকলৰ পদাঙ্ক অনুসৰণ কৰি পূৰ্ব্বাপৰ ৰীতি অনুসাৰে স্বকীয়াকৈ বৰ্ণনা কৰা হৈছে ।

**করুণ** ( বিপ্ৰলম্ভ শৃঙ্গাৰাত্মক করুণ )

যুৱক-যুৱতীৰ ভিতৰত এজনৰ যদি লোকান্তৰ ঘটে, কিন্তু পুনৰ্জীৱনৰ সম্ভাৱনা থাকে, তেতিয়া ইজন শোকাকুল হৈ পৰা অৱস্থাকে করুণ বিপ্ৰলম্ভ বোলা হয় । ২১১

[ মৃত্যুত ঘটা চিৰ বিচ্ছেদ করুণ বিপ্ৰলম্ভত নহয়, কিয়নো পুনৰ্মিলনৰ সম্ভাৱনা তাত নাই । পুনৰ্মিলনৰ সম্ভাৱনা থাকিলেহে বিপ্ৰলম্ভ শৃঙ্গাৰৰ ভিতৰত পৰে । প্ৰকৃততে সংস্কৃত কাব্য-নাটকত আধিকাৰিক আখ্যান সদায় মিলিতান্ত । সেই দৃষ্টিভঙ্গীৰপৰাহে বৰ্ণনা কৰা হৈছে । ]

এনে উদাহৰণ কাদম্বৰী-কথাত মহাশ্বেতা পুণ্ডৰীকৰ আখ্যানত দেখা যায়।

যদি লোকান্তৰৰ পিছত আকৌ মিলন নহয় বা অন্য দেহ ধাৰণৰ পিছতহে মিলন হয়, তেতিয়া কৰুণ ৰসহে হয়, বিপ্ৰলম্ভ শৃঙ্গাৰ নহয়।

কিন্তু কাদম্বৰীৰ মহাশ্বেতা পুণ্ডৰীকৰ আখ্যানত দৈৱবাণী শ্ৰৱণৰ পিছত সঙ্গমৰ প্ৰত্যাশা থকা বাবে ৰতিৰ উদ্ভৱ সম্ভৱপৰ হোৱাত এই উদাহৰণ বিপ্ৰলম্ভ শৃঙ্গাৰৰ ভিতৰুৱা। কিন্তু কোনো কোনো প্ৰাচীন আচাৰ্য্যই ইয়াত কৰুণ ৰস হৈছে বুলি ক'ব খোজে। অন্য কোনোৱে আকৌ কয়, সঙ্গম-প্ৰত্যাশাৰ পিছতো এই ক্ষেত্ৰত বিপ্ৰলম্ভ শৃঙ্গাৰহে হৈছে আৰু এই উদাহৰণ বিপ্ৰলম্ভ শৃঙ্গাৰৰে প্ৰৱাস নামৰ ভেদ মাত্ৰ, কৰুণ-বিপ্ৰলম্ভ নহয়। অন্য কিছুমানে আকৌ কয়, মৰণ থকা বাবে ( পুণ্ডৰীকৰ মৰণ ) বিপ্ৰলম্ভ শৃঙ্গাৰ প্ৰৱাসতকৈ সুকীয়া।

[ মহাশ্বেতাৰ প্ৰতি আসক্ত হোৱাৰ পিছত কাম পীড়িত পুণ্ডৰীকৰ মৃত্যু হয়। তেতিয়া মহাশ্বেতায়ো প্ৰাণ ত্যাগ কৰিব খোজাত আকাশীবাণীযে মহাশ্বেতাক পুনৰ্মিলনৰ আশা দি মৰণ বৰণ কৰাৰপৰা নিষেধ কৰে। পিছত পুণ্ডৰীকে অসময়ত নৱজন্ম লাভ কৰে আৰু মহাশ্বেতাৰ সৈতে তেওঁৰ মিলন হয়। এই উদাহৰণ গ্ৰন্থকাৰৰ মতে কৰুণ-বিপ্ৰলম্ভ নামৰ শৃঙ্গাৰ। অন্য কোনোৱে ইয়াক কৰুণ, কোনোৱে প্ৰৱাস আৰু কোনোৱে প্ৰৱাসতকৈ সুকীয়া ( মৰণ থকা বাবে, প্ৰৱাসত মৰণ নাথাকে ) কিবা এটা বুলি কয়। তাকে গ্ৰন্থকাৰে ওপৰত উল্লেখ কৰিছে। ]

**সম্ভোগ শৃঙ্গাৰ :**

য'ত বিলাসী নায়ক-নায়িকাই পৰস্পৰৰ প্ৰতি অনুৰক্ত হৈ দৰ্শন-স্পৰ্শ আদিৰে উপভোগ কৰে, সেয়ে সম্ভোগ শৃঙ্গাৰ।২১২

'স্পৰ্শ আদি' এই শব্দৰদ্বাৰা পৰস্পৰ অধৰপান, চুম্বন আদিও বুজিব লাগিব।

উদাহৰণ ; যেনে—

"শূন্যং ৱাসগৃহম্............"

চুম্বন-আলিঙ্গন আদি বহুপ্ৰকাৰ বাবে সম্ভোগশৃঙ্গাৰৰ ভেদ গণনা কৰা অসম্ভৱ; গতিকে পণ্ডিতসকলে সম্ভোগশৃঙ্গাৰ মাত্ৰ একপ্ৰকাৰ বুলি কয়। ২১৩

সম্ভোগ শৃঙ্গাৰত ছয় ঋতু, চন্দ্ৰ-সূৰ্য্য, চন্দ্ৰ-সূৰ্য্যৰ উদয়াস্ত, জলকেলি, বনবিহাৰ, প্ৰভাত, মধুপান, যামিনী আদি বৰ্ণনীয়; অনুলেপন, ভূষণ আৰু ইয়াৰ বাহিৰেও পৱিত্ৰ আৰু নিৰ্ম্মল সকলো বিষয় বৰ্ণনা কৰিবলগীয়া। ২১৪

আচাৰ্য্য ভৰতমুনিয়ে কৈছে—

"জগতত যি যি স্বচ্ছ, পৱিত্ৰ, উজ্জ্বল নাইবা সুন্দৰ বস্তু আছে, সেই সকলোবোৰ শৃঙ্গাৰৰসৰ উদ্দীপকৰূপে বৰ্ণনা কৰা হয়।"

ইয়াৰ বাহিৰে—

পূৰ্ব্বৰাগ আদিৰ পিছত জন্মে বাবে সম্ভোগ শৃঙ্গাৰৰ
চাৰি প্ৰকাৰ কাৰ্য্য আছে। ২১৫

কথিত আছে—

"বিপ্ৰলম্ভ নোহোৱাকৈ সম্ভোগ শৃঙ্গাৰৰ পৰিপুষ্টি সাধন নহয়; কাপোৰ আদি ৰঙচুৱা কৰি ললেহে তাৰ জেউতি চৰে।"

ইয়াৰ ভিতৰত পূৰ্ব্বৰাগৰ পিছত সম্ভোগ-শৃঙ্গাৰৰ উদাহৰণ কুমাৰসম্ভৱত শিৱ-পাৰ্ব্বতীৰ ক্ষেত্ৰত দেখা যায়। প্ৰৱাসৰ পিছত সম্ভোগ শৃঙ্গাৰৰ উদাহৰণ মোৰ পিতৃদেৱৰ ৰচনাৰপৰা—

ক্ষেমং তে ননু পক্ষ্মলাক্ষি কিসঅং কে্খমং মদঙ্গং দিঢ়ং
এতাদৃক্ কৃশতা কুতঃ তুহ পুণো পুট্ঠং শৰীৰং জদো।
কেনাহং পৃথুলঃ প্ৰিয়ে পণইণীদেহস্স সম্মীলণাত্
ত্বত্তঃ সুভ্ৰু ন কাপি মে জই ইদং কে্খমং কুদো পুচ্ছসি॥

('সুন্দৰী তোমাৰ কুশলনে,'—'মোৰ শৰীৰ কৃশ হৈছে যেতিয়া নিশ্চয় কুশলেই আছোঁ।' 'কিয়নো তুমি ইমান কৃশাঙ্গী হৈছা?' 'যিহেতুকে তোমাৰ শৰীৰ হৃষ্ট-পুষ্ট' হইনো, শকত হোৱাৰ কাৰণ কি?' 'কিয়, অন্য প্ৰণয়িনীৰ দেহসান্নিধ্য লাভৰ বাবে।'

'তোমাৰ বাহিৰে মোৰ কোনো প্ৰণয়িনী নাই' 'যদি সেয়ে হয়, তেনেহ'লে কিয় মোৰ কুশল বাতৰি সুধিছা?' )

[ প্ৰৱাসৰপৰা নায়ক ঘূৰি আহি নায়িকাক ভাল-বেয়া বাতৰি সোধাত দুয়োৰে। উক্তি-প্ৰত্যুক্তি এইদৰে প্ৰকাশ হৈছে। শ্লোকত নায়কৰ উক্তি সংস্কৃতত আৰু নায়িকাৰ উক্তি প্ৰাকৃতত। ]

এনেকৈ অন্য দুই প্ৰকাৰ সম্ভোগৰ উদাহৰণো বিচাৰিবলগীয়া।

**হাস ( হাস্য ):**

চেহেৰা, কথা-বাৰ্ত্তা, অঙ্গ-ভঙ্গী, পোছাক-পৰিচ্ছদ আদিৰ বিকৃতিৰপৰা জন্মা কৌতুকৰপৰা হাস্যৰসৰ উদ্ভৱ হয়। হাস্য ইয়াৰ স্থায়ী ভাৱ, ইয়াৰ বৰণ বগা আৰু দেৱতা প্ৰমথ। যাৰ চেহেৰা, কথা-বাৰ্ত্তা, আৰু অঙ্গ-ভঙ্গীৰ বিকৃতি দেখি মানুহে হাঁহে, সেয়ে হাস্য ৰসৰ আলম্বন বিভাৱ আৰু তেওঁৰ আচৰণ-কাৰ্য্য আদি হ'ল উদ্দীপন বিভাৱ। চকু মুদ খাই যোৱা, হাঁহো হাঁহো কৰি থকা মুখ ভাৱ আদিয়েই হ'ল অনুভাৱ। নিদ্ৰা, আলস্য, অৱহিত্থা আদি হাস্য ৰসত ব্যভিচাৰী ভাৱ। ২১৬

হাস্য ছয় প্ৰকাৰৰ—উত্তম খাপৰ লোকৰ ' হাঁহি স্মিত আৰু হসিত; মজলীয়া খাপৰ লোকৰ হাঁহি বিহসিত আৰু অৱহসিত; আৰু তলখাপৰ লোকৰ হাঁহি অপহসিত আৰু অতিহসিত। ২১৭

যি হাঁহিত চকু দুটা অলপ বিকশিত আৰু অধৰ স্পন্দন হয়, সেয়ে স্মিত। হাঁহোতে দাঁত অলপ দেখাকৈ ওলালে পণ্ডিত-সকলে তাকে হসিত বোলে। মধুৰ স্বৰযুক্ত হাঁহি বিহসিত। হাঁহোতে কান্ধ আৰু মূৰ কঁপিলে তাকে অবহসিত বোলা হয়। যি হাঁহিত চকুলো ওলায়, সেয়ে অপহসিত।

অঙ্গ-প্ৰত্যঙ্গ সঞ্চালন কৰি ইহা হাঁহিকে অতিহসিত বোলা হয়। ২১৮

উদাহৰণ, মোৰ ৰচনাৰপৰা—

গুৰোর্গিৰঃ পঞ্চদিনান্যধীতা
ৱেদান্তশাস্ত্ৰাণি দিনত্ৰয়ঞ্চ।
অমী সমাঘ্ৰায় চ তর্কৱাদান্
সমাগতাঃ কুক্কুটমিশ্ৰপাদাঃ॥

(পাঁচ দিন মীমাংসা শাস্ত্ৰ আৰু তিনি দিন বেদান্ত অধ্যয়ন কৰি, তৰ্কশাস্ত্ৰৰ ঘ্ৰাণ লৈ এখা মাননীয় কুক্কুট মিশ্ৰ আহিছে।)

হাস্যৰ দৃষ্টান্ত বিস্তৃতভাৱে 'লটক মেলক' আদিত দেখা যায়। হাস্য ৰসৰ ক্ষেত্ৰত মন কৰিবলগীয়া—

যাক আলম্বন কৰি হাস্য ৰসৰ উদ্ভৱ হয়, সেই আলম্বনৰ বৰ্ণনা যদি কেতিয়াবা কাব্য-নাটকত প্ৰত্যক্ষভাৱে নাথাকেও, তথাপি বিভাৱাদিৰ সামৰ্থ্যত সামাজিকে হাস্য অনুভৱ কৰে। সাধাৰণীকৰণ প্ৰক্ৰিয়াৰ বাবে তেতিয়া বিভাৱ আদি সাধাৰণৰূপে প্ৰতীয়মান হয় আৰু সামাজিকে ৰসানুভৱ কৰে। ২১৯

[অন্য ৰসতকৈ হাস্যৰসৰ ক্ষেত্ৰত অলপ পাৰ্থক্য আছে; শৃঙ্গাৰ ৰসত ৰাম-সীতানিষ্ঠ ৰতি ভাৱ আৰু সহৃদয় সামাজিকৰ অন্তৰত থকা ৰতি ভাৱৰ সাধাৰণীকৰণৰদ্বাৰা অভেদ প্ৰতীতি জন্মাত সিয়েই ৰসৰূপতা লাভ কৰে। হাস্য ৰসত কিন্তু স্থায়ীভাৱ 'হাস' বিদূষক আদিৰ হৃদয়নিষ্ঠ নহয়, বিদূষক আদিৰ আলম্বনত আৰু তেওঁৰ চেষ্টা আদিৰ উদ্দীপনত হাস্য ৰসে ৰসৰূপে পৰিণতি লাভ কৰে যদিও স্থায়ীভাৱ হাস সহৃদয় সামাজিকৰ হৃদয়নিষ্ঠহে। দেখাত এই অসঙ্গতি থাকিলেও সাধাৰণীকৰণ প্ৰক্ৰিয়াৰদ্বাৰা ৰসানুভৱত একো ব্যাঘাত নহয়।…এনে কথালৈ লক্ষ্য ৰাখিয়েই ধনঞ্জয়, পণ্ডিতৰাজ জগন্নাথ আদিয়ে হাস্যক আত্মগত আৰু পৰগতৰূপে দুভাগত ভগাইছে।]

এনেকৈ অন্য ৰসৰ বিষয়তো বুজিব লাগে।

**কৰুণ ৰস ঃ**

ইষ্ট নাশ আৰু অনিষ্ট প্ৰাপ্তিৰ ফলত কৰুণ ৰসৰ সৃষ্টি হয়। পণ্ডিতসকলে কৰুণ ৰস কপোৰবৰণীয়া আৰু সেই ৰসৰ দেৱতা যম বুলি কয়। কৰুণ ৰসৰ স্থায়ী ভাব শোক আৰু শোচনীয় ( ব্যক্তি ) আলম্বন-বিভাৱ। শোচনীয় ব্যক্তিৰ মনস্তাপ ( শৱদাহ ? ) আদি উদ্দীপন-বিভাৱ। ভাগ্যক দোষা, মাটিত বাগৰা, কন্দা-কটা কৰা আদি অনুভাৱ। ইয়াৰ বাহিৰে বিৱৰ্ণতা, দীঘল হুমুনিয়া, স্তব্ধতা, প্ৰলাপ, বিলাপ, মোহ, অপস্মাৰ ( মুখেদি ফেন ওলোৱা বেমাৰ ) ব্যাধি, গ্লানি, স্মৃতি, শ্ৰম, বিষাদ, জড়তা, উন্মত্ততা, চিন্তা আদি কৰুণ ৰসৰ ব্যভিচাৰী ভাৱৰূপে গণ্য। ২২০

শোচনীয় বোলোতে যাৰ বন্ধু বিচ্ছেদ আদি ঘটিছে, তেনে লোকৰ কথা কোৱা হৈছে। যেনে, মোৰ ৰচিত ৰাঘৱ-বিলাসৰপৰা—

ৱিপিনে ক্ক জটানিবন্ধনং তৱ চেদং ক্ক মনোহৰং বপুঃ।
অনয়োৰ্ঘটনা ৱিধেঃ স্ফুটং ননু খড়্গেন শিৰীষকৰ্ত্তনম্ ॥

( অৰণ্যত জটা বান্ধি ফুৰা ক'ত আৰু তোমাৰ এই মনোহৰ শৰীৰ ক'ত ? বিধিয়ে যে এই দুটা লগ লগাইছে, ই নিশ্চয় তৰোৱালেৰে শিৰীষ ফুল কটাৰ দৰেই হৈছে। )

এই কৱিতাফাঁকিত ৰামৰ বনবাস দুখত কাতৰ দশৰথৰ দৈৱনিন্দা প্ৰকাশ হৈছে। এনেকৈয়ে বন্ধুবিয়োগ, বিভৱনাশ আদি বিষয়ৰ উদাহৰণ বিচাৰিবলগীয়া। কৰুণ ৰসৰ বিস্তৃত প্ৰকাশ মহাভাৰতৰ স্ত্ৰী পৰ্ব্বত

দেখা যায়। কৰুণ ৰস কৰুণ-বিপ্ৰলম্ভতকৈ সুকীয়া; তাকে কোৱা হৈছে—

কৰুণ ৰসত শোক স্থায়ী ভাৱ, কিন্তু কৰুণ-বিপ্ৰলম্ভত সম্ভোগৰ কাৰণ স্বৰূপ ৰতি স্থায়ী ভাৱ; গতিকে কৰুণ ৰস, কৰুণ-বিপ্ৰলম্ভ শৃঙ্গাৰতকৈ বেলেগ। ২২১

**ৰৌদ্ৰ ৰস:**

ৰৌদ্ৰ ৰসৰ স্থায়ী ভাৱ ক্ৰোধ, বৰণ ৰঙা আৰু অধি দেৱতা ৰুদ্ৰ। শত্ৰু ৰৌদ্ৰ ৰসৰ আলম্বন-বিভাৱ শত্ৰুৰ আচৰণ আদি উদ্দীপন-বিভাৱ। ভ্ৰুকু, আক্ৰমণ, বিৰুদ্ধাচৰণ, ছেদন, ৱিদাৰণ, সংগ্ৰাম আৰু ব্যস্ততা আদিৰ সহায়ত ৰৌদ্ৰ ৰসৰ উদ্দীপন গাঢ় হয়। চকুৰ গাঁথি থোপা কৰ', ওঠ কামোৰা, হাত জোকৰা (চপৰিওৱা ?) তৰ্জ্জন-গৰ্জ্জন কৰা, নিজৰ যশস্যা কথন, অস্ত্ৰ-শস্ত্ৰ নিক্ষেপ, পৰনিন্দা, চকু ঘোপা কৰি চোৱা আদি কাৰ্য্য ৰৌদ্ৰ ৰসৰ অনুভাৱ।

উগ্ৰতা, আবেগ, নোম শিঞৰি উঠা, ঘাম, কঁপনি গৰ্ব্ব, মোহ, খং আদি ইয়াৰ ব্যভিচাৰী ভাৱ। ২২২

যেনে—

কৃতমনুমতং দৃষ্টং ৱা যৈৰিদং গুৰুপাতকম্
মনুষ্যপশুভিৰ্নিৰ্ম্মৰ্য্যাদৈৰ্ভৱদ্ভিৰুদায়ুধৈঃ।
নৰককৰিপুণা সাৰ্দ্ধং তেষাং সভীমকিৰীটিনা
ময়মহমসৃঙ্মেদমাংসৈঃ কৰোমি দিশাং বলিম্॥

(মনুষ্য পশু, অস্ত্ৰধাৰী তোমালোক যিবিলাকে সীমা পাৰ হৈ গুৰু হত্যাৰ গুৰু পাপ আচৰণ কৰিছা, সমৰ্থন কৰিছা, নাইবা সেই কাৰ্য্য (হাত সাবটি) চাই আছিলা;

নৰকৰিপু শ্ৰীকৃষ্ণ, ভীম, অৰ্জ্জুন আদি সেই সকলোবোৰৰেই তেজ, মঙহ আৰু চৰ্ব্বি দশো দিশৰ ভূত-পিশাচৰ বলিৰূপে মই দান কৰিম। )

যুদ্ধ-বীৰতকৈ ৰৌদ্ৰ ৰস বেলেগ, তাকে কোৱা হৈছে—

চকু-মুখ ৰঙা কৰি তোলা খণ্ডেই ৰৌদ্ৰ ৰসক যুদ্ধ বীৰতকৈ বেলেগ কৰিছে। ২২৩

[ যুদ্ধ বীৰতো শত্ৰুৱেই আলম্বন আৰু ইয়াতো শত্ৰুৱেই আলম্বন, গতিকে ৰৌদ্ৰ আৰু যুদ্ধবীৰ একে যেন দেখা যায় যদিও দুয়োটাৰ ভিতৰত পাৰ্থক্য আছে। ৰৌদ্ৰত প্ৰকৃতিৰ বিকৃতি ঘটোৱা ক্ৰোধ থাকে ; কিন্তু যুদ্ধবীৰত থাকে উৎসাহ। ]

**বীৰ ৰস :**

বীৰ ৰসৰ প্ৰকৃতি উত্তম, স্থায়ীভাৱ উৎসাহ, বৰণ সোণৰ নিচিনা, আৰু অধিদেৱতা মহেন্দ্ৰ। বিজেতব্য আদি বীৰ এই ৰসৰ আলম্বন-বিভাৱ আৰু তেওঁলোকৰ আচৰণ আদি উদ্দীপন-বিভাৱ। জয়েচ্ছুৱে সহায়-সাৰথি বিচৰা আদি কাৰ্য্য অনুভাৱ। ধৈৰ্য্য, মনন, স্মৃতি, আলোচনা আৰু হৰ্ষ ( আনন্দত নোম শিঙৰি উঠা ) আদি সঞ্চাৰী ভাৱ। সেই বীৰ দান, ধৰ্ম্ম, যুদ্ধ আৰু দয়াৰ সৈতে সংযুক্ত হোৱাত চাৰি প্ৰকাৰে বিভক্ত। ২২৪

'সেই বীৰ' অৰ্থাৎ বীৰ ৰসৰ নায়ক বীৰ ; দানবীৰ, ধৰ্ম্মবীৰ, দয়াবীৰ আৰু যুদ্ধবীৰ—এই চাৰি প্ৰকাৰে বিভক্ত হৈ চাৰিবিধ হৈছে।

এই চাৰিবিধ বীৰৰ ভিতৰত দানবীৰৰ উদাহৰণ পৰশুৰাম ; যেনে—

"ত্যাগঃ সপ্তসমুদ্ৰমুদ্ৰিতমহীনিৰ্ব্যাজদানাৱধিঃ……"

এই উদাহৰণত পৰশুৰামৰ দানৰ প্ৰতি উৎসাহেই স্থায়ীভাৱ, সম্প্ৰদানৰ পাত্ৰ ব্ৰাহ্মণসকল আলম্বন-বিভাৱ, সেই ব্ৰাহ্মণসকলৰ সত্বগুণ,

অধ্যৱসায় আদি উদ্দীপন-বিভাৱ; পৰশুৰামৰ সৰ্ব্বস্বদান আদি অনুভাৱ আৰু হৰ্ষ, ধৈৰ্য্য প্ৰভৃতি সঞ্চাৰী ভাৱ;—ক্ৰমে বিভাৱৰদ্বাৰা বিভাৱিত, উদ্দীপনৰদ্বাৰা উদ্দীপিত, অনুভাৱৰদ্বাৰা অনুভাৱিত আৰু সঞ্চাৰী ভাৱৰদ্বাৰা পৰিপুষ্ট হৈ স্থায়ী ভাৱ উৎসাহে দানবীৰত্ব লাভ কৰিছে অৰ্থাৎ বীৰ ৰসত পৰিণত হৈছে।

ধৰ্ম্মবীৰ যুধিষ্ঠিৰ; যেনে—

ৰাজ্যঞ্চ ৱসু দেহশ্চ ভাৰ্য্যা ভ্ৰাতৃসুতাশ্চ যে।
যচ্চ লোকে মমায়ত্তং তদ্ধৰ্ম্মায় সদোদ্যতম্॥

(ৰাজ্য, ঐশ্বৰ্য্য, শৰীৰ, ভাৰ্য্যা, ভাই, পুত্ৰ আদি এই পৃথিৱীত যিবিলাকত মোৰ কৰ্ত্তৃত্ব আছে, সেই সকলো ধৰ্ম্মৰ বাবে সদায় প্ৰস্তুত আছে)

যুদ্ধবীৰ শ্ৰীৰামচন্দ্ৰ; যেনে—

ভো লঙ্কেশ্বৰ দীয়তাং জনকাত্মজা ৰামঃ স্বয়ং যাচতে।
কোঽয়ং তে মতিৱিভ্ৰমঃ স্মৰ নয়ং নাদ্যাপি কিঞ্চিৎ কৃতম্।
নৈৱঞ্চেৎ খৰদূষণ-ত্ৰিশিৰসাং কণ্ঠসৃজা পঙ্কিলঃ
পত্ৰী নৈষ সহিষ্যতে মম ধনুৰ্জ্যাবন্ধবন্ধূকৃতঃ॥

(লঙ্কাধিপতি ৰাৱণ! জনকতনয়াক দি দিয়া, ৰামে নিজেই আহি খুজিছে। তোমাৰ কেনেকুৱা মতিভ্ৰম? তুমি ন্যায়ৰ কথা স্মৰণ কৰা, এতিয়াও মই একো কৰা নাই। যদি তাকে নকৰা, তেনেহ'লে খৰ-দূষণ-ত্ৰিশিৰাৰ ডিঙিৰ তেজেৰে ৰাঙলী হৈ থকা ধনুৰ গুণত লগাই থোৱা মোৰ এই বাণে আৰু সহ্য কৰি নাথাকিব।)

দয়াবীৰ জীমূতৱাহন; যেনে—

শিৰামুখৈঃ স্যন্দত এৱ ৰক্তম্
অদ্যাপি দেহে মম মাংসমস্তি।
তৃপ্তিং ন পশ্যামি তৱাপি তাৱৎ
কিং ভক্ষণাত্বং ৱিৰতো গৰুত্মন্॥

(শিৰাৰ মুখেদি এতিয়াও তেজ ওলাই আছে, মোৰ গাত এতিয়াও মাংস আছে;

গৰুড়! এতিয়াও তোমাৰ তৃপ্তি হোৱা নাই যেন দেখিছোঁ, তেনেহলে কিয় খাবলৈ এৰিছা ?)

এই বিলাক উদাহৰণতো আগৰ উদাহৰণৰ দৰেই বিভাৱাদি উহ্য।

**ভয়ানক ৰস ঃ**

ভয়ানক ৰসৰ স্থায়ী ভাৱ ভয়, অধিদেৱতা কাল আৰু বৰণ ক'লা। ইয়াৰ আশ্ৰয় স্ত্ৰী আৰু নীচপ্ৰকৃতিৰ লোক। যালৈ ভয় হয়, তেঁৱেই এই ৰসৰ আলম্বন বিভাৱ ৰূপে স্বীকৃত, তেওঁৰেই ভয়লগা আচৰণ আদি উদ্দীপন-বিভাৱ। বিৱৰ্ণতা, থোকাথুকি মাতেৰে কথা কোৱা, নিঠৰ হৈ থকা, ঘাম ওলোৱা, নোম শিঞৰি উঠা, কঁপনি, ইফালে-সিফালে চোৱা আদিয়েই ভয়ানক ৰসৰ অনুভাৱ। জুগুপ্সা, আবেগ, সম্মোহ, ত্ৰাস, গ্লানি, দীনতা, শঙ্কা, অপস্মাৰ, জড়তা, মৃত্যু আদিয়েই ইয়াৰ ব্যভিচাৰী (সঞ্চাৰী) ভাৱ। ২২৫

উদাহৰণ ; যেনে—

"নষ্টং ৱৰ্ষৱৰৈৰ্মনুষ্যগণনাভাৱাদপাস্য ত্ৰপাম্"

(অন্তঃপুৰ সহায়ৰ উদাহৰণ দ্ৰষ্টব্য)

**বীভৎস ৰস ঃ**

যি ৰসৰ স্থায়ী ভাৱ জুগুপ্সা, তাকে বীভৎস ৰস বোলা হয়। এই ৰস নীলবৰ্ণ আৰু ইয়াৰ অধিদেৱতা মহাদেৱ। দুৰ্গন্ধযুক্ত তেজ-মঙহ আৰু মেদ ইয়াৰ আলম্বন বিভাৱ। সেই তেজ-মঙহত পোকে লাড়ু লাড়ু কৰি থকা অৱস্থা হ'ল ইয়াৰ উদ্দীপন বিভাৱ। থু পেলোৱা, মুখ বিকটোৱা, চকু মুদা

আদি ইয়াৰ অনুভাৱ। মোহ, অপস্মাৰ, আবেগ, ব্যাধি, মৃত্যু আদি বীভৎস ৰসৰ ব্যভিচাৰী ভাৱ। ২২৬

যেনে—

উৎকৃত্যোৎকৃত্যকৃত্তিং প্ৰথমমথ পৃথূচ্ছোথভূয়াংসি মাংসা-
ন্যংসস্ফিক্‌পৃষ্ঠপিণ্ডাদ্যৱয়ৱসুলভান্যুগ্ৰপূতীনি জগ্ধ্বা।
অন্তঃপৰ্য্যস্তনেত্ৰঃ প্ৰকটিতদশনঃ প্ৰেতৰঙ্কঃ কৰঙ্কা-
দঙ্কস্থাদস্থিসংস্থং স্থপুটগতমাপ ক্ৰৱ্যমৱ্যগ্ৰমত্তি ॥

( এটা প্ৰেতে শটোৰ ভিতৰলৈ ভালকৈ চকু দি, দাঁত উলিয়াই শটোৰ গাৰ ছালখন প্ৰথমে বখলিয়াইছে, তাৰ পিছত বৰকৈ উখহি পৰা পুতিগন্ধময় শৰীৰৰ কান্ধ, নিতম্ব, পিঠি আদি মাংসল অংশবোৰৰ সহজে পোৱা মাংসবোৰ খাই এতিয়া কোলাত শৰ মূৰটো থৈ হাড়ত লাগি থকা আৰু ভাঁজত সোমাই থকা মা সবোৰো লাহে ধীৰে খাব লাগিছে। )

**অদ্ভুত ৰস :**

অদ্ভুত ৰসৰ স্থায়ী ভাৱ বিস্ময়, দেৱতা গন্ধৰ্ব্ব আৰু বৰণ হালধীয়া। অলৌকিক বিষয় ইয়াৰ আলম্বন বিভাৱ ; অলৌকিক বিষয়-বস্তুৰ গুণাৱলীয়েই উদ্দীপন বিভাৱ। নিশ্চলতা, ঘাম ওলোৱা, নোম শিঐৰি উঠা, থোকাথুকি মাত, ব্যস্ততা, ডাঙৰকৈ চকু মেলা আদিয়েই অদ্ভুত ৰসৰ অনুভাৱ। বিতৰ্ক, আবেগ, জড়তা, হৰ্ষ আদি এই ৰসৰ ব্যভিচাৰী ভাৱ। ২২৭

যেনে—

দোৰ্দণ্ডাঞ্চিতচন্দ্ৰশেখৰধনুৰ্দণ্ডাৱভঙ্গোদ্ধত-
ষ্টঙ্কাৰধ্বনিৰাৰ্য্যবালচৰিতপ্ৰস্তাৱনাডিণ্ডিমঃ।
দ্ৰাক্‌পৰ্য্যস্তকপালসম্পুটমিলদ্ব্ৰহ্মাণ্ডভাণ্ডোদৰ-
ভ্ৰাম্যৎপিণ্ডিতচণ্ডিমা কথমহো নাদ্যাপি ৱিশ্ৰাম্যতি ॥

( পূজনীয় ৰামচন্দ্ৰই নিজৰ বিশাল বাহুযুগলেৰে আকৰ্ষণ কৰি হৰধনু ভঙাত যি টঙ্কাৰ ধ্বনি উঠিছিল, আৰ্য্যৰ বাল্যলীলাৰ প্ৰস্তাৱনাৰ দুন্দুভি-ধ্বনিস্বৰূপ সেই ধ্বনি হঠাতে উৰ্দ্ধ আৰু অধঃ দুই গোলক লগ লাগি হোৱা ব্ৰহ্মাণ্ড ভাণ্ডৰ ভিতৰত পুঞ্জীভূত প্ৰচণ্ডতাৰে ভ্ৰমণ কৰি আছে, কি আচৰিত! এতিয়াও সেই শব্দ মাৰ যোৱা নাই।)

শান্ত ৰস ঃ

শান্তৰসৰ স্থায়ীভাৱ শম, উত্তম প্ৰকৃতিৰ লোক
স্থায়ী ভাৱৰ আশ্ৰয়. বৰণ কুন্দেন্দু-ধৱল, আৰু
নাৰায়ণ এই ৰসৰ দেৱতা।
সকলো বস্তু অনিত্য, গতিকে সাৰশূন্য (অসত্য)
এনে মনোভাৱ, নাইবা পৰমাত্মাই একমাত্ৰ সত্য
বস্তু—এনে মনোভাৱ এই ৰসৰ আলম্বন বিভাৱ।
পুণ্যাশ্ৰম, হৰিক্ষেত্ৰ, তীৰ্থ, ৰম্যকানন আদি আৰু
মহাপুৰুষৰ সঙ্গ আদি এই ৰসৰ উদ্দীপন বিভাৱ।
ৰোমাঞ্চ (নোম শিঞৰি উঠা) আদি অনুভাৱ।
নিৰ্বেদ (উদাসীনতা) হৰ্ষ, স্মৰণ, সজ মতি, সকলো
প্ৰাণীৰ প্ৰতি দয়া আদি এই ৰসৰ ব্যভিচাৰী ভাৱ। ২২৮

যেনে—

ৰথ্যান্তশ্চৰতস্তথা ধৃতজৰৎকন্থালৱস্যাধ্বগৈঃ
সত্ৰাসঞ্চ সকৌতুকঞ্চ সদয়ং দৃষ্টস্য তৈৰ্নাগৰৈঃ।
নিৰ্ব্যাজীকৃতচিৎসুধাৰসমুদা নিদ্ৰায়মানস্য মে
নিঃশঙ্কঃ কৰটঃ কদা কৰপুটীভিক্ষাং ৱিলুণ্ঠিষ্যতি॥

( নগৰৰ ৰাজপথত ফটা-কঁথা গাত লৈ ভিক্ষা কৰি, চিদানন্দ স্বৰূপ সুধাৰস অকপটে পান কৰি সুখেৰে নিদ্ৰাসুখ উপভোগ কৰি থাকোঁতে কেতিয়া কাউৰীয়ে মোৰ হাতৰপৰা ভিক্ষালব্ধ বস্তু নিশঙ্ক মনেৰে নিব পাৰিব আৰু সেই দৃশ্য নগৰৰ লোকসকলে সভয়ে, সকৌতুকে আৰু দয়াৰে লক্ষ্য কৰিব?)

এই ৰসৰ পৰিপোষণ ( বিশদ উদাহৰণ ) মহাভাৰত আদিত দেখা যায়।

শান্ত ৰসত অহঙ্কাৰ লেশমানো নাথাকে, গতিকে এই
ৰস দয়াবীৰ আদি নহয়। ১২৯

দয়া বীৰৰ উদাহৰণ জীমূতবাহন আদিৰ চৰিত্ৰত ( নাগানন্দ নাটকত বৰ্ণিত ) মাজতে জীমূতবাহনৰ মলয়ৱতীৰ প্ৰতি অনুৰাগ থকা আৰু শেষত বিদ্যাধৰত্ব আৰু চক্ৰৱৰ্ত্তিত্ব লাভ হোৱা দেখা যায়; গতিকে জীমূতবাহনৰ অহঙ্কাৰ ( মইভাৱ ) উপশম হোৱা নাই। শান্ত ৰসত কিন্তু সকলো প্ৰকাৰ অহঙ্কাৰৰ বিলোপ ঘটে, সেইবাবে ই শান্ত ৰসৰ অন্তৰ্ভুক্ত হ'ব নোৱাৰে। এই যুক্তিৰ বলতে নাগানন্দ নাটক শান্ত ৰসপ্ৰধান বুলি কোৱা কথাষাৰো নিৰৰ্থক প্ৰতিপন্ন হ'ল।

"য'ত দুখ নাই, সুখ নাই, অনুৰাগ-বিৰাগ নাই,
চিন্তা নাই, কোনোপ্ৰকাৰ ইচ্ছাও নাই- সেয়ে
শান্ত ৰস; সকলো ভাৱৰ ভিতৰত শম ভাৱেই
প্ৰধান ভাৱ বুলি আচাৰ্য্য ভৰতে কৈছে।"

শান্ত ৰস নিষ্পত্তিৰ বিষয়ত কোনোৱে এই বুলি সন্দেহ প্ৰকাশ কৰে যে—জীৱৰ আত্মস্বৰূপোপলব্ধি হোৱা মোক্ষ অৱস্থাতহে এনে শান্তৰ প্ৰাদুৰ্ভাৱ দেখা যায়, এনে অৱস্থাত সঞ্চাৰী ভাৱ আদি নাথাকে; গতিকে শান্তক কেনেকৈ ৰস বুলিব পাৰি ?

[ ৰসৰ সাধাৰণ সূত্ৰমতে আলম্বন-উদ্দীপন বিভাৱ, অনুভাৱ, সঞ্চাৰী ভাৱ আদিৰে পৰিপুষ্ট হৈ স্থায়ী ভাৱ ৰসত পৰিণত হয়। শম শান্ত ৰসৰ স্থায়ীভাৱ। ওপৰত বৰ্ণিত শম ভাৱ জীৱৰ পৰমাত্মোপলব্ধি অৱস্থাতহে হব পাৰে আৰু সেই অৱস্থাত নিৰ্বেদ, হৰ্ষ, স্মৃতি আদি ব্যভিচাৰী ভাৱৰ অবিৰ্ভাৱ হব নোৱাৰে। সেইবাবে শান্ত ৰসৰ ৰসত্ব সঙ্গত নহয়। এয়ে আপত্তিৰ তাৎপৰ্য্য। ]

আসক্ত-নিৰাসক্ত অৱস্থাত বৰ্ত্তমান শম ভাৱেহে
ৰসৰূপতা লাভ কৰে, সেই বাবে তেনে অৱস্থাত
সঞ্চাৰী ভাৱৰ অৱস্থান দূষণীয় নহয়। ২৩০

[ সংসাৰীলোক যোগযুক্ত হৈ থকা অৱস্থাই আসক্ত-নিৰাসক্ত, এনে অৱস্থা সম্পূর্ণ জীৱনমুক্ত অৱস্থা নহয়; গতিকে শম ভাৱৰ বাহিৰে অন্য ভাৱৰো উন্মেষ হব পাৰে আৰু সেয়ে হলে শম ভাৱে শান্ত ৰসত্ব লাভ কৰাত একো অসঙ্গতি নাথাকে। ]

শান্ত ৰসত যে সুখো নাই বুলি কোৱা হৈছে, সেয়া বৈষয়িক সুখৰ কথাহে কোৱা হৈছে; গতিকে একো বিৰোধ নাই। অর্থাৎ শান্ত-ৰসাস্বাদনৰ সময়ত সাংসাৰিক সুখৰ অনুভূতি নাথাকিলেও পৰম সুখৰ (তৃষ্ণাক্ষয়জনিত সুখ) অনুভূতি থাকে।

কথিত আছে—

"জগতত কামসুখ আৰু যজ্ঞাদি ক্রিয়াৰদ্বাৰা জন্মা
দিব্য মহাসুখ—যি এই দুটা সুখ আছে—সেই সুখ
তৃষ্ণাক্ষয় সুখৰ ষোল ভাগৰ এভাগো নহয়।"

দয়াবীৰ আদিও যদি সকলোপ্রকাৰে অহঙ্কাৰশূন্য হয়, তেনেহ'লে শান্তৰসৰ ভিতৰত গণ্য হ'ব পাৰে। দয়াবীৰ আদি বুলি ধর্ম্মবীৰ, দানবীৰ আৰু দেৱতাবিষয়ক ৰতিভাৱ আদিও বুজোৱা হৈছে।

ইয়াৰ ভিতৰত দেৱতাবিষক ৰতিৰ উদাহৰণ ; যেনে—

কদা ৱাৰাণস্যামিহ সুৰধুনীৰোধসি ৱসন্
ৱসানঃ কৌপীনং শিৰসি নিদধানোঽঞ্জলিপুটম্।
অয়ে গৌৰীনাথ ত্রিপুৰহৰ শম্ভো ত্রিনয়ন
প্রসীদেতি ক্রোশন্নিমিষমিৱ নেষ্যামি দিৱসম্॥

( এই বাৰাণসীত সুৰধুনী গঙ্গাৰ তীৰত বাস কৰি মূৰত দুয়োখন হাতৰ অঞ্জলি কৰি, কৌপীন পিন্ধি কেতিয়া হে গৌৰীনাথ, হে ত্রিপুৰাৰি, হে শম্ভো, হে ত্রিনয়ন মোৰ প্রতি প্রসন্ন হোৱা—এইদৰে চিঞৰি দিন নিয়াব পাৰিম। )

ভৰত মুনিয়ে কোৱা বৎসল ৰস ঃ

বাৎসল্যক ৰসৰূপে স্বীকাৰ কৰিলে ই দশম ৰস
হয়। চমৎকাৰিতা থকা বাবে বৎসল ৰস স্পষ্ট হৈ

পৰা অনুভৱ হয়। এই ৰসৰ স্থায়ী ভাৱ বৎসলতা, পুত্ৰ আদি আলম্বন বিভাৱ আৰু তেওঁলোকৰ আচৰণ, বিদ্যা, শৌৰ্য্য, উন্নতি আদি উদ্দীপন বিভাৱ। আলিঙ্গন, অঙ্গস্পৰ্শ, শিৰশ্চুম্বন, নিৰীক্ষণ, ৰোমাঞ্চ (নোমশিঞৰি উঠা) আনন্দাশ্ৰু আদি অনুভাৱৰূপে পৰিগণিত। অনিষ্টৰ আশঙ্কা, হৰ্ষ, গৰ্ব্ব আদি সঞ্চাৰী ভাৱ। বৎসল ৰসৰ বৰণ পদ্মকোষৰ তুল্য আৰু লোকমাতৃগণ ইয়াৰ দেৱতা। ২৩১

যেনে—

যদাহ ধাত্ৰ্যা প্ৰথমোদিতং ৱচো
যযৌ তদীয়ামৱলম্ব্য চাঙ্গুলীম্।
অভূচ্চ নম্ৰঃপ্ৰণিপাত শিক্ষয়া
পিতুৰ্মুদং তেন ততান সোঽৰ্ভকঃ॥

(ধায়ে শিকোৱামতে যেতিয়া ল'ৰাটিয়ে প্ৰথমে কথা কৈছিল, ধাইৰ আঙুলিতে ধৰি খোজ কাটিছিল আৰু প্ৰণাম কৰিবলৈ শিকাওঁতে চাপৰিছিল—এই কামবিলাকেৰে সেই ল'ৰাটিয়ে (ৰঘুৱে) পিতৃৰ (দিলীপৰ) আনন্দবৰ্দ্ধন কৰিছিল।)

ৰসবিলাকৰ পৰস্পৰ বিৰোধৰ কথা কোৱা হৈছে—

করুণ, বীভৎস, ৰৌদ্ৰ, বীৰ, ভয়ানক ৰসৰ সৈতে আদি ৰস বিৰোধী। ভয়ানক আৰু করুণ ৰসৰ সৈতে হাস্য ৰস বিৰোধী। সেইদৰে হাস্য আৰু শৃঙ্গাৰ ৰসৰ সৈতে করুণ ৰস বিৰোধী। ৰৌদ্ৰৰস হাস্য, শৃঙ্গাৰ আৰু ভয়ানক ৰসৰ সৈতে বিৰোধী। ভয়ানক আৰু শান্ত ৰসৰ সৈতে বীৰ ৰস বিৰোধী। শৃঙ্গাৰ, বীৰ, ৰৌদ্ৰ, হাস্য আৰু শান্তৰসৰ সৈতে ভয়ানক ৰস বিরুদ্ধ। বীৰ, শৃঙ্গাৰ, ৰৌদ্ৰ, হাস্য আৰু ভয়ানক ৰসৰ সৈতে শান্তৰসৰ বিৰোধ।

শৃঙ্গাৰ ৰসৰ লৈতে বীভৎস ৰসৰ বিৰোধিতা দেখা যায়। ২৩২

এইদৰে ৰসৰ পৰস্পৰ বিৰোধিতাৰ কথা কোৱা হ'ল। আদিৰস = শৃঙ্গাৰ ৰস। ৰসসমূহৰ সমাৱেশৰ প্ৰকাৰ পিছত কোৱা হৈছে।

কোনো কোনো ক্ষেত্ৰত কোনো কোনো কাৰণত দীৰ্ঘস্থায়ী হ'লেও উন্মাদ আদিয়ে পাত্ৰ-পাত্ৰীত স্থায়িত্ব লাভ নকৰে; গতিকে সি স্থায়ী ভাৱৰূপে গণ্য নহয়। ২৩৩

যেনে—

বিক্ৰমোৰ্ব্বশীয় নাটকৰ চতুৰ্থ অঙ্কত পুৰূৰবাৰ উন্মাদ অৱস্থা। উন্মাদ স্থায়ী ভাৱ হোৱা নাই।

ৰস আৰু ভাৱ, ৰসাভাস, ভাৱাভাস, ভাৱৰ উদয় আৰু উপশম, ভাৱ-সন্ধি আৰু ভাৱ-শবলতা আদি সকলো আস্বাদৰ ফলত ৰসৰূপে প্ৰতীত হয়। ২৩৪

ইয়াৰ অৰ্থ এয়ে যে আস্বাদনৰ ধৰ্ম্ম আস্বাদন-যোগ্যতা থকা বাবে ভাৱ আদিতো ৰসত্বৰ আৰোপ হয়, সেইবাবে ভাৱ, ভাৱাভাস আদি সকলোৱে ৰসত্ব লাভ কৰে।

ভাৱ আদিৰ বিষয়ে এতিয়া কোৱা হৈছে—

প্ৰধান প্ৰধান সঞ্চাৰী ভাৱ, দেৱাদি বিষয়ক ৰাত, আৰু কেৱল উদ্‌বুদ্ধ হোৱা স্থায়ী ভাৱক ভাৱ বোলা হয়। ২৩৫

[ দেৱাদিবিষয়ক ৰতিয়ে অনুকূল বিভাৱাদিৰ অভাৱত পৰিপুষ্টি লাভ কৰিব নোৱাৰে বাবে ভাৱৰূপতে থাকে। স্থায়ী ভাবে বিভাব অনুভাব আদিৰ সহায়ত পৰিপুষ্টি লাভ কৰিলে ৰস হয়, কিন্তু পৰিপুষ্ট নোহোৱা কেৱল আবিৰ্ভাৱ হোৱা স্থায়ীভাৱ ভাৱৰূপতে থাকে। ]

"ভাৱহীন কোনো ৰস নাই আৰু ৰসহীন কোনো

ভাৱ নাই ; কিয়নো পৰম্পৰক আশ্ৰয় কৰিয়েই
ৰস আৰু ভাৱৰ সিদ্ধি হয় ।”

এইদৰে সূক্ষ্মভাৱে বিচাৰ কৰি চালে দেখা যায়, ভৃত্যৰ বিবাহত ৰজা উপস্থিত থাকিলেও সেই সময়ত ভৃত্যই প্ৰাধান্য লাভ কৰাৰ দৰে, ব্যভিচাৰী ভাৱসমূহো নিজৰ পৰম আশ্ৰয়ৰ স্থল স্থায়ী ভাৱৰ সৈতে একে লগে থাকিও নিজেই আপাততঃ প্ৰধান হৈ অভিব্যক্ত হয়। এনেকুৱা অৱস্থাত বৰ্ত্তমান ব্যভিচাৰী ভাৱসমূহ, দেৱতা, মুনি, গুৰু, ৰজা ইত্যাদি বিষয়ক ৰতি আৰু বিভাৱ অনুভাৱ আদিৰদ্বাৰা পৰিপুষ্ট নোহোৱা উদ্বুদ্ধ মাত্ৰ স্থায়ী ভাৱক ভাৱ বোলা হয়।

ইয়াৰ ভিতৰত ব্যভিচাৰী ভাৱ ভাৱৰূপে প্ৰকাশ হোৱাৰ উদাহৰণ ; যেনে—

“এৱং ৱাদিনি দেৱৰ্ষৌ · ”

ইয়াত অৱহিত্থা ভাৱটোৱেই প্ৰধান হৈছে। দেৱবিষয়ক ৰতিৰ উদাহৰণ কুন্দমালাত দেখা যায়—

দিৱি বা ভুৱি বা মমাস্তু ৱাসো নৰকে ৱা নৰকান্তক ! প্ৰকামক্।
অৱধীৰিতশাৰদাৰৱিন্দৌ চৰণৌ তে মৰণেঽপি চিন্তয়ামি ॥

( হে নৰকান্তক, স্বৰ্গ, মৰ্ত্ত্য নাইবা নৰক য’তে মোৰ বাস নহওক লাগে, শৰৎ কালৰ পদ্মৰ কান্তিক চেৰ পেলোৱা তোমাৰ চৰণযুগল মই সদায় চিন্তা কৰোঁ। )

মুনিবিষয়ক ৰতিৰ উদাহৰণ ; যেনে—

ৱিলোকনেনৈৱ তৱামুনা মুনে কৃতঃ কৃতাৰ্থোঽস্মি নিবৰ্হিতাংহসা।
তথাপি শুশ্ৰূষুৰহং গৰীয়সীৰ্গিৰোঽথৱা শ্ৰেয়সি কেন তৃপ্যতে ॥

( হে মুনিৰাজ ! আপোনাৰ পাপনাশক এই পুণ্য দৰ্শনতে মই কৃতাৰ্থ হৈছোঁ, তথাপি আপোনাৰ গৰিমাময় কথা শুনিবলৈ মোৰ ইচ্ছা জন্মিছে। কাৰণ, মঙ্গলজনক বিষয়ত কোনেনো ( অলপতে ) তৃপ্তি লাভ কৰে ? )

ৰাজ-বিষয়ক ৰতিৰ উদাহৰণ, মোৰ ৰচনাৰপৰা—

ত্বদ্বাজিৰাজীনিৰ্ধূতধূলীপটলপঙ্কিলাম্।
ন ধত্তে শিৰসা গঙ্গাং ভূৰিভাৰভিয়া হৰঃ ॥

( হে মহাৰাজ! আপোনাৰ অশ্ববাহিনীৰ খোজত উৰা ধূলিৰে গঙ্গা পঙ্কিল হৈ পৰাত গধুৰ হৈছে বুলি ভয়তে মহাদেৱে গঙ্গাক মূৰত ধাৰণ কৰা নাই। )

এনেকৈ অন্য ঠাইতো দেখা যায়।

উদ্বুদ্ধমাত্ৰ ( কেৱল উদ্ভৱ হোৱা ) স্থায়ী ভাৱ ভাৱৰূপে থকাৰ উদাহৰণ, যেনে—

হৰস্তু কিঞ্চিৎ পৰিলুপ্তধৈৰ্য্যশ্চন্দ্ৰোদয়াৰম্ভইৱাম্বুৰাশিঃ।
উমামুখে বিম্বফলাধৰোষ্ঠে ব্যাপাৰয়ামাস ৱিলোচনানি॥

( [ কামদেৱে শৰ নিক্ষেপ কৰাত ] চন্দ্ৰোদয়ৰ আৰম্ভত সমুদ্ৰৰ দৰে শিৱই অলপ ধৈৰ্য্য হেৰুৱাই বিম্বফল সদৃশ অধৰেৰে উমাৰ মুখখনৰ ওপৰত এটাই কেউটা চকুৰ দৃষ্টি নিক্ষেপ কৰিলে। )

ইয়াত পাৰ্ব্বতীবিষয়ক শিৱৰ ৰতি।

আগতে কোৱা হৈছে যে প্ৰপাণক ৰসৰ ( চৰবৎ ) দৰে বিভাৱ আদি সকলোৰে সমাৱেশত এটা মাত্ৰ ৰস প্ৰকাশ হয় আৰু সঞ্চাৰী ভাৱ আদিৰ স্বকীয়া অস্তিত্ব নাথাকে; এনে অৱস্থাত সঞ্চাৰী ভাৱ প্ৰধানৰূপে প্ৰতীয়মান হয় কেনেকৈ? এনে প্ৰশ্ন হ'ব পাৰে। তাৰে উত্তৰত কোৱা হৈছে—

মিচিৰি, জালুক আদি প্ৰপাণক ৰসত একেলগ হ'লেও, কোনো কোনো সময়ত তাৰে কোনো এটা প্ৰধান হৈ ওলায়, ঠিক সেইদৰেই ৰসৰ ক্ষেত্ৰতো সঞ্চাৰী ভাৱবিলাকো প্ৰধান হৈ উদ্রিক্ত হয়। ২৩৬

ৰসাভাস আৰু ভাৱভাস:

অনৌচিত্য সত্ত্বেও ৰস আৰু ভাৱৰ প্ৰৱৰ্ত্তন হলে তাকে ক্ৰমে ৰসাভাস আৰু ভাৱাভাস বোলা হয়। ২৩৭

অনৌচিত্য বুলি ইয়াত ভৰত মুনি আদিৰ নিৰ্দ্দিষ্ট লক্ষণযুক্ত ৰসবিলাকৰ সমগ্ৰতাৰ অভাৱত আংশিক প্ৰকাশ হোৱাকে বুজোৱা হৈছে।

[ নিৰ্দ্দিষ্টৰসৰ স্থায়ী ভাব বিদ্যমান থকাতো আলম্বন-উদ্দীপন বিভাৱ আদিৰ আশ্ৰয়ভূত নায়ক-নায়িকা আদিৰ যোগ্যতা নথকা বাবে ৰসে পৰিপূৰ্ণতা লাভ কৰিব নোৱাৰে ; গতিকে তেনে ক্ষেত্ৰত ৰসৰ উচিত আস্বাদন নহয় বাবে ৰসাভাস বোলা হয়। এনে ক্ষেত্ৰত চিত্তবৃত্তিৰ অনুচিত ভাৱে আস্বাদন হয়। ]

অনৌচিত্য অতি স্পষ্ট, তথাপি যিবিলাকে মুঠেই নাজানে, তেওঁলোকে জানিবলৈ বুলি কেইটামান উদাহৰণ দিয়া হ'ল।

যেতিয়া নায়িকাৰ উপনায়কৰ প্ৰতি ৰতিভাৱ জন্মে, বহু নায়কৰ প্ৰতি আসক্তি হয়, নাইবা প্ৰতিনায়কৰ প্ৰতি অনুৰাগ জন্মে, নায়ক-নায়িকা উভয়ৰে যদি পৰস্পৰৰ প্ৰতি অনুৰাগ নাথাকে, নায়কৰ ৰতিভাৱ যদি গুৰুপত্নী, মুনিপত্নীৰ প্ৰতি হয়, আকৌ যদি নায়ক বা নায়িকাৰ ৰতি অধমৰ সৈতে ( নায়কৰ অধম পাত্ৰীৰ সৈতে, নায়িকাৰ অধম পাত্ৰৰ সৈতে ) হয়, নাইবা ৰতি যদি মনুষ্যেতৰ প্ৰাণী আদিৰ বিষয়ত হয়—তেতিয়া সেয়ে শৃঙ্গাৰ ৰসৰ বিষয়ত অনৌচিত্য। গুৰু আদিৰ প্ৰতি ক্ৰোধ ওপজোটো ৰৌদ্ৰ ৰসত অনৌচিত্য। শম ভাৱ যাৰ নাই, এনে ব্যক্তিক আলম্বন কৰিলে শান্ত ৰসৰ ক্ষেত্ৰত অনৌচিত্য ঘটে। গুৰু প্ৰভৃতি আলম্বন হ'লে হাস্য ৰসৰ ক্ষেত্ৰ অনৌচিত্য হয়। ব্ৰহ্মবধ আদিৰ প্ৰতি আগ্ৰহ প্ৰকাশ হ'লে, নাইবা অধম পাত্ৰ-পাত্ৰীক আশ্ৰয় কৰিলে বীৰ ৰসৰ ক্ষেত্ৰত অনৌচিত্য জন্মে। ভয়ানক ৰসত যদি ভয় উত্তম পাত্ৰাশ্ৰিত হয়, তেনেহলে সি অনুচিত হয়। এনেকৈয়ে অন্যান্য ৰসৰ ক্ষেত্ৰতো অনৌচিত্য হয় বুলি জানিব লাগে। ২৩৮

ৰতি উপনায়ক-বিষয়ক হোৱাৰ উদাহৰণ মোৰ ৰচনাৰপৰা —

স্বামী মুগ্ধতৰো ৱনং ঘনমিদং বালাহমেকাকিনী
ক্ষৌণীমাবৃণুতে তমালমলিনচ্ছায়া তমঃসন্ততিঃ।
তন্মে সুন্দৰ মুঞ্চ কৃষ্ণ সহসা ৱর্ত্মেতি গোপ্যা গিৰঃ
শ্ৰুত্বা তাং পৰিৰভ্য মন্মথকলাসক্তো হৰিঃ পাতু ৱঃ ॥

("মোৰ স্বামী একান্ত নিৰ্বোধ, এই হাবিখনো বৰ ভাঠ, মই অকলশৰীয়া, যুৱতী, ইফালে তমাল গছৰ ছাঁৰ নিচিনা এন্ধাৰে ধৰণী ঢাকি পেলাইছে ; গতিকে হে সুন্দৰ, হে কৃষ্ণ, মোক বেগতে বাট এৰি দিয়া"—গোপিকাৰ এই কথা শুনি তেওঁক আলিঙ্গন কৰি কামকলাসক্ত হোৱা হৰিয়ে তোমালোকক ৰক্ষা কৰক।)

ৰতি বহু নায়কনিষ্ঠ হোৱাৰ উদাহৰণ ; যেনে—

কান্তাস্ত এৱ ভুৱনত্ৰিতয়েঽপি মন্যে
যেষাং কৃতে সুতনু পাণ্ডুৰয়ং কপোলঃ।

( হে সুন্দৰী, যাৰ চিন্তাত তোমাৰ গাল শেঁতা পৰিছে, তেওঁলোকেই তোমাৰ একমাত্ৰ প্ৰেমিক বুলি মই ভাবো।)

উভয়ৰ পৰস্পৰ আসক্তি নথকাৰ উদাহৰণ মালতী-মাধৱ নাটকত মালতীৰ প্ৰতি নন্দনৰ অনুৰাগৰ বিষয়ত দেখা যায়। [ মালতীৰ প্ৰতি নন্দনৰ আসক্তি আছে কিন্তু নন্দনৰ প্ৰতি মালতীৰ অনুৰাগ নাই ; মালতীৰ অনুৰাগ আছে মাধৱৰ প্ৰতিহে। আধুনিক মনোবিজ্ঞান মতে ই প্ৰেমৰ ত্ৰিকোণাত্মক প্ৰকাশ। ]

"নায়ক-নায়িকাৰ পিছত পৰস্পৰানুৰাগ জন্মিলেও প্ৰথমে যদি এজনৰহে অনুৰাগ প্ৰকাশ হয়—এনে অৱস্থাতো ৰতিৰ আভাসত্ব ঘটে।"

ধ্বন্যালোক-লোচনত শ্ৰীমান্ লোচনকাৰে এইদৰে কৈছে। এনে ৰতিৰ উদাহৰণ ৰত্নাৱলী নাটিকাত বৎসৰাজ আৰু সাগৰিকাৰ পৰস্পৰ দেখা-সাক্ষাতৰ আগতে বৎসৰাজৰ প্ৰতি জন্মা সাগৰিকাৰ অনুৰাগত দেখা যায়। [ সাগৰিকাই বৎসৰাজৰ অন্তঃপুৰত থাকোঁতে মদনপূজাৰ সময়ত বৎসৰাজক দেখে আৰু তেতিয়াই তেওঁৰ বৎসৰাজৰ প্ৰতি

একতৰফীয়া অনুৰাগ জন্মে। বৎসৰাজৰ অনুৰাগ জন্মে বহুত পিছতহে। গতিকে সাগৰিকাৰ ৰতি ৰতিৰ আভাস।] ৰতি প্ৰতিনায়কনিষ্ঠ হোৱাৰ উদাহৰণ হয়গ্ৰীৱ-বধ কাব্যত হয়গ্ৰীৱৰ জলক্ৰীড়া-বৰ্ণনাত দেখা যায়।

[ হয়গ্ৰীৱবধ কাব্যত বিষ্ণু নায়ক আৰু হয়গ্ৰীৱ প্ৰতিনায়ক। গতিকে হয়গ্ৰীৱৰ সৈতে ৰমণীকুলৰ জলক্ৰীড়াত ৰতিৰ আভাস হৈছে।]

ৰতি অধমপাত্ৰবিষয়ক হোৱাৰ উদাহৰণ ; যেনে—

জঘনস্থলনদ্ধপত্ৰৱল্লী গিৰিমল্লীকুসুমানি কাপি ভিল্লী।
অৱচিত্য গিৰৌ পুৰো নিষণ্ণা স্বকচানুৎকচয়াঞ্চকাৰ ভৰ্ত্তা॥

( লতা-পাতেৰে জঘনদেশ আবৃত কৰা কোনো এজনী ভিল যুৱতীয়ে গিৰিমল্লিকা ফুল ছিঙি লৈ পৰ্ব্বতৰ এঠাইত স্বামীৰ সন্মুখত বহি স্বামীৰ হতুৱাই নিজৰ কেশবিন্যাস কৰাই ললে।)

ৰতি মনুষ্যেতৰ প্ৰাণীবিষয়ক হোৱাৰ উদাহৰণ, যেনে—

মল্লীমতল্লীষু ৱনান্তৰেষু ৱল্ল্যন্তৰে ৱল্লভমাহ্বয়ন্তী।
চঞ্চদ্বিপঞ্চী কলনাদভঙ্গীসঙ্গীতমঙ্গীকুৰুতেস্মভৃঙ্গী॥

( মল্লিকা পুষ্পেৰে সুশোভিত অৰণ্যৰ মাজত এডাল লতাৰপৰা অন্য এডাল লতালৈ প্ৰিয়তমক আহ্বান কৰি ভ্ৰমৰীয়ে বীণাৰ নিক্কণৰ তুল্য কলগুঞ্জনৰ ভঙ্গিৰে গীত শুনোৱাৰ প্ৰতিশ্ৰুতি দিলে।)

"মনুষ্যেতৰ প্ৰাণী আদিৰ বিষয়ত" ইয়াত থকা আদি শব্দই তপস্বী আদিকো বুজাইছে। [ তপস্বীৰ ৰতি ৰতিৰ আভাস, কিয়নো তপস্বীৰ ৰতি জন্মা অনুচিত।]

ৰৌদ্ৰৰসাভাসৰ উদাহৰণ ; যেনে—

ৰক্তোৎফুল্লৱিশাল-লোলনয়নঃ কম্পোতৰাঙ্গো মুহুঃ
মুক্ত্বা কৰ্ণমপেতভীৰ্ধৃতধনুৰ্বাণো হৰেঃ পশ্যতঃ।
আধ্মাতঃ কটুকোক্তিভিঃ স্বমসকৃদ্দোৰ্বিক্ৰমং কীৰ্ত্তয়ন্
অংসাস্ফোটপটুৰ্যুধিষ্ঠিৰমসৌ হন্তুং প্ৰৱিষ্টোঽৰ্জ্জুনঃ॥

( খণ্ডত অৰ্জ্জুনৰ বিশাল নয়নযুগল ৰঙা আৰু চঞ্চল হৈ পৰিল, গা ৰৰকৈ কঁপিবলৈ ধৰিলে ; কটুক্তিত উত্তেজিত হোৱা নিৰ্ভীক অৰ্জ্জুনে তেতিয়া হাতত ধনু-শৰ লৈ নিজৰ বাহুৰ বল-বিক্ৰমৰ মহিমা বাৰে বাৰে বখানি, নিজৰ কান্ধত ভালকৈ চপৰিয়াই কৰ্ণক এৰি থৈ শ্ৰীকৃষ্ণৰ আগতে যুধিষ্ঠিৰক বধ কৰিবলৈ শিবিৰৰ ভিতৰ সোমাল। )

ভয়ানক ৰসাভাসৰ উদাহৰণ, যেনে—

অশক্নুৱন্ সোঢুমধীৰলোচনঃ
সহস্ৰৰশ্মেৰিৱ যস্য দৰ্শনম্ ।
প্ৰৱিশ্য হেমাদ্ৰিগুহা-গৃহান্তৰং
নিনায় বিভ্যদ্ দিৱসানি কৌশিকঃ ॥

( ফেঁচাই সূৰ্য্যৰ পোহৰ সহিব নোৱাৰি গুহাৰ ভিতৰত সোমাই দিন কটোৱাৰ দৰে ইন্দ্ৰয়ো সহস্ৰ সূৰ্য্যতুল্য ৰাৱণৰ দৃষ্টি সহ্য কৰিব নোৱাৰি হেমাদ্ৰি গুহাসদৃশ গৃহাভ্যন্তৰত সোমাই ভয়তে দিন কটাবলৈ ধৰিলে। )

স্ত্ৰী আৰু নীচ পাত্ৰবিষয়ক হোৱাহে ভয়ৰ প্ৰকৃতি। [এনে ক্ষেত্ৰতহে ভয় ভয়ানক ৰসত পৰিণত হয় ; ইয়াত ইন্দ্ৰৰ ভয় উচিত হোৱা নাই ; গতিকে ভয়ানক ৰস নহৈ ভয়ানক ৰসৰ আভাস হে হৈছে। ]

এনেকৈ অন্যান্য বিষয়ৰো উদাহৰণ দেখা যাব।

বেশ্যা আদিৰ ক্ষেত্ৰত লজ্জা প্ৰকাশ হলে সিয়েই ভাৱাভাস হয়। ২৩৯

কথাষাৰ স্পষ্ট, ব্যাখ্যাৰ প্ৰয়োজন নাই।

ভাৱৰ উপশম, উদয়, সন্ধি আৰু মিশ্ৰণ হলে যথাক্ৰমে ভাৱশান্তি, ভাৱোদয়, ভাৱসন্ধি আৰু ভাৱশবলতা হয়। ২৪০

সুতনু জহিহি কোপং পশ্য পাদানতং মাম্
ন খলু কদাচিৎ কোপ এৱংবিধোঽভূৎ।

ইতি নিগদতি নাথে তিৰ্য্যগামীলিতাক্ষ্যা
নয়নজলমনল্পং মুক্তমুক্তং ন কিঞ্চিৎ ॥

( "সুন্দৰী, খং-ৰাগ এৰা, চোৱা মই তোমাৰ ভৰিত পাৰি আছোঁ। আগে-পিছেতো তোমাৰ এনেকুৱা খং দেখা নাই।" প্ৰাণনাথে এনেকৈ কোৱাত নায়িকাই অলপ কেৰাহিকৈ চকুমুদি কেৱল ধাৰাসাৰে চকুলো টুকিবলৈ ধাৰলে, একো উত্তৰ নিদিলে। )

এই ক্ষেত্ৰত চকুলো টোকাৰদ্বাৰা ঈৰ্ষ্যা নামৰ সঞ্চাৰী ভাৱৰ উপশম হোৱা দেখা যায়।

চৰণ পতন-প্ৰত্যাখ্যানাৎ প্ৰসাদপৰাঙ্মুখে
নিভৃতকিতৱাচাৰেত্যুক্তা ৰুষা পৰুষীকৃতে।
ব্ৰজতি ৰমণে নিশ্বস্যোচ্চৈঃ স্তনস্থিতহস্তয়া
নয়নসলিলচ্ছন্না দৃষ্টিঃ সখীষু নিৱেশিতা ॥

( চৰণত পাৰি অনুনয় কৰাতো প্ৰত্যাখ্যাত, অনুগ্ৰহ বঞ্চিত আৰু গোপনে ধূৰ্ত্তালি কৰা বুলি কঠোৰভাৱে তিৰস্কৃত হৈ প্ৰিয়তম গুচি যোৱাত নায়িকাই দীঘল হুমুনিয়া কাঢ়ি, নিজৰ স্তনযুগল হাতেৰে ঢাকি চকুলোৰে ভৰি থকা চকুৰে সখীয়ে-কইঁতৰ ফালে চালে। )

ইয়াত বিষাদ ভাৱৰ উদয় দেখা যায়।

নয়নযুগাসেচনকং মানসবৃত্ত্যাপি দুষ্প্ৰাপম্।
ৰূপমিদং মদিৰাক্ষ্যা মদয়তি হৃদয়ং দুনোতি চ মে ॥

( মনেৰেও লাভ কৰিব নোৱাৰা, মদিৰনয়নাৰ সেই নয়ন-মনোহৰ ৰূপে মোৰ মনত আনন্দ দিছে, দুখো দিছে। )

ইয়াত হৰ্ষ আৰু বিষাদভাৱৰ সন্ধি দেখা যায়।

ক্বাকাৰ্য্যং শশলক্ষ্মণঃ ক্ব চ কুলং ভূয়োঽপি দৃশ্যেত সা
দোষাণাং প্ৰশমায় মে শ্ৰুতমহো কোপেঽপি কান্তং মুখম্।
কিং ৱক্ষ্যন্ত্যপকল্মষাঃ কৃতধিয়ঃ স্বপ্নেঽপি সা দুৰ্লভা
চেতঃ স্বাস্থ্যমুপৈহি কঃ খলু যুৱা ধন্যোঽধৰং পাস্যতি ॥

(ক'ত চন্দ্ৰবংশ আৰু ক'ত (আত্মহত্যাৰ প্ৰয়াসৰূপ) এই কুকাৰ্য্য। তেওঁক জানো আকৌ দেখিবলৈ পাম! মানসিক বিকলতা দূৰ কৰিবলৈকে তো মোৰ শাস্ত্ৰজ্ঞান। খং উঠিলে তেওঁৰ মুখখন কেনে মনোলোভা হয়? নিষ্পাপ বিচক্ষণ বুদ্ধিৰ লোকসকলেনো মোৰ এই আচৰণ দেখি কি বুলিব? হায়! স্বপ্নতো তেওঁক নেদেখা হলোঁ। চিত্ত! তই শান্ত হ। কোন সেই ভাগ্যবান্ যুৱক, যি তেওঁৰ অধৰ পান কৰিব।)

বিক্ৰমোৰ্ব্বশীয় নাটকৰ উৰ্ব্বশীৰ বিৰহত ৰজা পুৰূৰবাৰ উন্মাদ অৱস্থাৰ এই উক্তিত বিতৰ্ক, ঔৎসুক্য, মতি, স্মৰণ, শঙ্কা, দৈন্য, ধৈৰ্য্য, আৰু চিন্তাৰ শবলতা হৈছে। [অৰ্থাৎ একে সময়তে এই এটাইবোৰ ভাৱে পুৰূৰবাৰ মানস পটত ভুমুকি মাৰিছে।]

সাহিত্য দৰ্পণৰ ৰস-ভাৱ আদি নিৰূপণ নামৰ

তৃতীয় পৰিচ্ছেদ সমাপ্ত।



## ॥ চতুৰ্থ পৰিচ্ছেদ ॥

এতিয়া কাব্যনো কেই প্ৰকাৰ তাকে কোৱা হৈছে—

কাব্য দুই প্ৰকাৰ—ধ্বনি আৰু গুণীভূতব্যঙ্গ্য। ১

[ ধ্বনি = ধ্বনিপ্ৰধান কাব্য, গুণীভূতব্যঙ্গ্য = ব্যঙ্গ্যাৰ্থ য'ত গৌণ বা অপ্ৰধান হৈ থাকে, এনে কাব্য। ]

ইয়াৰ ভিতৰত—

ব্যঙ্গ্যাৰ্থ বাচ্যাৰ্থতকৈ অধিক চমৎকাৰ-জনক হ'লে ধ্বনি কাব্য হয়; ধ্বনি কাব্যই উত্তম কাব্য। ২

"বাচ্যাৰ্থতকৈ ব্যঙ্গ্যাৰ্থ অধিক চমৎকাৰজনক ভাৱে ইয়াত ধ্বনিত হয়" -এই ব্যুৎপত্তি অনুসাৰে ধ্বনি নাম দিয়া হৈছে; সেইবাবে ধ্বনি কাব্যই উত্তম কাব্য।

[ ধ্বনি শব্দটো এই ক্ষেত্ৰত পাৰিভাষিকৰূপে ব্যৱহাৰ হৈছে; বাচ্যাৰ্থতকৈ ব্যঙ্গ্যাৰ্থ প্ৰধান হৈ পৰিলে তাকে ধ্বনি বোলা হয়। ব্যঙ্গ্যাৰ্থ--প্ৰধান কাব্যই ধ্বনি, আৰু সেয়ে, উত্তম কাব্য।

ব্যঙ্গ্য অৰ্থৰ যদি প্ৰাধান্য নাথাকে, অথচ সেই ব্যঙ্গ্যাৰ্থ ই বাচ্যাৰ্থকে অধিক মনোজ্ঞ কৰি তোলে; তেনেহলে তাকে গুণীভূত ব্যঙ্গ্য বোলা হয়। এনে ক্ষেত্ৰত ব্যঙ্গ্যাৰ্থ গৌণ বা অপ্ৰধান হৈ থাকে, গতিকে সিয়েই গুণীভূত ব্যঙ্গ্য। বিশ্বনাথে ব্যঙ্গ্য নথকা কাব্যক কাব্য বুলি স্বীকাৰ কৰা নাই। তেওঁৰ মতে ব্যঙ্গ্য কোনো ঠাইত প্ৰধান আৰু কোনো ঠাইত গৌণ হৈ থাকিব লাগিব।]

ধ্বনি আকৌ দুই প্ৰকাৰ লক্ষণামূলক ধ্বনি আৰু অভিধামূলক ধ্বনি। প্ৰথম বিধক অবিৱক্ষিত বাচ্য-ধ্বনি আৰু দ্বিতীয়বিধক বিৱক্ষিতান্যপৰ বাচ্যধ্বনি বোলা হয়। ৩

অবিৱক্ষিত বাচ্যধ্বনিৰ মূলত লক্ষণা থাকে বাবে বাচ্যাৰ্থ বাধিত হয় আৰু সেইব্বাবেই বাচ্যাৰ্থ অবিৱক্ষিত হৈ পৰে।

[ শব্দৰ মুখ্যাৰ্থ বা বাচ্যাৰ্থ বাধিত হলে শব্দই লক্ষ্যাৰ্থ প্ৰকাশ কৰে। লক্ষ্যাৰ্থ প্ৰকাশ হবলৈ হলে মুখ্যাৰ্থ অবিৱক্ষিত ( শব্দৰ অভিধা শক্তিৰদ্বাৰা অপ্ৰকাশিত ) হৈ পৰে। গতিকে লক্ষণামূলক ধ্বনিক অবিৱক্ষিত বাচ্যধ্বনি বোলা হৈছে। ]

বিবক্ষিতান্যপৰ-বাচ্য-ধ্বনি হৈছে অভিধামূলক ধ্বনি। গতিকে ইয়াত বাচ্যাৰ্থ বিৱক্ষিত। "অন্যপৰ" মানে ব্যঙ্গ্যাৰ্থ-নিষ্ঠ। প্ৰদীপে যেনেকৈ নিজক প্ৰকাশ কৰাৰ লগতে ঘট-পটো প্ৰকাশ কৰে, সেইদৰে এনে ক্ষেত্ৰত শব্দই নিজৰ বাচ্যাৰ্থ প্ৰকাশ কৰাৰ লগতে ব্যঙ্গ্যাৰ্থও প্ৰকাশ কৰে।

[ বিৱক্ষিতান্যপৰ-বাচ্যধ্বনিৰ অৰ্থ হৈছে য'ত শব্দৰ মুখ্যাৰ্থ বা বাচ্যাৰ্থ বিৱক্ষিত ( প্ৰকাশিত ); কিন্তু তাৰ স্বৰূপাৰ্থ অন্যপৰ ( ব্যঙ্গ্যনিষ্ঠ ), সেয়ে বিৱক্ষিতান্যপৰ-বাচ্য ধ্বনি।

এই দুই প্ৰকাৰ ধ্বনিৰ পাৰ্থক্য এনে—অবিৱক্ষিত বাচ্য-ধ্বনিত শব্দৰ মুখ্যাৰ্থ বাধিত হয় আৰু শব্দই লক্ষ্যাৰ্থত আশ্ৰয় লয়; গতিকে এনে ধ্বনিৰ মূলত লক্ষণা শক্তি থাকে বিৱক্ষিতান্যপৰ-বাচ্য ধ্বনিত শব্দৰ মুখ্যাৰ্থ বাধিত নহয়, কিন্তু স্বৰূপাৰ্থই ব্যঙ্গ্যত আশ্ৰয় লয়; গতিকে এনে ধ্বনিৰ মূলত অভিধা শক্তি থাকে। এই পাৰ্থক্যৰ ওপৰত ভিত্তি কৰিয়েই লক্ষণামূলক আৰু অভিধামূলক ধ্বনি নাম দিয়া হৈছে। ]

অভিধামূলক ধ্বনিৰ বিষয় সৰহ, সেইবাবে তাৰ বিৱৰণ পিছলৈ থৈ সম্প্ৰতি লক্ষণামূলক ধ্বনিৰ কথা কোৱা হৈছে। অবিৱক্ষিত-বাচ্যধ্বনি দুই প্ৰকাৰৰ—

> বাচ্যাৰ্থৰ অৰ্থান্তৰলৈ সংক্ৰমণ আৰু ৱাচ্যাৰ্থ একেবাৰে তল পৰি থকা—এই দুই প্ৰকাৰে অবিৱক্ষিত বাচ্যধ্বনি দুই প্ৰকাৰৰ হয়। ৪

অৰ্থাৎ অবিৱক্ষিত-বাচ্য-ধ্বনি অৰ্থান্তৰ-সংক্ৰমিত আৰু অত্যন্ত তিৰস্কৃত বাচ্য—এই দুটা ভাগত বিভক্ত।

যি ক্ষেত্ৰত মুখ্যাৰ্থই নিজৰ অৰ্থত সঙ্গতিহীন হৈ পৰি নিজৰে কোনো এটা বিশেষ অৰ্থত পৰিণতি লাভ কৰে, তেনে ক্ষেত্ৰত শব্দই নিজৰ

সাধাৰণ অৰ্থ পৰিত্যাগ কৰি নিজৰে কোনো বিশেষ অৰ্থ লৈ সংক্ৰমিত হয় বাবেই, ইয়াক অৰ্থান্তৰ-সংক্ৰমিত-বাচ্য ধ্বনি বোলা হয়।

যেনে —

কদলী কদলী কৰভঃ কৰভঃ কৰিৰাজকৰঃ কৰিৰাজকৰঃ।
ভুৱনত্ৰিতয়েঽপি ৱিভৰ্ত্তি তুলামিদমূৰুযুগং ন চমূৰুদৃশঃ॥

( কলগছ কলগছেই, কৰভ * কৰভেই, হাতীৰ শুৰ হাতীৰ শুৰেই; সেই হৰিণাক্ষীৰ উৰুযুগলৰ তুলনা হ'ব পাৰে, এনে একোৱেই ত্ৰিভুৱনত নাই। )

এই উদাহৰণত 'কলগছ' 'কৰভ' আৰু 'হাতীৰ শুৰ'—এই শব্দ কেইটা দুবাৰকৈ একেলগে আছে। তাৰে প্ৰথমটো শব্দই নিজৰ মুখ্যাৰ্থক বুজাইছে আৰু দ্বিতীয়টোৱে পুনৰুক্তি হোৱাৰ ভয়ত মুখ্যাৰ্থত বাধিত হৈ বিশেষ গুণ-বিশিষ্ট সেই জাতীয় বিশেষ অৰ্থ ব্যঞ্জিত কৰিছে।

[ 'কল গছ' 'কল গছ'—একেলগে প্ৰযুক্ত এই শব্দ দুটাৰ প্ৰথমটোৱে সেই শব্দৰ মুখ্যাৰ্থ কলগছক বুজাইছে কিন্তু দ্বিতীয় কলগছ শব্দই সেই অৰ্থ বুজাব নোৱাৰে; কিয়নো তেতিয়া পুনৰুক্তি দোষ ঘটিব। পুনৰুক্তি দোষৰ হাত সাৰিবলৈ দ্বিতীয়বাৰ প্ৰযুক্ত কলগছ শব্দই 'শীতল গুণবিশিষ্ট কলগছ' অৰ্থ ব্যঞ্জিত কৰিছে। ঠিক সেইদৰে দ্বিতীয় 'কৰভ' শব্দই 'হ্ৰস্ব গুণযুক্ত কৰভ' ( চুটি কৰভ ) আৰু দ্বিতীয় হাতীৰ শুৰ শব্দই 'কৰ্কশ গুণযুক্ত হাতীৰ শুঁৰ' ( খহটা হাতীৰ শুঁৰ ) এনে অৰ্থ ব্যঞ্জিত কৰিছে।

কলগছ, কৰভ, হাতীৰ শুঁৰ একোৱেই সেই সুন্দৰীৰ উৰুযুগলৰ সৈতে তুলনা হ'ব নোৱাৰে; কলগছ চেঁচা, কৰভ হ্ৰস্ব আৰু হাতীৰ শুঁৰ কৰ্কশ।

সেই হৰিণনয়নাৰ উৰুযুগল বৃহৎ, কবোষ্ণ আৰু মসৃণ। শব্দ কেইটাৰ দ্বিতীয়বাৰ প্ৰয়োগে সেই সেই শব্দৰ সাধাৰণ অৰ্থ অতিক্ৰম কৰি বিশিষ্ট গুণযুক্ত বিশেষাৰ্থত পৰ্য্যবসিত হৈছে।

মুখ্যাৰ্থ বাধিত হোৱা বাবে লক্ষণাৰ আশ্ৰয় লব লগা হৈছে; গতিকে ইয়াত লক্ষণামূলক ধ্বনি হৈছে। আঁকৌ সাধাৰণ অৰ্থৰপৰা বিশেষ অৰ্থ লৈ অৰ্থৰ সংক্ৰমণ

---

* কৰভ—হাতৰ গাঁঠিৰপৰা কেঞা আঙুলিৰ আগলৈকে ঈষৎ বক্ৰ হস্ত ভাগ।

ঘটা বাবে অৰ্থান্তৰ সংক্ৰমিত বাচ্য হৈছে। সেই বিশিষ্ট অৰ্থান্তৰ-প্ৰতিপাদন কৰা উদ্দেশ্য প্ৰকাশ হৈছে বাবে আকৌ ধ্বনি বোলা হৈছে।]

ইয়াত শীতলতা আদিৰ আতিশয্যই ব্যঙ্গ্যাৰ্থ।

[ 'কলগছ চেঁচা' বুলি নকৈ হুবাৰ 'কলগছ' 'কলগছ' বুলি কোৱাত লক্ষণাৰদ্বাৰা 'কলগছ বৰ চেঁচা' এনে অৰ্থ ব্যঞ্জিত হৈছে। শব্দৰ বাচ্যাৰ্থই এনে উদ্দেশ্য সাধন কৰিব নোৱাৰে। এনেকৈ 'কৰভ' আৰু 'হাতীৰ শুঁৰ' এই দুয়োটা উদাহৰণতো বুজিব লাগিব।]

য'ত মুখ্যাৰ্থই সম্পূৰ্ণৰূপে ( সকলো প্ৰকাৰে ? ) নিজস্বতা পৰিত্যাগ কৰি অন্য অৰ্থত পৰিণতি লাভ কৰে, সেই ক্ষেত্ৰত মুখ্যাৰ্থ অত্যন্ত তিৰস্কৃত ( একেবাৰে লুকাই পৰা ) হোৱা বাবে, অত্যন্ত তিৰস্কৃত-বাচ্যধ্বনি বোলা হয়।

যেনে—

"নিশ্বাসান্ধ ইৱাদৰ্শশ্চন্দ্ৰমা ন প্ৰকাশতে।"

( মুখৰ নিশ্বাসত অন্ধ হোৱা দৰ্পণৰ দৰে ( কুঁৱলীয়ে ঢাকি থোৱা ) চন্দ্ৰও প্ৰকাশ নহয়। )

এই উদাহৰণত অন্ধ শব্দই দৃষ্টিহানৰূপ নিজৰ মুখ্যাৰ্থত বাধিত হৈ অপ্ৰকাশৰূপ লাক্ষণিক অৰ্থ বুজাইছে। অপ্ৰকাশৰ আতিশয্য অৰ্থাৎ একেবাৰে প্ৰকাশ হোৱা নাই—এই অৰ্থটোৱেই ইয়াত ব্যঙ্গ্য। 'অন্ধত্ব' আৰু 'অপ্ৰকাশত্ব'ৰ সামান্য-বিশেষ ভাৱ নাই বাবে, ইয়াত অৰ্থান্তৰ সংক্ৰমিত বাচ্যত্ব হোৱা নাই।

[ অৰ্থান্তৰসংক্ৰমিতবাচ্যত্বৰ সৈতে অত্যন্ত তিৰস্কৃতবাচ্যত্বৰ প্ৰভেদ দেখুৱাবলৈ কোৱা হৈছে যে পূৰ্ব্বৰ উদাহৰণৰ 'কলগছ' আৰু 'বৰ চেঁচা কলগছ' এই দুটা অৰ্থৰ ভিতৰত প্ৰথমটো সাধাৰণ অৰ্থ আৰু দ্বিতীয়টো বিশেষ অৰ্থ; গতিকে তাত সামান্য অৰ্থৰপৰা বিশেষ অৰ্থলৈ অৰ্থৰ সংক্ৰমণ ঘটিছে। পিছৰ উদাহৰণৰ 'অন্ধত্ব' আৰু 'অপ্ৰকাশত্ব'ৰ মাজত তেনে সামান্য-বিশেষ সম্বন্ধ নাই। অন্ধ শব্দৰ মুখ্যাৰ্থ তেনেই তল পৰিছে আৰু লাক্ষণিক অৰ্থ অপ্ৰকাশত্বহে স্পষ্ট হৈ পৰিছে। 'অপ্ৰকাশ' বা 'প্ৰকাশহীন' বুলি নকৈ 'অন্ধ' বুলি কোৱাৰ উদ্দেশ্য এয়ে যে একেবাৰে নেদেখা হৈ পৰিছে। এই উদ্দেশ্য সিদ্ধিয়েই ইয়াত ব্যঙ্গ্য।]

ভম ধম্মি অ ৱীসথো সো সুণ হো অজ্জ মাৰিও দেণ।
গোলাৱৰী কচ্ছ কুঞ্জৱাসিনা দৰীঅ সিহেণ ॥

( ধাৰ্ম্মিক ! তুমি [ নিশঙ্কমনে ] ভ্ৰমণ কৰা। গোদাবৰীৰ পাৰৰ কুঞ্জত বাস কৰা বলী সিংহটোৱে আজি সেই বিশ্বাসী কুকুৰটো মাৰি পেলালে। )

এই উদাহৰণত "ধাৰ্ম্মিক ! তুমি [ নিশঙ্কমনে ] ভ্ৰমণ কৰা" এই বুলি ঘূৰি ফুৰিবলৈ কোৱা কথাষাৰ প্ৰকৃত অভিপ্ৰায়ৰ সৈতে মুঠেই খাপ নাখায়, সেই বাবে 'ভ্ৰমণ কৰিবলৈ বাধা দিয়া' অৰ্থত ই পৰিণতি লাভ কৰিছে বুলি বিপৰীত লক্ষণাৰ আশঙ্কা কৰিব নালাগে।

[ কোনো ৰমণীৰ উপপতিৰ সৈতে স্বৈৰ বিহাৰত কোনো ধাৰ্ম্মিকৰ উপস্থিতেয়ে গোপনীয়তা ভঙ্গ কৰে ; ৰমণীয়ে ধাৰ্ম্মিকজনক দূৰতে বিদূৰ কৰিবলৈ এটা কুকুৰ লগায়, কিন্তু তাতো কাৰ্য্যসিদ্ধি নহয়। তাকে দেখি ৰমণীয়ে ধাৰ্ম্মিকক এই কবিতাফাঁকি কৈছে। কবিতাফাঁকিৰ তাৎপৰ্য্যাৰ্থ হল :

ধাৰ্ম্মিক আগেয়ে এটা কুকুৰেহে তোমাক ভয় খুৱাইছিল, এতিয়া কুকুৰ নাই, আছে এটা সিংহ। এতিয়া যদি তুমি আকৌ ইয়ালৈ আহা ; তেনেহলে সিংহৰ হাতত তোমাৰ মৰণ মিলিব।

এই কবিতাফাঁকি কোনোৱে অত্যন্ত তিৰস্কৃতবাচ্য ধ্বনিৰ উদাহৰণ বুলি কয় ; তেওঁলোকৰ মতে 'ভ্ৰমণ কৰা' কথাষাৰৰ অৰ্থ 'ভ্ৰমণ নকৰিবা' এনে অৰ্থ হোৱা বাবে বিপৰীত লক্ষণা হৈছে। গ্ৰন্থকাৰে সেই মত সমৰ্থন নকৰে। সেইবাবে 'বিপৰীত লক্ষণাৰ আশঙ্কা কৰিব নালাগে' বুলি তেওঁৰ নিজস্ব যুক্তি দিছে। ]

শুনা মাত্ৰকে য'ত বিধি নিষেধত পৰিণত হয় আৰু নিষেধ বিধিত পৰিণত হয়, তেনেস্থলতহে বিপৰীত লক্ষণা সম্ভৱপৰ হয়। কিন্তু য'ত পূৰ্ব্বৰ প্ৰসঙ্গ আদি আলোচনা কৰাৰ পিছতহে বিধিক নিষেধৰূপে আৰু নিষেধক বিধিৰূপে জনা যায়, তেনে স্থলত অভিধামূলক ধ্বনি হৈছে বুলিয়েই বুজিব লাগিব।

উক্ত আছে—

"কোনো কোনো ক্ষেত্ৰত শব্দৰ মুখ্যাৰ্থ অনুপপপন্ন
হোৱা বাবে প্ৰতীতি জন্মে আৰু কোনো ক্ষেত্ৰত

প্ৰতীতিৰ বাধা হয়। প্ৰথমটোত লক্ষণামূলক ধ্বনি হয় আৰু দ্বিতীয়টোত হয় অভিধা-মূলক ধ্বনি।"

ওপৰৰ উদাহৰণ দুটাৰ ('কলগছ কল গছেই' আৰু 'নিশ্বাস লাগি অন্ধ হোৱা') ভিতৰত প্ৰথম ক্ষেত্ৰত মুখ্যাৰ্থৰ অন্য অৰ্থত সংক্ৰমণ অৰ্থাৎ প্ৰৱেশ ঘটিছে; অৰ্থৰ তিৰোভাৱ ঘটা নাই। গতিকে ইয়াত অজহৎ-স্বাৰ্থ লক্ষণা, আৰু দ্বিতীয় উদাহৰণত মুখ্যাৰ্থ সম্পূৰ্ণৰূপে লুকাই পৰা বাবে জহৎ-স্বাৰ্থ লক্ষণা হৈছে।

বিৱক্ষিতান্য-পৰ-বাচ্য ধ্বনি বা অভিধামূলক ধ্বনিৰ প্ৰকাৰ—

বিৱক্ষিতান্য-পৰ-বাচ্য ধ্বনি প্ৰথমে দুই প্ৰকাৰ,
অসংলক্ষ্যক্ৰম আৰু সংলক্ষ্যক্ৰম। ৫

বিৱক্ষিতান্য-পৰ-বাচ্য ধ্বনি অসংলক্ষ্যক্ৰম আৰু সংলক্ষ্যক্ৰম এই দুভাগত বিভক্ত হৈ দুই প্ৰকাৰ হয়।

[বাচ্যাৰ্থৰ উপলব্ধিৰ পিছত ব্যঙ্গ্যাৰ্থৰ প্ৰতীতি জন্মে, দুয়োটা অৰ্থৰ প্ৰতীতি একে সময়তে হ'ব নোৱাৰে। বাচ্যাৰ্থৰ উপলব্ধিৰপৰা ব্যঙ্গ্যাৰ্থৰ প্ৰতীতিলৈকে কালৰ পৌৰ্ব্বাপৰ্য্য আছে। য'ত কালৰ পৌৰ্ব্বাপয্যৰ ক্ৰম লক্ষ্য কৰিব নোৱাৰি তাতে অসংলক্ষ্যক্ৰম আৰু য'ত ক্ৰম লক্ষ্য কৰিব পাৰি, তাতে সংলক্ষ্যক্ৰম ব্যঙ্গ্য ধ্বনি হয়।]

উক্ত দুই প্ৰকাৰ ধ্বনিৰ ভিতৰত ৰস-ভাৱাদিশ্ৰিত
অসংলক্ষ্য-ক্ৰম ব্যঙ্গ্যধ্বনি এবিধ বুলিয়েই ধৰা
হৈছে; কিয়নো ৰস, ভাৱ আদিৰ ক্ষেত্ৰত স্বকীয়া
স্বকীয়াকৈ ভাগ কৰিলে বিভাগ ইমান বেছি হয়
যে সকলোবোৰৰ সংখ্যা দিয়াই টান হৈ পৰে। ৬

এই ধৰণৰ ৰস-ভাৱাদিশ্ৰিত ধ্বনিয়েই অসংলক্ষ্য-ক্ৰম ব্যঙ্গ্য ধ্বনি।

অসংলক্ষ্য-ক্ৰম ব্যঙ্গ্যৰ ক্ষেত্ৰত বিভাৱাদিৰ প্ৰতীতিয়েই ব্যঙ্গ্যাৰ্থ প্ৰতীতিৰো কাৰণ; গতিকে বাচ্যাৰ্থ উপলব্ধিৰপৰা ব্যঙ্গ্যাৰ্থ প্ৰতীতিলৈকে

নিশ্চয় এটা ক্রম আছে; কিন্তু এশ পাহ পদুমৰ পাহি বিন্ধাৰ দৰে, বাচ্যাৰ্থ উপলব্ধিৰ পিছত ব্যঙ্গ্যাৰ্থৰ প্ৰতীতি অত্যন্ত দ্রুতভাৱে হোৱা বাবে পৌৰ্ব্বাপৰ্য্যৰ ক্রম লক্ষ্য কৰিব নোৱাৰি।

[ অসংলক্ষ্যক্রম কথাষাৰ এইদৰে বুজিব লাগিব: বাচ্যাৰ্থোপলব্ধি আৰু ব্যঙ্গ্যাৰ্থৰ প্ৰতীতি একে সময়তে নহয়, এটাৰ পিছত হে আনটো হয়। দুয়োটাৰ মাজত আগ-পিছ হোৱা ক্রম থাকিলেও, সেই ক্রম লক্ষ্য কৰিব নোৱাৰি। যেনেকৈ এশপাহ পদুম-পাহি একেলগে জাপি লৈ বেজী এটাৰে খোচ মাৰি ফুটালে এটা পাহি ফুটোৱাৰ পিছত পিছৰটো পাহি ফুটোৱালৈকে সময়ৰ এটা ক্রম থাকিলেও দ্রুততাৰ বাবে সেই ক্রমে লক্ষ্য কৰিব নোৱাৰি, ঠিক তেনেকৈ অত্যন্ত দ্রুতভাৱে নিষ্পন্ন হোৱা বাবে বাচ্যাৰ্থ উপলব্ধিৰপৰা ব্যঙ্গ্যাৰ্থ প্ৰতীতিলৈকে হোৱা ক্রমো লক্ষ্য কৰিব নোৱাৰি। ]

ৰস-ভাৱ আদিৰ ক্ষেত্ৰত এটাৰেই অনন্ত ভেদ আছে গুণে সেই-বিলাকৰ সংখ্যা নিৰ্ণয় কৰাটো সম্ভৱপৰ নহয়। গতিকে অসংলক্ষ্য ক্রম-ব্যঙ্গ্য ধ্বনি নামৰ কাব্য এক প্ৰকাৰ বুলিয়েই কোৱা হৈছে। কিয়নো কেৱল একমাত্ৰ শৃঙ্গাৰ নামৰ ভাগটোৰে নায়ক-নায়িকাৰ পৰস্পৰ আলিঙ্গন-চুম্বন-অধৰপান আদিৰ বিভিন্নতা আৰু বিভাৱ আদিৰ বৈচিত্ৰ্যৰ বাবে, সম্ভোগ-ৰসাশ্ৰিত ব্যঙ্গ্যৰ সংখ্যাই যি স্থলত হিচাপ কৰি উলিয়াব নোৱাৰি, তেনেস্থলত সকলোবোৰ ৰস-ভাৱ ( ৰসাভাস-ভাৱাভাস আদিৰ ) আদিক আশ্ৰয় কৰি থকা ব্যঙ্গ্যৰ সংখ্যা দিয়া কেনেকৈ সম্ভৱ ?

সংলক্ষ্যক্রম-ব্যঙ্গ্য ধ্বনি তিনি প্ৰকাৰ:

> প্ৰতিশব্দৰূপ ধ্বনি শব্দ, অৰ্থ আৰু শব্দাৰ্থ উভয়ৰে-পৰা উত্থিত হয় গুণে এই ধ্বনিক সংলক্ষ্যক্রম বোলা হয়। সংলক্ষ্যক্রম ধ্বনি তিনি প্ৰকাৰ বুলি পণ্ডিতসকলে কয়। ৭

অনুকৰণৰূপ ব্যঙ্গ্যৰ ক্রম এনে ক্ষেত্ৰত লক্ষ্য কৰিব পাৰি। এই

ব্যঙ্গ্য শব্দশক্তি, অৰ্থশক্তি আৰু শব্দাৰ্থ উভয় শক্তিৰপৰা উদ্ভৱ হয়, এই ত্ৰিবিধ শক্তিৰ পৰা উদ্ভৱ হয় গুণে সংলক্ষ্যক্ৰম-ব্যঙ্গ্যধ্বনি-কাব্যও তিনি প্ৰকাৰৰ।

এই তিনি প্ৰকাৰৰ ভিতৰত—

শব্দশক্তিৰপৰা উদ্ভৱ হোৱা সংলক্ষ্যক্ৰম ব্যঙ্গ্য ধ্বনি
বস্তুগত আৰু অলঙ্কাৰগত ; গতিকে দুই প্ৰকাৰ। ৮

বস্তুতেই অলঙ্কাৰৰ স্থিতি যদিও, 'অলঙ্কাৰ' বুলি বেলেগে কোৱা বাবে, 'বস্তু'ৰ অৰ্থ অলঙ্কাৰহীন বস্তু বুলি এই ক্ষেত্ৰত ধৰিব লাগিব। [ বস্তু = বৰ্ণনীয় বিষয়, বাক্য ]

ইয়াৰ ভিতৰত বস্তুগত শব্দশক্ত্যুদ্ভৱ ব্যঙ্গ্যৰ উদাহৰণ ; যেনে—

পন্থিঅ ণ এত্থ সত্থৰমত্থি মণং পত্থৰ থলে গামে।
উণ্ণঅ পওহৰং পেক্‌খিঅ উণ জই বসসি তা বসু॥

( পৰ্ব্বতীয়া গাঁও ই যে পথিক সুজন
ইয়াত অলপো নাই বস্ত্ৰ-আভৰণ
উন্নত পয়োধৰ কৰি দৰশন
ইচ্ছা হ'লে কৰা তুমি ৰজনী যাপন।)

উন্নত পয়োধৰ = ওখ ( ওন্দোলাই অহা ) মেঘ, তুঙ্গ স্তন।

ইয়াত 'সত্থৰ' আদি শব্দ-শক্তিৰ দ্বাৰা "পথিক! যদি তুমি উপভোগ কৰিবলৈ সক্ষম হোৱা, তেনেহ'লে থাকা।"—এই বস্তু ( বিষয় ) ব্যঙ্গ্য হৈছে।

[ ব্যঙ্গ্যাৰ্থ : "পথিক! এই পৰ্ব্বতীয়া গাঁৱত শাস্ত্ৰৰ বিধি-নিষেধ একো নাই ; গতিকে যদি তুমি মোৰ উন্নত পয়োধৰ দেখি থাকিব খোজা, তেনেহলে থাকা।" ইয়াত 'সত্থৰ' শব্দৰ অৰ্থ শয্যাৰ আস্তৰণ আৰু শাস্ত্ৰ, 'পওহৰ' শব্দৰ অৰ্থ ( পয়োধৰ ) মেঘ আৰু স্তন। ইয়াত বাচ্যাৰ্থৰপৰা যি ব্যঙ্গ্যাৰ্থ পোৱা গৈছে, সেইটো বস্তু মাত্ৰ, ভাৱ বা অলঙ্কাৰ নহয় ; সেইবাবে বস্তুধ্বনি। তাকো পোৱা গৈছে 'সত্থৰ' 'পওহৰ' আদি শব্দৰপৰা, গতিকে শব্দশক্তিমূলক। 'সত্থৰ' আৰু 'পওহৰ'ৰ

পৰ্য্যায়বাচী অন্য শব্দ বহুৱালে ব্যঙ্গ্যাৰ্থ আৰু নাথাকে। 'শয্যাৰ অভাব হলেও উন্নত পয়োধৰৰ অভাব নহয়, গতিকে যদি থাকিব খোজা, থাকা'—কোনোৱে এইদৰে ব্যাখ্যা কৰে।]

শব্দশক্ত্যুদ্ভৱ অলঙ্কাৰ ধ্বনি ; যেনে—

"দুৰ্গালঙ্ঘিত বিগ্ৰহঃ..."

ইয়াত প্ৰাসঙ্গিক বিষয় হ'ল—উমা নামে ৰাণীৰ স্বামী ভানুদেৱ নামে ৰজাৰ বৰ্ণনা, সেই ৰজাৰ বৰ্ণনা কৰোঁতেই অপ্ৰাসঙ্গিক উমা-বল্লভ মহাদেৱৰ বৰ্ণনাৰূপ দ্বিতীয় অৰ্থটোৰো সূচনা হৈছে। পিছে, অপ্ৰাসঙ্গিক উমাবল্লভ মহাদেৱৰ বৰ্ণনা যাতে অসংলগ্ন হৈ নপৰে, সেই উদ্দেশ্যে মহাদেৱ আৰু ভানুদেৱৰ মাজত-উপমান উপামেয় ভাৱ কল্পনা কৰা হৈছে। উপমান-উপমেয় ভাৱ কল্পনাৰ ফলত উমা-বল্লভ ( ভানুদেৱ ) উমাবল্লভৰ ( মহাদেৱ ) তুল্য এই উপমা অলঙ্কাৰ ব্যঙ্গ্য হৈছে। [ গতিকে ইয়াত শব্দশক্ত্যুদ্ভব অলঙ্কাৰ ধ্বনি হৈছে। ]

অন্য এটা উদাহৰণ ; যেনে—

অমিতঃ সমিতঃ প্ৰাপ্তৈৰুৎকৰ্ষৈৰ্হৰ্ষদঃ প্ৰভো,

অহিতঃ সহিতঃ সাধু-যশোভিৰসতামসি ॥

( প্ৰভূ! দুষ্টৰ বৈৰী আপুনি যুদ্ধত লাভ কৰা নৈপুণ্যেৰে আৰু সাধুবাদেৰে বিভূষিত হৈ অপৰিমেয় আনন্দদায়ক হৈছে। )

[ এই কৱিতাফাঁকিৰ "অমিতঃ সমিতঃ" আৰু "অহিতঃ সহিতঃ" এই শব্দ কেইটা পৰস্পৰবিৰোধী যেন দেখি। অমিতঃ=অপৰিমিত, সমিতঃপৰিমিত, অহিতঃ=হিতশূন্য, সহিতঃ=হিতযুক্ত। কিন্তু 'সমিতঃ' শব্দৰ অৰ্থ যুদ্ধৰপৰা, 'অহিতঃ' শব্দৰ অৰ্থ দুষ্টৰ শত্ৰু, আৰু 'সহিতঃ' শব্দৰ অৰ্থ যশস্যাযুক্ত কৰিলে বিৰোধ নাথাকে। ]

এই উদাহৰণত 'অমিতঃ' আদি শব্দৰ পিছত 'অপি' ( ও ) শব্দটো নথকা বাবে বিৰোধাভাস অলঙ্কাৰ ব্যঙ্গ্য হৈছে।

ব্যঙ্গ্য অলঙ্কাৰ্য্য, তথাপি ব্ৰাহ্মণ-শ্ৰমণ ন্যায় অনুসাৰে অলঙ্কাৰ্য্য ব্যঙ্গ্যকে অলঙ্কাৰ বুলি গৌণভাৱে কোৱা হৈছে।

[ কথাষাৰৰ তাৎপৰ্য্য এনেঃ—অন্য সকলোতকৈ ব্যঙ্গ্যাৰ্থ প্ৰধান হ'লেহে ধ্বনি বোলা হয়। ব্যঙ্গ্যাৰ্থক অধিক মনোজ্ঞ কৰিবলৈকে অলঙ্কাৰৰ প্ৰয়োগ, গতিকে ব্যঙ্গ্য অলঙ্কাৰ্য্য। অলঙ্কাৰৰ প্ৰয়োজন ব্যঙ্গ্যাৰ্থ ধ্বনিত হোৱাতে শেষ হয়, গতিকে এনে ক্ষেত্ৰত কেৱল ধ্বনি বোলাইহে উচিত।

কোনো ব্ৰাহ্মণ শ্ৰমণ হ'লে, তেওঁৰ আৰু ব্ৰাহ্মণত্ব নাথাকে; তথাপি এনে শ্ৰমণকো ব্ৰাহ্মণ-শ্ৰমণ বোলা হয়। ঠিক সেইদৰে পূৰ্ব্বৰ অলঙ্কাৰৰ স্বৰূপ স্মঁৰি অলঙ্কাৰ-ধ্বনি বোলা হৈছে। ]

অৰ্থশক্তিমূলক ধ্বনিৰ বিভাগ ঃ

> অৰ্থশক্ত্যুদ্ভৱ ধ্বনি দুই প্ৰকাৰ—বস্তুগত আৰু অলঙ্কাৰগত। এই দুই প্ৰকাৰ ধ্বনি আকৌ স্বতঃ-সম্ভৱী, প্ৰৌঢ়োক্তিসিদ্ধ আৰু কবিকল্পিত ব্যক্তিৰ প্ৰৌঢ়োক্তিসিদ্ধ—এই তিনিভাগত বিভক্ত হৈ ছয় প্ৰকাৰ হয়। এই ছয় প্ৰকাৰে আকৌ বস্তু আৰু অলঙ্কাৰ ব্যঞ্জিত কৰে; গতিকে অৰ্থশক্তিমূলক ধ্বনি বাৰ প্ৰকাৰ। ৯।

[ বস্তুগত স্বতঃ সম্ভৱী, কৱি প্ৰৌঢ়োক্তি আৰু কাব কল্পিত ব্যক্তিৰ প্ৰৌঢ়োক্তি-মূলক বস্তুধ্বনি তিনিপ্ৰকাৰ আৰু অলঙ্কাৰধ্বনি তিনি প্ৰকাৰ মুঠ ছয় প্ৰকাৰ; সেইদৰে অলঙ্কাৰ গত স্বতঃসম্ভৱী, কৱি প্ৰৌঢ়োক্তি আৰু কৱি কল্পিত ব্যক্তিৰ প্ৰৌঢ়োক্তিমূলক বস্তুধ্বনি তিনি প্ৰকাৰ আৰু অলঙ্কাৰধ্বনি তিনি প্ৰকাৰ মুঠ ছয় প্ৰকাৰ। গতিকে অৰ্থশক্তিমূলক ধ্বনি বাৰ প্ৰকাৰ। ]

কাব্যৰ ঔচিত্যৰ বাবে ( তেনে শব্দৰ বাহিৰে আন প্ৰমাণৰ দ্বাৰাও ) যিখিনি অৰ্থ অনুভৱৰ বিষয় হয়, সেয়ে স্বতঃ সম্ভৱী [ অৰ্থাৎ কাব্যৰ নিজৰ অৰ্থৰ দ্বাৰাই আপোনা আপুনি সম্ভৱ হোৱা ব্যঙ্গ্যাৰ্থ ]

প্ৰৌঢ়োক্তি-সিদ্ধৰ অৰ্থ হ'ল—প্ৰৌঢ়োক্তিৰদ্বাৰা সম্ভৱ হোৱা, ঔচিত্যৰ দ্বাৰা হোৱা নহয়।

ক্ৰমান্বয়ে উদাহৰণ দিয়া হৈছে।

(১) স্বতঃসম্ভৱী বস্তুৰদ্বাৰা বস্তুধ্বনি—

দৃষ্টিং হে প্ৰতিৱেশিনি ! ক্ষণমিহাপ্যস্মদ্‌গৃহে দাস্যসি
প্ৰায়েণাস্য শিশোঃ পিতা ন ৱিৰসাঃ কৌপীৰপঃ পাস্যতি ।
একাকিন্যপি যামি সত্বৰমিতঃ স্ৰোতস্তমালাকুলম্
নীৰন্ধ্ৰাস্তনুমালিখন্তু জৰঠচ্ছেদা নলগ্ৰন্থয়ঃ ॥

( হেৰা প্ৰতিবেশিনী, খন্তেক আমাৰ ঘৰৰ ফালেও চকু দিবাচোন। এই ল'ৰাটোৰ বাপেকে আকৌ কুঁৱাৰ কেহা পানী মুঠেই খাব নোখোজে ; সেই কাৰণে কোনো লগ-ভাগ নোহোৱাকৈয়ে মই অকলশৰেই এতিয়া নল-খাগৰিয়ে ঢাকি থোৱা বাটেদি তমাল গছেৰে ভৰি থকা নৈৰ ঘাটলৈ যাওঁ। নল-খাগৰিৰ জোঙা আগে মোৰ গা কাটিলেও আৰু উপায় নাই। )

এই উদাহৰণত স্বতঃ সম্ভৱী বস্তুৰদ্বাৰা সেই অৰ্থ প্ৰতিপাদন কৰা কোনো কুলটাৰ অলপ পিছতে পৰপুৰুষৰদ্বাৰা উপভোগ আৰু সেই উপভোগজনিত নখ-ক্ষত আদি গোপন কৰা বিষয় ব্যঞ্জিত হৈছে।

(২) স্বতঃ সম্ভৱী বস্তুৰদ্বাৰা অলঙ্কাৰধ্বনি ঃ

দিশি মন্দায়তে তেজো দক্ষিণস্যাং ৰৱেৰপি ।
তস্যামেৱ ৰঘোঃ পাণ্ড্যাঃ প্ৰতাপং ন বিষেহিৰে ॥

( দক্ষিণফালে সূৰ্য্যৰ উত্তাপৰ প্ৰখৰতাও কমি যায়, কিন্তু সেই দক্ষিণ দিশতে পাণ্ড্য দেশীয় ৰজাসকলে ৰঘুৰ প্ৰতাপ সহ্য কৰিব নোৱাৰিলে। )

এই উদাহৰণত স্বতঃ সম্ভৱী বস্তুৰদ্বাৰা 'সূৰ্য্যৰ তেজতকৈ ( উত্তাপৰ প্ৰখৰতা ) ৰঘুৰ প্ৰতাপ বেছি' এই ব্যতিৰেক অলঙ্কাৰ ( য'ত উপমানতকৈ উপমেয়ক বেছি ভাল বা বেয়া বুলি বৰ্ণনা কৰা হয় ) ব্যঞ্জিত হৈছে।

(৩) স্বতঃ সম্ভৱী অলঙ্কাৰৰদ্বাৰা বস্তুধ্বনি—

আপতন্তমমুং দূৰাদূৰীকৃতপৰাক্ৰমঃ
বলোঽৱলোকয়ামাস মাতঙ্গমিৱ কেশৰী ॥

( সিংহই নিজৰ ফালে অহা হাতীক যেনেকৈ দূৰতে চাই লয়, ঠিক সেইদৰে বলৰামেও তেওঁক ( বেণুদাৰীক ) দূৰতে চাই ললে। )

এই উদাহৰণত উপমা অলঙ্কাৰক আশ্ৰয় কৰি থকা স্বতঃ সম্ভৱী ব্যঞ্জকাৰ্থৰদ্বাৰা 'বলৰামে এতিয়াই বেণুদাৰীক ( বাণৰ পুত্ৰ ) বধ কৰিব'—এই বিষয় ব্যঞ্জিত হৈছে।

(৪) স্বতঃসম্ভৱী অলঙ্কাৰৰ দ্বাৰা অলঙ্কাৰধ্বনি ঃ

গাঢ় কান্তদশনক্ষতব্যথা-সঙ্কটাদৰিবধূজনস্য যঃ।
ওষ্ঠবিদ্ৰুমদলান্যমোচয়ন্নিৰ্দশন্ যুধি ৰুষা নিজাধৰম্ ॥

( যুদ্ধত তেওঁ খঙত নিজৰ ওঠ কামুৰি, প্ৰিয়তমৰ দন্তাঘাতৰ ক্ষতজনিত গভীৰ ব্যথাৰ বিষম বিপদৰপৰা শত্ৰু পক্ষীয় ৰমণীৰ পোৱালৰ নিচিনা ৰঙা ওঠবোৰ মুক্ত কৰিছিল। )

এই উদাহৰণত স্বতঃসম্ভৱী বিৰোধ অলঙ্কাৰৰদ্বাৰা ( অধৰ দংশনত ব্যথাহে হয়, মুক্তি নহয়—এয়ে বিৰোধ ; নিজৰ অধৰত ব্যথা কিন্তু শত্ৰু ৰমণীৰ স্বামী নিহত হোৱাত ভৱিষ্যতে অধৰ-দংশন নহ'ব, গতিকে মুক্তি ) বীৰে অধৰ দংশন কৰাৰ লগে লগে শত্ৰু নিপাত কৰিছে—এই সমুচ্চয় অলঙ্কাৰ ব্যঞ্জিত হৈছে।

(৫) কৱি প্ৰৌঢ়োক্তিসিদ্ধ বস্তুৰদ্বাৰা বস্তুধ্বনি ঃ

সজ্জেই সুৰহি মাসো ণ আওণেই জুৱইজন লক্খ-সহে।
অহিণঅ সহআৰ মুহে ণ অপল্লৱ পত্তনে অনঙ্গস্স সৰে ॥

( নতুন কুঁহি পাতেৰে নিৰ্ম্মিত আমাৰ মলেৰে অগ্ৰভাগ ৰচিত যুৱতীৰ হৃদয় ভেদ কৰিব পৰা মদনৰ বাণ বসন্ত কালে ( চ'ত মাহে ) সুসজ্জিতহে কৰে, আঁতৰাই নিনিয়ে। )

এই উদাহৰণত বসন্তকাল শৰ নিৰ্ম্মাতা, মদন ধনুৰ্ধাৰী, যুৱতী লক্ষ্য বস্তু, ফুলেই ধনুৰ বাণ। এই সকলোখিনি কথা কৱি প্ৰৌঢ়োক্তিসিদ্ধ ( সচৰাচৰ প্ৰচলিত বা বাস্তৱ নহয় ), এই বৰ্ণনাৰদ্বাৰা প্ৰকাশিত হৈ মদন বিকাৰৰ আবিৰ্ভাৱ হৈছে, এই বিষয় ব্যঞ্জিত হৈছে।

(৬) কৱি প্ৰৌঢ়োক্তি-সিদ্ধ বস্তুৰদ্বাৰা অলঙ্কাৰধ্বনি :

ৰজনীষু ৱিমলভানোঃ কৰজালেন প্ৰকাশিতং ৱীৰ।
ধৱলয়তি ভুৱনমণ্ডলমখিলং তৱ কীৰ্ত্তিসন্ততিঃ সততম্ ॥

( হে বীৰ! চন্দ্ৰৰ কিৰণে কেৱল ৰাতিহে সমগ্ৰ বিশ্বকে প্ৰকাশ কৰি শুভ্ৰ কৰে ; কিন্তু আপোনাৰ যশস্যা ৰাশিয়ে সমগ্ৰ বিশ্বক সদায় উজ্বলাই থয়। )

এই উদাহৰণত কৱি প্ৰৌঢ়োক্তি-সিদ্ধ বস্তুৰদ্বাৰা ( চন্দ্ৰৰ কিৰণ, ৰজাৰ যশস্যা আদি ) ৰজাৰ যশস্যা পৰম্পৰাই চন্দ্ৰৰ কিৰণৰাজিতকৈয়ো বেছি কাল ভুৱনমণ্ডল পোহৰাই ৰাখে—এই ব্যতিৰেক অলঙ্কাৰধ্বনি হৈছে।

(৭) প্ৰৌঢ়োক্তিসিদ্ধ অলঙ্কাৰৰদ্বাৰা বস্তুধ্বনি—

দশাননকিৰীটেভ্যস্তৎক্ষণং ৰাক্ষসশ্ৰিয়ঃ
মণিৱ্যাজেন পৰ্য্যস্তাঃ পৃথিৱ্যামশ্ৰুৱিন্দৱঃ ॥

( ঠিক সেই মুহূৰ্ত্ততে দশাননৰ কিৰীটিবিলাকৰপৰা মণি-ৰত্ন পৰাৰ ছলতে ৰাক্ষস কুলৰ ৰাজলক্ষ্মীৰ চকুললোহে যেন বাগৰি আহিল। )

এই উদাহৰণত কৱি প্ৰৌঢ়োক্তি-সিদ্ধ অপহ্নুতি অলঙ্কাৰৰদ্বাৰা ( গোপনীয় বিষয় শ্লেষ বা উপমা আদিৰ ভঙ্গীৰে ইঙ্গিত কৰা )" ভৱিষ্যতে ৰাক্ষসকুলৰ ঐশ্বৰ্য্য বিনাশ হ'ব"—এই বিষয়টো ব্যঞ্জিত হৈছে।

(৮) কৱি প্ৰৌঢ়োক্তি-সিদ্ধ অলঙ্কাৰৰদ্বাৰা অলঙ্কাৰধ্বনি :

ধম্মিলে নৱমল্লিকাসমুদয়ো হস্তে সিতাম্ভোৰুহম্
হাৰঃ কণ্ঠতটে পয়োধৰযুগে শ্ৰীখণ্ডলেপো ঘনঃ।
একোঽপি ত্ৰিকলিঙ্গভূমিতিলকঃ ত্বৎকীৰ্ত্তিৰাশিৰ্যযৌ
নানা মণ্ডনতাং পুৰন্দৰপুৰীৱামভ্ৰুৱাং ৱিগ্ৰহে ॥

( মহাৰাজ, আপুনি ত্ৰিকলিঙ্গ ভূমিৰ তিলক। আপোনাৰ কীৰ্ত্তি একক হ'লেও গিয়েই পুৰন্দৰৰ স্বৰ্গপুৰীৰ ললনাসকলৰ অঙ্গত বিবিধ অলঙ্কাৰ আৰু মণ্ডন ৰূপে বিৰাজ কৰিছে ; আপোনাৰ কীৰ্ত্তি স্বৰ্গললনাৰ খোপাত নৱমল্লিকা, হাতত শ্বেতপদ্ম, ডিঙিত হাৰ আৰু স্তন যুগলত চন্দনৰ ডাঠ অনুলেপন হৈ পাৰিছে। )

এই উদাহৰণত কৱি প্ৰৌঢ়োক্তি-সিদ্ধ ৰূপক অলঙ্কাৰদ্বাৰা ( যশস্যাক অলঙ্কাৰ ৰূপে বৰ্ণনা কৰাটো কৱি প্ৰতিভাসিদ্ধ আৰু ৰূপক ) "আপুনি মৰতৰ মানুহ হৈয়ে অমৰাৱতীৰ দেৱললনাৰ উপকাৰ সাধিছে"—এনে বিভাৱনা অলঙ্কাৰধ্বনি হৈছে।

[ কাৰণ নোহোৱাকৈ কাৰ্য্যৰ উৎপত্তি হ'লে বিভাৱনা অলঙ্কাৰ হয়; ইয়াত পৃথিৱীৰ ৰজাৰ যশস্যা স্বৰ্গৰ দেৱললনাৰ মণ্ডনৰ কাৰণ হ'ব নোৱাৰে; গতিকে বিভাৱনা অলঙ্কাৰ হৈছে। ]

(৯) কৱি-কল্পিত ব্যক্তিৰ প্ৰেৰোক্তি-সিদ্ধ বস্তুৰদ্বাৰা বস্তুধ্বনি—

শিখৰণি ক্ব নু নাম কিয়চ্চিৰং কিমভিধানমসাৱকৰোত্তপঃ।
সুমুখি যেন তৱাধৰপাটলং দশতি ৱিম্বফলং শুকশাৱকঃ॥

( হে সুন্দৰী, এই ভাটৌ পোৱালিটোৱে কোন পৰ্ব্বতৰ শিখৰত কিমান দিন কি এনে তপস্যা কৰিছিল যে সি তোমাৰ অধৰৰ নিচিনা ৰঙচুৱা বিম্বফল ( কোৱা ভাতুৰী ) কামুৰিবলৈ পাইছে। )

এই ক্ষেত্ৰত কৱিকল্পিত কোনো কামুকৰ প্ৰৌঢ়োক্তি-সিদ্ধ বস্তুৰ সহায়ত "অনেক পুণ্যৰ ফলতহে তোমাৰ অধৰ পান কৰিবলৈ পোৱা যায়" এই কথা প্ৰতীত হৈছে।

সুভগে কোটিসংখ্যত্বমুপেত্য মদনাশুগৈঃ।
ৱসন্তে পঞ্চতা ত্যক্তা পঞ্চতাসীদ্বিয়োগিনাম্॥

( সৌভাগ্যৱতী! বসন্ত কালত মদনৰ পঞ্চশৰে কোটিসংখক হৈ পঞ্চত্ব ত্যাগ কৰে সঁচা, কিন্তু বিৰহীজনৰ হ'লে পঞ্চত্ব প্ৰাপ্তি হয়। )

এই উদাহৰণত বসন্ত কালত মদনৰ পঞ্চবাণ কোটি সংখ্যক হোৱা বাবে সকলো বিৰহীৰে মৰণ চমু চাপে, কৱিকল্পিত বক্তাৰ প্ৰৌঢ়োক্তি-সিদ্ধ এই বস্তুৰ সহায়ত উৎপ্ৰেক্ষা অলঙ্কাৰ ব্যঙ্গ্য হৈছে; যেনে—"মদনৰ শৰবিলাকে নিজৰ পঞ্চ-ত্ব ( পাঁচ সংখ্যা ) পৰিত্যাগ কৰি যেন বিৰহী সকলক আশ্ৰয় কৰিছে। গতিকে বিৰহীৰ পঞ্চত্ব ( মৃত্যু ) হৈছে।"

মল্লিকামুকুলে চণ্ডি ! ভাতি গুঞ্জন্ মধুব্ৰতঃ।
প্ৰয়াণে পঞ্চবাণস্য শঙ্খমাপূৰয়ন্নিৱ ॥

( চণ্ডী, মল্লিকা-মুকুলত গুণ-গুণাই ভোমোৰাই যেন পঞ্চশৰ মদনৰ যুদ্ধযাত্ৰাৰ কালত শঙ্খধ্বনিহে কৰিছে।)

এই উদাহৰণত কৱিকল্পিত বক্তাৰ প্ৰৌঢ়োক্তিসিদ্ধ উৎপ্ৰেক্ষা অলঙ্কাৰদ্বাৰা (ভোমোৰাই যেন শঙ্খহে বজাইছে) এই কথাৰে ব্যঞ্জনা হৈছে যে, যুৱকৰ কামোন্মাদনাকাৰী এয়া বসন্ত কাল আহিছে; তেনেহ'লে কোৱাচোন বাৰু মানিনী, তুমি এতিয়াও কিয় অভিমান এৰা নাই?"

মহিলা সহস্স ভৰিএ তুহ হিঅএ সুহঅ সা অমাঅন্তী।
অণুদিণমণণ্ণকম্মা অঙ্গং তণু অং পি তণু এই ॥

( হে সুন্দৰ ! সহস্ৰ ৰমণীৰে পৰিপূৰ্ণ তোমাৰ অন্তৰত একেৰিও ঠাই নেপাই সেই বেচেৰীয়ে নিতৌ আন কাম-কাজ এৰি নিজৰ লাহী দেহাটি শুকাই আৰু ক্ষীণ কৰিছে।)

এই উদাহৰণত, "হৃদয়ত অকণো ঠাই নাপাই" এই উক্তিত প্ৰকাশ হোৱা কৱিকল্পিত বক্তাৰ প্ৰৌঢ়োক্তি-সিদ্ধ কাব্য লিঙ্গ অলঙ্কাৰদ্বাৰা বিশেষোক্তি অলঙ্কাৰ ব্যঞ্জিত হৈছেঃ "দেহাটি ক্ষীণ কৰিলেও তোমাৰ হৃদয়ত ঠাই পোৱা নাযায়।"

( হৃদয়ত ঠাই নোপোৱা বাবে দেহাটি শুকাই ক্ষীণ কৰিছেঃ ইয়াত দেহা শুকোৱা কাৰ্য্যৰ হেতু, হৃদয়ত ঠাইৰ অভাৱ; গতিকে কাব্যলিঙ্গ অলঙ্কাৰ। আকৌ, দেহা ক্ষীণাই যোৱাতো হৃদয়ত ঠাই পোৱা নাই; ইয়াত কাৰণ থকা সত্ত্বেও কাৰ্য্যৰ অভাৱ হৈছে বাবে বিশেষোক্তি অলঙ্কাৰ।]

কৱি প্ৰৌঢ়োক্তিতকৈ কৱিকল্পিত বক্তাৰ প্ৰৌঢ়োক্তি সুকীয়াকৈ যে দেখুওৱা হ'ল তাৰ অৰ্থ এয়ে যে—কৱিকল্পিত বক্তাৰ যেনে অনুৰাগ-প্ৰৱণতা থাকে, কৱিৰ নিজৰ তেনেকুৱা অনুৰাগ-প্ৰৱণতা নাথাকে

আৰু সেইবাবেই কৰি প্ৰৌঢ়োক্তিতকৈ কৰিকল্পিত বক্তাৰ প্ৰৌঢ় উক্তিয়ে সহৃদয়ৰ হৃদয়ত বিশেষ চমৎকাৰ উৎপাদন কৰে।

ওপৰৰ উদাহৰণৰ অলঙ্কাৰ ব্যঞ্জনাৰ ক্ষেত্ৰত ৰূপণ উৎপ্ৰেক্ষণ, ব্যতিৰেচন প্ৰভৃতিৰহে প্ৰাধান্য থাকে আৰু সিয়েই সহৃদয়ৰ হৃদয় সংবেদ্য; ৰূপ্য অৰ্থাৎ উৎপ্ৰেক্ষ্য, ব্যতিৰেচ্য আদিৰ প্ৰাধান্য নাথাকে। এই কাৰণে এইবোৰ ক্ষেত্ৰত অলঙ্কৃতিৰেই প্ৰাধান্য অনুভূত হয়।

( অলঙ্কাৰৰদ্বাৰা বস্তুৰ ব্যঞ্জনা হোৱা ক্ষেত্ৰত অলঙ্কাৰ ব্যঞ্জক বুলি কোৱাৰ তাৎপৰ্য্য এয়ে যে, এনে ক্ষেত্ৰত ৰূপক, ব্যতিৰেক, উৎপ্ৰেক্ষা অলঙ্কাৰ আদি প্ৰধান ভাৱে অনুভূত হয়, সেই সেই অলঙ্কাৰে প্ৰকাশ কৰা বিষয়বস্তুৰ অনুভৱ হয় গৌণ; অলঙ্কাৰে মুখ্য স্থান পোৱা বাবেই অলঙ্কাৰৰ ব্যঞ্জকত্ব পৃথকভাৱে কোৱা হৈছে। ]

শব্দ আৰু অৰ্থৰ শক্তিৰপৰা উদ্ভৱ হোৱা ব্যঞ্জনা-
ধ্বনি মাত্ৰ এক প্ৰকাৰ। ১০

শব্দ আৰু অৰ্থ দুয়োৰে শক্তিৰপৰা উদ্ভূত ব্যঙ্গ্যত ধ্বনিৰ প্ৰকাৰ ভেদ নাই, ই মাত্ৰ এবিধ।

হিমমুক্তচন্দ্ৰৰুচিৰঃ স-পদ্মকো মদয়ন্ দ্বিজান্ জনিতমীনকেতনঃ।
অভৱৎপ্ৰসাদিতসুৰো মহোৎসৱঃ প্ৰমদাজনস্য স চিৰায় মাধৱঃ॥

( হিমনিৰ্মুক্ত চন্দ্ৰতুল্য কান্তিমান্ লক্ষ্মীযুক্ত, প্ৰদ্যুম্নৰ জনক, দেৱতাসকলৰ মন প্ৰসন্ন কৰোঁতা মাধৱ দ্বিজসকলৰ আনন্দ দান কৰি অচিৰে ৰমণীসকলৰ মহানন্দ স্বৰূপ হৈ উঠিল।

ব্যঙ্গ্যাৰ্থ: হিম আঁতৰি যোৱাত নিৰ্ম্মল চন্দ্ৰেৰে কান্তিমান্ পদ্মযুক্ত, কামোদ্দীপক সুৰা নিৰ্ম্মলকাৰক বসন্তকাল অচিৰে পক্ষীকুলক উন্মত্ত কৰি ৰমণীসকলৰ আনন্দস্বৰূপ হৈ উঠিল। )

এই উদাহৰণত 'মাধৱ অৰ্থাৎ শ্ৰীকৃষ্ণ, মাধৱ অৰ্থাৎ বসন্তকালৰ নিচিনা'—এই উপমা অলঙ্কাৰ ব্যঙ্গ্য হৈছে।

[ ইয়াত মাধৱ=কৃষ্ণ, মাধৱ=বসন্ত; কৃষ্ণ উপমেয় আৰু বসন্ত উপমান স্বৰূপ হোৱা বাবে উপমালঙ্কাৰ ব্যঙ্গ্য হৈছে। ]

এইদৰে ব্যঙ্গ্যৰ ভেদৰপৰাই ব্যঞ্জক কাব্যৰ ভেদ নিৰূপণ কৰা হয়।

গতিকে ধ্বনি ওঠৰ প্ৰকাৰ। ১১

অবিৱক্ষিত বাচ্যধ্বনি অৰ্থান্তৰ-সংক্ৰমিত বাচ্যধ্বনি আৰু অত্যন্ত তিৰস্কৃত বাচ্যধ্বনি—এই দুভাগত বিভক্ত। বিৱক্ষিতান্য-পৰবাচ্যধ্বনি অসংলক্ষ্যক্ৰমব্যঙ্গত্বৰূপে মাত্ৰ এবিধ। কিন্তু বিৱক্ষিতান্যপৰ বাচ্যধ্বনি শব্দশক্তিমূলক, অৰ্থ শক্তিমূলক আৰু উভয় শক্তিমূলক ৰূপে পোন্ধৰবিধ। গতিকে মুঠতে ধ্বনি হ'ল ওঠৰ বিধ।

[ ধ্বনিক প্ৰথমতে লক্ষণামূলক আৰু অভিধামূলক বুলি দুটা বহল ভাগত ভগোৱা হৈছে। লক্ষণামূলক ধ্বনিয়েই অবিৱক্ষিত বাচ্যধ্বনি আৰু অভিধামূলক ধ্বনিয়েই বিৱক্ষিতান্যপৰবাচ্য ধ্বনি।

অবিৱক্ষিত বাচ্যধ্বনিৰ অৰ্থান্তৰ সংক্ৰমিত আৰু অত্যন্ত তিৰস্কৃত—এই দুটা ভাগ। বিৱক্ষিতান্যপৰ বাচ্যধ্বনিৰ অসংলক্ষ্যক্ৰম ব্যঙ্গ্য আৰু সংলক্ষ্যক্ৰম ব্যঙ্গ্য এই দুটা বহল ভাগ। অসংলক্ষ্যক্ৰম ব্যঙ্গ্যৰ কোনো প্ৰকাৰ ভেদ নাই, কিন্তু সংলক্ষ্যক্ৰম ব্যঙ্গ্য আকৌ পোন্ধৰ বিধঃ শব্দশক্তিমূলক দুবিধ, অৰ্থশক্তিমূলক বাৰ বিধ আৰু উভয় শক্তিমূলক এবিধ।

| | | | |
|---|---|---|---|
| অৰ্থান্তৰ সংক্ৰমিত বাচ্য—১ | | লক্ষণামূলক, অবিবক্ষিত বাচ্য | |
| অত্যন্ত তিৰস্কৃত বাচ্য—১ | | | |
| অসংলক্ষ্য ক্ৰম ব্যঙ্গ্য | ১ | | অভিধামূলক, বিবক্ষিতান্যপৰ-বাচ্য |
| শব্দশক্তিমূলক | ১ | সংলক্ষ্যক্ৰম ব্যঙ্গ্য | |
| অৰ্থশক্তিমূলক | ১২ | | |
| | ১ | | |

ইয়াৰ ভিতৰত—

শব্দাৰ্থ শক্তিমূলক ধ্বনি কেৱল বাক্যতহে হয়,
বাকীবিলাক ধ্বনি পদ আৰু বাক্য দুয়ো ক্ষেত্ৰতে
হয়। ১২

ইয়াৰ ভিতৰত পদগত অৰ্থান্তৰ সংক্ৰমিত বাচ্যধ্বনিৰ উদাহৰণ, যেনে—

ধন্যঃ স এৱ তৰুণো নয়নে তস্যৈৱ নয়নে চ।

যুৱজন মোহনৱিদ্যা ভৱিতেয়ং যস্য সম্মুখে সুমুখী ॥

( যুৱকৰ মোহন বিদ্যাস্বৰূপা এই সুন্দৰী যাৰ সম্মুখলৈ আহে সেই তৰুণেই ধন্য আৰু তেওঁৰ নয়নেই প্ৰকৃত নয়ন। )

এই উদাহৰণত থকা দ্বিতীয় নয়ন শব্দই—"সৌভাগ্যশালী নয়ন" এনে বিশিষ্ট অৰ্থ প্ৰকাশ কৰিছে।

বাক্যগত অৰ্থান্তৰসংক্ৰমিত বাচ্য ধ্বনিৰ উদাহৰণ ; যেনে—

ত্বামস্মি ৱচ্মি ৱিদুষাং সমৱায়োঽত্ৰ তিষ্ঠতি।

আত্মীয়াং মতিমা ( স্থায় ) দায় স্থিতিমত্ৰ ৱিধেহি তৎ ॥

( মই তোমাক কওঁ, ইয়াত বিদ্বান্‌মণ্ডলী সমৱেত হৈছে, গতিকে নিজৰ বিবেচনা অনুসৰণ কৰি ইয়াত অৱস্থান কৰাঁ। )

এই উদাহৰণত যাক কোৱা হৈছে, তেওঁ সম্মুখত থকা বাবে তেওঁকে কোৱা হৈছে বুলি বুজা হ'লেও 'তোমাক' বুলি আকৌ কোৱাৰপৰা অন্য সকলোতকৈ বেলেগ বিশিষ্ট 'তুমি' অৰ্থ লক্ষিত হৈছে। আকৌ সেইদৰে 'কওঁ', বোলোতেই [ সেই ক্ৰিয়াৰ ] কৰ্তা 'মই'ক পোৱা গ'লেও আকৌ 'মই' বুলি কোৱাৰপৰা অন্যসকলোতকৈ বিশেষভাৱে পৃথক 'মই' এনে অৰ্থ লক্ষিত হৈছে। সেইদৰে "ৱিদ্বান্ মণ্ডলী সমৱেত হৈছে" এই উক্তিৰপৰাই বক্তাৰ অভিপ্ৰায় সিদ্ধ হোৱা সত্বেও 'কওঁ" বুলি তুনাই কোৱাৰপৰা "কওঁ" শব্দই "উপদেশ দিওঁ" এনে বিশেষ অৰ্থ লক্ষিত কৰিছে।

এইদৰে লক্ষিত হৈ এই শব্দবিলাকে নিজৰ অৰ্থতকৈ কিছু বেলেগ অৰ্থ ব্যঞ্জিত কৰিছে। এইদৰে ব্যঞ্জিত কৰাৰপৰা সমগ্ৰ বাক্যৰ এনে অভিপ্ৰায় ব্যক্ত হৈছে "মোৰ উপদেশ অত্যন্ত মঙ্গলজনক, গতিকে তুমি নিশ্চয় সেই উপদেশ পালন কৰা উচিত।" সমগ্ৰ বাক্যই অৰ্থ ব্যঞ্জনা কৰা বাবে ই বাক্যগত অৰ্থান্তৰ সংক্ৰমিত বাচ্য ধ্বনি।

পদগত অত্যন্ত তিৰস্কৃত বাচ্য ধ্বনিৰ উদাহৰণ, যেনে—

"নিশ্বাসান্ধ ইৱাদৰ্শশ্চন্দ্ৰমা……"

( নিশ্বাসত অন্ধ হোৱা……… )

বাক্যগত অত্যন্ততিৰস্কৃত ব্যচ্য ধ্বনিৰ উদাহৰণ ; যেনে—

"উপকৃতং ৱহু তত্ৰ……"

( তুমি বহুত উপকাৰ কৰিছা…… )

বাক্যগত অসংলক্ষ্যক্ৰম ব্যঙ্গ্য আৰু সংলক্ষ্যক্ৰম ব্যঙ্গ্যৰ উদাহৰণ আগতে দিয়া হৈছে।

[ "শূন্যং ৱাসগৃহম্……" "পন্থি অ ণ অত্থ" ইত্যাদি ]

পদগত উদাহৰণ ; যেনে—

লাৱণ্যং তদসৌ কান্তিস্তদ্ৰূপং স ৱচঃক্ৰমঃ।
তদা সুধাস্পদমভূদধুনা তু জ্বৰো মহান্॥

( তেতিয়া সেই লাৱণ্য, সেই কান্তি, সেই ৰূপ আৰু বাক্যৰ সেই ভঙ্গিমা অমৃতময় হৈছিল ; কিন্তু এতিয়া মহা কষ্টদায়ক হৈছে। )

এই উদাহৰণত 'লাৱণ্য' আদিৰ তেনেকুৱা অলৌকিক অনুভূতিৰ একমাত্ৰ ব্যঞ্জক 'সেই' আদি শব্দৰে প্ৰাধান্য ; লাৱণ্য আদি অন্য শব্দবোৰ তাৰে সহায়ক, গতিকে এই ক্ষেত্ৰত শব্দশক্তিমূলক ধ্বনি পদগত বুলি কোৱা হৈছে।

[ সেই লাৱণ্য মিলন কালত অমৃতোপম আছিল আৰু সেই লাৱণ্যই বিৰহকালত কষ্টদায়ক হৈছে ;—এই কৱিতাফাঁকিত এনে তাৎপৰ্য্যাৰ্থৰ "সেই" শব্দই ব্যঞ্জনা কৰিছে আৰু 'লাৱণ্য' আদি শব্দ তাৰ সহায়ক হৈছে—দুয়োটা সমানে প্ৰধান নহয়। ধ্বনি একপদনিষ্ঠ হোৱা বাবে পদগত ধ্বনি, বাক্যগত নহয়। ]

সেই বাবেই ধ্বনিকাৰে কৈছে—

"শৰীৰৰ কোনো অঙ্গত পৰিধান কৰা অলঙ্কাৰৰ দ্বাৰা যি দৰে ৰমণীৰ সৌন্দৰ্য্য প্ৰকাশ পায়, সেইদৰেই

কেৱল পদৰদ্বাৰা প্ৰকাশ্য ব্যঙ্গ্য ধ্বনিৰেই সুকবিৰ
ৰচনায়ো শোভা পায়।"

এইদৰেই ভাৱ আদিৰ ক্ষেত্ৰতো ধ্বনিৰ উদাহৰণ উহ্য।

[ ওপৰৰ 'সেই লাৱণ্য……' ইত্যাদি ৰসবিষয়ক অসংলক্ষ্যক্ৰম ব্যঙ্গ্য ধ্বনিৰ উদাহৰণ, ভাৱবিষয়ক এনে উদাহৰণ বিচাৰিলেও পোৱা যাব। ]

মুক্তি-ভুক্তিকৃদেকান্ত-সমাদেশন-তৎপৰঃ।
কস্য নানন্দনিস্যন্দং ৱিদধাতি সদাগমঃ॥

( ভোগ আৰু মুক্তিৰ বিষয়ে একান্তভাৱে নিৰ্দ্দেশ দিয়াত তৎপৰ, উত্তম বেদাদিয়ে কাকনো আনন্দ নিদিয়ে ?

ব্যঙ্গ্যাৰ্থ : নিৰ্জ্জন ঠাইত উপস্থিতিৰ বাবে নিৰ্দ্দেশ দিয়াত তৎপৰ, সম্ভোগৰদ্বাৰা বিৰহবেদনা দূৰ কৰোঁতা তোমাৰ নিচিনা উত্তম পুৰুষৰ আগমনে কাকনো আনন্দ নিদিয়ে ? )

এই উদাহৰণত সন্নিহিত উপপতিৰ প্ৰতি প্ৰযুক্ত সদাগম ( সৎ+আগম ) শব্দই 'উত্তম শাস্ত্ৰ' এই অৰ্থ অভিহিত কৰি 'সৎপুৰুষৰ আগমন' ( সতঃ পুৰুষস্য আগমঃ, সৎ+আগম ) এই বিষয়বস্তু ব্যঞ্জিত কৰিছে। [ গতিকে ই বস্তুধ্বনিৰ উদাহৰণ। ]

বাৰু, যদি কোৱা হয় "উত্তম আগমৰ ( শাস্ত্ৰ ) দৰে উত্তম পুৰুষৰ আগমন", তেনেহ'লে ওপৰৰ উদাহৰণত অলঙ্কাৰ ( উপামা ) ধ্বনিহে হব লাগিছিল ; নহয়, ইয়াত অলঙ্কাৰধ্বনি বুলি কোৱা উচিত নহব—কিয়নো 'সদাগম' এই শব্দৰ দুটা অৰ্থৰ ভিতৰত উপমান-উপমেয় ভাৱ বিৱক্ষিত হোৱা নাই, অৰ্থাৎ তেনে উপমাৰ ইঙ্গিত দিয়াটো বক্তাৰ অভিপ্ৰায় নহয়। গোপন প্ৰণয়লীলা গোপনে ৰাখিবলৈকে ( দ্ব্যৰ্থক শব্দৰ প্ৰয়োগেৰে ) দুটা অৰ্থ প্ৰতিপাদন কৰা হৈছে মাত্ৰ। প্ৰসঙ্গ আদিৰ আলোচনা কৰিলে দেখা যাব যে বক্তব্যৰ লগত সদাগমৰ ( উত্তম শাস্ত্ৰ ) কোনো সম্পৰ্ক নাই।

পদগত আলঙ্কাৰধ্বনিৰ উদাহৰণ ; যেনে—

অনন্যসাধাৰণধীধৃ্র্তাখিলৱসুন্ধৰঃ।
ৰাজতে কোঽপি জগতি ৰাজা স পুৰুষোত্তমঃ॥

( বসুন্ধৰা ধাৰণ কৰোঁতা অনন্যসাধাৰণ ধীসম্পন্ন কোনো এক পুৰুষোত্তম ৰজাই জগতত বিৰাজ কৰিছে। )

এই উদাহৰণত "পুৰুষোত্তম ( পুৰুষশ্ৰেষ্ঠ ) পুৰুষোত্তমৰ ( নাৰায়ণ ) তুল্য" এনে উপমা অলঙ্কাৰধ্বনি হৈছে।

ওপৰৰ উদাহৰণ দুটা শব্দশক্তিমূলক সংলক্ষ্যক্ৰম ব্যঙ্গধ্বনিৰ দুটা প্ৰকাৰ মাত্ৰ।

সায়ং স্নানমুপাসিতং মলয়জেনাঙ্গং সমালেপিতম্
যাতোঽস্তাচলমৌলিৰম্বৰমণিৰ্বিস্ৰব্ধমত্ৰাগতিঃ।
আশ্চৰ্য্যং তৱ সৌকুমাৰ্য্যমভিতঃ ক্লান্তাসি যেনাধুনা
নেত্ৰদ্বন্দ্বমমীলনব্যতিকৰং শক্নোতি তেনাসিতুম্॥

( সখী, তুমি এই সন্ধিয়া বেলা স্নান কৰিছা, গাত চন্দনৰ প্ৰলেপ সানিছা, সূৰ্য্যও ইফালে অস্ত গৈছে আৰু তুমি মোৰ ওচৰলৈ ভয়-সংশয় নকৰাকৈ আহিছা, তথাপি তুমি যে এতিয়া অতিশয় ক্লান্ত হৈ পৰিছা আৰু সেইবাবেই তুমি চকু নুমুদাকৈ থাকিব পৰা নাই। তোমাৰ সুকুমাৰতা আচৰিত ! )

এই উদাহৰণত স্বতঃসম্ভৱী বস্তুৰ সহায়ত এই বস্তু ব্যঙ্গ্য হৈছে যে "তুমি উপপতিৰ সৈতে ৰমণ কৰি স্নান কৰি আহিছা।"

"তুমি এতিয়া অতিশয় ক্লান্ত হৈ পৰিছা, কিন্তু ইতিপূৰ্ব্বে তোমাৰ এনেকুৱা ক্লান্তি দেখা নগৈছিল"—এই ব্যঙ্গ্য প্ৰতিপাদন কৰিছে "এতিয়া" এই পদটোৱে। কৱিতাফাঁকিৰ অন্য পদসমূহতকৈ অৰ্থোৎকৰ্ষৰ বাবে 'এতিয়া' পদ বিশেষ বৈশিষ্ট্যপূৰ্ণ।

তদপ্ৰাপ্তি মহাদুঃখৱিলীনাশেষপাতকা
তচ্চিন্তাৱিপুলাহ্লাদ-ক্ষীণপুণ্যচয়া তথা।

চিন্তয়ন্তি জগৎসূতিং পৰংব্ৰহ্মস্বৰূপিণম্
নিৰুচ্ছাসতয়া মুক্তিং গতান্যা গোপকন্যকা ॥

( কৃষ্ণক নোপোৱাৰ বাবে জন্মা মহাদুখৰ ফলত অশেষ পাপৰাশি ধ্বংস কৰি, কৃষ্ণক ধ্যান কৰোঁতে জন্মা নিৰতিশয় আনন্দৰ ফলত সমস্ত পুণ্য ক্ষয় কৰি, জগৎস্ৰষ্টা পৰম ব্ৰহ্মস্বৰূপ শ্ৰীকৃষ্ণক ধ্যান কৰি থাকোঁতেই উশাহ-নিশাহ বন্ধ কৰি অন্য গোপ-কন্যাসকলে মুক্তি লাভ কৰিলে। )

এই কৱিতাফাঁকিত থকা 'অশেষ' আৰু 'সমস্ত' ( অশেষ—চয় ) এই দুই পদৰ প্ৰভাৱত বহু হেজাৰ বছৰ জুৰি ভোগ কৰিবলগীয়া পাপ আৰু পুণ্যৰ সৈতে অভিন্নতা প্ৰতীতি হোৱা বাবে ভগৱানৰ বিৰহজনিত দুখ আৰু ভগৱচ্চিন্তাজনিত আনন্দৰ বোধ হৈছে। 'অশেষ' আৰু 'সমস্ত' পদে এই বোধৰ সহায়ত দুটা অতিশয়োক্তি ব্যঞ্জিত কৰিছে। প্ৰৌঢ়োক্তিৰ সহায় নোহোৱাকৈয়ো ব্যঞ্জকে ব্যঙ্গ্যাৰ্থৰ প্ৰতীতি জন্মোৱা বাবে, ইয়াত স্বতঃসম্ভৱী ব্যঙ্গ্য হৈছে।

[ বহু হেজাৰ বছৰ জুৰি ভোগ কৰিবলগীয়া পাপকৰ্ম আৰু ভগৱানৰ বিৰহজনিত দুখ—এই দুটা দেখাতে স্বকীয়া কথা ; কিন্তু 'অশেষ পাপৰাশি ধ্বংস কৰি' বুলি দুয়োটাকে একেৰূপে গণ্য কৰা হৈছে বাবে ইয়াত অতিশয়োক্তি অলঙ্কাৰ হৈছে। সেইদৰে বহু হেজাৰ জুৰি ভোগ কৰিবলগীয়া পুণ্যকৰ্ম্ম আৰু ভগৱচ্চিন্তাজনিত সুখ প্ৰকৃততে বেলেগ যদিও, দুয়োটাকে 'সমস্ত পুণ্য ক্ষয় কৰি' বুলি একেৰূপে প্ৰতিপাদন কৰা বাবে অন্য এটা অতিশয়োক্তি হৈছে।

কবি প্ৰৌঢ়োক্তি বা কবি-নিবদ্ধ বক্তাৰ প্ৰৌঢ়োক্তিৰ আশ্ৰয় নোলোৱাকৈয়ে 'অশেষ' আৰু 'সমস্ত' এই দুটা পদে ( ব্যঞ্জকে ) ব্যঙ্গ্যাৰ্থৰ প্ৰতীতি জন্মাব পাৰিছে, গতিকে ই স্বতঃসম্ভৱী অৰ্থাৎ ইয়াত ব্যঙ্গ্য প্ৰকাশৰ বাবে অন্যৰ আশ্ৰয় লব লগা হোৱা নাই। ]

পশ্যন্ত্যসংখ্যপথগাং তদ্দানজলৱাহিনীম্।
দেৱ ত্ৰিপথগাত্মানং গোপয়জুগ্ৰমূৰ্দ্ধনি ॥

( হে প্ৰভু, দান উছৰ্গা কৰাৰ সময়ত আপুনি চলু পাতি দিয়া পানী অসংখ্য পথেদি যোৱা দেখি ত্ৰিপথগামিনী গঙ্গা লাজতে মহাদেৱৰ মূৰত ( জটাৰ মাজত ) লুকাই আছে। )

এই কবিতাফাঁকি মোৰ ৰচনাৰপৰা দিয়া হৈছে।

এই উদাহৰণত 'দেখি' (পশ্যন্তী) পদৰ আশ্ৰয়ত কাব্যলিঙ্গ অলঙ্কাৰ প্ৰকাশ হৈছে আৰু কবি প্ৰৌঢ়োক্তি-সিদ্ধ সেই কাব্যলিঙ্গ অলঙ্কাৰৰ সহায়ত 'অসংখ্য' পদে "আপোনাৰ সমান দাতা আৰু নাই" এই ব্যতিৰেক অলঙ্কাৰ ব্যঞ্জিত কৰিছে।

পদগত ধ্বনিৰ উদাহৰণ :

এইদৰেই অৰ্থশক্তিমূলক সংলক্ষ্যক্ৰম ধ্বনিৰ বিবিধ প্ৰকাৰ উদাহৰণ দিব পাৰি।

আগেয়ে কোৱা ওঠৰ প্ৰকাৰ ধ্বনিৰ ভিতৰত শব্দাৰ্থ-শক্তিমূলক ধ্বনি কেৱল বাক্যতহে সম্ভৱ, গতিকে একপ্ৰকাৰ; কিন্তু বাকী সোতৰ বিধ পদগত আৰু বাক্যগত দুয়ো প্ৰকাৰে হয় বাবে চৌত্ৰিশ প্ৰকাৰ। তেনেহলে, ধ্বনি মুঠতে হ'ল পঁয়ত্ৰিশ প্ৰকাৰ।

পণ্ডিতসকলে অৰ্থশক্তিমূলক ধ্বনি প্ৰবন্ধতো থাকে
বুলি কয়। ১৩

প্ৰবন্ধ মানে মহাবাক্য অৰ্থাৎ কাব্য আদি। প্ৰবন্ধৰ ক্ষেত্ৰতো অৰ্থশক্তিমূলক ধ্বনি বাৰ প্ৰকাৰ। যেনে, মহাভাৰতৰ শিয়াল-শগুণৰ উপাখ্যানত।

অলং স্থিত্বা শ্মশানেঽস্মিন্ গৃধ্ৰগোমায়ুসঙ্কুলে
কঙ্কাল-বহুলে ঘোৰে সৰ্ব্বপ্ৰাণি-ভয়ঙ্কৰে।
ন চেহ জীৱিতঃ কশ্চিৎ কালধৰ্ম্মমুপাগতঃ
প্ৰিয়ো ৱা যদি বা দ্বেষ্যঃ প্ৰাণিনাং গতিৰীদৃশী ॥

(শিয়াল-শগুণে ভৰি থকা কঙ্কাল পৰিপূৰ্ণ (মৰা মানুহৰ জঁকাৰে ঠাহ খাই থকা) আৰু সকলো প্ৰাণীয়ে ভয় খোৱা এই ভয়ানক শ্মশানত থকাৰপৰা লাভ কি? মিত্ৰই হওক বা শত্ৰুৱেই হওক, মৃত্যুৰ কবলত পৰা কোনোৱেই এই সংসাৰত আকৌ জী নুঠে; সকলো প্ৰাণীৰে এই একে দশা।)

[মৰা ল'ৰা এটা মৰিশালিলৈ নি জ্ঞাতিবৰ্গই কান্দি-কাটি থকা দেখি এটা শগুণে এইদৰে কৈছে।]

শগুণে দিনতহে মাংস খাব পাৰে, গতিকে মৰা ল'ৰাটো লৈ শ্মশানত ৰৈ থকা মানুহবোৰে যাতে মৰা শটো এৰি থৈ সোনকালে গুচি যায়, এয়ে শগুণৰ ইচ্ছা।

আদিত্যোঽয়ং স্থিতো মূঢ় স্নেহং কুরুত সাম্প্রতম্
বহুৱিঘ্নোমুহূৰ্ত্তোঽয়ং জীৱেদপি কদাচন।
অমুং কণকবৰ্ণাভং বালমপ্রাপ্তযৌৱনম্
গৃধ্রৱাক্যাৎ কথং বালাস্ত্যক্ষ্যধ্বমৱিশঙ্কিতাঃ॥

(হেৰ মূৰ্খহত! বেলি এতিয়াও মাৰ যোৱা নাই। এতিয়াও অলপ মৰম-চেনেহ কৰ। (দিনৰ এই শেষ) মুহূৰ্ত্ত বহুত বিপদ-বিঘিনিৰে ভৰা, গতিকে ল'ৰাটো ইয়াৰ পিছত কিজানি জীৱও পাৰে। তইঁত কি মূৰ্খ যে শগুণৰ কথাতে যৌৱনত ভৰি নিদিয়া কেঁচা সোণ যেন ল'ৰাটিক নিঃশঙ্কচিত্তে মৰিশালিত পেলাই থৈ যাব খুজিছ?)

[শগুণৰ কথা শুনি কোৱা এয়া শিয়ালৰ উক্তি।]

শিয়ালৰ পক্ষে ৰাতিহে মাংস খাবলৈ সুবিধা, গতিকে দিন হৈ থাকোঁতেই মানুহবিলাকে মৰা শটো মৰিশালিত পেলাই থৈ যাওক—এইটো শিয়ালৰ ইচ্ছা নহয়। এই অভিপ্রায় সমগ্র কৱিতাফাঁকিৰ পৰা (বাক্যসমূহৰপৰা) ব্যঞ্জিত হৈছে। এই ক্ষেত্ৰত ব্যঞ্জক স্বতঃসম্ভৱী।

এইদৰেই অন্যান্য এঘাৰ বিধ ধ্বনিৰ উদাহৰণো দিব পৰা হয়। বাচ্যাৰ্থৰ ব্যঞ্জকত্বৰ উদাহৰণ আগতে (দৃষ্টিং হে প্রতিৱেশিনি···) দিয়া হৈছে।

লক্ষ্যাৰ্থৰ ব্যঞ্জকত্বৰ উদাহৰণ; যেনে—

"নিঃশেষচ্যুতচন্দনম্······"

ব্যঙ্গ্যাৰ্থৰ ব্যঞ্জকত্বৰ উদাহৰণ, যেনে—

"উ অ নিচ্চল······"

এই দুয়োটা ক্ষেত্ৰতে লক্ষ্যাৰ্থ আৰু ব্যঙ্গ্যাৰ্থ স্বতঃসম্ভৱী ব্যঞ্জক।

[ 'নিঃশেষচ্যুত……' এই উদাহৰণত যি লক্ষ্যাৰ্থ প্ৰকাশ হৈছে, সেই লক্ষ্যাৰ্থই উপপতি-বিষয়ক সম্ভোগৰ ব্যঞ্জনা কৰিছে, গতিকে লক্ষ্যাৰ্থ স্বয়ং ব্যঞ্জক ; আকৌ 'উ অ নিচ্চল……' এই উদাহৰণত লৰচৰ নকৰা পদুম পাতত বগলীবোৰ বহি থকাৰপৰা ঠাইখনৰ নিৰ্জ্জনত্ব ব্যঙ্গ্যাৰ্থৰূপে প্ৰতীয়মান হৈছে আৰু সেই ব্যঙ্গ্যাৰ্থই উপপতিক সঙ্কেতৰ বিষয়ে জনাইছে, গতিকে ব্যঙ্গ্যাৰ্থ স্বয়ং ব্যঞ্জক । ]

এইদৰেই অন্য এঘাৰ প্ৰকাৰ ধ্বনিৰো উদাহৰণ দিব পাৰি ।

**অস্ফুটধ্বনি পদাংশ, বৰ্ণ, ৰচনা আৰু প্ৰবন্ধত হয় । ১৪**

অস্ফুটধ্বনি অৰ্থাৎ অসংলক্ষ্যক্ৰমব্যঙ্গ্য ধ্বনি । ইয়াৰ ভিতৰত পদাংশগত অসংলক্ষ্যক্ৰমব্যঙ্গ্য ধ্বনি আকৌ প্ৰকৃতি, প্ৰত্যয়, উপসৰ্গ, নিপাত আদিৰ ক্ষেত্ৰতো হয় বাবে এনে ধ্বনি অসংখ্য-প্ৰকাৰ হয় ।

যেনে—

চলাপাঙ্গাং দৃষ্টিং স্পৃশসি বহুশো ৱেপথুমতীম্
ৰহস্যাখ্যায়ীৱ স্বনসি মৃদু কৰ্ণান্তিকচৰঃ ।
কৰং ৱ্যাধুন্বত্যাঃ পিৱসি ৰতিসৰ্ব্বস্বমধৰম্
ৱয়ং তত্ত্বান্বেষান্মধুকৰ হতাস্ত্বং খলু কৃতী ॥

( হেৰা মধুকৰ ! তুমি শকুন্তলাৰ চঞ্চল নয়নপ্ৰান্তৰ বিলোল দৃষ্টি বাৰে বাৰে স্পৰ্শ কৰিছা, যেন তেওঁক কিবা গুপুত কথাহে কৈছা এনে ভাৱে কাণৰ ওচৰলৈ গৈ মৃদু গুঞ্জন কৰিছা আৰু বাৰে বাৰে হাত জোকাৰি খেদি দিলেও তুমি তেওঁৰ ৰতিসৰ্ব্বস্ব অধৰ পান কৰিছা ; মধুকৰ ! তুমিয়েই কৃতাৰ্থ হৈছা, মই তত্ত্ব বিচাৰি ফুৰোঁতেই মৰিলোঁ । )

এই উদাহৰণত 'হতাঃ' ( মৰিলোঁ ) বুলি কোৱা হৈছে, 'দুখ-কষ্ট খাইছোঁ' বুলি কোৱা নাই ; গতিকে 'হতাঃ' এই পদৰ প্ৰকৃতি হন্ ধাতুৰেই ইয়াত ব্যঞ্জক হৈছে ।

মুহুৰঙ্গুলিসংৱৃতাধৰোষ্ঠং প্ৰতিষেধাক্ষৰৱিক্লৱাভিৰামম্ ।
মুখমসংৱিৱৰ্ত্তি পক্ষ্মলাক্ষ্যাঃ কথমপ্যুন্নমিতং ন চুম্বিতং তু ॥

( ঘনে ঘনে আঙুলিৰে অধৰ আৰু ওঠ ঢাকি থোৱা, বাৰে বাৰে চুম্বন নিষেধ কৰি কওঁতে জন্মা বিহ্বলতাৰ বাবে মনোৰম হৈ পৰা সুপক্ষ্মনয়নাৰ পিঠিৰ ফালে ঘূৰাই নিয়া মুখখনি কোনোমতে ওপৰমূৱা কৰিলোঁ, কিন্তু চুম্বন কৰিব নোৱাৰিলোঁ। )

এই উদাহৰণত 'তু' ( কিন্তু ) এই নিপাত অৰ্থাৎ অব্যয়ে দুষ্মন্তৰ অনুতাপ ব্যঞ্জনা কৰিছে।

"ন্যক্কাৰো হ্যয়মেৱ মে যদৰয়ঃ……"

এই উদাহৰণত 'বহুত শত্ৰু' ইয়াত বহুবচন, 'তপস্বীটো' ইয়াত একবচন, 'ইয়াতেই' এই সৰ্ব্বনামপদ, 'বধ কৰিছে' আৰু 'জীয়াই আছে' ইয়াত বৰ্ত্তমানকালৰ ক্ৰিয়াবিভক্তি, 'হায়' এই অব্যয়, গাঁওখনি ( গ্ৰামটিকা ) ইয়াত 'খনি' এই তদ্ধিত প্ৰত্যয়, 'বিলুণ্ঠন' ইয়াত 'বি' উপসৰ্গ আৰু 'ভুজসমূহ' ইয়াত বহুবচন ব্যঞ্জক হৈছে।

আহাৰে ৱিৰতিঃ সমস্তৱিষয়গ্ৰামে নিবৃত্তিঃপৰা
নাসাগ্ৰে নয়নং তদেতদপৰং যচ্চৈকতানং মনঃ।
মৌনঞ্চেদমিদঞ্চ শূন্যমধুনা যদ্বিশ্বমাভাতি তে
তদ্‌ব্ৰূয়াঃ সখি যোগিনী কিমসি ভোঃ কিংৱা ৱিয়োগিন্যসি॥

( সখী, তোমাৰ আহাৰত অৰুচি, সকলো বিষয়তে পৰম বৈৰাগ্য, দৃষ্টি নাকৰ আগত আৰু ইয়াৰ বাহিৰেও দেখিছোঁ তোমাৰ মন কোনো বিষয়ত একাগ্ৰ। তোমাৰ এই মৌনাৱলম্বন আৰু গোটেই সংসাৰখনেই তোমাৰ মানত শূন্য যেন হৈ পৰা, সকলো মই লক্ষ্য কৰিছোঁ। কোৱাচোন, তুমি যোগিনী হৈছানে কিবা বিয়োগিনী ( বিৰহিণী ) হৈছা ? )

এই উদাহৰণত 'আহাৰত' ইয়াত বিষয়ে সপ্তমী বিভক্তি, 'সকলো' আৰু 'পৰম' এই দুটা বিশেষণ, 'এই মৌনাৱলম্বন' ইয়াত প্ৰত্যক্ষ পৰামৰ্শী 'এই' সৰ্ব্বনাম পদ, 'শূন্য যেন হৈ পৰা' ( আভাতি ) ইয়াত 'আ' এই উপসৰ্গ, সখী' প্ৰণয়সুচক এই সম্বোধন পদ, 'হৈছানে' এই উপহাসসূচক বিদ্ৰূপ, 'নাইবা' ইয়াৰদ্বাৰা পিছৰ কথাষাৰৰ ওপৰত আৰোপ কৰা

গুৰুত্ব, 'হৈছা' ইয়াত বৰ্ত্তমানকালৰ ক্ৰিয়াপদ,—এই সকলোবোৰ ব্যঞ্জক হৈছে ; এইবোৰে প্ৰকাশ কৰা নিজ নিজ ব্যঞ্জনা সহৃদয়ৰ হৃদয়-সংৱেদ্য।

[ এই কৰিতাকাঁকি প্ৰত্যয় আদিৰ ব্যঞ্জকত্বৰ উদাহৰণ। ]

বৰ্ণ আৰু ৰচনাৰ ক্ষেত্ৰত অসংলক্ষ্যক্ৰম ব্যঙ্গ্যধ্বনিৰ উদাহৰণ পিছত ( অষ্টম আৰু নৱম পৰিচ্ছেদত ) দিয়া হৈছে। প্ৰবন্ধৰ ক্ষেত্ৰত ধ্বনিৰ উদাহৰণ ; যেনে—মহাভাৰতত শান্ত ৰস ; ৰামায়ণত করুণ ৰস ; মালতীমাধৱ, ৰত্নাৱলী আদিত শৃঙ্গাৰ ৰস, তেনেকৈয়ে অন্যান্য ক্ষেত্ৰৰ উদাহৰণো বিচাৰিবলগীয়া।

গতিকে ধ্বনি একাৱন্ন প্ৰকাৰ বুলি স্বীকাৰ কৰা হয়। তিনি প্ৰকাৰ সঙ্কৰ আৰু এক প্ৰকাৰ সংসৃষ্টিৰ ( অলঙ্কাৰমূলক ধ্বনি ) যোগত ধ্বনিৰ সংখ্যা হয় বেদ (৪), আকাশ (০), অগ্নি (৩) আৰু বাণ (৫), অৰ্থাৎ পাঁচ হেজাৰ তিনিশ চাৰি (৫৩০৪)। এই মিশ্ৰ ধ্বনি আকৌ শুদ্ধবিলাকৰ সৈতে লগলাগি হয় পাঁচ হেজাৰ তিনিশ পচপন্নবিধ (৫৩৫৫)। ১৫

'শুদ্ধবিলাকৰ সৈতে'ৰ অৰ্থ হৈছে একাৱন্ন প্ৰকাৰ শুদ্ধ ধ্বনিৰ সৈতে।

[ শুদ্ধ ধ্বনি একাৱন্ন প্ৰকাৰ, সেই একাৱন্ন প্ৰকাৰ আকৌ সঙ্কৰ-সংসৃষ্টি আদিৰে গুণ হৈ ৫৩০৪ প্ৰকাৰ মিশ্ৰ ধ্বনি হয়, তাৰ লগত শুদ্ধ একাৱন্ন প্ৰকাৰ যোগ হ'লে ধ্বনিৰ মুঠ সংখ্যা হয় ৫৩৫৫ প্ৰকাৰ। ধ্বন্যালোকত ধ্বনিৰ সংখ্যা অগণন বুলি কোৱা হৈছে আৰু কাব্য প্ৰকাশত ধ্বনি ১০৪৫৩ প্ৰকাৰ বুলি কোৱা হৈছে। ]

দিগ্‌দৰ্শনৰূপে কেইটামান উদাহৰণ দিয়া হৈছে।

অত্যুন্নতস্তনযুগা তৰলায়তাক্ষী দ্বাৰি স্থিতা তদুপযানমহোৎসৱায়।
সা পূৰ্ণকুম্ভনৱনীৰজতোৰণস্ৰক্ সম্ভাৰমঙ্গলমযত্নকৃতং ৱিধত্তে॥

( পীনোন্নতপয়োধৰা আয়তচঞ্চললোচনা সেই সুন্দৰীয়ে স্বামীৰ আগমন মহোৎসৱৰ বাবে দুৱাৰমুখত থিয় হৈ কোনো যত্ন নকৰাকৈয়ে দুৱাৰৰ পূৰ্ণকুম্ভ আৰু তোৰণৰ নৱ পদ্মৰ মালাস্বৰূপ হৈ মঙ্গলসম্ভাৰ ৰচনা কৰিছে। )

ইয়াত 'স্তনযুগলেই পূৰ্ণকুম্ভ আৰু দৃষ্টিয়েই নৱ পদ্ম' এই ৰূপক ধ্বনি আৰু ৰসধ্বনিৰ আশ্ৰয় একেই, একে আশ্ৰয়তে দুয়োটাৰ অনুপ্ৰৱেশ ঘটা বাবে সঙ্কৰ হৈছে।

ধিন্বন্ত্যমূনি মদমূৰ্চ্ছদলিধ্বনীনি
ধৃতাধ্বনীনহৃদয়ানি মধোৰ্দিনানি।
নিস্তন্দ্ৰচন্দ্ৰৱদনা-ৱদনাৰৱিন্দ-
সৌৰভ্য-সৌহৃদসগৰ্বসমীৰণানি॥

(তন্দ্ৰাহীন চন্দ্ৰতুল্য যাৰ আনন, সেই ৰমণীৰ মুখ-পদ্মৰ সুৰভিৰ সৈতে সহৃদয়-সম্পৰ্কৰ বাবে সমীৰণক গৰ্ব্বিত কৰি তোলা, মধুপানত মতলীয়া ভোমোৰাৰ গুঞ্জন বৃদ্ধি কৰা আৰু বিৰহী পথিকৰ হৃদয় আকুল কৰি তোলা বসন্ত কালৰ এই দিনবোৰে আনন্দ দান কৰে।)

এই উদাহৰণত 'তন্দ্ৰাহীন' আদি পদত লক্ষণামূলক ধ্বনিৰ সংসৃষ্টি হৈছে।

[তন্দ্ৰা মানৱ-ধৰ্ম্ম, চন্দ্ৰক বুজাবলৈ ইয়াত লক্ষণাৰ আশ্ৰয়ত "নিশ্বাসান্ধ ইৱাদৰ্শঃ" এই উদাহৰণৰদৰে অত্যন্ত তিৰস্কৃত বাচ্যধ্বনি হৈছে। সেইদৰে 'সহৃদয় সম্পৰ্ক আৰু 'গৰ্ব্ব' প্ৰাণিধৰ্ম্ম, এই দুটাক, ঘনিষ্ঠ সম্পৰ্ক আৰু বাহুল্য বুজাবলৈ বায়ুত আৰোপ কৰাত ব্যঞ্জনামূলক অত্যন্ত তিৰস্কৃত বাচ্যধ্বনি হৈছে। এই তিনিওটা ধ্বনিৰ পৰস্পৰ নিৰপেক্ষভাৱে অৱস্থানৰ বাবে ইয়াত সংসৃষ্টি হৈছে।]

এতিয়া **গুণীভূত ব্যঙ্গ্যৰ** বিষয়ে কোৱা হৈছে—

ব্যঙ্গ্য অৰ্থ বাচ্যাৰ্থতকৈ উত্তম নহলে তেনে কাব্যক গুণীভূত ব্যঙ্গ্য বোলা হয়। [গুণীভূত গৌণ বা অপ্ৰধান হোৱা]। ১৬

'উত্তম নহলে' অৰ্থাৎ ব্যঙ্গ্যাৰ্থ যদি বাচ্যাৰ্থতকৈ নিকৃষ্ট হয়, নাইবা বাচ্যাৰ্থৰ সমকক্ষ হয়।

গুণীভূত ব্যঙ্গ্য আঠ প্ৰকাৰে হোৱা দেখা যায়।
ব্যঙ্গ্যাৰ্থ অন্যৰ অঙ্গস্বৰূপ হলে, কাকুৰ সহায়ত

ব্যঙ্গ্যাৰ্থ আক্ষিপ্ত হলে, বাচ্যাৰ্থ সিদ্ধিৰ অঙ্গস্বৰূপ হলে, বাচ্যাৰ্থ আৰু ব্যঙ্গ্যাৰ্থৰ ভিতৰত ব্যঙ্গ্যাৰ্থ সন্দিগ্ধভাৱে প্ৰধান হলে, বাচ্যাৰ্থ আৰু ব্যঙ্গ্যাৰ্থ দুয়োটাই প্ৰধান হ'লে, ব্যঙ্গ্যাৰ্থ অস্ফুট হ'লে আৰু ব্যঙ্গ্যাৰ্থ স্পষ্ট হ'লে, নাইবা মনোগ্ৰাহী নহ'লে গুণীভূত ব্যঙ্গ্য হয়। ১৭

'অন্যৰ অঙ্গ' মানে ৰসাদিৰ অঙ্গ আৰু তেনে ক্ষেত্ৰত ৰস আদিয়েই ব্যঙ্গ্য হয়। উদাহৰণ; যেনে—

অয়ং স ৰসনোৎকৰ্ষী পীনস্তনৱিমৰ্দ্দনঃ।
নাভ্যূৰুজঘনস্পৰ্শী নীৱীৱিস্ৰংসনঃ কৰঃ॥

(এইখন সেই হাত, যি হাতে মোৰ ককঁালৰ কাঞ্চীদাম ওপৰলৈ টানে, পীন পয়োধৰ মৰ্দ্দন কৰে, নাভি-উৰু-জঘন স্পৰ্শ কৰে আৰু নীবীবন্ধন মুক্ত কৰে।)

এই উদাহৰণত শৃঙ্গাৰ, করুণ ৰসৰ অঙ্গ হৈছে।

মানোন্নতাং প্ৰণয়িণীমনুনেতুকাম
স্ত্বৎসৈন্য সাগৰ-ৰৱোদগতকৰ্ণতাপঃ।
হা হা কথং নু ভৱতো ৰিপুৰজধানী-
প্ৰাসাদ সন্ততিষু তিষ্ঠতি কামিলোকঃ॥

(হায়! হায়! আপোনাৰ সৈন্য সমুদ্ৰৰ গৰ্জ্জনে কাণত তাল মাৰি ধৰা সত্বেও অভিমানত ওফন্দি থকা প্ৰণয়িনীক অনুনয় কৰিবৰ বাবে কামুকে কেনেকৈ আপোনাৰ শত্ৰুৰ ৰাজধানীৰ প্ৰাসাদসমূহত আছে?)

এই উদাহৰণত ৰাজবিষয়ক ৰতিয়েই প্ৰধান; ঔৎসুক্য আৰু ত্ৰাস এই দুয়োটাৰ সম্মিলনত পৰিপুষ্ট হোৱা করুণ ৰস, ৰাজবিষয়ক ৰতিৰ অঙ্গ হৈছে।

জনস্থানে ভ্ৰান্তং কনকমৃগতৃষ্ণান্ধিতয়া
ৱচো বৈদেহীতি প্ৰতিপদমুদশ্ৰু প্ৰলপিতম্।

কৃতা লঙ্কা ভৰ্ত্তুৰ্বদনপৰিপাটীষু ঘটনা
ময়াপ্তং ৰামত্বং কুশলৱসুতা নত্বধিগতা ॥

( মই স্বৰ্ণৰূপ মৰীচিকাত হৃতবুদ্ধি হৈ মানুহৰ ঘৰে ঘৰে ঘূৰি ফুৰিছোঁ আৰু চকুলো টুকি সকলোৰে ওচৰত 'দিয়া দিয়া' বুলি চেৰাবলিয়াৰ দৰে খুজি ফুৰিছোঁ। ধনস্বামীৰ সন্তুষ্টিৰ বাবেনো মই কি চাটু কৰা নাই, তুমিয়েই কোৱাচোন? মোৰ অৱস্থা ৰামৰদৰে হৈছে সঁচা, কিন্তু যথেষ্ট ধনসম্পত্তি অৰ্জ্জন কৰিব নোৱাৰিলোঁ।

**ব্যঙ্গ্যাৰ্থ ঃ** স্বৰ্ণমৃগ পোৱাৰ আশাৰে জনস্থানত ঘূৰি ফুৰিছোঁ, চকুলো টুকি টুকি প্ৰতি খোজতে "বৈদেহী, বৈদেহী" বুলি প্ৰলাপ বকি ফুৰিছোঁ, লঙ্কেশ্বৰৰ মুখবিলাকৰ প্ৰতি শৰ যোজনা কৰিছোঁ—কিন্তু লৱ-কুশৰ জননীক হ'লে নেপালোঁ।। )

এই উদাহৰণত 'মোৰ দশা ৰামৰ দৰে হৈছে' বুলি কোৱা হৈছে; কিন্তু সেইদৰে নোকোৱা হ'লেও শব্দশক্তিৰপৰাই ৰামৰ দশা হৈছে বুলি বুজা যায়। কিন্তু এইদৰে কোৱাত বক্তাৰ নিজৰ সৈতে ৰামৰ সাদৃশ্যৰ কাৰণ-স্বৰূপ বক্তাত ( শব্দৌপম্যৰদ্বাৰা ) ৰামত্ব আৰোপণ প্ৰকট হৈ পৰা বাবে সাদৃশ্য আৰু গোপন হৈ নাথাকিল। এইদৰে কোৱা বাবেই সাদৃশ্য ব্যঞ্জনা বাক্যাৰ্থৰ অন্বয় সিদ্ধিৰ বাবে বাচ্যাৰ্থৰ অঙ্গস্বৰূপ হৈ পৰিছে; গতিকে ই গুণীভূত ব্যঙ্গ্য।

কাকুৰদ্বাৰা আক্ষিপ্ত ব্যঙ্গ্যৰ উদাহৰণ; যেনে—

মথ্নামি কৌৰৱশতং সমৰে ন কোপাৎ
দুঃশাসনস্য ৰুধিৰং ন পিৱাম্যুৰস্তঃ।
সংচূৰ্ণয়ামি গদয়া ন সুযোধনোৰূ
সন্ধিং কৰোতু ভৱতাং নৃপতিঃ পণেন ॥

( যুদ্ধক্ষেত্ৰত ক্ৰুদ্ধ হৈ মই এশ কৌৰৱক কি মোহাৰি নেপেলাম, দুঃশাসনৰ বুকুৰপৰা কি তেজ নিপিম, গদাৰ আঘাতেৰে দুৰ্যোধনৰ উৰু কি নেভাগিম? তোমালোকৰ ৰজাই পণ অনুসাৰে সন্ধি কৰক। )

এই উদাহৰণত 'মোহাৰি পেলাম' আদি ব্যঙ্গ্যাৰ্থ নিষেধাত্মক ৱাচ্যাৰ্থৰ সৈতে সমানে বোধগম্য হৈছে।

দীপয়ন্ ৰোদসীৰন্ধ্ৰমেষ জ্বলতি সৰ্ব্বতঃ।
প্ৰতাপস্তৱৰাজেন্দ্ৰ ৱৈৰীৱংশদৱানলঃ ॥

( হে ৰাজেন্দ্ৰ, শত্ৰু বংশৰ দাবানলস্বৰূপ আপোনাৰ প্ৰতাপে অন্তৰিক্ষ আলোকিত কৰি চাৰিওফালে জ্বলিব লাগিছে। )

এই উদাহৰণত প্ৰতাপক দাবানল (বন জুই) ৰূপে বৰ্ণনা কৰা হৈছে আৰু অন্বয়ক ( শত্ৰুবংশ ) বেণুৰূপে বৰ্ণনা কৰা হৈছে; অন্বয়ৰ বেণু আৰোপণৰূপ ব্যঙ্গ্যাৰ্থ প্ৰতাপৰ দাবানলত্ব আৰোপণৰূপ বাচ্যাৰ্থৰ অঙ্গস্বৰূপ হৈছে।

[ দাবানলে বংশ ( বাঁহ ) পোৰে; ৰজাৰ প্ৰতাপো দাবানলস্বৰূপ, গতিকে ৰজাৰ প্ৰতাপে শত্ৰুবংশ পুৰিছে। বংশ=বাঁহ, বংশ=কুল। ]

"হৰস্তু কিঞ্চিৎ পৰিবৃত্ত…"

এই উদাহৰণত অৱলোকন আৰু চুম্বনৰ ইচ্ছা এই দুটাৰ ভিতৰত কোনটো প্ৰধান তাৰ ভিতৰত সন্দেহ আছে।

[ পাৰ্ব্বতীয়ে তপস্যানিৰত মহাদেৱৰ কণ্ঠত পদ্মৰ মালা পিন্ধাই দিয়াত মহাদেৱে কিঞ্চিৎ ধৈৰ্য্যচ্যুত হৈ পাৰ্ব্বতীৰ বিম্বফলাধৰোষ্ঠৰ ফালে চাবলৈ ধৰিলে—। ইয়াত অৱলোকন বাচ্যাৰ্থ আৰু চুম্বনাভিলাষ ব্যঙ্গ্যাৰ্থ, এই দুটাৰ ভিতৰত কোনটো প্ৰধান, সন্দেহাতীত ভাৱে নিৰ্ণয় কৰা টান। ]

ব্ৰাহ্মণাতিক্ৰমত্যাগো ভৱতামেৱ ভূতয়ে।
জামদগ্ন্যশ্চ ৱো মিত্ৰমন্যথা দুৰ্ম্মনায়তে ॥

( ব্ৰাহ্মণৰ ওপৰত অত্যাচাৰ কৰা পৰিত্যাগ কৰিলে আপোনাৰ মঙ্গল হ'ব; সেয়ে নহলে আপোনাৰ মিত্ৰ জমদগ্নিৰ পুত্ৰ পৰশুৰামো বিৰূপ হ'ব। )

এই উদাহৰণত "পৰশুৰামে ৰাক্ষসকুল নিৰ্ম্মূল কৰিব" এই ব্যঙ্গ্যাৰ্থৰ "মিত্ৰ বিৰূপ হ'ব" এই বাচ্যাৰ্থৰ সৈতে সম প্ৰাধান্য হৈছে, অৰ্থাৎ বাচ্যাৰ্থ আৰু ব্যঙ্গ্যাৰ্থ দুয়োটাই সমানভাৱে প্ৰতীয়মান হয়।

সন্ধৌ সৰ্ব্বস্বহৰণং ৱিগ্ৰহে প্ৰাণনিগ্ৰহঃ।
অল্লাৱদীননৃপতৌ ন সন্ধিৰ্নচবিগ্ৰহঃ ॥

( সন্ধি কৰিলে সৰ্ব্বস্ব যায় আৰু যুদ্ধ কৰিলে প্ৰাণহানি হয়, গতিকে আল্লাউদ্দিন ৰজাৰ সৈতে সন্ধি-বিগ্ৰহ এটাও নহয়। )

এই ক্ষেত্ৰত—"আল্লাউদ্দিন নৃপতিৰ ওচৰত সাম-দানৰ বাহিৰে অন্য কোনো শান্তিৰ উপায় নাই"—এই ব্যঙ্গ্যাৰ্থ বিশেষজ্ঞৰ মনতো শীঘ্ৰে পৰিস্ফুট নহয়।

অনেন লোকগুৰুণা সতাং ধৰ্ম্মোপদেশিনা।
অহং ব্ৰতৱতী স্বৈৰমুক্তেন কিমতঃপৰম্ ॥

( সাধুসকলৰ ধৰ্ম্মোপদেষ্টা এই লোকগুৰুৰ মই পতিব্ৰতা পত্নী, গতিকে ইয়াৰ পিছত তেওঁৰ স্বচ্ছন্দাচাৰৰ কথা কৈ লাভ কি ? )

এই উদাহৰণত 'শাক্যমুনিৰ তিৰ্য্যগ যোষিতাৰ বলাৎকাৰ উপভোগ, এই ব্যঙ্গ্যাৰ্থ প্ৰায় বাচ্যাৰ্থৰ দৰেই প্ৰকট হৈ পৰিছে ; গতিকে ইয়াত ব্যঙ্গ্য অগূঢ়।

ৱাণীৰ কুড়ঙ্গুড্ডীণ শউণি-কোলাহলং সুণংতীএ।
ঘৰ কম্মৱাৱড়াএ বহু এ সীঅংতি অঙ্গাইং ॥

( বেতৰ জোপোহাৰপৰা উৰি অহা চৰাইৰ কোলাহল শুনি ঘৰৰ কামত লাগি থকা ৰমণীৰ অঙ্গ-প্ৰত্যঙ্গ অৱশ হৈ পৰিছে। )

এই উদাহৰণত "পূৰ্ব্বে দিয়া সঙ্কেত অনুসাৰে কোনো এক পুৰুষ ( উপপতি ) লতা কুঞ্জত সোমাইছে"—এই ব্যঙ্গ্যাৰ্থতকৈ "অঙ্গ-প্ৰত্যঙ্গ অৱশ হৈ পৰিছে" সহৃদয়ে অন্তৰত অনুভৱ কৰা এই বাচ্যাৰ্থ অধিক চমৎকাৰপূৰ্ণ ; গতিকে ব্যঙ্গ্যাৰ্থ সুন্দৰ হোৱা নাই।

ইয়াৰ বাহিৰে দীপক, তুল্য-যোগিতা আদি অলঙ্কাৰৰ ক্ষেত্ৰত যেতিয়া উপমা অলঙ্কাৰ ব্যঙ্গ্য হয়, তেতিয়া সি গুণীভূত ব্যঙ্গ্যই হয় ; কিয়নো দীপক আদি অলঙ্কাৰদ্বাৰাই কাব্যৰ চমৎকাৰিত্ববিধান হয়। তাকে ধ্বনিকাৰে কৈছে—

"য'ত অন্য কোনো অলঙ্কাৰ ব্যঙ্গ্যৰূপে প্ৰতীত হয়, কিন্তু সেই অলঙ্কাৰৰ তাৎপৰ্য্য প্ৰকাশ নহয়, সি ধ্বনি কাব্যৰ বিষয় নহয় ; গুণীভূত ব্যঙ্গ্য হে।

আৰু য'ত কোনো শব্দৰদ্বাৰা গোপন হৈ থকা চাৰুত্বৰ বিপৰ্য্যয় ঘটে অৰ্থাৎ গূঢ় ব্যঙ্গ্য অতিশয় স্পষ্ট হৈ পৰে, সিয়ো গুণীভূত ব্যঙ্গ্যহে।"

যেনে—

দৃষ্ট্যা কেশৱ গোপৰাগহৃতয়া কিঞ্চিন্ন দৃষ্টং ময়া
তেনাত্র স্খলিতাস্মি নাথ পতিতাং কিং নাম নালম্বসে।
একস্ত্বং ৱিবমেষু-খিন্নমনসাং সৰ্ব্বাবলানাং গতি
ৰ্গোপ্যৈৱং গদিতঃ সলেশমৱতাদ্ গোষ্ঠে হৰিৰ্ব্বশ্চিৰম্ ॥

(হে কেশৱ, গো-পৰাগে (গৰুৰ ধূলি) দৃষ্টি হৰণ কৰি নিয়া বাবে মই একোকে নেদেখা হৈছো আৰু ইয়াত পৰিছোঁ। হে নাথ, পতিতা (পৰি যোৱা) মোক কিয় তুমি তুলি ধৰা নাই? ওখ-চাপৰ ঠাইত পৰি মনত কষ্ট পোৱা সকলো অবলাৰে তুমিয়েই একমাত্ৰ গতি। গোষ্ঠত গোপীয়ে যি হৰিক শ্লেষ কৰি এইদৰে কৈছিল, সেই হৰিয়ে তোমালোকক ৰক্ষা কৰক।

ব্যঙ্গ্যাৰ্থ: গোপ-ৰাগে (গোপাল কৃষ্ণৰ প্ৰতি জমা অনুৰাগ) মোৰ দৃষ্টি হৰণ কৰি নিছে বাবে মই একোকে বিচাৰ কৰিব পৰা নাই আৰু সেইবাবেই মোৰ চৰিত্ৰ স্খলন হৈছে। হে নাথ তেনেহ'লে পতিতা মোক কিয় অৱলম্বন কৰা নাই? পঞ্চশৰ মদনদ্বাৰা সন্তপ্ত-হৃদয়া সকলো অবলাৰে তুমিয়েই একমাত্ৰ গতি। গোষ্ঠত ... ...।)

এই উদাহৰণত 'গোপৰাগ' (গো-পৰাগ = গৰুৰ ধূলি, গোপ-ৰাগ = গোপ কৃষ্ণৰ প্ৰতি অনুৰাগ) শব্দৰ, গোপৰ প্ৰতি অনুৰাগ এনে ব্যঙ্গ্যাৰ্থ প্ৰতীত হয়, সেই ব্যঙ্গ্যাৰ্থ 'শ্লেষৰ সৈতে' বুলি কোৱাত অতিশয় স্পষ্ট হৈ পৰিছে। [গতিকে গুণীভূত ব্যঙ্গ্য হৈছে; 'বিষমেষু' আদি শব্দতো এনে শ্লেষ আছে।] 'শ্লেষৰ সৈতে' এই কথা ফাঁকি বাদ দিলে এই উদাহৰণত ধ্বনিয়েই হ'ব।

ইয়াৰ বাহিৰে, কোনো বিশেষ ৰসত যদি বস্তু, অলঙ্কাৰ আৰু ৰস-ৰূপ ব্যঙ্গ্য গৌণ ভাৱে থাকে, তেনেহ'লে তেনে ক্ষেত্ৰত প্ৰধানৰ নামেই কাব্যৰ প্ৰচলন হয়।

সেই কথাকে ধ্বনিকাৰে কৈছে—

"এই যে এক প্ৰকাৰ গুণীভূত ব্যঙ্গ্য আছে, সিয়ো ৰস আদিৰ তাৎপৰ্য্য পৰ্য্যালোচনা কৰিলে ধ্বনি ৰূপে প্ৰতীয়মান হয়।"

যত্ৰোন্মদানাং প্ৰমদাঙ্গনানামভ্ৰংলিহঃ শোণমণিময়ূখঃ।
সন্ধ্যাভ্ৰমং প্ৰাপ্নুৱতামকাণ্ডেঽপ্যনঙ্গনেপথ্যৱিধিং ৱিধত্তে॥

( সেই নগৰৰ অভ্ৰংলিহ প্ৰাসাদৰ পদ্মৰাগ মণিৰ ৰশ্মিয়ে সন্ধ্যাৰ ভ্ৰম জন্মাই অসময়তে মদনোন্মত্তা ৰমণীবৃন্দক ৰতি বেশেৰে সজ্জিত কৰায়। )

এই উদাহৰণত যদিও ৰস আদি ( শৃঙ্গাৰ ৰস ) কেৱল নগৰীৰ আচৰণ ৰূপ বস্তু বৰ্ণনাৰ অঙ্গ হৈছে আৰু তাৎপৰ্য্য পৰ্য্যালোচনা কৰাৰ পিছতো ব্যঙ্গ্য ৰস, ধ্বনিৰ পৰ্য্যায়লৈ মুঠি গৌণ ভাৱেই থাকে ; তথাপি সেই গুণীভূত ব্যঙ্গ্যৰ বাবেই সেই কাব্যৰ কাব্য সংজ্ঞা হয়।

[ অৰ্থাৎ, প্ৰধান ভাৱে প্ৰতীয়মান বিষয় অনুসাৰে কাব্যৰ সংজ্ঞা বা কাব্য ব্যৱহাৰ হয় ; কিন্তু "সেই নগৰৰ…" এই ক্ষেত্ৰত যদিও নগৰীৰ বৃত্ত প্ৰধান আৰু শৃঙ্গাৰ ৰস গৌণ, তথাপি সেই কাব্যক গৌণ শৃঙ্গাৰ ৰস অনুসাৰেই শৃঙ্গাৰ কাব্য বুলি কোৱা হয়। নগৰ-বৰ্ণনাৰ কাব্য বোলা নহয় ]

এই কথাকে আমাৰ সগোত্ৰ কৰি, পণ্ডিত মুখ্য মাননীয় চণ্ডীদাসে কৈছে—

"অখণ্ড বুদ্ধিবেদ্য কাব্যাৰ্থৰ তন্ময় ভাৱে আস্বাদৰ সময়ত গৌণ-প্ৰধান ভাৱে প্ৰতীয়মান হোৱা অনুভৱ নহয়। অন্য সময়ত প্ৰকৰণ আদি পৰ্য্যালোচনা কৰিলে গৌণ-প্ৰধান ভাৱৰ প্ৰতীতি হয় যদিও, তেতিয়া সেই প্ৰতীতিয়ে কাব্যৰ কাব্যত্ব হানি কৰিব নোৱাৰে, কিয়নো কাব্যাৰ্থৰ অনুভৱ কেৱল আস্বাদৰদ্বাৰাহে হয়।"

কোনোৱে আকৌ ( ধ্বনি কাব্য আৰু গুণীভূত ব্যঙ্গ্য—এই দুবিধ কাব্যৰ বাহিৰেও ) চিত্ৰ কাব্য নামে তৃতীয় এবিধ কাব্য আছে বুলি কয়।

"অব্যঙ্গ্য ( ব্যঙ্গ্যাৰ্থ নথকা ) নিকৃষ্ট কাব্য, শব্দচিত্ৰ
আৰু বাচ্য চিত্ৰ এই দুভাগত বিভক্ত।"

কিন্তু ই হ'ব নোৱাৰে। "অব্যঙ্গ্য" বুলি যদি ব্যঙ্গ্য নথকাটোকে বুজোৱা হৈছে, তেনেহ'লে ব্যঙ্গ্যহীন কাব্য কাব্যই নহয়—এই কথা আগতে কোৱা হৈছে। 'অব্যঙ্গ্য' মানে যদি ঈষৎ ব্যঙ্গ্য ( অৰ্থাৎ অলপ ব্যঙ্গ্য থকা ) অৰ্থ কৰা হয়, তেনেহলে প্ৰশ্ন উঠে—ঈষৎ ব্যঙ্গ্য আস্বাদ-যোগ্য হয়নে নহয় ?

এই প্ৰশ্নৰ উত্তৰত, ঈষৎ ব্যঙ্গ্য যদি আস্বাদযোগ্য বুলি কোৱা হয়, তেনেহ'লে সি আগৰ দুই প্ৰকাৰ কাব্যৰ ( ধ্বনি আৰু গুণীভূত ব্যঙ্গ্যৰ ) ভিতৰতে পৰিব ; যদি আস্বাদযোগ্য নহয় বুলি কোৱা হয়, তেনেহ'লে সি কাব্যই নহয়।

আকৌ, য'ত আস্বাদযোগ্যতা থাকে, তাত ক্ষুদ্ৰতা নাথাকে, ক্ষুদ্ৰতা থাকিলে আস্বাদ যোগ্যতা নাথাকে। তাকে ধ্বনিকাৰে কৈছে—

ব্যঙ্গ্যৰ প্ৰাধান্য আৰু গৌণতাৰদ্বাৰা কাব্য এই
দৰে দুই প্ৰকাৰে ব্যৱস্থিত হয় ; ইয়াৰ পিছত যি
অবশিষ্ট থাকে, সিয়েই চিত্ৰ নামে অভিহিত।

[ ব্যঙ্গ্যই কাব্যৰ মানদণ্ড। ব্যঙ্গ্য প্ৰধান হ'লে ধ্বনি কাব্য আৰু ব্যঙ্গ্য গৌণ হ'লে গুণীভূত ব্যঙ্গ্য কাব্য হয়। ইয়াৰ বাহিৰে যি থাকে অৰ্থাৎ ব্যঙ্গ্য, প্ৰধান নাইবা গৌণ ভাৱেও নথকা ৰচনাই চিত্ৰ। চিত্ৰত ব্যঙ্গ্য নাথাকে, সেই বাবে তাক কাব্য বুলিবই নোৱাৰি। ]

সাহিত্য দৰ্পণত ধ্বনি আৰু গুণীভূত ব্যঙ্গ্য ৰূপে
কাব্যৰ ভেদ নিৰূপণ নামৰ চতুৰ্থ পৰিচ্ছেদ।

---

॥ পঞ্চম পৰিচ্ছেদ ॥

# ব্যঞ্জনা নিৰূপণ

এতিয়া ব্যঞ্জনা নামৰ এই অভিনৱ বৃত্তিনো কি, সেই বিষয়ে কোৱা হৈছে।

অভিধা, লক্ষণা আৰু তাৎপৰ্য্য বৃত্তিৰ কাৰ্য্য শেষ হৈ
গ'লে, ৰস আদিৰ প্ৰতীতিৰ নিমিত্তে এটা চতুৰ্থ
বৃত্তি স্বীকাৰ কৰিবলগীয়া হয়। ১

[ এই চতুৰ্থ বৃত্তিয়েই ব্যঞ্জনা। ]

অভিধা বৃত্তিয়ে কেবল সঙ্কেতিত অৰ্থক বুজায়েই বিৰত হয়, গতিকে বস্তু, ৰস আৰু অলঙ্কাৰৰ ব্যঙ্গ্যাৰ্থ বুজোৱাৰ ক্ষমতা অভিধা বৃত্তিৰ নাথাকে। আনহাতে আকৌ ৰস আদি সঙ্কেতিতো নহয় অৰ্থাৎ শব্দবাচ্য নহয়। আকৌ বিভাৱাদি অভিধাৰ সহায়ত বাচ্য হয় বুলিয়েই ৰসো বাচ্য বুলি ক'ব নোৱাৰি, কিয়নো বিভাৱ আৰু ৰস একে বুলি স্বীকাৰ কৰা হোৱা নাই। [ অভিধা বৃত্তিৰে বিভাৱ আদিৰ উল্লেখ কৰিব পাৰি সচাঁ, কিন্তু তাৰদ্বাৰা ৰসৰ উল্লেখ নহয়—কিয়নো বিভাৱ আৰু ৰস একে নহয় ; বিভাৱ জ্ঞেয়, ৰস জ্ঞান স্বৰূপ। ]

য'ত ৰস শব্দৰে ৰসক বুজোৱা হয়, তাত সেইটো এটা দোষ হে হয় বুলি ( সপ্তম পৰিচ্ছেদত ) কোৱা হ'ব। আকৌ কোনো ঠাইত ৰস শব্দেৰে 'এয়া শৃঙ্গাৰ ৰস' এইদৰে কোৱা হ'লেও, তাত ৰসৰ প্ৰতীতি নজন্মে। যি হেতুকে ৰস স্বপ্ৰকাশ আৰু আনন্দস্বৰূপ।

অভিহিতান্বয়বাদীসকলে স্বীকাৰ কৰা তাৎপৰ্য্য নামৰ বৃত্তিৰো পৰস্পৰ বিছিন্ন শব্দসমূহক সংযোগ কৰাৰ পিছতে শক্তি শেষ হৈ পৰে, ব্যঙ্গ্যবোধনৰ শক্তি আৰু নাথাকে।

[ কুমাৰিল ভট্টৰ মতানুগামীসকলে তাৎপৰ্য্য নামৰ এটা অতিৰিক্ত বৃত্তি স্বীকাৰ কৰে। তেওঁলোকৰ মতে বাক্যস্থ পদসমূহৰ নিজ নিজ অৰ্থ অভিহিত হোৱাৰ পিছতহে পৰস্পৰ অন্বয় ( সংযোগ ) হয় আৰু এই অন্বয়ৰ ক্ৰিয়া সম্পাদন কৰে তাৎপৰ্য্য নামৰ বৃত্তিয়ে।

অভিহিত হোৱাৰ পিছত অন্বয় হয় বুলি অভিমত প্ৰকাশ কৰা বাবে এই সকলক অভিহিতান্বয়বাদী বোলা হয়। ইয়াৰ বিপৰীতে প্ৰভাকৰ আদি মীমাংসক সকলে কয় যে, বাক্যস্থ পদসমূহ প্ৰথমে পৰস্পৰ অভিহিত হয়, তাৰ পিছতহে সিঁহতৰ অৰ্থ প্ৰকাশ হয়। এই সকলক অন্বিতাভিধানবাদী বোলা হয়। ]

**এই প্ৰসঙ্গত কোনোৱে কয়—"অভিধা শক্তিৰ প্ৰক্ৰিয়া নিক্ষিপ্ত শৰৰ দৰে ক্ৰমে গভীৰৰপৰা গভীৰতৰ হয়।"**

[ লক্ষ্যৰ উদ্দেশে নিক্ষিপ্ত শৰে কেতিয়াবা লক্ষ্য ভেদ কৰি বা লক্ষ্য অতিক্ৰম কৰি আৰু দূৰলৈ যায়, ঠিক সেইদৰে অভিধা শক্তিয়েও শব্দৰ বাচ্যাৰ্থৰ বাহিৰেও ব্যঙ্গ্যাৰ্থও বুজায়। ]

ধ্বনিকাৰে কৈছে—

> ব্যঞ্জনা নামৰ বৃত্তি তাৎপৰ্য্যবৃত্তিতকৈ বেলেগ একো
> নহয়, গতিকে ব্যঞ্জনাবৃত্তি-প্ৰতিপাদ্য ব্যঙ্গ্যাৰ্থও ধ্বনি
> নহয়; শব্দৰ যিমান অৰ্থ হ'ব পাৰে সিমানলৈকে
> তাৎপৰ্য্যবৃত্তি প্ৰসাৰিত হয় বাবে, তাৎপৰ্য্যবৃত্তিৰ
> প্ৰসাৰ তুলাদণ্ডৰে জুখিব নোৱাৰি। ২

[ ব্যঞ্জনা নামৰ নতুন বৃত্তি তাৎপৰ্য্যবৃত্তিতকৈ স্বকীয়া বৃত্তি নহয়, গতিকে ব্যঞ্জনা বৃত্তিয়ে যি ব্যঙ্গ্যাৰ্থ প্ৰতিপাদন কৰে বুলি কোৱা হয় সেই ব্যঙ্গ্যাৰ্থ তাৎপৰ্য্য-বৃত্তিয়েই প্ৰকাশ কৰিব পাৰে। আনহাতে তাৎপৰ্য্যবৃত্তি বাক্যস্থ পদসমূহৰ অন্বয় সাধনৰ পিছতো ক্ষীণ শক্তি হৈ নপৰে, কিয়নো যিমান অৰ্থ প্ৰকাশৰ আৱশ্যক সিমান অৰ্থ বুজাবলৈ তাৎপৰ্য্যবৃত্তিৰ শক্তিৰ প্ৰসাৰ হয়; গতিকে তাৎপৰ্য্যবৃত্তিৰ প্ৰসাৰ ইমানলৈকেহে বুলি তুলাদণ্ডৰে জোখাদি জুখিব নোৱাৰি। ]

**উল্লিখিত এই দুটা মতৰ পৰিপোষকসকলৰ ওপৰত "শব্দ-বুদ্ধি-কৰ্ম্মৰ শক্তিৰ বিৰমাৰ পিছত কৰণীয় একো নাথাকে" বুলি কোৱাসকলেই**

দণ্ড প্ৰহাৰ কৰক অৰ্থাৎ সেই মত খণ্ডন কৰক। ইয়াৰ বাহিৰেও যদি অভিধা শক্তিৰ শৰৰ দৰে 'গভীৰতকৈয়ো গভীৰতৰ' প্ৰক্ৰিয়া আছে বুলি মানি লোৱা হয়, তেনেহলে লক্ষণা শক্তি স্বীকাৰ কৰাৰেইবা প্ৰয়োজনেই কি? অভিধা শক্তিয়েই দেখোন 'গভীৰতকৈয়ো গভীৰতৰ প্ৰক্ৰিয়াৰে' লক্ষ্যাৰ্থও বুজাব পাৰিব?

ইয়াৰ উপৰিও—"ব্ৰাহ্মণ, তোমাৰ পুত্ৰ জন্মিছে, আৰু তোমাৰ কুমাৰী কন্যা গৰ্ভৱতী হৈছে" এনে ক্ষেত্ৰত লক্ষণীয় হৰ্ষ-শোক আদিও বাচ্যাৰ্থৰূপে পৰিগণিত নহয় কিয়?

[অভিধা শক্তিয়েই যদি 'গভীৰতকৈও গভীৰতৰ প্ৰক্ৰিয়াৰে' বাচ্যাৰ্থ বুজোৱাৰ পিছতো লক্ষ্যাৰ্থও বুজায় বুলি স্বীকাৰ কৰা হয়, তেনেহ'লে বহুত ক্ষেত্ৰত অসঙ্গতিয়ে দেখা দিব। "ব্ৰাহ্মণ, তোমাৰ ... ... ... ..." এই ক্ষেত্ৰত পুত্ৰ জন্মাৰ বাতৰিত ব্ৰাহ্মণৰ মুখাবয়বত প্ৰকাশ হোৱা উৎফুল্লতা আৰু কন্যা সগৰ্ভা হোৱাৰ বাতৰি শুনাত দেখা দিয়া বিষণ্ণতাও বাচ্যাৰ্থৰূপে পৰিগণিত হ'ব লাগিব; কিন্তু পুত্ৰ জন্মৰ বাচ্যাৰ্থ 'হৰ্ষ' আৰু গৰ্ভৱতী হোৱাৰ বাচ্যাৰ্থ 'শোক' হব নোৱাৰে। তেনে অৰ্থ লক্ষ্যাৰ্থ হে।]

এই প্ৰসঙ্গত কোনোৱে কয়—"পৌৰুষেয়-অপৌৰুষেয় সকলো বাক্যই কাৰ্য্যপৰ। বাক্য যদি তৎপৰ নহয় অৰ্থাৎ কাৰ্য্যপৰ নহয়, তেনেহলে তেনে বাক্য উন্মাদৰ প্ৰলাপৰ দৰে গ্ৰহণৰ অযোগ্য হয়। 'কাব্যান্তৰ্গত শব্দসমষ্টিৰপৰা নিৰতিশয় সুখাস্বাদনৰ বাহিৰে প্ৰতিপাদ্য-প্ৰতিপাদকৰ (শ্ৰোতা আৰু বক্তাৰ) ক্ৰমে কাব্য শ্ৰৱণ আৰু কাব্য প্ৰণয়নৰ অন্য কোনো অৰ্থ উপলব্ধি নহয়; গতিকে নিৰতিশয় সুখাস্বাদনেই কাব্যৰ কাৰ্য্যৰূপে স্বীকৃত। "শব্দই যাৰ ওপৰত নিৰ্ভৰ কৰে (যৎপৰ) সেয়ে শব্দৰ অৰ্থ" এই সিদ্ধান্ত ইয়াত প্ৰযোজ্য।

[এই উক্তিৰ তাৎপৰ্য্য এনে: সকলো শব্দ কাৰ্য্যপৰ হ'লেহে গ্ৰহণযোগ্য হয়। গতিকে গ্ৰহণযোগ্য কাব্যান্তৰ্গত শব্দও কাৰ্য্যপৰ আৰু সেই কাৰ্য্য হৈছে নিৰতিশয় সুখাস্বাদ। নিৰতিশয় সুখাস্বাদৰূপ কাৰ্য্য প্ৰতিপাদনৰ বাবে প্ৰযুক্ত শব্দই সেই উদ্দেশ্য সাধন কৰে; কিয়নো এনে সিদ্ধান্ত আছে, 'যি উদ্দেশ্য প্ৰতিপাদনৰ বাবে শব্দৰ

প্ৰয়োগ, শব্দই সেই উদ্দেশ্য ( অৰ্থ ) বুজায়।' সেইবাবে ব্যঙ্গ্যাৰ্থ প্ৰতিপাদনৰ উদ্দেশ্যে প্ৰযুক্ত শব্দই বাচ্যাৰ্থৰ বাহিৰেও ব্যঙ্গ্যাৰ্থও বুজাব পাৰে। )

ইয়াত প্ৰশ্ন হৈছে—'তৎপৰত্ব' ( তাৰ ওপৰত নিৰ্ভৰশীল ) কথাষাৰৰ অৰ্থ কি? অভিধাবৃত্তিৰে অৰ্থ বুজোৱানে তাৎপৰ্য্যবৃত্তিৰে সেই অৰ্থ ( ব্যঙ্গ্যাৰ্থ ) প্ৰতিপাদন? [ ওপৰৰ 'তৎপৰ নহয়' ( অতৎপৰত্ব ) কথাষাৰৰ বিপৰীতে 'তৎপৰত্ব' আক্ষিপ্ত হৈছে, অৰ্থাৎ 'তৎপৰ হ'লেহে' গ্ৰহণীয়। ]

যদি প্ৰথম পক্ষ, অৰ্থাৎ অভিধাবৃত্তিৰে অৰ্থ বুজোৱাকে 'তৎপৰত্ব' বোলা হৈছে, তেনেহলে আমাৰো তাত কোনো আপত্তি নাই। অভিধা-বৃত্তিৰে অৰ্থ বুজোৱাৰ পিছতো শব্দই ব্যঞ্জনা বৃত্তিৰে অন্য অৰ্থ বুজাব পাৰে, গতিকে তাত তৎপৰত্ব-হানি নহয়। যদিহে দ্বিতীয় পক্ষ, তেন্তে তাৎপৰ্য্য নামৰ এই বৃত্তিটোনো কি? অভিহিতান্বয়বাদীসকলে স্বীকাৰ কৰা তাৎপৰ্য্যবৃত্তিনে অন্য কিবা এটা? যদিহে প্ৰথমটো বুলি ( অভিহিতান্বয়বাদীৰ স্বীকৃত তাৎপৰ্য্যবৃত্তি ) কোৱা হয়, তেনেহ'লে উত্তৰ আগতে দিয়াই হৈছে। দ্বিতীয়টো ( স্বকীয়া তাৎপৰ্য্যবৃত্তি ) বুলি ক'লে আমাৰ বিবাদ কেৱল নামতহে। সেই মতেও চতুৰ্থ এটা বৃত্তি স্বীকাৰ কৰা হ'ল।

[ অভিহিতান্বয়বাদীয়ে স্বীকাৰ কৰা তাৎপৰ্য্যবৃত্তিয়ে যে ব্যঙ্গ্যাৰ্থ প্ৰতিপাদন কৰিব নোৱাৰে, আগতে কোৱাই হৈছে। সেই তাৎপৰ্য্যবৃত্তিৰ বাহিৰেও যদি স্বকীয়া এটা বৃত্তি স্বীকাৰ কৰা হয়, তেনেহ'লে সেই বৃত্তিৰ নামটোহে বেলেগ। ]

তাৎপৰ্য্যবৃত্তিৰ শক্তিৰে একে সময়তে বিভাৱ আদিৰ সম্পৰ্ক আৰু ৰসৰ প্ৰকাশ হয় বুলিও ক'ব নোৱাৰি, যিহেতুকে ৰসক ফল আৰু বিভাৱ আদিক হেতুৰূপে আগতেই স্বীকাৰ কৰা হৈছে। [ হেতু আৰু ফলৰ যুগপৎ প্ৰকাশ নহয়। ]

ভৰত মুনিয়ে কৈছে—"বিভাৱ, অনুভাৱ আৰু ব্যভিচাৰী ভাৱৰ সংযোগত ৰস-নিষ্পত্তি হয়।"

যদি বিভাৱ আদি আৰু ৰস একে সময়তে উৎপন্ন হোৱা বস্তু বুলি ধৰা হয়, তেনেহলে দুয়োটাৰ ভিতৰত পৌৰ্ব্বাপৰ্য্য নাথাকিব আৰু তেতিয়া সোঁ শিং-বাঁও শিঙৰ মাজত কাৰ্য্য-কাৰণ সম্পৰ্ক নথকাৰ দৰে বিভাৱ আদি আৰু ৰসৰ মাজতো কাৰ্য্য কাৰণ ভাৱ নথাকিব।

[ যুগপৎ অৰ্থাৎ একে সময়তে প্ৰকাশ হোৱা দুটা বস্তুৰ এটা কাৰণ আৰু ইটো তাৰ কাৰ্য্য হ'ব নোৱাৰে; যেনেকৈ সোঁ শিং কাৰণ আৰু বাওঁ শিং তাৰ কাৰ্য্য নহয়, ঠিক সেইদৰে বিভাৱ আদি আৰু ৰস একে সময়তে তাৎপৰ্য্যবৃত্তিৰ শক্তিৰদ্বাৰা প্ৰকাশ হয় বুলি স্বীকাৰ কৰিলে বিভাৱ আদি কাৰণ আৰু ৰস কাৰ্য্য হ'ব নোৱাৰিব। 'শব্দ-বুদ্ধি আৰু কৰ্ম্মৰ বিৰাম হ'লে ক্ৰিয়া শেষ হয়' বোলা সিদ্ধান্ত অনুসাৰে 'তাৎপৰ্য্য বৃত্তিৰ বিৰাম নৌহওঁতেই ৰসো প্ৰকাশ হয়' বুলি কোৱা সকলৰ মত এইদৰে খণ্ডন কৰা হৈছে। ]

লক্ষণাৰো ব্যঙ্গ্যাৰ্থ প্ৰকাশৰ শক্তি নাই। 'গঙ্গাত গুৱালৰ গাঁও' এই উদাহৰণত গঙ্গা শব্দৰ লক্ষণা বৃত্তিয়ে 'গঙ্গাত' মানে 'গঙ্গাৰ পাৰত' এই অৰ্থ বুজায়েই ক্ষীণশক্তি হৈ পৰে বাবে 'অতিশয় শীতলতা-পৱিত্ৰতা' আদি ব্যঙ্গ্যাৰ্থ বোধনৰ শক্তি লক্ষণাৰ নাথাকে। গতিকে এটা চতুৰ্থ বৃত্তি স্বীকাৰ কৰিবই লাগিব. ইয়াত কোনো বিবাদ নাই।

ইয়াৰ বাহিৰেও, অভিধেয়াৰ্থ ব্যঙ্গ্যাৰ্থতকৈ বেলেগ।
বোদ্ধা, স্বৰূপ, সংখ্যা, নিমিত্ত, কাৰ্য্য, প্ৰতীতি
কাল, আশ্ৰয়, বিষয় আদৰ বিভিন্নতাৰ বাবে
ব্যাঙ্গ্যাৰ্থ অভিধেয় অৰ্থতকৈ বেলেগ। ৩

(১) বোদ্ধা: পদ আৰু পদৰ অৰ্থমাত্ৰ জ্ঞানৰ বিষয়ত নিপুণ বৈয়াকৰণ-সকলে কাব্যৰ কেৱল বাচ্যাৰ্থহে গ্ৰহণ কৰে; কিন্তু সহৃদয়-সকলে কাব্যৰ ব্যঙ্গ্যাৰ্থও গ্ৰহণ কৰিব পাৰে; গতিকে এই ক্ষেত্ৰত বোদ্ধাগত পাৰ্থক্য।

(২) স্বৰূপ: 'ভম ধম্মিঅ ..'
এই উদাহৰণত বাচ্যাৰ্থ বিধিৰূপ ( ভ্ৰমণ কৰা ) কিন্তু ব্যঙ্গ্যাৰ্থ নিষেধৰূপ ( ভ্ৰমণ নকৰিবা );

"নিঃশেষচ্যুতচন্দনম্‌···· ."

গতিকে নিষেধৰূপ বাচ্যাৰ্থ বিধিৰূপ ব্যঙ্গ্যাৰ্থত পৰিণত হোৱাত, স্বৰূপগত ভেদ আছে।

(৩) সংখ্যা : "সূৰ্য্য অস্ত গৈছে"—ইয়াত বাচ্যাৰ্থ কেৱল এটা; কিন্তু ব্যঙ্গ্যাৰ্থ অনেক প্ৰকাৰে প্ৰতীত হয়। যেনে—'প্ৰিয়তমৰ ওচৰলৈ অভিসাৰ কৰা', 'গৰু বান্ধা', 'এয়া নায়কৰ আগমনৰ সময়', 'এতিয়া আৰু গৰম নাই'- এনে বিবিধ ব্যঙ্গ্যাৰ্থ ক্ষেত্ৰবিশেষে প্ৰতীয়মান হয়, সেই বাবে বাচ্যাৰ্থ আৰু ব্যঙ্গ্যাৰ্থৰ ভিতৰত সংখ্যাগত ভেদ (বাচ্যাৰ্থ এক, ব্যঙ্গ্যাৰ্থ বহুত) দেখা যায়।

(৪) নিমিত্ত : শব্দ উচ্চাৰণমাত্ৰে বাচ্যাৰ্থৰ বোধ হয়। কিন্তু ব্যঙ্গ্যাৰ্থ অৱগতিৰ বাবে ব্যঙ্গ্যাৰ্থবোধনক্ষম নিৰ্ম্মল প্ৰতিভাৰ আৱশ্যক; গতিকে নিমিত্তভেদ দেখা যায়।

(৫) কাৰ্য্যভেদ : বাচ্যাৰ্থই কেৱল প্ৰতীতি জন্মায়, কিন্তু ব্যঙ্গ্যাৰ্থই চমৎকাৰিত্বৰ সৃষ্টি কৰে; গতিকে বাচ্যাৰ্থ আৰু ব্যঙ্গ্যাৰ্থৰ মাজত কাৰ্য্যগত ভেদ আছে।

(৬) প্ৰতীতি ভেদ : কেৱল শাব্দবোধৰপৰা বাচ্যাৰ্থৰ প্ৰতীতি জন্মে, কিন্তু চমৎকাৰিতাজনক বোধৰপৰা ব্যঙ্গ্যাৰ্থৰ প্ৰতীতি হয় বাবে দুয়োটাৰ ভিতৰত প্ৰতীতিগত ভেদ আছে।

(৭) কালভেদ : বাচ্যাৰ্থৰ প্ৰতীতি প্ৰথমে হয়, ব্যঙ্গ্যাৰ্থৰ প্ৰতীতি পিছত হয় বাবে দুয়োটাৰ কালভেদ আছে।

(৮) আশ্ৰয়ভেদ : বাচ্যাৰ্থ কেৱল শব্দক আশ্ৰয় কৰি থাকে, ব্যঙ্গ্যাৰ্থ শব্দ, শব্দৰ অংশবিশেষ, শব্দৰ অৰ্থ, বৰ্ণ আৰু ৰীতিক আশ্ৰয় কৰি প্ৰকাশ হয়; গতিকে দুয়োটাৰ মাজত আশ্ৰয়গত প্ৰভেদ আছে।

(৯) বিষয়ভেদ ঃ

কস্‌স ন ৱা হোই ৰোসো দট্‌ঠূন পিআএ সব্বণম্ অহৰম্।
সভমৰপঋ্ভাগ্ধাইনি ৱাৰিঅৱামে সহস্‌স দাণিম্॥

( প্ৰিয়াৰ অধৰ ক্ষত-বিক্ষত দেখিলে কাৰনো খং নুঠে ? তেতিয়া হাক দিছিলোঁ। নহয়, ভোমোৰা থকা পদুমটো নুশুঙিবা ; তেতিয়া নুশুনিলা নহয়, এতিয়া তাৰ কষ্ট সহ্য কৰা। )

এই উদাহৰণত বাচ্যাৰ্থ সখীবিষয়ক আৰু ব্যঙ্গ্যাৰ্থ স্বামীবিষয়ক হোৱাত বিষয়ভেদ হৈছে। গতিকে অভিধেয়াৰ্থ ব্যঙ্গ্যাৰ্থ নহয়।

[ 'প্ৰিয়াৰ অধৰ·· ' এইটো বোদ্ধা—ভেদৰ উদাহৰণ নহয়, কিয়নো নায়িকা আৰু স্বামী দুয়োৰে ব্যঙ্গ্যাৰ্থৰ প্ৰতীতি হৈছে ; কিন্তু সেই প্ৰতীতিৰ বিষয় বেলেগ। যেনে—'তাৰ কষ্ট সহ্য কৰা' এই ক্ষেত্ৰত নায়িকাৰ কোনো অপৰাধ নাই—স্বামীৰ প্ৰতি সখীয়েকৰ এই আবেদন স্বামীবিষয়ক ব্যঙ্গ্য। নায়িকাৰ সপত্নীয়ে আনন্দ পাব এনে ব্যঙ্গ্য হৈছে সপত্নীবিষয়ক। ]

সহৃদয় সামাজিকৰ অনুভূতিৰ বাহিৰে ৰস আদিৰ অস্তিত্ব নাথাকে, গতিকে অভিধা আৰু লক্ষণা বৃত্তিয়ে ৰস বুজাব নোৱাৰে। ইয়াৰ উপৰি মুখ্যাৰ্থৰ বাধা নহলে লক্ষণাবৃত্তিৰ প্ৰৱেশেই নাই ; সেইকাৰণে লক্ষণা ৰস-বোধিকা নহয়।

ৰসনাত্মক ব্যাপাৰৰ বাহিৰে 'ৰস' পদৰদ্বাৰা প্ৰতিপাদ্য এনে কোনো প্ৰমাণসিদ্ধ পদাৰ্থ নাই, যিটোক অভিধা আৰু লক্ষণা বৃত্তিয়ে বুজাব পাৰে।

ইয়াৰ উপৰি "গঙ্গাত গুৱালৰ গাঁও" এনে উদাহৰণত য'ত উচ্চাৰিত শব্দসমূহৰ পৰস্পৰ অৰ্থগত সম্পৰ্ক স্থাপনৰ আকাঙ্ক্ষা থাকিলেও তেনে অৰ্থ-সঙ্গতি সম্ভৱপৰ নহয়, তেনে ক্ষেত্ৰতহে লক্ষণাৰ অনুপ্ৰৱেশ হয়।

এই কাৰণেই উদয়নাচাৰ্য্যই ন্যায়-কুসুমাঞ্জলিত কৈছে—

"শ্ৰুত পদসমূহৰ পৰস্পৰ অন্বয় হৈ বাক্য নিৰাকাঙ্ক্ষ হৈ পৰিলে, সেই বাক্যই আৰু অন্য অৰ্থ নিবিচাৰে। পদৰ অৰ্থৰ অন্বয়বোধত বাধা জন্মিলেহে অন্য অৰ্থ আক্ষেপৰদ্বাৰা সঙ্গতি ৰক্ষা কৰা হয়।"

"শূন্যং ৱাসগৃহং……"

ৰস প্ৰতীতিৰ এই উদাহৰণত মুখ্যাৰ্থৰ বাধা হোৱা নাই। আনহাতে আকৌ "গঙ্গাত গুৱালৰ গাঁও" এই ক্ষেত্ৰত যদি প্ৰয়োজন (শীতলতা-পৱিত্ৰতা) লক্ষণানিষ্পন্ন বুলি ধৰা হয়, তেনেহলে গঙ্গা শব্দৰ মুখ্যাৰ্থ হব 'গঙ্গাৰ পাৰ' আৰু সেই মুখ্যাৰ্থ বাধিত হব লাগিব; তেতিয়াহে লক্ষণাৰ অনুপ্ৰৱেশ ঘটিব। আকৌ যদি, শীতলতা-পৱিত্ৰতা আদি অৰ্থক লক্ষণানিষ্পন্ন অৰ্থ বুলি ধৰা হয়, তেনেহলে সেই অৰ্থসিদ্ধিৰ বাবে আকৌ অন্য প্ৰয়োজন স্বীকাৰ কৰিব লাগিব, সেই প্ৰয়োজনৰ আকৌ অন্য প্ৰয়োজন থাকিব লাগিব আৰু তেতিয়া অনৱস্থা দোষ ঘটিব।

['গঙ্গাত গুৱালৰ গাঁও'—এই বাক্যৰ অৰ্থ গঙ্গাৰ পাৰত গুৱালৰ গাঁও। গঙ্গা শব্দৰ মুখ্যাৰ্থৰ বাধা হোৱাত গঙ্গা শব্দই লক্ষণাবৃত্তিৰে গঙ্গাৰ পাৰ অৰ্থ বুজাইছে। গঙ্গাৰ পাৰৰ অতিশয় শীতলতা-পৱিত্ৰতা আদি বুজাবলৈকে 'গঙ্গাৰ পাৰত' বুলি নকৈ গঙ্গাত বুলি কোৱা হৈছে। গতিকে শীতলতা-পৱিত্ৰতা আদি গঙ্গা শব্দৰ লক্ষণানিষ্পন্ন অৰ্থ নহয়, প্ৰয়োজনহে। যদি শীতলতা-পৱিত্ৰতা আদিক লক্ষ্য বা লাক্ষণিক অৰ্থ বুলি ধৰা হয়, তেনেহ'লে গঙ্গা শব্দৰ মুখ্য অৰ্থ হ'ব গঙ্গাৰ পাৰ আৰু গঙ্গাৰ পাৰৰূপ মুখ্যাৰ্থ বাধিত হোৱাত শীতলতা-পৱিত্ৰতা আদি হ'ব লাক্ষণিক অৰ্থ; কিয়নো মুখ্যাৰ্থৰ বাধা নহ'লে লক্ষণাৰ প্ৰৱেশ নঘটে আৰু লাক্ষণিক অৰ্থ পোৱাও সম্ভৱপৰ নহয়। এনে অৱস্থাত প্ৰাপ্ত লাক্ষণিক অৰ্থক মুখ্যাৰ্থ বুলি ধৰি লৈ, তাৰপৰা প্ৰয়োজন অনুসাৰে অন্য অৰ্থ গ্ৰহণ কৰিব লাগিব। তেতিয়া ইটোৰ পিছত সিটোকৈ নতুন নতুন প্ৰয়োজনৰ উদ্ভৱ হ'ব আৰু

তাৰদ্বাৰা শব্দৰ অনন্ত অৰ্থ স্বীকাৰ কৰিব লগা হ'ব—এনেকৈ অনৱস্থা (ad infinitum) ঘটিব।]

বাৰু, প্ৰয়োজনক লাক্ষণিক অৰ্থৰূপে স্বীকাৰ কৰিলে যদি অনৱস্থা (ad infinitum) হয়, তেন্তে প্ৰয়োজনবিশিষ্ট অৰ্থাৎ "শীতলতা-পৱিত্ৰতা আদিযুক্ত গঙ্গাৰ পাৰ" গঙ্গা শব্দৰ লাক্ষণিক অৰ্থ হওক,—এইদৰেও ক'ব নোৱাৰি। দাৰ্শনিকসকলে বিষয় আৰু প্ৰয়োজনৰ প্ৰতীতি (জ্ঞান) একে সময়তে হয় বুলি স্বীকাৰ নকৰে। নীলাদি সংবেদনৰ (জ্ঞান) পিছতহে জ্ঞাততা (জ্ঞানবিষয়তা) বা অনুব্যৱসায় (পশ্চাৎ জ্ঞান) সম্ভৱপৰ হয়।

[বিষয়জ্ঞান আৰু প্ৰয়োজন জ্ঞানৰ জনক-জন্য ভাৱ সম্বন্ধ। বিষয়জ্ঞান জনক, প্ৰয়োজন-জ্ঞান জন্য; গতিকে বিষয়জ্ঞান হোৱাৰ পিছতহে প্ৰয়োজন-জ্ঞান সম্ভৱপৰ হয়। দুয়োবিধ জ্ঞানৰ কালৰ পৌৰ্ব্বাপৰ্য্য আছে।

মীমাংসকে (বৈয়াকৰণও) কয় যে 'এইটো নীলা ঘট' এনে ক্ষেত্ৰত নীল-জ্ঞান হোৱাৰ পিছতহে জ্ঞাততা (প্ৰকটতা, জ্ঞানবিষয়তা) সম্ভৱ হয়, অৰ্থাৎ নীলা ৰং থকা ঘটৰ জ্ঞান হ'ব পাৰে; গতিকে নীল-বিশিষ্ট ঘটৰ জ্ঞান হব নোৱাৰে। নৈয়ায়িকে কয় যে 'এইটো নীলা ঘট' এই ক্ষেত্ৰত প্ৰথমে নীল জ্ঞান হয়, 'মই নীল ৰং জানিছোঁ', সেই জ্ঞানৰ পৰিণতিৰ বাবে নীল ৰঙৰ আশ্ৰয় জ্ঞানৰ অনুবৃত্তি হয়; এয়ে অনুব্যৱসায়। নৈয়ায়িকৰ মতেও 'নীলবিশিষ্ট ঘট'ৰ জ্ঞান নহয়, প্ৰথমে নীল জ্ঞান তাৰ পিছত সেই জ্ঞানৰ অনুব্যৱসায় হয়, আৰু তেতিয়া নীলাশ্ৰিত ঘটজ্ঞান হয়।

শব্দাৰ্থ-জ্ঞানৰ এই দাৰ্শনিক সিদ্ধান্ত অনুসাৰে কাব্যৰ ক্ষেত্ৰতো "গঙ্গাত গুৱালৰ গাঁও" এই বাক্যত গঙ্গা শব্দৰ অৰ্থ "শীতলতা-পৱিত্ৰতা বিশিষ্ট গঙ্গাৰ পাৰত" হ'ব নোৱাৰে। প্ৰথমে লাক্ষণিক অৰ্থ গঙ্গাৰ পাৰৰ সংবেদন হোৱাৰ পিছত লক্ষণাৰ ফল, শীতলতা-পৱিত্ৰতা আদিৰ নিষ্পত্তি হয়।]

সকলোবোৰ হেতুৱেই হেত্বাভাসৰূপে পৰিগণিত
হৈ পৰে বাবে অনুমানৰ ব্যঙ্গ্য (ব্যঞ্জনাবৃত্তিবেদ্য)
ৰস বোধনৰ ক্ষমতা নাথাকে আৰু সেই কাৰণেই
ৰস জ্ঞান পূৰ্ব্বস্মৃতিও নহয়। ৪

ব্যক্তিবিৱেককাৰে কয়, “বিভাৱ আদিৰপৰা ৰসৰ যি প্ৰতীতি জন্মে, সি অনুমানৰে অন্তৰ্ভুক্ত হয়; কিয়নো বিভাৱ, অনুভাৱ আৰু ব্যভিচাৰী ভাৱক ৰস প্ৰতীতিৰ হেতু বুলি ক’ব পাৰি। সেই বিভাৱ আদিয়ে ক্ৰমে ৰতি আদি ভাৱৰ কাৰণ-কাৰ্য্য আৰু সহকাৰী স্বৰূপ হৈ ৰতি আদিক অনুমানেৰে বুজাই ৰস নিষ্পন্ন কৰে। সেই ৰতি আদি ভাৱেই প্ৰতীয়মান হৈ আস্বাদযোগ্যতা লাভ কৰিলে, তাকে ৰস বোলা হয়। গতিকে বিভাৱাদিজ্ঞান আৰু ৰসজ্ঞানৰ পৌৰ্ব্বাপৰ্য্য অৱশ্যম্ভাৱী। [ অৰ্থাৎ বিভাৱাদিৰ জ্ঞান প্ৰথমে হয়, তাৰ পিছতহে ৰসজ্ঞান হয়। ] কিন্তু এই দুয়োবিধ জ্ঞান অতি শীঘ্ৰে হয় বাবে [ বিভাৱাদিৰ জ্ঞানৰপৰা ৰসজ্ঞান হোৱালৈকে সময়ৰ ব্যৱধান অতি নগণ্য ] দুয়োবিধ জ্ঞানৰ কালৰ পৌৰ্ব্বাপৰ্য্যক্ৰম ( আগপাছ ) লক্ষ্য কৰিব নোৱাৰি। ব্যঞ্জনাবাদীৰো ৰসাভিব্যক্তিৰ ক্ৰম এয়ে।”

[ ব্যক্তিবিৱেককাৰ মহিম ভট্টই ৰস ব্যঙ্গ্য বুলি স্বীকাৰ নকৰে আৰু ৰসাস্বাদনৰ বাবে ব্যঞ্জনা বৃত্তিৰ আৱশ্যক বুলিও নকয়। তেওঁৰ মতে বিভাৱাদি হেতুৰদ্বাৰাই ৰসৰ অনুমান হয়; গতিকে ব্যঞ্জনা নামৰ স্বকীয়া বৃত্তি এটা স্বীকাৰ কৰা অনাৱশ্যক। সাহিত্যদৰ্পণকাৰ বিশ্বনাথে অনুমানৰদ্বাৰা ৰস-প্ৰতীতি নহয় বুলি সেই মত খণ্ডন কৰিছে। বিশ্বনাথে অনুমানৰ সাধন সকলো হেতুকে হেত্বাভাস বুলি কৈছে। অনুমানৰ পাঁচোটা অৱয়ৱ: সাধ্য, পক্ষ, হেতু, উদাহৰণ আৰু বিনিগম। ইয়াৰ ভিতৰত সাধ্য, পক্ষ আৰু হেতুৰ পৰস্পৰ অব্যভিচাৰী সম্বন্ধৰ ওপৰত অনুমান সিদ্ধ হয়। সাধ্য হৈছে ধৰ্ম্ম বা বিশেষণ, পক্ষ ধৰ্ম্মী বা বিশেষ্য; গতিকে সাধ্য আৰু পক্ষৰ মাজত ধৰ্ম্মি-ধৰ্ম্ম সম্বন্ধ; হেতু আৰু সাধ্যৰ ব্যাপ্য-ব্যাপক সম্বন্ধ। যেনে—‘পৰ্ব্বতো বহ্নিমান্ ধূমাৎ’ ( ধোঁৱা থকা হেতুকে পৰ্ব্বতত নিশ্চয় জুই আছে। ) ইয়াত পৰ্ব্বত পক্ষ বা ধৰ্ম্মী, বহ্নি ধৰ্ম্ম বা সাধ্য আৰু ধূম হেতু। পক্ষ পৰ্ব্বতৰ সৈতে সাধ্য বহ্নিৰ ধৰ্ম্মি-ধৰ্ম্ম সম্বন্ধ অৰ্থাৎ পৰ্ব্বতক আশ্ৰয় কৰি থকা ধৰ্ম্ম বহ্নি, তাকে ‘ধূম’ এই হেতুৰে প্ৰমাণ কৰিব লাগে; গতিকে বহ্নি সাধ্য। সেইদৰে হেতু ধূমৰ সৈতে সাধ্য বহ্নিৰ ব্যাপক-ব্যাপ্য সম্বন্ধ। য’তে ধোঁৱা ( ধূম ) থাকে তাতে জুই ( বহ্নি ) থাকে, আকৌ জুই ( বহ্নি ) নথকাকৈ ধোঁৱা নাথাকে; বহ্নি ব্যাপক, ধূম ব্যাপ্য—জুয়ে ধোঁৱা ব্যাপি থাকে। সাধ্যৰ সৈতে হেতুৰ ‘অৱিনাভাৱ’

সম্বন্ধ অর্থাৎ সাধ্যৰ বাহিৰে আন কোনো ঠাইতে সাধ্য-ব্যাপ্য হেতুৰ অস্তিত্ব নাথাকে। সাধ্যক এৰি হেতু নথকাকে হেতুৰ ব্যাপ্তি বোলা হয়।

অতিব্যাপ্তি, অব্যাপ্তি আদি কেবা প্ৰকাৰে ব্যপ্তি দূষিত হয় আৰু তেতিয়া হেতু অনৈকান্তিক হয়; তেনে হেতুকে হেত্বাভাস (fallacy) বোলা হয়। হেত্বাভাসে সাধ্য প্ৰমাণ কৰিব নোৱাৰে।

সাধ্যৰ বাহিৰে অন্য ঠাইত হেতুৰ অস্তিত্ব থাকিলে অতিব্যাপ্তি আৰু সকলো সাধ্যত হেতুৰ আস্তিত্ব নাথাকিলে অব্যাপ্তি হয়। যেনে—"পাৰ্ব্বতো ধূমবান্ বহ্নেঃ" ( জুই থকা হেতুকে পৰ্ব্বতত ধোঁৱা আছে। )

ইয়াত 'বহ্নি' এই হেতুৱে পৰ্ব্বতত ধোঁৱা থকা প্ৰমাণ কৰিব নোৱাৰে। ধোঁৱা নথকাকৈও বহ্নিৰ অস্তিত্ব থাকে, গতিকে বহ্নিৰূপ হেতুৱে সাধ্য ধূমক অতিক্ৰম কৰিও বিৰাজ কৰা বাবে হেতুৰ অতি ব্যপ্তি হৈছে আৰু সেইবাবেই হেতু 'হেত্বাভাস' হৈছে। হেত্বাভাস মানে হেতু যেন দেখা যায়, কিন্তু প্ৰকৃত হেতু নহয়।

'পৰ্ব্বতো বহ্নিমান্ ধূমাৎ' ইয়াত যেনেকৈ বহ্নিব্যাপ্য ধূমৰপৰা পৰ্ব্বতত বহ্নিৰ অনুমান হয়, তেনেকৈ ৰসব্যাপ্য বিভাৱ আদিৰপৰা কাব্যত ৰসানুমিতি হয়—এয়ে মহিম ভট্টৰ মত। বিশ্বনাথে ৰসানুমিতিৰ পক্ষে বিভাৱাদি হেতুসমূহ 'হেত্বাভাস' বুলি কৈছে। ]

**এই উক্তিৰ বিষয়ে ( মহিম ভট্টৰ ) প্ৰশ্ন হৈছে— দৃশ্য আৰু শ্ৰব্য-কাব্যৰদ্বাৰা বিভাৱাদিৰ যি জ্ঞান জন্মে, সেই বিভাৱাদি জ্ঞানৰদ্বাৰা ৰামাদিগত সীতা বিষয়ক ৰতি আদিকে অনুমেয় ৰসৰূপে স্বীকাৰ কৰা হৈছেনে কি ? নাইবা ৰামাদিগত ৰতি আদি ভাৱনাৰে সহৃদয় সমাজিকে নিজ অন্তৰত অনুভৱ কৰা স্ব-প্ৰকাশ আনন্দময় জ্ঞানেই ৰস ?**

**এই দুটাৰ ভিতৰত যদি প্ৰথমটো হয়, তেহে'লে সেই কথাত আমাৰ কোনো বিবাদ নাই। পিছে, ৰামাদিগত ৰতি আদিৰ জ্ঞানক আমি ৰস বুলি নকওঁ, এয়ে প্ৰভেদ।**

[ 'ৰামায়ণ কাব্য ৰামৰ অনুৰাগেৰে ( স্থায়ীভাৱেৰে ) পৰিপূৰ্ণ, যিহেতুকে সি সীতা আদি আলম্বন বিভাৱযুক্ত'—এনে অনুমানেৰে ৰামগত সীতাবিষয়ক ৰতি অনুমানসিদ্ধ হোৱাত একো বাধা নাই ; কিন্তু ৰামগত ৰতি, ৰস হ'ব নোৱাৰে বুলি বিশ্বনাথে তৃতীয় পৰিচ্ছেদতে কৈছে ; ৰস অনুকাৰ্য্য গত নহয়। ]

**যদিহে দ্বিতীয় পক্ষ স্বীকাৰ হয়, তেনেহ'লে ব্যাপ্তিগ্ৰহণৰ অভাৱত হেত্বাভাস হোৱাত অনুমান সিদ্ধ নহয়।**

[ প্ৰথম পক্ষত ৰামাদিগত ৰতি আদি স্থায়ী ভাৱৰ অনুমান সিদ্ধ হয়; কিন্তু ৰামাদি অনুকাৰ্য্যগত ৰতি আদি স্থায়ী ভাৱ ৰস নহয়। কিয়নো ৰসানুমিতি আৰু ৰসাভিব্যক্তি একে কথা হয়। ৰস পৰিমিততাবিহীন, অলৌকিক, স্বপ্ৰকাশ, আনন্দময় আৰু সহৃদয় হৃদয়-সংবেদ্য।

দ্বিতীয় পক্ষত, অৰ্থাৎ সহৃদয় হৃদয় সংবেদ্য ৰসানুমানত ব্যাপ্তিগ্ৰহণ নহয়। "এই সহৃদয় সামাজিকসকল শৃঙ্গাৰ ৰসবন্ত, যিহেতুকে এওঁলোকৰ অন্তৰত ৰামাদিগত ৰতি আদি স্থায়ীভাৱৰ জ্ঞান জন্মিছে, যেনেকৈ অন্য সহৃদয় সামাজিকৰ তেনে জ্ঞান জন্মে।" এই অনুমান প্ৰক্ৰিয়াত হেতুৰ ব্যভিচাৰিতাৰ বাবে পক্ষত ব্যাপ্তিগ্ৰহণ নহয়। হেতুৰ ব্যভিচাৰিতা এনেকৈ হয়—'ৰামাদিগত ৰতি আদিৰ প্ৰতীতি' আৰু সামাজিৰ চমৎকাৰাত্মক ৰস প্ৰতীতিৰ ক্ষেত্ৰত "য'তে য'তে জুই আছে আছে তাতে ধোঁৱা আছে" এনেকুৱা অনুপাধিক নিয়ত সম্বন্ধ নাই। অৰ্থাৎ কাব্য-নাটকৰ শ্ৰৱণ দৰ্শনৰ পিছত ৰামগত সীতাবিষয়ক ৰতিৰ প্ৰতীতি অৱশ্যে সকলোৰে হয় যদিও এনে বহুত সামাজিক আছে, যিবিলাকৰ চমৎকাৰাত্মক ৰসপ্ৰতীতি নহয়। সেই কাৰণে সহৃদয়-হৃদয়-সংবেদ্য ৰসপ্ৰতীতিৰ বাবে ৰামাদিগত ৰতি আদিৰ প্ৰতীতিক হেতুৰূপে প্ৰয়োগ কৰিব নোৱাৰি; ( ৰসপ্ৰতীতিৰ ক্ষেত্ৰতকৈ ৰতি আদি স্থায়ী ভাৱৰ প্ৰতীতিৰ ক্ষেত্ৰ ব্যাপক, গতিকে ব্যাপ্তিগ্ৰহণ নহয় ) কিয়নো সেই হেতু হেত্বাভাস হৈ পৰে। "য'তে ৰামাদিগত ৰতি আদিৰ প্ৰতীতি, ততে শৃঙ্গাৰ ৰসৰ প্ৰতীতি হয়" হেতুৰ অতিব্যাপ্তিৰ বাবে এনে অনুমান সিদ্ধ নহয়। ]

**আকৌ ব্যক্তিবিৱেককাৰে যে কৈছে—**

**"য'তে য'তে নিৰ্দ্দিষ্টৰূপৰ বিভাৱ, অনুভাৱ, সাত্ত্বিকভাৱ, আৰু সঞ্চাৰী ভাৱৰ বৰ্ণনা ( অভিধান ) নাইবা অভিনয় ( প্ৰত্যক্ষতাপাদন ) হয়, সেই সেই শ্ৰব্য আৰু দৃশ্য কাব্যত শৃঙ্গাৰ ৰসৰ আবিৰ্ভাৱ হয়।"**

**এনে ক্ষেত্ৰত ব্যাপ্তি আৰু পক্ষধৰ্ম্মতাও সহজে বুজা যায়।**

[ হেতুৰ পক্ষত বিদ্যমানতা আৰু বিপক্ষত অবিদ্যমানতাই পক্ষ-ধৰ্ম্মতা। ইয়াত পক্ষ হৈছে সামাজিকৰ অন্তৰ। ]

গতিকে তেওঁলোকে কয়—

"ধ্বনিবাদী আচাৰ্য্যসকলে ব্যঙ্গ্যাৰ্থ অভিব্যক্তিৰ ক্ষেত্ৰত যি সামগ্ৰীক ব্যঙ্গ্যাৰ্থ প্ৰতীতিৰ কাৰণৰূপে স্বীকাৰ কৰিছে, আমাৰ ৰসানুমিতিৰ পক্ষে তাকেই অনুমানৰ কাৰণ বুলি ধৰা হৈছে।"

[ অৰ্থাৎ যাৰদ্বাৰা বা যি প্ৰক্ৰিয়াৰ ফলত বাচ্যাৰ্থৰপৰা ব্যঙ্গ্যাৰ্থৰ প্ৰতীতি হয়, তাৰদ্বাৰাই ৰসানুমান হয়; গতিকে ব্যঞ্জনা অনুমানৰে ভিতৰুৱা। ]

ব্যক্তিবিৱেককাৰৰ এই উক্তিতো আমাৰ অকণো বিৰোধ নাই।

[ বাচ্যাৰ্থৰপৰা ব্যঙ্গ্যাৰ্থ প্ৰতীতিৰ ক্ষেত্ৰত প্ৰক্ৰিয়া বিশেষৰ প্ৰয়োজন, সেই প্ৰক্ৰিয়াক হেতুৰূপে ধৰিলে ব্যঞ্জনা আৰু অনুমান অনেক ক্ষেত্ৰত একে হৈ পৰে ; এই কথাত বিৰোধ নাই। ]

কিন্তু অনুমানগম্য ৰসপ্ৰতীতিক আমি আস্বাদ্য বুলি নাভাবোঁ। কিয়নো আমাৰ মতে ৰসাস্বাদন স্বপ্ৰকাশানন্দত পৰ্য্যবসিত আনন্দঘন অৱস্থা। সেই কাৰণে প্ৰমাণ কৰিব খোজা অৰ্থতকৈ বেলেগ অৰ্থ প্ৰতিপাদন কৰা বাবে হেতু হেত্বাভাস হৈছে।

[ ব্যঞ্জনাক অনুমান বুলি কোৱাত আপত্তি নাই ; কিন্তু ৰসাস্বাদন অনুমান হ'ব নোৱাৰে। কিয়নো স্থায়িভাৱ-বিষয়ক জ্ঞান আৰু ৰসাস্বাদন দুটা সুকীয়া কথা। "সামাজিকৰ স্থায়ী ভাৱৰ জ্ঞান জন্মিছে, যি হেতুকে তেওঁৰ বিভাৱাদিৰ জ্ঞান আছে" এনে অনুমানৰ ক্ষেত্ৰত হেতুৱে ৰসাস্বাদন নিষ্পন্ন নকৰি স্থায়ীভাৱৰ জ্ঞান হে সাধন কৰে, গতিকে প্ৰতিপাদন কৰিব খোজা অৰ্থতকৈ অন্য অৰ্থ প্ৰতিপাদন কৰাত হেত্বাভাস হৈছে।

বিভাৱাদিৰ প্ৰতীতিৰপৰা অনুমিত স্থায়ী ভাৱৰ জ্ঞান কেতিয়াও আস্বাদ্য নহয়, ৰসহে অস্বাদ্য বা আস্বাদস্বৰূপ। বিভাৱ আদিৰপৰা স্থায়ী ভাৱৰ জ্ঞান সকলোৰে হব পাৰে, কিন্তু ৰসাস্বাদন নহয় ; সহৃদয়ৰ হৃদয়ানুভৱৰদ্বাৰাহে ৰস প্ৰমাণ সিদ্ধ হয়। বিভাৱাদিৰ প্ৰতীতিৰপৰা জন্মা অনুমিতি জ্ঞানকে যদি ৰস বোলা হয়, তেনেহ'লে প্ৰমাণ সাপেক্ষ ৰসক প্ৰামাণ্য বুলি স্বীকাৰ কৰা হ'ব। অথচ হেতুৰ পক্ষধৰ্ম্মতা নথকা বাবে হেত্বাভাস হোৱাত এনে অনুমান প্ৰমাণ নহয়। ]

ব্যতিৰেককাৰে আকৌ কৈছে—

"ভম ধম্মিঅ…" ( ধাৰ্ম্মিক তুমি ঘুৰি ফুৰা… ) ইয়াত ব্যঙ্গ্যাৰ্থৰূপে প্ৰতীয়মান বস্তু অনুমান লভ্য ; আৰু

জলকেলিতৰলকৰতলমুক্তপুনঃপিহিতৰাধিকাৱদনঃ।
জগদৱতু কোকযূনোৰ্ব্বিঘটন-সঙ্ঘটন-কৌতুকী কৃষ্ণঃ॥

( চক্ৰ-বাক মিথুনৰ বিৰহ-মিলনত কৌতুহলী যি শ্ৰীকৃষ্ণই জলক্ৰীড়াত চঞ্চল হাতেৰে ৰাধিকাৰ মুখখনি এবাৰ ঢাকি এবাৰ মোকোলাই দিছে —সেই কৃষ্ণই জগৎ ৰক্ষা কৰক। )

ইয়াত থকা ৰূপক অলঙ্কাৰ আদি অনুমান গম্য।

বাৰু, অনুমাননো কি ?

পক্ষ আৰু সপক্ষত বিদ্যমান, বিপক্ষত অবিদ্যমান এনেকুৱা ধৰ্ম্মবিশিষ্ট লিঙ্গৰপৰা জন্মা লিঙ্গীৰ জ্ঞানেই অনুমান।

[ "পৰ্ব্বতত জুই আছে, যিহেতুকে তাত ধোঁৱা আছে, য'তে য'তে ধোঁৱা থাকে, তাতে জুই থাকে ; যেনে ৰান্ধনি ঘৰ" এই অনুমানত পৰ্ব্বত পক্ষ, ৰান্ধনি ঘৰ সপক্ষ, হ্ৰদ আদি বিপক্ষ,—পৰ্ব্বত আৰু ৰান্ধনি ঘৰত থকা আৰু হ্ৰদত নথকা ধোঁৱা, হেতু বা লিঙ্গ আৰু সেই লিঙ্গৰপৰা ( হেতুৰপৰা ) লিঙ্গীৰ ( সাধ্য জুইৰ ) জ্ঞান হয় ঃ এয়ে অনুমান। ]

অনুমানৰ এই নিষ্কৰ্ষৰপৰা জনা যায় যে বাচ্যাৰ্থৰ সৈতে সম্বন্ধ নথকা কোনো অৰ্থ বাচ্যাৰ্থৰপৰা প্ৰতীয়মান নহয়। সেয়ে নহ'লে বাচ্যাৰ্থই প্ৰসঙ্গ অতিক্ৰম কৰি যাব। গতিকে বোধ্য আৰু বোধকৰ মাজত নিশ্চয় এটা নিৰূপিত সম্বন্ধ আছে। সেইকাৰণে বোধক অৰ্থ ( বাচ্যাৰ্থ ) 'লিঙ্গ' আৰু বোধ্য অৰ্থ ( ব্যঙ্গ্যাৰ্থ ) লিঙ্গী। বোধকৰূপ বাচ্যাৰ্থৰ পক্ষত বিদ্যমানতা দেখুওৱা হৈছেই। সপক্ষসত্ত্ব ( সপক্ষত থকা ) আৰু বিপক্ষ ব্যাবৃতত্বৰ ( বিপক্ষত নথকা ) উল্লেখ নকৰিলেও সামৰ্থ্যৰপৰাই ( বাক্যৰ অৰ্থযোগ্যতাৰপৰাই ) জানিব পাৰি। গতিকে "ভম ধম্মিঅ…"

আদি উদাহৰণত লিঙ্গৰূপ বাচ্যাৰ্থৰপৰা লিঙ্গীৰূপ ব্যঙ্গ্যাৰ্থৰ যি জ্ঞান জন্মে, সি অনুমানেই ( লিঙ্গৰপৰা লিঙ্গীৰ জ্ঞান অনুমান )।

[ তাৎপৰ্য্যাৰ্থ এয়ে যে– ব্যঙ্গ্যাৰ্থ বুজিবলৈ শব্দৰ বাচ্যাৰ্থ তাৰ হেতুস্বৰূপ। ব্যাচ্যাৰ্থই নিজৰ লৈতে সম্বন্ধ থকা এটা অৰ্থ ব্যঙ্গ্যাৰ্থৰূপে উপস্থাপন কৰিব পাৰে। সম্বন্ধ নথকা যি কোনো অৰ্থ উপস্থাপন কৰিব নোৱাৰে। এইদৰে বাচ্যাৰ্থ আৰু ব্যঙ্গ্যাৰ্থৰ সম্বন্ধ নিয়ন্ত্ৰিত হোৱাত হেতুৰ পক্ষধৰ্মতা নিশ্চিত হ'ল : গতিকে হেতুৰূপ বাচ্যাৰ্থৰপৰাই সাধ্যৰূপ ব্যঙ্গ্যাৰ্থৰ অনুমান কৰিব পাৰি। এনে স্থলত ব্যঞ্জনা অনাৱশ্যক। ]

ইয়ো যুক্তিযুক্ত নহয়। কিয়নো "হে ধাৰ্ম্মিক তুমি ঘূৰি ফুৰা…" এই উদাহৰণত 'কুকুৰটো মৰাৰ বাবে কুঞ্জগৃহৰ ওচৰত ভ্ৰমণ বিধানৰদ্বাৰা গোদাবৰীৰ পাৰত সিংহ থকা বাবে তাত ভ্ৰমণ নিষেধ কৰা হৈছে', এয়ে হ'ব অনুনানলভ্য অৰ্থ। কিন্তু এই অনুমানৰ সাধক হেতু অনৈকান্তিক ( সাধাৰণ )। উক্ত ধাৰ্ম্মিক ভীৰু হ'লেও গুৰু নাইবা প্ৰভুৰ আদেশত অথৱা প্ৰেমিকাৰ প্ৰতি অনুৰাগৰ বাবে সিংহ থকা বুলি জানিও গোদাবৰীৰ পাৰত ভ্ৰমণ কৰিবলৈ যোৱা অসম্ভৱ নহয়।

[ গতিকে গোদাৱৰীৰ পাৰত ভ্ৰমণ নিষেধ প্ৰমাণ কৰিবলৈ কুঞ্জগৃহৰ ওচৰত ঘূৰি ফুৰা হেতুটো অনৈকান্তিক, ( একান্ত নহয়, সাধাৰণ )। এই অনুমানত হেতু 'কুঞ্জগৃহৰ ওচৰত ঘূৰি ফুৰাটো', পক্ষ 'ভীৰু ধাৰ্ম্মিক' আৰু সাধ্য 'গোদাবৰীৰ পাৰত ভ্ৰমণ নকৰা'। সিংহৰ ভয়ত ভীৰু ধাৰ্ম্মিকৰ পক্ষে গোদাবৰীৰ পাৰত ঘূৰি নুফুৰাই স্বাভাৱাবিক ; গতিকে পক্ষ আৰু সাধ্যৰ ধৰ্ম্মি-ধৰ্ম্ম সম্বন্ধ আছে। কিন্তু ধাৰ্ম্মিক যদি কোনো গুৰুৰ শিষ্য নাইবা কোনো প্ৰভুৰ অধীনস্থ হয়, তেনেহ'লে গুৰু বা প্ৰভুৰ আদেশত অন্তৰত সিংহৰ ভয় থকা সত্বেও গোদাবৰীৰ পাৰলৈ তেওঁ যাব পাৰে। নাইবা ধাৰ্ম্মিক যদি প্ৰণয়াসক্ত হয়, তেনেহ'লে প্ৰণয়িনীৰ বাবে সিংহ থকা গোদাবৰীৰ পাৰলৈ যোৱাও সম্ভৱপৰ। এনে ক্ষেত্ৰত পক্ষৰ লৈতে সাধ্যৰ ধৰ্ম্মি-ধৰ্ম্ম সম্পৰ্কৰ অবিনাভাৱ নাথাকে ; গতিকে হেতু অনৈকান্তিক ( সাধাৰণ ) আৰু অসিদ্ধ। "সপক্ষ-বিপক্ষ দুয়োপক্ষতে থকা হেতুৱেই সাধাৰণ হেতু"। ]

আকৌ কুলটাৰ কথা বিশ্বাসযোগ্য হয়নে নহয়—এনে সন্দিগ্ধতাৰ বাবেও হেতু অসিদ্ধ হয়।

আকৌ সেইদৰে, 'জলকেলি চঞ্চল……" এই উদাহৰণত ত্ৰাস উৎপাদন কৰা বিষয়ত অনৈকান্তিক হোৱা বাবে 'যি নিজে দেখা দি আৰু লুকাই চক্ৰবাক মিথুনৰ বিচ্ছেদ-মিলন ঘটায়, সি নিশ্চয় চন্দ্ৰ' এই অৰ্থ অনুমান লভ্য বুলি ক'ব নোৱাৰি।

[ 'জল কেলি চঞ্চল…' এই উদাহৰণত 'ৰাধাৰ মুখ' পক্ষ, 'চন্দ্ৰ' সাধ্য, 'চক্ৰবাক মিথুনৰ বিচ্ছেদ-লিন ঘটোৱাৰ সামৰ্থ্য' হেতু। চন্দ্ৰৰ সেই সামৰ্থ্য আছে; কিন্তু অন্যৰো তেনে সামৰ্থ্য থাকিব পাৰে। যেনে—কোনোৱে ভয় খুৱাই চক্ৰবাক মিথুনৰ বিচ্ছেদ ঘটাব পাৰে বা প্ৰলোভনেৰে মিলন ঘটাব পাৰে; গতিকে বিচ্ছেদ-মিলনৰ সামৰ্থ্য চন্দ্ৰৰ ঐকান্তিক নহয়। অনৈকান্তিক হেতুৰে সাধ্য সাধন কৰিব নোৱাৰে। সেইবাবে 'ৰাধাৰ মুখচন্দ্ৰ' এই অৰ্থ, অনুমানৰপৰা পাব নোৱাৰি। ]

'এনেকুৱা অৰ্থ থকা বাবে এনে অৰ্থ ই এনে অৰ্থকে বুজায়'; 'য'ত এনেকুৱা অৰ্থ নাই, তাত এনে অৰ্থবোধ নহয়'—এই অনুমান প্ৰক্ৰিয়াৰ ক্ষেত্ৰতো হেতুৰ কাৰ্য্যকাৰিতা আভাস হৈ পৰিব অৰ্থাৎ হেতুটো হেত্বাভাস হ'ব। কিয়নো "এনেকুৱা অৰ্থ থকা বাবে" এই হেতুৰপৰা অনভিপ্ৰেত অৰ্থৰো প্ৰতীতি হ'ব পাৰে।

[ ব্যতিৰেক অনুমানৰদ্বাৰা এনে অৰ্থ হ'ব পাৰে বুলি ব্যতিৰেক অনুমানৰ যুক্তি দেখুওৱা হৈছে। "ভম ধম্মিঅ…" উদাহৰণত আৰু "জলকেলি চঞ্চল…" উদাহৰণত অলঙ্কাৰধ্বনি অনুমিতি-প্ৰসিদ্ধ। ইয়াত অনুমান প্ৰক্ৰিয়া হ'ব এনে—**"এনেকুৱা অৰ্থ,** ( 'ভম ধম্মিঅ'ত কুঞ্জগৃহৰ ওচৰত ভ্ৰমণ-বিধিৰূপ অৰ্থ আৰু 'জলকেলি-চঞ্চল'ত ৰাধাৰ মুখত চন্দ্ৰত্বাৰোপণৰূপ অৰ্থ ) **এনে অৰ্থৰ** ( 'ভম ধম্মিঅত' ভ্ৰমণ-নিষেধ বস্তুৰূপ ব্যঙ্গ্যৰ আৰু 'জলকেলি'ত ৰূপকালঙ্কাৰৰূপ ব্যঙ্গ্যৰ ) **বোধক; কিয়নো তাত এনে অৰ্থ** ( কুঞ্জগৃহৰ ওচৰত ভ্ৰমণ আৰু দৰ্শন-অদৰ্শনৰ দ্বাৰা চক্ৰবাক মিথুনৰ বিচ্ছেদ-মিলন অৰ্থ ) **আছে। এনে অৰ্থ** ( কুঞ্জগৃহৰ ওচৰত ভ্ৰমণ আৰু বিচ্ছেদ মিলন অৰ্থ ) নথকা **তেনে অৰ্থ** ( গোদাবৰীৰ পাৰত ভ্ৰমণ-নিষেধ আৰু চন্দ্ৰৰূপ অৰ্থ ) **বুজা নগ'লহেতেন।** দেখাত এনে অনুমান প্ৰক্ৰিয়াত একো দোষ নাই। কিন্তু পৰ্য্যালোচনা কৰিলে দেখা যায় যে "কুঞ্জগৃহৰ ওচৰত ভ্ৰমণ-বিধিৰূপ হেতুৰপৰা" গোদাবৰীৰ পাৰত ভ্ৰমণ-নিষেধ ৰূপ সাধ্যৰ একান্ত-প্ৰতীতি হ'ব নোৱাৰে, কিয়নো অন্য ঠাইতো ভ্ৰমণ নিষেধৰ সম্ভাৱনা আছে। ]

সেইদৰেই —

"দৃষ্টিং হে প্ৰতিবেশিনি ....."

এই উদাহৰণত 'নল-খাগৰিৰ জোঙা আগে গা আচোঁৰা', 'অকলসৰে নৈলৈ যোৱা' আদি ক্ৰিয়া নায়িকাৰ পৰপুৰুষ-কৰ্তৃক উপভোগৰ লিঙ্গ বোলা হৈছে অৰ্থাৎ এই দুটা লিঙ্গৰদ্বাৰা ( হেতু ) লিঙ্গীৰ ( নায়িকাৰ ) ( অলপতে ) পৰপুৰুষোপভোগ্যত্ব অনুমিত হৈছে। ইয়াত অভিহিতাৰ্থ হৈছে, স্বামীৰ প্ৰতি প্ৰেম ; স্বামীৰ অনুৰাগৰ বাবেওতো নায়িকাই অকলসৰে নৈ লৈ যাব পাৰে আৰু নল-খাগৰিৰ মাজেদি যাওঁতে গাত আঁচোৰ খাব পাৰে। গতিকে উক্ত হেতু অনৈকান্তিক আৰু সেইবাবে অনুমান অসিদ্ধ।

[ এই উদাহৰণত পক্ষ নায়িকা, সাধ্য বা লিঙ্গী নায়িকা-কৰ্তৃক পৰপুৰুষোপভোগ, গাত আঁচোৰ খোৱা আৰু অকলসৰে নৈলৈ যোৱাটো হেতু ; কিন্তু এই হেতুদ্বয়ৰপৰা নায়িকাৰ পৰপুৰুষোপভোগৰ প্ৰমাণ একান্ত নহয়, ইয়াৰদ্বাৰা স্বামীৰ প্ৰতি অনুৰাগো প্ৰমাণ হ'ব পাৰে। কিয়নো বাচ্যাৰ্থত প্ৰকাশ হৈছেই—"এই লৰাটোৰ বাপেকে কুঁৱাৰ কেহা পানী নাখায়।" ]

আকৌ "নিঃশেষচ্যুতচন্দনম্......"

এই উদাহৰণত 'নায়িকাৰ প্ৰেমিকক নায়িকাৰ দূতীয়ে উপভোগ কৰিছে' এনে অৰ্থ অনুমানলভ্য বুলি কোৱা হয়। এই ক্ষেত্ৰত প্ৰশ্ন হৈছে—(১) নায়িকাৰ উক্তিৰপৰা শ্ৰোতাৰূপে দূতীৰ নিজৰ গোপন সম্ভোগৰ অনুমান, নাইবা, (২) সেই সময়ত উপস্থিত কোনো ব্যক্তিৰ এই অনুমান, নাইবা (৩) সেই কবিতাফাঁকিৰ অৰ্থৰ অনুধ্যান কৰা বাবে সহৃদয়ৰ এনে অনুমান হয় ?

প্ৰথম দুটা বিকল্পত কোনো বিবাদ নাই। কিন্তু তৃতীয় বিকল্পত তেনেকুৱা কোনো অভিপ্ৰায় নথকা স্থলত ব্যভিচাৰ হ'ব।

[ দূতীৰ নায়কোপভোগৰ অনুমান যদি কাব্যৰ শ্ৰোতা বা পাঠকৰ বুলি ধৰা হয়, তেনেহ'লে 'স্তনতটৰপৰা চন্দনচ্যুত' আদি হেতুৰদ্বাৰা তেনে অনুমান সিদ্ধ নহয়। এই ক্ষেত্ৰত কওঁতা হ'ল নায়িকা আৰু নায়িকাই 'স্তনতটৰপৰা' আদি কথাৰে

বিশেষ ইঙ্গিত দিব খুজিছে। সেই অভিপ্ৰায়ৰ বিষয়ে মনোনিবেশ নকৰা পাঠকে সেই ইঙ্গিত নেজানিব আৰু সুবুজিবও পাৰে। নায়িকাই ক'ব খুজিছে যে "স্তনতটৰপৰা আলিঙ্গন আৰু উপমৰ্দ্দনৰ বাবেই চন্দন খহি পৰিছে, স্নানৰ বাবে নহয়" এই অভিপ্ৰায়ৰ মৰ্ম্মজ্ঞ নোহোৱা শ্ৰোতাই স্নানৰ বাবেই চন্দন খহি পৰিছে বুলি ভাবিব ; গতিকে হেতু ঐকান্তিক নহল। ]

ইয়াত দূতীৰ মুখাভিব্যক্তি ( কওঁতাৰ অভিব্যক্তি ?? ) আদি অৱস্থাৰ সৈতে যুক্ত হৈ 'চন্দনচ্যুত' আদি হেতু বিশেষ গুণ-যুক্ত হৈছে আৰু তাৰদ্বাৰা অনুমান সিদ্ধ হৈছে—এইদৰেও ক'ব নোৱাৰি। কিয়নো, গুণ-বিশিষ্ট হেতুৰ ব্যাপ্তিৰ অনুসন্ধান ন্যায়শাস্ত্ৰত দেখা নাযায়।

[ 'স্তনতটৰপৰা চন্দনচ্যুত' এই হেতুক বিশিষ্ট কৰি অনুমান সিদ্ধ কৰিব পাৰি। যেনে—"স্তনতটৰপৰা চন্দন খহি পৰিছে, অথচ মুখত প্ৰফুল্লতা"—এনে বিশিষ্ট হেতুৰপৰা স্নানৰ বাবে চন্দন খহি পৰা নাই বুলি বুজিব পাৰি, কিয়নো স্নানৰ পিছত মুখত প্ৰফুল্লতা নাথাকে। কিন্তু হেতুক এইদৰে বিশিষ্ট (qualify) কৰিব নোৱাৰি। নিৰুপাধিক হেতুৰদ্বাৰাহে অনুমান সিদ্ধ হয়। উপাধিযুক্ত হেতুৰ সাধ্যৰ সৈতে ব্যাপ্তি ন্যায়শাস্ত্ৰসন্মত নহয়। ]

ইয়াৰ বাহিৰেও কেৱল কবি প্ৰতিভাৰদ্বাৰা সৃষ্ট কাব্যসমূহৰ প্ৰামাণিকতাৰ কোনো প্ৰয়োজন নাই, সেইবাবে হেতু সন্দিগ্ধ আৰু অসিদ্ধ। [ ইয়াত হেতুৰ স্বৰূপাসিদ্ধি হৈছে। ]

ইয়াৰ বাহিৰে ব্যক্তিবাদীয়েও কৈছে যে—'অধম'পদৰ সহায়তে 'চন্দনচ্যুত' আদি বৰ্ণনাই দূতীৰ নায়কোপভোগৰূপ অৰ্থৰ ব্যঞ্জনা কৰিছে ; কিন্তু নায়িকাই কোৱামতে, তেওঁৰ নায়ক অধম হয়নে নহয়, ইয়াতেই সন্দেহ আছে ; গতিকে ( সন্দিগ্ধ হেতুৰদ্বাৰা ) অনুমান কেনেকৈ হ'ব ?

ইয়াৰদ্বাৰাই ব্যঙ্গ্য যে অৰ্থাপত্তিৰদ্বাৰা বুজা যায়, সেই মতৰো খণ্ডন হ'ল। কাৰণ অৰ্থাপত্তিও পূৰ্ব্বসিদ্ধ ব্যাপ্তিৰ আধাৰতহে সিদ্ধ হয়। যেনে—"যি জীয়াই আছে, সি নিশ্চয় কোনো ঠাইত আছে ; চৈত্ৰ জীয়াই আছে কিন্তু এই গোষ্ঠীত নাই"; ( গতিকে চৈত্ৰ নিশ্চয় কৰবাত আছে )।

[ পূর্ব্ব মীমাংসকসকলে অর্থাপত্তিক পঞ্চম প্রমাণৰূপে গণ্য কৰে, নৈয়ায়িক আদিয়ে 'অন্যথা অনুপপত্তি'ৰদ্বাৰা অর্থাপত্তিক অনুমানৰে অন্তর্ভুক্ত কৰে। অর্থাপত্তিৰ বাবেও ব্যাপ্তিগ্ৰহণৰ আৱশ্যক। অন্বয়ব্যাপ্তি আৰু ব্যতিৰেক ব্যাপ্তি দুয়োপ্রকাৰে অনুমান সিদ্ধ হয়; কিন্তু অর্থাপত্তি কেৱল অন্বয় ব্যাপ্তিৰেহে সিদ্ধ হয়। বাচ্যার্থ আৰু ব্যঙ্গ্যার্থৰ মাজত তেনে অন্বয়ব্যাপ্তি নাই; গতিকে ব্যঙ্গ্যার্থৰ বোধ অর্থাপত্তিৰদ্বাৰা নহয়। ]

কাপোৰ-কানি বেচোঁতে তর্জ্জনী উত্তোলন কৰিলে, যেনেকৈ দহ বুলি ইঙ্গিতৰে সূচকসকলে বুজে; ব্যঙ্গ্যবোধ তেনেকুৱাও নহয়। তীক্ষ্ণ বুদ্ধিৰ লোকৰ পক্ষেও ইঙ্গিত বুজিবলৈ লৌকিক সঙ্কেত আদি প্রমাণৰ আৱশ্যক; গতিকে ইয়াকো একপ্রকাৰ অনুমান বুলি স্বীকাৰ কৰা হৈছে।

'সংস্কাৰৰপৰা ৰস জন্মে, গতিকে ৰসাদিৰ জ্ঞান (উপলব্ধি ?) স্মৃতি'—এইদৰে কোনোৱে কয়। কিন্তু স্মৃতিৰূপ হেতু প্রত্যভিজ্ঞাতো থাকে, সেই বাবে হেতু অনৈকান্তিক হোৱাত হেত্বাভাস হৈছে।

[ সংস্কাৰজাত জ্ঞানেই স্মৃতি। ৰসোপলব্ধিও সংস্কাৰৰপৰা হয়, গতিকে ৰসজ্ঞানো স্মৃতি। অনুমানৰ এই প্রক্রিয়াত পক্ষ 'ৰসৰ উপলব্ধি বা ৰসজ্ঞান', সাধ্য 'স্মৃতি' আৰু হেতু হৈছে 'সংস্কাৰজন্যত্ব'। 'সংস্কাৰজন্যত্ব' হেতু প্রত্যভিজ্ঞাতো থাকে, গতিকে পক্ষ-বিপক্ষ বিদ্যমানতাৰ বাবে হেতু হেত্বাভাসত পৰিণত হৈছে। ]

"দুর্গালঙ্ঘিত-বিগ্ৰহ……"

এই উদাহৰণত দ্বিতীয় কোনো অর্থ নাই বুলি কৈ অনুভৱসিদ্ধ কথা এটা অস্বীকাৰ কৰাটো মহিম ভট্টৰ পক্ষে গজনিমীলিকাৰ দৰেই হৈছে। ( গজনিমীলিকা = হাতীয়ে চকুমুদি টোপানিয়াই থকা )।

গতিকে এইদৰে অনুভৱসিদ্ধ ৰস-ভাবাদিৰূপ কাব্যৰ ব্যঙ্গ্যার্থ অস্বীকাৰ কৰিব নোৱাৰি, সেই ব্যঙ্গ্যার্থই সকলো শব্দৰ ক্ষেত্রতে অন্বয়-ব্যতিৰেক নীতি অনুসৰণ কৰে; আনহাতে আকৌ ব্যঙ্গ্যার্থৰ বোধ অনুমান আদিৰ সহায়ত নহয় আৰু অভিধা আদি তিনিওটা বৃত্তিৰ

সহায়তো ব্যঙ্গ্যার্থোপলব্ধি নহয়—এইবিলাক কাৰণতে ( ব্যঞ্জনা নামৰ ) চতুৰ্থ এটা বৃত্তি যে স্বীকাৰ কৰিবই লাগিব, এইটো প্ৰমাণ হ'ল। এই ( ব্যঞ্জনা ) বৃত্তিৰ বাবে ব্যাপ্তি আদি একোৰে অনুসন্ধানৰ আৱশ্যক নাই। গতিকে ক'তো একো অস্পষ্টতা নাই।

বাৰু, এই বৃত্তিটোৰনো নাম কি ?

> পণ্ডিতসকলে এই বৃত্তিক ব্যঞ্জনা বৃত্তি বোলে। আকৌ, ৰসাভিব্যক্তিৰ বিষয়ত ৰসপ্ৰতীতি জন্মায় বাবে, কোনোৱে এই বৃত্তিক ৰসনা বৃত্তি বুলিও কয়। ৫

এই সকলো কথা ৰসনিৰূপণ প্ৰসঙ্গত আলোচনা কৰা হৈছে। এতিয়া সকলো শুদ্ধ হৈ পৰিল।

সাহিত্যদৰ্পণত ব্যঞ্জনাব্যাপাৰ নিৰূপণ
নামৰ পঞ্চম অধ্যায়।



## ॥ ষষ্ঠ পৰিচ্ছেদ ॥

**দৃশ্য কাব্য আৰু শ্ৰব্য কাব্য ঃ**

এইদৰে ধ্বনি আৰু গুণীভূত ব্যঙ্গ্যৰূপে কাব্যৰ দুটা ভাগৰ বিষয়ে কৈ এতিয়া দৃশ্য-শ্ৰব্যৰূপে কাব্যৰ আন দুটা ভাগৰ বিষয়ে কোৱা হৈছে।

দৃশ্য কাব্য আৰু শ্ৰব্য কাব্য এই দুটা ভাগেৰে ভগাই
কাব্য দুবিধ বুলি ধৰা হয়। তাৰ ভিতৰত যাৰ
অভিনয় হয়, সেয়ে দৃশ্য কাব্য। ১

দৃশ্য কাব্যৰ এটা নাম ৰূপক; ৰূপকনো কিয় বোলা হয়, তাৰ কাৰণ কোৱা হৈছে।

অভিনেতাই দৃশ্য কাব্যত চিত্ৰিত চৰিত্ৰৰ ৰূপ নিজত
আৰোপ কৰি দেখুৱায় বাবে দৃশ্য কাব্যক ৰূপক
বোলা হয়। ২

নট বা অভিনেতাত ৰামাদিৰ স্বৰূপ আৰোপ কৰা হয় বাবে দৃশ্য কাব্যক ৰূপক বোলা হয়।

অভিনয়নো কি তাৰ উত্তৰত কোৱা হৈছে—

অৱস্থাৰ অনুকৰণেই অভিনয়; এই অভিনয়
চাৰিবিধ; আঙ্গিক, বাচিক, আহাৰ্য্য আৰু সাত্ত্বিক। ৩

[ যাৰ চৰিত্ৰ ৰূপায়ণ কৰা হয়, সেই জনৰ অৱস্থাৰ অনুকৰণেই অভিনয়। আঙ্গিক=অঙ্গৰদ্বাৰা কৰা অভিনয়, বাচিক=কথাৰে কৰা, আহাৰ্য্য=বেশ-ভূষা আদিৰ সহায়ত কৰা অভিনয়, সাত্ত্বিক=ৰোমাঞ্চ, ঘাম আদিৰে মনৰ আবেগ আদি প্ৰকাশ ৰূপ অভিনয়। ]

নটে অঙ্গ-প্ৰত্যঙ্গ আদিৰে ৰাম-যুধিষ্ঠিৰ আদিৰ অৱস্থাৰ অনুকৰণ কৰাই অভিনয়।

ৰূপক কেই প্ৰকাৰ, সেই বিষয়ে কোৱা হৈছে—

(১) নাটক, (২) প্ৰকৰণ, (৩) ভাণ, (৪) ব্যায়োগ, (৫) সমৱকাৰ, (৬) ডিম, (৭) ঈহামৃগ, (৮) অঙ্ক, (৯) বীথী, আৰু (১০) প্ৰহসন— ৰূপক এই দহ প্ৰকাৰ। ৪

ইয়াৰ উপৰিও (১) নাটিকা, (২) ত্ৰোটক, (৩) গোষ্ঠী, (৪) সট্টক, (৫) নাট্যৰাসক, (৬) প্ৰস্থান, (৭) উল্লাপ্য, (৮) কাব্য, (৯) প্ৰেঙ্খণ, (১০) ৰাসক, (১১) সংলাপক, (১২) শ্ৰীগদিত, (১৩) শিল্পক, (১৪) বিলাসিকা, (১৫) দুৰ্ম্মল্লিকা, (১৬) প্ৰকৰণী, (১৭) হল্লীশক, আৰু (১৮) ভাণিকা এই ওঠৰ বিধ উপৰূপক নামৰ দৃশ্য কাব্য আছে বুলি মনীষীসকলে স্বীকাৰ কৰে। ওপৰত কোৱা সকলো দৃশ্য কাব্যৰে বিশেষ বিশেষ লক্ষণৰ বাহিৰে নাটকৰ লক্ষণেই এই সকলোবিলাকৰ সামান্য লক্ষণ—অৰ্থাৎ নাটকৰ সাধাৰণ লক্ষণ এই সকলোবোৰতে আছে। ৫

এই সকলোবিলাকৰে অৰ্থাৎ প্ৰকৰণ আদি দহ প্ৰকাৰ ৰূপক আৰু নাটিকা আদি ওঠৰ প্ৰকাৰ উপৰূপকৰ বুলি বুজিব লাগিব।

ওপৰত কোৱা দহপ্ৰকাৰ ৰূপকৰ ভিতৰত যি দৃশ্য কাব্যৰ বিষয়-বস্তু ( মূল ঘটনাটো ) কোনো প্ৰখ্যাত বৃত্তান্তৰপৰা লোৱা হয়, যত পাঁচোটা সন্ধি থাকে, যি দৃশ্য কাব্য বিলাস আৰু অভ্যুদয় আদি গুণৰ সমাৱেশত আৰু নানা বিভূতিৰ যোগত উদাত্ত আৰু সমৃদ্ধ হয়, মানৱৰ সুখ-দুখৰ অনুভূতিৰপৰা যাৰ উদ্ভৱ হয় আৰু যাৰপৰা নানাপ্ৰকাৰ ৰস আৰু

ভাৱৰ ধাৰাবাহিক অনুভূতি হয়; সেয়ে নাটক। এই বিধ দৃশ্য কাব্যত পাঁচোটাৰপৰা দহোটালৈকে অঙ্ক থাকিব লাগে বুলি পণ্ডিতসকলে কয়।

এইবিধ ৰূপকৰ (নাটকৰ) নায়ক দিব্য (দেৱ গুণসম্পন্ন) অদিব্য (মানৱস্বভাৱ-সম্পন্ন) নাইবা দিব্যাদিব্য (দিব্য হলেও মানৱৰূপে বিৰাজমান), প্ৰখ্যাত বংশত উৎপন্ন, নায়কোচিত গুণসম্পন্ন, ধীৰ আৰু উদাত্ত ৰাজৰ্ষিলোক হব লাগে। এইবিধ ৰূপকত (নাটক) বীৰ বা শৃঙ্গাৰ ৰস মুখ্য আৰু অন্যান্য সকলো ৰস-ভাৱ অঙ্গ বা মুখ্যৰ ৰসৰ সহকাৰী হৈ থাকিব লাগে আৰু নাটকৰ অন্তত অদ্‌ভুতবা বিস্ময় ভাৱৰ অভিব্যক্তি হব লাগে।

ইয়াত মুখ্যভাৱে বৰ্ণনীয় ঘটনাৰ লগত সম্বন্ধ কাৰ্য্যত ব্যাপৃত পাঁচজন বা চাৰিজন পুৰুষৰ চৰিত বৰ্ণনা কৰা হয় আৰু নাটকৰ ৰচনাৰ আকাৰ গৰুৰ নেজৰ আগৰ দৰে হব লাগে বুলি কোৱা হয়। ৬

নাটকৰ বৰ্ণনীয় বৃত্তান্ত প্ৰখ্যাত বুলি কোৱাৰ অৰ্থ এই যে ৰামায়ণ আদি গ্ৰন্থত বৰ্ণিত প্ৰসিদ্ধ, যেনে ৰামৰ কথা আদি, তেনে প্ৰসিদ্ধ বৃত্তান্তই ইয়াৰ বৰ্ণনীয় মূল বিষয়-বস্তু হব লাগে। সন্ধিনো কি, তাক পিছত কোৱা হব। নানা বিভূতিৰ যোগ থাকিব লাগে বুলি কোৱাৰ অৰ্থ—ইয়াত নায়কৰ নিচিনা মহান্ গুণশালী অন্যান্য সহায়ক পুৰুষৰো চৰিত্ৰ চিত্ৰণ থাকিব লাগে। নাটকৰ উদ্ভৱ যে সুখ-দুখৰ অনুভূতিৰপৰা হয়—সেইটো, য'ত ৰাম-যুধিষ্ঠিৰ আদিৰ ঘটনা চিত্ৰিত কৰা হৈছে, তেনেকুৱা নাটকত স্পষ্টভাৱে বুজা যায়। ৰাজৰ্ষি মানে প্ৰসিদ্ধ ৰাজবংশত জন্মা দুষ্যন্ত আদি মহাপুৰুষসকল। দিব্য শব্দৰ অৰ্থ দেৱোচিত স্বভাৱসম্পন্ন শ্ৰীকৃষ্ণ আদি; আৰু দিব্যাদিব্য শব্দৰ অৰ্থ—আচলতে দেৱতাস্বভাৱ সম্পন্ন হলেও

নিজক মানৰ বুলি ভাৱোতা মহাত্মা লোক; যেনে, শ্ৰীৰামচন্দ্ৰ। এই ৰূপকৰ (নাটক) ৰচনা গৰুৰ নেজৰ আগৰ নিচিনা বুলি কোৱাৰ অৰ্থ, কিছুমান নাট্যবিদ্ পণ্ডিতে কয় যে, ইয়াৰ অঙ্কবিলাক ক্ৰমশঃ আগৰ পিনে সৰু কৰিব লাগে। কিন্তু আন নাট্যজ্ঞসকলে কয় যে 'গৰুৰ নেজৰ আগৰ দৰে' মানে, যেনেকৈ গৰুৰ নেজৰ ফানবোৰ কিছুমান চুটি আৰু কিছুমান দীঘল হৈ থাকে, সেইদৰে নাটকৰ ৰচনাও এনেকুৱা হব লাগে যাতে কিছুমান বৰ্ণনা মুখসন্ধিতে সমাপ্ত হয়, কিছুমান বা প্ৰতিমুখ-সন্ধিত সমাপ্ত হয়। এইদৰে কিছুমানৰ বৰ্ণনা গৰ্ভসন্ধিত, কিছুমানৰ বিমৰ্ষণ, কিছুমানৰ নিৰ্বহণ সন্ধিত সমাপ্ত হব লাগে।

**নাটকৰ পৰিচ্ছেদ, অঙ্কৰ স্বৰূপ আৰু মহত্ত্ব:**

অঙ্ক মানে নাটকৰ অৱচ্ছেদ বা ভিতৰুৱা বিভাগ বিশেষ। য'ত সামাজিকে নায়কৰ চাল-চলন প্ৰত্যক্ষ ভাবে দেখা পায়, য'ত ৰস-ভাৱৰ অভিব্যক্তিৰ সৌন্দৰ্য্য অতি স্পষ্ট ভাৱে প্ৰতীত হয়, য'ত প্ৰয়োগ কৰা শব্দ আৰু তাৰ অৰ্থবোৰ সহজে সুস্পষ্ট ভাবে বোধগম্য হয়, চুটি সমান যুক্ত-গদ্য থাকে, য'ত গোটেই গ্ৰন্থখনৰ প্ৰতিপাদ্য সমগ্ৰ অৰ্থৰ (আধি-কাৰিক বৃত্তান্তৰ) অন্তৰ্গত (ভিতৰুৱা বা অৱান্তৰ) এটা ভাগ সম্পূৰ্ণভাৱে চিত্ৰিত কৰা হয়, য'ত বিন্দু অৰ্থাৎ বৰ্ণনীয় ইতিবৃত্তৰ (ঘটনাৰ) কাৰণে সামাজিকৰ আকাঙ্ক্ষা উদ্দীপক সূক্ষ্ম ইঙ্গিত থাকে, য'ত বহু বিধ মুখ্য কাৰ্য্যৰ বৰ্ণনা নেথাকে, য'ত বীজ আৰু উপসংহাৰ সন্ধি নেথাকে, য'ত অনেক ঘটনাচক্ৰৰ বৰ্ণনা থাকে, য'ত (শ্ৰব্য কাব্যৰ দৰে) বৰ বেচি পদ্যৰ সমাবেশ নাথাকে, য'ত উপস্থাপিত ঘটনাবিলাক নায়ক আদিৰ কৰ্ত্তব্য আৱশ্যকীয়

কৰ্ম্মাচৰণৰ বিৰোধীৰূপে বৰ্ণিত নহয়, য'ত অনেক দিন ধৰি চলি থকা ঘটনাৰ কথা বৰ্ণনা কৰা নহয়, য'ত বৰ্ণিত ঘটনাটো নায়কৰ লগত সম্পৰ্ক যুক্ত হয় অৰ্থাৎ নায়কৰ চৰিত্ৰ সাক্ষাদ্‌ভাৱে বৰ্ণিত নহ'লেও পাকে-প্ৰকাৰে অভিব্যঞ্জিত হয়, য'ত তিনি বা চাৰিজন ( কমপক্ষে ) পাত্ৰৰ অভিনয় থাকে, য'ত দূৰাহ্বান ( অৰ্থাৎ দূৰৈৰপৰা চিঞৰি মতা ), মৰা-কটা, যুদ্ধ, ৰাজ্য, দেশ আদিৰ বিপ্লৱ, বিয়া, ভোজন, শাপ, মল-মূত্ৰ ত্যাগ, মৃত্যু, ৰতিক্ৰীড়া, দন্তক্ষত, নখক্ষত, আৰু অন্যান্য যিবোৰ লজ্জাজনক কথা আছে, সেই বিলাক, শয়ন, অধৰপান ( চুম্বন ) আদি ; নগৰ, দুৰ্গ আদিৰ অৱৰোধ, স্নান আৰু অনুলেপন আদি কথাৰ সাক্ষাদ্‌ভাৱে উপস্থাপন কৰা নহয় ; য'ত ৰাজ-মহিষী, ৰাজ পৰিজন আৰু তেওঁৰ পৰিচাৰিকা আদিৰ, সেইদৰে মন্ত্ৰী, সদাগৰ আদিৰো প্ৰত্যক্ষ ভাৱে চৰিত্ৰ চিত্ৰণ কৰা হয়, যাতে সি ৰস আৰু ভাৱৰ উদ্বোধক হৈ পৰে ; আৰু যাৰ অন্তত সকলো পাত্ৰই ( ভাৱৰীয়াই ) ৰঙ্গ মঞ্চৰপৰা ওলাই যায়, নাটকৰ এনেকুৱা নাতি-দীৰ্ঘ ভাগ বা পৰিচ্ছেদক 'অঙ্ক' বোলা হয়। ৭

'বিন্দু' আদিৰ কথা পিছত কোৱা হ'ব। আৱশ্যকীয় কৰ্ম্ম মানে সন্ধ্যা বন্দনা আদি অপৰিহাৰ্য্য কৰ্ম্ম।

**গৰ্ভাঙ্ক নিৰূপণ :**

অঙ্ক নিৰূপণৰ প্ৰসঙ্গতে এতিয়া গৰ্ভাঙ্কৰ কথাও কোৱা হৈছে—আগেয়ে যি অঙ্কৰ কথা কোৱা হ'ল, তেনেকুৱা প্ৰধান অঙ্কৰ অন্তৰ্গত অঙ্ককে

গৰ্ভাঙ্ক বোলে। এই গৰ্ভাঙ্কতে ( অঙ্কৰ নিচিনাকৈ ) সূত্ৰধাৰকৃত মঙ্গলাচৰণ, প্ৰস্তাৱনা, বীজ ( মূল ঘটনাৰ আদি কাৰণ ) আৰু নায়কৰদ্বাৰা নিষ্পাদ্য প্ৰধান প্ৰয়োজনৰ কথাও অৱশ্যে থাকে। ৮

গৰ্ভাঙ্কৰ উদাহৰণ যেনে--বাল ৰামায়ণৰ তৃতীয় অঙ্কত সন্নিবিষ্ট ( সীতাস্বয়ম্বৰ নামৰ গৰ্ভাঙ্কৰ আৰম্ভ ) ৰাৱণৰ প্ৰতি কঞ্চুকীৰ উক্তি—

শ্ৰৱণৈঃ পেয়মনেকৈৰ্দৃশ্যং দীৰ্ঘৈশ্চলোচনৈৰ্বহুভিঃ।
ভৱদৰ্থমিৱ নিবদ্ধং নাট্যং সীতাস্বয়ম্বৰণম্॥

( দশানন, অনেক শ্ৰৱণৰদ্বাৰা যি অমৃত পান কৰিব পাৰি আৰু অনেক আয়ত লোচনেৰে যি দৃশ্য দৰ্শন কৰিব পাৰি, সেই সীতাস্বয়ম্বৰ নামৰ নাট্য কেৱল যেন আপোনাৰ কাৰণেই—যুগুত কৰা হৈছে। )

ইত্যাদি উক্তিৰে সীতাস্বয়ম্বৰ নামৰ গৰ্ভাঙ্ক ৰচনা কৰা হৈছে।

**অভিনয় ক্ৰম ঃ**

তাত আৰম্ভণতে কৰিব লাগে পূৰ্ব্বৰঙ্গ ( প্ৰাৰম্ভিক নৃত্য গীত-বাদ্য )। তাৰ পিছত সভাপূজা ; তাৰ পিছত নাটকৰ কৱিৰ নাম আদিৰ পৰিচয় আৰু নাটকৰ নাম প্ৰকাশ। তাৰ পিছত আমুখ বা প্ৰস্তাৱনা ( নাটকীয় ঘটনাৰ আভাস দান )। ৯

'তাত' মানে নাটকৰ অভিনয়ত।

[ পূৰ্ব্বৰঙ্গ আৰু সভাপূজা নাটকৰ ভিতৰুৱা নহয়, নাটকৰ অভিনয়ৰ হে ভিতৰুৱা, সেই কাৰণে ইয়াত নাটক শব্দৰদ্বাৰা নাটকৰ প্ৰয়োগক লক্ষ্য কৰা হৈছে। ]

**পূৰ্ব্বৰঙ্গ ঃ**

ৰঙ্গত অৰ্থাৎ নাট্যশালাত সম্ভাব্যমান বিঘ্নৰ উপশমৰ অৰ্থে, অভিনয় আৰম্ভৰ পূৰ্ব্বে নটবিলাকে যি মাঙ্গলিক গীত-বাদ্য আদি কৰে, তাকে পূৰ্ব্বৰঙ্গ

বোলা হয়। যদিও এই পূৰ্ব্বৰঙ্গৰ অঙ্গস্বৰূপে প্ৰত্যাহাৰ (অৰ্থাৎ বাদ্যভাণ্ডবিলাকৰ ৰঙ্গমঞ্চত উপস্থাপন) আদি বহুত (২২ বিধ) ক্ৰিয়া-কলাপৰ অনুষ্ঠান কৰিবলগীয়া আছে, তথাপি বিঘ্নৰ শান্তিৰ অৰ্থে প্ৰধান কৰ্ত্তব্যস্বৰূপে নান্দী গীত অপৰিহাৰ্য্য। ১০

যিহেতুকে ইয়াৰদ্বাৰা ৰঙ্গশালাস্থ সামাজিকৰ প্ৰতি আশীৰ্ব্বচন আৰু দেৱ-দ্বিজ ৰজা আদিৰ স্তুতিগীতৰ বা প্ৰশংসাবাক্যৰ প্ৰয়োগ কৰা হয়, সেই হেতুকে ইয়াৰ নাম নান্দী। এই নান্দীত শঙ্খ-চন্দ্ৰ-পদ্ম-চক্ৰৱাক (চাকৈ চকোঁৱা) আৰু কৈৰৱ (শ্বেত উৎপল) এইবোৰ মাঙ্গলিক বস্তুৰ উল্লেখ কৰা হয়। ই অষ্ট পদাও হয় আৰু দ্বাদশ পদাও হয়, অৰ্থাৎ কোনো কোনো নান্দীত আঠোটা পদ বা পাদ থাকে কোনোটোত বা বাৰটা থাকে। ১১

অষ্ট পদা নান্দীৰ উদাহৰণ, যেনে—অনৰ্ঘৰাঘৱ নাটকত "নিষ্প্ৰত্যূহম্" ইত্যাদি (ক্ৰমশঃ শাৰ্দ্দুল বিক্ৰীড়িত আৰু হৰিণী বৃত্তত ৰচিত পদ্য দুটাৰে এই নান্দী ৰচিত)। দ্বাদশপদা নান্দীৰ উদাহৰণ, যেনে—মোৰ পূজনীয় পিতৃদেৱৰ ৰচিত পুষ্পমালা নাটকত—

শিৰসি ধৃতসুৰাপগে স্মৰাৰাৱৰুণমুখেন্দুৰুচিৰ্গিৰীন্দ্ৰপুত্ৰী।
অথ চৰণ যুগানতে স্বকান্তে স্মিতসৰসা ভৱতোঽস্তু ভূতিহেতুঃ॥

(যাৰ মুখচন্দ্ৰ, ভগৱান্ শঙ্কৰৰ মূৰত বিৰাজিত গঙ্গাদেৱীক দেখাৰ কাৰণে ৰঙা হৈ উঠে আৰু (মান ভঙ্গৰ অৰ্থে) চৰণ যুগলত নত হৈ পৰা, নিজৰ স্বামী ভগৱান্ শঙ্কৰক দেখি মিচিকিয়া হাঁহিৰে মনোহৰ হৈ পৰে, সেই

গিৰিৰাজ পুত্ৰী পাৰ্ব্বতী দেৱী আপোলোকৰ ( সামাজিক সকলৰ ) মঙ্গলৰ হেতু হওক। )১

এইদৰে অন্যান্য ৰূপকতো অষ্টপদা বা দ্বাদশপদা নান্দী দেখা যায়।

এই পূৰ্ব্বোক্ত নান্দীৰ লক্ষণ ভৰত মুনিৰ অভিমত নহয়। কোনো কোনো নাট্যাচাৰ্য্যৰ মত অনুসৰিহে কোৱা হ'ল। আচলতে ( মহাকৱিৰ নাটকৰ প্ৰাৰম্ভত থকা আশীৰ্ব্বচনাদিৰূপ বাক্যৰ নাম ৰঙ্গদ্বাৰ। )

"ৰঙ্গদ্বাৰ হে পূৰ্ব্বৰঙ্গৰ অঙ্গস্বৰূপ।" আন বহুত নাট্যাচাৰ্য্যই এনেকৈ কয়। এই বিষয়ে প্ৰাচীন সকলৰ উক্তি

> "যি হেতুকে ৰঙ্গশালাত পোন প্ৰথমে ( আশীৰ্ব্বচনৰো পূৰ্ব্বে ) নটে ( দেৱ আদিৰ স্তুতিৰূপ ) বাচিক নাইবা ( হাত যোৰ আদি ) আঙ্গিক অভিনয় কৰে, সেই হেতুকে ( ৰঙ্গানুষ্ঠানৰ দুৱাৰ মুখ স্বৰূপ হোৱাৰ কাৰণে) এই অভিনয়ক ৰঙ্গদ্বাৰ বুলি বুজিব লাগে।"

কিন্তু আগেয়ে যি নান্দীৰ লক্ষণ কোৱা হ'ল সেই নান্দী ৰঙ্গদ্বাৰৰ পূৰ্ব্বেই নটৰদ্বাৰা হে অনুষ্ঠিত হব লাগে ( নাট্যকাৰ কৱিৰ লগত তাৰ কোনো সম্পৰ্ক নাই, কৱিয়ে নাটকত তেনে নান্দীৰ সমাৱেশ কৰিব

---

১। ইয়াত 'পদ' শব্দৰদ্বাৰা সুপ্‌তিঙন্ত পদ, অৱান্তৰ বাক্য আৰু পদ্যৰ চতুৰ্থাংশৰূপ পাদ এই তিনিওকে গ্ৰহণ কৰা হৈছে। পদশব্দৰ পদ্যৰ চতুৰ্থাংশৰূপ অৰ্থ ধৰি অষ্টপদাৰ উদাহৰণ দিয়া হৈছে আৰু পদ শব্দৰ অৰ্থ সুপ্‌তিঙন্ত পদ বুলি ধৰি দ্বাদশপদাৰ উদাহৰণ দিয়া হৈছে। যদি অকল পদ শব্দৰ অৰ্থ পদ্যৰ চতুৰ্থাংশ বুলি ধৰা হয়, তেন্তে ইয়াত উদ্ধৃত দ্বাদশপদাৰ উদাহৰণ তথা ভৱভূতিৰ উত্তৰৰাম চৰিতৰ নান্দীত দ্বাদশপদা নান্দীৰ লক্ষণ সঙ্গত হব নোৱাৰে। সেই দৰে পদ শব্দৰ অৰ্থ অকল সুপ্‌তিঙন্ত পদ বুলি ধৰিলে, ইয়াত উদাহৃত অনৰ্ঘৰাঘৱৰ নান্দীতো এই লক্ষণ অসঙ্গত হৈ পৰে। পদ শব্দৰদ্বাৰা অৱান্তৰ বাক্যক লক্ষ্য নকৰিলে, অভিজ্ঞান-শকুন্তল নাটকৰ নান্দীত অষ্টপদা বা দ্বাদশপদা এবিধৰো লক্ষণ সঙ্গত নহয়।

নালাগে ) হেতুকে মহৰ্ষি ভৰতে ( পূৰ্ব্বৰঙ্গৰ অঙ্গৰূপে কাব্যৰ অন্তৰ্গত বুলি ) এই নান্দীৰ কথা কোৱা নাই। কালিদাস আদি মহাকৱিৰ ৰচনাৰ আৰম্ভণিতে থকা শ্লোকত পূৰ্ব্বোক্ত নান্দীৰ লক্ষণ দেখা নাযায়।

যেনে—

ৱেদান্তেষুয মাহুৰেকপুৰুষং ৱ্যাপ্য স্থিতং ৰোদসী
যস্মিন্নীশ্বৰ ইত্যনন্যৱিষয়ঃ শব্দো যথাৰ্থাক্ষৰঃ।
অন্তৰ্যশ্চ মুমুক্ষুভিৰ্নিয়মিতপ্ৰাণাদিভিৰ্মৃগ্যতে
স স্থাণুঃস্থিৰভক্তিযোগসুলভো নিঃশ্ৰেয়সায়াস্তু ৱঃ॥

( উপনিষদ্ আদিত যাক পৃথিৱী অন্তৰীক্ষ সমগ্ৰ ব্ৰহ্মাণ্ড বিয়পি থকা, একমাত্ৰ পৰম বুলি কোৱা হৈছে, একমাত্ৰ সেই পৰমতত্ত্বক বুজাব পৰা 'ঈশ্বৰ'শব্দটোৰ প্ৰতিটো অক্ষৰ যাক বুজোৱাৰ কাৰণে সাৰ্থক হৈছে; মুমুক্ষু সকলে প্ৰাণায়াম আদি ধাৰণাৰদ্বাৰা যাক অন্তৰত উপলব্ধি কৰিবৰ কাৰণে বিচাৰি থাকে; স্থিৰ ( অচলা ) ভক্তিযোগৰদ্বাৰা হে যাক সহজে পাব আৰু বুজিব পাৰি, সেই নিৰ্ব্বিকাৰ ভগৱান্ মহেশ্বৰে আপোনালোক সামাজিক সকলৰ মঙ্গল কৰক।" )

মহৰ্ষি ভৰতে কৈছে যে "ৰঙ্গদ্বাৰৰপৰা আৰম্ভ কৰি কৱিয়ে নাটক ৰচনা কৰিব লাগে—ইত্যাদি।

( যি হেতুকে, নান্দীৰ অনুষ্ঠান ৰঙ্গদ্বাৰৰ পূৰ্ব্বে নটৰ হে কৰ্ত্তব্য, কৱিৰ কৰ্ত্তব্য নহয় 'ৰঙ্গদ্বাৰ' হে কৱিৰ কৰ্ত্তব্য ) সেই কাৰণেই বিক্ৰমোৰ্ব্বশীয়ৰ পুৰণি পাণ্ডুলিপিত "নান্দ্যন্তে সূত্ৰধাৰঃ" ( নান্দীৰ পাচত সূত্ৰধাৰ ) এই কথাৰ পাচত হে "ৱেদান্তেষ যমাহুঃ"—ইত্যাদি শ্লোক লিখা দেখা যায়। পিছৰ কালৰ পাণ্ডুলিপিত যে "বেদান্তেষু" ইত্যাদি শ্লোকৰ পাচত "নান্দ্যন্তে সূত্ৰধাৰঃ" বুলি লিখা আছে, তাৰ অভিপ্ৰায় এনে—'নান্দীৰ পাচত সূত্ৰধাৰে এই শ্লোক আবৃত্তি কৰিলে।' 'এই খিনিৰপৰা মই নাটক আৰম্ভ কৰিছোঁ।' "নান্দ্যন্তে সূত্ৰধাৰঃ"—এই কথাৰদ্বাৰা কৱিৰ এনে অভিপ্ৰায়হে সূচিত হৈছে।

স্থাপনা ঃ

পূৰ্ব্বৰঙ্গ বিধান ( পূৰ্ব্বৰঙ্গ অনুষ্ঠান ) শেষ কৰিয়ে সূত্ৰধাৰ ৰঙ্গমঞ্চৰপৰা গুচি যায়। তাৰ পাচত 'স্থাপক' নামৰ আন এজন ( সূত্ৰধাৰৰনিচিনা ) নটে ৰঙ্গমঞ্চত প্ৰৱেশ কৰি দৃশ্য কাব্যৰ স্থাপনা বা উপক্ৰমণিকা কৰিব লাগে।

নাটকীয় বস্তু দিব্য হলে, স্থাপকে তদনুৰূপ অৰ্থাৎ স্বৰ্গীয় ভাৱৰ, ভূমিকা গ্ৰহণ কৰি ; অদিব্য (মানৱীয়) হলে মানৱীয় ভূমিকা আৰু মিশ্ৰ অৰ্থাৎ দিব্যাদিব্য হলে, দেৱতা অথবা মানৱ যি কোনোৰ ভূমিকা লৈ ( ৰঙ্গমঞ্চত প্ৰৱেশ কৰি ) সামাজিকৰ আগত নাটকীয় বিষয় বস্তু, অথবা নাটকৰ বীজ নাইবা মুখ বা পাত্ৰৰ সূচনা কৰিব লাগে। ( এয়ে স্থাপকৰ কাৰ্য্য )। ১২

সামাজিকৰ আগত নাটকৰ বিষয়-বস্তুৰ স্থাপনা ( উপস্থাপন ) কৰে বাবে এইজন নটক স্থাপক বোলা হয়। শ্লোকত যে "তদ্বৎ"( তেনেকুৱা ) বুলি কোৱা হৈছে, তাৰ অৰ্থ সূত্ৰধাৰৰ নিচিনা ৰূপ-গুণসম্পন্ন।

আজি-কালি পূৰ্ব্বৰঙ্গৰ প্ৰয়োগ সম্যক্ ৰূপে কৰা নহয় হেতুকে প্ৰস্থাপক নোহোৱাকৈ অকল সূত্ৰধাৰেই সকলোখিনি কাম সম্পন্ন কৰাৰ ব্যৱহাৰ চলিছে। সেই স্থাপকে দিব্য ভূমিকা ( দেৱতাৰ ৰূপ ) গ্ৰহণ কৰি দিব্য বিষয়, মানৱভূমিকা গ্ৰহণ কৰি মানৱীয় বিষয় আৰু দিব্য বা মানৱীয় যিকোনো এটাৰ ভূমিকা লৈ মিশ্ৰ বিষয়ৰ সূচনা কৰিব লাগে। 'বস্তু'ৰ অৰ্থ হৈছে নাটকৰ উপস্থাপ্য ইতিবৃত্ত বা ঘটনা। সূচনাৰ উদাহৰণ, উদাত্তৰাঘৱ নাটকত,

যেনে—

ৰামো মূৰ্দ্ধ্নি নিধায় কাননমগান্মালামিৱাজ্ঞাং গুৰো
স্তদ্ভক্ত্যা ভৰতেন ৰাজ্যমখিলং মাত্ৰা সহৈবোজ্ঝিতম্।

তৌ সুগ্ৰীৱৱিভীষণাৱনুগতৌ নীতৌ পৰাং সম্পদং
প্ৰোৎসিক্তা দশকন্ধৰপ্ৰভৃতয়ো ধ্বস্তাঃ সমস্তা দ্বিষঃ।

( ৰামে গুৰুজনৰ ( পিতাকৰ ) আজ্ঞা মালাৰ দৰে শিৰত ধাৰণ কৰি বনলৈ গ'ল; তেওঁৰ প্ৰতি ভক্তি-পৰবশ হৈয়ে ভৰতে নিজৰ মাকক আৰু সমগ্ৰ ৰাজ্যপদ পৰিত্যাগ কৰিলে, সেই সুগ্ৰীৱ আৰু বিভীষণ দুয়ো ৰামৰ অনুগত হৈ পৰম উন্নতি লাভ কৰিলে আৰু মহা অভিমানী ৰাৱণকে আদি কৰি সকলো বিদ্বেষী শত্ৰু ধ্বংস প্ৰাপ্ত হ'ল ।১।

[ এই শ্লোকত নাটকত বৰ্ণনীয় ঘটনাৰ সূচনা কৰা হৈছে ]

বীজৰ উদাহৰণ; যেনে—

দ্বীপাদন্যস্মাদপি মধ্যাদপি জলনিধের্দিশোঽপ্যন্তাৎ।
আনীয় ঝটিতি ঘটয়তি ৱিধিৰভিমতমভিমুখীভূতঃ॥

নিয়তি যদি অনুকূল হয়, তেন্তে দ্বীপান্তৰৰপৰা হলেও, সমুদ্ৰৰ মাজৰপৰা হলেও, সুদূৰ দিগ্‌দিগন্তৰপৰা হলেও, যি কোনো অভিলষিত বস্তুকে তৎক্ষণাৎ আনি আগত উপস্থিত কৰি দিয়ে।)

ইয়াত সমুদ্ৰত প্ৰৱহণ ভঙ্গৰ ( জাহাজ ভাগি যোৱাৰ ) কাৰণে বুৰ যোৱাৰ পাচতো কোনোমতে জীৱিত অৱস্থাত উঠি অহা ৰত্নাৱলীৰ সৌভাগ্যবশতঃ বৎসৰাজ উদয়নৰ ৰাজ প্ৰাসাদ প্ৰবেশ, মন্ত্ৰী যৌগন্ধৰায়ণৰ লগত যোগাযোগৰপৰা ৰত্নাৱলী-প্ৰাপ্তিলৈকে এই ঘটনা পৰম্পৰাৰূপ গছজোপাৰ বীজ ( মূলকাৰণ ) স্বৰূপ; তাৰেই আভাস দিয়া হৈছে।

মুখ মানে শ্লেষ আদি কৌশলৰে নাটকীয় ঘটনাৰ প্ৰতিপাদক বাক্য বিশেষ।

যে ন—

আসাদিতপ্ৰকটনিৰ্ম্মলচন্দ্ৰহাসঃ শৰৎসময় এৱ ৱিশুদ্ধকান্তিঃ।
উৎখায় গাঢ়তমসং ঘনকালমুগ্ৰং ৰামো দশাস্যমিৱ সংভৃতবন্ধুজীৱঃ॥

( উজ্জ্বল ( প্ৰকট ) আৰু নিৰ্ম্মল চন্দ্ৰহাস নামৰ খড়্‌গ হাতত লোৱা আৰু

গাঢ় তমোগুণাচ্ছন্ন ভয়ঙ্কৰ আৰু গাঢ় শ্যামবৰ্ণ ৰাৱণক উচ্ছন্ন কৰি ভাই-বন্ধু-সকলৰ (লক্ষ্মণ আৰু বান্দৰবিলাক) জীৱন ঘূৰাই আনোতা, বিশুদ্ধ কান্তি-সম্পন্ন ৰাম আহি উপস্থিত হোৱাৰ দৰে উজ্জ্বল, নিষ্কলঙ্ক চন্দ্ৰৰ প্ৰকাশযুক্ত, গাঢ় অন্ধকাৰময় ভয়ঙ্কৰ বৰ্ষা কালক আঁতৰাই, বন্ধুজীৱ নামৰ ফুলবিলাকক উজ্জীৱিত কৰি তোলোতা বিশুদ্ধ কান্তিযুক্ত শৰৎকাল উপস্থিত হলহি।)

যি প্ৰস্থাপনাত পাত্ৰৰ ইঙ্গিত দিয়া হৈছে তাৰ উদাহৰণ অভিজ্ঞান-শকুন্তলা নাটকত আছে ; যেনে—

তৱাস্মি গীতৰাগেণ হাৰিণা প্ৰসভং হৃতঃ
এষ ৰাজেৱ দুষ্মন্তঃ সাৰঙ্গেণাতিৰং হৃসা।

(যিদৰে সৌ অতি বেগেৰে লৰি যোৱা হৰিণাটোৱে এই ৰজা দুষ্মন্তক তাৰ পিনে টানি নিছে, সেইদৰে এই হৃদয় আকৰ্ষণকাৰী তোমাৰ গীতৰ ৰাগৰ মাধুৰ্য্যই মোক বলেৰে (তোমাৰ পিনে) আকৰ্ষণ কৰিছে।)

[ইয়াত নাটকৰ মুখ্যপাত্ৰ দুষ্মন্তৰ ইঙ্গিত দিয়া হৈছে।]

ভাৰতী বৃত্তিৰ আশ্ৰয় লৈ, কাব্যৰ বিষয়-বস্তু প্ৰকাশক মধুৰ শ্লোকৰদ্বাৰা তেওঁ (স্থাপকে) ৰঙ্গশালাৰ সামাজিকসকলক প্ৰসন্ন কৰি অভিনেয় ৰূপকৰ নাম, তথা কৱিৰ নাম-গোত্ৰ আদিৰ পৰিচয় কৈ দিব। প্ৰায়ে (অৰ্থাৎ কোনো কোনো ক্ষেত্ৰত) কোনো এটা ঋতুৰ বৰ্ণনা কৰাৰ নিয়ম আছে। ১৩

‘তেওঁ’ মানে স্থাপকে। ‘প্ৰায়েণ’ শব্দৰ অৰ্থ কোনো ক্ষেত্ৰত ঋতুৰ বৰ্ণনা নকৰিবও পাৰে, যেনে—ৰত্নাৱলী নাটিকাৰ স্থাপনাত পূৰ্ব্বোক্ত স্থাপনাৰ লক্ষণ সৰ্ব্বতোভাৱে সঙ্গত হয়।

**ভাৰতী বৃত্তি :**

নটৰ সংস্কৃত-বহুল বাক্য প্ৰয়োগক ভাৰতী বৃত্তি বোলা হয়। ১৪

প্ৰধানতঃ সংস্কৃতবহুল কথাৰে কৰা অভিনয়েই ভাৰতী বৃত্তি। সেই ভাৰতী বৃত্তিৰ চাৰিটা অঙ্গ; যেনে—

(১) প্ৰৰোচনা (২) বাথী, (৩) প্ৰহসন আৰু (৪) আমুখ। ইয়াৰ ভিতৰত নাটক আদি (ৰূপক)ৰ প্ৰশংসাৰদ্বাৰা সামাজিকসকলক উন্মুখ (সেই নাটক দৰ্শনৰ প্ৰতি আগ্ৰহান্বিত) কৰি তোলাকে প্ৰৰোচনা বোলে। ১৫

প্ৰস্তাৱিত অভিনয়ৰ প্ৰশংসাৰদ্বাৰা অভিনয় দৰ্শনৰ প্ৰতি সামাজিকৰ মন আকৰ্ষণ কৰাই প্ৰৰোচনা। উদাহৰণ ৰত্নাৱলী নাটিকাত; যেনে—

শ্ৰীহৰ্ষো নিপুণঃ কৱিঃ পৰিষদপ্যেষা গুণ-গ্ৰাহিণী
লোকে হাৰি চ ৱৎসৰাজচৰিতং নাট্যে চ দক্ষা ৱয়ম্।
ৱস্ত্বৈকৈকমপীহ ৱাঞ্ছিতফলপ্ৰাপ্তেঃ পদং কিং পুন
-ৰ্মদ্‌ভাগ্যোপচয়াদয়ং সমুদিতঃ সৰ্ব্বো গুণানাং গণঃ ॥

(সুনিপুণ কৱি শ্ৰীহৰ্ষ এই নাটকৰ ৰচয়িতা, এই দৰ্শক সমাজখনো গুণগ্ৰাহী সজ্জনেৰে ভৰপূৰ; লোকৰ মনোৰঞ্জক উদয়নৰ কথা এই নাটকৰ বিষয়-বস্তু (বৰ্ণনীয় ঘটনা), আৰু আমাৰ এই অভিনেতাসকলো অভিনয় কাৰ্য্যত নিপুণ লোক। এই বিলাকৰ একোটা একোটা গুণেই অভিনয়ৰ বাঞ্ছিত সাফল্যৰ কাৰণ। মোৰ ভাগ্যবশতঃ যে এই সকলো কেইটি গুণেই ইয়াত লগ লাগিছেহি, তেতিয়া সাফল্যৰ কথা আৰু কি কব লাগিছে?)

বীথী আৰু প্ৰহসনৰ কথা পাচত কোৱা হব।

আমুখ আৰু প্ৰস্তাৱনা—য'ত নটী, বিদূষক নাইবা পাৰিপাৰ্শ্বিকৰ (লগুৱা) সুত্ৰধাৰৰ লগত এনেভাৱে কথোপকথন হয় যে তেওঁবিলাকৰ সেই নিজৰ নিজৰ কাৰ্য্য বিষয়ক বিচিত্ৰ বাক্য-ভঙ্গীৰ যোগ দিয়ে প্ৰস্তুত অভিনয়ৰ কথা ওলাই পৰে—সেই

সংলাপ বা কথোপকথনকে আমুখ বুলি জনা যায়।
তাৰেই আন এটা নাম প্ৰস্তাৱনা। ১৬

সূত্ৰধাৰৰ সদৃশ হোৱাৰ কাৰণে ইয়াত সূত্ৰধাৰ শব্দৰদ্বাৰা স্থাপককো বুজোৱা হৈছে। তেওঁৰ অনুচৰকে (লগুৱা নটক) পাৰিপাৰ্শ্বিক বোলা হয়। এই পাৰিপাৰ্শ্বিক তেওঁতকৈ অলপ হীন শ্ৰেণীৰ নট বিশেষ।

প্ৰস্তাৱনা বা আমুখ পাঁচ প্ৰকাৰ; যেনে—
(১) উদ্‌ঘাত্যক (২) কথোদ্‌ঘাত, (৩) প্ৰয়োগা-
তিশয়, (৪) প্ৰৱৰ্ত্তক আৰু (৫) অৱলগিত। ১৭

**উদ্‌ঘাত্যক প্ৰস্তাৱনা ঃ**

তাৰে ভিতৰত যি প্ৰস্তাৱনাত সামাজিক লোকে
( স্থাপকে প্ৰয়োগ কৰা ) অনিশ্চিতাৰ্থক পদৰ লগত
( পাত্ৰই প্ৰয়োগ কৰা ) নিশ্চিতাৰ্থক পদৰ যোগ
কৰি ( স্থাপকৰ ) অভিপ্ৰেত অৰ্থ নিশ্চয় কৰি বুজি
লয়, সেই প্ৰস্তাৱনাক উদ্‌ঘাত্যক বা উদ্‌ঘাতক
বোলা হয়। ১৮

উদাহৰণ ; যেনে—মুদ্ৰাৰাক্ষস নাটকত সূত্ৰধৰৰ উক্তি ঃ

ক্ৰূৰগ্ৰহঃ সকেতুশ্চন্দ্ৰমসম্পূৰ্ণ মণ্ডলমিদানীম্
অভিভৱিতুমিচ্ছতি বলাৎ···

( এই ক্ৰূৰ গ্ৰহটোৱে ( ৰাহু ) কেতুৰ লগ লাগি সম্পূৰ্ণ মণ্ডলচন্দ্ৰক বলেৰে আক্ৰমণ কৰিবলৈ ইচ্ছা কৰিছে···। )

ইয়াৰ পাচতে নেপথ্যৰপৰা কোৱা হৈছে।

(আঃ কোন সি ? মই জীয়াই থাকোতেই চন্দ্ৰগুপ্তক আক্ৰমণ কৰিব খোজে ? )

এই স্থলত সূত্ৰধাৰৰদ্বাৰা অন্য অৰ্থত ( চন্দ্ৰ-গ্ৰহণ ) প্ৰযুক্ত পদবিলাকক, সমজুৱাসকলে অগত্যা নেপথ্যত 'চন্দ্ৰগুপ্তক আক্ৰমণ কৰা' অৰ্থত প্ৰযুক্ত পদৰ লগত ( সমন্বয় কৰি ) চাণক্যৰ হৃদয়স্থ অৰ্থবোধক

বুলি ধৰি ক্রূৰ গ্ৰহ আদি শব্দৰ অন্য অৰ্থ ( অৰ্থাৎ ক্রূৰ গ্ৰহৰ অৰ্থ ৰাক্ষস, কেতুৰ অৰ্থ মলয়কেতু, চন্দ্ৰৰ অৰ্থ চন্দ্ৰগুপ্ত, মণ্ডলৰ অৰ্থ ৰাজত্ব ) বুজিলে আৰু পাত্ৰ চাণক্যৰ প্ৰৱেশ দেখা পালে। গতিকে ইয়াত উদ্‌ঘাত্যক প্ৰস্তাৱনাৰ লক্ষণ সঙ্গত হৈছে।

**কথোদ্‌ঘাত প্ৰস্তাৱনা ঃ**

সূত্ৰধাৰৰ কথাৰ আশ্ৰয় লৈ নাইবা সূত্ৰধাৰৰ কথাৰ
অৰ্থ অনুসৰণ কৰি ৰঙ্গমঞ্চত পাত্ৰ প্ৰৱেশ কৰিলে
সেই প্ৰস্তাৱনাকে কথোদ্‌ঘাত প্ৰস্তাৱনা বোলা হয়। ১৯

সূত্ৰধাৰৰ উচ্চাৰিত বাক্য উচ্চাৰণ কৰি পাত্ৰ প্ৰৱেশৰ উদাহৰণ ৰত্নাৱলী নাটিকাত যেনে—"দ্বীপাদন্যস্মাদপি" ইত্যাদি পদ্যফাঁকি সূত্ৰধাৰে পাঠ কৰাৰ পাচতে নেপথ্যত যৌগন্ধৰায়ণে "সাধু ভৰতপুত্ৰ, সাধু। এৱমেতৎ। কঃ সন্দেহঃ?" ( সচ্চ ভৰতপুত্ৰ সচ্চ। এই কথাই সঁচা। তাত আৰু কি সন্দেহ আছে?) দ্বীপাদন্যস্মাদপি" ইত্যাদি পদ্য পাঠ কৰি ৰঙ্গমঞ্চত যৌগন্ধৰায়ণে প্ৰৱেশ কৰেহি।

সূত্ৰধাৰৰ প্ৰযুক্ত বাক্যৰ অৰ্থ অনুশীলন কৰি পাত্ৰ প্ৰৱেশৰ উদাহৰণ বেণীসংহাৰ নাটকত, যেনে—

নিৰ্ব্বাণবৈৰদহনা প্ৰশমাদৰীণাং নন্দন্তু পাণ্ডুতনয়াঃ সহ মাধৱেন।
ৰক্তপ্ৰসাধিতভুৱঃ ক্ষতৱিগ্ৰাশ্চ স্বস্থা ভৱন্তু কুৰুৰাজসুতাঃ সভৃত্যাঃ॥

( শত্ৰুবিলাকৰ উপশম হোৱাৰ কাৰণে যাৰ বৈৰতাৰূপ অগ্নি নিৰ্ব্বাপিত হৈছে সেই পাণ্ডুপুত্ৰসকলে ভগৱান্ শ্ৰীকৃষ্ণৰে সৈতে প্ৰসন্ন মনে বিৰাজ কৰক। যিসকলে অনুৰাগৰদ্বাৰা গোটেই পৃথিবী বশ কৰি ৰাখিছে, সেই কুৰুৰাজ পুত্ৰ ( কৌৰৱ ) সকলেও যুদ্ধবিগ্ৰহ এৰি এতিয়া অনুচৰবিলাকৰে সৈতে সুস্থিৰ হৈ সুখেৰে থাকক।)

সূত্ৰধাৰে এই পদ্য পাঠ কৰাৰ লগে লগে তাৰ অৰ্থ অন্যৰূপে বুজি লৈ নেপথ্যত ভীমসেন "আঃ দুৰাত্মন্, বৃথা মঙ্গল পাঠক! মই জীয়াই থাকোঁতে কেনেকৈ ধৃতৰাষ্ট্ৰপুত্ৰবিলাক সুখেৰে থাকিব পাৰে?"

এই বুলি কয় আৰু সূত্ৰধাৰ ওলাই যোৱাৰ লগে লগে ৰঙ্গমঞ্চত প্ৰৱেশ কৰেহি।

> যদি সূত্ৰধাৰে নিজে কোনো বিষয়ৰ উপস্থাপন কৰি পিচত আৰম্ভ কৰা সেই বিষয় অতিক্ৰম কৰে আৰু আন বিষয়ৰ ( নাটকীয় বিষয়ৰ ) প্ৰয়োগ আৰম্ভ কৰে আৰু সেই দ্বিতীয় বিষয়ৰ লগত সঙ্গতভাৱে পাত্ৰই প্ৰৱেশ কৰে, তেন্তে সেই প্ৰস্তাৱনাক প্ৰয়োগাতিশয় বোলা হয়। ২০

উদাহৰণ—কুন্দমালা নাটকত, যেনে—

"নেপথ্যে। ইত ইতোঽৱতৰত্বাৰ্য্যা।"

সূত্ৰঃ। কোঽয়ং খল্বাৰ্য্যাহ্বানেন সাহায্যকং মে সম্পাদয়তি ?

( ৱিলোক্য ) কষ্টম্, অতি কৰুণং ৱৰ্ত্ততে।

লঙ্কেশ্বৰস্য ভৱনে সুচিৰং স্থিতেতি
ৰামেণ লোকপৰিৱাদভয়াকুলেন।
নিৰ্বাসিতাং জনপদাদপি গৰ্ভগুৰ্ব্বীং
সীতাং ৱনায় পৰিকৰ্ষতি লক্ষ্মণোঽয়ম্ ॥

( নেপথ্যত, "আই এইপিনে আহক এই পিনে।" ( ইয়াকে শুনি ) তেতিয়া সূত্ৰধাৰে কয় "কোন এইজন? যিজনে আৰ্য্যাক মাতি আনি মোৰ নাট্যানুষ্ঠানত সাহায্য কৰিছে; ( আগৰ পিনে চাই ) হায়! দুখ লগা, অতি দুখৰ কথা হৈছে অতি কৰুণ দৃশ্য !! লঙ্কেশ্বৰৰ ঘৰত বহুদিন বাস কৰিছিল কাৰণে লোকাপবাদৰ ভয়ত আকুল হৈ ৰামে ভগৱতী সীতাক ৰাজ্যৰপৰাই নিৰ্ব্বাসন দিছে আৰু এই লক্ষ্মণে তেওঁক বনলৈ লৈ যাব ধৰিছে।)

ইয়াত সূত্ৰধাৰে নাচগানৰ অনুষ্ঠানৰ অৰ্থে নিজৰ ঘৈণীয়েকক মাতিব খুজি পাচত "এই লক্ষ্মণে সীতাক বনলৈ লৈ যাব ধৰিছে" বুলি সীতা আৰু লক্ষ্মণৰ ( ৰঙ্গমঞ্চত ) প্ৰৱেশৰ সূচনা কৰি ওলাই গ'ল। গতিকে

তেওঁ নিজে উপস্থাপিত কৰা ( নটীৰ আহ্বান ) বিষয় অতিক্ৰম কৰি নাটকীয় কথাৰ অৱতাৰণা কৰিছে। [ ইয়াত প্ৰাৰব্ধ বিষয়ৰ অতিশয় অতিক্ৰম কৰা হয় কাৰণে এই প্ৰস্তাৱনাৰ নাম প্ৰয়োগাতিশয় ]॥

**প্ৰৱৰ্ত্তক ঃ**

> য'ত সূত্ৰধাৰে নাট্য প্ৰয়োগৰ সময়ত বসন্ত আদি ঋতুৰ বৰ্ণনা কৰে আৰু সেই বৰ্ণনাৰ শ্লেষাত্মক ( দ্ব্যৰ্থক শব্দ প্ৰয়োগ ) ভঙ্গীৰ আশ্ৰয় লৈ পাত্ৰ প্ৰৱেশ কৰে, সেই প্ৰস্তাৱনাৰ নাম প্ৰৱৰ্ত্তক ॥ ২১ ॥

উদাহৰণ, যেনে—"আসাদিত প্ৰকটনিৰ্ম্মল চন্দ্ৰ হাসঃ" ইত্যাদি। [ সূত্ৰধাৰে এই পদ্যত শৰৎ ঋতুৰ আগমন বৰ্ণনা কৰোঁতে তাৰ উপমান ৰূপে ৰামৰ আগমন বৰ্ণিত হৈছে। ] ইয়াৰ পাচতে এই পদ্যত উপমান-ৰূপে বৰ্ণিত বেশত ৰামে ৰঙ্গমঞ্চত প্ৰৱেশ কৰে।

**অৱলগিত ঃ** ( অৱগলিত )

> য'ত সূত্ৰধাৰে নিজৰ বিষয়ে কোৱা কথাৰে অন্তৰ্ভুক্ত কৰি আন ( নাট্যাৰম্ভৰূপ ) কাৰ্য্যৰো সাধন কৰে, তাকে পণ্ডিতসকলে অৱলগিত প্ৰস্তাৱনা বুলি ধৰে। ২২

উদাহৰণ ; যেনে—অভিজ্ঞান-শকুন্তল নাটকত সূত্ৰধাৰে নটীক কোৱা "তৱাস্মিগীতৰাগেণ" ( তোমাৰ গীতৰ সুৰত মই··· ) কথাত প্ৰকাশ হৈছে। [ সেই একেটা কথাতে হৰিণা খেদি লৈ অহা দুষ্মন্ত ৰজাৰ কথাও অন্তৰ্ভুক্ত হৈছে। ] তাৰ পাচতে দুষ্মন্ত ৰজাৰ ৰঙ্গমঞ্চত প্ৰৱেশ। [ নিজা কথাৰ ভিতৰেদি নাটকীয় পাত্ৰ প্ৰৱেশৰ কথাও অৱগলিত হয় বাবে ইয়াক কোনোৱে অৱগলিত বুলিও কয়। ]

**বীথিৰ অঙ্গ ঃ**

> ইয়াত কৱিয়ে যথাসম্ভৱ বীথীৰ অঙ্গ আৰু অন্যান্য অঙ্গৰো সমাৱেশ কৰিব। ২৩

'ইয়াত' মানে, যিকোনো আমুখ বা প্ৰস্তাৱনাত। উদ্‌ঘাত্যক আৰু অৱলগিতৰ বাহিৰে অতিৰিক্ত বীথীৰ অঙ্গবিলাকৰ কথা পাচত ( বীথী নামৰ উপৰূপকৰ নিৰূপণ প্ৰসঙ্গত ) কোৱা হ'ব।

**নখকুট্টৰ মতে প্ৰস্তাৱনা ঃ**

"নেপথ্যত কোৱা কথা বা আকাশ বাণী শুনি সেই কথাৰ আশ্ৰম লৈয়ে সূত্ৰধাৰে বা স্থাপকে পাত্ৰ প্ৰৱেশৰ ইঙ্গিতেৰে নাটক আদিত প্ৰস্তাৱনা কৰিব লাগে।

যি কোনো ৰূপকতে এই ছবিধ প্ৰস্তাৱনাৰ যি কোনো এটাৰ প্ৰয়োগ অৱশ্য কৰ্ত্তব্য। এই প্ৰস্তাৱনাৰ যোগেদি নাটকৰ ইতিবৃত্তৰ নাইবা পাত্ৰ প্ৰৱেশৰ সূচনাৰে প্ৰস্তাৱনা শেষ কৰি সূত্ৰধাৰ বা স্থাপক ৰঙ্গমঞ্চৰ-পৰা গুচি যাব আৰু তাৰ পাচত 'বস্তু'ৰ ( নাটকীয় আখ্যান ) প্ৰৱৰ্ত্তন হয়।"

ইয়াত 'বস্তু' শব্দৰ অৰ্থ ইতিবৃত্ত বা ঘটনা।

> নাটকত বৰ্ণনীয় বিষয়-বস্তু পণ্ডিতসকলে দুবিধ বুলি নিৰূপণ কৰিছে,—এবিধৰ নাম আধিকাৰিক আৰু আন বিধক বোলা হয় প্ৰাসঙ্গিক। ফলৰ স্বামিত্বক অধিকাৰ বোলা হয় গতিকে সেই ফলৰ যি স্বামী তেওঁ অধিকাৰী। সেই অধিকাৰীৰ ( নাটকৰ প্ৰধান নায়কৰ ) লগত যি ঘটনাৰ সম্পৰ্ক থাকে, সেই ঘটনা বা ইতিবৃত্তক কৱিসকলে আধিকাৰিক ইতিবৃত্ত বুলিছে। ২৪

ইয়াত 'ফল' শব্দৰ অৰ্থ প্ৰধান ফল ( আনুষঙ্গিক বা গৌণ ফল নহয় )। আধিকাৰিক ইতিবৃত্তৰ উদাহৰণ; যেনে—বালৰামায়ণ নাটকৰ ৰাম চৰিত। ( ইয়াত সুগ্ৰীৱ আদিৰ চৰিত-বৰ্ণনা আছে যদিও সি ৰাম চৰিত্ৰৰে পৰিপোষক, গতিকে প্ৰাসঙ্গিকহে। )

**ইয়াৰ ( আধিকাৰিক ইতিবৃত্তৰ ) উপযোগী সহায়ক ইতিবৃত্তক প্ৰাসঙ্গিক ইতিবৃত্ত বুলি ধৰা হয়। ২৫**

আধিকাৰিক ইতিবৃত্তৰ উপকাৰৰ বাবে সমাৱেশ কৰা চৰিত্ৰ বা আখ্যানকে প্ৰাসঙ্গিক বোলা হয়।

যেনে—সেই বালৰামায়ণত সুগ্ৰীৱ আদিৰ চৰিত্ৰ বৰ্ণনা।

**পতাকা স্থান ঃ**

ইয়াত নাটকৰ আখ্যান ভাগৰ বৈচিত্ৰ্য প্ৰকাশৰ বাবে কৰিয়ে ভালকৈ বিবেচনা কৰি 'পতাকা স্থান'ৰ প্ৰয়োগ কৰিব লাগে। ২৬

'ইয়াত' মানে নাট্যত।

য'ত ( নাট্যৰ যি স্থানত ) কোনো এটা প্ৰয়োজন বা উপায়ৰ কথা চিন্তা কৰি থাকোঁতে অকস্মাৎ অতৰ্কিতভাৱে আন এটা তেনেকুৱা প্ৰয়োজন বা উপায় উপস্থিত হ'য়, তাকে পতাকা স্থান বোলা হয়। ২৭

**প্ৰথম পতাকা স্থান ঃ**

পতাকা স্থানৰ চাৰি প্ৰকাৰ, সেইবোৰৰ প্ৰভেদৰ কথা কাৱা হৈছে। য'ত অভীষ্ট বিষয়টো হঠাৎ অপ্ৰত্যাশিত ভাৱে উপস্থিত হয়হি আৰু সেই অভীষ্ট লাভ অতৰ্কিতভাৱে হোৱাৰ কাৰণে পৰম প্ৰীতিদায়ক হয়, তাকে প্ৰথম প্ৰকাৰৰ পতাকাস্থান বুলি কোৱা হয়। ২৮

ইয়াৰ উদাহৰণ ৰত্নাৱলী নাটিকাত [ বাসৱদত্তাৰ বেশেৰে সাগৰিকা ৰজাৰ ওচৰলৈ অহাৰ কথা আছিল। এই সঙ্কেতৰ কথা জানিব পাৰি সাগৰিকা আহি পোৱাৰ আগেয়ে বাসৱদত্তা নিজেই ৰজাৰ ওচৰত উপস্থিত

হ'লহি আৰু সাগৰিকাৰ লগত ৰজাৰ সেই সঙ্কেত ব্যৰ্থ কৰি ৰজাক লাজত পেলালে। ইয়াৰ পাচত বাসৱদত্তা তাৰপৰা গুচি গ'লত ৰজায়ো তেওঁক সান্ত্বনা দিবৰ কাৰণে বাসৱদত্তাক বিচাৰি গ'ল। ইপিনে বাসৱদত্তাৰ বেশ ধৰি সাগৰিকাই সেই সঙ্কেতস্থানত গৈ দেখে যে, ৰজা নাই। সেই দুখ আৰু অপমানত তেওঁ ডিঙিত লতাৰ ফাঁচ লগাই মৰিবলৈ ওলাল। এই অৱস্থাত ৰজাই তেওঁক পায় আৰু প্ৰথমতে আচল বাসৱদত্তা বুলি ভাবিছিল। ]

ৰজাই এয়া বাসৱদত্তা মৰিবলৈ ওলাইছে বুলি ভাবি ডিঙিৰ বান্ধ সোলোকাই দিয়া মাত্ৰে সাগৰিকাই কথা কলে আৰু তেওঁৰ কথাত তেওঁ সাগৰিকাহে বুলি চিনি পাই আচৰিত হৈ কলে!--"আচৰিত! এইটো কেনেকৈ হ'ল? এযা মোৰ প্ৰিয়তমা সাগৰিকা হে? হৈছে হৈছে, এই আত্মহত্যাৰ কাৰণে কৰা গুৰুতৰ দুঃসাহস এৰি পেলোৱা, তুমি এই লতাৰ বান্ধ ততালিকে পেলাই দিয়া। প্ৰিয়ে (তোমাৰ বিৰহ বেদনাত) বাহিৰ ওলাই যাব ধৰা, মোৰ জীৱনটোক (ধৰি) ৰাখিবৰ কাৰণে মোৰ এই ডিঙিত খন্তেকৰ বাবে তোমাৰ বাহু বন্ধন কৰা।"

এই স্থলত সাগৰিকাৰ লগত ৰজাৰ মিলনৰূপ অভীষ্টসিদ্ধি পালমকৈ হবলগীয়া আছিল; কিন্তু সি এনেকৈ অপ্ৰ্যাশিতভাৱে উপস্থিতি হোৱাৰ কাৰণে পূৰ্ব্ব মিলনতকৈয়ো অতিশয় প্ৰীতিদায়ক হোৱাত বেছি গুণসম্পন্ন আৰু উৎকৃষ্ট বুলি প্ৰতীত হৈছে।

**দ্বিতীয় পতাকাস্থান ঃ**

> যি স্থানৰ বাক্যত প্ৰকৃত বিষয়ৰ বৰ্ণনাৰ ভিতৰতে শ্লেষাত্মক (দ্ব্যৰ্থক) শব্দৰ সমাৱেশ আৰু বিচিত্ৰ ৰচনা কৌশলৰদ্বাৰা আন এটা অপ্ৰকৃত অৰ্থ অতি চমৎকাৰভাৱে ফুটি উঠে, তাকে দ্বিতীয় প্ৰকাৰ পতাকাস্থান বোলা হয়। ২৯

উদাহৰণ বেণীসংহাৰ নাটকত; যেনে—

**ৰক্তপ্ৰসাধিতভুৱঃ ক্ষতৱিগ্ৰহাশ্চ।**
**স্বস্থা ভৱন্তু কুৰু-ৰজসুতাঃ সভৃত্যাঃ ॥**

[ অনুবাদ আগতে দিয়া হৈছে। ]

ইয়াত ৰক্ত, বিগ্ৰহ আদি শব্দই শ্লেষবশতঃ ৰুধিৰ (তেজ) আৰু শৰীৰ আদি অৰ্থকো বুজোৱা বাবে ভীমৰ প্ৰতিজ্ঞা পালনৰূপ বীজাৰ্থৰ প্ৰতীতি, আন পিনে নায়ক যুধিষ্ঠিৰৰ মঙ্গল সূচনা অতি চমৎকাৰভাৱে প্ৰকাশ পাইছে; গতিকে ই দ্বিতীয় প্ৰকাৰৰ পতাকাস্থান হৈছে।

**তৃতীয় পতাকাস্থান ঃ**

> যি স্থলৰ বাক্যত প্ৰস্তুত বিষয়ৰ লগত সম্বন্ধ, দ্ব্যৰ্থক প্ৰত্যুত্তৰ থাকে, অথচ যি অস্ফুটাৰ্থক হলেও প্ৰস্তুত বিষয়ৰ আভাস দিয়ে আৰু নিশ্চিতাৰ্থক হয়; তাকে তৃতীয়বিধ পতাকাস্থান বোলা হয়। ৩০

কাৰিকাত "লীণম্"—(লুকাই থকা) মানে যাৰ অৰ্থ সুস্পষ্টভাৱে প্ৰকাশ নহয়। "শ্লিষ্ট প্ৰত্যুত্তৰোপেতম্"—মানে প্ৰস্তুত অৰ্থৰ লগত সম্বন্ধযোগ্য, অন্য অৰ্থযুক্ত প্ৰত্যুত্তৰবিশিষ্ট। "সবিনয়ম্" মানে, বিনয় অৰ্থাৎ বিশেষ নিশ্চয়েৰে যুক্ত কৰি তোলা হয় যাক, সেয়ে তৃতীয়বিধ পতাকাস্থান। উদাহৰণ বেণীসংহাৰৰ; দ্বিতীয় অঙ্কত যেনে—

কঞ্চুকী—দেৱ! ভগ্নং ভগ্নম্। (কঞ্চু—মহাৰাজ! ভাঙলে ভাঙিলে।)
ৰাজা—কেন? (ৰজা—কোনে?)
কঞ্চুকী—ভীমেন। (কঞ্চু—ভীমে)
ৰাজা—কস্য? (ৰজা—কাৰ?)
কঞ্চুকী—ভৱতঃ। (কঞ্চু—আপোনাৰ)
ৰাজা—আঃ কিং প্ৰলপসি? (ৰজা—আঃ, তুমি কি বকিছা?)
কঞ্চুকী—(সভয়ম্) দেৱ নন্বু ব্ৰৱীমি ভগ্নং ভীমেন ভৱতঃ।
(কঞ্চু—(ভয়ে ভয়ে) মই কৈছোঁ, মহাৰাজ! ভীমে আপোনাৰ···)
ৰাজা—ধিক্, বৃদ্ধাপসদ। কোঽয়মদ্য তে ব্যামোহঃ।

( ৰজা—ধিক্ আপদীয়া বুঢ়া। আজি তোমাক কি বলিয়ালিয়ে পাইছে। )

কঞ্চুকী—দেৱ, ন ব্যামোহঃ, সত্যমেৱ—

ভগ্নং ভীমেন ভৱতো মরুতা ৰথকেতনম্।
পাতিতং কিঙ্কিণীজাল-বদ্ধাক্রন্দমিৱ ক্ষিতৌ॥

( কঞ্চু—মহাৰাজ! বলিয়ালি নহয়, প্রকৃততে সঁচা—
ভীষণ বা মাৰলিয়ে আপোনাৰ ৰথৰ ধ্বজা ভাঙি পেলাইছে আৰু কিঙ্কিণীৰ ( ঘুগুৰাৰ ) শব্দেৰে কান্দি কান্দিহে সি যেন মাটিত বাগৰি পৰিছে। )

ইয়াত কঞ্চুকীৰ প্রত্যুত্তৰ বাক্যৰ যি যোজনা, তাৰ ভিতৰত নাটকৰ প্ৰস্তুত দুৰ্যোধনৰ উৰুভঙ্গৰূপ অৰ্থৰ উপক্ষেপ অৰ্থাৎ নিশ্চিত সূচনা আছে।

**চতুৰ্থ পতাকাস্থান :**

য'ত এনেকুৱা দ্ব্যৰ্থক বাক্য প্রয়োগ কৰা হয় যে মুখ্য অৰ্থৰ বাহিৰেও নাটকৰ উপযোগী আন এটা অৰ্থৰ প্রতীতি জন্মায় সেয়ে চতুৰ্থ প্ৰকাৰৰ পতাকাস্থান। ৩১

উদাহৰণ, ৰত্নাৱলীত যেনে—

উদ্দামোৎকলিকাং ৱিপাণ্ডুৰৰুচিং প্ৰাৰব্ধজৃম্ভাং ক্ষণা-
দায়াসং শ্বসনোদগমৈৰৱিৰলৈৰাতন্বতীমাত্মনঃ।
অদ্যোদান-লতামিমাং সমদনাং নাৰীমিৱান্যাং ধ্ৰুৱং
পশ্যন্ কোপৱিপাটলদ্যুতিমুখং দেৱ্যাঃ কৰিষ্যাম্যহম্॥

( সদ্য প্রস্ফুটিত কলিকাৰ বিকাশেৰে শুভ্ৰ বৰ্ণ হোৱা, একেবাহে বোৱা বতাহত হালি-জালি গা ভাঙি থকা, মদন-বৃক্ষত আশ্রয় লোৱা উদ্যানৰ এই লতিকা জুপিলৈ কাম পীড়িতা কোনো ৰমণীলৈ চোৱাৰ দৰে চাই থাকি আজি মই দেৱী ( বাসৱ দত্তাৰ ) মুখ নিশ্চয় খঙত ৰঙা কৰি তুলিম।

দ্বিতীয় অৰ্থ : বিৰহত শেঁতাপৰা মুখখনিৰে অথচ মিলনৰ একান্ত উৎকণ্ঠাত আকুল, অৱসাদত হামিয়াই, দীঘল হুমুনিয়াহ কাঢ়ি কাম বেদনা প্ৰকাশ কৰা মদন পীড়িতা······চাই আজি মই দেৱীৰ মুখখনি খঙত ৰঙা কৰি তুলিম। )

ইয়াত ভৱিষ্যতে ৰত্নাৱলী নাটিকাৰ উপস্থানীয় বৃত্তান্তৰ সূচনা কৰা হৈছে। [ সাগৰিকাৰ প্ৰতি উদয়নৰ প্ৰেম ( অনুৰাগ ) দেখি খণ্ডত বাসৱদত্তাৰ মুখ ৰঙা হৈ যোৱাৰ বৃত্তান্ত উপস্থাপিত কৰা হৈছে ]। ৰূপকৰ সকলো সন্ধিতে,—কতো কতো মঙ্গলৰ সূচকভাৱে কতো বা অমঙ্গলৰ সূচকভাৱে এই চাৰিপ্ৰকাৰ পতাকাস্থানৰ প্ৰয়োগ হব পাৰে। নাট্যকাৰ কৱিৰ ইচ্ছামতে আৱশ্যক অনুসৰি পুনঃ পুনঃও এই পতাকা স্থানৰ প্ৰয়োগ হব পাৰে। কোনো কোনোৱে কয় যে—

"মুখ সন্ধিকে আৰম্ভ কৰি ( বিমৰ্শ সন্ধিলৈকে এই ) চাৰিটা সন্ধিত ক্ৰমশঃ এই চাৰিপ্ৰকাৰ পতাকাস্থানৰপ্ৰয়োগ কৰা হয়।"

এই কথা আনবিলাক নাট্যজ্ঞলোকে মানি লোৱা নাই। কাৰণ এইসকলৰ মতে নাট্য-প্ৰবন্ধৰ কাৰণে পতাকাস্থানৰ অত্যন্ত আৱশ্যক। ইয়াৰ প্ৰয়োগত কোনো তেনেকুৱা বন্ধা-ধৰা নিয়ম নাই সকলো সন্ধিতে সকলো প্ৰকাৰ পতাকাস্থানৰ প্ৰয়োগ হব পাৰে।

**পৰিত্যাজ্য বিষয় ঃ**

> মূল ইতিবৃত্তৰ যিটো কথা বা চৰিত্ৰ নায়কৰ পক্ষে অনুচিত অথবা ৰসৰ পৰিপন্থী হয়, কৱিয়ে নাটক-ৰচনাত তেনেবোৰ কথা বাদ দিব লাগে নাইবা নায়কৰ আৰু ৰসৰ উপযোগীৰূপে অন্যৰূপে কল্পনা কৰি বৰ্ণনা কৰিব লাগে। ৩২

নায়কৰ পক্ষে অনুচিত ইতিবৃত্ত, যেনে ( মূল ৰামায়ণত ) ৰামৰ ছদ্ম ভাৱে ( লুকাই থাকি ) বালী বধ। উদাত্তৰাঘৱ নাটকত এই কথাৰ উল্লেখেই নাই। ৱীৰচৰিত নাটকত আকৌ মূলত বৰ্ণিত ঘটনাটোক 'বালীয়ে ৰামক মাৰিবলৈ খেদি অহাত হে ৰামে তেওঁক বধ কৰিছে' বুলি অন্যৰূপে বৰ্ণনা কৰা হৈছে।

**উপক্ষেপক ঃ**

> অঙ্কত দেখুৱাব নোৱাৰা অথচ ( পূৰ্ব্বাপৰ কথাৰ

সঙ্গতি ৰক্ষাৰ অৰ্থে ) অৱশ্য বৰ্ণনীয় বুলি বিবেচিত
ঘটনা, নাইবা অন্ততঃ দুদিনৰপৰা এবছৰলৈকে
দীৰ্ঘকালব্যাপি ঘটা ঘটনা আৰু অন্যান্য বহু
বিস্তৃত আখ্যান আদি অৰ্থোপক্ষেপকৰদ্বাৰা নাটকত
সূচনা কৰিব লাগে। ৩৩

অঙ্কত ( নাটকত ) অদৰ্শনীয় কথা মানে যুদ্ধাদিৰ কথা কোৱা হৈছে

এবছৰতকৈ বেছি সময় ধৰি ঘটা ঘটনাকো
( অৰ্থোপক্ষেপকৰদ্বাৰা নাটকত উপস্থাপিত
কৰোঁতে ) এবছৰৰ ভিতৰতে ঘটা যেন কৰি
দেখুৱাব লাগে। ৩৪

মহামুনি ভৰতে কৈছে যে—"যি ঘটনা এমাহত ঘটিছে বা এবছৰত ঘটিছে, তাক অঙ্কচ্ছেদত ( অৰ্থাৎ বিষ্কম্ভক আদি অৰ্থোপক্ষেপকৰ যি কোনো এক প্ৰকাৰৰ জৰিয়তে ) উপস্থাপিত কৰিব পাৰি; কিন্তু এবছৰতকৈ বেছি সময় জুৰি ঘটা সকলোবোৰ ঘটনা কেতিয়াও তাত ( অঙ্গচ্ছেদত ) বৰ্ণনা কৰিব নালাগে।" সেই কাৰণে ( নাট্য-শাস্ত্ৰৰ এই অনুশাসন অনুসৰি ) ৰাম-চৰিত-বিষয়ক নাটকত ৰামৰ চৈধ্য বছৰ বনবাসৰ সময়ত বিৰাধ বধকে আদি কৰি যিবোৰ ঘটনা ঘটিছিল, সেই ঘটনাৰ অংশবোৰ ( একো একোটি ভাগ ) এবছৰ বা এবছৰৰ ভিতৰৰ এদিন দুদিন আদিত ঘটা ঘটনাৰ দৰে কৰি অৰ্থোপ-ক্ষেপকৰদ্বাৰা চমুৱাই উপস্থাপিত কৰিব লাগে। তেতিয়া হলে নাট্য শাস্ত্ৰৰ লগত বিৰোধ নঘটে।

গোটেই দিন জুৰি ঘটা ঘটনা অঙ্গৰ ছেদ ( সমাপ্তি )
কৰি দিনৰ অন্তত ঘটা বুলি অৰ্থোপক্ষেপকৰদ্বাৰা
দেখুৱাব লাগে। ৩৫

**অৰ্থোপক্ষেপকৰ স্বৰূপ আৰু প্ৰকাৰ :**

এতিয়া সেই অৰ্থোপক্ষেপক কি কি, তাকে কোৱা হৈছে—

> অৰ্থোপক্ষেপক পাঁচ প্ৰকাৰ— (১) বিষ্কম্ভক, (২) প্ৰৱেশক, (৩) চূলিকা, (৪) অঙ্কাৱতাৰ আৰু (৫) অঙ্কমুখ।

প্ৰথম অৰ্থোপক্ষেপক বিষ্কম্ভক দুই প্ৰকাৰ ঃ

অঙ্কৰ আদিতে উপনিবদ্ধ ( অন্তত বা মাজত নহয় ), অঙ্কতকৈ সংক্ষিপ্তাৰ্থক, অতীত আৰু ভৱিষ্যৎ ঘটনাৰ বৰ্ণানাত্মক যি অৰ্থোপক্ষেপক তাকে বিষ্কম্ভক বোলা হয়। ৩৬

শুদ্ধ আৰু সংকীৰ্ণভেদে বিস্কম্ভক দুবিধ ঃ

> য'ত মধ্যম শ্ৰেণীৰ এজন বা দুজন পাত্ৰৰদ্বাৰা অতীত বা ভৱিষ্যৎ ঘটনাৰ সূচনা দিয়া হয়, সেয়ে শুদ্ধ বিষ্কম্ভক আৰু য'ত নীচ আৰু মধ্যম শ্ৰেণীৰ পাত্ৰৰদ্বাৰা ভূত বা ভৱিষ্যৎ কথাৰ সূচনা কৰা হয় সেয়ে সংকীৰ্ণ অৰ্থাৎ মিশ্ৰ বিষ্কম্ভক। ৩৭

শুদ্ধ বিষ্কম্ভকৰ উদাহৰণ; যেনে—মালতীমাধৱ নাটকৰ তৃতীয় অঙ্কত শ্মশানত কপালকুণ্ডলাৰ উক্তি।

সংকীৰ্ণ বিষ্কম্ভকৰ উদাহৰণ ;

ৰামাভিনন্দ নাটকত ক্ষপণক আৰু কাপালিকৰ কথোপকথন।

**দ্বিতীয় অৰ্থোপক্ষেপক প্ৰৱেশক ঃ**

> দুটা অঙ্কৰ মাজত উপনিবদ্ধ, অনুদাত্ত অৰ্থাৎ সংস্কৃত ভিন্ন প্ৰাকৃত আদি ভাষাত, নীচ পাত্ৰৰদ্বাৰা প্ৰয়োজিত, আন বিষয়ত বিষ্কম্ভকৰ দৰে, ভূত-ভৱিষ্যৎ কথাৰ সূচনক অৰ্থোপক্ষেপকেই প্ৰৱেশক। ৩৮

দুটা অঙ্কৰ মাজত উপনিবদ্ধ বোলাৰ অৰ্থ প্ৰথমাঙ্কত ইয়াৰ সন্নিবেশ নিষেধ কৰা হৈছে।

ইয়াৰ উদাহৰণ ; যেনে --বেণীসংহাৰ নাটকৰ অশ্বত্থামাঙ্কত ( ৩য় অঙ্কত ) ৰাক্ষস-মিথুনৰ কথোপকথন।

**তৃতীয় অৰ্থোপক্ষেপক চূলিকা ঃ**

চূলিকা নামৰ অৰ্থোপক্ষেপক ;

> য'ত পাত্ৰই নেপথ্যৰ ভিতৰত থাকি অতীত বা ভৱিষ্যৎ ঘটনাৰ সূচনা কৰে সেই সূচনাই চূলিকা নামৰ অৰ্থোপক্ষেপক। ৩৯

ইয়াৰ উদাহৰণ ; যেনে—বীৰচৰিত নাটকৰ চতুৰ্থ অঙ্কৰ আৰম্ভতে আছে "( নেপথ্যত ) অ'হে বৈমানিকসকল, ৰঙ্গমঙ্গল কাৰ্য্য আৰম্ভ কৰা হক।" ইত্যাদি। ইয়াত কোনো পাত্ৰই নেপথ্যৰপৰাই শ্ৰীৰামে পৰশুৰামক পৰাস্ত কৰিছে বুলি জনাই দিছে।

**চতুৰ্থ অৰ্থোপক্ষেপক অঙ্কাৱতাৰ :**

> অঙ্কাৱতাৰ ঃ—
>
> য'ত কোনো এটা অঙ্কৰ অন্তত, সেই অঙ্কত উপস্থাপিত পাত্ৰৰদ্বাৰা সেই অঙ্কৰ অবিচ্ছেদ্য অঙ্গৰূপে পৰবৰ্ত্তী অঙ্কৰ ঘটনাৰ সূচনাৰে তাৰ পৰবৰ্ত্তী অঙ্কৰ অৱতাৰণা কৰা হয়, এইবিধ অৰ্থোপক্ষেপকক অঙ্কাৱতাৰ বুলি কোৱা হয়। ৪০

ইয়াৰ উদাহৰণ অভিজ্ঞান-শকুন্তল নাটকৰ পঞ্চমাঙ্কত উপস্থাপিত পাত্ৰৰদ্বাৰাই পৰবৰ্ত্তী ষষ্ঠ অঙ্কৰ ঘটনাৰ সূচনাৰে, সেই পঞ্চম অঙ্কৰ অংশ বিশেষ ৰূপেহে যেন ষষ্ঠ অঙ্কৰ অৱতাৰণা কৰা হৈছে।

**পঞ্চম অৰ্থোপক্ষেপক অঙ্কমুখ ঃ**

> অঙ্কমুখ নামৰ অৰ্থোপক্ষেপক যেনে ঃ—য'ত এটা অঙ্কতে, আনবোৰ অঙ্কত উপস্থাপনীয় ঘটনাৰ সূচনা কৰা হয় আৰু বীজাৰ্থৰো সূচনা কৰা হয় সেই অৰ্থোপক্ষেপকক 'অঙ্কমুখ বোলা হয়। ৪১

ইয়াৰ উদাহৰণ যেনে :--মালতী-মাধৱ নাটকৰ প্ৰথমাঙ্কৰ আৰম্ভতে কামন্দকী আৰু অৱলোকিতাৰদ্বাৰা পৰবৰ্ত্তী ভূৰিবসু আদিৰ ভূমিকাৰ আৰু সেই প্ৰসঙ্গতে সংক্ষিপ্তভাৱে গোটেই ঘটনাটোৰ সূচনা কৰা হৈছে।

**অঙ্কাস্য :**

> য'ত পূৰ্ব্ব অঙ্কৰ অন্তত উপস্থাপিত পাত্ৰৰদ্বাৰা
> পৰৱৰ্ত্তী আন অঙ্কৰ ঘটনাৰ সূচনা কৰা হয়
> সেয়ে অঙ্কাস্য। ৪২

"অঙ্কান্তপাত্ৰৈঃ" এই কথাৰ অৰ্থ অঙ্কৰ অন্তত ( ৰঙ্গমঞ্চত ) প্ৰৱেশ কৰা পাত্ৰৰ ( অভিনেতাৰ ) দ্বাৰা। ইয়াৰ উদাহৰণ ৱীৰচৰিত নাটকৰ দ্বিতীয় অঙ্কৰ অন্তত ;

( প্ৰৱিশ্য ) সুমন্ত্ৰঃ। ভগৱন্তৌ ৱশিষ্ঠৱিশ্বামিত্ৰৌ ভৱতঃ সভাৰ্গৱানাহ্বয়তঃ।

( সুমন্ত্ৰ [ প্ৰৱেশ কৰি ]—ভগৱান্ বশিষ্ঠ আৰু বিশ্বামিত্ৰই ভাৰ্গৱৰ সৈতে আপোনালোকক আহ্বান জনাইছে। )

ইতৰে—ক্ব ভগৱন্তৌ।

( আনবিলাক—পূজনীয় দুজন ক'ত আছে ? )

সুমন্ত্ৰ :—মহাৰাজ-দশৰথস্যান্তিকে।

( সুমন্ত্ৰ—মহাৰাজ দশৰথৰ ওচৰত। )

ইতৰে—তৎ তত্ৰৈৱ গচ্ছামঃ।

( আনবিলাক—তেনেহ'লে তালৈকে যাওঁ। )

এইদৰে হোৱা কথোপকথনৰ পিছত অঙ্ক সমাপ্তিত "আসনত উপবিষ্ট বশিষ্ঠ, বিশ্বামিত্ৰ আৰু পৰশুৰামৰ প্ৰৱেশ।" এই উদাহৰণত আগৰ অঙ্কত প্ৰৱেশ কৰা পাত্ৰ সুমন্ত্ৰই শতানন্দ আৰু জনকৰ কথোপকথনৰ অন্তৰায় কৰি পিছৰ অঙ্কৰ কথাৰ সূচনা কৰাত ই 'অঙ্কাস্য' হৈছে।

[ জনক আৰু শতানন্দৰ কথোপকথনৰ বিচ্ছেদ ঘটাই সুমন্ত্ৰই পৰশুৰাম আদিৰ পিছৰ অঙ্কত প্ৰৱেশ সূচনা কৰিছে। ]

আচাৰ্য্য ধনিকৰ মতানুসাৰে এই অঙ্কাস্যৰ কথা কোৱা হ'ল। আনবিলাক আচাৰ্য্যই, 'এই অঙ্কাস্য অঙ্কাৱতাৰ নামৰ অৰ্থোপক্ষেপকৰ ভিতৰতে পৰে ( গতিকে বেলেগে কোৱাৰ প্ৰয়োজন নাই ) বুলি কয়।

যেতিয়া নাটকীয় ঘটনাৰ সঙ্গতি সাধনৰ অৰ্থে বিস্তৰ কথাৰ বৰ্ণনা নাটকত অৱশ্য অপৰিহাৰ্য্য হৈ পৰে, তেতিয়া নীৰস ( ৰসৰ অনুপযোগী ) বিস্তৰ কথাৰ অৱতাৰণা বাদ দি সৰস ( ৰসৰ উপযোগী ) কথাখিনি আমুখৰ ( প্ৰস্তাৱনাৰ ) পাচতে আমুখত সূচিত পাত্ৰৰদ্বাৰা বিষ্কম্ভকৰ যোগেদি নাট্যত উপস্থাপিত কৰিব লাগে। ৪৩

ইয়াৰ উদাহৰণ ৰত্নাৱলী নাটিকাৰ আমুখৰ পাচতে যৌগন্ধৰায়ণৰ-দ্বাৰা প্ৰযুক্ত বিষ্কম্ভক।

কিন্তু যেতিয়া নাটকৰ আখ্যান আৰম্ভৰপৰাই সৰস হয়, তেতিয়া নাটকৰ আদিতে আমুখ বা প্ৰস্তাৱনাৰ-দ্বাৰাই পাত্ৰ প্ৰৱেশৰ সূচনাৰ যোগেদি অঙ্কৰ আৰম্ভ কৰা উচিত। তাত বিষ্কম্ভক যোজনাৰ প্ৰয়োজন নাই। ৪৪

ইয়াৰ উদাহৰণ অভিজ্ঞান-শকুন্তল নাটকৰ আৰম্ভণি।

বিষ্কম্ভক আদিৰ যোগেদিও নাটকত নায়কৰ বধ বৰ্ণনা কৰিব নাপায় আৰু ৰস আৰু বৃত্তান্তৰ ( কথা বস্তুৰ ) ইটোৰদ্বাৰা আনটোৰ তিৰোধান কৰিব নালাগে অৰ্থাৎ বৃত্তান্ত বৰ্ণনাৰদ্বাৰা ৰসক, বা ৰসৰ অভিব্যঞ্জনাৰদ্বাৰা কথা বস্তুক ঢাকি পেলাব নালাগে। ৪৫

ৰস মানে শৃঙ্গাৰ আদি ৰস। এই বিষয়ে আচাৰ্য্য ধনিকেও কৈছে—

"ৰসৰ অতিশয় পুষ্টি সম্পাদনৰদ্বাৰা কথা-বস্তু বৰকৈ তল পেলোৱা অনুচিত ; নাইবা, কথাবস্তু বা অলঙ্কাৰৰ বৰ্ণনাৰে ৰসক আচ্ছন্ন কৰাটোও উচিত নহয়।"

**অৰ্থ প্ৰকৃতি ঃ**

(১) বীজ, (২) বিন্দু, (৩) পতাকা, (৪) প্ৰকৰী আৰু (৫) কাৰ্য্য এই পাঁচবিধ অৰ্থ প্ৰকৃতিৰ স্বৰূপ আদি জানি বুজি নাটকত নিয়ম মতে তাৰ প্ৰয়োগ কৰিব লাগে। ৪৬

অৰ্থ প্ৰকৃতি মানে প্ৰয়োজন সিদ্ধিৰ হেতু বা উপায়। প্ৰথম অৰ্থ প্ৰকৃতি বীজ ঃ

যিটোৱে (ধান আদিৰ বীজৰ দৰে) নাটকত প্ৰথমতে বৰ সূক্ষ্ম ভাৱে উপক্ষিপ্ত হৈ লাহে লাহে নানা প্ৰকাৰে বাঢ়ি গৈ নায়কৰ মুখ্য উদ্দেশ্য সিদ্ধি লাভৰ মূল কাৰণ স্বৰূপ হয়, তাকে বীজ বোলা হয়। ৪৭

যেনে, ৰত্নাৱলী নাটকত বৎসৰাজৰ ৰত্নাৱলী প্ৰাপ্তি ৰূপ মুখ্য প্ৰয়োজন সিদ্ধিৰ হেতু হৈছে যৌগন্ধৰায়ণৰ কাৰ্য্য-কলাপ ; সেয়ে নাটকত প্ৰথমতে সূক্ষ্মভাৱে নিহিত হৈ, ভাগ্যৰ আনুকূল্যত লাহে লাহে বাঢ়ি গৈ বৎসৰাজৰ সাগৰিকা লাভ পৰ্য্যন্ত ফল সাধন কৰিছে। নাইবা, যেনে—বেণীসংহাৰ নাটকত মুখ্য প্ৰয়োজন হৈছে দ্ৰৌপদীৰ কেশ বন্ধন, তাৰ হেতু যুধিষ্ঠিৰৰ উৎসাহ, সেই উৎসাহ (প্ৰথমতে সূক্ষ্মভাৱে থাকি পাচত) ভীমসেনৰ ক্ৰোধৰদ্বাৰা ক্ৰমশঃ বাঢ়ি গৈ দ্ৰৌপদীৰ কেশ বন্ধন-ৰূপ ফল সাধন কৰিছে।

**দ্বিতীয় অৰ্থ প্ৰকৃতি বিন্দু:**

নাটকৰ আৰম্ভৰ ঘটনাৰদ্বাৰা মূল ঘটনাৰ বিচ্ছেদ হবলগীয়াত পৰিলে যিটোৱে বিচ্ছেদ নোহোৱাকৈ ৰাখে, সেই অবিচ্ছেদৰ (অৰ্থাৎ মূল ঘটনাৰ সঙ্গতিৰ) কাৰণেই বিন্দু নামৰ অৰ্থ প্ৰকৃতি। ৪৮

যেনে, ৰত্নাৱলী নাটিকাত সাগৰিকাৰ মদন পূজা সমাপ্তিৰদ্বাৰাই মূল বৃত্তান্তৰ বিচ্ছেদ ঘটিব লগাত পৰিছিল, এনেতে বন্দীয়ে কোৱা, "উদয়নস্যেন্দোৰিৱোদ্ৱীক্ষতে"—এই বাক্য শুনি সাগৰিকাই (ৰংমনেৰে) কলে, "কধং এসো যো উদঅণ নাৰিন্দো?" (এৱেঁ সেই মহাৰাজ উদয়ন?) ইত্যাদি কথাৰদ্বাৰাই মূল বৃত্তান্তৰ লগত পিছৰ বৃত্তান্তৰ অবিচ্ছেদ বা সঙ্গতি সাধন কৰা হ'ল।

**তৃতীয় অৰ্থ প্ৰকৃতি পতাকা:**

যি প্ৰাসঙ্গিক ইতিবৃত্ত নাটকত ব্যাপকভাৱে থাকি প্ৰধান ফলৰ সহায়ক হয়, তাকে পতাকা নামৰ অৰ্থ প্ৰকৃতি বোলা হয়। ৪৯

যেনে—ৰামচৰিত-বিষয়ক নাটকত সুগ্ৰীৱ আদিৰ ইতিবৃত্ত। বেণীসংহাৰত ভীম আদিৰ আৰু শকুন্তলা নাটকত বিদূষকৰ বৃত্তান্ত।

পতাকা ৰূপ প্ৰাসঙ্গিক ইতিবৃত্তৰ যি নায়ক, সেই নায়কৰ আধিকাৰিক (নাটকৰ মূল ঘটনাৰ) নায়কৰ ফলৰ বাহিৰে নিজা কোনো ফল নাটকত উপস্থাপিত কৰা নহয়। পতাকা নায়কৰ ফলৰ গৰ্ভসন্ধি বা বিমৰ্শ সন্ধিতে অৱসান ঘটে। ৫০

যেনে (ৰামচৰিত বিষয়ক নাটকৰ) সুগ্ৰীৱ আদি পতাকা নায়কৰ ৰাজ্যলাভ আদিৰূপ ফল গৰ্ভসন্ধি বা বিমৰ্শ সন্ধিতে

উপনিবদ্ধ কৰা হৈছে ( নিৰ্ব্বহণ সন্ধিত সেই ফল উপনিবদ্ধ কৰা নহয়, কাৰণ তাত মুখ্য নায়কৰ ফলৰ হে উপস্থাপন হয় )। মহামুনি ভৰতে যে—"গৰ্ভ সন্ধি বা বিমৰ্শ সন্ধি সমাপ্ত হোৱাৰ আগতে পতাকাৰ সমাপ্তি ঘটে" বুলি কৈছে তাত পতাকা শব্দৰ অৰ্থ প ৗাকা নায়কৰ ফলহে, পতাকাৰূপ প্ৰাসঙ্গিক ইতিবৃত্ত নহয়, কাৰণ প্ৰাসঙ্গিক ইতিবৃত্তৰূপ পতাকা নিৰ্ব্বহণ সন্ধিলৈকেও চলি থকা দেখা যায়। অভিনৱগুপ্তই মুনিবাক্যৰ অভিপ্ৰায় এই দৰে বৰ্ণনা কৰিছে।

**চতুৰ্থ অৰ্থ প্ৰকৃতি প্ৰকৰী :**

নাটকৰ যি কোনো এঠাইত থকা প্ৰাসঙ্গিক ইতিবৃত্তক প্ৰকাৰী বোলা হয়। ৫১

ইয়াৰ উদাহৰণ, যেনে—কুলপতি অঙ্কত ৰাৱণ জটায়ুৰ সম্বাদ।

নাটকৰ অল্পস্থান-ব্যাপী প্ৰকৰী-ৰূপ প্ৰাসঙ্গিক বৃত্তান্তৰ যি নায়ক, সেই নায়কৰ মুখ্য নায়কৰ ফলৰ বাহিৰে অতিৰিক্ত নিজা ফল নাথাকে ( অৰ্থাৎ প্ৰকৰী নায়কৰ কাৰ্য্য-কলাপ তাৰ নিজৰ প্ৰয়োজন সিদ্ধিৰ কাৰণে নহয়, আধিকাৰিক প্ৰয়োজনসিদ্ধিৰ কাৰণেহে )।

যেনে—

জটায়ুৰ মোক্ষ প্ৰাপ্তি। এয়া জটায়ুৰ প্ৰযত্নৰ ফল নহয় ( ৰামৰ সীতা প্ৰাপ্তিৰূপ ফলৰ সাধন ৰূপেহে সি নাটকত বৰ্ণিত হৈছে )।

**পঞ্চম অৰ্থপ্ৰকৃতি কাৰ্য্য :**

যি উদ্দেশ্যে নায়কৰ কাৰ্য্যকলাপ আৰম্ভ কৰা হয় আৰু যাৰ সিদ্ধিত নায়কৰ কৰ্ত্তব্য সমাপ্ত হোৱা বুলি ধৰা হয়, সেই প্ৰধান সাধ্যৰূপে অপেক্ষিত ঘটনাটিকে কাৰ্য্য নামৰ অৰ্থপ্ৰকৃতি বোলা হয়। ৫৩

**অৱস্থা পঞ্চক ঃ**

ফলাৰ্থী লোকে সেই ইপ্সিত ফল লাভৰ অৰ্থে যি কাৰ্য্য আৰম্ভ কৰে সেইকাৰ্য্যৰ ( আৰম্ভৰপৰা ফল-লাভলৈকে ) অৱস্থা পাঁচোটা, (১) আৰম্ভ, (২) যত্ন, (৩) প্ৰাপ্ত্যাশা, (৪) নিয়তাপ্তি আৰু (৫) ফলাগম।

**প্ৰথম অৱস্থা আৰম্ভ ঃ**

তাৰে ভিতৰত মুখ্য ফল লাভৰ কাৰণে ফলাৰ্থী জনৰ যি মানসিক উৎকণ্ঠা বা তীব্ৰ আগ্ৰহ, সেয়ে কাৰ্য্যৰ আৰম্ভ অৱস্থা। ৫৫

উদাহৰণ ; যেনে—ৰত্নাৱলী নাটিকাত নায়ক বৎসৰাজ উদয়নৰ অন্তঃ-পুৰত নায়িকা ৰত্নাৱলীক সুমাই দিবৰ কাৰণে যৌগন্ধৰায়ণৰ ঔৎসুক্য বা আগ্ৰহ। এইদৰে অন্যান্য নাটকতো উপনিবদ্ধ, নায়ক-নায়িকা আদিৰ যি ঔৎসুক্য সেযে কাৰ্য্যৰ আৰম্ভাৱস্থাৰ উদাহৰণ বুলি বুজিব লাগে।

**দ্বিতীয় অৱস্থা যত্ন ঃ**

ফলপ্ৰাপ্তিৰ কাৰণে লৰালৰিকৈ কৰা যি উদ্যোগৰূপ ব্যাপাৰ, কাৰ্য্যৰ সেই অৱস্থাৰ নাম প্ৰযত্ন বা যত্ন। ৫৬

উদাহৰণ ; যেনে—ৰত্নাৱলী নাটিকাত "তথাপি তেওঁক ( উদয়নক ) দেখা পোৱাৰ আন উপায় নাই, গতিকে যি কোনো প্ৰকাৰে তেওঁৰ ছবি এটাকে আঁকি,লৈ তেওঁক দেখাৰ কামনা পূৰণ কৰোঁ'—ইত্যাদি কথাৰদ্বাৰা উপস্থাপিত ৰত্নাৱলীৰ বৎসৰাজৰ লগত মিলনৰ উপায়স্বৰূপ চিত্ৰাঙ্কণ আদি কাৰ্য্য-বিষয়ক ব্যাপাৰ। নাইবা, যেনে—

ৰাম চৰিত-বিষয়ক নাটকবোৰত সমুদ্ৰবন্ধন আদি ব্যাপাৰ।

**তৃতীয় অৱস্থা প্ৰাপ্ত্যাশা ঃ**

কাৰ্য্যৰ যি অৱস্থাত ফলসিদ্ধিৰ সাধক আৰু প্ৰতি-বন্ধকৰ পাৰস্পৰিক প্ৰতিঘাতৰদ্বাৰা ফলসিদ্ধিৰ

আশা বা সম্ভাৱনা হয় অথচ সেইফল অৱশ্যে হব
বুলি নিশ্চিত নহয় তাকে প্ৰাপ্ত্যাশা বোলা হয়। ৫৭

ইয়াৰ উদাহৰণ, যেনে—ৰত্নাৱলী নাটিকাৰ তৃতীয় অঙ্কত বেশ পৰিৱৰ্ত্তন কৰি ৰত্নাৱলীৰ বাসৱদত্তাৰ বেশেৰে অভিসাৰ সঙ্গমোপায় আৰু বাসৱদত্তাৰ উপস্থিতিৰূপ সঙ্গম প্ৰতিবন্ধক—এই দুয়োটাৰ পৰস্পৰ প্ৰতিঘাতৰদ্বাৰা উদয়নৰ লগত মিলনৰূপ ফলৰ সম্ভাৱনা বা আশা হৈছে যদিও সেই ফল অৱশ্যে হব বুলি নিশ্চিত হোৱা নাই। অন্যান্য নাটকতো এনেকুৱা প্ৰাপ্ত্যাশাৰূপ কাৰ্য্যাৱস্থাৰ উদাহৰণ আছে।

**চতুৰ্থ অৱস্থা নিয়তাপ্তি :**

যি কাৰ্য্যাৱস্থাত ফলসিদ্ধিৰ প্ৰতিবন্ধক নোহোৱা হয়,
গতিকে ফলসিদ্ধি নিশ্চিত হৈ পৰে, সেয়ে কাৰ্য্যৰ
নিয়তাপ্তি অৱস্থা। ৫৮

অপায় অৰ্থাৎ প্ৰতিবন্ধক নোহোৱাৰ কাৰণে এই অৱস্থাত অৱশ্যে ফললাভ হব বুলি নিশ্চিত হৈ পৰে হেতুকে ইয়াৰ নাম নিয়তাপ্তি। ইয়াৰ উদাহৰণ, যেনে—ৰত্নাৱলী নাটিকাত। "ৰজা। ৰাণীক প্ৰসন্ন কৰাৰ বাহিৰে ৰত্নাৱলীৰ লগত মিলনৰ আন উপায় দেখা নাযায়।" এইস্থলত বাসৱদত্তাৰ প্ৰসন্নতা সাধনৰদ্বাৰা প্ৰিয়া মিলনৰ প্ৰতিবন্ধক আঁতৰোৱাত মিলনৰূপ ফলপ্ৰাপ্তি নিশ্চিত বুলি সূচিত হৈছে।

**পঞ্চম অৱস্থা ফলাগম :**

য'ত সমগ্ৰভাৱে ফল লাভ হয়, সেই ফলসিদ্ধিৰ
অৱস্থাই কাৰ্য্যৰ ফলাগম অৱস্থা। ৫৯

ইয়াৰ উদাহৰণ, যেনে—ৰত্নাৱলী নাটিকাত ৰজাৰ ৰত্নাৱলী লাভ আৰু লগতে চক্ৰৱৰ্ত্তী পদৱীৰূপ অন্য ফল প্ৰাপ্তি। এইদৰে আনবোৰ নাটকতো ফলাগম অৱস্থাৰ উদাহৰণ বুজি লব লাগে।

**সন্ধি নিৰূপণ ঃ**

ওপৰত কৈ অহা পাঁচবিধ অৰ্থ প্ৰকৃতিৰূপ ইতিবৃত্তৰ লগত এই পাঁচবিধ অৱস্থাভেদৰ ক্ৰমিক সংযোগৰ ফলত নাটকীয় ইতিবৃত্তৰ যি পাঁচোটা বিভাগ হয়, সেই পাঁচটাকে সন্ধি বোলা হয়। ৬০

সন্ধিৰ লক্ষণ কোৱা হৈছে,

প্ৰধান ফলত সম্বন্ধযুক্ত, অৱান্তৰ ইতিবৃত্ত বা ঘটনাৰ নিজা অৱান্তৰ ফলৰ লগত যি সম্বন্ধ, সেই সম্বন্ধকে সন্ধি বোলা হয়। ৬১

প্ৰধান ইতিবৃত্তৰ যি মুখ্য ফল বা প্ৰধান প্ৰয়োজন থাকে, তাৰ লগত সম্বন্ধযুক্ত যিবোৰ অৱান্তৰ কথাংশ (সৰু সৰু ইতিবৃত্ত), সেই অৱান্তৰ কথাংশবিলাকৰ নিজা নিজা ফলৰ লগত যি সম্বন্ধ, সেয়ে সন্ধি (অৰ্থাৎ নাটকৰ বিভিন্ন সৰু সৰু ইতিবৃত্তবিলাকৰ নিজা নিজা উদ্দেশ্য বিশেষৰ লগত যি সম্বন্ধ, সিও সন্ধি আৰু সেই পৰস্পৰ সম্বন্ধযুক্ত ইতিবৃত্ত-বোৰৰ আৰু তাৰ ফলৰ নাটকীয় ইতিবৃত্তৰ মুখ্য ফলৰ লগত যি সম্বন্ধ সিও সন্ধি।)

**সন্ধি পাঁচ বিধ ঃ**

সন্ধিৰ প্ৰকাৰ-ভেদ কোৱা হৈছে, (১) মুখ, (২) প্ৰতিমুখ (৩) গৰ্ভ, (৪) বিমৰ্শ আৰু (৫) উপসংহৃতি বা নিৰ্বহণ ; এই পাঁচ প্ৰকাৰ সন্ধি। ক্ৰমশঃ এই পাঁচ প্ৰকাৰ সন্ধিৰ লক্ষণ কোৱা হৈছে। ৬২

নামৰ ক্ৰম অনুসৰি এইবোৰৰ লক্ষণ কোৱা হৈছে ঃ—

ৰূপকৰ যি অংশত কাৰ্য্যৰ প্ৰাৰম্ভ অৱস্থাৰ কথা কোৱা হয় আৰু বীজৰূপ অৰ্থপ্ৰকৃতিৰ যোজনা থাকে, নানাপ্ৰকাৰ ঘটনা আৰু ৰস-ব্যঞ্জনা থাকে, সেই ভাগকে মুখ সন্ধি বোলা হয়। ৭৭

ইয়াৰ উদাহৰণ, যেনে—ৰত্নাবলী নাটিকাৰ প্ৰথম অঙ্কত বৰ্ণিত কথাংশ।

**দ্বিতীয় প্ৰতিমুখ সন্ধি :**

> য'ত মুখসন্ধিত নিক্ষিপ্ত বা আহিত হোৱা ফলৰ প্ৰধান উপায়স্বৰূপ বীজ অঙ্কুৰিত হয়, অথচ গজালিটো দেখা নেদেখা অৱস্থাত থাকে (সুস্পষ্ট হৈ নুঠে), তাকে প্ৰতিমুখ সন্ধি বোলা হয়। ৬৩

যেনে ৰত্নাৱলীৰ দ্বিতীয় অঙ্কত বৎসৰাজ আৰু সাগৰিকাৰ অনুৰাগ বীজৰ উদ্ভেদ অৱস্থা দেখুওৱা হৈছে। বৎসৰাজ আৰু সাগৰিকাৰ মিলনৰ উপায় স্বৰূপ সেই অনুৰাগ বীজটি প্ৰথমাঙ্কত উপক্ষিপ্ত হৈছিল। সেয়ে ইয়াত সুসঙ্গতা আৰু বিদূষকৰ জ্ঞান-গোচৰ হোৱাৰ কাৰণে কিছু পৰিমাণে দেখা, আৰু সাগৰিকাই অঁকা চিত্ৰফলকৰ যোগেদি বাসৱদত্তাই সেই প্ৰেমবীজৰ কথা অনুমানৰদ্বাৰা বুজিব পাৰিছিল যদিও প্ৰত্যক্ষভাৱে জনা নাছিল হেতুকে কিছু পৰিমাণে নেদেখা অৱস্থাত আছে।

**তৃতীয় গৰ্ভসন্ধি :**

> য'ত (মুখ সন্ধিত উপ্ত আৰু প্ৰতিমুখ সন্ধিত) আগেয়ে কিছু পৰিমাণে অঙ্কুৰিত হোৱা ফলৰ প্ৰধান উপায়স্বৰূপ বীজৰ আৰু বেছিভাৱে উদ্ভেদ বা অঙ্কুৰিত অৱস্থা প্ৰকাশ হয় আৰু যি অৱস্থাত সেই অঙ্কুৰিতাৱস্থাপ্ৰাপ্ত বীজৰ বাৰে বাৰে হ্ৰাস আৰু বিকাশৰ প্ৰতীতি চলি থাকে, সেয়ে নাটকৰ গৰ্ভসন্ধি। ৬৪

এই অৱস্থাত নাটকৰ প্ৰধান ফলটি গৰ্ভস্থ ৰূপে প্ৰতীত হয়; গতিকে ইয়াক গৰ্ভসন্ধি বোলা হয়। যেনে, ৰত্নাৱলীৰ দ্বিতীয় অঙ্কত—

সুসঙ্গতা। সহি! অদকৃখিণা সি তুমং, যা এৱং ভট্টিনা হ্থেন গহিদাবি কোৱং ন মুঞ্চসি।

( সুসঙ্গতা। তুমি বৰ কাঠচিতীয়া, গৰাকীয়ে হাতত ধৰি মিনতি কৰাতো তুমি খং-ৰাগ এৰা নাই।)

ইত্যাদি কথাত অনুৰাগৰ অঙ্কুৰোদ্গম হৈছে। আকৌ বাসৱদত্তাৰ প্ৰৱেশত সেই অনুৰাগ কমি গৈছে।

তৃতীয় অঙ্কত "সাগৰিকাৰ খবৰ লবলৈ বসন্তক কেতিয়াবাই গ'ল, কিয় বা সি ইমান পলম কৰিছে?" ৰজাৰ এই কথাত সেই মিলনোপায়ৰ অনুসন্ধান প্ৰকাশ পাইছে আৰু বিদূষকে কোৱা "হেঃ হেঃ! কৌশাম্বী ৰাজ্যলাভ কৰিলেও মোৰ প্ৰিয় বয়স্যই ইমান সন্তোষ নাপাব, মোৰ মুখৰপৰা এই খবৰ শুনি যিমান সন্তোষ পাব।" ইত্যাদি কথাত সেই ফলৰ উদ্ভেদ বা সিদ্ধিৰ সম্ভাৱনা দেখা গৈছে। আকৌ বাসৱদত্তাক চিনি পোৱাৰদ্বাৰা তাৰ হ্ৰাস হৈছে। তাৰ পাচত পূৰ্ব্বসঙ্কেতিত স্থানত সাগৰিকা আহি উপস্থিত হোৱাত তাৰ অনুসন্ধান প্ৰতীত হৈছে আৰু সাগৰিকাই আত্মহত্যাৰ অৰ্থে লতাৰ বান্ধ লগোৱাত পুনঃ তাৰ উদ্ভেদ হৈছে।

**চতুৰ্থ বিমৰ্শ সন্ধিঃ**

> গৰ্ভ সন্ধিত উদ্ভিন্ন বা অঙ্কুৰিত হোৱা ফলৰ প্ৰধান প্ৰধান উপায় স্বৰূপ বীজটি য'ত আৰু বেছিকৈ উদ্ভিন্ন হৈ উঠে, অথচ শাপ আদি বাহ্য প্ৰতিবন্ধকৰদ্বাৰা বাধাপ্ৰাপ্ত হয়, ৰূপকৰ সেই কথাংশক বিমৰ্শ বা অৱমশ-সন্ধি বোলা হয়। ৬৬

যেনে শকুন্তলা নাটকৰ চতুৰ্থ অঙ্কৰ আৰম্ভতে থকা—

অনসূয়া। পিঅংৱদে, জই ৱি গান্ধৱ্বেণ বিবাহেণ নিবুত্তকল্লাণা পিঅ সহী সউন্তলা তহ ৱি অণুৰূৱ ভত্তিভাইনী সম্বুত্তত্তি নিব্বূদং মে হিঅঅম্, তহ ৱি এত্তিঅং চিন্তণিজ্জম্।

( অনসূয়া। সখী প্ৰিয়ম্বদা, যদিও আমাৰ সখী শকুন্তলাৰ গান্ধৰ্ব্ববিধিমতে শুভবিবাহ সম্পন্ন হৈ গৈছে আৰু তেওঁ অনুৰূপ পতি লাভ কৰিছে বুলি মোৰ হৃদয়ে শান্তিলাভ কৰিছে, তথাপি এই বিষয়ে এইটো ভাবিবলগীয়া আছে—"

ইয়াৰপৰা সপ্তমাঙ্কত উপনিবদ্ধ শকুন্তলাৰ লগত চিনাকি হোৱাৰ আগলৈকে ৰজাই শকুন্তলাক পাহৰি যোৱাৰপৰ বিঘিনিৰদ্বাৰা সংশ্লিষ্ট গোটেইবোৰ কথাই বিমৰ্শ সন্ধিৰ ঘটক হৈছে।

**পঞ্চম নিৰ্ব্বহণ সন্ধি ঃ**

এতিয়া নিৰ্ব্বহণ সন্ধিৰ কথা কোৱা হৈছে,

> মুখ সন্ধিকে আদি কৰি আন আন সন্ধিত বীজৰ ক্ৰমবিকাশক, প্ৰকাশকৰূপে যথানিয়মে অথচ বিচ্ছিন্নভাৱে উপস্থাপিত বীজাদিৰূপ ইতিবৃত্তাংশক ( অৱান্তৰ ঘটনাবোৰক ) একমাত্ৰ প্ৰধান ফলৰ উপযোগী কৰি য'ত দেখুৱা হয়, সেয়ে নিৰ্ব্বহণ সন্ধি। ( ইয়াকে উপসংহাৰ বা উপসংহৃতিও বোলা হয়। ) ৬৭

ইয়াৰ উদাহৰণ বেণীসংহাৰ নাটকত ; যেনে—

কঞ্চুকী। ( উপসৃত্য সহৰ্ষম্ ) মহাৰাজ ! বৰ্দ্ধসে, অয়ং খলু ভীমসেনো দুৰ্য্যোধনক্ষতজাৰুণীকৃত-সৰ্ব্বশৰীৰো দুৰ্ল্লক্ষ্যব্যক্তিঃ।

( কঞ্চুকী। [ ওচৰচাপি গৈ হৰ্ষেৰে ] মহাৰাজ, আপোনাৰ জয় হওক। দুৰ্য্যোধনৰ তেজেৰে গোটেই গা ৰাঙলী হৈ পৰাত ভীমসেন চিনিব নোৱাৰা হৈ পৰিছে )

ইত্যাদি কথাৰে দ্ৰৌপদীৰ কেশ-সংসম আদিৰূপ মুখ্যফলৰ প্ৰধান উপায়স্বৰূপ, মুখসন্ধি আদি নিজ নিজ স্থানত উপন্যস্ত বীজ আদি ইতিবৃত্তাংশক একমাত্ৰ প্ৰধান ফলৰ উপযোগীৰূপে তাৰ আৰু প্ৰধান ফলৰ লগত সমন্বয় কৰি দেখুওৱা হৈছে। নাইবা ইয়াৰ আন এটা উদাহৰণ, যেনে—অভিজ্ঞান-শকুন্তল নাটকৰ সপ্তম অঙ্কত শকুন্তলাৰ

সংগত ৰজাৰ চিনাকি হোৱাৰ পাচৰ কথাবোৰ। এতিয়া এই সন্ধি-বিলাকৰ অঙ্গৰ কথা কোৱা হৈছে।

**সন্ধ্যঙ্গনিৰূপণ : মুখসন্ধিৰ দ্বাদশ অঙ্গ ঃ**

(১) উপক্ষেপ, (২) পৰিকৰ, (৩) পৰিন্যাস,
(৪) বিলোভন, (৫) যুক্তি, (৬) প্ৰাপ্তি,
(৭) সমাধান, (৮) বিধান, (৯) পৰি-ভাৱনা,
(১০) উদ্‌ভেদ, (১১) কৰণ আৰু (১২) ভেদ
এই বাৰটা মুখসন্ধিৰ অঙ্গ। ৬৮

মুখ সন্ধিৰ অঙ্গবিলাকৰ যথাক্ৰমে লক্ষণ কোৱা হৈছে।

যেনে—

য'ত কাব্যাৰ্থৰ উৎপত্তি অৰ্থাৎ সংক্ষিপ্তভাৱে প্ৰথম উপস্থিতি হয়, সেয়ে উপক্ষেপ। ৬৯

কাব্যাৰ্থৰ অৰ্থ, দৃশ্য বা শ্ৰব্য কাব্যৰ প্ৰতিপাদ্য ইতিবৃত্ত বা ঘটনা। উপক্ষেপৰ উদাহৰণ বেণীসংহাৰ নাটকত, যেনে—

লাক্ষাগৃহানল-ৰিষান্ন-সভা-প্ৰৱেশৈঃ
প্ৰাণেষু বিত্তনিচয়েষু নঃ প্ৰহৃতা।
আকৃষ্য পাণ্ডৱবধূপৰিধানকেশান্
সুস্থা ( স্বস্থা ) ভৱন্তি ময়ি জীৱতি ধাৰ্ত্তৰাষ্ট্ৰাঃ ?

( ভীম। উঃ! জতুগৃহত জুই লগাই, বিহমিহলোৱা খাদ্য খুৱাই, দ্যূতসভালৈ মাতি নি, ধন-সম্পত্তি কাঢ়ি লৈ, প্ৰাণে মাৰিবলৈও যত্ন কৰি আৰু পাণ্ডৱকুলৰ বোৱাৰী দ্ৰৌপদীৰ চুলি আৰু পিন্ধা কাপোৰত ধৰি টানিও ধৃতৰাষ্ট্ৰৰ পুত্ৰবিলাক মই জীয়াই থাকোঁতে সুস্থভাৱে জীয়াই থাকিব পাৰে ? )

ইয়াত বেণীসংহাৰ নাটকৰ প্ৰতিপাদ্য বিষয় সংক্ষিপ্তভাৱে ব্যঞ্জিত হৈছে।

**দ্বিতীয় অঙ্গ পৰিকৰ :**

উপক্ষেপত উৎপন্ন হোৱা কাব্যাৰ্থৰ বাহুল্যভাৱে

অৰ্থাৎ আগতকৈ কিছু অধিক পৰিমাণে বিকাশ লাভৰ নাম পৰিকৰ। ৭০

উদাহৰণ—যেনে, বেণীসংহাৰ নাটকত ভীমৰ উক্তি—

প্ৰবৃদ্ধং যদ্বৈৰং মম খলু শিশোৰেব কুৰুভি-
স্তত্ৰাৰ্য্যো হেতুৰ্ন ভৱতি কিৰীটী ন চ যুৱাম্।
জৰাসন্ধস্যোৰঃস্থলমিৱ বিৰূঢ়ং পুনৰপি-
ক্ৰুদ্ধো ভীমঃ সন্ধিং ৱিঘটয়তি যূয়ং ঘটয়ত॥

(শিশুকালৰপৰাই কৌৰৱৰ লগত মোৰ যি বৈৰভাৱ বাঢ়ি আহিছে তাৰ কাৰণ ৰজা যুধিষ্ঠিৰ নহয়, অৰ্জ্জুন নহয় আৰু তোমালোক দুজনো নহয়। জৰাসন্ধৰ দেহৰ দৰে আগেয়ে বিভক্ত হৈ পাচত যোৰা লাগি থকা এই কৌৰৱ-পাণ্ডৱৰ সন্ধি মই ক্ৰুদ্ধ ভীমে ভাঙি দিম, তোমালোকে যোৰা লগোৱাচোন বাৰু।)

ইয়াত বেণীসংহাৰৰ বৰ্ণনীয় কাব্যাৰ্থ আগতকৈ অধিক বিকাশোন্মুখ কৰি দেখুৱা হৈছে।

**তৃতীয় অঙ্গ পৰিন্যাস:**

আগেয়ে উপক্ষেপৰ যোগেদি উৎপন্ন হোৱা আৰু তাৰ পাচত পৰিকৰৰ যোগেদি কিছু বিস্তৃতি লাভ কৰা কাব্যাৰ্থ, য'ত নিশ্চিতভাৱে প্ৰতীত হয়, সেয়ে পৰিন্যাস নামক মুখাঙ্গ। ৭১

ইয়াৰ উদাহৰণ যেনে, সেই বেণীসংহাৰ নাটকত ভীমৰ উক্তি—

চঞ্চদ্ভুজভ্ৰমিতচণ্ডগদাভিঘাত-
সঞ্চূৰ্ণিতোৰুযুগলস্য সুযোধনস্য।
স্ত্যানাৱনদ্ধঘন-শোণিতশোণ-পাণি-
ৰুত্তংসয়িষ্যতি কচানস্তৱ দেৱি ভীমঃ।

(দেৱী দ্ৰৌপদী, এই চঞ্চল বাহু যুগলৰ বেগত ঘূৰি থকা প্ৰচণ্ড গদাৰ আঘাতত দুৰ্য্যোধনৰ উৰুযুগল চূৰ্ণ-বিচূৰ্ণ কৰি তাৰ স্নিগ্ধ, ঘন তেজেৰে ৰাঙলি হোৱা হাতেৰে ভীমে তোমাৰ এই চুলি মেলাব।)

[ ইয়াৰ দ্বাৰা বেণীসংহাৰৰ ইতিবৃত্ত নিশ্চিত ভাবে প্ৰতীয়মান হয়। ]

ইয়াত উপক্ষেপৰ অৰ্থ হ'ল কাব্যৰ প্ৰতিপাদ্য মূল ইতিবৃত্তৰ কেৱল সংক্ষেপে উপস্থান; সেই সংক্ষিপ্তভাৱে উপস্থাপিত ইতিবৃত্তৰ অলপ বিস্তৃতি সাধনেই পৰিকৰ; আৰু সেই ইতিবৃত্তৰ তাতোকৈ নিশ্চিতভাৱে (সন্দেহাতীত ভাবে) প্ৰতীতি হোৱাকৈ সামাজিকৰ অন্তৰত উপস্থাপন কৰাই পৰিন্যাস। এয়ে এই তিনিটাৰ পাৰ্থক্য। এই তিনিটা অঙ্গৰ যি পৌৰ্ব্বাপৰ্য্যক্ৰমে উল্লেখ কৰা হৈছে সেই ক্ৰমেই প্ৰয়োগ হয়। আন নটা অঙ্গৰ প্ৰয়োগত ব্যতিক্ৰমো হব পাৰে।

**চতুৰ্থ অঙ্গ বিলোভন :**

পাত্ৰ আদিৰ গুণ বৰ্ণনা কৰাকে বিলোভন বোলে। ৭২

ইয়াৰ উদাহৰণো সেই বেণীসংহাৰ নাটকতে, যেনে—

"দ্ৰৌপদী। নাথ, তুমি কুপিত হলে কৰিব নোৱাৰা কাম কি আছে ?" ইত্যাদি স্থলত দেখা যায়। নাইবা, মোৰ চন্দ্ৰকলা নাটকৰো "সেয়ং তাৰুণ্যস্য বিলাসঃ"—( এৱেঁই যৌৱনৰ বিলাস স্বৰূপ ) ইত্যাদি নায়িকাৰ সৌন্দৰ্য্য বৰ্ণনালৈ মন কৰক। মন কৰিবলগীয়া কথা এয়ে যে অভিজ্ঞান-শকুন্তল নাটক আদিৰ "গ্ৰীৱাভঙ্গাভিৰামম্" ( ডিঙি বেঁকা কৰি চোৱা বাবে ধুনীয়া হৈ পৰা ) - ইত্যাদি শ্লোকত থকা হৰিণাৰ গুণ বৰ্ণনাৰ সৈতে শকুন্তলাপ্ৰাপ্তি-ৰূপ নাটকীয় বীজাৰ্থৰ লগত কোনো সম্বন্ধ নাই; সেই বাবে সেইবোৰ সন্ধিৰ অঙ্গ নহয়। এইদৰে অন্যান্য অঙ্গৰ উদাহৰণ স্থলতো কোনটো সন্ধ্যঙ্গ আৰু কোনটো সন্ধ্যঙ্গ নহয়, সেইটো নিজে বিবেচনা কৰি বুজিব লাগিব।

**পঞ্চম অঙ্গ যুক্তি :**

অৰ্থৰ সম্প্ৰধাৰণ—অৰ্থাৎ কৰ্ত্তব্য নিশ্চয়ৰ নাম যুক্তি। ৭৩

ইয়াৰ উদাহৰণো বেণীসংহাৰ নাটকতে, যেনে—সহদেৱৰ ভীমৰ প্ৰতি উক্তি : "আৰ্য্য, কিং মহাৰাজ-সন্দেশোঽয়মব্যুৎপন্ন এৱাৰ্য্যেণ গৃহীতঃ"

( সহদেৱ। ( ভীমৰ প্ৰতি )—আৰ্য্য, আপুনি মহাৰাজে মোৰ আগত কৈ পঠোৱা কথা ভালকৈ বুজি নোপোৱাকৈয়ে মানি লৈছেনে কি ? )

ইয়াৰপৰা ভীমৰ—

যুষ্মান্ হ্রেপয়তি ক্রোধাল্লোকে শক্রকুলক্ষয়ঃ ।
ন লজ্জয়তি দাৰাণাং সভায়াং কেশকর্ষণম্ ॥ ইত্যাদি ।

( কুলক্ষয় কৰা কামটোৱে লোকসমাজত তোমালোকক লজ্জিত কৰে অথচ তোমালোকৰ ধৰ্ম্মপত্নীক চুলিত ধৰি সভাৰ মাজলৈ ( শত্ৰুৱে ) টানি নিয়াতো তোমালোকৰ লাজ নালাগে । ) এই কথা লৈছে ।

**ষষ্ঠ অঙ্গ প্ৰাপ্তি ঃ**

সুখাগম অৰ্থাৎ পাত্ৰবিশেষৰ সন্তুষ্টি লাভেই প্ৰাপ্তি । ৭৪

ইয়াৰ উদাহৰণো সেই বেণীসংহাৰ নাটকত, যেনে—

"মথ্নামি কৌৰৱশতং সমৰে ন কোপাৎ"—( মই খঙত এশজন কৌৰৱৰ ভাই-ককাইক যুদ্ধত মোহাৰি নমৰাকৈ থাকিম ? ) ইত্যাদি ভীমৰ উক্তি। ইয়াকে শুনি হৃষ্টা হৈ দ্ৰৌপদীয়ে "কওক নাথ, এনে সুখৰ কথা মই আগেয়ে শুনা নাই, আপুনি এই কথা আৰু কেইবাৰ মান কওঁক।" ( ইয়াত দ্ৰৌপদীৰ সন্তুষ্টি প্ৰকাশ কৰা হৈছে। )

**সপ্তম অঙ্গ সমাধান ঃ**

যাৰদ্বাৰা পূৰ্ব্বোক্ত লক্ষণ বীজৰ আগমনৰ
উপস্থাপন হয়, তাকে সমাধান বোলা হয়। ৭৫

সেই বেণীসংহাৰ নাটকতে ইয়াৰ উদাহৰণ ; যেনে—

( নেপথ্যে ) ভো ভো বিৰাট-দ্ৰুপদ-প্ৰভৃতয়ঃ, শ্ৰূয়তাম্—

যৎ সত্যব্ৰতভঙ্গভীৰুমনসা যত্নেন মন্দীকৃতং
যদ্বিস্মর্ত্তুমপীহিতং শমৰতা শান্তিং কুলস্যেচ্ছয়া।
তদ্দ্যূতাৰণিসম্ভূতং নৃপসুতাকেশাম্বৰাকৰ্ষণৈঃ
ক্ৰোধজ্যোতিৰিদং মহৎ কুৰুৱনে যৌধিষ্ঠিৰং জৃম্ভতে ॥

[ নেপথ্যত কোলাহল শুনাৰ পাচত ] হে দ্ৰুপদ, বিৰাট বৃষ্ণি আৰু অন্ধক-

বংশীয় বীৰসকল, সহদেৱকে আদি কৰি আমাৰ পক্ষৰ অক্ষৌহিণী পতিসকল আৰু কৌৰৱ পক্ষৰ প্ৰধান প্ৰধান যুজাৰু সেনাপতিসকল, তোমালোকে শুনা, শান্তিপ্ৰিয় যুধিষ্ঠিৰ ৰজাই সত্যপালনৰ প্ৰতিজ্ঞা ভঙ্গৰ ভয়ত মনৰ ভিতৰত যাক ইমানদিনে বৰ যত্নেৰে দমাই ৰাখি থৈছিল আৰু নিজকুলৰ সুখ-শান্তিৰ কাৰণে ইচ্ছা কৰিয়ে যাক পাহৰণিৰ তলত পেলাই থবলৈ প্ৰয়াস কৰিছিল, সেই যুধিষ্ঠিৰ ৰজাৰ প্ৰচণ্ড ক্ৰোধাগ্নি এতিয়া পাশাখেলৰূপ কাঠৰ সংযোগ আৰু দ্ৰুপদ ৰাজকন্যাৰ চুলি তথা কাপোৰত ধৰি আকৰ্ষণ কৰাৰ ফলত কৌৰৱৰূপ বনত জ্বলি উঠিছে ? )

ইয়াত "স্বস্থা ভৱন্তু ময়ি জীৱতি"—( মই জীয়াই থাকোতে কৌৰৱসকল সুস্থভাৱে জীয়াই থাকিব পাৰে ? ) ইত্যাদি পূৰ্ব্বোক্ত ভীমৰ বাক্যৰদ্বাৰা উপক্ষিপ্ত ( সংক্ষিপ্তভাৱে উপস্থাপিত ) যুদ্ধোৎসাহবিষয়ক বীজৰ, প্ৰধান নায়কৰ অভিমতভাৱে আধান বা উপস্থাপন কৰা হৈছে হেতুকে এই মুখাঙ্গক সমাধান বোলা হয়।

**অষ্টম অঙ্গ বিধান :**

যাৰদ্বাৰা সুখ-দুখ নাইবা সুখ বা দুখৰ বিধান
উপস্থাপন কৰা হয়, সেয়ে বিধান। ৭৬

উদাহৰণ বালচৰিত নাটকত ; যেনে—

উৎসাহাতিশয়ং ৱৎস তৱ বাল্যঞ্চ পশ্যতঃ
মম হৰ্ষৱিষাদাভ্যামাক্ৰান্তং যুগপন্মনঃ ॥

( বোপা ৰাম, তোমাৰ অতিশয় উৎসাহ আৰু বাল্যাৱস্থাৰ পিনে চাই মোৰ মনটো হৰ্ষ আৰু বিষাদেৰে একে লগে আক্ৰান্ত হৈ পৰিছে। )

নাইবা মোৰ প্ৰভাৱতী নাটকতো, যেনে—

"নয়নযুগাসেচনকম্"—( চকুদুটাৰ পৰম তৃপ্তি স্বৰূপ ) ইত্যাদি সন্দৰ্ভত এই বিধান নামৰ মুখাঙ্গৰ প্ৰয়োগ আছে।

**নৱম অঙ্গ পৰিভাৱনা :**

কৌতূহলপূৰ্ণ বাক্যকে পৰিভাৱনা বোলা হয়। ৭৭

উদাহৰণ বেণীসংহাৰ নাটকত, যেনে—যুদ্ধ হয়নে নহয় সেই বিষয়ে সন্দেহ কৰি থকা দ্ৰৌপদীয়ে ৰণবাদ্যৰ শব্দ শুনি কৈছে—

দ্ৰৌপদী। নাধ! কিং দাণিং এসো পলঅজলহৰথণি-দ মন্থৰো খণে খণে সমৰদু-ন্দুভী তাড়ীআদি?

(প্ৰাণ নাথ, ৰণ-দুন্দুভি বজাইছেনে কি? এই যে সময়ে সময়ে প্ৰলয় কালীন মেঘগৰ্জ্জনৰ দৰে গম্ভীৰ শব্দ শুনা গৈছে?)।

**দশম অঙ্গ উদ্ভেদ:**

বীজাৰ্থৰ প্ৰৰোহ বা গজালি ওলাব ধৰাকে উদ্ভেদ বোলা হয়। ৭৮

উদাহৰণ বেণীসংহাৰ নাটকত; যেনে—

দ্ৰৌপদী। নাধ! পুণোবি তত্ৰ সমাসাদইদব্বা।

ভীমঃ। ভূয়ঃ পৰিভৱক্লান্তি-লজ্জাৱিধুৰিতাননম্।
অনিঃশেষিতকৌৰৱ্যং ন পশ্যসি বৃকোদৰম্॥

(দ্ৰৌপদী। প্ৰিয়তম, ৰণৰপৰা ঘূৰি আহি আৰু এবাৰ মোক সান্ত্বনা দি যায় যেন।)

ইয়াৰ উত্তৰত

(ভীম। পাঞ্চাল ৰাজকুমাৰী, আজি মিছাকৈয়ে সান্ত্বনা দিলে কি হব? এতিয়া আৰু সেই বৃকোদৰক পৰাজয়ৰ অপমানত লজ্জিত আৰু ম্লানমুখ হোৱা অৱস্থাত নাইবা কৌৰৱকুল নিঃশেষে নিহত নোহোৱাকৈ দেখা নোপোৱা (অৰ্থাৎ কৌৰৱসকলক নিঃশেষে নিহত কৰি বিজয় গৌৰৱত প্ৰসন্ন হৈহে তোমাক দেখা দিমাহি)।

**একাদশ অঙ্গ কৰণ:**

প্ৰস্তুত বিষয়ৰ সম্যক আৰম্ভৰ নাম কৰণ। ৭৯

উদাহৰণ সেই বেণীসংহাৰ নাটকতে, যেনে—

"দেৱী, এয়া আমি কুৰুকুলৰ বিনাশৰ কাৰণে ওলালোঁ।" [ইয়াৰ-দ্বাৰাই নাটকৰ প্ৰধান বিষয়ৰ আৰম্ভ কৰা হৈছে।]

**দ্বাদশ অঙ্গ ভেদ ঃ**

সংহৃতি ভঙ্গৰ নাম ভেদ। ৮০

উদাহৰণ সেই বেণীসংহাৰতে, যেনে—

“এই কাৰণে আজিৰপৰা আপোনালোকৰ লগত আমাৰ সম্বন্ধ নোহোৱা হল।”

ইয়াত ভেদৰ অৰ্থ প্ৰোৎসাহন বা কামত উৎসাহ দান বুলি কিছুমান নাট্যাচাৰ্য্যই কয়।

**প্ৰতিমুখ সন্ধিৰ অঙ্গ তেৰ বিধ ঃ**

এতিয়া প্ৰতিমুখ সন্ধিৰ অঙ্গৰ কথা কোৱা হৈছে— (১) বিলাস, (২) পৰিসৰ্প, (৩) বিধূত (৪) তাপন. (৫) নৰ্ম্ম, (৬) নৰ্ম্মদ্যুতি, (৭) প্ৰগমন, (৮) বিবোধ, (৯) পৰ্য্যুপাসন, (১০) পুষ্প, (১১) বজ্ৰ, (১২) উপন্যাস আৰু (১৩) বৰ্ণ সংহাৰ ; এই তেৰটা প্ৰতিমুখ সন্ধিৰ অঙ্গ। ৮১

**প্ৰথম অঙ্গ বিলাস ঃ**

তাৰে ভিতৰত ৰতিভাৱৰ ( আচলতে ৰত্যাদিৰূপ স্থায়ীভাৱৰ ) হেতুভূত বিষয়ৰ প্ৰাপ্তিৰ কাৰণে যি অভিলাষব্যঞ্জক চেষ্টা-বিশেষ, তাকে বিলাস বোলা হয়। ৮২

অৰ্থাৎ ৰতিৰূপ যি ভাৱ তাৰ হেতুভূত যি ভোগ বা বিষয়, যেনে স্ত্ৰী বা পুৰুষ, তাৰ কাৰণে স্ত্ৰী বা পুৰুষৰ অন্তৰত যি আগ্ৰহ বা অভিলাষ উৎপন্ন হয় তাৰে পাৰিভাষিক নাম বিলাস।

উদাহৰণ অভিজ্ঞান-শকুন্তল নাটকত , যেনে—

কামং প্ৰিয়া ন সুলভা মনস্তু তদ্ভাৱদৰ্শনাশ্বাসি।
অকৃতাৰ্থেঽপি মনসিজে ৰতিমুভয়প্ৰাৰ্থনা কুৰুতে ॥

( মোৰ পক্ষে প্ৰিয়া শকুন্তলাক পোৱাটো সহজ কথা নহয়, তথাপি তেওঁৰ মোৰ

প্ৰতি অনুৰাগৰ লক্ষণবোৰ দেখিয়ে মোৰ মনটো আশ্বস্ত হৈ আছে ; দেখা যায় কামনা চৰিতাৰ্থ হোৱাৰ সম্ভাৱনা নাথাকিলেও প্ৰেমিক-প্ৰেমিকা উভয়ৰে মিলনৰ ইচ্ছাই ৰতি উৎপন্ন কৰে। )

[ ইয়াত দুষ্মন্ত আৰু শকুন্তলাৰ পৰস্পৰৰ প্ৰাপ্তিৰ অভিলাষ ব্যক্তিত হৈছে। ]

**পৰিসৰ্প ঃ**

কোনো হেৰাই যোৱা অভিলষিত বস্তুৰ অনুসন্ধানক
পৰিসৰ্প বোলা হয়। ৮৩

ইয়াৰ উদাহৰণো অভিজ্ঞান-শকুন্তল নাটকতে, যেনে—

ৰজা। ভৱিতব্যমত্র তয়া। তথা হি—

অভ্যুন্নতা পুৰস্তাদৱগাঢ়া জঘনগৌৰৱাৎ পশ্চাৎ।
দ্বাৰেঽস্য পাণ্ডুসিকতে পদপংক্তিদৃশ্যতেঽভিনৱা॥

( ৰজা। ইয়াত তেওঁ নিশ্চয় থাকিব পায়, কাৰণ এই লতামণ্ডপৰ দুৱাৰ মুখত বগা বালিৰ ওপৰত, আগৰ পি ন ওখ পিচৰ পিনে গধুৰ নিতম্বভাৰৰ বাবে তললৈ বহি যোৱা নতুন খোজৰ শাৰী দেখা গৈছে। )

[ ইয়াত আগেয়ে হেৰাই যোৱা শকুন্তলাৰ কাৰণে অনুসন্ধান প্ৰকাশ হৈছে। ]

**বিধুত ঃ**

অগেয়ে কৰা অনুনয় অৰ্থাৎ সন্তুষ্টিবিধান পৰিত্যাগ
কৰাকে বিধুত বোলা হয়। ৮৪

ইয়াৰ উদাহৰণো অভিজ্ঞান শকুন্তল নাটকতে দেখা যায়।

শকুন্তলা। অলং ৱো অন্তেউৰ বিৰহ-পজ্জুসূসুএন ৰা এসিনা উৱৰুদ্ধেণ।

( শকুন্তলা। ৰাজ অন্তঃপুৰৰ বিৰহত উৎকণ্ঠিত এই ৰাজৰ্ষিজনাক তোমালোকে ধৰি ৰখা মিছা। )

[ইয়াত শকুন্তলাই আগেয়ে ৰজাক ৰাখিবৰ কাৰণে যি অনুনয় কৰিছিল, তাক যে পৰিত্যাগ কৰিছে, সেইটো ব্যঞ্জিত হৈছে।] কোনো কোনো নাট্যাচাৰ্য্যই ইয়াক বিধুত নুবুলি বিধৃত বোলে আৰু বিধৃত মানে অৰতি বা অৰুচি বুলি কয়।

তাপন:

সন্তাপ নিবাৰণৰ উপায় বিচাৰি নোপোৱাটোৱে
তাপন নামৰ প্ৰতিমুখাঙ্গ। ৮৫

উদাহৰণ ৰত্নাৱলী নাটিকাত; যেনে—

সাগৰিকা। দুল্লহ জনানুৰাও লজ্জা গুৰুই পৰবসো অপ্পা।
পিঅ সহি বিসমং পেম্মং মৰণং সৰণং ণবৰি একম্॥

(সাগৰিকা। প্ৰিয় সখী, দুৰ্ল্লভ প্ৰেমিকৰ প্ৰতি মই অনুৰক্তা, ইপিনে লাজো বৰ বেচি, তদুপৰি মই পৰাধীন, প্ৰেম বিষমভাৱে বাঢ়ি গৈছে। এই অৱস্থাত একমাত্ৰ মৰণেই মোৰ আশ্ৰয়স্থল।)

নৰ্ম্ম:

পৰিহাস বাক্যক নৰ্ম্ম বোলা হয়। ৮৬

উদাহৰণ ৰত্নাৱলী নাটিকাত, যেনে—

সুসঙ্গতা—সহি জসস্ কিদে তুমম্ আ অদা, সো অঅং দে পুৰদো চিট্‌ঠদি।

সাগৰিকা—(সাভ্যসূয়ম্) কস্‌স কিদে অহম্ আঅদা?

সুসঙ্গতা—অই অণ্ণসংকিদে! ণং চিত্তফলঅস্‌স।

(সুসঙ্গতা। সখী, তুমি যাক বিচাৰি আহিছা, এয়া তেওঁ তোমাৰ আগতে আছে।

সাগৰিকা। (খঙেৰে) মই কাক বিচাৰি আহিছোঁ?

সুসঙ্গতা। অ' তুমি আইনৰ কথা কোৱা বুলি ভাবিছা, বোলোঁ, এই চিত্ৰ ফলকৰ কাৰণে আহিছা।)

**নৰ্ম্মদ্যুতি ঃ**

পৰিহাস কৰাতো ধৈৰ্য্য অৱলম্বন কৰি থকাৰ নাম নৰ্ম্ম-দ্যুতি । ৮৭

ইয়াৰ উদাহৰণ সেই ৰত্নাৱলী নাটিকাতে, যেনে—

সুসঙ্গতা। সহি অদকিখনা দাণিং সি তুমম্, জা এব্বং ভট্টিনা হত্থাবলম্বিদা ৱি কোবং ণ মুঞ্চসি ।

সাগৰিকা। ( সভ্রূভঙ্গমীষদ্বিহস্য ) সুসঙ্গদে, দাণিং বি কীলিদুং ণ ৱিৰমসি ।

( সুসঙ্গতা। সখী, এতিয়া তুমি ভাল কাম কৰা নাই, এইদৰে স্বামীয়ে হাতত ধৰাতো যে তুমি খং নেৰিলা।

সাগৰিকা। সুসঙ্গতা, এতিয়াও তুমি ধেমালি কৰিবলৈ এৰা নাই ? )
[ ইয়াত সুসঙ্গতাই পৰিহাস কৰাতো সাগৰিকাৰ ধৈৰ্য্য ধাৰণ প্ৰকাশ কৰা হৈছে । ]
কোনো কোনো নাট্যাচাৰ্য্যৰ মতে দোষ ঢাকিবৰ অৰ্থে হাস্য পৰিহাস কৰাকে নৰ্ম্মদ্যুতি বোলা হয়। )

**প্ৰগমন ঃ**

ক্ৰমশঃ উৎকৃষ্টতৰ উত্তৰ স্বৰূপ বাক্যৰ নাম প্ৰগমন। ৮৮

উদাহৰণ বিক্ৰমোৰ্ব্বশীয় নাটকত, যেনে—

উৰ্ব্বশী। জঅদু জঅদু মহাৰাও।

ৰাজা। ময়া নাম জিতং যস্য ত্বয়া জয় উদীৰ্য্যতে।

( উৰ্ব্বশী। মহাৰাজৰ জয় হ'ক।

ৰজা। তুমি যেতিয়া মোৰ জয় কীৰ্ত্তন কৰিছা, মোৰ সঁচাকৈয়ে জয় হৈছে। )

**বিৰোধ ঃ**

বিপদত পৰাৰ নাম বিৰোধ। ৮৯

উদাহৰণ চণ্ডকৌশিক নাটকত, যেনে—

ৰাজা। নূনমসমীক্ষ্যকাৰিণা ময়া অন্ধেনের স্ফুৰচ্ছিখাকলাপো জ্বলনঃ পদ্ভ্যাং সমাক্ৰান্তঃ।

( ৰজা। নভৱা-নিচিন্তাকৈয়ে অন্ধ লোকৰ দৰে মই দপ দপকৈ জ্বলি থকা জুইত দুয়োখন ভৰি পেলালোঁ। )

**পর্য্যুপাসন ঃ**

খং মাৰ নিয়াবৰ অৰ্থে কৰা, অনুনয়ক পৰ্য্যুপাসন বোলা হয়। ৯০

বিদূষক—ভো ভো মা কুপ্‌প, এসা হি কদলী ঘৰংতৰং গদা।

( বিদূষক। খং নকৰিব, তেওঁ কদলীকুঞ্জৰ ভিতৰলৈ গৈছে…ইত্যাদি। )

**পুষ্প ঃ**

বিশেষ বচন অর্থাৎ মনঃপূত বাক্য প্ৰয়োগক পুষ্প বোলা হয়। ৯১

উদাহৰণ সেই ৰত্নাৱলীতে, যেনে—

ৰাজা। ( হস্তে গৃহীত্বা স্পর্শং নাটয়তি )

বিদূষক। ভো বঅস্‌স। এসা অপূব্ব সিৰী তুএ সমাসাদিদা।

ৰাজা। বয়স্য, সত্যম্

শ্রীৰেষা পাণিৰস্যাঃ পাৰিজাতস্য পল্লৱঃ।
কুতোঽন্যথা স্রৱত্যেষ স্বেদচ্ছদ্মামৃতদ্ৰৱঃ ॥

( ৰজাই সাগৰিকাৰ হাতত ধৰি স্পর্শসুখৰ ভাৱ দেখুৱায়।

বিদূষক। হেৰা প্রিয় বয়স্য, তুমি অপূৰ্ব্ব শ্ৰী লাভ কৰিছা।

ৰজা। প্রিয় বয়স্য, সঁচাকৈয়ে এওঁ সাক্ষাৎ লক্ষ্মী, এওঁৰ হাতখন জেনিবা পাৰিজাত ফুলৰ পাহিহে। নহলেনো ক’ৰপৰা এই ঘামৰ টোপাৰ দৰে অমৃতৰ টোপাবোৰ নিজৰি ওলাব ? )

**বজ্ৰ ঃ**

সাক্ষাৎ কঠোৰভাৱে আঘাত কৰা কথাৰ নাম বজ্ৰ। ৯২

উদাহৰণ সেই ৰত্নাৱলীতে, যেনে—

ৰাজা। কথমিহস্থোঽহং ত্বয়া জ্ঞাতঃ ?

সুসঙ্গতা। ণ কেৱলং তুমম্‌, চিত্তফলএণ। তা জাব গচ্ছিঅ দেৱীএ ণিবেদইস্‌সম্।

( ৰজা। মই ইয়াত থকা বুলি তুমি কেনেকৈ জানিলা ?
সুসঙ্গতা। অকল আপুনিয়ে নহয়, ছবিখনো ইয়াতে আছে বুলি জানো ; বাৰু মই ৰাণীৰ আগত কৈ দিওঁগৈ। )
[ এই কথাই ৰজাৰ মনত সাক্ষাদ্‌ভাৱে আঘাত কৰিছে, গতিকে ই বজ্ৰ নামক প্ৰতি মুখাঙ্গৰ উদাহৰণ। ]

**উপন্যাস :**

সন্তোষজনক বাক্য বিন্যাসৰ নাম উপন্যাস। ৯৩

উদাহৰণ ৰত্নাৱলীতে, যেনে—

সুসঙ্গতা—ভট্টুণ অলং শঙ্কা এ। মএ বি ভট্টিণীএ পসাদেণ কীলিদং জ্জেব এদিহম্, তা কিং কণ্ণাভৰণেণ। অদো বি মে গুৰুঅৰো পসাদো এসো, জং তুএ অহং এত্থ আলিহিদত্তি কুবিদা সে পিঅসহী সাগৰিআ, এসা জ্জেব পসাদীঅদু।

( সুসঙ্গতা। প্ৰভুৰ আশঙ্কাৰ একো কাৰণ নাই। মহাৰাণীৰ অনুগ্ৰহত ময়ো এইবোৰ অলঙ্কাৰেৰে খেলা কৰিবৰ সুবিধা পাইছোঁ। কণ্ঠাভৰণেৰে মই কি কৰিম ? আপুনি চিত্ৰফলকত মোৰ ছবি আঁকি লোৱাৰ কাৰণে যে প্ৰিয়সখী সাগৰিকাই খং কৰিছে, সেয়ে মোৰ পক্ষে বেচি মূল্যবান পুৰস্কাৰ হৈছে। আপুনি তেওঁক সান্ত্বনা দিয়ক। )

কোনো কোনো নাট্যাচাৰ্য্যৰ মতে সযুক্তিক কথাৰ উপস্থাপনকে উপন্যাস বোলা হয়। তেওঁবিলাকে এই ৰত্নাৱলী নাটকতে ইয়াৰ উদাহৰণ দেখুৱায় যেনে—"গৰ্ভদাসী কাৰণেই এইজনীৰ মুখখন বৰচোকা।"

**বৰ্ণ সংহাৰ :**

চাৰি বৰ্ণৰ একত্ৰ উপস্থাপনকে বৰ্ণ সংহাৰ বোলা হয়। ৯৪

উদাহৰণ বীৰ চৰিত নাটকৰ তৃতীয় অঙ্কত ; যেনে—

পৰিষদিয়মৃষীণামেষ ৱীৰো যুধাজিৎ।
সহ নৃপতিৰমাত্যৈৰ্লোমপাদশ্চ বৃদ্ধঃ।
অয়মৱিৰতযজ্ঞো ব্ৰহ্মৱাদী পুৰাণঃ
প্ৰভুৰপি জনকানামদ্ভ ভোঃ যাচকাস্তে ॥

( এইখন ঋষিসকলৰ সভা, এয়া মহাৰাজ যুধাষ্ঠিং অমাত্যবৰ্গৰে সৈতে ইয়াত উপস্থিত আছে ; এইজন বৃদ্ধ ৰজা লোমপাদ ; এইজন জনক বংশৰ শ্ৰেষ্ঠ পুৰুষ, মহাযাজ্ঞিক, প্ৰাচীন ব্ৰহ্মবাদী মহাৰাজ সীৰধ্বজ , এই সকলোৱে তোমাৰ ওচৰত শান্তিপ্ৰাৰ্থী হৈ উপস্থিত হৈছেহি। )

ইয়াত ঋষি, ক্ষত্ৰিয় আদি সকলো বৰ্ণৰে মিলন উপস্থিত কৰা হৈছে।

অভিনৱগুপ্তপাদে বৰ্ণসংহাৰ শব্দৰ অৰ্থ এইদৰে ব্যাখ্যা কৰিছে— 'বৰ্ণ শব্দৰ অৰ্থ নাটকীয় পাত্ৰ আৰু সংহাৰ শব্দৰ অৰ্থ সম্মিলন' ; গতিকে বৰ্ণসংহাৰ মানে নাটকীয় পাত্ৰবিলাকৰ সম্মিলন। তেওঁ ইয়াৰ উদাহৰণ দিছে ৰত্নাৱলীৰ দ্বিতীয় অঙ্কত "অদোবি মে অঅং গুৰুঅৰো পসাদো।"

( সুসঙ্গতা—মোৰ পক্ষে এয়ে তাতোকৈয়ো বেচি ডাঙৰ অনুগ্ৰহ। ) ইত্যাদি কথাৰপৰা আৰম্ভ কৰি "ণং হথে গেহ্নিঅ পসাদেহি-ণং" ( হাতত ধৰি তেওঁক সান্ত্বনা দিয়ক )

ৰজা। কাসৌ কাসৌ ?

( তেওঁ ক'ত, তেওঁ ক'ত আছে ? ) ইত্যাদি কথালৈকে।

**গৰ্ভ সন্ধিৰ অঙ্গ তেৰটা ঃ**

গৰ্ভ সন্ধিৰ অঙ্গ যেনে ঃ—(১) অভূতাহৰণ, (২) মৰ্ম্ম, (৩) ৰূপ (৪) উদাহৰণ, (৫) ক্ৰম (৬) সংগ্ৰহ (৭) অনুমান (৮) প্ৰাৰ্থনা, (৯) ক্ষিপ্তি, (১০) ত্ৰোটক ( বা তোটক ), (১১) অধিবল (১২) উদ্বেগ্ আৰু (১৩) বিদ্ৰৱ ; এই তেৰটা গৰ্ভসন্ধিৰ অঙ্গ। ৯৫

**অভূতাহৰণ ঃ**

এইবিলাকৰ ভিতৰত ছলযুক্ত কথাক অভূতাহৰণ বোলা হয়। ৯৬

উদাহৰণ বেণীসংহাৰ নাটকৰ অশ্বত্থামাঙ্কত ; যেনে—

অশ্বত্থামা হত ইতি পৃথাসুনুনা স্পষ্টমুক্তা
স্বৈৰং শেষে গজ ইতি পুনঃ ব্যাহৃতং সত্যৱাচা।

( সত্যবাদী কুন্তীপুত্ৰ যুধিষ্ঠিৰে 'প্ৰথমতে অশ্বত্থামা হত এইবুলি স্পষ্টভাবে কৈ পাছত হাতী বুলি লাহেকৈ কোৱাত, তাকে শুনি যুধিষ্ঠিৰ ৰজাৰ ওপৰত বিশ্বাস বশতঃ পুত্ৰবৎসল আচাৰ্য্যই অশ্বত্থামা বুলি ভাবি যুদ্ধক্ষেত্ৰত একেলগে চকুৰ লো আৰু অস্ত্ৰ পৰিত্যাগ কৰিলে। )

**মাৰ্গ ঃ**

প্ৰকৃত বিষয়ৰ প্ৰকাশক, আচল কথাক মাৰ্গ বোলা হয়। ৯৭

উদাহৰণ চণ্ডকৌশিক নাটকত ; যেনে—

ৰাজা। ভগৱন্!

গৃহ্যতামৰ্জ্জিতমিদং ভাৰ্য্যা-তনয়ৱিক্ৰয়াৎ।
শেষস্যাৰ্থে কৰিষ্যামি চণ্ডালেঽপ্যাত্মৱিক্ৰয়ম্ ॥

ৰজা। ভগাৱন্, পত্নী আৰু পুত্ৰক বিক্ৰি কৰি এইখিনি পালোঁ, তাকে আপুনি ল'ক, বাকীখিনিৰ কাৰণে মই চণ্ডালৰ ওচৰত হলেও নিজক বিক্ৰি কৰিম। )

**ৰূপ ঃ**

বিতৰ্ক, ভৱনা-চিন্তা যুক্ত বাক্যক ৰূপ বোলা হয়। ৯৮

উদাহৰণ ৰত্নাৱলী নাটিকাত ; যেনে—

ৰাজা। মনঃ প্ৰকৃত্যৈৱ চলং দুৰ্লক্ষ্যঞ্চ তথাপি মে
কামেনৈতৎ কথং বিদ্ধং সমং সৰ্ব্বৈঃ শিলীমুখৈঃ ॥

( ৰজা। মন স্বভাৱতে চঞ্চল আৰু লক্ষ্য কৰিব নোৱাৰা বস্তু। তথাপি কামদেৱে কেনেকৈ একেলগে সকলোবোৰ বাণেৰে মোৰ এই মন বিদ্ধিছে ? )।

**উদাহৰণ ঃ**

নিজৰ বা পৰৰ উৎকৰ্ষপ্ৰকাশক বাক্যৰ নাম উদাহৰণ।৯৯

বেণীসংহাৰ নাটকৰ অশ্বত্থামাঙ্কত ; যেনে—

যো যঃ শস্ত্ৰং বিভৰ্ত্তি স্বভুজগুৰুমদাৎ পাণ্ডবীনাং চমূনাং
যো যঃ পাঞ্চালগোত্ৰে শিশুৰধিকৰয়া গৰ্ভশয্যাং গতো বা।
যো যস্তৎকৰ্ম্মসাক্ষী চৰতি ময়ি ৰণে যশ্চ যশ্চ প্ৰতীপঃ
ক্ৰোধান্ধস্তস্যতস্য স্বয়মিহ জগতামন্তকস্যান্তকোঽহম্ ॥

(অশ্বত্থামা। পাণ্ডবসেনাৰ ভিতৰত যিবিলাকে নিজৰ বাহুবলৰ অতি দৰ্পত অস্ত্ৰধাৰণ কৰি যুঁজিবলৈ ৰৈ আছে, পাঞ্চাল ৰাজবংশত যিবিলাক বয়সস্থ শিশু বা ভবিষ্যতে জন্মিবলৈ গৰ্ভত থিত লৈ আছে, যি বিলাকে মোৰ পিতৃদেৱক হত্যা কৰা অপকৰ্ম্মত বাধা নিদি চাই আছিল নাইবা ৰণক্ষেত্ৰত শত্ৰুবিলাকক বধ কৰোঁতে যিবিলাকে মোৰ প্ৰতিকূলতা আচৰণ কৰিব, সেই সকলো লোকৰ, আন কি কালৰো সংহাৰকৰ্ত্তা মই অশ্বত্থামা ক্ৰোধান্ধ হৈ এই যুদ্ধক্ষেত্ৰত উপস্থিত হৈছোঁহি।)

[এই বাক্যত অশ্বত্থামাৰ নিজৰ উৎকৰ্ষ প্ৰকাশ হৈছে।]

**ক্ৰম ঃ**

ভাৱ অৰ্থাৎ পৰৰ মনোভাৱ বা ভৱিষ্যৎ কথাৰ
উপলব্ধিৰ নাম[১] ক্ৰম। ১০০

উদাহৰণ অভিজ্ঞান শকুন্তলনাটকত ; যেনে—

ৰাজা। স্থানে খলু বিস্মৃতনিমেষণ চক্ষুষা প্ৰিয়ামৱলোকয়ামি, তথাহি—

উন্নমিতৈকভ্ৰূলতমাননমস্যাঃ পদানি ৰচয়ন্ত্যাঃ।
পুলকাঞ্চিতেন কথয়তি ময়ানুৰাগং কপোলেন ॥

(ৰজা। মই অনিমেষ নয়নে প্ৰিয়াৰ ফালে চাই থকা উচিত হৈছে। কাৰণ, পদ ৰচনাত চিন্তামগ্ন হৈ থকা এই প্ৰিয়তমাৰ এফালৰ ভ্ৰূ ওপৰলৈ উঠি যোৱা ধুনীয়া মুখখনে, ৰোমাঞ্চিত হৈ উঠা গাল দুখনেৰে মোৰ প্ৰতি তেওঁৰ অনুৰাগ প্ৰকাশ কৰিছে।)

---

১ সাহিত্য দৰ্পণৰ টীকাকাৰ ৰামচৰণ তৰ্কবাগীশ আৰু কৃষ্ণমোহন শাস্ত্ৰীয়ে ইয়াত ভাৱ শব্দৰ অৰ্থ নায়ক-নায়িকাৰ স্বভাৱজ অলঙ্কাৰ স্বৰূপ প্ৰাথমিক চিত্তবিকাৰ বুলি ব্যাখ্যা কৰিছে।

**সংগ্ৰহ :**

সাম-দান আদিৰদ্বাৰা অভীষ্ট অৰ্থ লাভেই সংগ্ৰহ ॥১০১

উদাহৰণ ৰত্নাৱলী নাটিকাত ; যেনে—

ৰজা। বেছ প্ৰিয় বয়স্য, এই তোমাৰ পাৰিতোষিক ( এই বুলি সোণৰ গামখাৰুপাট দিয়ে )।

**অনুমান :**

কোনো হেতুবা বিশেষ লক্ষণৰদ্বাৰা. তাৰ সৈতে
যুক্ত কোনো বিষয়ৰ অনুমানৰ নাম অনুমান। ১০২

উদাহৰণ জনকীৰাঘৱ নাটকত, যেনে—

ৰামঃ। লীলাগতৈৰপি তৰঙ্গয়তো ধৰিত্ৰীম্
আলোকনৈৰ্নময়তো জগতাং শিৰাংসি।
তস্যানুমাপয়তি কাঞ্চনকান্তিগৌৰ-
কায়স্য সূৰ্য্যতয়নত্বমধৃষ্যতাঞ্চ ॥

( এওঁৰ লীলাগতিৰদ্বাৰা পৃথিৱী কঁপাইছে আৰু দৃষ্টিৰদ্বাৰা সমগ্ৰ জগদবাসীৰ মূৰ দোঁ খুৱাইছে। এওঁৰ গৌৰবৰ্ণ শৰীৰৰ কান্তি সোণৰ নিচিনা উজ্জ্বল। এইবোৰ লক্ষণৰদ্বাৰাই এওঁক সূৰ্য্যৰ পুত্ৰ আৰু সকলো প্ৰকাৰে অপৰাজেয় লোক বুলি অনুমান কৰিব পাৰি। )

**প্ৰাৰ্থনা :**

প্ৰেমমিলন, প্ৰহৰ্ষ ( অতিশয় আনন্দ ) আৰু উৎসৱৰ
( আমোদ-প্ৰমোদৰ ) আকাঙ্ক্ষাকে প্ৰাৰ্থনা বোলা
হয়। ১০৩

উদাহৰণ ৰত্নাৱলী নাটিকাত, যেনে—

ৰাজা। প্ৰিয়ে সাগৰিকে,

শীতাংশুমুখমুৎপলে তৱ দৃশৌ পদ্মানুকাৰৌ কৰৌ
ৰম্ভাস্তম্ভনিভং তথোৰুযুগলং বাহূ মৃণালোপমৌ।

ইত্যাহ্লাদকৰাখিলাঙ্গি ৰভসান্নিঃশঙ্কমালিঙ্গ্য মা-
মঙ্গানি ত্বমনঙ্গ-তাপবিধুৰাণ্যেহ্যেহি নির্ব্বাপয় ॥

( প্রিয়তমে, সাগৰিকে, তোমাৰ সকলো অঙ্গই আহ্লাদজনক, মুখখন সাক্ষাৎ চন্দ্র, চকু দুটা নীলোৎপল, হাত দুখন পদুমৰ তুল্য, উৰুযুগল কদলীস্তম্ভ সদৃশ আৰু বাহুযুগল মৃণালৰ দৰে। মোৰ সকলো অঙ্গ কামৰ তাপত সন্তপ্ত হৈ পৰিছে ; তুমি নিসঙ্কোচে মোৰ ওচৰলৈ আহা আৰু মোক আলিঙ্গন কৰি এই কামপীড়াৰ উপশম ঘটোৱা। )

এয়ে গর্ভসন্ধিৰ প্রার্থনা নামক অঙ্গ। প্রশস্তিও এই প্রার্থনাৰ ভিতৰতে পৰে ; যি সকল নাট্যাচার্য্যই প্রার্থনাতকৈ অতিৰিক্তভাৱে প্রশস্তিক নির্ব্বহণ সন্ধিৰ অঙ্গ বুলি স্বাকাৰ কৰা নাই, সেই সকলৰ মত অনুসৰিহে প্রার্থনাক গর্ভসন্ধিৰ অঙ্গ বুলি কোৱা হ'ল। নহলে, প্রার্থনা আৰু প্রশস্তি দুয়োটাকে সন্ধ্যঙ্গ বুলি মানিলে সন্ধ্যঙ্গৰ মুঠ সংখ্যা পয়ষষ্টি হব।

[ গতিকে প্রার্থনা স্বীকাৰ কৰা সকলে প্রশস্তিক অতিৰিক্ত সন্ধ্যঙ্গ বুলি স্বীকাৰ নকৰে।]

**ক্ষিপ্তি ঃ**

ৰহস্য ঘটনাৰ সূচনাকে ক্ষিপ্তি বোলা হয়। ১০৪

উদাহৰণ বেণীসংহাৰৰ অশ্বত্থামাঙ্কত ; যেনে—

একস্যৈৱ ৱিপাকোঽয়ং দাৰুণো ভুৱি বর্ত্ততে।
কেশগ্রহে দ্বিতীয়েঽস্মিন্ নূনং নিঃশেষিতাঃ প্রজাঃ ॥

( দ্রৌপদীৰ কেশাকর্ষণৰূপ এটা দুষ্কর্ম্মৰ ফলস্বৰূপেই পৃথিৱীত এইবোৰ দাৰুণ ঘটনা ঘটি আছে, এই দ্বিতীয় ( দ্রোণাচার্য্যৰ ) কেশাকর্ষণৰ ফলত বোধহয় সকলো প্রজা নিঃশেষে ধ্বংসপ্রাপ্ত হব। )

**ত্রোটক ( তোটক ) ঃ**

ক্রোধপ্রকাশক বাক্যক ত্রোট্‌ক বা তোটক বোলা হয়। ১০৫

উদাহৰণ চণ্ডকৌশিক নাটকত ; যেনে—

কৌশিকঃ। আঃ পুনঃ কথমদ্যাপি ন সম্ভৃতাঃ স্বৰ্ণদক্ষিণা।
( উঃ, আজিও তোমাৰ স্বৰ্ণদক্ষিণা সংগ্ৰহ নহল ?

**অধিবল :**

কোনো প্ৰকাৰ ছলেৰে কোনোবা লোকৰ অভিপ্ৰায় জানিবলৈ বিচৰাৰ নাম অধিবল ॥ ১০৬

উদাহৰণ ৰত্নাৱলী নাটিকাত ; যেনে—

কাঞ্চনমালা। ভট্টিণি, ইয়ং সা চিত্তসালিআ, তা জাব ৱসন্তঅস্‌স সণ্ণং কৰোমি ইত্যাদি।

( কাঞ্চনমালা। মহাৰাণী, এয়ে সেই চিত্ৰশালা। বাৰু, তেন্তে এতিয়া মই বসন্তক ইংগিত দিওঁ )—ইত্যাদি।

**উদ্বেগ :**

ৰজা আদিৰপৰা হোৱা ভয়ক উদ্বেগ বোলা হয়। ১০৭

উদাহৰণ বেণীসংহাৰ নাটকত ; যেনে—

প্ৰাপ্তাৱেকৰথাৰূঢ়ৌ পৃচ্ছন্তৌ ত্বামিতস্ততঃ।
স কৰ্ণাৰিঃ সচ ক্ৰূৰো ৱৃককৰ্ম্মা ৱৃকোদৰঃ ॥

( একেখন ৰথতে উঠি ইফালে সিফালে তোমাক বিচাৰি বিচাৰি সৌ কৰ্ণাৰি অৰ্জ্জুন আৰু সেই বাঘৰ দৰে শক্তিশালী ভীমসেন আহি পালেহি।)

**বিদ্ৰৱ :**

শঙ্কা ভয় নাইবা ত্ৰাসৰপৰা হোৱা চিত্ত ব্যাকুলতা বা লৰালৰি লগাৰ নাম বিদ্ৰৱ ॥ ১০৮

উদাহৰণ ; যেনে—

কালান্তককৰালাস্যং ক্ৰোধোদ্ধূতং দশাননম্।
ৱিলোক্য ৱানৰাণীকে সম্ভ্ৰমঃ কোঽপ্যজায়ত ॥

( ধ্বংসত কালৰ দৰে বিকট মুখ হৈ আগবাঢ়ি অহা দশাননক দেখি বান্দৰ সৈন্যৰ ভিতৰত লৰা-ঢপৰা লাগি পৰিল।)

**বিমৰ্শ সন্ধিৰ অঙ্গ নিৰূপণ ঃ**

এতিয়া বিমৰ্শ সন্ধিৰ অঙ্গৰ বিষয়ে কোৱা হৈছে ঃ (১) অপবাদ, (২) সংফেট, (৩) ব্যৱসায় (৪) দ্রৱ, (৫) দ্যুতি, (৬) শক্তি, (৭) প্ৰসঙ্গ, (৮) খেদ, (৯) প্ৰতিৰোধ, (১০) বিৰোধন, (১১) প্ৰৰোচনা, (১২) আদান আৰু (১৩) ছাদন—এই তেৰটা বিমৰ্শ সন্ধিৰ অঙ্গ। ১০৯

**অপবাদ ঃ**

দোষ কথনক অপবাদ বোলা হয়। ১১০

উদাহৰণ বেণীসংহাৰ নাটকত ; যেনে—

যুধিষ্ঠিৰ। পাঞ্চালক, কচিদাসদিতা তস্য দুৰাত্মনঃ কৌৰব্যাপসদস্য পদৱী ?

পাঞ্চালকঃ। ন কেৱলং পদৱী, স এৱ দুৰাত্মা দেৱীকেশপাশ-স্পৰ্শ-পাতকপ্ৰধানহেতুৰুপলব্ধঃ।

( যুধিষ্ঠিৰ। পাঞ্চালক, এই দুৰাত্মা কৌৰব দুৰ্য্যোধন ক'ত আছে কিবা ভু-ভা পালানে ?

পাঞ্চালক। অকল ভু-ভাই নহয়, মহাৰাণী দ্ৰৌপদীৰ কেশাকৰ্ষণ-ৰূপ পাপ কৰ্ম্মৰ প্ৰধান কাৰণ সেই দুৰাত্মাকে পোৱা গৈ'ছ। )

**সম্ফেট ঃ**

খঙেৰে কোৱা কথাক সম্ফেট বোলা হয়। ১১১

উদাহৰণ বেণীসংহাৰতে ; যেনে—

ৰাজা। অৰে অৰে মৰুত্তনয়, বৃদ্ধস্য ৰাজ্ঞঃ পুৰতো নিন্দিতমপি আত্মকৰ্ম্ম শ্লাঘসে। শৃণু ৰে,

কৃষ্টা কেশেষু ভাৰ্য্যা তৱ তৱ চ পশোস্তস্য ৰাজ্ঞস্তয়োৰ্বা
প্ৰত্যক্ষং ভূপতীনাং মম ভুৱনপতেৰাজ্ঞয়া দ্যূতদাসী।
তস্মিন্ বৈৰানুবন্ধে বদ কিমপকৃতং তৈৰ্হতা যে নৰেন্দ্ৰা
বাহ্বোৰ্ৱীৰ্য্যাতিভাৰদ্ৰৱিণগুৰুমদং মামজিত্বৈৱ দৰ্পঃ ॥

ভীমঃ। (সক্ৰোধম্) আঃ পাপ!

ৰাজা। আঃ পাপ! ইত্যাদি।

(দুৰ্য্যোধন। হেৰ অধম বায়ুপুত্ৰ, এই বৃদ্ধ ৰজা জনৰ আগতো তোৰ নিজৰ কুকৰ্ম্মৰ গৰ্ব্ব কৰিছ? হেৰ শুন, এই পৃথিৱীৰ অধিপতি মই, মোৰ হুকুম মতেই ৰজাসকলৰ সাক্ষাতে ৰাজ-সভাত পশুতুল্য তোৰ, অকল তোৰেই নহয়, তইঁত দুয়োৰে (ভীম অৰ্জ্জুন) সেই ৰজাৰ (যুধিষ্ঠিৰ) আৰু তইঁতৰ কনিষ্ঠ দুজনৰো (নকুল সহদেব) আগতে তোৰ ভাৰ্য্যাক দ্যূতদাসী (পাশাখেলত জিকা দাসী) ৰূপে চুলিত ধৰি টানি লৈ ফুৰোৱা হৈছিল। যিসকল ৰজাক এই যুদ্ধত মাৰিলি, সেই সকলে তইঁতৰ আৰু আমাৰ ভিতৰত হোৱা সেই শত্ৰুতাত তইঁতৰ কি অপকাৰ কৰিছিল, কচোন। এতিয়াও মই এই বাহুযুগলত গুৰুতৰ বলৰ বোজা লৈ গৰ্ব্ব কৰি আছোঁ—মোক নিজিনাকৈয়ে তই আকৌ গৰ্ব্ব কৰিছ?

ভীম। খঙেৰে উঃ পাপী!

দুৰ্য্যোধন। খঙেৰে—উঃ পাপী! ইত্যাদি।

**ব্যৱসায়ঃ**

প্ৰতিজ্ঞাত কাৰ্য্যৰ লগত তাৰ হেতুৰ যোজনাক
অৰ্থাৎ প্ৰতিজ্ঞাত কাৰ্য্যসিদ্ধিকে ব্যৱসায় বুলি কোৱা
হয়। ১১২

উদাহৰণ বেণীসংহাৰ নাটকতে; যেনে—

ভীমঃ। নিহতাশেষকৌৰব্যঃ ক্ষীবো দুঃশাসনাসৃজা।
ভঙ্‌ক্তা দুৰ্য্যোধনস্যোৰ্ব্বোৰ্ভীমোঽয়ং শিৰসানতঃ ॥

(ভীম। কৌৰৱ বংশক নিঃশেষে বিনাশ কৰোঁতা দুঃশাসনৰ ৰক্তপান কৰি মত্ত হোৱা আৰু দুৰ্য্যোধনৰ উৰু-যুগল ভাঙোতা এই ভীমসেনে মূৰ দোঁৱাই আপোনাক প্ৰণাম কৰিছেহি।)

**দ্ৰৱঃ**

শোক বা খঙৰ আবেগত পূজ্য লোকৰ প্ৰতি
কৰিবলগীয়া সদাচাৰৰ ব্যতিক্ৰমক দ্ৰৱ বোলা হয়॥ ১১৩

উদাহৰণ বেণীসংহাৰতে ; যেনে—

যুধিষ্ঠিৰঃ। ভগৱন্! কৃষ্ণাগ্রজ! সুভদ্ৰাভ্ৰাতঃ!
জ্ঞাতিপ্ৰীতিৰ্মনসি ন কৃতা ক্ষত্ৰিয়াণাং ন ধৰ্ম্মো
ৰূঢ়ং সখ্যং তদপি গণিতং নানুজস্যাৰ্জ্জুনেন।
তুল্যঃ কামং ভৱতু ভৱতঃ শিষ্যয়োঃ স্নেহবন্ধঃ
কোঽয়ং পন্থা যদসি ৱিমুখো মন্দভাগ্যে ময়ি ত্বম্ ॥

(যুধিষ্ঠিৰ। হে ভগৱন্, আপুনি শ্ৰীকৃষ্ণৰো জ্যেষ্ঠ, সুভদ্ৰাৰ ককায়েক. (গতিকে আমাৰ আত্মীয়) আপুনি বন্ধু বান্ধৱৰ প্ৰীতিৰ কথা ভবা নাই, ক্ষত্ৰিয়ৰ ধৰ্ম্মৰ পিনেও মনোযোগ দিয়া নাই আৰু অৰ্জ্জুনৰ লগত আপোনাৰ কনিষ্ঠ শ্ৰীকৃষ্ণৰ প্ৰগাঢ় মিত্ৰতাৰ কথাও চিন্তা কৰা নাই। দুৰ্য্যোধন আৰু ভীম দুয়োজনেই আপোনাৰ শিষ্য, দুয়োজনৰ প্ৰতি আপোনাৰ স্নেহবন্ধন সমান হব লাগে। তথাপি এইটো কেনে কথা আপুনি ভাগ্যহীন মোৰ প্ৰতি বিমুখ হৈ পৰিছে?)

**দ্যুতি ঃ**

কোনো লোকক তৰ্জ্জন-গৰ্জ্জন বা ভয় খুওৱাৰ নাম দ্যুতি। ১১৪

উদাহৰণ বেণীসংহাৰতে ; যেনে—

জন্মেন্দোৰ্ৱিমলে কুলে ব্যপদিশস্যদ্যাপি ধৎসে গদাং
মাং দুঃশাসনকোষ্ণশোণিতমধুক্ষীবং বিপুং মন্যসে।
দৰ্পান্ধো মধুকৈটভদ্বিষি হৰাৱপ্যুদ্ধতং চেষ্টসে
ত্ৰাসান্মে নৃ-পশো ৱিহায় সমৰং পঙ্কেঽধুনা লীয়সে ॥

(দুৰ্য্যোধনৰ প্ৰতি ভীমৰ উক্তি—হেৰ নৰপশু দুৰ্য্যোধন, তোৰ জন্ম নিৰ্ম্মল চন্দ্ৰবংশত, এতিয়াও তোৰ হাতত গদা আছে। দুঃশাসনৰ তপত তেজ পান কৰি মত্ত হৈ থকা, মোক এতিয়াও তই শত্ৰু বুলি ভাবি আছ, এতিয়াও তই মধুকৈটভাৰি শ্ৰীকৃষ্ণৰ প্ৰতি উদ্ধত আচৰণ কৰি আছ। ইফালে মোৰ ভয়ত যুদ্ধ পৰিত্যাগ কৰি এতিয়া হ্ৰদৰ বোকাৰ মাজত লুকাইছ গৈ?)

**শক্তি ঃ**

বিৰোধৰ উপশম কৰাকে শক্তি বোলা হয়। ১১৫

উদাহৰণ বেণীসংহাৰতে ; যেনে—

কুর্ব্বন্ত্বাপ্তা হতানাং ৰণশিৰসি জনা ভস্মসাৎ দেহভাৰান্
অশ্রুন্মিশ্রং কথঞ্চিদ্দহতু জলমমী বান্ধৱা বান্ধৱেভ্যঃ।
মার্গন্তাং জ্ঞাতিদেহান্ হতনগৰগহনে খণ্ডিতান্ গৃধ্রকঙ্কৈঃ
অস্তং ভাস্বান্ প্রয়াতঃ সহ ৰিপুভিৰয়ং সংহ্রিয়ন্তাং বলানি ॥

(এতিয়া যুদ্ধৰ অৱসান হলত আত্মীয়-স্বজনসকলে যুদ্ধত নিহত লোকবিলাকৰ দেহবোৰ পুৰি ছাই কৰি পেলাওক, এই বন্ধু-বান্ধৱবিলাকে মৃত বন্ধু-বান্ধৱৰ উদ্দেশ্যে চকুৰ পানী মিশ্রিত পানীৰে তর্পণ কৰক, ইষ্ট-মিত্রবিলাকে মানুহৰ মৰা শ'ৰ মাজত গৈ, কাউৰীশগুণে ছিন্নভিন্ন কৰি পেলোৱা, বন্ধু-বান্ধৱৰ মৰা শবোৰ বিচাৰি উলিয়াওক, শত্রুবিলাকৰ লগে লগে ভগৱান সূর্য্যদেৱো অস্ত যাব ধৰিছে, এতিয়া যুঁজাৰু সেনাবিলাকে যুদ্ধৰপৰা অৱসৰ লওক।)

**প্রসঙ্গ ঃ**

পূজ্য গুৰুজনৰ গুণকীর্ত্তনক প্রসঙ্গ বোলা হয় ॥ ১১৬

উদাহৰণ মৃচ্ছকটিক নাটকত ; যেনে—

চণ্ডালকঃ। এসো কৃখু সাগলদত্তস্স সুদো অজ্জ বিস্স দত্তস্স ণত্তিও চালুদত্তো বাবাদিতুং বজ্ঝঠ্ঠাণং নিজ্জই। এদেন কিল গণিআ বসন্তসেনা সুঅণ্ণ লোহেণ বাবাদিদত্তি।

চাৰু দত্ত ঃ।

মখশতপৰিপূতং গোত্রমুদ্ভাসিতং যৎ
সদসি নিবিড়চৈত্যব্রহ্মঘোষৈঃ পুৰস্তাৎ।
মম নিধনদশায়াং ৱর্ত্তমানস্য পাপৈ
স্তদসদৃশমনুষ্যৈর্ঘুষ্যতে ঘোষণায়াম্ ॥

(চাণ্ডাল। এওঁ হৈছে আর্য্য বিশ্বদত্তৰ নাতিয়েক সাগৰদত্তৰ পুত্র, চাৰুদত্ত। এওঁক প্রাণদণ্ড দিবৰ বাবে বধ্যভূমিলৈ অনা হৈছে। এওঁ সোণৰ লোভত বসন্তসেনা নামৰ গণিকাক হত্যা কৰিছিল।

চাৰুদত্ত। (উদাসভাৱে স্বগত) শত শত যজ্ঞানুষ্ঠানৰদ্বাৰা পৰম পবিত্র মোৰ সেই বংশ, যাৰ খ্যাতি আগেয়ে মন্দিৰ আৰু চৈত্যবিলাকত হোৱা বেদধ্বনিৰ

যোগেদি সাধু সমাজত প্ৰচাৰিত হৈছিল। কিন্তু এতিয়া মোৰ মৰণৰ সময়ত এই নীচ চাণ্ডালে মোৰ অপৰাধৰ ঘোষণাৰ লগে লগে সেই বংশৰ কথাও ঘোষণা কৰাত মোৰ পবিত্ৰ বংশ কলঙ্কিত হৈ পৰিছে।)

ইয়াৰদ্বাৰা চাৰুদত্তৰ বধৰ ঘোষণাৰ সমৰ্থন প্ৰসঙ্গত্ তেওঁৰ গুৰুজন, পিতৃপুৰুষৰ কীৰ্ত্তন কৰা হৈছে, গতিকে ই প্ৰসঙ্গ নামৰ বিমৰ্শাঙ্গ।

**খেদ ঃ**

মন বা শৰীৰৰ শোক আদি ৰূপ অৱসাদক খেদ বোলা হয়। ১১৭

মনৰ অৱসাদৰূপ খেদৰ উদাহৰণ মালতী মাধৱ নাটকত ; যেনে—

দলতি হৃদয়ং গাঢ়োদ্বেগো দ্বিধা নতু ভিদ্যতে
ৱহতি ৱিকলঃ কায়ো মোহং ন মুঞ্চতি চেতনাম্।
জ্বলয়তি তনুমন্তৰ্দাহঃ কৰোতি ন ভস্মসাৎ
প্ৰহৰতি বিধিৰ্মৰ্ম্মচ্ছেদী ন কৃন্ততি জীৱিতম ॥

(প্ৰিয়া মালতীৰ বিৰহৰপৰা হোৱা গভীৰ শোকাবেগে মোৰ হৃদয় মোহাৰি পেলাইছে, তথাপি হৃদয়খন দুফাল হৈ ফাটি যোৱা নাই। দেহাটোৱে বিকল হৈ মূৰ্চ্ছা যাব লাগিছে, কিন্তু চৈতন্য হেৰোৱা নাই। অন্তৰৰ জ্বালাই দেহাটো পুৰিব লাগিছে—অথচ ভস্মসাৎ কৰি পেলোৱা নাই। মৰ্ম্মভেদী দুৰ্ভাগ্যই অনবৰত আঘাত কৰিব লাগিছে, কিন্তু জীৱনটো দেহৰপৰা উলিয়াই নিয়া নাই।)

এইদৰে চেষ্টাসমুৎপন্ন খেদৰ উদাহৰণ পাঠকে নিজে বিচাৰি লব পাৰিব।

**প্ৰতিষেধ ঃ**

অভীষ্ট অৰ্থৰ প্ৰাপ্তিত বাধা পৰাকে প্ৰতিষেধ বুলি কোৱা হয়॥১১৮

উদাহৰণ মোৰ ৰচিত প্ৰভাৱতী নাটিকাত ; যেনে—বিদূষকৰ প্ৰতি প্ৰদ্যুম্ন।

প্ৰদ্যুম্নঃ। সখে কথমিহ ত্বমেকাকী ৱৰ্ত্তসে ?
কন্নু প্ৰিয় সখীজনানুগম্যমানা প্ৰিয়তমা মে প্ৰভাৱতী ?

বিদূষকঃ। অসুৰ বইণা আ আৰিঅ কহিং বি নীদা।

প্ৰদ্যুম্নঃ। (দীৰ্ঘং নিশ্বস্য)

হা পূৰ্ণচন্দ্ৰমুখি মত্তচকোৰনেত্ৰে
মামানতাঙ্গি পৰিহায় কুতো গতাসি।
গচ্ছ ত্বমদ্য নন্থ জীৱিত তূৰ্ণমেৱ
দৈৱং কদৰ্থনপৰ কৃতকৃত্যমস্তু ॥

(সখি, তুমি ইয়াত কিয় অকলে আছা? সখীয়েকসকলেৰে সৈতে লগ লাগি থকা মোৰ প্ৰিয়তমা প্ৰভাৱতী নো ক'ত?

বিদূষক। অসুৰৰাজে কৰবালৈ মাতি নিছে।

প্ৰদ্যুম্ন। (দীঘল হুমুনিয়াহ কাঢ়ি) হায়, পূৰ্ণচন্দ্ৰমুখী! হায় মত্তচকোৰাক্ষী! আনতাঙ্গী, মোক এৰি তুমি কলৈ গলা? হেৰ জীৱন, এতিয়া তয়ো সোনকালে যা, মোক উৎপীড়ন কৰোঁতা দুৰ্দ্দৈবৰে কাৰ্য্য সিদ্ধি হওক।)

সম্পন্ন হবলগীয়া কৰ্ত্তব্য কৰ্ম্মত বিঘিনি ঘটোৱাৰ
নাম বিৰোধন। ১১৯ ॥

উদাহৰণ বেণীসংহাৰ নাটকত; যেনে—

যুধিষ্ঠিৰঃ। তীৰ্ণে ভীষ্মমহোদধৌ কথমপি দ্ৰোণানলে নিৰ্বৃতে
কৰ্ণাশীৱিষভোগিনি প্ৰশমিতে শল্যে চ যাতে দিৱম্।
ভীমেন প্ৰিয়সাহসেন ৰভসাদল্পাৱশেষে জয়ে
সৰ্ব্বে জীৱিতসংশয়ং ৱয়মমী ৱাচা সমাৰোপিতঃ ॥

(যুধিষ্ঠিৰ। ভীষ্মৰূপ মহাসাগৰখন কোনোমতে পাৰ হলোঁ, দ্ৰোণৰূপ অগ্নিও নিৰ্ব্বাপিত হল, কৰ্ণৰূপ বিষধৰ সাপো শাণ্ড হল আৰু শল্যৰাজো স্বৰ্গগামী হ'ল; কিন্তু জয়লাভৰ অলপ বাকী থাকোঁতে দুঃসাহসিক কৰ্ম্মৰসিক ভীমসেনে হঠাৎ [ দুৰ্য্যোধন বধৰ প্ৰতিজ্ঞা কৰি ] মুখৰ কথাৰে আমাৰ সকলোৰে প্ৰাণ সংশয়গ্ৰস্ত কৰি পেলালে।)

**প্ৰৰোচনা ঃ**

অভীষ্ট কাৰ্য্য সম্পন্ন হোৱা বুলি প্ৰতিপন্ন কৰাকে
প্ৰৰোচনা বোলা হয়। ১২০

উদাহৰণ বেণীসংহাৰতে ; যেনে—

পাঞ্চালকঃ। "অহং দেৱেন চক্ৰপাণিনা সহিতঃ"
ইত্যুপক্ৰম্য, কৃতং সন্দেহেন—
পূৰ্য্যন্তাং সলিলেন ৰত্নকলশা ৰাজ্যাভিষেকায় তে
কৃষ্ণাত্যন্তচিৰোজ্ঝিতে তু কবৰীবন্ধে কৰোতু ক্ষণম্ ।
ৰামে শাতকুঠাৰভাস্বৰকৰে ক্ষত্ৰদ্ৰুমোচ্ছেদিনি
ক্ৰোধান্ধে চ বৃকোদৰে পৰিপত্যাজৌ কুতঃ সংশয়ঃ ॥"

(পাঞ্চালক। "মই, ভগৱান চক্ৰপাণি শ্ৰীকৃষ্ণৰ সৈতে" ইত্যাদি কথাৰপৰা এতিয়া আৰু বিজয় লাভত সন্দেহ কৰাৰ কথা নাই, এতিয়া পাণ্ডৱসকলে যুধিষ্ঠিৰৰ ৰাজ্যভিষেকৰ কাৰণে ৰত্নৰ কলহত পনী ভৰাই লওক, দ্ৰৌপদীয়ে বহুদিন ধৰি নবন্ধাকৈ ৰখা চুলিৰ খোপা বন্ধাৰ আয়োজন কৰক। তীক্ষ্ণ কুঠাৰেৰে হাত সুশোভিত কৰি ক্ষত্ৰিয়ৰূপ গছৰ উচ্ছেদ সাধন কৰোঁতা ৰাম আৰু ক্ৰোধান্ধ বৃকোদৰ যুদ্ধত জপিয়াই পৰিছে যেতিয়া বিজয় লাভত আৰু কি সন্দেহ আছে ?)

**আদান ঃ**

কাৰ্য্যসংগ্ৰহ অৰ্থাৎ মুখ্য ফল দৰ্শনক আদান বোলা হয়। ১২১

উদাহৰণ বেণীসংহাৰতে ; যেনে—

ভীমঃ। ভো ভো সমন্তপঞ্চকচাৰিণঃ !
নাহং ৰক্ষো ন ভূতো ৰিপুৰুধিৰজলাহ্লাদিতাঙ্গঃ প্ৰকামং
নিস্তীৰ্ণোৰুপ্ৰতিজ্ঞাজলনিধিগহনঃ ক্ৰোধনঃ ক্ষত্ৰিয়োঽস্মি ।
ভো ভো ৰাজন্যবীৰাঃ ! সমৰশিখিশিখাভুক্তশেষাঃ কৃতং ৱঃ
ত্ৰাসেনানেন লীনৈৰ্হতকৰিতুৰগান্তৰ্হিতৈৰাস্যতে যৎ ॥

(ভীম। হে সামন্ত পঞ্চকৰ ৰণক্ষেত্ৰত বিচৰণ কৰোঁতাসকল, মই ৰাক্ষস নহয়, ভূতো নহয় যিজনে শত্ৰুৰ তেজেৰে ইচ্ছামতে গা ধুই পৰম আহ্লাদ লাভ কৰিছে আৰু নিজৰ প্ৰতিজ্ঞাৰূপ ভয়ঙ্কৰ অপাৰ সমুদ্ৰ পাৰ হ'ব পাৰিছে, মই সেই ক্ৰুদ্ধ ক্ষত্ৰিয়। হে ক্ষত্ৰিয় বীৰসকল, হে সমৰানলৰ শিখাত পুৰি শেষ হৈ বাকী ৰোৱা সৈনিকসকল, তোমালোকে মোৰ ভয়ত গৈ হাতী ঘোঁৰাৰ মৰা শৰ মাজত লুকাব ধৰিছা, কিন্তু এনেকৈ ভয় কৰাৰ কোনো কাৰণ নাই)

এই কথাৰদ্বাৰা শত্রু বধৰূপ সকলোখিনি কাৰ্য্য সম্পন্ন হোৱা বুলি দেখুওৱা হৈছে। গতিকে ই বিমৰ্শ সন্ধিৰ আদান নামক অঙ্গৰ উদাহৰণ।

অঙ্গ ছাদন ঃ

কাৰ্য্যসিদ্ধিৰ অৰ্থে যে অপমান আদিকো সহ্য কৰি থকা হয়, সেই সহনৰ নাম ছাদন। ১২২

উদাহৰণ বেণীসংহাৰ নাটকতে ; যেনে—

অৰ্জ্জুনঃ। আৰ্য্য !

অপ্রিয়াণি কৰোত্বেষ ৱাচা শক্তো ন কৰ্ম্মণা
হতভ্ৰাতৃশতো দুঃখী প্ৰলাপৈৰস্য কা ৱ্যথা

( অৰ্জ্জুন। আৰ্য্য, ইয়াত খং কৰিলে কি হব? শান্ত হোৱা। এই দুৰ্য্যোধনে কামত একো কৰিব নোৱাৰে, কথাৰে আমাৰ প্ৰতি যি অপ্ৰিয় আচৰণ কৰে, কৰক বাৰু। এশ ভায়েক যুদ্ধত নিহত হোৱাৰ কাৰণে সি শোকত ব্যাকুল হৈ পৰিছে। তাৰ প্ৰলাপত আমাৰ পক্ষে দুখিত হবৰ কি আছে? )

**নিৰ্ব্বহণ সন্ধিৰ অঙ্গ চৈধ্যটা ঃ**

এতিয়া নিৰ্ব্বহণ সন্ধিৰ অঙ্গ নিৰূপণ কৰা হৈছে।

(১) সন্ধি (২) বিবোধ (৩) গ্ৰথন (৪) নিৰ্ণয় (৫) পৰিভাষণ (৬) কৃতি (৭) প্ৰসাদ (৮) আনন্দ (৯) সময় (১০) উপগূহন (১১) ভাষণ (১২) পূৰ্ব্ববাক্য (১৩) কাব্য সংহাৰ আৰু (১৪) প্ৰশস্তি।
এই চৈধ্যপ্ৰকাৰ নিৰ্ব্বহণ বা উপসংহাৰ সন্ধিৰ অঙ্গৰ নাম কোৱা হ'ল। ১২৩

### (১) সন্ধি ঃ

মুখ সন্ধিত সংক্ষেপে উল্লিখিত বীজৰূপ ইতিবৃত্তৰ নিৰ্ব্বহণ সন্ধিত পুনৰ উপস্থানকে সন্ধি বোলা হয়। ১২৪

উদাহৰণ বেণীসংহাৰত ; যেনে—

"ভীমঃ। চঞ্চদ্‌ভুজভ্ৰমিতগদাভিঘাতঃ···ইত্যাদি"

( ভীম। হে যজ্ঞবেদীসম্ভৱা দ্ৰৌপদী, তোমাৰ মনত আছেনে মই যে কৈছিলোঁ।
"ক্ষিপ্ৰ গতিৰে চলমান হাতেৰে ঘূৰোৱা গদাৰ আঘাতত·· )

এই কথাৰদ্বাৰা মুখসন্ধিত নিক্ষিপ্ত বীজাৰ্থৰ পুনঃ অনুসন্ধান কৰা হৈছে, গতিকে ই নিৰ্ব্বহণ সন্ধিৰ সন্ধি নামৰ অঙ্গ হৈছে।

### (২) বিবোধ ঃ

কৰ্ত্তব্য কাৰ্য্যৰ অনুসন্ধানক বিবোধ বোলা হয। ১২৫

উদাহৰণ সেই বেণীসংহাৰতে ; যেনে—

ভীমঃ। মুঞ্চতু মামাযঃ ক্ষণমেকম্।

যুধিষ্ঠিৰঃ। কিমপৰমৱশিষ্টম্ ?

ভীমঃ। সুমহদৱশিষ্টম্। সংযমামি তাৱদনেন সুযোধনশোণিতোক্ষিতেন পাণিনা পাঞ্চাল্যাঃ দুঃশাসনাৱকৃষ্টং কেশহস্তম্।

যুধিষ্ঠিৰঃ। গচ্ছতু ভৱান্। অনুভৱতু তপস্বিনী ৱেণীসংহাৰম্।

( ভীম। আৰ্য্য, আপুনি অলপ সময়ৰ কাৰণে মোক যাবলৈ দিয়ক।

যুধিষ্ঠিৰ। আৰু নেকি বাকী ৰল ?

ভীম। এতিয়াও বহুত বাকী আছে, এতিয়া দুৰ্য্যোধনৰ তেজসনা এই হাতেৰে তাহানি দুঃশাসনে টনাত সুলকি যোৱা দ্ৰৌপদীৰ চুলিৰ খোপা বান্ধি দিওঁগৈ।

যুধিষ্ঠিৰ। বাৰু, তুমি যোৱাঁ, বেচেৰী দ্ৰৌপদীয়ে চুলিৰ খোপা বন্ধাৰ সুখ অনুভৱ কৰক। )

এই কথাৰদ্বাৰা কেশ-সংযমনৰূপ মুখ্য কাৰ্য্যৰ অন্বেষণ কৰা হেতুকে ই বিবোধৰ উদাহৰণ হৈছে।

(৩) **গ্ৰথন ঃ**

যাৰদ্বাৰা কাৰ্য্যৰ উপন্যাস বা উপস্থাপন কৰা হয় তাক গ্ৰথন বোলে। ১২৬

উদাহৰণ বেণীসংহাৰতে ; যেনে—

ভীমঃ। পাঞ্চালি ! ন খলু ময়ি জীৱতি সংহৰ্ত্তৱ্যা
দুঃশাসনৱিলুলিতা ৱেণিৰাত্মপাণিভ্যাম্।
তিষ্ঠ, স্বয়মেৱাহং সংহৰামি।

( ভীম। পাঞ্চালী, মই জীয়াই থাকোঁতে তুমি দুঃশাসনে সোলোকোৱা চুলিৰ খোপা নিজ হাতেৰে বান্ধিব নেলাগে। ৰ'বা, মই নিজেই বান্ধি দিওঁ। )

ইয়াৰদ্বাৰা মুখ্য কাৰ্য্যৰ উপস্থাপন কৰা হেতুকে ই গ্ৰথন নামক নিৰ্ব্বহণাঙ্গ হৈছে।

(8) **নিৰ্ণয় ঃ**

অনুভূত অৰ্থৰ কথনক নিৰ্ণয় বোলা হয়। ১২৭
উদাহৰণ সেই বেণীসংহাৰ নাটকতে ; যেনে—

ভীমঃ। দেৱ অজাতশত্ৰো ! অদ্যাপি দুৰ্য্যোধনহতকঃ ?
ময়াহি তস্য দুৰাত্মনঃ —

ভূমৌ ক্ষিপ্তং শৰীৰং নিহিতমিদমসৃক্ চন্দনাভং নিজাঙ্গে
লক্ষ্মীৰাৰ্য্যে নিষিক্তা চতুৰুদধিপয়ঃ সীময়া সাৰ্দ্ধমূৰ্ব্ব্যা।
ভৃত্যাঃ মিত্ৰাণি যোধাঃ কুৰুকুলমনুজা দগ্ধমেতদ্ৰণাগ্নৌ
নামৈকং যদ্‌ব্ৰবীষি ক্ষিতিপ তদধুনা ধাৰ্ত্তৰাষ্ট্ৰস্য শেষম্ ॥

( ভীম। হে পূজনীয় মহাৰাজ অজাতশত্ৰু, এতিয়াও এই নীচমতি দুৰ্য্যোধন জীয়াই আছেনে ? মই সেই দুৰাত্মাৰ শৰীৰ ক্ষিপ্ৰভাৱে মাটিত বগৰাই দিছোঁ, ৰক্তচন্দনৰ নিচিনা তাৰ তেজেৰে মোৰ গা ৰঙা হৈ গৈছে। চাৰি সমুদ্ৰেৰে আগুৰি থকা এই সমগ্ৰ পৃথিৱীৰে সৈতে বিজয়লক্ষ্মী এতিয়া আপোনাৰ হস্তগত

হৈছে। কুৰুকুল, তেওঁবিলাকৰ ভৃত্যবৰ্গ, ইষ্ট-মিত্ৰসকল আৰু যুঁজাৰু সৈনিকবিলাক—এই সকলো মানুহ এই ৰণাগ্নিত পুৰি ছাই হ'ল, নামমাত্ৰ অৱশেষ আছে। )

(৫) ·পৰিভাষণ ঃ

নিন্দাসূচক বাক্যক পৰিভাষণ বোলা হয়। ১২৮

উদাহৰণ অভিজ্ঞান-শকুন্তল নাটকত ; যেনে—

ৰাজা। আৰ্য্যে, অথ সা তত্ৰভৱতী কিমাখ্যস্য ৰাজৰ্ষেঃ পত্নী ?
তাপসী। কো তস্স ধম্মদাৰপৰিচ্চাইণো ণামং গেণ্হিস্সদি।

( ৰজা। আই, আপুনি এওঁক যাৰ পত্নী বুলি কব খোজে, সেই ৰাজৰ্ষিজনৰ নাম কি ?

তাপসী। ধৰ্ম্মপত্নীক পৰিত্যাগ কৰা সেই পাপীৰ নাম কোনে লব ? )

(৬) কৃতি ঃ

উপলব্ধ আভীষ্ট অৰ্থৰদ্বাৰা হোৱা চিত্ত প্ৰশান্তিৰ নাম কৃতি ॥ ১২৯

উদাহৰণ বেণীসংহাৰ নাটকত , যেনে—

কৃষ্ণঃ। এতে ভগৱন্তো-ব্যাসবাল্মীকিপ্ৰভৃতয়োঽভিষেকং ধাৰয়ন্ত-স্তিষ্ঠন্তি ইতি

( শ্ৰীকৃষ্ণ। ভগৱান ব্যাস বাল্মীকি আদি মহৰ্ষিসকলে অভিষেকৰ কাৰণে আপোনাৰ অপেক্ষা কৰি আছে। )

ইয়াত ৰাজ্যপ্ৰাপ্তিৰ পাচত অভিষেক মঙ্গলৰদ্বাৰা চিত্তৰ শান্তি প্ৰকাশ কৰা হৈছে, গতিকে ই কৃতিৰ উদাহৰণ।

(৭) প্ৰসাদ ঃ

সেৱা-শুশ্ৰূষা আদিক প্ৰসাদ বোলা হয়। ১৩০

উদাহৰণ বেণীসংহাৰ নাটকতে ; যেনে—

ভীমে কৰা দ্ৰৌপদীৰ কেশবন্ধনৰূপ কাৰ্য্য।

(৮) **আনন্দ ঃ**

বাঞ্ছিত বস্তুৰ লাভক আনন্দ বোলা হয়। ১৩১

উদাহৰণ সেই বেণীসংহাৰতে ; যেনে—

দ্রৌপদী। ৱিসুমৰিদং এদং বাবাৰং ণাধস্স পসাদেন পুণোবি সিক্খিসসম্ !
(দ্রৌপদী। মই এই চুলিবন্ধা কাম পাহৰিয়ে গৈছো, এতিয়া নাথৰ অনুগ্ৰহত আকৌ শিকিম।)

(৯) **সময় ঃ**

দুঃখৰ অৱসানৰ নাম সময়। ১৩২

উদাহৰণ চন্দ্ৰাৱলী নাটিকাত ; যেনে—

বাসৱদত্তা। (ৰত্নাৱলীক সাৱটি ধৰি) আশ্বস্ত হোৱা ভনীটি আশ্বস্ত হোৱাঁ।

(১০) **উপগূহন ঃ**

বিস্ময় ভাৱৰ প্ৰাপ্তিক (আচৰিত হৈ উঠাক) উপগূহন বোলা হয়। ১৩৩

উদাহৰণ, মোৰ ৰচিত প্ৰভাৱতী নাটকত—

প্ৰদ্যুম্নঃ

দধদ্বিদ্যুল্লেখামিৱ কুসুমমালাং পৰিমল-
ভ্ৰমদ্ভৃঙ্গ-শ্ৰেণী-ধ্বনিভিৰুপগীতাং তত ইতঃ।
দিগন্তং জ্যোতিভিস্তুহিন-কৰগৌৰৈৰ্ধৱলয়
ন্নিতঃ কৈলাসাদ্ৰিঃ পততি ৱিয়তঃ পুনৰিদম্ ॥

প্ৰদ্যুম্ন। [ওপৰেদি অহা নাৰদক দেখি ওপৰৰ পিনে চাই] এইটো কি ? সৌৰভৰ লোভত উৰি ফুৰা ভোমোৰাৰ গুণ গুণনিৰে মুখৰিত, চিকমিক বিজুলীৰ দৰে উজ্জ্বল, ফুলৰ মালা পিন্ধি চন্দ্ৰৰ নিচিনা ধৱল জ্যোতিৰে দিগন্ত আলোকিত কৰি ইপিনে সিপিনে অহা-যোৱা কৰিছে ? আকাশৰপৰা কৈলাস পৰ্ব্বতখন পৰিব ধৰিছেনে কি ?)

**(১১) ভাষণ ঃ**

সান্ত্বনাজনক বা হিতকাৰক প্ৰিয়বাক্যক ভাষণ বোলা হয। ১৩৪

উদাহৰণ চন্দ্ৰকৌশিক নাটকত , যেনে—

ধৰ্ম্ম। তেন্তে আহাঁ, ধৰ্ম্মলোকত বাস কৰাহি।

**(১২) পূৰ্ব্ববাক্য ঃ**

আগেয়ে উপস্থিত কৰা বিষয বা বচনৰ পুনঃ উপস্থাপনক পূৰ্ব্ববাক্য বোলা হয। ১৩৫

উদাহৰণ বেণীসংহাৰ নাটকত ; যেনে—

ভীমঃ। বুদ্ধিমতিকে, ক সা ভানুমতী, পৰিভৱতু সম্প্ৰতি পাণ্ডৱদাৰান্।

( ভীম। বুদ্ধিমতিকা, এতিয়া ক'ত সেই ভানুমতী ? এতিয়া বাৰু পাণ্ডৱ পত্নীক অপমান কৰবাহ। )

**(১৩) কাব্যসংহাৰ ঃ**

যাৰদ্বাৰা বৰদানৰ সম্প্ৰাপ্তি অৰ্থাৎ ইচ্ছা বা অৱসৰ প্ৰকাশ কৰা হয, তাক কাব্য সংহাৰ বোলে। ১৩৬

উদাহৰণ সকলো নাটকতে ; যেনে—"আৰু তোমাৰ কি উপকাৰ কৰিব পাৰোঁ ?"—ইত্যাদি।

**(১৪) প্ৰশস্তি ঃ**

ৰজা বা দেশ আদিৰ শান্তি অৰ্থাৎ মঙ্গল প্ৰাৰ্থনা কৰাৰ ( আশীৰ্ব্বচনৰ ) নাম প্ৰশস্তি।।১৩৭

উদাহৰণ প্ৰভাৱতী নাটকত ; যেনে—

ৰজানঃ সুতনিৰ্ব্বিশেষমধুনা পশ্যন্তু নিত্যং প্ৰজা
জীযাসুঃ সদসদ্বিৱেকপটৱঃ সন্তো গুণগ্ৰাহিণঃ।

শস্যস্বৰ্ণসমৃদ্ধয়ঃ সমধিকা সন্তু ক্ষমা-মণ্ডলে
ভূয়াদব্যভিচাৰিণী ত্ৰিজগতো ভক্তিশ্চ নাৰায়ণে ॥

(এতিয়া ৰজাবিলাকে সৰ্ব্বদায় পুত্ৰৱতে প্ৰজা পালন কৰক, ভাল বেয়া বিবেচনা কৰি চলা গুণগ্ৰাহী লোকসকলৰ জয় হওক, পৃথিৱী মণ্ডলত শস্য আৰু ধন-সোণ আদি সম্পদ বৃদ্ধি হওক, তিনিও লোকৰ জনগণৰ ভগৱান নাৰায়ণত একান্ত ভক্তি হওক।)

নাটকৰ অন্তত কাব্যসংহাৰ আৰু প্ৰশস্তিৰ যোজনা এই একে ক্ৰমে অৰ্থাৎ প্ৰথমতে কাব্যসংহাৰ তাৰ পাচত প্ৰশস্তি হব লাগে।

## যোজনাত মতভেদ ঃ

ওপৰত কোৱা সন্ধিৰ অঙ্গবিলাকৰ নাটকত সমাৱেশৰ বিষয়ে কোনো কোনো নাট্যাচাৰ্য্যই কয় যে মুখসন্ধিত উপক্ষেপ, পৰিন্যাস, যুক্তি, উদ্ভেদ আৰু সমাধান ; প্ৰতিমুখ সন্ধিত পৰিসৰ্পণ, প্ৰগমন, বজ্ৰ, উপন্যাস আৰু পুষ্প ; গৰ্ভসন্ধিত অভূতাহৰণ, মাৰ্গ, ত্ৰো (তো) টক, অধিবল আৰু ক্ষেপ ; বিমৰ্শ সন্ধিত অপবাদ, শক্তি, ব্যৱসায়, প্ৰৰোচনা আৰু দান অঙ্গ প্ৰধান (গতিকে সেই সেই সন্ধিত এইবিলাকৰ যোজনা অৱশ্যে কৰ্ত্তব্য)। ইয়াৰ বাহিৰে বাকীবোৰ সন্ধিৰ অঙ্গৰ যোজনা নাটক বিশেষৰ উপযোগিতা অনুসৰি কৰা হয়। (আনসকল নাট্যাচাৰ্য্যৰ মতে সকলো সন্ধিতে সেই সেই সন্ধিৰ নিৰ্দ্দিষ্ট সকলো অঙ্গৰ যোজনা আৱশ্যক)

## যোজনা বিষয়ে সিদ্ধান্ত ঃ

নাট্যবিদ মনীষীসকলে সন্ধিৰ অঙ্গ চৌষষ্টি বিধ বুলি কৈছে। ৰূপকৰ সাৰবস্তু বা মুখ্য অৰ্থ ৰস। যাতে সেই ৰসৰ অনুকূল হয়. সেই পিনে বিশেষ দৃষ্টি ৰাখি সেইভাৱে সন্ধিৰ অঙ্গবিলাকৰ সমাৱেশ কৰিব লগাত পৰে ; গতিকে কেতিয়াবা অনিয়ত ভাৱেও সন্ধিৰ অঙ্গৰ যোজনা কৰিব পাৰি। ১৩৮

যেনে, বেণীসংহাৰ নাটকৰ তৃতীয় অঙ্কত গৰ্ভসন্ধিৰ ভিতৰতো দুৰ্য্যোধন আৰু কৰ্ণৰ কথাৰ যোগেদি প্ৰতিমুখ সন্ধিৰ অঙ্গ সম্প্ৰধাৰণৰ যোজনা সুন্দৰভাৱে কৰা হৈছে। আন ঠাইতো এনেকুৱা সন্ধ্যঙ্গ প্ৰয়োগৰ ওলট-পালট হোৱা দেখা যায়। আচাৰ্য্য ৰুদ্ৰট আদিয়ে 'যিটোক যি সন্ধিৰ অঙ্গ ৰূপে বৰ্ণনা হৈছে, তাৰ প্ৰয়োগ সেই সন্ধিত হে কৰিব লাগে' বুলি নিয়ম কৰিছে, সেই নিয়ম দৃষ্টবিৰুদ্ধ, কাৰণ ৰূপকবোৰত সেই নিয়মৰ ব্যতিক্ৰম দেখা যায়।

## যোজনাৰ প্ৰয়োজন ঃ

(১) অভীষ্ট অৰ্থৰ যোজনা, (২) সামাজিকৰ হৃদযত বিস্ময়-ভাৱৰ উদ্ৰেক, (৩) বৃত্তান্তৰ ( ঘটনাৰ ) বিস্তাৰ সাধন, (৪) সামাজিকৰ অন্তৰত নাটক দৰ্শনৰ অনুৰাগ উৎপাদন, (৫) গোপনীয় বিষয়ৰ গোপন আৰু (৬) প্ৰকাশনীয় বিষয়ৰ প্ৰকাশ—এই ছবিধ সন্ধ্যঙ্গৰ ফল বা প্ৰয়োজন। ১৩৯

অঙ্গহীন মানুহ যিদৰে কোনো কাৰ্য্য কৰিবলৈ সমৰ্থ নহয়, অঙ্গ-হীন কাৰ্য্যও সেইদৰে অভিনয়ৰ উপযোগী নহয়। সেই কাৰণে নায়ক আৰু প্ৰতিনায়কৰ কথাৰ যোগেদি সন্ধ্যঙ্গবোৰ সম্পাদিত হব লাগে। নায়ক আৰু প্ৰতিনায়কৰ কথাৰ যোগেদি যদি সন্ধ্যঙ্গৰ যোজনা সম্ভৱপৰ নহয়, তেনেহলে পতাকা আদি অৰ্থপ্ৰকৃতিৰ যোগেদি, সিওটো সম্ভৱ নহলে বীজ বিন্দু আদি আন যি কোনোৰ যোগেদি সন্ধিৰ অঙ্গবিলাকৰ স্বৰূপ সম্পাদন কৰিব লাগে। ১৪০

ৰূপকত যিসকল প্ৰধান পাত্ৰ থাকে, প্ৰায় ভাগতে সেই বিলাকৰ কথোপকথনৰ যোগেদিয়ে সন্ধ্যঙ্গবিলাকৰ প্ৰয়োগ কৰা হয়। কিন্তু উপক্ষেপ, পৰিকৰ আৰু পৰিন্যাস এই তিনটা অঙ্গৰদ্বাৰা বীজৰ সামান্য ভাৱেহে ( আত্তাপ, উদ্‌ঘাত আৰু উন্মুখ্য ) উল্লেখ কৰা হয়, সেইবাবে

এই তিনটা অঙ্গৰ যোজনা অপ্ৰধান পাত্ৰৰ কথোপকথনৰ যোগেদি কৰাটোৱেই ভাল।

## ৰসাভিব্যঞ্জনৰ অৰ্থে সন্ধ্যঙ্গৰ আৱশ্যকতা ঃ

> অকল নাট্যশাস্ত্ৰৰ মৰ্য্যাদা ৰক্ষাৰ কাৰণেই নহয়—ৰসাভিব্যক্তিৰ অৰ্থেও এই সন্ধ্যাঙ্গবিলাক সন্নিৱেশ কৰা হয়। ১৪১

সেই কাৰণে, বেণীসংহাৰত দুৰ্য্যোধন আৰু ভানুমতীৰ বিৰহ অৱস্থাৰ বৰ্ণনা নাটকৰ মুখ্য ৰসৰ (বীৰৰসৰ) উপযোগী নোহোৱা সত্বেও প্ৰতিমুখ সন্ধিৰ অঙ্গৰূপে যোজনা কৰাটো সেই স্থলত সেইটো অত্যন্ত অনুচিত হৈছে।

> যি ঘটনা বা বৃত্তান্তৰ বৰ্ণনা মূল ইতিবৃত্তৰ অবিৰোধী হলেও ৰস আদি ব্যঞ্জনাৰ অনুপযোগী হয়, তেনেকুৱাবোৰ ঘটনাকো বুদ্ধিমান নাট্যকাৰে অন্যৰূপে অৰ্থাৎ ৰসাদিৰ অনুকূলৰূপে বৰ্ণনা কৰিব লাগে নাইবা তেনে ঘটনাৰ উল্লেখ নাটকত কেতিয়াও কৰিব নালাগে। ১৪২

য'ত তেনেকুৱা ঘটনাৰ অন্যৰূপে বৰ্ণনা কৰা হৈছে নাইবা য'ত তেনেকুৱা ঘটনাৰ উল্লেখ বাদ দিয়া হৈছে, এই দুয়োটাৰ উদাহৰণ সকলো ভাল নাটকতে সুস্পষ্টভাৱে পোৱা যায়।

## বৃত্তি নিৰূপণ ঃ

> এতিয়া বৃত্তিৰ কথা কোৱা হৈছে। নাটকাদি ৰূপক সমূহত উপনিবদ্ধ নায়ক নায়িকা আদিৰ বিবিধ ব্যাপাৰ (চালচলন) বিশেষক বৃত্তি বোলা হয়। (১) শৃঙ্গাৰ ৰসত কৌশিকী বৃত্তি, (২) বীৰ ৰসত সাত্বতী বৃত্তি, (৩) ৰৌদ্ৰ আৰু বীভৎস ৰসত আৰভটী বৃত্তি আৰু (৪) সকলো ৰসতে ভাৰতী বৃত্তিৰ প্ৰয়োগ কৰা হয়। এই চাৰিপ্ৰকাৰ বৃত্তি সকলো প্ৰকাৰ নাট্যৰে (অভিনয়ৰ) জননী স্বৰূপা।১৪৩

## কৌশিকী বৃত্তি ঃ

তাৰে ভিতৰত কৌশিকী বৃত্তি, যেনে—

নানাবিধ মনোহৰ বেশভূষাৰ শোভাৰে যিটো বিচিত্ৰ হৈ উঠে, য'ত:পাত্ৰৰ সংখ্যা বেচি, নৃত্যগীতৰ প্ৰাচুৰ্য্য আৰু কামোপভোগ অৰ্থাৎ ৰতিসুখৰ সাধন স্বৰূপ নানাবিধ কাৰ্য্যৰ সমাৱেশ হয়, সুন্দৰ ভাৱবিলাসযুক্ত সেই বৃত্তিকে কৌশিকী ·বৃত্তি বোলা হয়। ১৪৪

## কৌশিকী বৃত্তিৰ চাৰিবিধ অঙ্গ ঃ

(১) নৰ্ম্ম, (২) নৰ্ম্মস্ফুৰ্জ্জ, (৩) নৰ্ম্মস্ফোট, আৰু (৪) নৰ্ম্মগৰ্ভ, এই চাৰিবিধ কৌশিকী বৃত্তিৰ অঙ্গ।১৪৫

## নৰ্ম্ম ঃ

তাৰে ভিতৰত প্ৰিয়জনৰ মনোৰঞ্জক, সুচতুৰভাৱে সম্পাদিত, নানা প্ৰকাৰ ক্ৰীড়াবিলাসক নৰ্ম্ম বোলা হয়। প্ৰিয়জনৰ মনোৰঞ্জক এই কৰ্ম্মও তিনি প্ৰকাৰ; যেনে—(১) কেৱল হাস্য পৰিহাসৰদ্বাৰা সম্পাদিত লীলাবিলাস (২) শৃঙ্গাৰ যুক্ত-হাস পৰিহাসৰদ্বাৰা সম্পাদিত লীলাবিলাস আৰু (৩) ভয়মিশ্ৰিত হাস পৰিহাসদ্বাৰা সম্পাদিত লীলাবিলাস। ১৪৬

তাৰে ভিতৰত কেৱল হাস-পৰিহাসৰদ্বাৰা সম্পাদিত নৰ্ম্মৰ উদাহৰণ ৰত্নাৱলী নাটিকাত; যেনে—

ৱাসৱদত্তা—( ফলকমুদ্দিশ্য সহাসম্ ) এসা বি অৱৰা তব সমীবে যা লিহিদা, এদং কিম্ অজ্জ বসন্তস্স বিণ্ণানম্।

( বাসৱদত্তা—[ চিত্ৰফলকৰ ফালে চাই হাঁহি হাঁহি ] তোমাৰ কাষত যে এই আন এজনীক চিত্ৰিত কৰা হৈছে, এইটো আৰ্য্য বসন্তকৰ বুদ্ধিনে কি ? )

শৃঙ্গাৰযুক্ত হাস-পৰিহাসেৰে সম্পাদিত দ্বিতীয় বিধ নৰ্ম্মৰ উদাহৰণ অভিজ্ঞান-শকুন্তল নাটকত ; যেনে—

শকুন্তলা। অসংতোসে উণ কিং কৰেদি?

ৰাজা। ইদম্ ( ইতি ব্যৱসিতঃ )

শকুন্তলা। ( ৱক্ত্ৰং ঢৌকতে )

( শকুন্তলা। ) [ ৰজাৰ প্ৰতি ] অসন্তুষ্ট হ'লেনো কি কৰে ?

ৰজা। ইয়াকে ( এই বুলি চুম্বনৰ চেষ্টা কৰে। শকুন্তলাই মুখ ঢাকি ধৰে। )

ভযমিশ্ৰিত হাস পৰিহাসেৰে সম্পাদিত তৃতীয় বিধ নৰ্ম্মৰ উদাহৰণ ৰত্নাৱলীত যেনে ; ছবি দেখি—

সুসঙ্গতা। জানিদো মএ ৰস-বুত্তন্তো সমং চিত্ত ফলএণ। তা দেৱী এ গদুএ নিবেদইস্সম্।

সুসঙ্গতা। চিত্ৰফলকৰ লগতে মই এই সকলো কথা কথাও জানিল। এতিয়া মহাৰাণীৰ আগত কওঁগৈ। )

এইবিলাক বাক্য সম্বন্ধীয ( কথাৰে সম্পাদিত ) নৰ্ম্মৰহে উদাহৰণ দিযা হ'ল। এইদৰে বেশভূষা আৰু শাৰীৰিক চেষ্টাৰ যোগেদি সম্পাদিত নৰ্ম্মৰো উদাহৰণ আছে।

**নৰ্ম্মস্ফুৰ্জ্জ ঃ**

আৰম্ভতে অতি আনন্দদাযক হলেও পাচত ভযৰ কাৰণ হৈ উঠা প্ৰেমিক-প্ৰেমিকাৰ নৱ সমাগমৰ প্ৰকাশেই কৌশিকী বৃত্তিৰ নৰ্ম্মস্ফুৰ্জ্জ নামৰ অঙ্গ। ১৪৭

ইয়াৰ উদাহৰণ মালৱিকাগ্নিমিত্ৰ নাটকত ; যেনে—

সঙ্কেত স্থানত গৈ নাযকৰ লগত অভিসাৰিণী মালৱিকাৰ মিলনৰ সময়ত নায়কৰ উক্তি ঃ

নায়ক।

বিসৃজ সুন্দৰি সঙ্গমসাধবসং নন্নু চিৰাৎ প্ৰভৃতিপ্ৰণয়োন্মুখে।
প্ৰতিগৃহাণ গতে সহকাৰতাং ত্বমতিমুক্তালতাচৰিতং ময়ি॥

মালবিকা। ভট্টা, দেৱীএ ভএণ অপ্পণো বি পিঅং কত্তুং ন পাৰেমি—ইত্যাদি।

( নায়ক। সুন্দৰী এই প্ৰেমমিলনত ভয় পৰিত্যাগ কৰা, মই বহুদিন ধৰি তোমাৰ প্ৰণয়লাভৰ কাৰণে উদগ্ৰীৱ হৈ আছোঁ; তুমি মোৰ প্ৰতি মাধবীলতাই আম গছৰ প্ৰতি কৰা আচৰণৰ দৰে আচৰণ কৰা।

মালৱিকা। প্ৰিয়তম, মোৰ প্ৰিয় কামো মহাৰাণীৰ ভয়ত কৰিব নোৱাৰাত পৰিছোঁ ) ইত্যাদি।

## নৰ্ম্মস্ফোট :

এতিয়া কৌশিকী বৃত্তিৰ তৃতীয় অঙ্গ নৰ্ম্মস্ফোটৰ কথা কোৱা হৈছে—

য'ত ( ভয়, হাস, হৰ্ষ, ত্ৰাস, ৰোষ আদি ) বিবিধ ভাৱৰ ঈষৎ প্ৰকাশৰদ্বাৰা সূচিত প্ৰেমিক-প্ৰেমিকাৰ ৰতিভাৱ প্ৰকাশ হয়, কৌশিকী বৃত্তিৰ সেই অঙ্গক নৰ্ম্মস্ফোট বোলা হয়। ১৪৮

উদাহৰণ মালতীমাধৱ নাটকত ; যেনে—

মকৰন্দঃ।

গমনমলসং শূন্যা দৃষ্টিঃ শৰীৰমসৌষ্ঠৱং
শ্বসিতমধিকং কিন্বেতৎ স্যাৎ কিমন্যদিতোঽথৱা।
ভ্ৰমতি ভুৱনে কন্দৰ্পাজ্ঞা ৱিকাৰি চ যৌৱনং
ললিতমধুৰাস্তেতে ভাৱাঃ ক্ষিপন্তি চ ধীৰতাম্॥

( মকৰন্দ। মাধবৰ কি হ'ল? চাল-চলনত আলস্য, দৃষ্টিত শূন্যতা ( উদাস ভাব ), শৰীৰৰ লাহ বিলাহ কমি গৈছে আৰু শ্বাস-প্ৰশ্বাস বেচি হৈছে। এওঁৰ এনেকুৱাবোৰ অৱস্থা ৰোগৰ কাৰণে হৈছেনে, তাৰ আন কিবা কাৰণ আছে? পৃথিৱীৰ য'তে ততে মদনৰ প্ৰভুত্ব চলি আছে ; ইপিনে যৌৱন অৱস্থায়ো মানুহৰ চিত্তত বিকাৰ ঘটায়। যৌৱন কালত কামজনিত নানাপ্ৰকাৰ সুকুমাৰ আৰু মধুৰভাববিলাকেও মানুহৰ ধৈৰ্য্য নোহোৱা কৰে। )

ইয়াত অলস গমন আদি ভাৱলেশৰদ্বাৰা মাধৱৰ মালতীৰ প্ৰতি অনুৰাগ অলপীয়াকৈ প্ৰকাশ কৰা হৈছে।

**নৰ্ম্মগৰ্ভ ঃ**

ছদ্মবেশী নায়কৰ প্ৰেমিকাৰ লগত প্ৰচ্ছন্নভাৱে কৰা প্ৰেম ব্যৱহাৰক নৰ্ম্মগৰ্ভ বোলা হয়। ১৫৯

উদাহৰণ মালতী-মাধৱ নাটকতে ; যেনে—

সখীবেশধাৰী মাধৱে মালতীক মৰণৰ সঙ্কল্পৰপৰা নিবৃত্ত কৰাৰ বৰ্ণনা।

## সাত্ত্বতী বৃত্তি আৰু তাৰ অঙ্গ চতুষ্টয় নিৰূপণ ঃ

য'ত বহুলভাৱে সত্ত্ব, শৌৰ্য্য, ত্যাগ, দয়া আৰু সৰলতা আদি গুণৰ প্ৰকাশ হয়, শৃঙ্গাৰৰ প্ৰকাশ কমকৈ থাকে, শোকৰ সম্পৰ্ক নাথাকে, হৰ্ষ আৰু অদ্ভুত ভাৱ প্ৰকাশৰ সামৰ্থ্যযুক্ত সেই বৃত্তিয়েই সাত্ত্বতী বৃত্তি। সাত্ত্বতীৰ চাৰি প্ৰকাৰ ভেদ বা অঙ্গ কথিত আছে ; যেনে— (১) উত্থাপক, (২) সাংঘাত্য, (৩) সংলাপ আৰু (৪) পৰিৱৰ্ত্তক। ১৫০

**ইয়াৰ ভিতৰত উত্থাপক ঃ**

যি বাক্যৰদ্বাৰা শত্ৰু পক্ষক উত্তেজিত কৰা হয়, তেনে বাক্যক উত্থাপক বোলে। ১৫১

উত্থাপকৰ উদাহৰণ মহাৱীৰ চৰিত নাটকত ; যেনে—

আনন্দায় চ ৱিস্ময়ায় চ ময়া দৃষ্টোঽসি দুঃখায় ৱা।
ৱৈতৃষ্ণ্যন্তু মমাপি সম্প্রতি কুতস্তদ্দর্শনে চক্ষুষঃ।
ত্বৎ সঙ্গত্যা সুখস্য নাস্মি বিষয়স্তৎ কিং বৃথা ৱ্যাহৃতৈঃ
অস্মিন্ ৱিশ্রুতজামদগ্ন্যদমনে পাণৌ ধনুর্জ্জৃম্ভতাম্ ॥

( ৰামৰ প্ৰতি বালীৰ উক্তি : তুমি বৰ প্ৰিয় দৰ্শন হেতুকে তোমাক দেখি মোৰ আনন্দ লাগিছে, (তোমাৰ অনন্য-সাধাৰণ সৌন্দৰ্য্য দেখি মোৰ মনত) বিস্ময়ো উপজিছে আৰু ( তোমাক মই এতিয়াই বধ কৰিব লাগিব হেতুকে ) দুখো লাগিছে। কিন্তু এতিয়া তোমাৰ দৰ্শনত মোৰ চকুৰ হেপাহ পলাব কেনেকৈ ? তোমাৰ সঙ্গসুখলাভৰ অধিকাৰী মই নহয়। গতিকে মিছাতে কথা চোবাই লাভ কি ? বিশ্ব-বিখ্যাত বীৰ পৰশুৰামক যি হাতেৰে দমন কৰিছিলা, সেই হাতেৰে ধনু লোৱাচোন বাৰু। )

## (২) সাংঘাত্য :

মন্ত্ৰণাশক্তি, অৰ্থশক্তি, দৈৱশক্তি আদি শক্তিৰদ্বাৰা সঙ্ঘ ভেদ ( সঙ্ঘবদ্ধ ভাৱে থকা লোকৰ ভিতৰত বিভেদ সৃষ্টি ) কৰাৰ নাম সাংঘাত্য। ১৫২

মন্ত্ৰশক্তিৰদ্বাৰা সঙ্ঘভেদৰ উদাহৰণ ; যেনে—মহাকবি বিশাখ-দত্তৰ মুদ্ৰাৰাক্ষস নাটকত চাণক্যৰ মন্ত্ৰণাৰদ্বাৰা ৰাক্ষসৰ সহচৰ বিলাকৰ ভিতৰত বিভেদ সৃষ্টি। অৰ্থশক্তিৰদ্বাৰা সঙ্ঘভেদৰ উদাহৰণো সেই মুদ্ৰাৰাক্ষসতে আছে। দৈৱ শক্তিৰদ্বাৰা সঙ্ঘভেদৰ উদাহৰণ ৰামায়ণত ; যেনে ৰাৱণ বিভীষণৰ ভিতৰত বিভেদ সৃষ্টি।

## (৩) সংলাপ :

বিবিধ ভাৱ প্ৰকাশৰ সামৰ্থ্যযুক্ত গভীৰ উক্তিক সংলাপ বোলা হয়। ১৫৩

উদাহৰণ বীৰচৰিত নাটকত ; যেনে—

ৰামঃ । অয়ং সঃ, যঃ কিল সপৰিৱাৰকার্ত্তিকেয়ৱিজয়াৱর্জ্জিতেন ভগৱতা নীললোহিতেন পৰিবৎসৰসহস্রান্তেৱাসিনে তুভ্যং প্রসাদীকৃতঃ পৰশুঃ ?

পৰশুৰামঃ । ৰাম, দাশৰথে । স এৱ আৰ্য্যপাদানাং প্রিয়ঃ পৰশুঃ ।

( ৰাম । অ' কুমাৰ কার্ত্তিক আৰু তেওঁৰ সহচৰবিলাকক যুদ্ধত জিনাৰ কাৰণে সন্তুষ্ট হৈ হাজাৰ হাজাৰ বছৰ ধৰি ধনুৰ্ব্বেদ শিকি থকা তেখেতৰ প্ৰিয় শিষ্য আপোনাক যে ভগৱান মহেশ্বৰে পুৰস্কাৰ দিছিল, এইখনেই সেই কুঠাৰ নেকি ?

পৰশুৰাম । হয়, দশৰথনন্দন ৰাম, এইখনেই পূজনীয় গুৰুদেৱৰ সেই মৰমৰ কুঠাৰ )—ইত্যাদি ।

(৪) **পৰিৱৰ্ত্তক ঃ**

যত প্ৰস্তুত কাৰ্য্যৰ বাহিৰেও আন কাৰ্য্য কৰাৰ কথা কোৱা হয়, সেয়ে পৰিৱৰ্ত্তক । ১৫৪

উদাহৰণ বেণী সংহাৰ নাটকত ; যেনে—

ভীমঃ । সহদেৱ ! গচ্ছ ত্বং গুৰুমনুবৰ্ত্তস্ব ; অহমপি . অস্ত্ৰাগাৰং প্ৰৱিশ্যায়ুধসহায়ো ভৱামীতি যাৱৎ । অথৱা আমন্ত্ৰিয়িতৱ্যৈৱ ময়া পাঞ্চালী ।

( ভীম । সহদেৱ, যোৱা তুমি পূজনীয় মহাৰাজৰ লগত থাকাগৈ । ময়ো অস্ত্ৰাগাৰত সোমাই অস্ত্ৰ লৈ আহোঁগৈ । মই দ্ৰৌপদীকো মাত লগাই আহিব লাগিব ) ইত্যাদি ।

## আৰভটী বৃত্তি আৰু তাৰ অঙ্গ নিৰূপণ ঃ

মায়া ইন্দ্ৰজাল ( যাদু ), সংগ্ৰাম, ক্ৰোধ, অধৈৰ্য্য আদি

ব্যাপাৰযুক্ত, বধ-বন্ধন আদি কাৰ্য্য-কলাপৰ প্ৰকাশক উগ্ৰ স্বভাৱৰ বৃত্তিক আৰভটী বৃত্তি বোলা হয়। এই আৰভটী বৃত্তি চাৰি প্ৰকাৰৰ বুলি কথিত আছে ; যেনে— (১) বস্তুউত্থাপন (২) সংফেট, (৩) সংক্ষিপ্তি আৰু (৪) অৱপাতন। ১৫৫

## (১) বস্তু উত্থাপন ঃ

মায়া আদিৰদ্বাৰা বস্তুৰ ( যি কোনো ঘটনাৰ ) উপস্থাপনকে বস্তু উত্থাপন বোলা হয়॥ ১৫৬

উদাহৰণ উদাত্তৰাঘৱ নাটকত ; যেনে—

জীয়ন্তে জয়িনোঽপি সান্দ্ৰতিমিৰব্ৰাতৈৰিয়দ্ব্যাপিভি
ৰ্ভাস্বন্তঃ সকলা ৰৱেৰপি কৰাঃ কস্মাদকস্মাদমী।
এতে চোগ্ৰকবন্ধকণ্ঠ-ৰুধিৰৈৰাধ্মায়মানোদৰাঃ
মুঞ্চত্যাননকন্দৰানলমুচস্তীব্ৰান্ ৰৱান্ ফেৰৱাঃ॥

( আকাশমণ্ডল আচ্ছন্ন কৰি ওলোৱা এই ঘনঘোৰ অন্ধকাৰে অকস্মাতে আহি সূৰ্য্যৰ বিশ্ববিজয়ী প্ৰচণ্ড কিৰণৰাশিকো অভিভূত কৰি পেলালে আৰু ভয়ঙ্কৰ কবন্ধৰ ডিঙিৰ ৰুধিৰ পানেৰে পেট ওলমি পৰা, গুহাৰ নিচিনা মুখৰপৰা জুই ওলোৱা ফেৰুৱাবিলাকে বিকট ৰাৱ পাৰিব লাগিছে।" ) ইত্যাদি

## (২) সংফেট ঃ

ক্ৰোধান্বিত আৰু ত্বৰান্বিত পক্ষ বিপক্ষৰ সংঘৰ্ষক সংফেট বোলা হয়॥ ১৫৭

উদাহৰণ ; যেনে—মালতীমাধৱ' নাটকত মাধৱ আৰু অঘোৰ ঘণ্টৰ সংঘৰ্ষ।

## (৩) সংক্ষিপ্তি ঃ

শিল্প কৌশলেৰে নাইবা যি কোনো উপায়েৰে বস্তু বিশেষৰ সংক্ষেপকৰণক (সংক্ষিপ্তভাৱে কৰা ৰচনাক) সংক্ষিপ্তি বোলা হয় আৰু এক নাটকীয় পাত্ৰৰ ঠাইত আন নাটকীয় পাত্ৰৰ, নাইবা এক প্ৰকাৰৰ নাটকীয় পাত্ৰৰ ঠাইত আন এক প্ৰকাৰৰ উপস্থিতিকো সংক্ষিপ্তি বোলা হয়। ১৫৮

উদাহৰণ, যেনে— উদয়ন-চৰিত নাটকত কাঠৰ হাতীৰ আৱিৰ্ভাৱ। দ্বিতীয় প্ৰকাৰ সংক্ষিপ্তিৰ উদাহৰণ ; যেনে—মহাৱীৰ চৰিত নাটকত মৃত বালীৰ ঠাইত সুগ্ৰীৱৰ উপস্থিতি ; অথৱা পৰশু-ৰামৰ উদ্ধতালি যোৱাৰ পাচত শান্ত ভাৱে (উদ্ধত পৰশু-ৰামৰ ঠাইত শান্ত পৰশুৰামৰ) উপস্থিতি, "পুণ্যা ব্ৰাহ্মণ জাতিঃ"—(পৱিত্ৰ ব্ৰাহ্মণ জাতি) ইত্যাদি শ্লোকত বৰ্ণনা কৰা হৈছে।

## (৪) অৱপাতন ঃ

ভিতৰলৈ যোৱা বা বাহিৰ ওলোৱা (ইফালে সিফালে অহা-যোৱা) আৰু ত্ৰাস, হৰ্ষ, পলায়ন আদিৰপৰা হোৱা ঠেলাঠেলি বা হেঁচাহেঁচিক অৱপাতন বোলা হয়। ১৫৯

উদাহৰণ ; যেনে—কৃত্যাৰাৱণ নাটকৰ ষষ্ঠ অঙ্কত "খড়্গ হাতত লৈ প্ৰৱেশ" কৰাৰপৰা সেই মানুহজনৰ নিষ্ক্ৰামণলৈকে।

## চতুৰ্থ বৃত্তি ভাৰতী ঃ

ভাৰতী বৃত্তিৰ কথা আগেয়ে (স্থাপনা নিৰূপণ প্ৰসঙ্গত) কোৱা হৈছে। ১৬০

**নাট্যোক্তি নির্দ্দেশ :**

এতিয়া নাট্যত ব্যৱহৃত উক্তিৰ বিষয়ে কোৱা হৈছে— আনে নুশুনাকৈ নিজে নিজে কোৱা কথাকে নাট্যত স্বগত বা আত্মগত বুলি উল্লেখ কৰা হয়।

সকলোৰে শ্ৰৱণযোগ্য (সকলোৱে শুনাকৈ কোৱা) কথাক নাট্যত প্ৰকাশ উক্তি বোলা হয়; যি কথা আঁতৰি গৈ কোনো লোকৰ আগত গোপনে কোৱা হয়, তাক অপৱাৰিত উক্তি বোলা হয়।

ত্রিপতাক নামৰ হাতৰ মুদ্ৰাৰদ্বাৰা আনক আঁৰ কৰি কথাৰ মাজত পাত্ৰসমূহৰ পৰস্পৰৰ ভিতৰত যি আলোচনা হয়, তাক নাট্যত জনান্তিক উক্তি বোলা হয়।

কোনো পাত্ৰ ৰঙ্গমঞ্চত উপস্থিত নোহোৱাকৈয়ে কোনোৱে কোৱা কিবা কথা শুনা যেন দেখুৱাই "কি, কি কৈছা ?" ইত্যাদি কথাৰ নাট্যত প্ৰয়োগক (অনুপস্থিত পাত্ৰৰ কথাক) আকাশভাষিত বোলা হয়। ১৬১

যি কথাটো যি মানুহৰপৰা গোপনে ৰাখিব লগা হয়, সেই মানুহক আঁতৰত ৰাখিবৰ কাৰণে অনামিকাৰ বাহিৰে সকলো কেইটা আঙুলি ওপৰলৈ তুলি হাতৰ ত্ৰিপতাক মুদ্ৰাৰে ইঙ্গিত দি আন লোকৰ লগত যি মন্ত্ৰণা (আলাপ আলোচনা) কৰা হয়, সেয়ে জনান্তিক উক্তি। যাক শুনাব খোজা নহয়, তাক আঁৰত ৰাখি যি গোপন কথা কোৱা হয় সেই উক্তিক বোলা হয় অপৱাৰিত। বাকী স্বগত আদি উক্তিৰ লক্ষণ সুস্পষ্ট, গতিকে তাৰ ব্যাখ্যাৰ আৱশ্যক নাই।

**নাটকীয় পাত্ৰৰ নামকৰণৰ নিয়ম :**

নাটকত উল্লিখিত বেশ্যাৰ নামৰ অন্তত দত্তা, সিদ্ধা, বা সেনা শব্দ থাকিব লাগে। বণিক্ (সদাগৰ) লোকৰ নামৰ অন্তত

প্ৰায়ে দত্ত শব্দৰ প্ৰয়োগ থাকে। দাস আৰু দাসীৰ নাম বসন্ত আদি ঋতুত বৰ্ণনীয় বস্তুৰ নাম অনুসৰি ৰাখিব লাগে। ১৬২

বেশ্যাৰ নাম; যেনে—বসন্তসেনা ইত্যাদি। বণিকৰ (সদাগৰৰ) নাম; যেনে—বিষ্ণুদত্ত আদি। দাসৰ নাম; যেনে—কলহংস আদি। দাসীৰ নাম, যেনে—মন্দাৰিকা ইত্যাদি।

**নাটকৰ নামকৰণৰ নিয়ম :**

নাটকৰ তেনেকুৱা নাম ৰাখিব লাগে, যাতে নামটোৰ ভিতৰত নাটকৰ বিষয় বস্তুৰ সূচনা থাকে। ১৬৩

উদাহৰণ ; যেনে—ৰামাভ্যুদয় আদি।

**প্ৰকৰণ আদিৰ নাম নিৰূপণ :**

প্ৰকৰণ আদিৰ নামত সেই ৰূপকৰ নায়ক নায়িকাৰ নামৰ উল্লেখ থাকিব লাগে। ১৬৪

উদাহৰণ ; যেনে—মালতীমাধৱ ইত্যাদি।

**নাটিকা আদিৰ নামকৰণ :**

নাটিকা আৰু সট্টক আদিৰ নাম নায়িকাৰ নামবিশিষ্ট (নায়িকাৰ নাম অনুসৰি) হব লাগে। ১৬৫

যেনে—ৰত্নাৱলী, কৰ্পূৰমঞ্জৰী ইত্যাদি।

**নাটকত শব্দ প্ৰয়োগৰ বিশেষত্ব :**

নাটকত গম্ ধাতুৰ প্ৰয়োগৰ পৰিবৰ্ত্তে প্ৰায়ে ণ্যন্ত (ণিজন্ত) সাধ্ ধাতুৰ প্ৰয়োগ কৰা হয়। ১৬৬

উদাহৰণ, যেনে—অভিজ্ঞান-শকুন্তল নাটকত ঋষি দুজনে 'আমি যাওঁ' এই কথা বুজাবলৈ "গচ্ছাৱঃ" নুবুলি তাৰ পৰিবৰ্ত্তে "সাধয়াৱস্তাৱৎ" বুলি কৈছে।

**নাটকত পাত্ৰৰ সম্বোধনৰ প্ৰকাৰ :**

নাটক আদিত সেৱক বা ভৃত্যই ৰজাক (প্ৰভুক) 'স্বামী' বা 'দেৱ' বুলি আৰু নিম্নশ্ৰেণীৰ লোকে 'ভট্ট' শব্দৰে সম্বোধন কৰা নিয়ম।

এজন ৰজাই আন এজন ৰজাক 'বয়স্য' বুলি সম্বোধন কৰে, বিদূষকেও ৰজাক 'বয়স্য' বুলি মাতে। ঋষি আদি পূজনীয় লোকে ৰজাক 'ৰাজন্' বুলি নাইবা অপত্যপ্ৰত্যয়ান্ত পূৰ্ব্ব-পুৰুষৰ নামবাচক (পৌৰৱ, ৰাঘৱ ইত্যাদি) শব্দৰদ্বাৰা সম্বোধন কৰিব লাগে।

ব্ৰাহ্মণ এজনে আন এজন ব্ৰাহ্মণক ইচ্ছামতে নাম কাঢ়ি বা অন্য যোগ্য শব্দৰে সম্বোধন কৰিব লাগে। ব্ৰাহ্মণেতৰ লোকে ব্ৰাহ্মণক বিপ্ৰ বা আৰ্য্য বুলি আৰু ৰজাই বিদূষকক 'বয়স্য' বুলি নাইবা নাম কাঢ়ি মাতিব লাগে

নটী আৰু সূত্ৰধাৰে পৰস্পৰে 'আৰ্য্য'শব্দৰ দ্বাৰা সম্বোধন কৰিব অৰ্থাৎ নটীয়ে সূত্ৰধাৰক আৰ্য্য আৰু সূত্ৰধাৰে নটীক আৰ্য্যা বুলিব।

পাৰিপাশ্বক ( লগুৱাই ) সূত্ৰধাৰক 'ভাৱ' বুলি মাতিব লাগে। সূত্ৰধাৰে পাৰিপাৰ্শ্বিকক মাতিবলৈ হলে 'মাৰিষ' বুলি মাতিব লাগে। নীচশ্ৰেণীৰ মানুহে নিজৰ সমকক্ষ লোকক সম্বোধন কৰাত 'হুণ্ডে!' ব্যৱহাৰ কৰে। উত্তম শ্ৰেণীৰ লোকে নিজৰ সমকক্ষ লোকক 'বয়স্য' বুলি সম্বোধন কৰে। মধ্যম শ্ৰেণীৰ লোকে নিজৰ সমকক্ষ লোকক সম্বোধন কৰি বলৈ হলে 'হংহো' ( হে ) শব্দ ব্যৱহাৰ কৰে। ভায়েকে ককায়েকক 'আৰ্য্য' বুলি মতাৰ নিয়ম।

দেৱতা ঋষি আৰু সন্ন্যাসীক সম্বোধন কৰোঁতে সকলোৱে 'ভগৱন্' বুলি সম্বোধন কৰিব লাগে। বিদূষকে ৰাণী আৰু দাসীক 'ভৱতী' শব্দৰে সম্বোধন কৰিব লাগে।

সাৰথিয়ে ৰথীক 'আয়ুষ্মন্' পদেৰে সম্বোধন কৰে। কম বয়সৰ লোকে বয়ঃস্থ লোকক 'তাত' বুলি মাতিব লাগে। পিতাকে পুত্ৰক মাতিবলৈ 'বৎস', 'পুত্ৰক', 'তাত' ( বোপা ) এই বিলাক শব্দ আৰু তাৰ নিজৰ নাম নাইবা গোত্ৰনাম ব্যৱহাৰ কৰাৰ নিয়ম।

সেইদৰে গুৰুৱে শিষ্যক, নাইবা ককায়েকে ভায়েকক সম্বোধন কৰোতেও 'বৎস', 'তাত' আৰু নিজৰ নাম বা গোত্ৰনাম ব্যৱহাৰ কৰিব লাগে। নিম্নশ্ৰেণীৰ লোকে ৰাজ-আমাত্যক 'আৰ্য্য' বুলি মাতে কিন্তু ব্ৰাহ্মণে হলে ৰাজ অমাত্যক অমাত্য বা সচিব বুলি সম্বোধন কৰে।

জনা-বুজা লোকে তপস্বী আৰু বীতৰাগ ( বৈৰাগী ) লোকক 'সাধু' বুলি সম্বোধন কৰে। শিষ্য আদিয়ে গুৰু আদি পূজনীয় লোকক নিজ ইচ্ছামতে গৃহীত সম্মানব্যঞ্জক উপাধিৰে ( ভগৱন্, মহাভাগ ইত্যাদি শব্দেৰে ) সম্বোধন কৰিব লাগে। আচাৰ্য্যক 'উপাধ্যায়' আৰু ৰজাক 'মহাৰাজ' বুলি সম্বোধন কৰা নিয়ম। যুৱৰাজক 'স্বামী' আৰু ৰাজপুত্ৰক 'ভৰ্ত্তৃদাৰক' বুলি মাতিব লাগে। নিম্নশ্ৰেণীৰ লোকে উপযুক্ত ৰাজকুমাৰক 'ভদ্ৰ', 'ভদ্ৰমুখ' ইত্যাদি শব্দৰে সম্বোধন কৰিব লাগে। প্ৰজা বিলাকে ৰাজকুমাৰীক 'ভৰ্ত্তৃদাৰিকা' বুলি সম্বোধন কৰিব লাগে।

উচ্চ, নীচ আৰু মধ্যমশ্ৰেণীৰ লোকে তিৰোতাক সম্বোধন কৰোঁতে তেওঁৰ পতিৰ সম্বোধনত যি শব্দ যেনেকৈ ব্যৱহাৰ কৰা হয়, সেই শব্দকে তেনেকৈ ( স্ত্ৰীলিঙ্গত ) ব্যৱহাৰ কৰিব লাগে। সমান শ্ৰেণীৰ তিৰোতাৰ এজনীয়ে আন জনীক সম্বোধন কৰোতে 'হলা' ( হে ) শব্দৰ প্ৰয়োগ কৰা হয়। লিগিৰীক সম্বোধন কৰোতে 'হঞ্জে', বেশ্যাক সম্বোধন কৰোতে অজ্জুকা, আৰু

*কুট্টনীক সম্বোধন কৰোতে ‘অম্বা’ ( আই ) বুলি সম্বোধন কৰা হয়। অনুগত লোকে পূজনীয়া বৃদ্ধা তিৰোতাকো ‘অম্বা’ ( আই ) বুলি সম্বোধন কৰে। পাষণ্ড ( কাপালিক* আদি ) লোকক তেওঁবিলাকৰ সম্প্ৰদায়ত প্ৰচলিত শব্দৰে সম্বোধন কৰা হয়।

শক-যৱন আদি জাতীয় লোকক ভদ্ৰ, দত্ত আদি উপনামেৰে সম্বোধন কৰিব লাগে। ইয়াত উল্লেখ কৰাৰ বাহিৰে আনবিলাক লোকক সম্বোধন কৰোতে তেওঁবিলাকৰ কৰ্ম্ম, শিল্প বা জাতি যাৰ যেনেকুৱা, তদনুৰূপ উপনাম উপাধি বা যথোচিত ভাৱে ব্যৱহাৰ কৰা উচিত। ১৬৭

**ৰূপকৰ ভাষা নিৰূপণ ঃ**

এতিয়া কি ৰূপকৰ কত কি ভাষা হব লাগে তাৰে কথা কোৱা হৈছে। উচ্চশ্ৰেণীৰ সুশিক্ষিত পুৰুষৰ কথাত সংস্কৃত ভাষা আৰু তেনেকুৱা ( উচ্চশ্ৰেণীৰ সুশিক্ষিতা ) মহিলাৰ কথাত সৌৰসেনী ( প্ৰাকৃত বিশেষ ) ভাষাৰ প্ৰয়োগ কৰা উচিত বুলি নাট্যবিদ্‌সকলে কয়। এনেকুৱা ( আভিজাত্য সম্পন্ন ) তিৰোতাৰ গীততো মহাৰাষ্ট্ৰী ( প্ৰাকৃতবিশেষ ) ভাষা ব্যৱহাৰ কৰিব লাগে।

ৰূপকত ৰাজ অন্তঃপুৰত বাস কৰা ( বাওনা কুঁজা আদি ) পৰিচাৰকৰ ভাষা মাগধী প্ৰাকৃত, আৰু ৰাজপুত্ৰ আদি শ্ৰেষ্ঠজনৰ নাইবা সদাগৰ সকলৰ ভাষা অৰ্দ্ধমাগধী হব লাগে।

বিদূষক আদিৰ কথাত গৌড়ী আদি প্ৰাচ্য ভাষাৰ, ধূৰ্ত্তৰ ( টেটোনৰ ) কথাত আৱন্তী ভাষাৰ আৰু সৈনিক, সাধাৰণ নাগৰিক, তথা জুৱাৰীৰ কথাত দাক্ষিণাত্যা ( বৈদৰ্ভী ) ভাষা প্ৰয়োগ কৰা হয়।

শৱৰ আৰু শক-য়ৱন আদিৰ উক্তিত শাৱৰী ভাষা, উত্তৰ দেশীয় লোকৰ উক্তি-ত বাহ্লীক ভাষা আৰু দ্রাবিড়াদি দক্ষিণদেশীয় লোকৰ কথাত দ্রাৱিড়ীভাষা প্রয়োগ কৰিব লাগে। আভীৰসকলৰ কথাত আভীৰী আৰু চণ্ডাল পুক্কশ আদিৰ কথাত চাণ্ডালী ভাষাৰ প্রয়োগ কৰা উচিত। মিস্ত্রীবিলাকৰ আভীৰী ভাষা আৰু পত্র-ব্যৱসায়ীবিলাকৰ মুখত শাৱৰী ভাষাৰ প্রয়োগ বিধেয়। সেইদৰে কমাৰ চৰ্ম্মকাৰ আদিৰ কথাতো আভীৰী বা শাৱৰী ভাষাৰ প্রয়োগ কৰিব লাগে। পিশাচৰ (এক প্রকাৰ দেৱযোনি) ভাষা পৈশাচী হব লাগে। উত্তম বা মধ্যম শ্রেণীৰ লোক আৰু দাসী বিলাকৰ কথাতো সৌৰসেনী ভাষা প্রযোগ কৰা হয়।

বালক, নপুংসক, নিম্নশ্রেণীৰ দৈবজ্ঞ, উন্মত্ত আৰু আতুৰ লোকৰ কথাত সাধাৰণতে সৌৰসেনী ভাষাৰ ব্যৱহাৰ হয়; কোনো কোনো ক্ষেত্রত এই বিলাকৰ কথাত সংস্কৃত ভাষাৰো প্রয়োগ দেখা যায়। ঐশ্বৰ্য্য মদমত্ত, দাৰিদ্র্য প্রপীড়িত ভিক্ষুক; অথবা গছৰ বাকলি পিন্ধা পৰিব্রাজকৰ কথাত প্রাকৃত ভাষাৰ প্রয়োগ কৰিব লাগে।

উত্তম শ্রেণীৰ ব্রহ্মচাৰিণী বা সন্ন্যাসিনীৰ উক্তি সংস্কৃত ভাষাত হোৱা উচিত। ৰাণী, মন্ত্রীকন্যা আৰু বেশ্যাৰ উক্তিতো সংস্কৃত ভাষাৰ প্রয়োগ কোনো কোনো নাট্যাচাৰ্য্যৰ অভিমত। (বিশেষ প্রয়োজন অনুসৰি) উচ্চশ্রেণীৰ লোক আদিৰ কথাতো নিৰ্দ্দিষ্ট ভাষাৰ পৰিৱৰ্ত্তে আন ভাষাৰ প্রয়োগ কৰিব পাৰি।

তিৰোতা, সখী, বালক, বেশ্যা, জুৱাৰী আৰু অপ্সৰাৰ কথাতো তেওঁবিলাকৰ বৈদগ্ধ্য (বিচক্ষণতা) প্রকাশৰ

অৰ্থে মাজে মাজে সংস্কৃত ভাষাৰ প্ৰয়োগ কৰিব লাগে। ১৬৮

এইবিলাক ভাষা ব্যৱহাৰৰ উদাহৰণ মূলগ্ৰন্থ বিলাকৰপৰাই বুজি লব। এই ভাষাবিলাকৰ স্বৰূপ বুজিবৰ কাৰণে উপযোগী লক্ষণ আমাৰ পূজনীয় পিতৃদেৱৰ ৰচিত 'ভাষাৰ্ণৱ' নামক গ্ৰন্থত আছে।

**নাট্য লক্ষণ আৰু নাট্যৰ অলঙ্কাৰ ঃ**

ছয়ত্ৰিশ প্ৰকাৰ নাট্য লক্ষণ, তেত্ৰিশ প্ৰকাৰ নাট্যালঙ্কাৰ, তেৰবিধ বীথ্যঙ্গ আৰু দহবিধ লাস্যৰ অঙ্গ আছে। ৰসাভিব্যক্তিৰ কাৰণে ইয়াৰ য'ত যিটোৰ প্ৰয়োজন হয়, তাতেই তাৰ যথাযোগ্য ভাৱে প্ৰয়োগ কৰিব লাগে। ১৬৯

মূলশ্লোকৰ—"প্ৰযোজ্যানি" (প্ৰযোগ কৰিব লাগে) পদটোৰ অন্বয় "যথালাভম্" (যথাযোগ্যভাৱে) এই পদৰ লগত আৰু 'ইয়াত' মানে, নাটকত বুলি বুজিব লাগিব।

**নাট্য লক্ষণ নিৰূপণ ঃ**

সেইবিলাকৰ ভিতৰত এতিয়া নাট্যলক্ষণৰ কথা কোৱা হৈছে; যেনে—(১) ভূষণ, (২) অক্ষৰ সঙ্ঘাত, (৩) শোভা, (৪) উদাহৰণ, (৫) হেতু, (৬) সংশয়, (৭) দৃষ্টান্ত, (৮) তুল্যতৰ্ক, (৯) পদোচ্চয়, (১০) নিদৰ্শন, (১১) অভিপ্ৰায়, (১২) প্ৰাপ্তি, (১৩) বিচাৰ, (১৪) দিষ্ট, (১৫) উপদিষ্ট, (১৬) গুণাতিপাত, (১৭) গুণাতিশয়, (১৮) বিশেষণ, (১৯) নিৰুক্তি, (২০) সিদ্ধি, (২১) ভ্ৰংশ, (২২) বিপৰ্য্যয়, (২৩) দাক্ষিণ্য, (২৪) অনুনয়, (২৫) মালা, (২৬) অৰ্থাপত্তি (২৭) গৰ্হণ, (২৮) পৃচ্ছা, (২৯) প্ৰসিদ্ধি, (৩০) সাৰূপ্য, (৩১) সংক্ষেপ, (৩২) গুণকীৰ্ত্তন, (৩৩) লেশ, (৩৪) মনোৰথ,

(৩৫) অনুক্তসিদ্ধি আৰু (৩৬) প্ৰিয়বচন– এই ছয়ত্ৰিশটা নাট্যৰ লক্ষণ। ১৭০

**ভূষণ ঃ**

তাৰে ভিতৰত মাধুৰ্য্যাদি গুণ আৰু অনুপ্ৰাস উপমা আদি অলঙ্কাৰেৰে কাব্য শৰীৰত কৰা সৌন্দৰ্য্য সংযোগক 'ভূষণ' বোলা হয। ১৭১

ইযাৰ উদাহৰণ ; যেনে –

আক্ষিপন্ত্যৰৱিন্দানি মুগ্ধে তৱ মুখশ্ৰিয়ম্।
কোষদণ্ডসমগ্ৰাণাং কিমেষামস্তি দুষ্কৰম্॥

( সুন্দৰী, তোমাৰ মুখ শোভাক পৰাজয় কৰিবৰ কাৰণে এই পদুমবিলাক উঠি পৰি লাগিছে। ইহঁত কোষ ( উপমেয়-পক্ষে বীজ-কোষ আৰু উপমান-পক্ষে ৰাজকোষ ), আৰু দণ্ডৰ ( উপমেয়-পক্ষে নলা আৰু উপমান-পক্ষে ৰাজদণ্ডৰ ) দ্বাৰা সকলো প্ৰকাৰ শক্তি সম্পন্ন, গতিকে ইহঁতে কৰিব নোৱাৰা কাম কি আছে ?

[ ইয়াত প্ৰথম পাদৰ মাধুৰ্য্য গুণ, বাকী তিনি পাদৰ প্ৰসাদ গুণ আৰু অৰ্থ শ্লেষমূলক অৰ্থান্তৰ ন্যাস অলঙ্কাৰদ্বাৰা কাব্যত সৌন্দৰ্য্যাধান কৰা হৈছে। ]

**অক্ষৰ-সঙ্ঘাত ঃ**

ৰসিক লোকৰ মনোগ্ৰাহী অৰ্থৰ প্ৰকাশক অথচ পৰিমিত ( অল্পসংখ্যক ) শ্লিষ্ট অক্ষৰৰ সমাবেশেৰে যি বৰ্ণনা কৰা হয়, তাকে অক্ষৰ-সঙ্ঘাত বোলে। ১৭২

উদাহৰণ অভিজ্ঞান-শকুন্তলা নাটকত ; যেনে—

ৰাজা। ক্বচিৎ সখীং ৱো নাতি বাধতে শৰীৰসন্তাপঃ ?
প্ৰিয়ম্বদা। সংপদং লদ্ধোসহো উঅসমং গমিস্সদি।

( ৰজা। এতিয়া তোমালোকৰ সখীক শৰীৰৰ উত্তাপে বেচি কষ্ট দিয়া নাইতো ?
প্ৰিয়ম্বদা। সম্প্ৰতি ঔষধ পৰিছে যেতিয়া অসুখ কমি যাব। )

## শোভা ঃ

যত উপমান ৰূপে উপস্থাপিত প্ৰসিদ্ধ অৰ্থৰ লগে লগে কোনো অপ্ৰসিদ্ধ অৰ্থাৎ নিগূঢ় অৰ্থ উপমেয় ৰূপে প্ৰকাশ হৈ উঠে, ৰসিক লোকৰ হৃদয়হাৰী সেই বৰ্ণনা-ভঙ্গীকে শোভা বোলা হয়। ১৭৩

উদাহৰণ ; যেনে—

সদ্বংশসম্ভৱঃ শুদ্ধঃ কোটিদোঽপি গুণান্বিতঃ।
কামং ধনুৰিব ক্ৰূৰো বৰ্জ্জনীয়ঃ সত্যাং প্ৰভুঃ॥

( সদ্বংশ সম্ভৱ ( ভাল বাঁহৰদ্বাৰা তৈয়াৰী ) শুদ্ধ ( কোনো খুত নথকা ) কোটিদ ( অসংখ্য শত্ৰু সংহাৰক ) আৰু গুণান্বিত ( গুণ লগোৱা ) ক্ৰূৰ ( কুটিল বেঁকা ) ধনুৰ দৰে সদ্বংশসম্ভৱ ( ভাল বংশত ওপজা ), শুদ্ধ ( পৱিত্ৰ আচাৰ সম্পন্ন ), কোটিদ ( মহাদানী ) আৰু গুণান্বিত ( মহাগুণী ) হলেও ক্ৰূৰ ( কুটিল হৃদয়ৰ ) ৰজা বা গৰাকী সজ্জন সকলৰ বৰ্জ্জনীয় )

## উদাহৰণ ঃ

যত নিগূঢ়াৰ্থক বা তুল্যাৰ্থক বাক্যৰদ্বাৰা কোনো নিগূঢ় অথচ অভিপ্ৰেত অৰ্থৰ প্ৰতিপাদন কৰা হয়, সেই বিধ নাট্যলক্ষণৰ নাম উদাহৰণ। ১৭৪

যেনে—

অনুযান্ত্যা জনাতীতং কান্তং সাধু ত্বয়া কৃতম্।
কা দিনশ্ৰীৰ্ৱিনাৰ্কেণ কা নিশা শশিনা ৱিনা॥

( সীতাৰ প্ৰতি নসূয়াৰ উক্তি : মি জনাতীত অৰ্থাৎ নিৰ্জ্জন বনবাসলৈ যোৱা আৰু লোকোত্তৰ চৰিত্ৰসম্পন্ন প্ৰিয়তম স্বামীৰ অনুকৰণ কৰি বৰ ভাল কাম কৰিছা ; সূৰ্য্য ব্যতিৰেকে দিনৰ শোভা কি আছে আৰু চন্দ্ৰ নহলে নিশাই বা কি ? )

## হেতু ঃ

অভিমত অৰ্থৰ অৱবোধক সংক্ষিপ্ত অথচ যুক্তিপূৰ্ণ বাক্যই হেতু। ১৭৫

উদাহৰণ ; যেনে—বেণীসংহাৰ নাটকত ভীমৰ প্ৰতি দাসী—

চেটী। এৱং মএ ভণিদং। ভাণুমদি! তুহমাণং অমুক্কেষু কেসেসু কধং অহ্মাণং দেৱীএ কেসা সংজমিঅংতি ত্তি।

( দাসী। মই এইদৰে ভানুমতীক কলোঁ ; তোমালোকে চুলিৰ খোপা নেমেলাকৈ মহাৰাণী দ্ৰৌপদীয়ে কেনেকৈ চুলিৰ খোপা বান্ধিব ? )

সংশয় ঃ

য'ত কোনো অজ্ঞাত অথচ সাৰভূত অৰ্থৰ বিষযে অনিশ্চয়তা প্ৰকাশ কৰা হয, তেনেকুৱা বাক্যই সংশয নামৰ নাট্যলক্ষণ। ১৭৬

উদাহৰণ যযাতি বিজয় নাটকত ; যেনে—

ইয়ং স্বৰ্গাধিনাথস্য লক্ষ্মী কিং যক্ষকন্যকা।
কিঞ্চাস্য বিষয়স্যৈৱ দেৱতা কিমু পাৰ্ব্বতী।।

( এওঁ কোন, স্বৰ্গাধিপতি ইন্দ্ৰৰ ৰাজলক্ষ্মীদেৱী নে পাৰ্ব্বতী ? )

দৃষ্টান্ত ঃ

যত কোনো পদাৰ্থৰ ( সাধ্যৰ ) সাধনৰ অৰ্থে উপস্থাপিত হেতুৰ মনোহৰ নিদৰ্শন উল্লেখ কৰা হয়, সেয়ে দৃষ্টান্ত। ১৭৭

উদাহৰণ ; যেনে—বেণীসংহাৰ নাটকত সহদেৱঃ প্ৰতি ভীম। আৰ্য্য, উচিতমেৱৈতত্তস্যাঃ, যতো দুৰ্য্যোধন কলত্ৰং হি সা।

( ভীমৰ প্ৰতি ) আৰ্য্য, তেওঁৰ ( ভানুমতীৰ ) পক্ষে এই কথা ঠিকেই হৈছে, কাৰণ তেওঁ যে দুৰ্য্যোধনৰ পত্নী )

তুল্যতৰ্ক ঃ

প্ৰস্তুত প্ৰসিদ্ধ অৰ্থৰ পৰামৰ্শৰদ্বাৰা অপ্ৰস্তুত ( অপ্ৰত্যক্ষ ) অৰ্থৰ অনুসন্ধান বা অবগমৰ নাম তুল্যতৰ্ক। ১৭৮

উদাহৰণ বেণীসংহাৰ নাটকতে ; যেনে—

প্ৰায়েণৈৱ হি দৃশ্যন্তে কামং স্বপ্নাঃ শুভাশুভাঃ ।
শতসংখ্যা পুনৰিয়ং সানুজং স্পৃশতীৱ মাম্ ॥

( মানুহে প্ৰায়ে শুভাশুভ নানা প্ৰকাৰৰ সপোন দেখে। কিন্তু ইয়াত যি এশ সাপ মৰাৰ সপোন দেখা হৈছে, সেই এশ সংখ্যাটো ( মোৰ এশ ভাই থকাৰ কাৰণে ) মোৰ আৰু মোৰ ভাইইতৰ গাতে পৰিছে যেন পাইছোঁ। )

**পদোচ্চয় ঃ**

অৰ্থৰ অনুৰূপে পদৰ সমাবেশক ( অৰ্থাৎ কোমল অৰ্থত কোমল পদ আৰু কঠোৰ অৰ্থ প্ৰকাশৰ বাবে কঠোৰ পদৰ প্ৰয়োগক ) পদোচ্চয় বোলা হয় ।১৭৯

উদাহৰণ অভিজ্ঞান-শকুন্তল নাটকত ; যেনে —

অধৰঃ কিশলয়ৰাগঃ কোমলৱিটপানুকাৰিণৌ বাহূ ।
কুসুমমিৱ লোভনীয়ং যৌৱনমঙ্গেষু সন্নদ্ধম্ ॥

( শকুন্তলাৰ অধৰ কুঁহিপাতৰ দৰে ৰঙচুৰা, বাহুদুখন লতাৰ সুকোমল ঠালৰ দৰে মনোহৰ আৰু প্ৰতি অঙ্গতে ফুলৰ দৰে লোভনীয় যৌৱন যেন সজাই থোৱা হৈছে। )

ইয়াত ( সুকুমাৰ অৰ্থৰ অনুৰূপ সুকুমাৰ পদবিন্যাকৰ প্ৰয়োগ কৰা হৈছে ) পদ আৰু পদাৰ্থৰ সৌকুমাৰ্য্য সমান ।

**নিদৰ্শন ঃ**

য'ত অন্য অৰ্থৰ সম্ভাৱনা আঁতৰাবৰ কাৰণে প্ৰসিদ্ধ অৰ্থৰ কীৰ্ত্তন কৰা হয়, সেই বাক্যভঙ্গীকে নিদৰ্শন নামৰ নাট্যলক্ষণ বোলা হয় । ১৮০

উদাহৰণ ; যেনে—

ক্ষত্ৰধৰ্ম্মোচিতৈৰ্ধৰ্ম্মৈৰলং শত্ৰুবধে নৃপাঃ ।
কিন্নু বালিনি ৰামেণ মুক্তো বাণঃ পৰাঙ্মুখে ॥

( ৰজাসকলে ক্ষত্ৰিয়োচিত ধৰ্ম্ম অনুসৰি শত্ৰুবধ কৰিব পাৰে সঁচা, কিন্তু ৰামে পৰাঙ্মুখ বালীৰ প্ৰতি কিয় শৰ মাৰিলে ? )

**অভিপ্ৰায় ঃ**

সাদৃশ্য বশতঃ অভূতপূৰ্ব্ব অৰ্থৰ ( নোহোৱা নোপজা কথাৰ ) কল্পনা কৰাক অভিপ্ৰায় বোলা হয়। ১৮১

উদাহৰণ অভিজ্ঞান-শকুন্তল নাটকত ; যেনে—

ইদং কিলাৱ্যাজ মনোহৰং বপুস্তপঃক্লমং সাধয়িতুং য ইচ্ছতি
ধ্ৰুবং স নীলোৎপলপত্ৰধাৰয়া শমীলতাং ছেত্তুমৃষিৰ্ব্যৱস্যতি ॥

[ এই নিসৰ্গ সুন্দৰ ( স্বভাৱতে মনোহৰ ) শৰীৰটিৰে যিজনে তপস্যাৰ কৃচ্ছ্ৰসাধন কৰাব খুজিছে, সেই ঋষি জনাই নিশ্চয় নীলোৎপলৰ কোমল পাহিৰ ধাৰেৰে শমীগছ কাটিবলৈ প্ৰয়াস কৰিছে ? ]

**প্ৰাপ্তি ঃ**

য'ত কোনো এটা অৰ্থৰ কেৱল এক অংশৰদ্বাৰা কোনো এটা অৰ্থৰ অনুমান কৰা হয়, তাৰ নাম প্ৰাপ্তি। ১৮২

উদাহৰণ মোৰ ৰচিত প্ৰভাৱতী নাটকত ; যেনে—

"এই চাৰিওপিনে ঘূৰি ফুৰা ভোমোৰাটোৱে অৱশ্যে মোৰ প্ৰিয়তমা প্ৰভাৱতীৰ খবৰ জানিব পায়।"

[ ইয়াত ভ্ৰমৰৰ বিচৰণৰ দ্বাৰা তাৰ প্ৰভাৱতী বিষয়ক জ্ঞান অনুমান কৰা হৈছে। ]

**বিচাৰ ঃ**

যুক্তিযুক্ত বাক্যৰদ্বাৰা অপ্ৰত্যক্ষ বস্তুৰ প্ৰতিপাদনক বিচাৰ বোলা হয়। ১৮৩

উদাহৰণ মোৰ ৰচিত চন্দ্ৰকলা নাটকত ; যেনে—

ৰাজা। নূনমিয়মন্তঃপিহিতমদনৱিকাৰাৱৰ্ত্ততে। যতঃ,

হসতি পৰিতোষৰহিতং নিৰীক্ষ্যমাণাপি নেক্ষতে কিঞ্চিৎ।
সখ্যামুদাহৰন্ত্যামসঞ্জসমুত্তৰং দত্তে॥

( ৰজা। নিশ্চয় এওঁ নিজৰ অন্তৰৰ মদনবিকাৰ ঢাকি ৰাখিছে, কাৰণ এওঁ হাঁহিছে যদিও সি সন্তোষৰ হাঁহি নহয়, সখীসকলে এওঁৰ পিনে চোৱাতো এওঁ তেওঁবিলাকৰ পিনে নাচায়, সখীয়েকহঁতে এওঁক কিবাকিবি কলেও এওঁ তেওঁবিলাকৰ কথাৰ অসংলগ্ন উত্তৰ দিয়ে )

**দিষ্ট ঃ**

দেশ আৰু কালৰ স্বৰূপ অনুসৰি কৰা বস্তু বৰ্ণনাক দিষ্ট বোলা হয়। ১৮৪

উদাহৰণ বেণীসংহাৰ নাটকত ; যেনে–

**সহদেৱঃ।**

যদ্বৈদ্যুতমিৱ জ্যোতিৰায্যে ক্ৰুদ্ধেঽদ্য সম্ভৃতম্।
তৎ প্ৰাবৃড়িৱ কৃষ্ণেয়ং নূনং সংবৰ্দ্ধয়িষ্যতি॥

( সহদেৱ। আজি ক্ৰুদ্ধ ককাইদেউৰ যি বৈদ্যুতিক জ্যোতি প্ৰকাশ পাইছে, বৰ্ষাকালৰ দৰে এই দ্ৰৌপদীয়ে নিশ্চয় তাক আৰু বেছি কৰি তুলিব )

**উপদিষ্ট ঃ**

য'ত শাস্ত্ৰ অনুসাৰে মনোহৰ বাক্য প্ৰয়োগ কৰা হয়, তাকে উপদিষ্ট বোলে। ১৮৫

উদাহৰণ অভিজ্ঞানশকুন্তল-নাটকত ; যেনে—

**কণ্বঃ।**

**শুশ্ৰূষস্ব গুৰূন্ কুৰু প্ৰিয়সখীবৃত্তিং সপত্নীজনে।**
**ভৰ্ত্তুৰ্বিপ্ৰকৃতাপি ৰোষণতয়া মাস্ম প্ৰতীপং গমঃ॥**

( **গুৰুজনক** সেৱা শুশ্ৰূষা কৰিবা, সপত্নীবিলাকৰ প্ৰতি প্ৰিয়সখীৰ দৰে আচৰণ কৰিবা, স্বামীয়ে কিবা বেয়া ব্যৱহাৰ কৰিলেও খং কৰি তেওঁৰ বিৰুদ্ধাচৰণ নকৰিবা।

ভৃত্যবৰ্গক বেছিকৈ দয়া মৰম কৰিবা, নিজৰ সৌভাগ্যৰ কাৰণে গৰ্ব্ব নকৰিবা এইদৰে চলি যুৱতীসকলে সুগৃহিণী বুলি পৰিচিত হয় আৰু ইয়াৰ প্ৰতিকূলে চলা যুৱতীসকল বংশৰ লোকসকলৰ মানসিক কষ্টৰ কাৰণ হয়।)

গুণাতিপাত ঃ

যত গুণৰ বিপৰীত কাৰ্য্য বৰ্ণনা কৰা হয় সেয়ে
গুণাতিপাত। ১৮৬

উদাহৰণ মোৰ চন্দ্ৰকলা নাটকত ; যেনে—

চন্দ্ৰৰ প্ৰতি উক্তি ঃ
জই সংহৰিজ্জই তমো ধেজ্জই স অলেহিং তে পাও।
ৰসসি সিৰে পসুৰইণো তহবি হু ইত্থীঅ জীঅণং হৰসি ॥

(যদিও তুমি অন্ধকাৰৰ সংহাৰকৰ্ত্তা তথাপি সকলো লোকে তোমাৰ চৰণ (কিৰণ) গ্ৰহণ কৰে আৰু যদিও তুমি ভগৱান শিৱৰ মূৰত বিৰাজ কৰা, তথাপি তিৰোতাৰ জীৱন হৰণ কৰা।)

গুণাতিশয় ঃ

সাধৰ্ম্ম্যৰ কীৰ্ত্তনৰদ্বাৰা য'ত উপমেয়ৰ গুণাধিক্য প্ৰকাশ
কৰা হয়, সেয়ে গুণাতিশয়। ১৮৭

উদাহৰণ সেই চন্দ্ৰকলা নাটকতে ; যেনে—

ৰাজা।

অসাৰন্তশ্চঞ্চদ্বিকচনৱনীলাব্জযুগল
স্তলস্ফূৰ্জ্জৎ কম্বুৰ্বিলসদলিসংঘাত উপৰি।
ৱিনা দোষাসঙ্গং সততপৰিপূৰ্ণাখিলকলঃ
কুতঃ প্ৰাপ্তশ্চন্দ্ৰো ৱিগলিতকলঙ্কঃ সুমুখি তে ॥

[ চন্দ্ৰকলাৰ মুখৰ পিনে লক্ষ্য কৰি কোৱা হৈছে ]

(ৰজা। হে সুমুখি, যাৰ ভিতৰত এনেকুৱা সুন্দৰ নতুন নীলকমল-যুগল (চকুহুটা) ফুলি আছে, তলৰ পিনে এনেকুৱা মনোহৰ কম্বু (শঙ্খ অৰ্থাৎ ডিঙি)

বিৰাজ কৰিছে আৰু ওপৰৰ পিনে ভ্ৰমৰসমূহ ( কেশপাশ ) শোভা পাইছে, এনেকুৱা নিষ্কলঙ্ক ( দোষলেশহীন ) সদায় ষোড়শ কলাৰে ( সঙ্গীত আদি-কলাৰে ) পৰিপূৰ্ণ চন্দ্ৰ ( মুখখন ) তুমি ক'ত পালা ? )

**বিশেষণ :**

যত প্ৰসিদ্ধ বহুত সামান্য ধৰ্ম্মৰ কথা কৈ পাচত উপমেয়ৰ বৈশিষ্ট্যৰ বৰ্ণনা কৰা হয় তাৰ নাম বিশেষণ। ১৮৮

উদাহৰণ ; যেনে—

তৃষ্ণাপহাৰী ৱিমলো দ্বিজাৱাসো জনপ্ৰিয়ঃ।
হ্ৰদঃ পদ্মাকৰঃ কিন্তু বুধস্ত্বং স জলাশয়ঃ ॥

( তৃষ্ণাপহাৰী ( জলাশয়ৰ পক্ষে পানীৰ পিয়াহ পূৰণ কৰোতা ) বিমল ( জলাশয়ৰ পক্ষে স্বচ্ছজলপূৰ্ণ আৰু বৰ্ণনীয় পুৰুষৰ পক্ষে নিৰ্ম্মল হৃদয়ৰ ), দ্বিজাবাস ( উপমানৰ পক্ষে জলচৰ পক্ষীৰ নিবাস আৰু উপমেয়পক্ষে ব্ৰাহ্মণৰ আশ্ৰয়স্থল ) জনপ্ৰিয় ( সকলো প্ৰাণীয়ে ভালপোৱা ) আৰু পদ্মাকৰ ( জলাশয়ৰ পক্ষে পদুম ফুলৰ জন্মস্থান আৰু বৰ্ণনীয় পুৰুষৰ পক্ষে লক্ষ্মীৰ আবাস স্বৰূপ ) তুমিয়ে ; কিন্তু সি হ'ল জলাশয় ( জড়াশয়, মূৰ্খ বা অচেতন ) আৰু তুমি হলা বুধ অৰ্থাৎ জ্ঞানী লোক। )

**নিৰুক্তি :**

পূৰ্ব্বসিদ্ধ অৰ্থৰ বৰ্ণনাকে নিৰুক্তি বোলা হয় ॥ ১৮৯

উদাহৰণ বেণীসংহাৰ নাটকত ; যেনে—

'নিহতাশেষ-কৌৰব্য'—
( সমস্ত কৌৰৱ কুল নিহত হ'ল ) ইত্যাদি

**সিদ্ধি :**

এটা অভিপ্ৰেত অৰ্থৰ সিদ্ধিৰ অৰ্থে অনেক অৰ্থৰ বৰ্ণনাক সিদ্ধি বোলা হয়। ১৯০

উদাহৰণ ; যেনে—

যদ্বীৰ্য্যং কূৰ্ম্মৰাজস্য যশ্চ শেষস্য ৱিক্রমঃ।
পৃথিব্যা ৰক্ষণে ৰাজন্ একত্ৰ ত্বয়ি তৎ স্থিতম্ ॥

( মহাৰাজ, পৃথিৱী ৰক্ষাৰ অৰ্থে কূৰ্ম্মাৱতাৰ বিষ্ণুৰ যি বীৰত্ব আৰু অনন্ত নাগৰ যি বিক্রম সেই দুয়োটাই অকল আপোনাতে একত্ৰ হৈছে। )

**ভ্ৰংশ ঃ**

কোনো অহঙ্কাৰী লোকে কবলগীয়া কথাৰ পৰিৱৰ্ত্তে নকবলগীয়া কথা কোৱাকে ভ্ৰংশ বোলে। ১৯১

উদাহৰণ ; যেনে—বেণীসংহাৰ নাটকৰ ( কঞ্চুকীৰ প্ৰতি ) দুৰ্য্যোধন।

সহভৃত্যগণং সবান্ধৱং সহমিত্ৰং সসুতং সহানুজম্।
স্ববলেন নিহন্তি সংযুগে ন চিৰাৎ পাণ্ডুসুতঃ সুযোধনম্ ॥

( পাণ্ডুপুত্ৰই যুদ্ধত নিজবলেৰে অবিলম্বে, ভৃত্যবৰ্গ, বন্ধুগণ, মিত্ৰসমূহ আৰু পুত্ৰসকলেৰে সৈতে দুৰ্য্যোধনক মাৰি পেলাব )

**বিপৰ্য্যয় ঃ**

সন্দেহবশতঃ পূৰ্ব্বে কৰা নিশ্চয়ৰ পৰিৱৰ্ত্তন কৰাক বিপৰ্য্যয় বোলে। ১৯২

উদাহৰণ ; যেনে—

মত্বা লোকমদাতাৰং সন্তোষে যৈঃ কৃতামতিঃ।
ত্বয়ি ৰাজনি তে ৰাজন্ ন তথা ব্যৱসায়িনঃ ॥

( মহাৰাজ, যিসকলে লোকসমাজত কোনো দাতা নাই বুলি ভাবি সন্তোষ ব্ৰত গ্ৰহণ কৰিব ( উদাসীন হব ) খুজিছিল, সেইবিলাকে এতিয়া আপোনাক দেখি ( দাতা আছে বুলি বুজিব পাৰি ) সেই সংকল্প পৰিত্যাগ কৰিছে। )

**দাক্ষিণ্য ঃ**

শাৰীৰিক চেষ্টা আৰু কথাৰেও আনৰ মন যোগাই চলাক দাক্ষিণ্য বোলা হয়। ১৯৩

বাক্যৰদ্বাৰা আনৰ মন যোগাই চলাৰ উদাহৰণ ; যেনে—

প্ৰসাধয় পুৰীং লঙ্কাং ৰাজা ত্বং হি ৱিভীষণ।
আৰ্য্যেণানুগৃহীতস্য ন বিঘ্নঃ সিদ্ধিমন্তৰা ॥

( বিভীষণ, এতিয়া তুমি ৰজা হৈছা, লঙ্কাপুৰীলৈ গৈ তাৰ শোভা বৰ্দ্ধন কৰা ; পূজনীয় ৰামৰ অনুগ্ৰহ লাভ কৰা লোকৰ কাৰ্য্যসিদ্ধিত কোনো বিঘিনি নঘটে। )

শাৰীৰিক চেষ্টাৰদ্বাৰা আনৰ মন যোগাই চলাৰ উদাহৰণ পাঠকে নিজে বুজি লব পাৰিব।

**অনুনয় ঃ**

স্নেহপূৰ্ণ কথাৰে প্ৰয়োজন সাধন কৰাক অনুনয় বোলে। ১৯৪

উদাহৰণ বেণীসংহাৰ নাটকত ; যেনে—

কৃপঃ। দিব্যাস্ত্ৰগ্ৰামকোৱিদে ভাৰদ্বাজতুল্যপৰাক্ৰমে কিং ন সম্ভাৱ্যতে ত্বয়ি।

( অশ্বত্থামাৰ প্ৰতি কৃপ ঃ দিব্য অস্ত্ৰসমূহৰ তত্বজ্ঞ, দ্ৰোণাচাৰ্য্যৰ তুল্যপৰাক্ৰমী তোমাৰ পক্ষে কৰিব নোৱাৰা কাম কি আছে ? )

**মালা ঃ**

অভীষ্ট অৰ্থৰ সিদ্ধিৰ কাৰণে অৰ্থৰ উপস্থাপন কৰাক মালা বোলা হয়। ১৯৫

উদাহৰণ অভিজ্ঞান শকুন্তলা নাটকত ; যেনে—

ৰাজা। কিং শীকৰৈঃ ক্লমিমৰ্দ্দিভিৰাৰ্দ্ৰৱাতং
সঞ্চাৰয়ামি নলিনীদলতালবৃন্তম্।
অঙ্কে নিৱেশ্য চৰণাৱুত পদ্মতাম্ৰৌ
সংৱাহয়ামি কৰভোৰু যথা সুখং তে ॥

( ৰজা। প্ৰিয়তমে, শ্ৰমাপনোদক জলকণিকাৰে আৰ্দ্ৰ পদ্মপাতৰ বিচনীৰ বা দিমনে কি ? নাইবা হে কৰভোৰু, যাতে তোমাৰ ভাল লাগে তাৰ কাৰণে তোমাৰ পদুমৰ নিচিনা কোমল ৰঙচুৱা ভৰি দুখন কোলাত তুলি লৈ মলচি দিমনেকি ? )

**অৰ্থাপত্তি ঃ**

কোনো এটা বস্তু বৰ্ণনাৰ দ্বাৰা অৰ্থতঃ আন এটা বস্তুৰ প্ৰতীতি হোৱাকে অৰ্থাপত্তি বোলা হয়। ১৯৬

উদাহৰণ বেণীসংহাৰ নাটকত ; যেনে—

ৰাজা। সাধু অঙ্গৰাজ, সাধু,
দত্ত্বাভয়ং সোঽতিৰথো বধ্যমানং কিৰীটিনা।
সিন্ধুৰাজমুপেক্ষেত নৈৱং চেৎ কথমন্যথা ॥

[ দ্ৰোণই অশ্বত্থামাক কুৰুৰাজ্যত অভিষিক্ত কৰিবলৈ ইচ্ছা কৰে বুলি কৰ্ণই কোৱাত দুৰ্যোধনৰ উক্তি ] "সঁচা. অঙ্গৰাজ, সঁচা কথা, নহলে এই অতিৰথী দ্ৰোণাচাৰ্য্যই আগেয়ে নিজে সিন্ধুৰাজ জয়দ্ৰথক অভয় দি পাচত অৰ্জ্জুনে তেওঁক বধ কৰাৰ সময়ত উদাসীন হৈ থাকিব কিয় ? )

**গৰ্হণ ঃ**

দোষ ঘোষণাৰ পাচত যি ভৰ্ৎসনা কৰা হয়, তাকে গৰ্হণ ( গৰিহণা ) বোলে। ১৯৭

উদাহৰণ বেণীসংহাৰ নাটকতে ; যেনে—

**অশ্বত্থামা।**

নিৰ্বীৰ্য্যং গুৰুশাপভাষিতৱশাৎ কিং মে তৱেৱায়ুধম্
সম্প্ৰত্যেৱ ভয়াদ্বিহায় সমৰং প্ৰাপ্তোঽস্মি কিং ত্বং যথা।
জাতোঽহং স্তুতিৱংশকীৰ্ত্তনৱিদাং কিং সাৰথীনাং কুলে
ক্ষুদ্ৰাৰাতিকৃতাপ্ৰিয়ং প্ৰতিকৰোম্যস্ত্ৰেণ নাস্ত্ৰেণ কিম্ ॥

( কৰ্ণৰ প্ৰতি অশ্বত্থামা। তোমাৰ অস্ত্ৰৰ দৰে মোৰ অস্ত্ৰবিলাক গুৰুৰ শাপত বীৰ্য্যহীন হৈ পৰিছেনে ? এইমাত্ৰ তোমাৰ দৰে মই যুদ্ধৰপৰা ভয়ত পলাই আহিছোঁনে ? তোমাৰ দৰে মই ৰজাৰ বংশাৱলী আৰু স্তুতিপাঠত অভিজ্ঞ সাৰথিৰ কুলত উপজিছোঁনে ? এই ক্ষুদ্ৰ শত্ৰুবিলাকৰ অপকাৰৰ প্ৰতীকাৰ মই অস্ত্ৰেৰে নকৰি চকুৰ লোৰে কৰিমনে ? ]

**পৃচ্ছা ঃ**

প্ৰাৰ্থনাত্মক বাক্যৰদ্বাৰা অভিপ্ৰেত বিষয়ৰ অন্বেষণ (অনুসন্ধান) কৰাক পৃচ্ছা বোলে। ১৯৮

উদাহৰণ বেণীসংহাৰতে ; যেনে—

সুন্দৰকঃ। অজ্জা অবি ণাম সাৰথিদুদিও দিটে্ঠা তুহ্মেহিং মহাৰাও দুজ্জোধনো ণ বেত্তি।

( সুন্দৰক। সজ্জন সকল, অকল সাৰথিৰে সৈতে মহাৰাজ দুৰ্য্যোধনক এইপিনে অহা আপোনালোকে দেখিছেনে ? )

**প্ৰসিদ্ধি ঃ**

কোনো লোক-প্ৰসিদ্ধ উৎকৃষ্ট অৰ্থৰ যোগেদি অভিপ্ৰেত অৰ্থৰ প্ৰতিপাদনকে প্ৰসিদ্ধি বোলা হয়। ১৯৯

উদাহৰণ বিক্ৰমোৰ্ব্বশীয় নাটকত ; যেনে—

সূৰ্য্যোচন্দ্ৰমসৌ যস্য মাতামহপিতামহৌ।
স্বয়ং বৃতস্পতিৰ্দ্বাভ্যামুৰ্ব্বশ্যা চ ভুৱা চ যঃ ॥

( ৰজা। যাৰ মাতামহ সূৰ্য্য আৰু পিতামহ চন্দ্ৰ, যাক পৃথিৱী আৰু উৰ্ব্বশী দুয়োজনে নিজে পতি-বৰণ কৰি লৈছে সেইজনেই মই। )

**সাৰূপ্য ঃ**

পূৰ্ব্বে অনুভূত কোনো অনুৰূপ বস্তুৰ যি সাদৃশ্যৰদ্বাৰা মানসিক ক্ষোভ ( অসন্তুষ্টি ) বাঢ়ে, তেনেকুৱাভাৱে উপস্থাপিত সাদৃশ্যই সাৰূপ্য। ২০০

উদাহৰণ বেণীসংহাৰ নাটকত ; যেনে—

যুধিষ্ঠিৰে ভীমকে দুৰ্য্যোধন যেন দেখি কৈছে—
"দুৰাত্মা, পাপিষ্ঠ, দুৰ্য্যোধন" ইত্যাদি।

**সংক্ষেপ ঃ**

আনতকৈ নিজক অবিশেষভাৱে আনৰ ঠাইত উপস্থাপিত কৰাকে সংক্ষেপ বোলে। ২০১

উদাহৰণ মোৰ ৰচিত চন্দ্ৰকলা নাটিকাত ; যেনে—

ৰাজা। প্ৰিয়ে,

অঙ্গানি খেদয়সি কিং শিৰীসকুসুমপৰিপেলৱানি মুধা।
অয়মীহিত কুসুমানাং সম্পাদয়িতা তৱাস্মি দাসজনঃ॥

( ৰজা। প্ৰিয়ে, শিৰীষফুলৰ দৰে সুকোমল অঙ্গক তুমি কিয় মিছাতে কষ্ট দিছা? ( নিজক দেখুৱাই ) তুমি আনিব খোজা ফুল ছিঙি আনিবৰ কাৰণে তোমাৰ এই দাস উপস্থিত আছে নহয়। )

**গুণ কীৰ্ত্তন ঃ**

গুণৰ বৰ্ণনাক গুণকীৰ্ত্তন বোলা হয়। ২০২

উদাহৰণ সেই চন্দ্ৰকলা নাটিকাতে ; যেনে—
"নেত্ৰে খঞ্জনগঞ্জনে সৰসিজপ্ৰত্যাৰ্থি"…

( চকুদুটা খঞ্জনতকৈয়ো অধিক ধুনীয়া, মুখখন পদুমতকৈয়ো শোভাসম্পন্ন ইত্যাদি। )

**লেশ ঃ**

সাদৃশ্য প্ৰকাশক বাক্যক লেশ বোলা হয়। ২০৩

উদাহৰণ বেণীসংহাৰ নাটকত ; যেনে—

ৰাজা। হতে জৰতি গাঙ্গেয়ে পুৰস্কৃত্য শিখণ্ডিনম্।
যা শ্লাঘা পাণ্ডুপুত্ৰাণাং সৈৱাস্মাকং ভৱিষ্যতি॥

( ৰজা। শিখণ্ডীক আগত ৰাখি বৃদ্ধ বীৰ ভীষ্মক মৰাৰ কাৰণে পাণ্ডৱসকলৰ যি প্ৰশংসা হৈছে ( অভিমন্যুক সপ্তৰথীয়ে বেঢ়ি মৰাৰ কাৰণে ) আমাৰো সেই সদ্‌নামেই হব। )

**মনোৰথ ঃ**

বিচিত্ৰ বাক্যভঙ্গীৰে মনৰ অভিপ্ৰায় প্ৰকাশ কৰাৰ নাম মনোৰথ। ২০৪

উদাহৰণ ; যেনে—

ৰতিকেলিকলঃ কশ্চিদেষ মন্মথমন্থৰঃ ।
পশ্য সুভ্রু সমাশ্বস্তাং কাদম্বশ্চুম্বতি প্রিয়াম্ ॥

( সুন্দৰী, ৰতিক্রীড়াত মত্ত হৈ মধুৰ শব্দ কৰা, কামমোহিত এই ৰাজহাঁহটোৱে অতি আদৰেৰে প্রিয়াৰ মুখচুম্বন কৰিছে, চোৱাঁ । )

**অনুক্তসিদ্ধি ঃ**

যি কোনো অৰ্থবিশেষৰ আলোচনা বা তৰ্কৰ দ্বাৰা বিস্তাৰ সাধনক অনুক্তসিদ্ধি বোলা হয় । ২০৫

উদাহৰণ গৃহবৃক্ষ বাটিকাত ; যেনে—

দৃশ্যেতে তন্বি যাৱেতৌ চাৰুচন্দ্রমসং প্রতি ।
প্রাজ্ঞে কল্যাণনামানাৱুভৌ তিষ্যপুনৰ্বসূ ॥

( হে বুদ্ধিমতী, সুন্দৰী সীতা, মনোহৰ চন্দ্রৰ ওচৰত যি দুটা তৰা দেখা গৈছে, সেই দুটা হৈছে স্বনামধন্য তিষ্য আৰু পুনৰ্ব্বসু । ) [এই বাক্যত উপস্থাপিত অৰ্থৰ আলোচনাৰদ্বাৰাই ইয়াত অৱণিত বিশ্বামিত্র ৰাম আৰু লক্ষ্মণ এই তিনিজনৰ প্রতীতি হৈছে, গতিকে ই অনুক্তসিদ্ধিৰ উদাহৰণ । ]

**প্রয়োক্তি বা প্রিয়বচন ঃ**

পূজনীয় লোকক উৎকৃষ্টৰূপে প্রতিপন্ন কৰিবৰ অৰ্থে দিয়া আনন্দজনক ভাষণকে প্রিয়োক্তি বা প্রিয়বচন বোলে । ২০৬

উদাহৰণ অভিজ্ঞান শকুন্তল নাটকত ; যেনে—

উদেতি পূৰ্ব্বং কুসুমং ততঃ ফলং ঘনোদয়ঃ প্রাক্ তদনন্তৰং পয়ঃ ।
নিমিত্তনৈমিত্তিকয়োৰয়ং বিধিস্তৱ প্রসাদস্য পুৰস্তু সম্পদঃ ॥

প্রথমতে ফুল ধৰে তাৰ পাচত হয় ফল ; আগেয়ে মেঘ উঠে তাৰ পাছত বৰষুণ হয়; এয়ে ( অৰ্থাৎ কাৰণৰ পাছত কাৰ্য্য হোৱাটোৱে ) কাৰ্য্য কাৰণৰ চিৰন্তন নিয়ম । কিন্তু আপোনাৰ ( মহৰ্ষি কণ্বৰ ) হলে ভক্তৰ প্রতি প্রসন্ন হোৱাৰ আগয়ে তেওঁলোকৰ কল্যাণ লাভ হয় । )

**নাট্যালঙ্কাৰ নিৰূপণ ঃ**

এতিয়া নাট্যালঙ্কাৰৰ কথা কোৱা হৈছে ঃ—(১) আশীঃ, (২) আক্রন্দ, (৩) কপট, (৪) অক্ষমা, (৫) গৰ্ব্ব, (৬) উদ্যম, (৭) আশ্রয়, (৮) উৎপ্রাসন, (৯) স্পৃহা, (১০) ক্ষোভ, (১১) পশ্চাত্তাপ, (১২) উপপত্তি, (১৩) আশংসা, (১৪) অধ্যৱসায়, (১৫) বিসর্প, (১৬) উল্লেখ, (১৭) উত্তেজন, (১৮) পৰিবাদ, (১৯) নীতি, (২০) অর্থবিশেষণ, (২১)প্রোৎসাহণ, (২২) সাহায্য, (২৩) অভিমান, (২৪) অনুবৰ্ত্তন, (২৫) উৎকীৰ্ত্তন, (২৬) যাচ্ঞা, (২৭) পৰিহাৰ, (২৮) নিবেদন, (২৯) প্রৱৰ্ত্তন, (৩০) আখ্যান, (৩১) যুক্তি, (৩২) প্রহর্ষ আৰু (৩৩) উপৰেশন। এই তেত্রিশবিধ নাট্যলঙ্কাৰ নাট্যৰ ভূষণ স্বৰূপ শোভাবৰ্দ্ধক।

**প্ৰথম নাট্যালঙ্কাৰ আশী ঃ**

ইষ্টজনৰ অভ্যুদয় প্রার্থনা কৰাৰ নাম আশীঃ। ২০৮

উদাহৰণ অভিজ্ঞান-শকুন্তল নাটকত ; যেনে—

যযাতেৰিৱ শৰ্ম্মিষ্ঠা পত্যুৰ্বহুমতা ভৱ।
পুত্ৰং ত্বমিৱ সম্রাজং সেৱ পুৰুমৱাপ্নুহি ॥

( শৰ্ম্মিষ্ঠা যেনেকুৱা যযাতি ৰজাৰ প্রিয়পাত্র আছিল, তুমিও তেনেকুৱা পতিৰ প্রিয়পাত্র হোৱা আৰু শৰ্ম্মিষ্ঠাই সম্রাট পুত্র পুৰুক লাভ কৰাৰ দৰে তুমিও সম্রাট পুত্ৰৰ জননী হোৱা )

**দ্বিতীয় নাট্যালঙ্কাৰ আক্রন্দ ঃ**

শোকৰ আবেগত যিহকে তিহকে বকাৰ নাম আক্রন্দ। ২০৯

উদাহৰণ বেণীসংহাৰ নাটকত ; যেনে—

কঞ্চুকী। হা দেৱি. কুন্তি, ৰাজভৱন-পতাকা! ইত্যাদি

**তৃতীয় নাট্যালঙ্কাৰ কপট ঃ**

মায়াৰ ( যাদুৰ ) দ্বাৰা আন এটা বস্তুৰ আন এটাৰ ৰূপত প্ৰকাশ কৰাকে কপট বোলা হয়। ২১০

উদাহৰণ ; যেনে—

( নাটক বিশেষৰ ) কুলপত্যঙ্কত

মৃগৰূপং পৰিত্যজ্য বিধায় কপটং ৱপুঃ ।
নীয়তে ৰক্ষসা তেন লক্ষ্মণো যুধি সংশয়ম্ ॥

( মাৰীচ ৰাক্ষসে নিজৰ মৃগৰূপ এৰি আন এটা মায়িক ৰূপ গ্ৰহণ কৰিলে আৰু সেইৰূপ ধৰি যুদ্ধত লক্ষ্মণৰ জীৱন সংশয়গ্ৰস্ত কৰি তুলিলে । )

**চতুৰ্থ নাট্যালঙ্কাৰ অক্ষমা ঃ**

অলপো পৰাজয় বা অনাদৰ সহ্য কৰিব নোৱাৰাৰ নাম অক্ষমা । ২১১

উদাহৰণ অভিজ্ঞান-শকুন্তল নাটকত ; যেনে —

ৰাজা । ভো সত্যবাদিন্ ! অভ্যুপগতং তাৱদস্মাভিৰেৱংৱিধা
এৱ ৱয়ম্ । কিং পুনৰেনামভিসন্ধায় লভ্যতে ॥

শাঙ্গৰৱঃ । বিনিপাতঃ···ইত্যাদি ।

ৰজা । হে সত্যবাদী মুনি ! ধৰি ললো বাৰু মই প্ৰৱঞ্চকেই কিন্তু এওঁক প্ৰৱঞ্চনা কৰাৰ পৰা মোৰ লাভ কি ? শাৰ্ঙ্গৰৱ ঃ—অধঃপতন ইত্যাদি । )

**পঞ্চম নাট্যালঙ্কাৰ গৰ্ব্ব ঃ**

অভিমান ( গৰ্ব্ব ) প্ৰকাশক বাক্যৰ নাম গৰ্ব্ব । ২১২

উদাহৰণ অভিজ্ঞান শকুন্তল নাটকত ; যেনে—

ৰাজা । মমাপি নাম সত্ত্বৈৰভিভূয়ন্তে গৃহাঃ ?

( ৰজা । উঃ মোৰ ঘৰতো পিশাচৰ উপদ্ৰৱ )

**ষষ্ঠ নাট্যালঙ্কাৰ উদ্যম ঃ**

কৰ্ম্মৰ আৰম্ভক উদ্যম বোলা হয় । ২১৩

উদাহৰণ কুম্ভাঙ্কত ; যেনে—

ৰাৱণঃ । পশ্যামি শোকৱিৱশোঽন্তকমেৱ তাৱৎ ।

( ৰাৱণ । শোকত অধীৰ হৈ মই সাক্ষাৎ যম দেখা যেন দেখিছোঁ ।

**সপ্তম নাট্যালঙ্কাৰ আশ্ৰয় ঃ**

কাৰ্য্যসিদ্ধিৰ অৰ্থে উপযুক্ত গুণৱান লোক আদিৰ আশ্ৰয় গ্ৰহণকে আশ্ৰয় বোলা হয়। ২১৪

উদাহৰণ বিভীষণ নিভৰ্ৰ্সনাঙ্কত ; যেনে—

বিভীষণ। ৰামৰে আশ্ৰয় লওঁহঁক।

**অষ্টম নাট্যলঙ্কাৰ উৎপ্ৰাসন ঃ**

নিজক সাধুলোক বুলি ভাবোতা অসাধুলোকক উপহাস কৰাৰ নাম উৎপ্ৰাসন। ২১৫

উদাহৰণ অভিজ্ঞান শকুন্তলা নাটকত ; যেনে—

শাৰ্ঙ্গৰৱ ঃ। ৰাজন্, অথ পুনঃ পূৰ্ব্ববৃত্তান্তমন্যসঙ্গাদ্বিস্মৃতো ভৱান্, তৎ কথমধৰ্ম্মভীৰোৰ্দাৰপৰিত্যাগঃ ?

( শাৰ্ঙ্গৰৱ। মহাৰাজ, আপুনি অন্যাসক্ত হৈ আগৰ কথা ( শকুন্তলাক গান্ধৰ্ব বিধিৰে বিয়া কৰোৱাৰ কথা ) পাহৰি গৈছে ; কিন্তু অধৰ্ম্মৰ প্ৰতি ভয় থকা আপোনাৰ নিচিনা লোকে ধৰ্ম্মপত্নীক পৰিত্যাগ কৰে কেনেকৈ ? ) ইত্যাদি।

**নৱম নাট্যালঙ্কাৰ আকাঙ্ক্ষা ঃ**

কোনো বস্তু মনোহৰ হোৱাৰ কাৰণে তাৰ প্ৰতি যি স্পৃহা জন্মে, তাকে আকাঙ্ক্ষা বোলে। ২১৬

উদাহৰণ অভিজ্ঞান শকুন্তল নাটকতে ; যেনে—

ৰাজা। চাৰুণা স্ফুৰিতেনায়মপৰীক্ষিতকোমলঃ।
পিপাসতো মমানুজ্ঞাং দদাতীৱ প্ৰিয়াধৰঃ॥

( ৰজা। এই পৰ্য্যন্ত অচুম্বিত হৈ থকাৰ কাৰণে অতি কোমল প্ৰিয়াৰ অধৰৰ এই সুন্দৰ কঁপনিয়ে চুমিবলৈ ইচ্ছুক হৈ থকা মোক যেন চুমিবলৈ অনুজ্ঞাহে দিছে। )

**দশম নাট্যালঙ্কাৰ ক্ষোভ :**

নিন্দাসূচক বাক্য প্ৰয়োগ কৰা ( গালি পৰা ) মানসিক অৱস্থাই ক্ষোভ। ২১৭

উদাহৰণ ; যেনে—

ত্বয়া তপস্বিচাণ্ডাল ! প্ৰচ্ছন্নবধৱৰ্ত্তিনা।

ন কেৱলং হতো বালী স্বাত্মাচ পৰলোকতঃ ॥

(হেৰ তপস্বি চণ্ডাল ৰাম, প্ৰচ্ছন্নভাৱে থাকি কৰা এই হত্যা কাৰ্য্যৰ দ্বাৰা তই অকল বালীকে বধ কৰা নাই, নিজকো পৰলোকৰপৰা অধঃপতিত কৰিছ।)

**একাদশ নাট্যলঙ্কাৰ পশ্চাত্তাপ ঃ**

মোহ (অজ্ঞানবশতঃ) কোনো অভীষ্ট অৰ্থ উপেক্ষা কৰি পাচত তাৰ কাৰণে অনুতাপ কৰাৰ নাম পশ্চাত্তাপ। ২১৮

উদাহৰণ অনুতাপাঙ্কত ; যেনে—

ৰামঃ।

কিং দেৱ্যা ন ৱিচুম্বিতোঽস্মি বহুশো মিথ্যাভিশপ্তস্তদা

(ৰাম। হায়, তেতিয়া সীতাদেৱীয়ে মোক বহুত গালি শপনি পাৰিও এটা চুমা নিদিলে কিয় ?)

**দ্বাদশ নাট্যালঙ্কাৰ উৎপত্তি ঃ**

অভিপ্ৰেত কাৰ্য্যসিদ্ধিৰ অৰ্থে উপযুক্ত হেতুৰ উপস্থাপনক উৎপত্তি বোলা হয়। ২১৯

উদাহৰণ বাধ্যশিলাত প্ৰিয়াক দেখি. যেনে—

ম্ৰিয়তে মিয়মাণে সা ত্বয়ি জীৱতি জীৱতি।

তাং যদীচ্ছসি জীৱন্তীং ৰক্ষাত্মানং মমাসুভিঃ ॥

(যি জন তুমি মৰিলেই মৰিব আৰু তুমি জীয়াই থাকিলেই জীয়াই থাকিব তেওঁক যদি জীয়াই ৰাখিব খোজা, তেন্তে মোৰ জীৱনৰদ্বাৰা তোমাৰ জীৱন ৰক্ষা কৰা।)

**ত্ৰয়োদশ নাট্যালঙ্কাৰ আশংসা ঃ**

অভিলষিত বস্তুলাভৰ কাৰণে আশা প্ৰকাশ কৰাক আশংসা বোলে। ২২০

উদাহৰণ ( মালতীমাধৱ নাটকৰ ) শ্মশানত ; যেনে—

মাধৱ ঃ।

তৎ পশ্যে যমনঙ্গমঙ্গলগৃহং ভূয়োঽপি তস্যা মুখম্।

( মাধৱ। মদনৰ মঙ্গলময় আৱাসস্থান স্বৰূপ, তেওঁৰ সেই মুখখন যদি আৰু এবাৰ দেখা পালোঁহেঁতেন। )

**চতুৰ্দ্দশ নাট্যলঙ্কাৰ অধ্যৱসায় ঃ**

কোনো কাৰ্য্য কৰিবলৈ কৰা প্ৰতিজ্ঞা বা নিশ্চয়ক
অধ্যৱসায় বোলে। ২২১

উদাহৰণ মোৰ ৰচিত প্ৰভাৱতী নাটিকাত ; যেনে—

বজ্ৰনাভঃ।

অস্য ৱক্ষঃ ক্ষণেনৈৱ নিৰ্ম্মথ্য গদয়ানয়া।
লীলয়োন্মুলয়াম্যেৱ ভুৱনদ্বয়মদ্য ৱঃ॥

( বজ্ৰনাভ। তৎক্ষণাৎ এই গদাৰে ইয়াৰ বুকু চুৰমাৰ কৰি এতিয়াই মই অৱলীলাক্ৰমে তোমালোকৰ এই স্বৰ্গ মৰ্ত্ত্য দুয়োলোক নিৰ্মূল কৰিম। )

**পঞ্চদশ নাট্যালঙ্কাৰ বিসৰ্প ঃ**

যি কাৰ্য্যৰ আৰম্ভৰপৰা অনিষ্ট ফল হয় তাকে বিসৰ্প বোলে।২২২

উদাহৰণ বেণীসংহাৰ নাটকত ; যেনে—

"একস্যৈৱ বিপাকোঽয়ম্" কেশাকৰ্ষণৰূপ এটা দুষ্কাৰ্য্যৰ ফলেই এইখিনি, ইত্যাদি।

**ষোড়শ নাট্যালঙ্কাৰ উল্লেখ ঃ**

কোনো কাৰ্য্য কৰিবলৈ গাত লোৱাৰ নান উল্লেখ। ২২৩

উদাহৰণ অভিজ্ঞান শকুন্তল নাটকত ; যেনে—

তাপসৌ। সমিদাহৰণায় প্ৰস্থিতাৱাৱাম্। ইহ চাস্মদ্ গুৰোঃ কাশ্যপস্য

সাধিদৈৱত ইৱ শকুন্তলয়া অনুমালিনী তীৰমাশ্ৰমো দৃশ্যতে। নচেদন্য কাৰ্য্যাদিপাতঃ প্ৰৱিশ্য গৃহ্যতামতিথি-সৎকাৰঃ।

(তাপসদ্বয়। (ৰজাৰ প্ৰতি) আমি সমিধ গোটাবলৈ ওলাই আহিছোঁ। সৌৱা এই মালিনী নদীৰ পাৰতে আমাৰ গুৰুদেৱ কুলপতি কণ্ব মুনিৰ আশ্ৰম দেখা গৈছে। আশ্ৰমৰ সাক্ষাৎ অধিষ্ঠাত্ৰী দেৱতাৰ নিচিনা শকুন্তলা আশ্ৰমতে আছে। যদি আন কামৰ কোনো ব্যাঘাত নহয়, তেন্তে আশ্ৰমত সোমাই অতিথি সৎকাৰ গ্ৰহণ কৰকগৈ।)

**সপ্তদশ নাট্যলঙ্কাৰ উত্তেজন :**

নিজৰ কাৰ্য্যসিদ্ধিৰ অৰ্থে আন কোনোজনক সেই কামৰ অনুকূল কৰি তোলাৰ অভিপ্ৰায়ে কঠোৰ বাক্য প্ৰয়োগ কৰাৰ নাম উত্তেজন। ২২৪

উদাহৰণ ; যেনে—

ইন্দ্ৰজিচ্চণ্ডবীৰ্য্যোঽসি নাম্নৈৱ বলৱানসি।
ধিক্ ধিক্ প্ৰচ্ছন্নৰূপেণ যুধ্যসেঽস্মদ্‌ভয়াকুলঃ॥

(ইন্দ্ৰজিত্, তুমিতো প্ৰচণ্ড পৰাক্ৰমী, তোমাৰ নামটোৱে বলবীৰ্য্যৰ কথা প্ৰকাশ কৰে; ছিঃ ছিঃ তথাপি তুমি মোৰ ভয়ত ব্যাকুল হৈ লুকাই লুকাই যুঁজ কৰিব ধৰিছা?)

**অষ্টাদশ নাট্যলঙ্কাৰ পৰিবাদ :**

ভৎ'সনা কৰাৰ (গৰিহণা দিয়াৰ) নাম পৰিবাদ। ২২৫

উদাহৰণ বেণীসংহাৰৰ সুন্দৰাঙ্কত ; যেনে—

ধিক্ ধিক্ সূত! কিং কৃতৱানসি।
বৎসস্য মে দুৰ্ল্ললিতস্য পাপঃ পাপং ৱিধাস্যতি॥

(দুৰ্যোধন। ছিঃ ছিঃ সাৰথি, তুমি কি কৰিছা? হায়, এই পাপীয়ে (ভীমে) মোৰ স্বভাৱসুন্দৰ মৰমৰ ভাই, দুঃশাসনক এতিয়াই মাৰি পেলাব) ইত্যাদি।

**ঊনবিংশ নাট্যলঙ্কাৰ নীতি :**

শাস্ত্ৰমতে চলাৰ নাম নীতি। ২২৬

উদাহৰণ অভিজ্ঞান শকুন্তল নাটকত ; যেনে—

দুষ্যন্ত। বিনীতবেশে তপোবনত প্ৰৱেশ কৰিব লাগে।

**বিংশ নাট্যালঙ্কাৰ অৰ্থ বিশেষণ ঃ**

উপালম্ভ ( ঠাট্টা ) কৰাৰ উদ্দেশ্য, আগেয়ে কোৱা কথাকে বাৰম্বাৰ কোৱাকে অৰ্থ বিশেষণ বোলে। ২২৭

উদাহৰণ অভিজ্ঞান শকুন্তল নাটকত ; যেনে—

শাৰ্ঙ্গৰৱ। আঃ কথ মিদং নাম কিমিদমুপন্যস্তমিতি ? নন্নু ভৱানেৱ নিতৰাং লোকবৃত্তান্তে নিষ্ণাতঃ।

সতীমপি জ্ঞাতিকুলৈকসংশ্ৰয়াং
জনোঽন্যথা ভৰ্ত্তৃমতীং ৱিশঙ্কতে।
অতঃ সমীপে পৰিণেতুৰিষ্যতে
প্ৰিয়াপ্ৰিয়া ৱা প্ৰমদা স্ববন্ধুভিঃ॥

শাৰ্ঙ্গৰৱ। ( ৰজাৰ প্ৰতি ) আঃ 'কি নোহোৱা নোপজা কথা' বুলি কিয় কৈছে ? আপুনি নিজেইতো লোকসমাজৰ কথা জানে। সতী হলেও সধৱা তিৰোতা যদি অকল মাক বাপেকৰ ঘৰতে আশ্ৰয় লৈ থাকে, তেন্তে সেই তিৰোতাৰ বিষয়ে মানুহৰ মনত নানাপ্ৰকাৰ সন্দেহ হয়। সেই কাৰণে পিতৃ-মাতৃ আদি বন্ধুবৰ্গই, পতিয়ে ভাল পাওকেই বা নাপাওকে, তিৰোতাক পতিৰ ওচৰত ৰাখিবলৈ ইচ্ছা কৰে। )

**একবিংশ নাট্যালঙ্কাৰ প্ৰোৎসাহন ঃ**

কোনো কাৰ্য্যসিদ্ধিৰ উদ্দেশ্যে প্ৰবৃত্ত কৰাবলৈ কোনো লোকৰ প্ৰতি উৎসাহজনক বাক্য প্ৰয়োগ কৰাৰ নাম প্ৰোৎসাহন। ২২৮

উদাহৰণ, বালৰামায়ণত—

কালৰাত্ৰিকৰালেয়ং স্ত্ৰীতি কিং ৱিচিকিৎসসি।
তজ্জগত্ৰিতয়ং ত্ৰাতুং তাত তাড়য় তাড়কাম্॥

( বোপা, এই কালৰাত্ৰিৰ নিচিনা ভয়ঙ্কৰ তাড়কাজনীক কিয় তিৰোতা বুলি ভাবিছা ? তিনিও ভুবনৰ ৰক্ষাৰ অৰ্থে এইক মাৰি পেলোৱা )

**দ্বাবিংশ নাট্যালঙ্কাৰ সাহায্য :**

আনলোকৰ সঙ্কটৰ সময়ত আনুকূল্য আচৰণ কৰাৰ নাম সাহায্য। ২২৯

উদাহৰণ বেণীসংহাৰ নাটকত ; যেনে—

অশ্বত্থামা। ত্বমপি তাৱদ্রাজ্ঞঃ পার্শ্বৱর্ত্তী ভৱ ?

কৃপঃ। বাঞ্ছাম্যহমদ্য প্রতিকর্ত্তুম্ ॥

(কৃপাচাৰ্যৰ প্ৰতি অশ্বত্থামা। তুমিও ৰজাৰ ওচৰতে থাকা। মযো কৃপাচাৰ্য্য। আজিয়ে শত্ৰুৰ ওপৰত প্ৰতিশোধ লবলৈ বিচাৰিছো। ইত্যাদি )

**ত্ৰয়োবিংশ নাট্যালঙ্কাৰ অভিমান :**

অভিমান প্ৰকাশক বাক্য প্ৰয়োগৰ নাম অভিমান। ২৩০

উদাহৰণ সেই বেণীসংহাৰ নাটকতে ; যেনে—

( দুৰ্য্যোধন। আই, তোমাৰ কথা বৰ হতাশাজনক আৰু তোমাৰ নচিনা মহিলাৰ পক্ষে অনুচিত। ) ইত্যাদি।

**চতুৰ্বিংশ নাট্যালঙ্কাৰ অনুবৰ্ত্তন :**

সবিনয়ে মান সৎকাৰ কৰাক অনুৱৰ্ত্তন বোলা হয়। ২৩১

উদাহৰণ অভিজ্ঞান শকুন্তল নাটকত ; যেনে—

ৰাজা। আয় তপোবৰ্দ্ধতে ?

অনসূয়া। দাণিং অদিধি বিশেষ লাহেণ।

( ৰজা। ( শকুন্তলাৰ প্ৰতি ) বাৰু, আপোনালোকৰ তপস্যা নিৰ্ব্বিঘ্নে চলিছেন ?

(অনসূয়া।—এতিয়া বিশিষ্ট অতিথি লাভৰ দ্বাৰাই ) ইত্যাদি।

**পঞ্চবিংশ নাট্যালঙ্কাৰ উৎকীৰ্ত্তন :**

অতীত ঘটনাৰ কথনক উৎকীৰ্ত্তন বোলা হয়। ২৩২

উদাহৰণ বাল ৰামায়ণত ; যেনে—

অত্ৰাসীৎ ফণীপাশবন্ধনৱিধিঃ শক্ত্যা ভৱদ্দেৱৰে।
গাঢ়ং ৰক্ষসি তাড়িতে হনুমতা দ্ৰোণাদ্ৰিৰত্ৰাহৃতঃ॥

( ইয়াতেই আমাক নাগপাশেৰে বন্ধা হৈছিল আৰু এই ঠাইতে তোমাৰ দেৱৰ লক্ষ্মণৰ বুকুত শক্তিশেলৰ আঘাত লগাত ইয়ালৈকে হনুমানে দ্ৰোণাচলখন দাঙি আনিছিল ) ইত্যাদি।

**ষষ্ঠবিংশ নাট্যালঙ্কাৰ যাচ্ঞা :**

নিজে বা দূতৰ মুখেদি কাৰোবাৰ ওচৰত কিবা
প্ৰাৰ্থনা কৰাৰ নাম যাচ্ঞা। ২৩৩

উদাহৰণ ; যেনে—

অদ্যাপি দেহি বৈদেহীং দয়ালুস্ত্বয়ি ৰাঘৱঃ।
শিৰোভিঃ কন্দুকক্ৰীড়াং কিং কাৰয়সি বানৰান্॥

( এতিয়াও তুমি বিদেহ ৰাজকন্যা সীতাক ঘূৰাই দিয়া। ৰঘুনন্দন ৰাম তোমাৰ প্ৰতি দয়ালু। ৰাক্ষসৰ মূৰেৰে বান্দৰবিলাকক ঢোপ খেলিবলৈ দিয়া কিয় ? )

**সপ্তবিংশ নাট্যালঙ্কাৰ পৰিহাৰ :**

পূৰ্ব্বে কৰা অনুচিত কাৰ্য্য পৰিহাৰ কৰাৰ
( এৰিপেলোৱাৰ ) নাম পৰিহাৰ। ২৩৪

উদাহৰণ ; যেনে—

প্ৰাণপ্ৰয়াণদুঃখাৰ্ত্ত উক্তৱানস্ম্যনক্ষৰম্।
তৎ ক্ষমস্ব ৱিভো কিঞ্চ সুগ্ৰীৱস্তে সমৰ্পিতঃ॥

( প্ৰভু ৰাম, প্ৰাণ যোৱাৰ কষ্টত ব্যাকুল হৈ মই এই অনুচিত কথাবোৰ কৈ পেলালোঁ। মোৰ এই অপৰাধ ক্ষমা কৰক। সুগ্ৰীৱক মই আপোনাৰ হাতত সমৰ্পণ কৰিলোঁ। )

**অষ্টাবিংশ নাট্যালঙ্কাৰ নিবেদন :**

য'ত আগেয়ে গৰ্হিত বুলি পৰিত্যাগ কৰা বিষয়ৰ
পুনঃ স্বীকাৰ কৰাৰ কথা কোৱা হয়, তাকে নিবেদন
বোলে। ২৩৫

উদাহৰণ ৰাঘৱাভ্যুদয় নাটকত, যেনে—

লক্ষ্মণঃ। আৰ্য্য, সমুদ্ৰাভ্যৰ্থনয়া গন্তুমুদ্যতোঽসি তৎ কিমেতৎ ?

( লক্ষ্মণ। আৰ্য্য আপুনি সমুদ্ৰক প্ৰাৰ্থনা কৰিবলৈ যাবলৈ ওলাইছে নেকি ? )

**ঊনবিংশ নাট্যালঙ্কাৰ প্ৰৱৰ্ত্তন :**

অভিলষিত কাৰ্য্যৰ পিনে উচিত, ৰূপে আগবাঢ়ি
যোৱাৰ নাম প্ৰৱৰ্ত্তন। ২৩৬

উদাহৰণ বেণীসংহাৰ নাটকত ; যেনে—

ৰাজা। কঞ্চুকিন্ ! দেৱস্য দেৱকীনন্দনস্য বহুমানাৎ ৱৎসস্য ভীমসেনস্য ৱিজয়মঙ্গলায় প্ৰৱৰ্ত্ত্যন্তাং তত্ৰোপচিতাঃ সমাৰম্ভাঃ।

( ৰজা। কঞ্চুকী, ভগৱান দৈৱকীনন্দন শ্ৰীকৃষ্ণৰ আজ্ঞা অনুসৰি ভীমসেন বোপাৰ বিজয়োৎসৱৰ অৰ্থে নিয়ম মতে কাম আৰম্ভ কৰা। )

**ত্ৰিংশ নাট্যালঙ্কাৰ আখ্যান :**

পূৰ্ব্ব বৃত্তান্তৰ বৰ্ণনাক আখ্যান বোলা হয়। ২৩৭

উদাহৰণ বেণীসংহাৰতে, যেনে—

“দেশঃ সোঽয়মৰাতিশোণিতজলৈৰ্যস্মিন্ হ্ৰদাঃ পূৰিতাঃ।”

( এয়ে সেই স্থান, য'ত শত্ৰুৰ শোণিতৰূপ জলৰদ্বাৰা হ্ৰদবিলাক পৰিপূৰ্ণ কৰি তোলা হৈছিল ) ইত্যাদি।

**একত্ৰিংশ নাট্যালঙ্কাৰ যুক্তি :**

অৰ্থৰ ( উদ্দেশ্যৰ ) নিশ্চয়ক যুক্তি বোলা হয়। ২৩৮

উদাহৰণ বেণীসংহাৰ নাটকতে ; যেনে—

যদি সমৰমপাস্য নাস্তি মৃত্যো
ৰ্ভয়মিতি যুক্তমিতোঽন্যতঃ প্ৰযাতুম্।
অথ মৰণমৱশ্যমেৱ জন্তোঃ
কিমিতি মুধা মলিনং যশঃ কুৰুধ্বম্ ॥

( যুঁজাকসকল, যদি সংগ্ৰাম বাদ দিলে আৰু ক'তো মৰণৰ ভয় নাথাকে, তেতিয়া হলে যুদ্ধক্ষেত্ৰ এৰি আন ঠাইলৈ পলাই যোৱা ভাল, কিন্তু যদিহে প্ৰাণীৰ মৰণ অৱশ্যম্ভাৱী ( অপৰিহাৰ্য্য ) তেন্তে মিছাতে পলাই গৈ নিজৰ যশস্যাত কলঙ্ক নাসানিবাইক। )

**দ্বাত্ৰিংশ নাট্যালঙ্কাৰ প্ৰহৰ্ষ ঃ**

বৰ বেছি আনন্দক প্ৰহৰ্ষ বোলা হয়। ২৩৯

ৰাজা। তৎকিমিদানীমাত্মানং পূৰ্ণমনোৰথং নাভিনন্দামি।

( ৰজা। তেন্তে এতিয়া মোৰ মনোৰথ পূৰ্ণ হোৱাৰ কাৰণে নিজকে নিজে অভিনন্দিত নকৰিম কিয় ? )

**ত্ৰয়োবিংশ নাট্যালঙ্কাৰ উপদেশ ঃ**

শিক্ষাদানৰ নাম উপদেশন। ২৪০

উদাহৰণ অভিজ্ঞান শকুন্তল নাটকতে ; যেনে—

সহি ! ন জুত্তং অস্সমবাসিণো জণস্স অকিদসক্কাৰং অদিধিবিসেসং উজ্ঝিঅ সচ্ছন্দদো গমণম্।

( সখি, আশ্ৰমবাসী লোকৰ পক্ষে আতিথ্যসংকাৰ নকৰাকৈ বিশিষ্ট অতিথিক এৰি নিজ ইচ্ছামতে গুচি যোৱা অনুচিত। )

নাট্যলক্ষণ আৰু নাট্যালঙ্কাৰ ঃ

এই নাট্যলক্ষণ আৰু নাট্যালঙ্কাৰবিলাক সাধাৰণতে একেই, দুয়োৰে উদ্দেশ্য নাট্যৰ শোভা সম্পাদন। তথাপি নাট্যশাস্ত্ৰবিলাকত নাট্যলক্ষণ আৰু নাট্যালঙ্কাৰবোৰৰ গড্ডালিকা প্ৰৱাহৰ ন্যায়েৰে ( গতানুগতিক ভাৱে ) বেলেগে উল্লেখ কৰা হৈছে, গতিকে আমিও কৰিলোঁ।

নাটকত এই নাট্যলক্ষণ আৰু নাট্যালঙ্কাৰৰ যোজনা একান্ত আৱশ্যক ঃ

ওপৰত নিৰূপিত নাট্যলক্ষণ আৰু নাট্যালঙ্কাৰৰ কিছুমান লক্ষণ আৰু অলঙ্কাৰ মাধুৰ্য্য আদি গুণ, ৰূপক আদি অলঙ্কাৰ, বিভাৱ আদি ভাৱ নাইবা সন্ধ্যঙ্গৰ ভিতৰতে পৰে যদিও যাতে নাটকত এই লক্ষণ আৰু অলঙ্কাৰৰ যোজনা বিষয়ত কৱিসকল বিশেষ যত্নশীল

হয়, তাৰ কাৰণেই বেলেগে এইবিলাকৰ উল্লেখ কৰা হ'ল। মহামুনি ভৰতে কৈছে ঃ "য'ত পূৰ্ব্বোক্ত পাঁচবিধ সন্ধি, চাৰিপ্ৰকাৰ বৃত্তি, চৌষষ্টিবিধ সন্ধ্যঙ্গ থাকে, পূৰ্ব্বোক্ত ছয়ত্ৰিশ বিধ নাট্যলক্ষণ তথা তেত্ৰিশবিধ নাট্যালঙ্কাৰৰদ্বাৰা শোভা সম্পাদন কৰা হয়; পুৰুষাৰ্থৰ উপযুক্ত ৰসৰ তথা ৰস-ভাৱৰ বেছিকৈ অভিব্যঞ্জনা থাকে; যাৰ ৰচনাত শব্দ আৰু অৰ্থৰ যথোপযুক্ত সমাৱেশ ( মিলন ) ঘটে, মহাপুৰুষৰ চৰিত্ৰ চিত্ৰিত হয় আৰু সদাচাৰ প্ৰদৰ্শিত হয়; যি নাটক জনপ্ৰিয় হয়, য'ত সন্ধি আৰু সন্ধ্যঙ্গবিলাক সুসংলগ্নভাৱে যোজিত হয়; যাৰ প্ৰয়োগ ( অভিনয় ) সুখসাধ্য হয়; যি নাটক লোকৰ আনন্দদায়ক হয় আৰু য'ত বিষয় বস্তুবোৰ মৃদু শব্দৰদ্বাৰা বৰ্ণনা কৰা হয় এনেকুৱা নাটক কৰিয়ে ৰচনা কৰা উচিত।"

এইবাক্যত মহামুনি ভৰতে নাটকত নাট্যলক্ষণ আৰু নাট্যালঙ্কাৰৰ যোজনাৰ কথাও কৈছে হেতুকে কৰিৰ পক্ষে নাটকত এইবিলাকৰ সমাৱেশ কৰাটো একান্ত আৱশ্যক।

বীথ্যঅঙ্গৰ কথা পাচত কোৱা হব।

**লাস্যৰ অঙ্গ ঃ**

এতিয়া লাস্যৰ অঙ্গৰ কথা কোৱা হৈছে (১) গেয়পদ, (২) স্থিতপাঠ্য, (৩) আসীন, (৪) পুষ্পগণ্ডিকা, (৫) প্ৰচ্ছেদ্যক, (৬) ত্ৰিগূঢ়, (৭) সৈন্ধৱ, (৮) দ্বিগূঢ়ক, (৯) উত্তমোত্তম, আৰু (১০) উক্ত-প্ৰত্যুক্ত এই দহবিধ নাট্যোপযোগী লাস্যৰ অঙ্গ বুলি নাট্যবিদ্ মনীষীসকলে কৈছে।২৪১

**প্ৰথম লাস্যাঙ্গ গেয়পদ ঃ**

তাৰ ভিতৰত ৰঙ্গমঞ্চত তন্ত্ৰীভাণ্ড অৰ্থাৎ বাদ্য-বিলাক আগত লৈ আসনত বহি কৰা শুদ্ধ গানক গেয়পদ বোলা হয়। ২৪২

উদাহৰণ ; যেনে—গৌৰী দেৱীৰ মন্দিৰত বীণা বজাই গোৱা মলয়ৱতীৰ গীত।

উৎফুল্লকমলকেসৰপৰাগগৌৰদ্যুতে মম হি গৌৰি।
অভিৱাঞ্ছিতং প্রসিধ্যতু ভগৱতি যুষ্মৎপ্রসাদেন॥

বিকশিত পদুমৰ কেশৰত লাগি থকা পৰাগৰ দৰে গৌৰবৰ্ণা হে ভগবতী গৌৰী, তোমাৰ প্ৰসাদত যেন মোৰ মনৰ বাঞ্ছা সিদ্ধ হয়।)

**দ্বিতীয় লাস্যাঙ্গ স্থিত পাঠ্য :**

মদন-পীড়াত ব্যাকুলা কোনো সুন্দৰীয়ে ভাৱবেশ বশতঃ গোৱা প্ৰাকৃত ভাষাৰ গানক স্থিতপাঠ্য বোলা হয়। ২৪৩

পূজনীয় অভিনৱ গুপ্তপাদে কয় "স্থিত পাঠ্যৰ বিষয়ে ভৰত মুনিৰ এই কথা, অৰ্থাৎ মদনোত্তাপিত স্ত্ৰীৰ প্ৰাকৃত পাঠ এই কথা উপলক্ষণ, ইয়াৰ-দ্বাৰা ইয়াত নোকোৱা আন অৰ্থকো লক্ষ্য কৰা হৈছে। গতিকে (অকল কাম পাড়িতাৰ প্ৰাকৃত গীতেইহে যে স্থিতপাঠ্য এনে নহয়) খণ্ডত উদভ্ৰান্ত লোকৰ প্ৰাকৃত পাঠকো 'স্থিত পাঠ্য' বুলি কোৱা হয়।"

**তৃতীয় লাস্যাঙ্গ আসীন :**

কোনো বাদ্যৰ সমাৱেশ নোহোৱাকৈ আৰু আঙ্গিক অভিনয়ৰ সহায় নোলোৱাকৈ শোকাকুলা চিন্তামগ্না অভিনেত্ৰী সুন্দৰী ৰমণী প্ৰসাধন অৰ্থাৎ সাজ-পাৰ নোলোৱাকৈ সাধাৰণ ভাৱে ৰঙ্গমঞ্চত বহি থকাৰ নাম আসীন। ২৪৪

**চতুৰ্থ লাস্যাঙ্গ পুষ্পগণ্ডিকা :**

তিৰোতাই পুৰুষৰ ভাও লৈ আৰু পুৰুষে তিৰোতাৰ ভাও লৈ বাদ্যৰ সৈতে বিবিধ ছন্দোবদ্ধ সূক্তিৰ গীত গোৱাৰ নাম পুষ্পগণ্ডিকা। ২৪৫

**পঞ্চম লাস্যাঙ্গ প্ৰচ্ছেদক :**

নিজৰ পতিক আন তিৰোতাৰ প্ৰতি অনুৰক্ত হোৱা বুলি ভাবি প্ৰণয়-ভঙ্গৰ কাৰণে হোৱা মনোদুঃখত সুন্দৰী ৰমণীয়ে বীণা বজাই বজাই যি গীত গায়, তাকে প্ৰচ্ছেদক বোলা হয়। ২৪৬

**ষষ্ঠ লাস্যাঙ্গ ত্ৰিগূঢ়ক :**

তিৰোতাৰ বেশধাৰী পুৰুষৰ মনোহৰ অভিনয়ক ত্ৰিগূঢ় বোলা হয়। ২৪৭

ইয়াৰ উদাহৰণ ; যেনে—মালতী মাধৱ নাটকত মকৰন্দই মালতীৰ বেশ ধৰি কৈছে,—এয়া মই মালতী হৈ পৰিলোঁ।

**সপ্তম লাস্যাঙ্গ সৈন্ধৱ :**

ৰসাভিব্যঞ্জনৰ উপযোগী বীণা আদি বজাই কোনো ভ্ৰষ্ট সঙ্কেত ( ৰসোচিত ধ্বনিৰ কথা পাহৰি যোৱা ) অভিনেতাই কৰা প্ৰাকৃত সূক্তিৰ আবৃত্তিক সৈন্ধৱ বোলা হয়। ২৪৮

মূল শ্লোকত প্ৰযুক্ত 'কৰণ' শব্দৰ অৰ্থ বীণা আদিৰ বাদন ক্ৰিয়া।

**অষ্টম লাস্যাঙ্গ দ্বিগূঢ়ক :**

মুখ নাইবা প্ৰতিমুখ সন্ধি-বিশিষ্ট ৰস-ভাৱদ্বাৰা ৰমণীয়, সাতোটা স্বৰেৰে পৰিপূৰ্ণ নাইবা বিদগ্ধ ৰসিক লোকৰ মনঃ পূত গীতৰ প্ৰয়োগক দ্বিগূঢ়ক বোলে। ২৪৯

**নৱম লাস্যাঙ্গ উত্তমোত্তমক :**

খং নাইবা প্ৰসাদ ( সন্তোষ ) ৰূপৰা হোৱা অৱমাননা যুক্ত অথবা ৰসসমৃদ্ধ গানক উত্তমোত্তমক বোলা হয়। ২৫০

**দশম লাস্যাঙ্গ উক্ত-প্ৰত্যুক্ত :**

হাব আৰু হেলা-সমন্বিত চিত্ৰ পদবন্ধ-যুক্ত অলীক ভাৱে অৰ্থাৎ প্ৰকাশ ভাষিত বা স্বগত ৰূপে প্ৰযুক্ত, উক্তি-প্ৰত্যুক্তিময়, উপালম্ভপূৰ্ণ ( নিন্দাত্মক ), বিলাসযুক্ত গীত প্ৰয়োগকে উক্ত-প্ৰত্যুক্ত বোলে। ২৫১

এই বিলাকৰ উদাহৰণ সুস্পষ্ট হেতুকে ইয়াত দিয়া নহ'ল।

**মহানাটকৰ লক্ষণ ঃ**

যি নাটকত সকলো প্ৰকাৰ পতাকা স্থান আৰু দহোটা অঙ্ক থাকে, তাকে পণ্ডিতসকলে মহা নাটক বুলি কয়। ২৫২

মূল শ্লোকৰ 'এতদেৱ' ( এয়ে ) শব্দৰ অৰ্থ নাটক। উদাহৰণ, যেনে—বালৰামায়ণ।

**ৰূপকৰ লক্ষণ আৰু প্ৰকাৰ ঃ**

এতিয়া প্ৰকৰণ নামৰ ৰূপকৰ কথা কোৱা হৈছে। সেয়ে প্ৰকৰণ, য'ত বৰ্ণনীয় বৃত্তান্তটো লৌকিক কৱিকল্পিত, শৃঙ্গাৰ অঙ্গী অৰ্থাৎ প্ৰধান ৰস, আৰু নায়ক জন ব্ৰাহ্মণ, ৰাজ-অমাত্য বা বণিক্। ইয়াত ( প্ৰকৰণ নামক ৰূপকত ) নায়কজন ধীৰ শান্ত প্ৰকৃতিৰ হব লাগে আৰু তেওঁ বিপৰীত পৰিস্থিতিৰ মাজতো ধৰ্ম্ম-অৰ্থ আৰু কামৰ সাধনত নিৰত হৈ থাকিব লাগে। ২৫৩

বিপ্ৰনায়ক-প্ৰকৰণ ; যেনে—মৃচ্ছকটিক। ৰাজ-অমাত্য-নায়ক, প্ৰকৰণ যেনে—মালতী মাধব। বণিক্-নায়ক হোৱা প্ৰকৰণ যেনে—পুষ্পভূষিত।

কোনো কোনো প্ৰকৰণত কুলস্ত্ৰী, কোনো কোনোত বেশ্যা, কোনো কোনোত বা কুলস্ত্ৰী আৰু বেশ্যা উভয়ে নায়িকাৰূপে বৰ্ণিত হয়। গতিকে নায়িকাৰ প্ৰকাৰ অনুসৰিও প্ৰকৰণ তিনি প্ৰকাৰ হয়। নায়িকাৰ শ্ৰেণী অনুসৰি হোৱা তিনি বিধ প্ৰকৰণৰ তৃতীয় বিধত ( অৰ্থাৎ কুলস্ত্ৰী আৰু বেশ্যা উভয়ে নায়িকা থকা প্ৰকৰণত ) ধূৰ্ত্ত, দ্যূতকাৰ বিট আৰু ভৃত্য আদিৰ চৰিত্ৰ বহুলভাৱে চিত্ৰিত কৰা হয়। ২৫৪

পুষ্পভূষিত প্ৰকৰণত কুলস্ত্ৰী নায়িকা। বেশ্যা নায়িকা ৰঙ্গবৃত্তত, আৰু কুলস্ত্ৰী তথা বেশ্যা দুয়ো নায়িকা মৃচ্ছকটিকত। এই প্ৰকৰণো নাটকৰ লগত সমস্বভাৱসম্পন্ন হেতুকে ইয়াৰ বাকীবোৰ লক্ষণ নাটকৰ দৰেই।

**তৃতীয় প্ৰকাৰ ৰূপক ভাণ ঃ**

এতিয়া ভাণ নামৰ ৰূপকৰ কথা কোৱা হৈছে। য'ত ধূৰ্ত্তলোকৰ আচৰণ আৰু নানা অৱস্থাৰ শ্লেষাত্মক চৰিত্ৰ চিত্ৰণ কৰা হয়, সেয়ে ভাণ। ইয়াত এটামাত্ৰ অঙ্ক থাকে আৰু এজন মাত্ৰ কাৰ্য্য-কুশল বুদ্ধিমান বিট নায়ক হয়। এই নায়কজনে ৰঙ্গমঞ্চত উপস্থিত হৈ নিজে অনুভৱ কৰা নাইবা আনে অনুভৱ কৰা বিষয় সামাজিকৰ আগত বৰ্ণনা কৰে।

বিষয় বৰ্ণনা কৰোতে তেওঁ 'আকাশ ভাষিত'ৰ সহায়ত কোনোবা লোকক সম্বোধন কৰি উক্তি-প্ৰত্যুক্তিৰ যোগেদি কাৰোবাৰ শৌৰ্য্য বা সৌভাগ্য বৰ্ণনাৰদ্বাৰা বীৰ ৰস বা শৃঙ্গাৰ ফুটাই তুলিব লাগে।

ভাণ নামক এই ৰূপকৰ ইতিবৃত্ত কবিকল্পিত আৰু তাত বেছিকৈ ভাৰতী বৃত্তিৰ প্ৰয়োগ হয়। সন্ধি পঞ্চকৰ ভিতৰত ইয়াত মুখ সন্ধি আৰু নিৰ্ব্বহণ সন্ধি অৱশ্যে থাকিব লাগে আৰু পূৰ্ব্বোক্ত দহবিধ লাস্যাঙ্গৰো সমাৱেশ থকাটো আৱশ্যক। ২৫৫

এই বিধ ৰূপকত বিটে নিজেই আকাশ ভাষিত ৰূপে কল্পিত আনৰ কথা নিজে দোহাৰি তাৰ উত্তৰ-প্ৰত্যুত্তৰ ৰূপে ঘটনাৰ বিবৰণ দিব লাগে আৰু সৌভাগ্য আৰু শৌৰ্য্য বৰ্ণনাৰদ্বাৰা শৃঙ্গাৰ আৰু বীৰ ৰস অভি-ব্যঞ্জিত কৰিব লাগে। ইয়াত প্ৰায়ে, অৰ্থাৎ প্ৰচুৰভাৱে ভাৰতী বৃত্তিৰ প্ৰয়োগ কৰা হয়; কেতিয়াবা কমকৈ কৌশিকী বৃত্তিৰো প্ৰয়োগ থাকিব পাৰে। 'লাস্যাঙ্গ' মানে পূৰ্ব্বোক্ত গেয়পদ আদি। এই বিধ ৰূপকৰ উদাহৰণ—লীলা-মধুকৰ।

**চতুৰ্থ প্ৰকাৰ ৰূপক ব্যাযোগঃ**

এতিয়া ব্যায়োগ নামৰ ৰূপকৰ কথা কোৱা হৈছে। যি ৰূপকত প্ৰখ্যাত ইতিবৃত্তৰ বৰ্ণনা কৰা হয়, স্ত্ৰী পাত্ৰৰ সংখ্যা কম আৰু পুৰুষ পাত্ৰৰ সংখ্যা বহুত; গৰ্ভসন্ধি আৰু বিমৰ্শ সন্ধি নাথাকে, এটামাত্ৰ অঙ্ক থাকে, য'ত স্ত্ৰীঘটিত কাৰণৰ বাহিৰে আন কাৰণত হোৱা যুদ্ধৰ বৰ্ণনা থাকে, কৌশিকী বৃত্তিৰ প্ৰয়োগ নাথাকে, নায়ক ধীৰোদ্ধত প্ৰকৃতিৰ কোনো প্ৰখ্যাত ৰাজৰ্ষি বা দেৱতা, হাস্য, শৃঙ্গাৰ আৰু শান্ত ৰসৰ বাহিৰে আনবিলাক ৰসৰ যি কোনো এটা অঙ্গী (প্ৰধান) ৰসৰূপে অভিব্যঞ্জিত হয়, সেইৰূপকক ব্যায়োগ বোলা হয়। ২৫৬

এই বিধ ৰূপকৰ উদাহৰণ; যেনে—সৌগন্ধিকাহৰণ।

**পঞ্চম প্ৰকাৰ ৰূপক সমৱকাৰ :**

ইয়াৰ পাচত 'সমৱকাৰ' নামৰ ৰূপকৰ কথা কোৱা হৈছে। সমবকাৰ ৰূপকৰ লক্ষণ এয়ে যে তাত কোনো দেবতাবিষয়ক বা অসুৰবিষয়ক বিখ্যাত ঘটনাৰ বৰ্ণনা কৰা হয়, সন্ধিৰ ভিতৰত বিমৰ্শ সন্ধিৰ বাহিৰে আন বিলাক সন্ধিৰ প্ৰয়োগ হয়, অঙ্ক তিনিটা থাকে। এই তিনিটা অঙ্কৰ প্ৰথম অঙ্কত মুখ আৰু প্ৰতিমুখ সন্ধিৰ, দ্বিতীয় অঙ্কত গৰ্ভ সন্ধিৰ আৰু তৃতীয় অঙ্কত নিৰ্বহণ সন্ধিৰ যোজনা কৰা হয়। এই সমৱকাৰ নামৰ ৰূপকত ধীৰোদাত্ত প্ৰকৃতিৰ দিব্য অৰ্থাৎ দেৱস্বভাৱসম্পন্ন আৰু অদিব্য অৰ্থাৎ মানৱ স্বভাৱসম্পন্ন বাৰজন বিখ্যাত নায়কৰ চৰিত্ৰচিত্ৰণ থাকিব লাগে। কিন্তু এই বাৰজন নায়কৰ প্ৰত্যেকৰে প্ৰয়োজন বেলেগ বেলেগ হব লাগে। এই বিধ ৰূপকত বীৰ ৰস অঙ্গী ( মুখ্যভাৱে ) আৰু অন্যান্য সকলো ৰস তাৰ অঙ্গ ( সহায়ক বা পৰিপোষক ) ৰূপে থাকিব লাগে; কৌশিকী বৃত্তিৰ প্ৰয়োগ অলপীয়া হব লাগে আৰু তাৰ লগতে আন তিনিও বিধ বৃত্তিৰ প্ৰয়োগ থাকিব লাগে। ইয়াত বিন্দু আৰু প্ৰবেশক নাথাকে।

সমৱকাৰ নামৰ এই ৰূপকত উপযোগিতা অনুসৰি তেৰ বিধ বীথ্যঙ্গৰ সমাবেশ আৰু গায়ত্ৰী আৰু উষ্ণিক্ ছন্দৰ প্ৰাধান্যৰ উপৰিও অন্যান্য বিবিধ ছন্দৰ সমাৱেশ আৱশ্যক। সমৱকাৰ ৰূপক ত্ৰিশৃঙ্গাৰ, ত্ৰিকপট, আৰু ত্ৰিবিদ্ৰৱ হব লাগে। ইয়াৰ প্ৰথমাঙ্কৰ প্ৰতিপাদ্য ইতিবৃত্ত বাৰ নাড়িকা অৰ্থাৎ চব্বিশ ঘটিকা সময়ৰ অভিনয়ত সমাপ্তিযোগ্য, দ্বিতীয়াঙ্কৰ বিষয় বস্তু চাৰি নাড়িকা আঠ ঘটিকা সময়ত অভিনয় যোগ্য আৰু তৃতীয় অঙ্কৰ বৃত্তান্ত দুই নাড়িকা বা চাৰি ঘটিকাত সমাপ্তি হোৱা হব লাগে। ২৫৭

কাৰিকাত প্ৰযুক্ত 'নালী' শব্দৰ অৰ্থ নালিকা। দুই ঘটিকা সময়ক নাড়িকা বোলা হয়। বিন্দু আৰু প্ৰবেশকৰ যোজনা নাটকত আবশ্যক বুলি কোৱা হৈছে যদিও সমৱকাৰত প্ৰয়োগ কৰিব নালাগে।

> সমৰকাৰত যে ত্ৰিশৃঙ্গাৰৰ কথা কোৱা হৈছে তাৰ অৰ্থ ধৰ্ম্ম শৃঙ্গাৰ, অৰ্থ শৃঙ্গাৰ আৰু কাম শৃঙ্গাৰ— এই তিনি প্ৰকাৰ শৃঙ্গাৰ। ত্ৰিকপট শব্দৰদ্বাৰাও স্বাভাৱিক, কৃত্ৰিম আৰু দৈৱজ এই তিনি প্ৰকাৰ কপটৰ কথা কোৱা হৈছে। সমৱকাৰ ত্ৰিবিদ্ৰৱ হব লাগে বুলি কোৱাৰ তাৎপৰ্য্য এই যে চেতনকৃত, অচেতনকৃত, আৰু চেতনাচেতনকৃত এই তিনি প্ৰকাৰ বিদ্ৰৱৰ (উপদ্ৰৱৰ) বৰ্ণনা তাত থাকিব লাগে। ২৫৮

তাৰে ভিতৰত শাস্ত্ৰ বিধিৰ অবিৰোধে অনুষ্ঠিত শৃঙ্গাৰেই ধৰ্ম্ম শৃঙ্গাৰ, অৰ্থ লাভৰ উদ্দেশ্যে অনুষ্ঠিত শৃঙ্গাৰেই অৰ্থ শৃঙ্গাৰ আৰু কেৱল হাস্য-পৰিহাসৰূপ সুখৰ অৰ্থে অনুষ্ঠিত শৃঙ্গাৰকে ইয়াত কাম-শৃঙ্গাৰ বোলা হৈছে। কাম শৃঙ্গাৰৰ প্ৰথম অঙ্কতে থাকিব লাগে। দ্বিতীয় অঙ্ক আৰু তৃতীয় অঙ্কত কোন বিধ শৃঙ্গাৰৰ যোজনা কৰিব লাগে সেই বিষয়ে কোনো নিৰ্দ্দিষ্ট নিয়ম নাই বুলি নাট্যবিদ্‌সকলে কয়। ওপৰৰ শ্লোকত প্ৰয়োগ কৰা 'চেতনাচেতন' শব্দৰ অৰ্থ হাতী আদি জন্তু। এইবিধ ৰূপকত কবিয়ে নানাপ্ৰকাৰ অৰ্থ মিহলি কৰি উপস্থাপিত কৰে হেতুকে ইয়াক সমৱকাৰ বোলা বোলা হয়। এইবিধ ৰূপকৰ উদাহৰণ ; যেনে— সমুদ্ৰ মন্থন।

**ষষ্ঠ প্ৰকাৰ ৰূপক ডিম ঃ**

এতিয়া ডিম নামক ৰূপকৰ কথা কোৱা হৈছে—

> যত মায়া, ইন্দ্ৰজাল (যাদু) সংগ্ৰাম বা ক্ৰোধ আদিৰদ্বাৰা উদ্‌ভ্ৰান্ত হোৱা লোকৰ চেষ্টা বা আচৰণ বহুলভাৱে চিত্ৰিত হয় আৰু যত নিৰ্ঘাত, উল্কাপাত, চন্দ্ৰগ্ৰহণ সূৰ্য্যগ্ৰহণ আদিৰ বৰ্ণনা থাকে, সেই বিধ ৰূপকৰ নাম ডিম। ইয়াত বৰ্ণনীয় ঘটনাটি কোনো প্ৰখ্যাত ইতিবৃত্ত হব লাগে। এইবিধ ৰূপকত ৰৌদ্ৰৰস

হয় অঙ্গী—(প্ৰধান ৰস) আৰু আন সকলো ৰস তাৰ অঙ্গ ৰূপে অভিব্যঞ্জিত হয়। ইয়াত চাৰিটা অঙ্ক থাকিব লাগে ; কিন্তু বিষ্কম্ভক আৰু প্ৰবেশক নাথাকে। ডিম নামৰ ৰূপকত দেৱতা, গন্ধৰ্ব্ব, যক্ষ, ৰাক্ষস, নাগ, ভূত, প্ৰেত, পিশাচ আদি জাতীয় অত্যন্ত উদ্ধত প্ৰকৃতিৰ ষোল জন নায়ক থাকে।

ইয়াত কৌশিকী বৃত্তিৰ বাহিৰে আনবিলাক বৃত্তি, বিমৰ্শ সন্ধিৰ বাহিৰে আনসকলোবিলাক সন্ধি, আৰু শান্ত, হাস্য আৰু শৃঙ্গাৰ ৰসৰ বাহিৰে বাকী ছয়োটা ৰসেই প্ৰস্ফুটিতভাৱে থাকিব লাগে। এইবিধ ৰূপকৰ উদাহৰণ 'ত্ৰিপুৰদাহ' বুলি মহৰ্ষি ভৰতে কৈছে।

**সপ্তম ৰূপক ঈহামৃগ ঃ**

এতিয়া ঈহামৃগ নামৰ ৰূপকৰ কথা কোৱা হৈছে ঃ সেই ৰূপকৰ নাম ঈহামৃগ, যত বৰ্ণনীয় ইতিবৃত্তটো ঐতিহাসিক আৰু কবি-কল্পিত ঘটনাৰ সাম্মিশ্ৰণ অঙ্ক চাৰিটা থাকে আৰু মুখ, প্ৰতিমুখ আৰু নিৰ্ব্বহণ এই তিনিটা সন্ধি থাকে।

এইবিধ ৰূপকৰ নায়ক আৰু প্ৰতিনায়ক দেৱতা আৰু মানুহ যি কোনো এজাতীয় হব লাগে বুলি তেনেকুৱা কোনো নিৰ্দ্দিষ্ট নিয়ম নাই। ইয়াৰ নায়ক আৰু প্ৰতিনায়ক ধীৰোদ্ধত প্ৰকৃতিৰ প্ৰখ্যাত লোক হব লাগে। ইয়াৰ প্ৰতিনায়কজন প্ৰচ্ছন্নভাৱে (আনে নজনাকৈ) অনুচিত কাৰ্য্যত লিপ্ত থকা লোক হয় আৰু তেওঁৰ (প্ৰতিনায়কৰ) কাৰ্য্যৰ ভিতৰত তেওঁক ভাল নোপোৱা কোনো দিব্যাঙ্গনাক অপহৰণ কৰাৰ কথাও বৰ্ণনা কৰা হয় ; গতিকে সেই বৰ্ণনাৰ

> যোগেদি ইয়াত কিছু কিছু শৃঙ্গাৰ ৰসাভাস অভিব্যঞ্জিত হয়।
>
> এইবিধ ৰূপকত পতাকানায়ক দহজন হব লাগে। সেই পতাকা নায়কবিলাক দিব্য (দেৱ স্বভাৱ-সম্পন্ন) অথবা মানৱ জাতীয় উদ্ধত প্ৰকৃতিৰ হোৱা আৱশ্যক। ইয়াত প্ৰতি নায়কৰ সেনাবল যুদ্ধ ক্ষেত্ৰত উপস্থিত কৰা হয় আৰু তাত তেওঁবিলাকৰ ক্ৰোধ প্ৰদৰ্শন কৰি কোনো এটা চেলু লৈ নায়কক যুদ্ধৰপৰা বিৰত কৰা হয়।
>
> ইয়াত বধযোগ্য হলেও মহাত্মা লোকৰ বধৰ কথা কোৱা নহয়। কোনো কোনো নাট্যাচাৰ্য্যৰ মতে ঈহামৃগ ৰূপকৰো ৰচনা এটা অঙ্কতে সমাপ্ত কৰিব লাগে আৰু দেৱতাহে ইয়াৰ নায়ক হয়। আন কিছুমান নাট্যাচাৰ্য্যৰ মতে এইবিধ ৰূপকত ছজন নায়ক থাকে আৰু কোনো দিব্যাঙ্গনাৰ অৰ্থে সংঘটিত যুদ্ধৰ বৰ্ণনা কৰা হয়। ২৬০

মিশ্ৰ শব্দৰ অৰ্থ প্ৰখ্যাত আৰু কল্পিত দুয়োবিধ ঘটনাৰ সংমিশ্ৰণ। 'অন্য'মানে প্ৰতিনায়ক। ইয়াত যে পতাকা নায়ক দহজন হব লাগে বুলি কোৱা হৈছে—

তাৰ অৰ্থ নায়কৰ সহায়ক আৰু প্ৰতিনায়কৰ সহায়ক সকলো মিলি মুঠতে দহ জন হব লাগে। ইয়াত নায়কে হৰিণীৰ তুল্য অলভ্যা নায়িকাক পাবলৈ বাঞ্ছা কৰে বাবে ইয়াৰ নাম ঈহামৃগ। এইবিধি ৰূপকৰ উদাহৰণ—কুসুম-শেখৰ-বিজয় প্ৰভৃতি।

**অষ্টম প্ৰকাৰ ৰূপক অঙ্ক:**

এতিয়া অঙ্কনামক ৰূপকৰ কথা কোৱা হৈছে:

> যি ৰূপকত এটা মাত্ৰ অঙ্ক থাকে, সাধাৰণ মানুহেই নায়ক হয়, প্ৰধান ৰস হয় কৰুণ, নাৰীৰ বিলাপৰ

বৰ্ণনা বেছিকৈ থাকে, কোনো প্ৰখ্যাত ইতিবৃত্তকে নাট্যকাৰ কৰিয়ে নিজৰ বুদ্ধিৰদ্বাৰা কল্পিত ঘটনা সংযোগ কৰি বিস্তৃত কৰি তোলে ; সন্ধি, বৃত্তি আৰু তাৰ অঙ্গবিলাকৰ প্ৰয়োগ ভাগ ৰূপকত হোৱাৰ দৰে হয় ; জয় পৰাজয়ৰ বৰ্ণনা থাকে আৰু বাগ্‌যুদ্ধৰ প্ৰদৰ্শন আৰু প্ৰচুৰভাৱে নিৰ্ব্বেদপূৰ্ণ বিলাপ থাকে, সেইবিধ ৰূপকক উৎসৃষ্টিকাঙ্ক বোলা হয়। ২৬১

অঙ্ক শব্দৰে নাটক আদি যি কোনো ৰূপকৰ অন্তৰ্গত বিভাগক বুজোওৱা হয় বাবে, নাটকাদিৰ অন্তৰ্গত অঙ্কৰপৰা বেলেগে বুজাবৰ কাৰণে এই বিধক অঙ্ক নুবুলি উৎসৃষ্টিকাঙ্ক বোলাহে উচিত বুলি কিছুমান নাট্যাচাৰ্য্যই কয়। কোনো কোনো নাট্যবিদ্ লোকে উৎসৃষ্টিকাঙ্ক শব্দৰ ব্যুৎপত্তি এইদৰে কৰে—ইয়াত ইতিবৃত্ত ৰচনা আদি 'সৃষ্টি উৎক্ৰান্ত' অৰ্থাত আন ৰূপকতকৈ বেলেগ ধৰণৰ হয় বাবে ইয়াৰ নাম উৎসৃষ্টিকাঙ্ক। এইবিধ ৰূপকৰ উদাহৰণ ; যেনে—শৰ্ম্মিষ্ঠা-যযাতি।

**নবম প্ৰকাৰ ৰূপক বীথী ঃ**

এতিয়া বীথী নামৰ ৰূপকৰ লক্ষণ কোৱা হৈছে—
বীথী নামৰ ৰূপকৰ লক্ষণ এই যে তাত এটা মাত্ৰ অঙ্ক থাকে, কোনো এজন নায়কে আকাশ-ভাষিতৰ আশ্ৰয় লৈ বিচিত্ৰ উত্তৰ---প্ৰত্যুত্তৰেৰে অন্যান্য কাল্পনিক পাত্ৰৰ লগত কথোপকথনৰ জৰিয়তে প্ৰচুৰভাৱে শৃঙ্গাৰ ৰসৰ আৰু কমকৈ আন ৰসৰ সৃষ্টি কৰে ; মুখ আৰু নিৰ্ব্বহণ এই দুবিধ সন্ধি আৰু সকলো প্ৰকাৰ অৰ্থ প্ৰকৃতি থাকে। ২৬২

'কশ্চিৎ' শব্দৰ অৰ্থ উত্তম, মধ্যম বা অধম প্ৰকৃতিৰ নায়ক। এইবিধ ৰূপকত শৃঙ্গাৰ ৰসৰ বাহুল্য থাকিব লাগে বুলি

কোৱাৰদ্বাৰাই কৌশিকী বৃত্তিৰ বাহুল্য থাকিব লাগে বুলিও বুজা যায়।

**তেৰ বিধ বীথ্যঙ্গ :**

> নাট্য শাস্ত্ৰবিদ্ মনীষীসকলে এই বীথীৰ তেৰটা অঙ্গ নিৰূপণ কৰিছে। সেই বিলাক হৈছে—(১) উদ্‌ঘাত্যক (২) অৱলগিত, (৩) প্ৰপঞ্চ, (৪) ত্ৰিগত, (৫) ছল, (৬) বাক্‌কেলি (৭) অধিবল, (৮) গণ্ড, (৯) অৱস্যন্দিত, (১০) নালিকা, (১১) অসৎপ্ৰলাপ, (১২) ব্যাহাৰ আৰু (১৩) মৃদৱ (বা মাৰ্দ্দৱ)। ২৬৩

এই বিলাকৰ ভিতৰত প্ৰথম বীথ্যঙ্গ উদ্‌ঘাত্যক আৰু দ্বিতীয় বীথ্যঙ্গ অৱলগিতৰ লক্ষণ আৰু উদাহৰণ প্ৰস্তাৱনা নিৰূপণ প্ৰসঙ্গতে কোৱা হৈছে।

**তৃতীয় বীথ্যঙ্গ প্ৰপঞ্চ :**

> পৰস্পৰৰ ভিতৰত হোৱা হাস্যজনক মিছা কথাক প্ৰপঞ্চ বোলা হয়। ২৬৪

উদাহৰণ ; যেনে—বিক্ৰমোৰ্ব্বশী নাটকত। প্ৰাসাদৰ ওপৰৰ বলভী, বিদূষক আৰু চেটীৰ কথোপকথন।

**চতুৰ্থ বীথ্যঙ্গ ত্ৰিগত :**

> শুনাত একে, অথচ নানা অৰ্থত যোজনা কৰিব পৰা বাক্যৰ নাম ত্ৰিগত। ২৬৫

উদাহৰণ ; যেনে—সেই বিক্ৰমোৰ্ব্বশী নাটকতে—

ৰাজা। সৰ্ব্বক্ষিতিভৃতাং নাথ দৃষ্টা সৰ্ব্বাঙ্গসুন্দৰী।
ৰামা ৰম্যে ৱনান্তেঽস্মিন্ ময়া ৱিৰহিতা ত্বয়া॥

( নেপথ্যে তত্ৰৈৱ প্ৰতিশব্দঃ ) ৰাজা। কথং দৃষ্টা ?

ৰজা—( হে সকলো পৰ্ব্বতৰ অধিপতি হিমালয়, এই মনোহৰ বনৰ মাজত

মোৰপৰা বিচ্ছিন হোৱা সৰ্ব্বাঙ্গ সুন্দৰী তৰুণী নাৰী আপুনি দেখিছিলনে? (নেপথ্যত এই হিমালয় পৰ্ব্বতত কথাৰ প্ৰতিধ্বনি উঠিল। সেই প্ৰতিধ্বনিতে ৰজাই এই প্ৰশ্নৰ উত্তৰ পালে;) "হে সমগ্ৰ নৃপতিৰ অধিপতি, এই মনোহৰ বনৰ মাজত তোমাৰপৰা বিচ্ছিন্ন হোৱা সৰ্ব্বাঙ্গ সুন্দৰীক মই দেখিছিলো।" (প্ৰতিধ্বনিত প্ৰকট হোৱা এই উত্তৰ শুনি) ৰজা। "অ' এওঁ দেখিছিলো বুলি কেনেকৈ কলে?" এইস্থলত প্ৰশ্ন বাক্যটোকে উত্তৰৰূপে যোজনা কৰা হৈছে।

দশৰূপককাৰ আদি কোনো কোনো নাট্যবিদ্ পণ্ডিতৰ মতে এইবিধ বীথ্যঙ্গ নট-নটী আৰু সূত্ৰধাৰ এই তিনিবিধ পাত্ৰৰদ্বাৰা প্ৰযুক্ত হয় হেতুকে ইয়াক ত্ৰিগত বোলা হয়।

**পঞ্চম বীথ্যঙ্গ ছল:**

আচলতে অপ্ৰিয় হলেও আপাততঃ শুনাত প্ৰিয়
যেন লাগে এনেকুৱা বাক্যৰদ্বাৰা প্ৰলোভন দেখুৱাই
প্ৰবঞ্চনা কৰাৰ নাম ছল। ২৬৬

উদাহৰণ; যেনে—বেণী সংহাৰ নাটকত—

ভীমাৰ্জ্জুনৌ।

কৰ্ত্তা দ্যূতচ্ছলানাং জতুময়শৰণোদ্দীপনঃ সোঽভিমানী
ৰাজা দুঃশাসনাদেগুৰ্ৰুৰনুজশতস্যাঙ্গৰাজস্য মিত্ৰম্।
কৃষ্ণাকেশোত্তৰীয়ব্যপনয়নপটুঃ পাণ্ডৱা যস্য দাসাঃ
কাস্তে দুৰ্য্যোধনোঽসৌ কথয়ত ন ৰুষা দ্ৰষ্টুমভ্যাগতৌ স্বঃ॥

(ভীম আৰু অৰ্জ্জুন। পাণ্ডৱবিলাক যাৰ দাস হৈ পৰিছিল, সেই কূট পাশাৰ খেলাক, জতুগৃহৰ নিৰ্ম্মাণ আৰু দাহ কৰোঁতা, দুঃশাসন আদিৰ প্ৰভু, এশ ভ্ৰাতৃৰ জ্যেষ্ঠ, অঙ্গৰাজ কৰ্ণৰ মিত্ৰ, দ্ৰৌপদীৰ কেশ আৰু কাপোৰত ধৰি টনাত সুদক্ষ, মহা অভিমানী দুৰ্য্যোধন ৰজা কত আছে কোৱাচোন, আমি তেওঁক দেখা কৰিবলৈ আহিছোঁ, খঙত অহা নাই।)

আন কিছুমান নাট্যাচাৰ্য্যই কয় যে কোনো বিশেষ
কাৰ্য্যসিদ্ধৰ উদ্দেশ্যে 'কাৰো প্ৰতি প্ৰয়োগ কৰা,

প্ৰবঞ্চনাত্মক অথচ হাঁহি উঠা নাইবা ৰোষ-উৎপাদক বাক্যক ছল বোলা হয়। ২৬৭

**ষষ্ঠ বীথ্যঙ্গ বাক্‌কেলি :**

দুই, তিনি বা ততোধিক উক্তি-প্ৰত্যুক্তিৰদ্বাৰা হাস-পৰিহাস সৃষ্টিকৰাৰ নাম বাক্‌কেলি। দুই-তিনি বুলি তাতকৈ কম-বেছি দুয়োটাকে বুজোৱা হৈছে। ২৬৮

উদাহৰণ ; যেনে—

ভিক্ষো মাংসনিষেৱণং প্ৰকুৰুষে, কিন্তেন মদ্যং ৱিনা
মদ্যঞ্চাপি তৱ-প্ৰিয়ং, প্ৰিয়মহো ৱাৰাঙ্গনাভিঃ সহ।
ৱেশ্যাপ্যৰ্থৰুচিঃ কুতস্তৱধনম্, দ্যূতেন চৌৰ্যেন ৱা
চৌৰ্য্য-দ্যূতপৰিগ্ৰহোঽপি ভৱতঃ নষ্টস্য কান্যা গতিঃ ॥

("হে ভিক্ষু, মাংস চলেনে?" "মদ নাথাকিলে অকল মাংসেৰে কি হব?" "তেন্তে আপুনি মদো ভাল পায়নে কি?" "আঃ কব লাগেনে, বাৰাঙ্গনা লগত থাকিলে আৰু ভাল।" "কিন্তু বাৰাঙ্গনাক যে টকা পইচা লাগে, তাৰ কাৰণে আপুনি পইচা কৰপৰা পায়?" "জুৱা খেলিলে বা চুৰি কৰিলে পইচাৰ অভাৱ কি?" "তেন্তে দেখিছোঁ আপুনি জুৱাও খেলে আৰু চুৰিও কৰে।" "নষ্ট চৰিত্ৰৰ পক্ষে তাৰ বাহিৰে অইন কি গতি আছে?"

কোনো কোনো নাট্যাচাৰ্য্যই (দশৰূপককাৰ আদিয়ে) আৰম্ভ কৰা বাক্যৰ আকাঙ্ক্ষা নিবৃত্তি নৌ হওঁতে সমাপ্তি কৰাটোকে 'বাক্‌কেলি' বুলি কয়। আন কিছুমানৰ মতে আকৌ, অনেক প্ৰশ্নৰ এটা উত্তৰ দানেই বাক্‌কেলি।

**সপ্তম বীথ্যঙ্গ অধিবল :**

পৰস্পৰে স্পৰ্দ্ধা সহকাৰে বঢ়াই কোৱা কথাক 'অধিবল' বোলা হয়। ২৬৯

উদাহৰণ ; যেনে—মোৰ ৰচিত প্ৰভাৱতী নাটিকাত :

বজ্রনাভঃ।

অস্য রক্ষঃ ক্ষণেনৈৱ নির্ম্মথ্য গদয়ানয়া।
লীলয়োন্মূলয়িষ্যামি ভুৱনদ্বয়মদ্য ৱঃ॥

প্রদ্যুম্নঃ। অৰে ৰে অসুৰাপসদ। অলমমুনা বহুপ্রলাপেন, মম খলু—

অদ্য প্রচণ্ডভুজদণ্ডসমর্পিতোৰু
কোদণ্ডনির্গলিতকাণ্ডসমূহপাতৈঃ।
আস্তাং সমস্তদিতিজক্ষতজোক্ষিতেয়ং
ক্ষৌণী ক্ষীণেন পিশিতাশনলোভনীয়া॥

(বজ্রনাভ। এই গদাৰে তৎক্ষণাৎ ইয়াৰ বুকু চুৰমাৰ কৰি মই এতিয়াই হেলাৰঙে তইঁতৰ এই দুয়োলোক উচ্ছন্ন কৰিম।

প্রদ্যুম্ন। হেৰ অধম অসুৰ, এইদৰে বেছি প্রলাপ বকাৰ প্রয়োজন নাই; মোৰ এই প্রচণ্ড ভুজ দণ্ডেৰে ধাৰণ কৰা, ভীষণ ধনুৰ পৰা ওলাই যোৱা বাণৰ আঘাতত আজি ক্ষন্তেকতে দৈত্যবংশৰ তেজেৰে পৃথিবীখন ৰক্তাক্ত হৈ যাব আৰু ৰক্তমাংসভোজী প্রাণীবিলাকৰ পক্ষে লোভনীয় হৈ পৰিব।)

**অষ্টম বীথ্যঙ্গ গণ্ড ঃ**

হঠাৎকাৰে কৰা, প্রস্তাৱিত বিষয়ৰ লগত সম্বন্ধযুক্ত
অথচ বিৰুদ্ধাৰ্থক বাক্যৰ প্রয়োগক গণ্ড বোলা হয়। ২৭০

উদাহৰণ; যেনে—বেণীসংহাৰ নাটকত,

ৰাজা।

"অধ্যাসিতুং তৱ চিৰাজ্জঘনস্থলস্য
পৰ্য্যাপ্তমেৱ কৰভোৰু মমোৰুযুগ্মম্"

অনন্তৰং (প্রৱিশ্য) কঞ্চুকী। দেৱ ভগ্নম্ ভগ্নম্ ইত্যাদি।

(ৰজা। হে সুন্দৰী মোৰ এই উৰু যুগল তোমাৰ জঘন-মণ্ডলৰ আসন হবৰ কাৰণে সৰ্ব্বদাই উপযুক্ত হৈ আছে। তাৰ পাচত কঞ্চুকী প্রৱেশ কৰি মহাৰাজ, ভাঙিলে ভাঙিলে ইত্যাদি।)

ইয়াত ৰথধ্বজ ভঙ্গা অৰ্থত প্রযুক্ত কথাখিনি উৰুভঙ্গ অৰ্থত সঙ্গত হৈ পৰিছে।

**নৱম বীথ্যঙ্গ অৱস্যন্দিত :**

নিজৰ অভিপ্ৰায় প্ৰকাশৰ অৰ্থে প্ৰযুক্ত বাক্যৰ অন্য প্ৰকাৰে অৰ্থ ব্যাখ্যা কৰাক অৱস্যন্দিত বোলা হয়। ২৭১

উদাহৰণ, ছলিত ৰাম নাটকত ;

সীতা। জাদ! কাল্লংকৃখু অওজ্ঝাএ গংতব্বং তহিং সো ৰাআ ৱিণএণ পণইদব্বো।

লৱঃ। অথ কিমাৱাভ্যাং ৰাজোপজীৱিভ্যাং ভৱিতব্যম্।

সীতা। জাদ! সো তুহ্মাণং পিতা।

লৱঃ। কিমাৱয়োঃ ৰঘুপতিঃ পিতা?

সীতা। (সাশঙ্কম্) মা অন্নধা সংকধং ণ কৃখু তুহ্মাণং, সঅলাএ জ্জের পুহৱীএত্তি।

(সীতা। বোপা, তুমি সাৱধানে অযোধ্যালৈ যাবা দেই, তাত বিনয় আচৰণেৰে সেই ৰজাজনক তোমালোকৰ প্ৰতি দয়ালু কৰি তুলিব লাগিব।

লৱ। তেন্তে আমি ৰজাৰ সেৱক হৈ থাকিব লাগিবনে কি?

সীতা। বোপা, তেওঁ যে তোমালোকৰ পিতা।

লৱ। ৰঘুপতি ৰাম আমাৰ পিতানে কি?

সীতা। (সশঙ্কভাৱে) নহয় আন কথা মনলৈ নানিবা ; অকল তোমালোকৰে নহয়, তেওঁ সমগ্ৰ পৃথিবী বাসীৰে পিতা।)

**দশম বীথ্যঙ্গ নালিকা :**

হাস্য পৰিহাসযুক্ত প্ৰহেলিকাকে নালিকা বোলা হয়। ২৭২

কোনো কথা ভিতৰত লুকাই ৰখা উত্তৰকে ইয়াত প্ৰহেলিকা বুলি কোৱা হৈছে।

উদাহৰণ ৰত্নাৱলী নাটিকাত ; যেনে—

সুসঙ্গতা। সখী, যাৰ কাৰণে তুমি আহিছা তেওঁ ইয়াতেই আছে।

সাগৰিকা। কাৰ কাৰণে মই আহিছো?

সুসঙ্গতা। চিত্ৰ ফলকৰ (ছবিখনৰ) কাৰণে নহয় জানো? ইয়াত 'তুমি ৰজাৰ কাৰণেই আহিছা' এই কথাটো লুকাই ৰখা হৈছে।

**একাদশ বীথ্যঙ্গ অসৎপ্ৰলাপ ঃ**

অসম্বদ্ধ বা সঙ্গতিহীন বাক্য বা উত্তৰ আৰু মুবুজা লোকৰ আগত কোৱা হিতকৰ বাক্যক অসৎপ্ৰলাপ বোলা হয়। ২৭৩

প্ৰদ্যুম্নঃ। (সহকাৰবল্লীৰলোক্য সানন্দম্, অহো কথমিহৈৱ—

অলিকুলমঞ্জুকেশী পৰিমলবন্দুলা ৰসাৱহা তন্বী।
কিশলয়পেশলপাণিঃ কোকিলকলভাষিণী প্ৰিয়তমা মে॥

প্ৰথম প্ৰকাৰ অসৎপ্ৰলাপৰ উদাহৰণ, যেনে :—মোৰ ৰচিত প্ৰভাৱতী নাটিকাত ("প্ৰদ্যুম্ন। সহকাৰ লতাৰ পিনে চাই আনন্দমনেৰে। কেনেকৈ সম্ভৱ হ'ল? ইয়াতে যে মোৰ, অলিকুল-মঙ্গলকেশী, অতি সৌৰিভশালিনী ৰসাবহা (আনন্দ দায়িনী আৰু ৰসেৰে ভৰপূৰ) তন্বী, কিশলয়-পল্লৱ-পাণি— (উপমেয় পক্ষে কিশলয় পল্লৱ অৰ্থাৎ কোমল পাতৰ দৰে হাত যাৰ, উপমান পক্ষে কিশলয় পল্লৱৰূপ হাত যাৰ), আৰু কোকিল কল-ভাষিণী (কোকিল-মধুৰ স্বৰেৰে কথা কোৱা ; উপমান পক্ষে কোকিলৰ সুমধুৰ স্বৰেৰে সমন্বিতা) প্ৰিয়তমা।)

অসম্বদ্ধ উত্তৰৰূপ অসৎপ্ৰলাপৰ উদাহৰণ পাঠকে নিজে নিজে বুজি লব। তৃতীয় প্ৰকাৰ অসৎ প্ৰলাপৰা উদাহৰণ ; যেনে— বেণীসংহাৰ নাটকত দুৰ্য্যোধনৰ প্ৰতি গান্ধাৰীৰ বাক্য।

**দ্বাদশ বীথ্যঙ্গ ব্যাহাৰ :**

আনৰ লাভৰ কাৰণে প্ৰয়োগ কৰা হাস্যজনক বা ক্ষোভ জনক বাক্যই ব্যাহাৰ। ২৭৪

উদাহৰণ মালৱিকাগ্নিমিত্ৰ নাটকত ; যেনে—

বিদূষকঃ। মা দাৱ উবদেসস্তুদ্ধা গমিস্সসি।

দাসঃ। (বিদূষকং প্ৰতি) আৰ্য্য! উচ্যতাং যত্ত্বয়া ক্ৰমভেদো লক্ষিতঃ।

বিদূষকঃ। পঢ়মং বহ্মণ পূআ ভোদি, সা ইমাএ লঙ্ঘিদা।
( মালৱিকা স্ময়তে।)

( লাস্য নৃত্যৰ অনুষ্ঠানৰ অন্তত মালৱিকাগ্নিমিত্ৰ নাটকত। বিদূষক। তুমি শাস্ত্ৰৰ উপদেশ সুবুজা সুগুনাকৈ ইয়াৰ পৰা যাব নোৱাৰা।

গণদাস। ( বিদূষকৰ প্ৰতি ) আৰ্য্য কওকচোন, আপুনি ইয়াত কি শাস্ত্ৰ উপদেশৰ ব্যতিক্ৰম দেখিলে ?

বিদূষক। প্ৰথমতে ব্ৰাহ্মণৰ সেৱা সৎকাৰ হব লাগে, এওঁ সেই শাস্ত্ৰ নিয়মৰ ব্যতিক্ৰম কৰিছে— ? ইত্যাদি স্থলত নায়ক অগ্নিমিত্ৰক নিঃশঙ্কভাৱে নায়িকা দৰ্শনৰ সুযোগ দিয়াৰ কাৰণে বিদূষকৰ এই হাস্যজনক আৰু ( মালবিকাৰ পক্ষে ) ক্ষোভজনক কথাৰ প্ৰয়োগেই ব্যাহাৰ।)

**ত্ৰয়োদশ বীথ্যঙ্গ মৃদৱ ঃ**

যত দোষক গুণৰূপে অথবা গুণক দোষৰূপে বৰ্ণনা
কৰা হয়, তেনে বাক্যক মৃদৱ বা মাৰ্দ্দৱ বোলা হয়। ২৭৫

এই দ্বয়োবিধ মৃদৱৰ উদাহৰণ ; ক্ৰমশঃ যেনে—

প্ৰিয় জীৱিততাক্ৰৌৰ্য্যং নিস্নেহত্বং কৃতঘ্নতা।
ভূয়স্তদ্দৰ্শনাদেৱ মমৈতে গুণতাং গতাঃ ॥

তস্যাস্তদ্ৰূপসৌন্দৰ্য্যং ভূষিতং যৌৱনশ্ৰিয়া।
সুখৈকায়তনং জাতং দুঃখায়ৈৱ মমাধুনা ॥

প্ৰথম বিধ—( প্ৰিয়তম, তোমাৰ বিয়োগত মোৰ জীৱন ধাৰণত যি ক্ৰুৰতা, স্নেহহীনতা আৰু কৃতঘ্নতা প্ৰকাশ পাইছিল, এতিয়া আকৌ তোমাৰ দৰ্শন লাভৰপৰা মোৰ সেই দোষবোৰেই গুণ বুলি প্ৰতিপন্ন হৈ পৰিছে।)

দ্বিতীয়—( গুণক দোষৰূপে বৰ্ণনাৰ ) তেওঁৰ যৌৱন শ্ৰীৰে বিভূষিত ৰূপ-সৌন্দৰ্য্য তেতিয়া মোৰ পক্ষে একমাত্ৰ সুখৰ আকৰ হৈ উঠিছিল, এতিয়া সেয়ে দুখৰ হে কাৰণ হৈ পৰিছে।)

**যি কোনো ৰূপকতে বীথ্যঙ্গ যোজনাৰ উপযোগিতা ঃ**

এই সকলো প্ৰকাৰ বীথ্যঙ্গৰ যোজনা নাটক আদি অন্যান্য সকলো-প্ৰকাৰ ৰূপকতো পোৱা যায় যদিও বীথী নামৰ ৰূপকত এই

বীথ্যঙ্গবিলাকৰ প্ৰয়োগ অপৰিহাৰ্য্য হেতুকে নাটক আদি ৰূপকত স্পষ্ট ভাৱে থকা সত্ত্বেও বীথীনামক ৰূপক-নিৰূপণ প্ৰসঙ্গত বীথ্যঙ্গবিলাক উদাহৰণ সহ নিৰূপণ কৰা হ'ল। নানাপ্ৰকাৰ ৰস বীথী বা মালাৰ দৰে শাৰী পাতি থাকে বাবে ইয়াক বীথী বোলা হয়।

**দশম প্ৰকাৰ ৰূপক প্ৰহসন ঃ**

যি ৰূপকৰ সন্ধি, সন্ধ্যঙ্গ, লাস্যাঙ্গ, আৰু অঙ্কৰ সমাৱেশ ভাণৰ দৰে হয়, বৰ্ণনীয় ইতিবৃত্তটো কৱি-কল্পিত আৰু তাত অধম প্ৰকৃতিৰ নায়কৰ চৰিত্ৰ চিত্ৰণ কৰা হয়, সেয়ে প্ৰহসন। ২৭৬

এইবিধ ৰূপকত আৰভটী বৃত্তি নাথাকে; বিষ্কম্ভক আৰু প্ৰৱেশকো নাথাকে। ইয়াৰ অঙ্গী ( প্ৰধান ) ৰস হয় হাস্য; বীথ্যঙ্গবিলাকৰ প্ৰয়োগ ইয়াত থাকিবও পাৰে, নাথাকিবও পাৰে। ২৭৭

প্ৰহসনৰ ভেদ ঃ

( ১ ) য'ত তপস্বী, সন্ন্যাসী বা ব্ৰাহ্মণ জাতীয় ধৃষ্ট নায়কৰ চৰিত্ৰ চিত্ৰণ হয়, সেইবিধ প্ৰহসনক শুদ্ধ প্ৰহসন বোলে। ২৭৮

উদাহৰণ ; যেনে—'কন্দৰ্পকেলি' প্ৰহসন।

( ২ ) য'ত অধম প্ৰকৃতিৰ যি কোনো লোকক নায়কৰূপে চিত্ৰিত কৰা হয়, সেইবিধ প্ৰহসনক সংকীৰ্ণ প্ৰহসন বোলে।

উদাহৰণ ; যেনে—'ধূৰ্ত্তচৰিত' প্ৰহসন।

কোনো কোনো নাট্যাচাৰ্য্যৰ মতে য'ত বহুত উদ্ধত প্ৰকৃতিৰ নায়কৰ বৃত্তান্ত বৰ্ণনা কৰা হয়, তেনেকুৱা এটা বা দুটা অঙ্কত ৰচিত প্ৰহসনৰ নাম সংকীৰ্ণ প্ৰহসন। ২৭৯

উদাহৰণ যেনে 'লটক মেলক' প্ৰভৃতি। কিন্তু মহৰ্ষি ভৰতে কয় যে "য'ত বেশ্যা, ভৃত্য, নপুংসক, বিট, ধূৰ্ত্ত আৰু বন্ধকী ( ব্যভিচাৰিণী তিৰোতা ) আদি নায়ক-নায়িকা হয় আৰু তেনে লোকৰ বেশভূষা, পোছাক-পৰিচ্ছদ, আচৰণ আদিৰ অবিকলভাবে অনুকৰণ কৰা হয়, সেয়ে সংকীৰ্ণ প্ৰহসন।"

> য'ত নপুংসক, কঞ্চুকী, তপস্বী, কামুক, চাৰণ আৰু সৈনিক আদিৰ বেশভূষা, কথা আচৰণ আদিৰ অনুকৰণ কৰা হয়; সেইবিধ প্ৰহসনক বিকৃত প্ৰহসন বোলা হয়। ২৮০

এইবিধ ( বিকৃত নামৰ প্ৰহসন ) সংকীৰ্ণ প্ৰহসনৰ ভিতৰতে পৰে হেতুকে ভৰত মুনিয়ে ইয়াৰ কথা বেলেগে কোৱা নাই।

**উপৰূপক নিৰূপণ :**

**নাটিকা :**

> এতিয়া উপৰূপকৰ কথা কোৱা হৈছে। তাৰে ভিতৰত য'ত বৰ্ণনীয় বৃত্তান্তটো কৱিকল্পিত হয়, স্ত্ৰী পাত্ৰৰ সংখ্যা বহুত বেছি হয়, অঙ্ক চাৰিটা থাকে, সেয়ে নাটিকা। নাটিকা নামৰ এই উপৰূপকত নায়ক ধীৰ-ললিত প্ৰকৃতিৰ, ৰাজবংশত জন্মা, প্ৰখ্যাতলোক হব লাগে আৰু নায়িকা নায়কৰ অন্তঃপুৰত বাস কৰা নাইবা সঙ্গীত কলাত নিপুণ অথচ নতুনকৈ অনুৰক্তা হোৱা কোনো ৰাজ-কুলোৎপন্না কুমাৰী হব লাগে। এইবিধ ৰূপকত নায়ক ৰজা জন মুখ্য ৰাণীৰ ভয়ত শঙ্কিত হৈ কামত আগবাঢ়িব লগাত পৰে। কোনো ৰাজবংশত ওপজা, প্ৰগলভ প্ৰকৃতিৰ প্ৰথম বিবাহিতা পত্নীকে ইয়াত দেৱী বা মুখ্য ৰাণী বোলা হয়। জ্যেষ্ঠা

মহিষীয়ে পদে পদে ৰজাৰ ওপৰত অভিমান কৰে,
দুয়োৰে মিলন তেওঁৰ অনুগ্ৰহতহে হব পাৰে।
নাটিকা নামৰ ৰূপকত কৌশিকীবৃত্তি প্ৰধান ভাবে
থাকে, বিমৰ্শ সন্ধিৰ প্ৰয়োগ নাই আৰু অন্যান্য
চাৰিটা সন্ধিৰ প্ৰয়োগ কৰা হয়। ২৮১

'দ্বয়োঃ' ( দুয়োৰো ) পদৰ অৰ্থ নায়ক আৰু নায়িকাৰ। নাটিকাৰ উদাহৰণ ; যেনে—ৰত্নাৱলী, বিদ্ধশালভঞ্জিকা ইত্যাদি।

**ত্ৰোটক :**

যি উপৰূপকত পাঁচোটা, সাতোটা, আঠোটা বা নটা
অঙ্ক থাকে, দেৱতা আৰু মানৱ দুয়োৰে সংমিশ্ৰিত
ইতিবৃত্ত বৰ্ণনা কৰা হয় আৰু প্ৰতি অঙ্কতে বিদূষকৰ
অভিনয় থাকে, সেই উপৰূপকক ত্ৰোটক বোলা
হয়। ২৮২

প্ৰতি অঙ্কতে বিদূষক থাকে হেতুকে ইয়াৰ অঙ্গী ( মুখ্য ) ৰস হয় শৃঙ্গাৰ। সাতোটা অঙ্কত ৰচিত ত্ৰোটক, যেনে—স্তম্ভিতৰম্ভ। পঞ্চাঙ্ক ত্ৰোটক, যেনে—বিক্ৰমোৰ্ব্বশীয়।

**গোষ্ঠী :**

এতিয়া গোষ্ঠী নামৰ উপৰূপকৰ কথা কোৱা হৈছে :

য'ত ন বা দহজন সাধাৰণ শ্ৰেণীৰ লোকৰ চৰিত্ৰ
চিত্ৰণ হয় আৰু উদাত্ত ( সংস্কৃত ) বাক্য নাথাকে ;
কৌশিকী বৃত্তি মুখ্যভাৱে থাকে, পাঁচ বা ছগৰাকী স্ত্ৰী
পাত্ৰ থাকে, গৰ্ভসন্ধি আৰু বিমৰ্শসন্ধি নাথাকে, কাম-
শৃঙ্গাৰ অভিব্যঞ্জিত হয় আৰু এটা অঙ্কতে যাৰ ৰচনা
সমাপ্ত কৰা হয়, সেয়ে গোষ্ঠী নামৰ উপৰূপক। ২৮৩

উদাহৰণ ; যেনে—ৰৈৱত-মদনিকা।

**সট্টক :**

যি ৰূপকৰ সমুদায় কথা প্ৰাকৃত ভাষাত, য'ত প্ৰৱেশক আৰু বিষ্কম্ভক নাথাকে, প্ৰধান বা অঙ্গী ৰস হয় অদ্ভুত, সেয়ে সট্টক নামৰ উপৰূপক। ইয়াৰ বাকীবিলাক লক্ষণ নাটিকাৰ দৰে; কেৱল ইয়াৰ অঙ্কবিলাকক 'জৱনিকা' বোলা হয়। ২৮৪

উদাহৰণ; যেনে—কৰ্পূৰ মঞ্জৰী

**নাট্যৰাসক :**

এতিয়া নাট্য ৰাসকৰ কথা কেৱা হৈছে। যি উপৰূপকত এটা মাত্ৰ অঙ্ক থাকে, তাতে নানা-প্ৰকাৰ তাল লয়ৰ সমাৱেশ কৰা হয়, নায়কজন ধীৰোদাত্ত প্ৰকৃতিৰ, উপনায়ক পীঠমৰ্দ্দ, শৃঙ্গাৰ ৰসৰ লগে লগে হাস্যৰসো অঙ্গী (প্ৰধান) ৰসৰূপে অভিব্যঞ্জিত হয়, বাসকসজ্জা নায়িকাৰ চৰিত্ৰ চিত্ৰিত হয়; মুখ সন্ধি আৰু নিৰ্ব্বহণ সন্ধি এই দুবিধ সন্ধি আৰু দহ প্ৰকাৰ লাস্যাঙ্গৰ প্ৰয়োগ থাকে, সেয়ে নাট্যৰাসক নামৰ উপৰূপক। কোনো কোনো নাট্যাচাৰ্য্যৰ মতে ইয়াত কেৱল প্ৰতিমুখ সন্ধিহে থাকিব নালাগে (আন বিলাক সন্ধি থাকিব পাৰে)। ২৮৫

মুখ আৰু আৰু নিৰ্বহণ এই দুইপ্ৰকাৰ মাত্ৰ সন্ধি থকা নাট্যৰাসক, যেনে—নৰ্ম্মৱতী। প্ৰতিমুখ সন্ধিৰ বাহিৰে বাকী চাৰিপ্ৰকাৰ সন্ধি থকা, নাট্যৰাসকৰ উদাহৰণ; যেনে—বিলাসৱতী।

**প্ৰস্থানক :**

এতিয়া প্ৰস্থানক নামৰ উপৰূপকৰ লক্ষণ কোৱা হৈছে।

এই প্ৰস্থানক নামৰ উপৰূপকত কোনো ভৃত্য বা দাস স্থানীয় লোক নায়ক হয়; তাতোকৈ হীনশ্ৰেণীৰ

লোক উপনায়ক হয়, কোনো দাসী ইয়াৰ নায়িকা। ইয়াত কৌশিকী বৃত্তি আৰু ভাৰতী বৃত্তি থাকিব লাগে। মদ্যপানৰ মত্ততাজনিত ৰংধেমালিৰে ইয়াত উপস্থাপিত বৃত্তান্তৰ উপসংহাৰ কৰা ( সমাপ্তি ঘটোৱা ) হয়। এইবিধ উপৰূপকত অঙ্ক দুটা থাকে আৰু লয় তাল আদি আৰু বিলাসো প্ৰচুৰ পৰিমাণে থাকে। ২৮৬

ইয়াৰ উদাহৰণ ; যেনে—শৃঙ্গাৰতিলক।

**উল্লাপ্য ঃ**

যি উপৰূপকত কোনো ধীৰোদাত্ত প্ৰকৃতিৰ নায়কৰ চৰিত্ৰ চিত্ৰণ কৰা হয়, বৰ্ণনীয় বৃতান্ত দেৱতা-বিষয়ক। এটামাত্ৰ অঙ্ক থাকে, শিল্পক নামক উপৰূপকৰ লক্ষণত, কোৱা আশংসা আদি অঙ্গ-বোৰৰ সমাবেশ থাকে, হাস্য, শৃঙ্গাৰ আৰু করুণ ৰস অভিব্যঞ্জিত হয় আৰু বিবিধ যুদ্ধ-বিগ্ৰহ আৰু অস্ৰগীতৰ ( অৰ্থাৎ জৱনিকাৰ আঁৰত অনুষ্ঠিত, বৰ্ণনীয় ঘটনাবিষয়ক গীতৰ ) সমাবেশত যি উপৰূপক মনোহৰ হৈ উঠে, সেয়ে উল্লাস বা উল্লাপ্য নামৰ উপৰূপক। ২৮৭

কোনো কোনো নাট্যাচাৰ্য্যৰ মতে, এই উপৰূপকত নায়িকা চাৰিজনী, আৰু অঙ্ক তিনিটা থাকিব লাগে। কাৰিকাত উল্লিখিত শিল্পকাঙ্গৰ কথা পাচ-লৈ কোৱা হব। এইবিধ উপৰূপকৰ উদাহৰণ, যেনে—দেৱী-মহাদেৱ।

**কাব্য ঃ**

কাব্য নামৰ উপৰূপকৰ লক্ষণ এই যে, য'ত হাস্য-ৰস প্ৰধান ভাবে অভিব্যঞ্জিত হয়, আৰভটী বৃত্তিৰ প্ৰয়োগ নাথাকে, ( বাকীবিলাক বৃত্তি থাকে ), যি

উপৰূপক এটামাত্ৰ অঙ্কত ৰচিত হয়; খণ্ডমাত্ৰা, দ্বিপদিকা আৰু ভগ্নতাল আদি গীত ভেদৰ সমাৱেশত, শৃঙ্গাৰ ৰসৰ অভি-ব্যঞ্জনা হয় আৰু বৰ্ণমাত্ৰা তথা ছড্‌ডলিকা ছন্দৰ যোগত মনোহৰ হৈ উঠে; যাৰ নায়ক-নায়িকা ধীৰোদাত্ত প্ৰকৃতিৰ আৰু মুখ প্ৰতিমুখ আৰু নিৰ্ব্বহণ এই তিনিটা সন্ধি যত থাকে, সেয়ে কাব্য নামৰ উপৰূপক। ২৮৮

ইয়াৰ উদাহৰণ; যেনে—যাদৱোদয়।

**প্ৰেঙ্খণ :**

এতিয়া প্ৰেঙ্খণ নামৰ উপৰূপকৰ কথা কোৱা হৈছে। য'ত হীন শ্ৰেণীৰ নায়কৰ চৰিত্ৰ চিত্ৰণ কৰা হয়, গৰ্ভসন্ধি আৰু বিমৰ্শ সন্ধি নাথাকে, সূত্ৰধাৰ নাথাকে, বিষ্কম্ভক আৰু প্ৰবেশকৰো আৱশ্যকতা নাই, এটা অঙ্কত ৰচিত তেনেকুৱা উপৰূপকক প্ৰেঙ্খণ বোলা হয়। এই প্ৰেঙ্খণ নামৰ উপৰূপকত দ্বন্দ্ব যুদ্ধ আৰু ক্ৰোধপূৰ্ণ কটূক্তি আৰু সকলো প্ৰকাৰ বৃত্তিৰে সমাৱেশ থাকিব লাগে। এই ৰূপকৰ নান্দী নেপথ্যত গোৱা হয় আৰু ইয়াৰ প্ৰৰোচনাত কৰি, নট সামাজিক আদিৰ প্ৰশংসা থাকিব লাগে। ২৮৯

উদাহৰণ; যেনে—'বালিবধ'।

**ৰাসক :**

এতিয়া ৰাসকৰ কথা কোৱা হৈছে। য'ত পাঁচজন পাত্ৰ থাকে, মুখ আৰু নিৰ্ব্বহণ এই দুটা সন্ধি থাকে, মহাৰাষ্ট্ৰী আৰু সৌৰসেনী ভাষা প্ৰয়োগ আৰু অৱধী, মাগধী প্ৰভৃতি বিভাষা প্ৰচুৰ হয়,

ভাৰতী আৰু কৌশিকী বৃত্তি থাকে, সুত্ৰধাৰ নাথাকে, একাঙ্কত সম্পূর্ণ, তেনেকুৱা সকলো প্ৰকাৰ বীথ্যঙ্গ সমন্বিত, নৃত্যগীত আদি কলাযুক্ত উপৰূপকৰ নাম ৰাসক। ইয়াত দ্ব্যৰ্থক পদযুক্ত নান্দীৰ প্ৰয়োগ কৰা হয়, নায়িকা কোনো প্ৰসিদ্ধা ৰমণী হব লাগে, কিন্তু নায়ক মূৰ্খ লোক। এই উপৰূপকত ক্ৰমে অধিকৰূপে উদাত্তভাৱৰ বৰ্ণনা থাকে। কোনো কোনো নাট্যাচাৰ্য্যই এই ৰাসক নামৰ উপৰূপকত প্ৰতিমুখ সন্ধিও থাকিব লাগে বুলি কয়। ২৯০

উদাহৰণ ; যেনে—মেনকাহিত।

**সংলাপক :**

সংলাপক নামৰ উপৰূপকৰ লক্ষণ এই যে সংলাপক চাৰিটা বা তিনিটা অঙ্কত ৰচিত হব লাগে। তাত কোনো পাষণ্ডী লোকক নায়কৰূপে লৈ তাৰে চৰিত্ৰ চিত্ৰণ কৰা হয়, শৃঙ্গাৰ আৰু কৰুণ ৰসৰ বাহিৰে আন যি কোনো ৰস অঙ্গীৰূপে অভিব্যঞ্জিত হব পাৰে; নগৰৰোধ, ছলনা, সংগ্ৰাম আৰু বিপ্লৱ আদিৰ বৰ্ণনা থাকে। বৃত্তিৰ ভিতৰত ভাৰতী আৰু কৌশিকী বৃত্তি থাকিব নালাগে। ২৯১

উদাহৰণ ; যেনে—মায়াকাপালিক।

**শ্ৰীগদিত :**

এতিয়া শ্ৰীগদিত নামৰ উপৰূপকৰ লক্ষণ কোৱা হৈছে। য'ত কোনো প্ৰখ্যাত ইতিবৃত্তৰ বৰ্ণনা কৰা হয়, এটা মাত্ৰ অঙ্ক থাকে, নায়ক ধীৰোদাত্ত প্ৰকৃতিৰ প্ৰখ্যাত লোক, কোনো প্ৰসিদ্ধ ৰমণীক

নায়িকাৰূপে চিত্ৰিত কৰা হয়, গৰ্ভ সন্ধি আৰু বিমৰ্শসন্ধি নাথাকে, ভাৰতী বৃত্তিৰ প্ৰয়োগ বেছিকৈ থাকে আৰু শ্ৰীশব্দৰ প্ৰয়োগ প্ৰচুৰভাৱে কৰা হয়, তাকে নাট্যবিদ্ পণ্ডিতসকলে শ্ৰীগদিত নামৰ উপৰূপক বুলি কয়। ২৯২

উদাহৰণ ; যেনে—ক্ৰীড়াৰসাতল।

কিছুমান নাট্যাচাৰ্য্যই কয়, যি উপৰূপকত নটীয়ে শ্ৰীৰ বেশ লৈ ৰঙ্গমঞ্চত গান গায়হি আৰু বচন কয়, অঙ্ক এটা থাকে আৰু ভাৰতী বৃত্তিৰ প্ৰয়োগ প্ৰচুৰ হয়, সেয়ে শ্ৰীগদিত নামৰ উপৰূপক। ২৯৩

ইয়াৰ উদাহৰণ পাঠকে বিচাৰি লব।

**শিল্পক :**

এতিয়া শিল্পক নামৰ উপৰূপকৰ লক্ষণ কোৱা হৈছে। য'ত চাৰিটা অঙ্ক আৰু চাৰিওটা বৃত্তি থাকে, শান্ত আৰু আৰু হাস্যৰ বাহিৰে আন ৰস অভিব্যঞ্জিত কৰা হয়, নায়ক ব্ৰাহ্মণ আৰু উপনায়ক অধম প্ৰকৃতিৰ লোক, শ্মশান আদিৰ বৰ্ণনা থাকে, সেই উপৰূপকেই শিল্পক। ২৯৪

এই শিল্পক নামৰ উপৰূপকৰ সাতাইশটা অঙ্গ আছে ; সেই বিলাক হৈছে ঃ (১) আশংসা (২) তৰ্ক, (৩) সন্দেহ, (৪) তাপ, (৫) উদ্বেগ, (৬) প্ৰসক্তি, (৭) প্ৰযত্ন (৮) গ্ৰথন (৯) উৎকণ্ঠা, (১০) অৱহিত্থা, (১১) প্ৰতিপত্তি, (১২) বিলাস, (১৩) আলস্য, (১৪) বাষ্প (১৫) প্ৰহৰ্ষ (১৬) আশ্বাস, (১৭) মূঢ়তা, (১৮) সাধনানুগম, (১৯) উচ্ছ্বাস (২০) বিস্ময়

(২১) প্ৰাপ্তি, (২২) লাভ, (২৩) বিস্মৃতি, (২৪) সংফেট, (২৫) বৈশাৰদ্য, (২৬) প্ৰবোধন আৰু (২৭) চমৎকৃতি এই অঙ্গবিলাকৰ স্বৰূপ নামৰদ্বাৰাই স্পষ্ট ভাৱে বুজা যায় হেতুকে লক্ষণবোৰ কোৱা নহল। ২৯৫

সংফেট আৰু গ্ৰথনৰ লক্ষণ আগেয়ে কোৱা হৈছে হেতুকে পাঠকে তাক তেতিয়াই বুজিছে। শিল্পক নামৰ উপৰূপকৰ উদাহৰণ ; যেনে— কণকাৱতী-মাধৱ।

**বিলাসিকা ঃ**

য'ত শৃঙ্গাৰ ৰসৰ প্ৰাচুৰ্য্য থাকে, অঙ্ক এটা মাত্ৰ হয়, দহবিধ লাস্যাঙ্গৰ প্ৰয়োগ থাকে, বিদূষক, বিট আৰু পীঠমৰ্দ্দৰ চৰিত্ৰ চিত্ৰণ থাকে, গৰ্ভ আৰু বিমৰ্শ সন্ধি নাথাকে, নায়ক হীন শ্ৰেণীৰ লোক হয় ; বৃত্ত অৰ্থাৎ শ্লোক বৰ কম থাকে আৰু নেপথ্য-সজ্জা ( বেশ-ভূষা ) বেছি জাকজমকীয়া হয় ; তাকে বিলাসিকা বোলে। কিছুমানে ইয়াক 'বিলাসিকা' বুলি কয়, আন কিছুমান নাট্যাচাৰ্য্যই থাকোঁ এইবিধ উপৰূপক, 'দুৰ্ম্মলিকা' নামৰ উপৰূপকৰ ভিতৰতে পৰে বুলি কয়।

**দুৰ্ম্মল্লিকা ঃ**

এতিয়া 'দুৰ্ম্মল্লিকা' নামৰ উপৰূপকৰ কথা কোৱা হৈছে। যি উপৰূপকত চাৰিটা অঙ্ক থাকে, কৌশিকী আৰু ভাৰতী বৃত্তি থাকে, গৰ্ভ সন্ধি নাথাকে, পাত্ৰবিলাক কলাকুশল হয়, নায়ক হীন শ্ৰেণীৰ লোক নহয় ; যি উপৰূপকৰ প্ৰথম অঙ্ক বিটৰ বিবিধ ক্ৰীড়াৰ বৰ্ণনাৰে ভৰপূৰ আৰু প্ৰথমাঙ্কৰ অভিনয় কৰোঁতে ছয় ঘটিকা (১) সময় লাগে, দ্বিতীয় অঙ্কত বিদূষকৰ বিলাস চতুৰ ভাবে বৰ্ণিত হয় আৰু দ্বিয় অঙ্কৰ অভিনয়

১ ঘটিকা ২৪ মিনিট

কৰোতে দহ ঘটিকা সময় লাগে, তৃতীয় অঙ্কত পীঠমৰ্দ্দৰ ভাব-ভঙ্গী বৰ্ণনা কৰা হয় আৰু তৃতীয় অঙ্কৰ অভিনয়ত বাৰ ঘটিকা সময় লাগে, চতুৰ্থ অঙ্কত নায়কৰ ক্ৰীড়া প্ৰদৰ্শন কৰা হয় আৰু চতুৰ্থ অঙ্কৰ অভিনয়ত কুৰি ঘটিকা সময় লাগে সেয়ে'দুৰ্ম্মল্লিকা' নামৰ উপৰূপক। ২৯৬

উদাহৰণ ; যেনে—বিন্দুমতী।

**প্ৰকৰণিকা ঃ**

নাটিকাৰে ( নাটিকাৰ লক্ষণ আগতে কোৱা হৈছে ) যদি নায়ক কোনো বণিক্, পুৰোহিত বা মন্ত্ৰী শ্ৰেণীৰ লোক হয় আৰু নায়িকা নায়কৰ সমকুলত ওপজা ৰমণী হয়, তেন্তে তাকে প্ৰকৰণিকা বা প্ৰকৰণী নামৰ উপৰূপক বোলে। ২৯৭

উদাহৰণ পাঠকে নিজে বিচাৰি লব।

**হল্লীশ ঃ**

এতিয়া হল্লীশ নামক উপৰূপকৰ কথা কোৱা হব। যি উপৰূপকৰ এটা মাত্ৰ অঙ্ক থাকে, সাত, আঠ বা দহ গৰকী তিৰোতা পাত্ৰ হয়, এজন উদাত্ত বাণীসম্পন্ন ( সংস্কৃত ভাষা ভাষী ) পুৰুষক নায়কৰূপে চিত্ৰিত-কৰা হয়, যি উপৰূপক কৌশিকী বৃত্তিৰ সমাৱেশত উজ্জ্বল হৈ উঠে, যত মুখ সন্ধি আৰু নিৰ্ব্বহণ সন্ধি—এই দুটা মাত্ৰ সন্ধি থাকে আৰু নানাপ্ৰকাৰ ৰাগ তাল আদিৰ প্ৰাচুৰ্য্য থাকে, সেই উপৰূপকৰ নাম হল্লীশ। ২৯৮

উদাহৰণ ; যেনে—কেলি-ৰৈৱতক।

**ভাণিকা ঃ**

এতিয়া ভাণিকা নামৰ উপৰূপকৰ কথা কোৱা হৈছে।

য'ত সুন্দৰ নেপথ্য ৰচনা ( মনোহৰ সাজ-পাৰ ) থাকে, সন্ধিৰ ভিতৰত সকলো মুখ সন্ধি আৰু নিৰ্ব্বহণ সন্ধি আৰু বৃত্তিৰ ভিতৰত কৌশিকী আৰু ভাৰতী বৃত্তি থাকে, অথচ যি উপৰূপক এটা অঙ্কত সম্পূৰ্ণ হয়, যি উপৰূপকৰ নায়িকা উদাত্ত প্ৰকৃতিৰ ৰমণী হয় আৰু নায়ক অধম প্ৰকৃতিৰ লোক হয়, সেয়ে ভাণিকা। ২৯৯

এইবিধ উপৰূপকৰ সাত বিধ অঙ্গ আছে যেনে (—(১) উপন্যাস (২) বিন্যাস, (৩) বিবোধ (৪) সাধ্বস, (৫) সম, (৬) নিবৃত্তি আৰু (৭) সংহাৰ। এই অঙ্গ সপ্তকৰ ভিতৰত (১) প্ৰসঙ্গ অনুসৰি কাৰ্য্য কীৰ্ত্তনক উপন্যাস বোলা হয়। (২) নিৰ্বেদ ( বৈৰাগ্য ) প্ৰকাশক বাক্য প্ৰয়োগৰ নাম বিন্যাস। (৩) বিবোধৰ অৰ্থ ভ্ৰম সংশোধন। (৪) মিছা গৰ্ব্ব কৰাক সাধ্বস বোলে। (৫) খঙেৰে কৰা নিন্দাত্মক বাক্য প্ৰয়োগকে ইয়াত সমৰ্পণ বোলা হৈছে। (৬) উদাহৰণৰ উপস্থাপনৰ নাম নিবৃত্তি আৰু (৭) কাৰ্য্যৰ সমাপ্তিক সংহাৰ বোলে। ৩০০

এই অঙ্গবিলাকৰ উদাহৰণ সহজবোধ্য গতিকে, ইয়াত দিয়া নহল। ভাণিকা উপৰূপক ;—যেনে কামদত্তা।

এই উপৰূপক নামৰ প্ৰবন্ধবিলাক নাটকৰ লগত একে ধৰণৰ বস্তু, গতিকে ইয়াত উচিত মতে আৰু সম্ভৱ অনুসৰি নাটকৰ বিশেষত্ববিলাকৰ যোজনা থাকিব লাগে। এই বিলাকৰ উপৰূপকৰ লক্ষণৰ ভিতৰত য'ত য'ত নাটকৰ লক্ষণত উল্লিখিত বিশেষত্বৰ কথা পুনঃকোৱা হৈছে, তাৰদ্বাৰা তাত সেই উল্লিখিত বিশেষত্ব থকাটো একান্ত অপৰিহাৰ্য্য বুলি বুজিব লাগিব।

**শ্ৰব্য কাব্য নিৰূপণ :**

দৃশ্য কাব্য নিৰূপণৰ পাচত এতিয়া শ্ৰব্য কাব্যৰ কথা কোৱা হৈছে। যি কাব্য কেৱল শ্ৰৱণ-যোগ্য (অৰ্থাৎ যি কাব্যৰ অৰ্থ ৰঙ্গমঞ্চত অভিনয়ৰদ্বাৰা প্ৰদৰ্শন কৰা নহয়, নিজে পঢ়ি বা শুনি সামাজিকে উপভোগ কৰে) তাকে শ্ৰব্য কাব্য বোলে। এই শ্ৰব্য কাব্য দুবিধ (১) পদ্যময় আৰু (২) গদ্যাত্মক। ৩০১

**শ্ৰব্য কাব্য :**

শ্ৰব্য কাব্যৰ ভিতৰত পদ্যময় কাব্যৰ লক্ষণ ঃ ছন্দোবদ্ধ কৰি পদ্যত ৰচিত কাব্যই পদ্যকাব্য। সেই পদ্য কাব্যৰে (১) যদি এফাকি পদ্যই (নিজৰ অৰ্থ প্ৰকাশৰ অৰ্থে) আন পদ্যৰ ওপৰত নিৰ্ভৰ নকৰি আন পদ্যৰ সম্বন্ধৰপৰা মুক্ত বা স্বতন্ত্ৰ হৈ থাকে, তাৰ নাম মুক্তক ; (২) য'ত দুফাকি পদ্যই লগ লাগি (পৰস্পৰ সাপেক্ষভাৱে একবাক্যতাপন্ন হৈ) অৰ্থ প্ৰকাশ কৰে, তাৰ নাম যুগ্মক (৩) য'ত তিনিফাকি পদ্যই একবাক্যতাপন্ন হৈ অৰ্থ প্ৰকাশ কৰে, তাৰ নাম সন্দানিতক ; (৪) যত চাৰিফাকি পদ্যই লগ লাগি একবাক্যতাপন্ন হৈ অৰ্থ প্ৰকাশ কৰে, তাৰ নাম কলাপক আৰু (৫) য'ত বাক্যাৰ্থ প্ৰকাশৰ অৰ্থে পাঁচ বা ততোধিক পদ্য পৰস্পৰে অন্বিত হব লগাত পৰে, সেই পদ্য কাব্যক কুলক বোলা হয়। ৩০২

তাৰে ভিতৰত মুক্তক নামৰ পদ্যময় শ্ৰব্যকাব্য, যেনে—মোৰ ৰচিত

সান্দ্ৰানন্দমনন্তমৱ্যয়মজং যদ্যোগিনোঽপি ক্ষণং
সাক্ষাৎ কৰ্ত্তুমুপাসতে প্ৰতি মুহুৰ্ধ্যানৈকতানাঃ পৰম্।

ধন্যাস্তা মথুৰাপুৰীযুৱতয়স্তদ্‌ব্ৰহ্ম যাঃ কৌতুকা-
দালিঙ্গন্তি সমালপন্তি শতধাঽকৰ্ষন্তি চুম্বন্তি চ ॥

(যাৰ ক্ষন্তেক সাক্ষাৎ দৰ্শনৰ অৰ্থে যোগীসকলে বাৰম্বাৰ নিৰ্বিকল্পক ধ্যানত নিমগ্ন হৈ উপাসনা কৰি থাকে সেই আনন্দঘন ৰূপ, অনন্ত, অব্যয় অনাদি পৰম ব্ৰহ্মক যি মথুৰা-পুৰবাসিনী যুৱতীসকলে অতি আগ্ৰহেৰে আলিঙ্গন কৰিবলৈ, লগত কথা-বতৰা পাতিবলৈ নানা ধৰণে টনা-আজোৰা আৰু চুম্বন কৰিবলৈ পাইছে, তেওঁ বিলাকেই ধন্য।)

**দ্বিতীয় প্ৰকাৰ পদ্য কাব্য যুগ্মক ঃ**

দ্বিতীয় প্ৰকাৰ পদ্য কাব্য যুগ্মকৰ উদাহৰণ ; যেনে—

মোৰ ৰচিত ঃ

কিং কৰোষি কৰোপান্তে কান্তে গণ্ডস্থলীমিমাম্।
প্ৰণয়প্ৰৱণে কান্তেঽনৈকান্তে নোচিতা ক্ৰুধঃ ॥
ইতি যাৱৎ কুৰঙ্গাক্ষীং ৱক্তুমীহামহে ৱয়ম্।
তাৱদাৱিৰভূৎ চূতে মধুৰো মধুপধ্বনিঃ ॥

(মই যেতিয়া সেই মৃগনয়না সুন্দৰীক কব খুজিলোঁ 'হে প্ৰিয়তমা, তুমি কিয় এইদৰে গালত হাত দি আছা, তোমাৰ প্ৰিয়তম একমাত্ৰ তোমাৰ প্ৰেমতে মগ্ন হৈ থকা অৱস্থাত খং কৰি থকা উচিত নহয়,'--তেতিয়া আমগছৰপৰা ভোমোৰাৰ মধুৰ গুঞ্জন শুনা গল।)

**মহাকাব্যৰ স্বৰূপ নিৰ্ণয় ঃ**

যি পদ্য কাব্য সৰ্গবন্ধাত্মক (বিভিন্ন সৰ্গত বিভক্ত হৈ ৰচিত হয়) সেয়ে মহাকাব্য। এই মহাকাব্যত এজন নায়কৰ চৰিত্ৰ বৰ্ণনা কৰা হয়। সেই নায়কজন ধীৰোদাত্ত প্ৰকৃতিৰ কোনো দেৱতা নাইবা কোনো অভিজাত বংশত ওপজা, সেই প্ৰকৃতিৰ ক্ষত্ৰিয় হব লাগে ; অথবা ইয়াত (মহাকাব্যৰ) একে বংশত ওপজা অনেক কুলীন

(অভিজাত্যসম্পন্ন) নৃপতিৰ চৰিত্ৰ বৰ্ণনা হব পাৰে।

মহাকাব্যত শৃঙ্গাৰ বীৰ আৰু শান্ত এই তিনিবিধ ৰসৰ যি কোনো এটা অঙ্গীৰস ৰূপে আৰু অন্যান্য সকলো ৰসেই তাৰ অঙ্গৰূপে অভিব্যঞ্জিত হোৱাটো আৰু সেই দৰে নাটকত থকা সকলোবোৰ সন্ধি থকাটো বাঞ্ছনীয়।

কোনো ঐতিহাসিক ঘটনা নাইবা কোনো মহাপুৰুষৰ বিষয়ে লোক-প্ৰসিদ্ধ ঘটনা ইয়াৰ বৰ্ণনীয় বিষয় হব লাগে। এই মহাকাব্যত ধৰ্ম্ম অৰ্থ কাম মোক্ষ এই চতুৰ্ব্বৰ্গৰ কাব্যময় আলোচনা থাকিব লাগে, যাতে তাৰে (চাৰিবৰ্গৰ) ভিতৰত এটা প্ৰধান ফলৰূপে প্ৰতিপাদিত হয়।

ওপৰত কোৱা লক্ষণ-বিশিষ্ট মহাকাব্যৰ আৰু বিশেষত্ব এই যে ইয়াৰ আৰম্ভতে নমস্কাৰৰূপ, আশীৰ্ব্বাদস্বৰূপ নাইবা বস্তুনিৰ্দ্দেশাত্মক (বৰ্ণনীয় বিষয়ৰ সূচনাত্মক) মঙ্গলাচৰণ থাকিব লাগে। খলুৱা লোকৰ নিন্দা নাইবা সাধুলোকৰ গুণ কীৰ্ত্তনৰদ্বাৰাও মহাকাব্যৰ আৰম্ভ হব পাৰে। মহাকাব্যৰ একো একোটা সৰ্গৰ পদ্যবোৰ কোনো এটা বিশেষ ছন্দত ৰচিত হব লাগে কিন্তু সৰ্গৰ শেষত দুই এটা বেলেগ ছন্দৰ শ্লোক থাকিব লাগে। মহাকাব্যৰ সৰ্গ সংখ্যা আঠোটাতকৈ বেছি হব লাগে আৰু সৰ্গবিলাক বেছি চুটি হব নালাগে আৰু বেছি দীঘলো হব নালাগে; কোনো কোনো মহাকাব্যত কোনো একোটা সৰ্গত বিভিন্ন ছন্দত

ৰচিত পদ্যৰ সমাবেশো দেখা যায়। মহাকাব্যৰ প্ৰতিটো সৰ্গৰ অন্তত পিছৰ সৰ্গত বৰ্ণনীয় ঘটনাৰ সূচনা থাকিব লাগে আৰু কাব্যৰ ভিতৰৰ যিকোনো স্থানত বৰ্ণনীয় ইতিবৃত্তৰ লগত সঙ্গতি পূৰ্ণ ভাবে (১) সন্ধ্যাকাল, (২) সূৰ্য্য, (৩) চন্দ্ৰ, (৪) নিশাকাল, (৫) প্ৰদোষ ( গধূলি ), (৬) অন্ধকাৰ, (৭) দিন, (৮) ৰাতিপুৱা, (৯) দুপৰীয়া, (১০) মৃগয়া, (১১) পৰ্ব্বত, (১২) ঋতু, (১৩) বন-উপবন, (১৪) সাগৰ, (১৫) সম্ভোগ, (১৬) বিয়োগ, (১৭) মুনি চৰিত্ৰ, (১৮) স্বৰ্গ, (১৯) নগৰ, (২০) যজ্ঞ, (২১) সংগ্ৰাম, (২২) যাত্ৰা, (২৩) বিবাহ, (২৪) মন্ত্ৰণা, (২৫) পুত্ৰজন্ম ইত্যাদিবিলাক বিষয়ৰ সাঙ্গোপাঙ্গ বৰ্ণনা থাকিব লাগে। কবিৰ নাম অনুসৰি, বৰ্ণনীয় ইতিবৃত্ত অনুসৰি, নায়কৰ নাম অনুসৰি অথবা আন কোনো বিষয়ৰ নাম অনুসৰি মহাকাব্যৰ নাম ৰাখিব লাগে আৰু সৰ্গবিলাকৰ নাম সেই সেই সৰ্গৰ বৰ্ণনীয় বিষয় অনুসাৰে ৰাখিব লাগে। ৩০৩

মহাকাব্যৰ য'ত যি ভাবে যিটো সন্ধ্যঙ্গৰ সমাবেশ সঙ্গিতপূৰ্ণ হয়, তাতে সেইভাৱে সেই সন্ধ্যঙ্গৰ যোজনা কৰিব লাগে। "অৱসানেঽন্যবৃত্তকৈঃ" অন্তত অন্য বৃত্তত ৰচিত পদ্যবিলাক বুলি কোৱা হৈছে। তাত বহুবচনৰ প্ৰয়োগ বিবক্ষিত নহয় ( অৰ্থাৎ সেই বহুবচনৰ অৰ্থ গ্ৰহণীয় নহয়, গতিকে সৰ্গান্তত যে অন্য ছন্দৰ পদ্য বহুত থাকিব লাগিব এনে কোনো নিয়ম নাই )। 'সাঙ্গোপাঙ্গ' বোলাৰ অৰ্থ এই যে জলকেলি, মদ্যপান আদিও মহাকাব্যত বৰ্ণনীয় বুলি বুজিব লাগে। মহাকাব্য, যেনে—ৰঘুবংশ, শিশুপাল বধ, নৈষধ-চৰিত ইত্যাদি। নাইবা, মোৰ ৰচিত ৰাঘৱবিলাস আদি।

**আৰ্ষ ( ঋষিপ্ৰণীত ) মহাকাব্যৰ বিশেষত্ব :**

> কিন্তু আৰ্ষ অৰ্থাৎ ঋষিপ্ৰণীত মহাকাব্যত হলে
> স্বৰ্গবিলাকক আখ্যান বুলিও কোৱা হয়। ৩০৪

'অস্মিন্' ( ইয়াত ) মানে মহাকাব্যত। আৰ্ষ মহাকাব্যৰ উদাহৰণ, যেনে— মহাভাৰত।

**প্ৰাকৃত মহাকাব্যৰ বিশেষত্ব :**

> প্ৰাকৃত ভাষাত ৰচিত মহাকাব্যৰ সৰ্গবিলাকক সৰ্গ
> নুবুলি আশ্বাস বোলা হয়। প্ৰাকৃত মহাকাব্যৰ
> পদ্যবিলাকৰ বেছি ভাগেই স্কন্ধক ছন্দত আৰু
> কিছুমান গলিতক ছন্দতো ৰচিত। ৩০৫

প্ৰাকৃত মহাকাব্যৰ উদাহৰণ, যেনে— সেতুবন্ধ। নাইবা, যেনে— মোৰ কুৱলয়াশ্বচৰিত।

**অপভ্ৰংশ ভাষাত ৰচিত মহাকাব্যৰ বিশেষত্ব :**

> অপভ্ৰংশ ভাষাত ৰচিত মহাকাব্যৰ সৰ্গবিলাকক
> কুড়বক বোলা হয় আৰু তাৰ পদ্যবিলাক
> অপভ্ৰংশ ভাষাৰ উপযোগী নানাবিধ ছন্দত
> ৰচনা কৰা হয়। ৩০৬

অপভ্ৰংশ ভাষাৰ মহাকাব্য, যেনে—কৰ্ণ-পৰাক্ৰম।

**খণ্ডকাব্যৰ স্বৰূপ :**

> যি সংস্কৃত, প্ৰাকৃত বা অপভ্ৰংশ ভাষাত ৰচিত
> পদ্যকাব্যত সৰ্গভেদ নাথাকে, সকলোবিলাক সন্ধিও
> নাথাকে আৰু পদ্যবিলাক একাৰ্থপ্ৰৱণ অৰ্থাৎ
> যিকোনো এটা বিষয় বা ঘটনাৰ প্ৰকাশক হয়,
> সেই পদ্যাত্মক শ্ৰব্যকাব্যক কাব্য বোলা হয়। ৩০৭

উদাহৰণ, যেনে—ভিক্ষাটন, আৰ্য্যাবিলাস।

**খণ্ডকাব্যৰ লক্ষণঃ**

যি পদ্যকাব্যত কাব্য বা মহাকাব্যৰ সকলো লক্ষণ সঙ্গত নহয় অথচ কিছুমান লক্ষণ খাটে, তেনেকুৱা পদ্যাত্মক শ্ৰব্য কাব্যক খণ্ডকাব্য বোলা হয়। ৩০৮

উদাহৰণ, যেনে— মেঘদূত আদি।

**কোষ নামৰ পদ্যকাব্যঃ**

পৰস্পৰ নিৰপেক্ষ পদ্য সংগ্ৰহক কোষ বোলা হয়। যদি তেনেকুৱা পৰস্পৰ নিৰপেক্ষভাৱে ৰচিত পদ্যসমূহ ব্ৰজ্যা অনুসৰি অৰ্থাৎ সজাতীয় ক্ৰম অনুসৰি সজ্জিত হয়, তেন্তে সেই কোষ কাব্য অতি সুন্দৰ হৈ উঠে। ৩০৯

সজাতীয় পদ্যবিলাকৰ একত্ৰ সমাৱেশক ব্ৰজ্যা বোলা হয়। কোষ কাব্যৰ উদাহৰণ, যেনে—মুক্তাৱলী আদি।

**গদ্য কাব্যৰ লক্ষণঃ**

এতিয়া গদ্য কাব্যৰ কথা কোৱা হৈছে।

তাৰে গদ্যৰ সামান্য লক্ষণ এই যে, ছন্দোহান অৰ্থাৎ কোনো ছন্দৰ সম্পৰ্ক নোহোৱাকৈ ৰচিত বাক্যক গদ্য বোলা হয়। এই গদ্য চাৰিপ্ৰকাৰ, (১) মুক্তক, (২) বৃত্তগন্ধি, (৩) উৎকলিকাপ্ৰায় আৰু (৪) চূৰ্ণক।

(১) সমাসহীন গদ্যক মুক্তক বোলা হয়। (২) য'ত আংশিকভাৱে ছন্দৰ সম্পৰ্ক থাকে (অৰ্থাৎ ছন্দৰ অংশ থকা বুলি প্ৰতীত হয়) সেয়ে বৃত্তগন্ধি গদ্য। (৩) দীঘল সমাসযুক্ত পদৰদ্বাৰা ৰচিত

গদ্যক উৎকলিকাপ্ৰায় বোলে। (৪) চুটি চুটি
সমাসযুক্ত পদৰদ্বাৰা ৰচিত গদ্যৰ নাম চূৰ্ণক। ৩১০

(১) মুক্তক গদ্যৰ উদাহৰণ, যেনে—"গুৰুৰ্বচসি, পৃথুৰুৰসি" (বাক্যত বৃহস্পতি, বুকু বহল) ইত্যাদি।

(২) বৃত্তগন্ধি গদ্যৰ উদাহৰণ, যেনে—মোৰ ৰচিত "সমৰকণ্ডূয়ননিবিড় ভুজদণ্ডকুণ্ডলীকৃতকোদণ্ডশিঞ্জিনীটংকাৰোজ্জাগৰিতবৈৰিনগৰঃ" ইত্যাদি।

ইয়াৰ "কুণ্ডলীকৃতকোদণ্ড"—এই খিনিত অনুষ্টুপ্ ছন্দৰ এপাদ আৰু "সমৰদ্বয়কণ্ডূয়ন" ইয়াতো সেই অনুষ্টুপ ছন্দৰে প্ৰথম আখৰ দুটা কম এটা পাদ যেন প্ৰতীত হৈছে।

(৩) উৎকলিকাপ্ৰায় গদ্য, যেনে— মোৰেই ৰচিত—"অণিস-বিসুমৰ-নিসিদ-সৰ-বিসৰবিদলিদ-সমৰ-পৰিগদ-পবৰ-পৰবল" (সংস্কৃতম্ অনিশৰিস্মৰনিশিত-শৰৰিদলিতসমৰপৰিগতপ্ৰৱৰপৰবলঃ) ইত্যাদি।

(৪) চূৰ্ণক গদ্যৰ উদাহৰণ যেনে মোৰেই ৰচিত: "গুণৰত্নাকৰ জগদেকনাগৰ কামিনীমদন জনৰঞ্জন," ইত্যাদি।

**গদ্য কাব্যৰ প্ৰকাৰ:**

(১) যি কাব্যত গদ্যৰ যোগেদি ইতিবৃত্ত মনোৰম আৰু মনোগ্ৰাহী কৰি তোলা হয়, তাকে কথা বোলে। এই কথাৰ ভিতৰত মাজে মাজে আৰ্য্যা ছন্দৰ শ্লোক আৰু বক্ত্ৰ বা অপবক্ত্ৰ ছন্দত ৰচিত শ্লোকো থাকিব পাৰে। কথা কাব্যৰ আৰম্ভতে ছন্দোবদ্ধ পদ্যময়, নমস্কাৰাত্মক মঙ্গলাচৰণ, খলুৱা লোকৰ নিন্দা বা সজ্জনৰ প্ৰশংসা-প্ৰকাশক বৰ্ণনা থাকিব লাগে। ৩১১

কথা কাব্যৰ উদাহৰণ, যেনে—কাদম্বৰী আদি।

আখ্যায়িকা ঃ

(২) আখ্যায়িকা নামৰ গন্থ কাব্যও কথাৰ দৰেই কিন্তু ইয়াত কবিয়ে নিজৰ বংশৰ বৰ্ণনা কৰে আৰু ইয়াৰ কোনো কোনো ঠাইত অন্যান্য কবিৰ বিষয়েও আলোচনা থাকে। আখ্যায়িকাৰ মাজে মাজে পদ্যও থাকে।

আখ্যায়িকাৰ কথাংশ বা বিষয়-বৰ্ণনাৰ বিভাগ-বিলাকক আশ্বাস বুলি উল্লেখ কৰা হয়। সেই আশ্বাসবিলাকৰ আৰম্ভতে আৰ্য্যা, বক্ত্ৰা বা অপবক্ত্ৰা এই তিনিবিধ ছন্দৰ যি কোনো ছন্দত ৰচিত পদ্যৰদ্বাৰা বিষয়ান্তৰৰ বৰ্ণনাৰ ছলেৰে আশ্বাসত বৰ্ণনীয় বিষয়ৰ সূচনা কৰা হয়। ৩১২

আখ্যায়িকাৰ উদাহৰণ, যেনে— হৰ্ষচৰিত আদি।

কোনো কোনো পণ্ডিতে, নায়কেই আখ্যায়িকা নামৰ গদ্যকাব্যৰ কথক হয় বুলি কয়। সেই কথা যুক্তিযুক্ত নহয়, কাৰণ এই বিষয়ে আচাৰ্য্য দণ্ডীয়ে কৈছে "আখ্যায়িকাত যে নায়কেই আখ্যান বৰ্ণনা কৰিব লাগে এনেকুৱা নিয়ম নাই, কাৰণ দেখা যায়—এনেকুৱা আখ্যায়িকাও আছে, য'ত নায়কৰ বাহিৰে আন পাত্ৰয়ো আখ্যান বৰ্ণনা কৰিছে।"

আখ্যানকে আদি কৰি বিভিন্ন প্ৰকাৰৰ গদ্য কাব্যবিলাক, কথা আৰু আখ্যায়িকা যি কোনো এবিধৰ ভিতৰতে পৰে হেতুকে বেলেগে সেই-বিলাকৰ কথা কোৱা নহ'ল। এই কথাকে আচাৰ্য্য দণ্ডীয়েও কৈছে, যেনে—"আখ্যানকে আদি কৰি এই জাতীয় সকলো গদ্য কাব্য কথা বা আখ্যায়িকাৰ ভিতৰতে অন্তৰ্ভুক্ত হয়"। ৩১৩

আখ্যান জাতীয় গদ্যকাব্যৰ উদাহৰণ, যেনে—পঞ্চতন্ত্ৰ আদি।

**গন্ত পন্তাত্মক শ্ৰব্য কাব্য ঃ**

এতিয়া গদ্য-পদ্যময় শ্ৰব্য কাব্যৰ কথা কোৱা হৈছে।

(১) গদ্য-পদ্যময় শ্ৰব্য কাব্যক চম্পূ বোলা হয়। ৩১৪

চম্পূকাব্য, যেনে—দেশৰাজ চৰিত।

(২) গদ্য-পদ্যাত্মক ৰাজ প্ৰশস্তিক বিৰুদ্ বোলে। ৩১৫

ইয়াৰ উদাহৰণ—বিৰুদমণিমালা।

(৩) বিবিধ ভাষাত ৰচিত গদ্য-পদ্যময় শ্ৰব্য কাব্যক 'কৰম্ভক' বোলা হয়। ৩১৬

ইয়াৰ উদাহৰণ, যেনে—মোৰ ৰচিত প্ৰশস্তি-ৰত্নাৱলী। ইয়াত যোলটা ভাষাৰ প্ৰয়োগ আছে।

ওপৰত কাব্যৰ যিবোৰ ভেদৰ কথা কোৱা হ'ল, তাৰ বাহিৰে যিবিলাক প্ৰভেদ আছে, সেইবিলাকৰ নাম শুনাৰ লগে লগে অনায়াসে স্বৰূপবোধ হয়। যি কেই প্ৰকাৰ কাব্যৰ কথা কোৱা হ'ল, তাৰ বাহিৰে সেইবিলাকৰ বিশেষত্ব নাই বুলিলেই হয়; গতিকে সেইবিলাকৰ লক্ষণ আদি বেলেগে নিৰূপণ কৰা নহ'ল।

শ্ৰীবিশ্বনাথ কৱিৰাজ কৃত সাহিত্য দৰ্পণৰ দৃশ্য-শ্ৰব্য কাব্য নিৰূপণ নামৰ ষষ্ঠ পৰিচ্ছেদ সমাপ্ত॥

---

## ॥ সপ্তম পৰিচ্ছেদ ॥

[ সপ্তম পৰিচ্ছেদত কাব্যৰ দোষৰ আলোচনা কৰা হৈছে। দোষৰ উদাহৰণৰূপে উদ্ধৃতশ্লোকসমূহৰ ঠায়ে ঠায়ে শব্দগত ভাঙনি কৰা হৈছে। কিয়নো দোষৰ স্বৰূপ উপলব্ধিৰ বাবে এনে ভাঙনিৰ প্ৰয়োজন আছে। ]

এই গ্ৰন্থত প্ৰথমতে কাব্যৰ দোষ-গুণ, ৰীতি আৰু অলঙ্কাৰৰ ক্ৰমাৱস্থান দেখুওৱা হৈছে। এতিয়া 'সেইবিলাকনো কেনে' এই প্ৰশ্নৰ প্ৰসঙ্গত উপস্থিত দোষৰ স্বৰূপৰ বিষয়ে কোৱা হৈছে।

ৰসৰ অপকৰ্ষ সাধন কৰাবোৰেই দোষ। ১

ইয়াৰ অৰ্থ আগতে স্পষ্টকৈ কোৱা হৈছেই। এতিয়া বিশেষ বিশেষ দোষৰ কথা হে কোৱা হৈছে।

দোষ পাঁচ প্ৰকাৰ ঃ পদ, পদ্যাংশ, বাক্য, অৰ্থ আৰু
ৰসতো দোষৰ অৱস্থান সম্ভৱ হয়। ২

( পদ দোষ, পদ্যাংশ দোষ, বাক্য দোষ, অৰ্থ দোষ আৰু ৰস দোষ। )

তাৰ ভিতৰত—

দুঃশ্ৰৱত্ব, তিনিবিধ অশ্লীলতা, অনুচিতাৰ্থত্ব, অপ্ৰযুক্ততা, গ্ৰাম্যতা, অপ্ৰতীতত্বা, সন্দিগ্ধতা, নেয়াৰ্থতা, নিহতাৰ্থতা, অবাচকত্ব, ক্লিষ্টত্ব, বিৰুদ্ধ-মতিকাৰকত্ব আৰু বিধেয়াৱিমৰ্শ—এইবিলাক দোষ পদ আৰু বাক্যত ঘটে। এইবিলাকৰ ভিতৰত কিছুমান দোষৰ অৱস্থান পদ্যাংশতো হয়। নিৰৰ্থকত্ব, অসমৰ্থত্ব আৰু চ্যুতসংস্কাৰত্ব—এই কেইটা দোষ কেৱল পদতহে হয়। ৩

কঠোৰ উচ্চাৰণৰ বৰ্ণৰ বাবে পদ শ্ৰুতিকটু হোৱাকে দুঃশ্ৰৱত্ব বোলা হয়।

যেনে—

কাৰ্ত্তাৰ্থ্যং যাতু তন্বঙ্গী কদানঙ্গৱশংৱদা।

( কামপৰবশা হৈ এই তৰুণী কেতিয়া কৃতাৰ্থ হ'ব ? ) ["কাৰ্ত্তাৰ্থ্য" শব্দ শ্ৰুতিকটু হৈছে ]

লাজ, ঘৃণা আৰু অমঙ্গলৰ সূচনা কৰা অনুসাৰে অশ্লীল তিনিবিধ। ক্ৰমে উদাহৰণ—

দৃপ্তাৰিৰিজয়ে ৰাজন্ সাধনং সুমহত্তৱ।

( হে মহাৰাজ ! গৰ্ব্বিত শত্ৰুক জয় কৰিবলৈ আপোনাৰ বৰ ডাঙৰ সাধন ( সৈন্যবাহিনী ) আছে। ) [ সাধন শব্দ পুৰুষাঙ্গবাচকো ]

প্ৰসসাৰ শনৈৰ্বায়ুৰ্ব্বিনাশে তন্বি তে তদা।

( হে তন্বী, তুমি পলাই যোৱা সময়ত বতাহ লাহে লাহে বৈছিল। ) [ বায়ু শব্দই অধোবায়ুকো বুজায়। ]

এই দুটা উদাহৰণত থকা 'সাধন' 'বায়ু' আৰু 'বিনাশ' শব্দ কেইটা অশ্লীল।

[ সাধন=পুৰুষাঙ্গ, বায়ু=অধোবায়ু, বিনাশ=মৃত্যু। সাধন—লজ্জাজনক অশ্লীল, বায়ু—ঘৃণাজনক অশ্লীল, বিনাশ—অমঙ্গলব্যঞ্জক অশ্লীল। অশ্লীল অৰ্থাৎ শ্ৰীহীন, ন শ্ৰীল=অশ্লীল। ]

**অনুচিতাৰ্থত্ব :**

শূৰা অমৰতাং যান্তি পশুভূতা ৰণাধ্বৰে।

( বীৰসকল ৰণযজ্ঞত যজ্ঞীয় পশুৰ দৰে মৃত্যু বৰণ কৰি অমৰ হৈছে। )

পশু শব্দই কাতৰভাৱৰ সূচনা কৰিছে বুলি ইয়াত অনুচিতাৰ্থত্ব দোষ ঘটিছে।

[ যজ্ঞীয় পশুৱে স্ব ইচ্ছাই মৃত্যুবৰণ নকৰে আৰু তেনে মৰণত বীৰত্বও নাই ; পশুৰ মৰণৰ সৈতে বীৰৰ মৰণৰ তুলনা কৰা অনুচিত হৈছে। ]

**অপ্ৰযুক্তত্ব :**

প্ৰসিদ্ধি থকা সত্ত্বেও কৱিসকলে অনাদৰ কৰাই অপ্ৰযুক্তত্ব।

ভাতি পদ্মঃ সৰোৱৰে।

( সৰোবৰত পদুমটোৱে শোভা কৰিছে। )

ইয়াত পদ্ম শব্দৰ পুংলিঙ্গত ( পদ্মঃ ) প্ৰয়োগ হৈছে।

[ অভিধান অনুসাৰে পদ্ম শব্দৰ পুংলিঙ্গ আৰু ক্লীবলিঙ্গ দুয়ো লিঙ্গ হয় যদিও কবিসকলে পদ্ম শব্দ পুংলিঙ্গত প্ৰয়োগ নকৰে। ]

**গ্ৰাম্যত্ব :**

যেনে—

কটিস্তে হৰতে মনঃ।

( তোমাৰ কটিয়ে মন হৰণ কৰিছে। )

কটি শব্দ গ্ৰাম্য, অৰ্থাৎ কাব্যত প্ৰযুক্ত নহয়।

**অপ্ৰতীতত্ব :**

কোনো বিশেষ শাস্ত্ৰ বা সম্প্ৰদায়ত প্ৰসিদ্ধ শব্দৰ কাব্যত প্ৰয়োগেই অপ্ৰতীতত্ব, অৰ্থাৎ সকলোৰে বোধগম্য নোহোৱা।

যেনে—

যোগেন দলিতাশয়ঃ।

( যোগবলত বাসনা দমন কৰা হৈছে। )

কেৱল যোগ শাস্ত্ৰতহে বাসনা অৰ্থত আশয় শব্দৰ প্ৰয়োগ দেখা যায়।

[ যোগশাস্ত্ৰত প্ৰসিদ্ধ আশয় শব্দৰ কাব্যত প্ৰয়োগ হ'লে সকলোৱে সেই অৰ্থ হৃদয়ঙ্গম কৰিব নোৱাৰে ; গতিকে অপ্ৰতীতত্ব দোষ হয়। ]

**সন্দিগ্ধত্ব :**

আশীঃপৰম্পৰাং বন্দ্যাং কৰ্ণে কৃত্বা কৃপাং কুৰু।

( বন্দনীয় ( প্ৰশংসনীয় ) আশীৰ্ব্বাদসমূহ শ্ৰৱণ কৰি কৃপা কৰা। )

মূলৰ 'ৱন্দ্যাং' ইয়াৰ অৰ্থ বন্দিনী হৈ থকা নে বন্দনীয় এই সন্দেহ হোৱাত সন্দিগ্ধত্ব দোষ ঘটিছে।

**নেয়াৰ্থত্ব ঃ**

ৰুঢ়ি বা প্ৰয়োজন নোহোৱাকৈ কৰিব অসামৰ্থ্যৰ বাবে লাক্ষণিক অৰ্থ প্ৰকাশৰ বাবে শব্দৰ প্ৰয়োগকে নেয়াৰ্থত্ব বোলা হয়।

[ কোনো বিশেষ অৰ্থত শব্দ ৰুঢ় হ'লে নাইবা কিবা বিশিষ্ট প্ৰয়োজন সাধনৰ উদ্দেশ্য থাকিলেহে শব্দই নিজৰ মুখ্যাৰ্থ অতিক্ৰম কৰি লাক্ষণিক অৰ্থ প্ৰকাশ কৰিব পাৰে, সেয়ে নোহোৱাকৈ লাক্ষণিক অৰ্থ প্ৰকাশৰ বাবে শব্দৰ প্ৰয়োগ কৰিব অসমৰ্থতাৰে নিদৰ্শন ; এনে ক্ষেত্ৰত শব্দৰ কৱি-কল্পিত অৰ্থ স্বীকাৰ কৰিবলগীয়া হয়। ]

যেনে—

কমলে চৰণাঘাতং মুখং সুমুখি তেহকৰোৎ।

( হে সুন্দৰী, তোমাৰ মুখে পদুমক পদাঘাত কৰিছে )

[ ইয়াত পদাঘাত কৰাৰদ্বাৰা 'তোমাৰ মুখে পদুমক জয় কৰিছে' এনে লক্ষ্যাৰ্থ প্ৰকাশ হৈছে। পদাঘাতৰ 'জয় কৰা' অৰ্থত প্ৰয়োগৰ কোনো প্ৰয়োজন দেখা নাযায়। ]

**নিহতাৰ্থত্ব ঃ**

দুটা অৰ্থ থকা শব্দৰ অপ্ৰসিদ্ধ অৰ্থত প্ৰয়োগেই নিহতাৰ্থত্ব।

যেনে—

যমুনাশম্বৰমম্বৰং ৱ্যতানীৎ।

( যমুনাৰ জল আকাশ যেন হৈ পৰিছল। )

শম্বৰ শব্দৰ প্ৰসিদ্ধ অৰ্থ হৈছে শম্বৰ দৈত্য, কিন্তু ইয়াত পানী অৰ্থত প্ৰয়োগ হোৱাত নিহতাৰ্থত্ব হৈছে। [ শম্বৰ = দৈত্য, শম্বৰ = পানী। ]

**অকাচকত্ব ঃ**

গীতেষু কর্ণমাদত্তে।

( গীতলৈ কাণ দিছে। )

'আদত্তে' আ পূৰ্ব্বক দা ধাতুৰ অৰ্থ গ্ৰহণ, ইয়াত দান অৰ্থত প্ৰয়োগ হোৱাত অবাচকত্ব দোষ হৈছে।

নাইবা—

দিনং মে ত্বয়ি সম্প্ৰাপ্তে ধ্বান্তচ্ছন্নাপি যামিনী।

( তুমি আহিলে এন্ধাৰ ৰাতিও মোৰ পক্ষে দিন হৈ পৰে। )

'দিন হৈ পৰে' বুলি পোহৰ হোৱাকে বুজোৱা হৈছে; পোহৰ বুজাবলৈ দিন শব্দৰ প্ৰয়োগ দেখা নাযায়।

**ক্লিষ্টত্ব ঃ**

অৰ্থপ্ৰতীতিৰ ব্যাঘাতেই ক্লিষ্টত্ব।

যেনে—

ক্ষীৰোদজা-ৱসতি-জন্মভুৱঃ প্ৰসন্নাঃ।

( পানী নিৰ্ম্মল হৈছে। )

ইয়াত, ক্ষীৰোদজা লক্ষ্মী, লক্ষ্মীৰ নিবাস পদুম, পদুমৰ জন্মস্থান পানী এইদৰে অৰ্থবোধ হ'বলৈ অনেক সময় আৰু পৰিশ্ৰমৰ আৱশ্যক।

**বিৰুদ্ধমতিকাৰিতা ঃ**

ভূতয়েঽস্তু ভৱানীশঃ।

( ভৱানীপতিয়ে মঙ্গল কৰক। )

এই বাক্যত থকা ভৱানীপতি ( ভৱানীশঃ ) শব্দই ভৱানীৰ অন্য স্বামী থকা যেন অৰ্থ প্ৰকাশ কৰে; গতিকে বিপৰীত জ্ঞান জন্মাইছে।

[ ভৱৰ পত্নী ( ভৱ+ঙীপ্=ভৱানী ) ভৱানী, ভৱানীৰ ঈশ অৰ্থাৎ ভৱৰ পত্নীৰ স্বামী, এনে অৰ্থৰপৰা ভৱানীৰ অন্য স্বামী থকা যেন প্ৰতীতি জন্মিব পাৰে। ]

**বিধেয়াবিমৰ্শ বা অবিমৃষ্টবিধেয়াংশ ঃ**

বাক্যত বিধেয় অংশৰ অৰ্থাৎ প্ৰধান অংশৰ যদি প্ৰাধান্য ৰক্ষা নহয়, গৌণভাৱেহে উল্লেখ হয় ; তেতিয়া বিধেয়াবিমৰ্শ দোষ ঘটে।

যেনে—

"স্বৰ্গগ্ৰামটীকাৱিলুণ্ঠনবৃথোচ্ছূনৈঃ কিমেভিৰ্ভুজৈঃ।"

( সামান্য গাঁও স্বৰ্গ লুণ্ঠন কৰা এই দুখন হাতৰ প্ৰয়োজন বৃথা। )

এই কৱিতাংশত বৃথাত্ব বিধেয় ; কিন্তু ( বৃথোচ্ছূনৈঃ ) সমাস হৈ বৃথা শব্দ গৌণ হৈ পৰাত বিধেয়াবিমৰ্শ দোষ ঘটিছে।

[ কৱিতাফাকিৰ তাৎপৰ্য্য হৈছে 'লুণ্ঠন কৰা বৃথা', গতিকে লুণ্ঠন উদ্দেশ্য আৰু বৃথা বিধেয় ; কিন্তু 'বিলুণ্ঠনবৃথোচ্ছূনৈঃ' এইদৰে সমাসবদ্ধ হৈ থকাত 'বৃথা' এই বিধেয়াংশ গৌণ হৈ পৰিছে। ]

ইয়াৰ অন্য এটা উদাহৰণ—

ৰক্ষাংস্যপি পুৰঃ স্থাতুমলং ৰামানুজস্য মে।

( ৰামানুজ মোৰ আগতেই ৰাক্ষসবোৰ তিষ্টিব নোৱাৰে । )

ইয়াত "ৰামৰ অনুজ মোৰ আগত" এইদৰে কোৱাহে উচিত।

[ ৰামৰ প্ৰাধান্য প্ৰতিপাদন কৰাই লক্ষ্মণৰ উদ্দেশ্য, অৰ্থাৎ ৰামৰ আগততো ৰাক্ষসবোৰ তিষ্টিব নোৱাৰেই, ৰামৰ অনুজ মোৰ আগতো নোৱাৰে ; কিন্তু 'ৰামানুজ' বুলি কোৱাত সমাসবদ্ধ হৈ ৰামৰ প্ৰাধান্য নাইকিয়া হৈছে। . সেইবাবে ইয়াতো বিধেয়াবিমৰ্শ দোষ হৈছে। ]

আৰু এটা উদাহৰণ—

আসমুদ্ৰক্ষিতীশানাম্।

ইয়াত আসমুদ্ৰ ( আসমুদ্ৰং ) বুলি কোৱাহে উচিত।

[ আসমুদ্ৰ শব্দৰ ক্ষিতীশ শব্দৰ সৈতে সমাস নকৰাকৈ 'আসমুদ্ৰং ক্ষিতীশানাং' এইদৰে কোৱা হ'লেহে 'সসাগৰা পৃথিৱীৰ ৰজাসকল' এই অভিপ্ৰায় স্পষ্ট হ'লহেঁতেন। ]

নাইবা—

যত্র তে পতন্তি সুভ্রু কটাক্ষং ষষ্ঠবাণ ইব পঞ্চশৰস্য।

( হে সুন্দৰী, পঞ্চশৰ মদনৰ ষষ্ঠ বাণ যেন হৈ তোমাৰ কটাক্ষ য'ত পৰে। )

ইয়াত ষষ্ঠত্বৰহে উৎপ্ৰেক্ষা প্ৰকাশ হ'ব লাগিছিল।

[ "পঞ্চশৰৰ ষষ্ঠত্ব" ( পঞ্চশৰস্য ষষ্ঠঃ বাণঃ ) এইদৰে কোৱা হ'লেহে ষষ্ঠত্বৰ উৎপ্ৰেক্ষা হ'লহেতেন ; কিন্তু 'ষষ্ঠবাণ' বুলি কোৱাত সেই উৎপ্ৰেক্ষা প্ৰকাশ নহ'ল—কিয়নো ষষ্ঠ আৰু বাণ দুয়োটা পদৰ সমাস হোৱাত ষষ্ঠত্বৰ প্ৰাধান্য কমি গ'ল। ]

নাইবা—

অমুক্তা ভৱতা নাথ মুহূৰ্ত্তমপি সা পুৰা।

( হে নাথ ! ইতিপূৰ্ব্বে আপুনি তেওঁক এৰি খন্তেকো থকা নাছিল। )

'অমুক্তা' ইয়াত প্ৰসজ্যপ্ৰতিষেধ হোৱা বাবে বিধেয় হোৱাই উচিত আছিল।

প্ৰসজ্যপ্ৰতিষেধৰ বিষয়ে কোৱা হৈছে—

য'ত বিধিৰ অপ্ৰাধান্য আৰু প্ৰতিষেধৰ প্ৰাধান্য থাকে ( অৰ্থাৎ বিধি অংশতকৈ নিষেধাংশ প্ৰধান ভাৱে প্ৰতীয়মান হয় ) আৰু নঞ্ ( নিষেধ বাচক ) অব্যয়ৰ ক্ৰিয়াপদৰ সৈতে সাক্ষাৎ সম্বন্ধ হয়, তেনে ক্ষেত্ৰত নঞক প্ৰসজ্য প্ৰতিষেধ বোলা হয়।

যেনে—

নৱজলধৰঃ সন্নদ্ধোঽয়ং ন দৃপ্তনিশাচৰঃ।

( এয়া উঠি অহা নতুন মেঘহে, ৰাক্ষস নহয়। ) [ ইয়াত ( 'ন-হয়' ) নঞ্ এই নিষেধাত্মক অংশৰ 'হয়' এই বিধি অংশতকৈ প্ৰাধান্য প্ৰতীয়মান হৈছে আৰু 'নঞ'ৰ হয় ক্ৰিয়াপদৰ সৈতে সাক্ষাৎ সম্বন্ধ ঘটিছে ; গতিকে নঞ্ প্ৰসজ্যপ্ৰতিষেধ। ]

ওপৰৰ "অমুক্তা ভৱতা·········" এই উদাহৰণত হলে নঞ্ পদৰ তৎপুৰুষ সমাস ( ন মুক্তা=অমুক্তা, নঞ্ তৎপুৰুষ ) হোৱাত নঞ্ এই নিষেধাংশ পৰ্য্যুদাস বা গৌণ হৈ পৰিছে ; গতিকে নিষেধাংশ বিধেয়ৰূপে প্ৰতীয়মান হোৱা নাই।

[ "অমুক্তা ··" ( ত্যাগ নকৰাকৈ ) এই উদাহৰণত নিষেধাংশ প্ৰধান হোৱাটোৱেই বক্তাৰ উদ্দেশ্য ; কিন্তু নিষেধবাচক 'নঞ্' অব্যয়ৰ সৈতে 'মুক্তা' পদৰ তৎপুৰুষ সমাস হোৱাত সেই অৰ্থ প্ৰকাশ হোৱা নাই। তৎপুৰুষ সমাসত পিছৰ পদৰ অৰ্থহে প্ৰধান হয়। গতিকে ইয়াত বিধেয়াৱিমৰ্শ দোষ হৈছে। ]

পৰ্য্যুদাসৰ বিষয়ে কোৱা হৈছে—

"য'ত বিধিৰ প্ৰাধান্য আৰু প্ৰতিষেধৰ অপ্ৰাধান্য প্ৰতীয়মান হয় আৰু নিষেধাত্মক নঞ্ অব্যয়ৰ সম্বন্ধ ক্ৰিয়াৰ বাহিৰে অন্য পদৰ সৈতে হয়, তাকে পৰ্য্যুদাস বোলা হয়।"

[ প্ৰসজ্যপ্ৰতিষেধ আৰু পৰ্য্যুদাসৰ পাৰ্থক্য এয়ে যে প্ৰসজ্য প্ৰতিষেধত বিধিতকৈ নিষেধ প্ৰধান হৈ থাকে আৰু নিষেধবাচক নঞ্ ক্ৰিয়াপদৰ সৈতে যুক্ত হয় ; কিন্তু পৰ্য্যুদাসত নিষেধতকৈ বিধিহে প্ৰধান হৈ থাকে আৰু নিষেধবাচক নঞৰ সম্বন্ধ ক্ৰিয়াপদেৰে সৈতে নহয়, অন্য পদেৰে সৈতেহে হয়। ]

যেনে—

জুগোপাত্মানমত্ৰস্তো ভেজে ধৰ্ম্মমনাতুৰঃ।
অগৃধ্নুৰাদদে সোঽৰ্থমসক্তঃ সুখমন্বভূৎ॥

( তেওঁ ( দিলীপ ) ভীত নোহোৱাকৈ আত্মৰক্ষা কৰিছিল, আৰ্ত্ত নোহোৱাকৈ ধৰ্ম্ম পালন কৰিছিল, গৃধ্নুতা নোহোৱাকৈ অৰ্থ সংগ্ৰহ কৰিছিল আৰু অনাসক্ত হৈ সুখ ভোগ কৰিছিল। )

এই উদাহৰণত অত্ৰস্ততা আদিক উদ্দেশ্য কৰি আত্ম-ৰক্ষা আদিক বিধেয়ৰূপে প্ৰতিপাদন কৰা বাবে নঞ্ পৰ্য্যুদাস হৈছে আৰু সেই কাৰণে নঞৰ পৰ্য্যুদাসতা উচিত হৈছে।

"অশ্ৰাদ্ধভোজী ব্ৰাহ্মণঃ" (শ্ৰাদ্ধীয় অন্ন ভোজন নকৰা ব্ৰাহ্মণ) "অসূৰ্য্যম্পশ্যা ৰাজদাৰাঃ" (অসূৰ্য্যম্পশ্যা ৰাজমহিষী)—এনে ক্ষেত্ৰত নিষেধসূচক নঞ্ সমাসবদ্ধ হৈ থকাতো প্ৰসজ্যপ্ৰতিষেধৰূপে পৰিগণিত হৈছে; সেইদৰে 'অমুক্তা' ইয়াতো সমাসগ্ৰস্ত হোৱা সত্বেও নঞৰ প্ৰসজ্যপ্ৰতিষেধত্ব হ'ব পাৰে;—এনেকৈ ক'ব নোৱাৰি। 'অশ্ৰাদ্ধভোজী ব্ৰাহ্মণঃ' আদি উদাহৰণতো যদি ভোজন আদি-ৰূপ ক্ৰিয়াংশৰ সৈতে নিষেধসূচক নঞৰ সম্বন্ধ হয়, তেতিয়াহে নঞ্ প্ৰসজ্য প্ৰতিষেধ হ'ব (কিয়নো ক্ৰিয়াৰ সৈতে যুক্ত নঞৰহে প্ৰসজ্যপ্ৰতিষেধত্ব হয়)। কিন্তু ইয়াত (অশ্ৰাদ্ধভোজী আদিত) তেনে হোৱা নাই। বিশেষ্যৰূপে প্ৰধান হৈ থকা 'শ্ৰাদ্ধভোজী' আদি কৰ্ত্তাংশৰ সৈতেহে নঞৰ সম্বন্ধ হৈছে।

[ক্ৰিয়াৰ সৈতে সম্বন্ধ হ'লে নঞৰ প্ৰাধান্য আৰু প্ৰসজ্যপ্ৰতিষেধত্ব হয়, ক্ৰিয়াৰ বাহিৰে অন্য পদৰ সৈতে সম্বন্ধ হ'লে নঞৰ গৌণতা আৰু পৰ্য্যুদাসত্ব হয়। 'অশ্ৰাদ্ধ ভোজী' কথাফাকিত নঞৰ সম্বন্ধ ভোজন ক্ৰিয়াৰ সৈতে হোৱা নাই, হৈছে 'শ্ৰাদ্ধভোজী' এই বিশেষ্যৰ সৈতেহে। গতিকে 'অশ্ৰাদ্ধভোজী' ত নঞ্ পৰ্য্যুদাস ৰূপেহে প্ৰতীয়মান।]

এই ক্ষেত্ৰত নঞৰ পৰ্য্যুদাসতাৰ বিষয়ে কোৱা হৈছে—

> "কৰ্ত্তৃকাৰকত ইন্ প্ৰত্যয় হোৱা বাবে (শ্ৰাদ্ধ—ভুজ্+ইন্=শ্ৰাদ্ধভোজী) কৰ্ত্তা শ্ৰাদ্ধভোজনশীল বুলি প্ৰতীয়মান হৈছে; কেৱল শ্ৰাদ্ধ ভোজন ক্ৰিয়াৰ বোধ হোৱা নাই।"

["শ্ৰাদ্ধভোজী" ইয়াত "ব্ৰতাভীক্ষ্ণ্যয়োশ্চ" এই সূত্ৰ অনুসাৰে আভীক্ষ্ণ্য অৰ্থত ইন্ (ণিনি) প্ৰত্যয় হোৱা বাবে শ্ৰাদ্ধভোজী মানে, যি প্ৰায়ে শ্ৰাদ্ধ ভোজন কৰে, তেওঁক বুজাইছে; কেৱল শ্ৰাদ্ধ ভোজন ক্ৰিয়াৰ বোধ হোৱা নাই; (ন শ্ৰাদ্ধ ভোজী=অশ্ৰাদ্ধভোজী) গতিকে নঞৰ সম্বন্ধ শ্ৰাদ্ধ ভোজনকাৰী এই কৰ্ত্তা পদৰ সৈতেহে হৈছে, ক্ৰিয়াপদৰ সৈতে হোৱা নাই।]

'অমুক্তা' ইয়াত হ'লে নঞৰ সম্বন্ধ ক্রিয়াপদৰ সৈতে; কিন্তু নঞ্‌ সমাসবদ্ধ হৈ থকাত গৌণ হৈছে; গতিকে বিধেয়াবিমর্শ দোষ হৈছে।

ক্লিষ্টত্ব আদি এই দোষবিলাক সমাসগত পদ দোষ।

**বাক্যগত দুঃশ্ৰৱত্বৰ উদাহৰণ, যেনে—**

স্মৰাৰ্ত্তান্ধঃ কদা লপ্স্যে কাৰ্ত্তাৰ্থ্যং ৱিৰহে তৱ।

( তোমাৰ বিৰহত মদন-পীড়িত মই কেতিয়া কৃতাৰ্থতা লভিম। )

**জুগুপ্সাব্যঞ্জক অশ্লীলতা:**

কৃতপ্ৰৱৃত্তিৰন্যাৰ্থে কৱিৰ্ৱান্তং সমশ্নুতে।

( অন্য কবিৰ ভাব গ্ৰহণ কৰা কবিয়ে বমিহে খায়। )

ইয়াত ঘৃণাব্যঞ্জক অশ্লীলতা হৈছে।

**বাক্যগত নেয়াৰ্থতা:**

উদ্যৎকমললৌহিত্যৈৰ্ৱক্ৰাভিৰ্ভূষিতা তনুঃ।

( উজ্জ্বল পদ্মৰাগেৰে বক্ৰা ( ৰমণী ) সকলে শৰীৰ ভূষিত কৰিছে। )

'কমল লৌহিত্য'ৰ অৰ্থ পদ্মৰাগ, 'ৱক্ৰাভিঃ'ৰ অৰ্থ ৰমণীসকলে, এয়ে কবিৰ অভিপ্ৰায় হোৱাত ইয়াত নেয়াৰ্থতা দোষ হৈছে।

[ 'কমল লৌহিত্য' মানে পদুম ফুলৰ ৰক্তিমা আৰু 'বক্ৰ' শব্দৰ অৰ্থ বেঁকা, এই দুটা প্ৰচলিত অৰ্থ এৰি উপৰোক্ত অৰ্থত শব্দ কেইটা গ্ৰহণ কৰিব লগা হৈছে বা শব্দৰ তেনে অৰ্থ টানি আনিব লগা হৈছে। ]

**বাক্যগত ক্লিষ্টতা:**

ধম্মিলস্য ন কস্য প্ৰেক্ষ্য নিকামং কুৰঙ্গশাৱাক্ষ্যাঃ।
ৰজ্যত্যপূৰ্ব্ববন্ধব্যুৎপত্তের্মানসং শোভাম্‌॥

( খোপাৰ নহয় কাৰ দেখি অতিশয় হৰিণনয়নাৰ অনুৰক্ত ধুনীয়াকৈ বন্ধা মন শোভা: হৰিণনয়নাৰ ধুনীয়াকৈ বন্ধা খোপাৰ শোভা দেখি কাৰনো মন অতিশয় অনুৰক্ত নহয়। )

"খোপাৰ শোভা দেখি কাৰ নো মন অনুৰক্ত নহয়" এনে সম্বন্ধ ক্লিষ্ট।

[ পৰস্পৰ সম্বন্ধ থকা পদবোৰৰ মাজত দূৰত্বৰ ব্যৱধান থকা কাৰণে ক্লিষ্টতা দোষ হৈছে ]

**বাক্যগত বিধেয়াবিমৰ্শ ঃ**

"ন্যক্কাৰো হ্যয়মেৱ মে যদৰয়ঃ.........."

( মোৰ পক্ষে ধিক্কাৰজনক এইটোৱেই মোৰ যে শত্ৰু... ..... ) "মোৰ পক্ষে এইটোৱেই ধিক্কাৰজনক" এনে অৰ্থ প্ৰতিপাদন কৰাই বক্তাৰ অভিপ্ৰায় আৰু সেইবাবে 'ধিক্কাৰ' কথাফাঁকি বিধেয় হ'ব লাগিছিল ; পিছে বিপৰীত শব্দ ৰচনাৰ বাবে সি গৌণ হৈ পৰিল। শব্দ ৰচনা হৈছে পদদ্বয়ৰ বিপৰীত বিন্যাস, গতিকে ইয়াত বাক্যগত বিধেয়াবিমৰ্শ দোষ হৈছে।

আনন্দয়তি তে নেত্ৰে যোঽসৌ সুভ্ৰু সমাগতঃ।

( হে সুন্দৰী যি তেওঁ তোমাৰ নয়নৰ আনন্দবৰ্দ্ধক, আহিছে। )

"যৎ ( যি ) আৰু তৎ ( সি ) শব্দৰ নিত্য সম্বন্ধ" এই ন্যায় অনুসাৰে উদ্দেশ্যৰূপে ব্যৱহৃত যৎ শব্দৰ আকাঙ্ক্ষা পৰিপূৰণৰ বাবে তৎ শব্দৰ সমানাৰ্থক ৰূপে প্ৰযুজ্য 'ইদম্, এতৎ, অদঃ' ( এওঁ, তেওঁ ) এই শব্দ কেইটা বিধেয় হোৱাই উচিত। উক্ত উদাহৰণত কিন্তু তৎ শব্দৰ ওচৰত থকা বাবে অদঃ শব্দ ( তেওঁ ) উদ্দেশ্য যেন হৈ পৰিছে।

[ যৎ আৰু তৎ শব্দৰ নিত্য সম্বন্ধ অৰ্থাৎ এটাৰ উল্লেখে ইটোকো বুজায়। "হে সুন্দৰী..." এই উদাহৰণত 'যি' উদ্দেশ্য আৰু যৎ শব্দৰ সৈতে নিত্য সম্বন্ধ হৈ থকা তৎ ( তেওঁ ) শব্দ বিধেয় হ'ব লাগিছিল। উদাহৰণত অৱশ্যে তৎ শব্দৰ পৰিবৰ্তে অদঃ ( অসৌ ) ব্যৱহাৰ কৰা হৈছে ; কিয়নো ইদম্, এতৎ আৰু অদঃ এই শব্দ তিনিটাৰ অৰ্থ তৎ শব্দৰ সৈতে প্ৰায় একে। গতিকে উদাহৰণত থকা 'অসৌ' শব্দ বিধেয় হ'ব লাগিছিল ; কিন্তু যৎ শব্দৰ লগতে থকা ( যোঽসৌ ) বাবে 'অসৌ' শব্দৰ বিধেয়ত্বৰ হানি হৈছে। ]

যৎ শব্দৰ ওচৰতে থকা তৎ শব্দয়ো কেৱল প্ৰসিদ্ধ বস্তুৰহে সূচনা কৰে।

[ অর্থাৎ অদঃ শব্দৰ দৰেই যদি তৎ শব্দও যৎ শব্দৰ লগতে বা ওচৰতে থাকে, তেনেহ'লে তেনেকুৱা তৎ শব্দ বিধেয় নহয়, পূৰ্ব্বসূচিত বস্তুৰ উল্লেখস্বৰূপ হয়। ]

যেনে—

যঃ স তে নয়নানন্দকৰঃ সুভ্ৰু স আগতঃ।

( সুন্দৰী, যি তেওঁ তোমাৰ নয়নৰ আনন্দদায়ক, তেওঁ আহিছে। )

[ এই উদাহৰণত যৎ শব্দৰ কাষতে থকা তৎ শব্দ বিধেয় হোৱা নাই। ]

যৎ শব্দৰপৰা কিছু দূৰত অন্য শব্দৰদ্বাৰা ব্যৱহৃত হৈ থকা তৎ ইদম্, এতৎ আদি শব্দই নিৰাকাঙ্ক্ষত্ব বুজায়।

যেনে—

আনন্দয়তি তে নেত্রে যোঽধুনাসৌ সমাগতঃ

( যি তোমাৰ নয়নৰ প্ৰীতি জন্মায়, তেওঁ এতিয়া আহিছে। )

[ এই উদাহৰণত যৎ শব্দৰপৰা দূৰৈত ব্যৱহিত হৈ থকা তৎ শব্দৰ বিধেয়ত্ব অব্যাহত থকাৰ দৰেই 'ইদম্' আদি শব্দৰ প্ৰয়োগতো বুজিব লাগিব। ]

যি ঠাইত তং আৰু যৎ শব্দৰ যি কোনো এটাৰ অর্থ থাকে, তাত যৎ বা তৎ যি কোনো এটাৰ প্ৰয়োগতে ইটো নিৰাংকাক্ষ ৰূপে প্ৰতীয়মান হয়, গতিকে দোষ নহয়।

যেনে,— যদি পিছৰ বাক্যত যৎ শব্দ থাকে, যৎ শব্দৰ শক্তিৰ বলতে আগৰ বাক্যত তৎ শব্দৰ অর্থৰ উপলব্ধি হয়।

উদাহৰণ, যেনে —

আত্মা জানাতি যৎ পাপম্।

( যি পাপ, সেইটো আত্মাই নিজেই জানে। )

সেইদৰে—

যং সৰ্ব্বশৈলাঃ পৰিকল্প্য ৱৎসং মেৰৌ স্থিতে দোগ্ধৰি দোহদক্ষে।
ভাস্বন্তি ৰত্নানি মহৌষধীংশ্চ······ ॥

( দোহন কৰ্ম্মত নিপুণ মেৰু পৰ্ব্বত খীৰাওঁতা ৰূপে থকাত, সকলো পৰ্ব্বতে যাক

দামুৰি কৰি বসুন্ধৰাৰপৰা উজ্জ্বল ৰত্ন আৰু মহৌষধিসমূহ দোহন কৰিছিল, [ এয়ে সেই হিমালয় ; ] )

এনেকুৱা উদাহৰণতো বাক্যত প্ৰযুক্ত হোৱা নাই যদিও যৎ শব্দৰ সামৰ্থ্যৰদ্বাৰা তৎ শব্দৰ অৰ্থ [ অস্ত্যুত্তৰস্যাং দিশি দেৱতাত্মা হিমালয়ো নাম…… ] পোৱা গৈছে।

প্ৰক্ৰান্ত, প্ৰসিদ্ধ আৰু অনুভূতাৰ্থ এই তিনিটা ক্ষেত্ৰত অপ্ৰযুক্ত যৎ শব্দৰ অৰ্থও তৎ শব্দৰ সামৰ্থ্যৰদ্বাৰা পোৱা যায়।

ক্ৰমে উদাহৰণ, যেনে—

**প্ৰক্ৰান্তবাচক তৎ শব্দ ঃ**

স হত্বা বালিনং ৱীৰস্তৎপদে চিৰকাংক্ষিতে।
ধাতোঃ স্থান ইৱাদেশং সুগ্ৰীৱং সংন্যৱেশয়ৎ ॥

( তেওঁ [ ৰামে ] বালীক বধ কৰি ধাতুৰ ঠাইত আদেশ বহুওৱাৰ দৰে চিৰাকাংক্ষিত পদত সুগ্ৰীৱক প্ৰতিষ্ঠা কৰিলে। )

[ এই উদাহৰণত প্ৰযুক্ত তৎ ( তেওঁ ) শব্দ প্ৰাকৰণিক অৰ্থৰ বোধক হৈছে আৰু সেই বাবে অপ্ৰযুক্ত যৎ শব্দৰ অৰ্থ উপস্থিত হৈছে। ]

**প্ৰসিদ্ধিবোধক তৎ ঃ**

স ৱঃ শশিকলা মৌলিস্তাদাত্ম্যায়োপকল্প্যতাম্।

( সেই চন্দ্ৰশেখৰ শিৱই আপোনালোক সকলোকে তাদাত্ম্য ( সাযুজ্য) দান কৰক। )

[ ইয়াত প্ৰযুক্ত তৎ ( সেই ) প্ৰসিদ্ধাৰ্থবোধক। ]

**পূৰ্ব্বানুভূত পদাৰ্থৰ স্মাৰক তৎ ঃ**

তামিন্দুসুন্দৰমুখীং হৃদি চিন্তয়ামি।

( সেই চন্দ্ৰাননা সুন্দৰীক মই হৃদয়ত চিন্তা কৰোঁ। )

[ ইয়াত তৎ শব্দ ( তাম্ = সেই ) 'পূৰ্ব্বানুভূত বস্তুৰ সূচক। ]

ইয়াৰ বাহিৰেও য'ত যৎ শব্দৰ কাষতে থাকিলেও ইদম্ আদি শব্দ যৎ শব্দতকৈ বেলেগ লিঙ্গ আৰু বিভক্তিত থাকে, তাতো সেই শব্দ কেইটা নিৰাকাংক্ষ হয়; গতিকে বিধেয়াবিমৰ্শ দোষ নহয়।

ক্ৰমে উদাহৰণ, যেনে—

ৱিভাতি মৃগশাৱাক্ষী যেদং ভুৱনভূষণম্।

( এই মৃগনয়না, যি ভুবনৰ ভূষণস্বৰূপ, বিৰাজ কৰিছে। )

[ ইয়াত যদিও যৎ শব্দৰ ওচৰতে ইদম্ শব্দ আছে ( যা+ইদম্ ) তথাপি যৎ শব্দ স্ত্ৰীলিঙ্গত আৰু ইদম্ শব্দ ক্লীবলিঙ্গত থকাত পূৰ্ব্বোক্ত দোষৰ প্ৰসঙ্গ হোৱা নাই। ]

ইন্দুৰ্ৱিভাতি যস্তেন দগ্ধাঃ পাথিকযোষিতঃ।

( যি চন্দ্ৰই পোহৰ দিছে, সেই চন্দ্ৰই বিৰহিণী ৰমণীসকলক দগ্ধ কৰিছে। )

[ ইয়াত যৎ শব্দৰ ওচৰত থকা তৎ শব্দৰ বিভক্তি বেলেগ। যঃ+তেন ]

কোনো কোনো ঠাইত 'যৎ' 'তৎ' দুয়োটা শব্দৰ প্ৰয়োগ নাথাকিলেও সামৰ্থ্যৰপৰা জনা যায়।

যেনে—

ন মে শময়িতা কোঽপি ভাৰস্যেত্যুৰ্ব্বি মা শুচঃ।
নন্দস্য ভৱনে কোঽপি বালোঽস্ত্যদ্ভুতপৌৰুষঃ॥

( "মোৰ মহাভাৰ দূৰ কৰোঁতা কোনো নাই", হে বসুমতী এই বুলি তুমি নাকান্দিবা। নন্দ গোপৰ গৃহত এক অদ্ভুত শক্তিসম্পন্ন বালক আছে, [ সেই বালকেই তোমাৰ ভাৰ দূৰ কৰিব ] )।

এই উদাহৰণত, 'যি বালক আছে', 'সেই বালকেই তোমাৰ ভাৰ দূৰ কৰিব'—এনে অৰ্থ বাক্যৰ সামৰ্থ্যৰপৰা জনা যায়।

যদ্ যদ্‌বিৰহদুঃখম্মে তৎ কোৱাপহৰিষ্যতি।

( মোৰ যি যি বিৰহ দুখ আছে, তাক ( সেই বিলাক ) কোনেনো দূৰ কৰিব? )

এই উদাহৰণত দুটা যৎ শব্দৰ এটা সাকাংক্ষ বুলি ক'ব নোৱাৰি, কিয়নো 'যি যি' বুলি যি কোনো প্ৰকাৰে জন্মা সকলো বিৰহ দুখৰ

কথাকে কোৱা হৈছ ; তেনেকুৱা সৰ্ব্বাত্মক দুখৰ কথাকে 'তাক' বুলি তৎ শব্দই বুজাইছে।

এনেকৈ অন্যান্য বাক্যগত দোষৰ উদাহৰণো বুজিব লাগিব।

**পদাংশগত দোষ ঃ**

পদাংশত দুঃশ্ৰৱত্বৰ উদাহৰণ, যেনে—

তদ্‌গচ্ছ সিদ্ধ্যৈ কুৰু দেৱকাৰ্য্যম্‌।

( তেনেহ'লে সিদ্ধি লাভ কৰিবলৈ যোৱা, দেৱ কাৰ্য্য সাধন কৰা )

[ 'সিদ্ধ্যৈ' ইয়াত 'দ্ধ্যৈ' অংশ শ্ৰুতিকটু হৈছে। ]

**নিহতাৰ্থতা ঃ**

ধাতুমত্তাং গিৰিৰ্ধত্তে।

( এই পৰ্ব্বতে ধাতুমত্তা ধাৰণ কৰিছে, অৰ্থাৎ এই পৰ্ব্বতত ধাতু আছে। )

মদ্যপায়িনী নাৰী অৰ্থত প্ৰসিদ্ধ 'মত্তা' শব্দ মতুপ্‌ প্ৰত্যয়ৰ অৰ্থত প্ৰয়োগ হৈছে। [ 'ধাতুমত্তা' বুলি ধাতু থকা বুজাবলৈ অস্ত্যৰ্থক প্ৰত্যয়ৰ অৰ্থ অনা হৈছে। ]

**অবাচকত্ব ঃ**

ৱৰ্ণ্যতে কিং মহাসেনো বিজয়ো যস্য তাৰকঃ।

( মহাসেনৰ [ কাৰ্ত্তিক ] আৰু কি বৰ্ণনা কৰিম, যি তাৰকাসুৰক জয় কৰিছিল। )

এই উদাহৰণৰ 'বিজেয়' শব্দ কৃত্যপ্ৰত্যয়ৰ যোগত ( বি-জী+যৎ ) নিষ্পন্ন হৈছে, সেই কৃত্য প্ৰত্যয়ে ক্ত প্ৰত্যয়ৰ অৰ্থ ( বিজিত ) প্ৰকাশ কৰিব নোৱাৰে ; গতিকে অবাচক হৈছে।

[ বিজেয়—জয়ৰ যোগ্য, জয় কৰিব পৰা ]

**অশ্লীলত্ব ঃ**

পাণিঃ পল্লৱপেলৱঃ

( হাত কুঁহিপাতৰ দৰে কোমল। )

ইয়াত 'পেলৱ' শব্দৰ আগৰ আখৰ দুটা ( পেল ) অশ্লীল।

[ পেল = অণ্ডকোষ ]

**নেয়াৰ্থত্ব :**

সংগ্ৰামে নিহতাঃ শূৰা ৱচোৱাণত্বমাগতাঃ।

( সংগ্ৰামত নিহত বীৰসকলে বচোবাণত্ব ( গীৰ্ব্বণত্ব, দেৱত্ব ) লাভ কৰিছে। )

এই উদাহৰণত 'বচোবাণ' বুলি গীৰ্ব্বাণ অৰ্থাৎ দেৱতাক বুজোৱা হৈছে। গীঃ ( বাক্য ) অৰ্থ বুজাবলৈ বচঃ শব্দৰ অৰ্থ টানি নিব লগা হৈছে, গতিকে নেয়াৰ্থত্ব দোষ ঘটিছে।

[ "গীৰ্ব্বাণো দানৱাৰয়ঃ…" গীঃ, বাক্যই বাণ যাৰ, তেওঁ 'গীৰ্ব্বাণ' অৰ্থাৎ দেৱতা। দেৱতা বুজাবলৈ গীঃ শব্দৰ ঠাই 'বাচ্' শব্দৰ প্ৰয়োগ কৰিব নোৱাৰি, যদিও গীঃ আৰু বাচ্ শব্দৰ অৰ্থ একেই। ]

সেইদৰে 'গীৰ্ব্বাণ' শব্দৰ বাণৰ ঠাইত 'শৰ' পাঠ কৰিলে ( গীঃ শৰ ) নেয়াৰ্থত্ব হ'ব।

[ শৰ আৰু বাণ শব্দ পৰ্য্যায়বাচক হ'লেও বাণ শব্দৰ ঠাইত শৰ শব্দৰ প্ৰয়োগ কৰিব নোৱাৰি। ]

> "গীৰ্ব্বাণ শব্দত 'গীঃ' আৰু 'বাণ' এই শব্দ দুটাৰ এটাৰো পৰিৱৰ্ত্তন কৰিব নোৱাৰি। 'জলধি, আদি' শব্দত হলে কেৱল পিছৰ শব্দটোহে সলাব নোৱাৰি আৰু 'বাড়বানল' আদিত আগৰ শব্দৰ পৰিৱৰ্ত্তন কৰিব নোৱাৰি।"

[ দুটা শব্দ লগ লাগি গঠিত শব্দবিলাকৰ ভিতৰত কিছুমান শব্দৰ ক্ষেত্ৰত শব্দ দুটাৰ এটাৰো সাল-সলনি কৰিব নোৱাৰি, কিছুমানৰ পিছৰ শব্দটো সলাব নোৱাৰি, কিছুমানৰ আগৰটো সলাব নোৱাৰি। যেনে—জলধিৰ অৰ্থ সাগৰ, ( জল+ধা+কি=জলধি ) ইয়াত জল শব্দ সলাই পানী বুজোৱা আন শব্দ দিব পাৰি। যেনে—উদধি ( উদক+ধা+কি ); কিন্তু পিছৰ 'ধি' অংশৰ সলনি কৰি

'ধৰ' ( জলধৰ ) কৰিব নোৱাৰি, তেনে কৰিলে অন্য অৰ্থ হ'ব। সেইদৰে বড়বানলৰ অৰ্থ আগ্নেয়গিৰি। ( বড়বা=ঘোঁৰা+অনল ) এনে শব্দত বড়বাৰ পৰ্য্যায়বাচী শব্দ ব্যৱহাৰ কৰিব নোৱাৰি। তেনে কৰিলে ( অশ্ব+অনল=অশ্বানল ) বড়বানলৰ অৰ্থ প্ৰকাশ নহয়। কিন্তু উত্তৰ পদ সলনি হ'ব পাৰে। যেনে বড়বাগ্নি ( বড়বা+অগ্নি )।

এনেকৈয়ে পদাংশগত অন্যান্য দোষৰ উদাহৰণ যথাসম্ভৱ বুজিব লাগিব। নিৰৰ্থকত্ব আদি তিনি বিধ দোষ কেৱলমাত্ৰ পদতহে সম্ভৱপৰ।

ক্ৰমে উদাহৰণ, যেনে—

**নিৰৰ্থকত্ব :**

মুঞ্চ মানং হি মানিনি।
( মানিনী! অভিমানেই এৰা। )

ইয়াত 'হি' শব্দ কেৱল ছন্দ পূৰণৰ বাবেহে প্ৰযুক্ত; তাৰ একো অন্য অৰ্থ নাই।

**অসমৰ্থত্ব :**

কুঞ্জং হন্তি কৃশোদৰী।
( কৃশোদৰী ৰমণী কুঞ্জলৈ গৈছে। )

ইয়াত গমন অৰ্থত 'হন্তি' ক্ৰিয়া পদৰ প্ৰয়োগ হৈছে।

যদিও হন্ ধাতু গমনাৰ্থক ধাতু-গণত পঠিত, তথাপি হন্ ধাতু গমন অৰ্থ বুজাবলৈ অসমৰ্থ।

**চ্যুতসংস্কাৰতা :** ( ব্যাকৰণৰ সংস্কাৰহীনতা )

গাণ্ডীৱী কনকশিলানিভং ভুজাভ্যামাজঘ্নে বিষমৱিলোচনস্য ৱক্ষঃ।

( গাণ্ডীৱধাৰী অৰ্জ্জুনে ত্ৰিলোচনৰ ( শিৱ ) কনক শিলাসদৃশ বক্ষত দুয়োখন হাতেৰ আঘাত কৰিছিল। )

এই উদাহৰণত হন্ ধাতু নিষ্পন্ন 'আজঘ্নে' এই ক্রিয়া পদ আত্মনে পদত আছে। 'আঙো যমহনঃ' আৰু 'স্বাঙ্গকৰ্ম্মকাচ্চ' আত্মনে পদবিধায়ক এই দুটা সূত্ৰৰ মৰ্ম্ম অনুসাৰে নিজৰ শৰীৰৰ অঙ্গ কৰ্ম্ম হ'লে, আঙ্ উপসৰ্গ-যুক্ত হন্ ধাতু আত্মেনেপদী হয়; কিন্তু ইয়াত 'স্বাঙ্গ কৰ্ম্ম' নোহোৱাকৈয়ে হোৱা হন্ ধাতুৰ আত্মনেপদী প্ৰয়োগ ব্যাকৰণৰ অনুশাসনৰ বিৰুদ্ধ। গতিকে ইয়াত চ্যুতসংস্কাৰতা দোষ জন্মিছে।

'আজঘ্নে' এই পদৰ নিজস্ব কোনো দোষ নাই, অৰ্থাৎ আজঘ্নে পদ ব্যাকৰণ-দুষ্ট নহয়; কিন্তু অন্য পদৰ সহযোগতহে এই পদ ব্যাকৰণ-দুষ্ট হৈছে। গতিকে ইয়াক বাক্য দোষ বোলাহে উচিতনে কি?

[ আজঘ্নে পদ ব্যাকৰণৰ নিয়ম অনুসাৰে সিদ্ধ পদ; গতিকে আজঘ্নে পদত স্বৰূপগত একো দোষ নাই। কিন্তু স্বাঙ্গ কৰ্ম্ম ( কৰ্ত্তাৰ নিজৰ অঙ্গ এই ক্রিয়াৰ কৰ্ম্ম ) নোহোৱাকৈ ব্যবহৃত হোৱাতহে আজঘ্নে পদ দূষিত হৈছে। অন্য পদৰ সাহচৰ্য্যত দূষিত হোৱা বাবে ইয়াক বাক্য দোষ বুলিব লাগে, এয়ে তাৎপৰ্য্য। ]

নহয়, ইয়াক বাক্যদোষ বুলি ক'ব নোৱাৰি। কিয়নো—'দোষ-গুণ-অলঙ্কাৰ আদি শব্দগত আৰু অৰ্থ গত'—এই সিদ্ধান্ত অনুসাৰে শব্দ আৰু অৰ্থৰ অন্বয়-ব্যতিৰেকেই দোষৰ কাৰণ।

এই উদাহৰণত কেৱল আজঘ্নে পদৰহে দোষৰ সৈতে অন্বয়-ব্যতিৰেক নিয়ম দেখা যায়। অন্য পদৰ সাল-সলনি কৰিলেও সেই দোষ সেই দৰেই থাকিব; গতিকে ই পদ দোষ।

[ দোষ-গুণ-অলঙ্কাৰ আদিক শব্দগত আৰু অৰ্থগত বোলাৰ কাৰণ এয়ে যে সেই সেই শব্দ থকা বাবে সেই সেই দোষ-গুণ আদি হয় ( অন্বয় ), আৰু সেই সেই শব্দ নাথাকিলে সেই সেই দোষ-গুণো নাথাকে ( ব্যতিৰেক ); এয়ে শব্দৰ দোষ-গুণ আদিৰ সৈতে অন্বয়-ব্যতিৰেক সম্বন্ধ। সেই দৰে, সেই সেই সেই অৰ্থ থাকিলে দোষ-গুণ আদি হয়, নাথাকিলে নহয়। গতিকে এই অন্বয়-ব্যতিৰেক নিয়ম অনুসাৰে 'আজঘ্নে' পদ থাকিলেই দোষ হয় বাবে ই পদ দোষ, বাক্য-দোষ নহয়। ]

সেই দৰেই, 'আজঘ্নে' এই পদত আত্মনে পদৰ সলনি কৰিলে যেনেকৈ পদদোষত্ব নাথাকে, অৰ্থাৎ 'আজঘান' পাঠ কৰিলে সেই পদ

দোষনিৰ্মুক্ত হয়, তেনেকৈ ‘আজঘ্নে’ পদৰ প্ৰকৃতি হন্ ধাতুৰ সলনি কাৰলেও সেই পদত দোষ নাথাকে ; গতিকে ই পদাংশাগত দোষো নহয়। [ প্ৰকৃতি-প্ৰত্যয় দুয়োটাৰ ভিতৰত এটাৰ পৰিৱৰ্ত্তন হ’লেও যি দোষ থাকে, সেয়ে পদাংশ দোষ। ]

সেই একেদৰেই পদ্ম শব্দৰ পুংলিঙ্গ-প্ৰয়োগত হোৱা অপ্ৰযুক্ততা দোষো পদগত দোষ বুলি ধৰিব লাগিব।

এনেকৈয়ে প্ৰাকৃত ব্যাকৰণৰ সূত্ৰ-বিৰুদ্ধ প্ৰয়োগসমূহো চ্যুত সংস্কাৰত্ব দোষৰ উদাহৰণৰূপে গণনা কৰিব লাগিব।

**উক্তদোষ কেইটাৰ পৰস্পৰ পাৰ্থক্য ঃ**

কোনো কালে প্ৰয়োগ নোহোৱা অৰ্থত শব্দৰ প্ৰয়োগ হ’লে অসমৰ্থত্ব দোষ আৰু প্ৰয়োগ-বিৰল অৰ্থত শব্দৰ প্ৰয়োগ হ’লে নিহতাৰ্থত্ব দোষ হয়।

অনেকাৰ্থক শব্দৰ প্ৰয়োগ-বিৰল অৰ্থত প্ৰয়োগত নিহতাৰ্থত্ব আৰু একাৰ্থক শব্দৰ সকলো ঠাইত ( শাস্ত্ৰ-সম্প্ৰদায়ত ) প্ৰয়োগ নোহোৱা অৰ্থত প্ৰয়োগৰদ্বাৰা অপ্ৰতীতত্ব দোষ হয়। অপ্ৰযুক্তত্ব একাৰ্থক শব্দৰ ক্ষেত্ৰত আৰু অসমৰ্থত্ব অনেকাৰ্থক শব্দৰ ক্ষেত্ৰত হয়। “কুঞ্জং হন্তি কৃশোদৰী” অসমৰ্থত্বৰ এই উদাহৰণত গমনাৰ্থত প্ৰযুক্ত হন্ ধাতুৰ পাঠ গমনাৰ্থত পোৱা যায় ; [ প্ৰয়োগ নাই ]। কিন্তু “দিনং মে···” অবাচকত্বৰ এই উদাহৰণত প্ৰকাশময় অৰ্থত প্ৰযুক্ত দিন শব্দৰ তেনে অৰ্থ-বাচকতা দেখাই নাযায়। এয়ে অসমৰ্থত্ব আৰু আবাচকত্বৰ ভিতৰত পৰস্পৰ প্ৰভেদ। এইদৰে পদ দোষৰ সজাতীয় বাক্য দোষৰ কথা কোৱা হ’ল ; এতিয়া তাতকৈ স্বকীয়া বাক্য দোষৰ কথা কোৱা হৈছে।

যেনে—

প্ৰতিকূলবৰ্ণত্ব, লুপ্তবিসৰ্গত্ব ( বিসৰ্গ লোপ হোৱা )।

আহত-বিসৰ্গত্ব ( বিসৰ্গৰ ঠাইত ওকাৰ হোৱা ) অধিক-পদত্ব, ন্যূনপদত্ব, কথিতপদত্ব, হতবৃত্তত্ব ( ছন্দোহীনতা ) পতৎপ্ৰকৰ্ষত্ব ( উৎকৰ্ষহীনতা ), সন্ধিবিশ্লেষ ( সন্ধি নোহোৱা ), সন্ধিৰ অশ্লীলতা ( সন্ধি হৈ অশ্লীল হোৱা ), সন্ধিৰ কষ্টত্ব ( সন্ধি হৈ উচ্চাৰণত আৰু অৰ্থবোধত কষ্ট হোৱা ), অৰ্দ্ধান্তৰৈকপদত্ব ( শ্লোকৰ আধা ভাগত অৰ্থাৎ দুটা চৰণত অন্য আধাৰ কোনো শব্দৰ প্ৰৱেশ ) সমাপ্ত পুনৰাত্ততা ( সমাপ্ত হোৱা বাক্যৰ আকৌ আৰম্ভণ ), অভৱন্ মত-সম্বন্ধত্ব ( পাৰস্পৰ সম্বন্ধহীনতা ), অক্ৰমত্ব ( ক্ৰম নথকা ), অমত-পৰাৰ্থত্ব ( দ্বিতীৰ্থ অৰ্থ অভিপ্ৰেত নোহোৱা ), বাচ্যানভিধান ( বক্তব্য প্ৰকাশ নোহোৱা ), ভগ্ন-প্ৰক্ৰমত্ব ( ক্ৰম ভাগি যোৱা ), প্ৰসিদ্ধি-ত্যাগ, অস্থানপদত্ব ( অনুচিত স্থানত পদ-বিন্যাস ), অস্থান-সমাসত্ব ( অনুচিত স্থানত সমাস হোৱা ), সংকীৰ্ণত্ব আৰু গভিতত্ব—এই তেইশটা দোষ কেৱল বাক্যতহে হয়। ৪

ৰস-বোধৰ প্ৰতিকূলে হোৱা বৰ্ণবিন্যাসেই প্ৰতিকূল বৰ্ণত্ব। উদাহৰণ ; মোৰ ৰচনাৰপৰা, যেনে—

ওবট্টই উল্লট্টই সঅণে কহিং পি মোট্টাঅই ণো
পৰিহট্টই হিঅএণ ফিট্টই লজ্জাই খুট্টই দিহীএ সা।

( সেই বিৰহিণীয়ে শয্যাত কেতিয়াবা গা এঙামুৰি দিছে, কেতিয়াবা আকৌ লৰ-চৰ নকৰাকৈ পৰি আছে, কোনো সময়ত মৰিবলৈকে মনতে কামনা কৰিছে, কেতিয়াবা আকৌ ধৈৰ্য্য অৱলম্বন কৰিছে। )

এই উদাহৰণত 'ট-কাৰ' ৰ প্ৰয়োগ শৃঙ্গাৰ ৰসৰ পৰিপন্থী ; কেৱল

শক্তি প্ৰদৰ্শনৰ বাবেহে ট-কাৰৰ প্ৰয়োগ কৰা হৈছে ; গতিকে প্ৰতিকূল-বৰ্ণত্ব দোষ ঘটিছে। প্ৰকৃততে এনে প্ৰতিকূল বৰ্ণত্বৰ এক, দুই, তিনি বা চাৰিবাৰ প্ৰয়োগত তেনে বিশেষ ৰসভঙ্গ নহয়, সেইবাবে দোষো নহয়।

**লুপ্তবিসৰ্গত্ব ঃ**

গতা নিশা ইমা বালে।

( বালিকা, এই নিশাবোৰ পাৰ হৈ গ'ল। )

ইয়াত বিসৰ্গ লোপ হৈছে। [ গতাঃ নিশাঃ ইমাঃ বালে। ]

**আহত বিসৰ্গত্ব ঃ**

সন্ধি হৈ বিসৰ্গৰ ঠাইত 'ও-কাৰ' হোৱাই আহত-বিসৰ্গত্ব। উদাহৰণ ; যেনে—

ধীৰো ৱৰো নৰো যাতি।

( শ্ৰেষ্ঠ ধীৰ মানুহজন গৈছে। )

**অধিকপদত্ব ঃ**

পল্লৱাকৃতিৰক্তোষ্ঠী।

( সেই যুৱতীৰ ওঁঠ পল্লৱৰ আকৃতিৰ দৰে ৰঙা )

ইয়াত 'আকৃতি' পদ অধিক হৈছে, গতিকে অধিকপদত্ব।

সেইদৰে—

সদাশিৱং নৌমি পিনাকিনম্।

( পিনাকপাণি সদাশিৱক প্ৰণাম জনাওঁ। )

ইয়াত বিশেষণ ৰূপে প্ৰযুক্ত পিনাকপাণি পদ অধিক হৈছে।

"কুৰ্য্যাং হৰস্যাপি পিনাকপাণেঃ"।

( পিনাকপাণি শিৱৰো [ ধৈৰ্য্যচ্যুতি ] ঘটাব পাৰোঁ )

ইয়াত হ'লে বিশেষ অৰ্থ বুজাবলৈ পিনাকপাণি পদ প্ৰয়োগ কৰা হৈছে ; গতিকে প্ৰয়োগ যুক্তিযুক্ত।

[ অন্তৰ কি কথা, হাতত পিনাক ধনু লৈ থকা শিৱৰো ধৈৰ্য্যচ্যুতি ঘটাব পাৰোঁ; কামদেৱৰ শক্তিমত্তাৰ পৰিচয় দিবলৈকে পিনাকপাণি শব্দৰ প্ৰয়োগ কৰা হৈছে। ]

নাইবা—

ৱাচমুৱাচ কৌৎসঃ।

( কৌৎসই কথা ক'লে। )

ইয়াত 'বাচম্' পদ অধিক হৈছে, কিয়নো 'উবাচ' বুলি কওঁতেই কথা কোৱা অৰ্থ বুজা যায়।

কোনো ঠাইত বিশেষণ প্ৰয়োগৰ বাবে এনে পদ প্ৰয়োগৰ যুক্তিযুক্ততা দেখা যায়।

যেনে—

উৱাচ মধুৰাং বাচম্।

( মধুৰ কথা ক'লে। )

কোনো কোনোৱে কয় যে য'ত বিশেষণ পদৰ ক্ৰিয়াবিশেষণ ৰূপে প্ৰয়োগ হয়, তেনে ঠাইতো 'বাচম্' এনে কৰ্ম্মপদৰ প্ৰয়োগ যুক্তিযুক্ত নহয়। [ অৰ্থাৎ তাতো অধিকপদত্ব দোষ হয় ]

যেনে—

উৱাচ মধুৰং ধীমান্।

( ধীসম্পন্ন মানুহজন মধুৰভাৱে কৈছিল। )

[ ইয়াত 'মধুৰং' ক্ৰিয়া-বিশেষণ হৈছে; গতিকে 'বাচম্' কৰ্ম্মপদৰ প্ৰয়োগ অনাৱশ্যক। "উৱাচ মধুৰং বাচং ধীমান্" এই বাক্যত অধিক পদত্ব দোষ ঘটিব। ]

**ন্যূনপদত্ব :**

যদি ময্যৰ্পিতা দৃষ্টিঃ কিং মমেন্দ্ৰতয়া তদা।

( যদি মোৰ প্ৰতি দৃষ্টিপাত কৰা, তেনেহলে মোৰ ইন্দ্ৰপদ লাভ কৰাৰ প্ৰয়োজন কি? )

এই উদাহৰণত প্ৰথমতে 'তুমি' ( ত্বয়া ) পদ থাকিব লাগিছিল, নথকা বাবে ন্যূন-পদত্ব দোষ হৈছে।

**পুনৰুক্ততা :**

ৰতিলীলাশ্ৰমং ভিন্তে সলীলমনিলো ৱহন্।

( সাৱলীলভাবে বলা বতাহে ৰতিলীলাৰ শ্ৰম দূৰ কৰিছে। )

ইয়াত লীলা শব্দ পুনৰুক্ত হৈছে।

**এনেকৈ—**

জক্ষুৰ্ৱিসং ধৃতৱিকাশিৱিসপ্ৰসূনাঃ।

( হাতত ফুলা পদুম ফুল [ বিসপ্ৰসূন ] লৈ থকা সৈনিকজনে পদুমৰ ঠাৰি [ বিস ] খাবলৈ ধৰিলে। )

ইয়াত দুবাৰ 'বিস' শব্দৰ প্ৰয়োগ নকৰি পিছৰ বাৰ সৰ্ব্বনাম পদেৰে "ধৃতপৰিস্ফুট-তৎপ্ৰসূনাঃ" এইদৰে উল্লেখ কৰা উচিত আছিল।

**হতবৃত্ততা :**

হতবৃত্ততা তিনি প্ৰকাৰে হয় –(১) ছন্দৰ লক্ষণ থকা সত্বেও অশ্ৰাব্য হোৱা, (২) ৰসৰ অনুকূল নোহোৱা আৰু (৩) পাদৰ শেষত থকা লঘুস্বৰ গুৰুস্বৰত পৰিণত নোহোৱা। ক্ৰমে উদাহৰণ ; যেনে—

হন্ত সততমেতস্যা হৃদয়ং ভিন্তে মনোভৱঃ কুপিতঃ।

( হায় ! কামদেৱে ক্ৰুদ্ধ হৈ সদায় এই ৰমণীৰ হৃদয় বিদাৰণ কৰিব লাগিছে। )

[এই কবিতা ফাকি আৰ্য্যা ছন্দত ৰচিত যদিও শুনাত অনুষ্টুপ যেনহে লাগে।]

অয়ি ময়ি মানিনি মা কুৰু মানম্।

( মানিনী ! মোৰ ওপৰত অভিমান নকৰিবা। )

প্ৰজ্ঝটিকা নামৰ এই ছন্দ হাস্যৰসৰহে অনুকূল।

বিকসিতসহকাৰভাৰহাৰি
পৰিমল এষ সমাগতো ৱসন্তঃ।

( ফুলি থকা আমাৰ মলৰ সৌৰভ বহন কৰা এয়া বসন্ত কাল আহিছে। )

ইয়াত প্ৰথম পাদৰ শেষত থকা হাৰি শব্দৰ 'ই-কাৰ' (ৰ+ই) দীৰ্ঘ হব লাগিছিল ; কিন্তু দীৰ্ঘ হোৱা নাই। ছন্দঃ শাস্ত্ৰ অনুসাৰে পাদৰ শেষত থকা হ্ৰস্ব স্বৰো দীৰ্ঘ হয় বুলি যে কোৱা হৈছে, সেয়া কেৱল শ্লোকৰ দ্বিতীয় আৰু চতুৰ্থ পাদৰ ক্ষেত্ৰতহে প্ৰযোজ্য।

[ অৰ্থাৎ দ্বিতীয় আৰু চতুৰ্থ পাদৰ অন্তত থকা হ্ৰস্ব স্বৰহে দীৰ্ঘ-স্বৰত পৰিণত হয়, প্ৰথম আৰু তৃতীয় পাদৰ অন্তত থকা হ্ৰস্ব স্বৰ দীৰ্ঘ নহয়। ]

কেৱল বসন্ততিলক আদি কেইটামান ছন্দৰ ক্ষেত্ৰতহে প্ৰথম আৰু তৃতীয় চৰণৰ অন্তত থকা হ্ৰস্বস্বৰ দীৰ্ঘস্বৰত পৰিণত হয়। গতিকে 'হতবৃত্ততা' দোষ দূৰ কৰিবলৈ কবিতাফাকিৰ পাঠ এনে হোৱা উচিত—

"ৱিকসিতসহকাৰভাৰহাৰি
প্ৰমুদিতসৌৰভ আগতো ৱসন্তঃ।"

[ এই পাঠ হ'লে সংযুক্ত 'প্ৰ' ৰ আগত থকা 'হাৰি' ৰ হ্ৰস্ব 'ই' দীৰ্ঘ হ'ব। সংযুক্ত বৰ্ণৰ পূৰ্ব্বত থকা হ্ৰস্ব স্বৰ দীৰ্ঘ হয়। ]

নাইবা—

অন্যাস্তা গুণৰত্নৰোহণভুৱো ধন্যা মৃদন্যৈৱ সা
সম্ভাৰঃ খলু তেঽন্য এৱ ৱিধিনা যৈৰেষ সৃষ্টো যুৱা।
শ্ৰীমৎকান্তিজুষাং দ্বিষাং কৰতলাৎ স্ত্ৰীণাং নিতম্বস্থলাৎ
দৃষ্টে যত্ৰ পতন্তি মূঢ়মনসামস্ত্ৰাণি ৱস্ত্ৰাণি চ॥

( বিধাতাই যি উপাদেনেৰে এই যুৱকক সৃষ্টি কৰিছে, সেইবোৰ স্বকীয়া উপাদান, যি মৃত্তিকাৰে এওঁক নিৰ্ম্মাণ কৰিছে সিও অন্য মৃত্তিকা আৰু এওঁৰ গাত যি গুণ-ৰত্ন বিৰাজ কৰিছে, তাৰ উৎপত্তি ভূমিও স্বকীয়া। এওঁক দেখিলে মূঢ়মতি শত্ৰুৰ হাতৰপৰা ( ভয়ত ) অস্ত্ৰ সৰি পৰে আৰু লাৱণ্যময়ী শ্ৰীমতীসকলৰ নিতম্বৰ বস্ত্ৰও ( কামনাত ) স্খলকি পৰে। )

এই কবিতাফাকিৰ চতুৰ্থ চৰণৰ 'ৱস্ত্ৰাণি চ' পদৰ ব্যৱহাৰত ছন্দৰ গাথনি শিথিল যেন শুনা হৈছে। তাকে সলাই 'ৱস্ত্ৰাণ্যপি' পাঠ কৰিলে বৰ্ণক্ৰম সংহত হয় আৰু তেতিয়া দোষ নহয়।

কাব্যপ্ৰকাশকাৰে এনে দোষক 'অপ্ৰাপ্তগুৰুভাৱান্ত লঘু' (পাদৰ শেষত থকা লঘু স্বৰ গুৰু স্বৰত পৰিণত নোহোৱা) দোষ বুলি কৈছে। প্ৰকৃততে ছন্দঃ শাস্ত্ৰৰ নিয়ম ৰক্ষা কৰা সত্বেও অশ্ৰাব্য হোৱা দোষ বুলিহে আনসকলে কয়।

**পতৎপ্ৰকৰ্ষতা :** ( ক্ৰমে উৎকৰ্ষ কমি যোৱা )

প্ৰোজ্জ্বলজ্জ্বলনজ্বালা-বিকটোৰুসটাচ্ছটঃ।
শ্বাসাক্ষিপ্তকুলক্ষ্মাভৃৎ পাতু ৱো নৰকেশৰী॥

( দেদীপ্যমান অগ্নিশিখাতুল্য বিস্তৃত আৰু বিপুল কেশৰ সুশোভিত, মুখৰ নিশ্বাসেৰে কুলাচল কঁপাই তোলা নৰসিংহই তোমালোকক ৰক্ষা কৰক। )

এই উদাহৰণত অনুপ্ৰাসৰ উৎকৰ্ষতা ক্ৰমে পৰি গৈছে।

**সন্ধিৰ বিশ্লিষ্টতা :** ( সন্ধি নকৰাকৈ থকা )

দলিতে উৎপলে এতে অক্ষিণী অমলাঙ্গি তে।

( হে সুন্দৰী! তোমাৰ নয়নযুগলে উৎপলক চেৰ পেলাইছে। )

এইদৰে কেবা ঠাইতো সন্ধি নকৰাকৈ থাকিলেহে সন্ধিৰ বিশ্লিষ্টতা দোষ হয়।

[ এবাৰ সন্ধি নকৰাকৈ থাকিলে দোষ নহয়। "দলিতে..." এই উদাহৰণত কেবা ঠাইতো সন্ধি কৰা হোৱা নাই। ( দলিতে+উৎপলে+এতে+অক্ষিণী+অমলাঙ্গি ) গতিকে ইয়াত দোষ হৈছে। ]

ছন্দোভঙ্গৰ ভয়ত ব্যাকৰণৰ অনুশাসন উলঙ্ঘা কৰি এবাৰ সন্ধি নকৰাকৈ থাকিলেও দোষ হয়।

যেনে—

ৱাসৱাশা মুখে ভাতি ইন্দুশ্চন্দনৱিন্দুবৎ।

( পূব দিশত চন্দ্ৰ চন্দনৰ ফোঁটৰ দৰে জিলিকি আছে। )

[ ইয়াত ভাতি+ইন্দুৰ সন্ধি হ'ব পৰা সত্বেও ছন্দোভঙ্গৰ ভয়ত সন্ধি কৰা হোৱা নাই। ]

**সন্ধিত অশ্লীলতা ঃ**

চলণ্ডামৰচেষ্টিতঃ। ( উদ্ধত ভাৱে উৰি যোৱা )

এই উদাহৰণত 'চলন্ + ডামৰ' এই শব্দ দুটাৰ সন্ধি হৈ 'চলণ্ডামৰ' ৰূপে ঘৃণাব্যঞ্জক অশ্লীল হৈছে।

[লণ্ডা শব্দই পুৰীষ বা পুৰুষাঙ্গৰ অৰ্থ উচ্চাৰণ-সাদৃশ্যত বহন কৰে।]

**সন্ধিৰ ক্লীষ্টত্ব ঃ**

উৰ্ব্ব্যসাৱত্ৰ তৰ্ব্বালী মৰ্ব্বন্তে চাৰ্ব্বৱস্থিতিঃ।

( মৰুভূমিৰ এই প্ৰান্তভাগত অতি মনোৰম ঘন বৃক্ষৰাজিয়ে বিৰাজ কৰিছে। )

ইয়াত সন্ধি হৈ অৰ্থবোধ কষ্টসাধ্য হৈছে।

[ উৰ্ব্বী + অসৌ + অত্ৰ, তৰু + আলী, মৰু + অন্তে, চাৰু + অৱস্থিতিঃ। ]

**অৰ্দ্ধান্তৰৈকপদত্ব ঃ**

ইন্দুৰ্বিভাতি কৰ্পূৰগৌৰৈৰ্ধৱলয়ন্ কৰৈঃ।
জগন্মা কুৰু তন্বঙ্গি মানং পাদানতে প্ৰিয়ে॥

( লাহৰী, চন্দ্ৰই কৰ্পূৰ-গৌৰ কিৰণাৱলীৰে জগৎখন ধৌৱাই পেলাইছে ; প্ৰিয়ে, তোমাৰ ভৰিত পৰা মোৰ ওপৰত অভিমান নকৰিবা। )

এই কবিতাফাকিৰ দ্বিতীয়াৰ্দ্ধত থকা 'জগৎ' শব্দ প্ৰথমাৰ্দ্ধতহে থাকিব লাগিছিল।

**সমাপ্ত পুনৰাত্ততা ঃ**

নাশয়ন্তো ঘনধ্বান্তং তাপয়ন্তো বিয়োগিনঃ।
পতন্তি শশিনঃ পাদা ভাসয়ন্তঃ ক্ষমাতলম্॥

( নিবিড় অন্ধকাৰ দূৰ কৰি, বিৰহীসকলক সন্তপ্ত কৰি চন্দ্ৰৰ কিৰণ পৰিছে আৰু ধৰণীতল উদ্ভাসিত কৰিছে। )

ইয়াত তৃতীয় পাদতে বাক্য সমাপ্ত হৈছে ; পিছে চতুৰ্থ পাদ পুনৰাই গ্ৰহণ কৰাত সমাপ্তপুনৰাত্ততা দোষ হৈছে।

**অভৱন্মত সম্বন্ধ ঃ**

যেনে—

যা জয়শ্ৰীৰ্মনোজস্য যয়া জগদলঙ্কৃতম্ ।
যামেণাক্ষীং ৱিনা প্ৰাণা ৱিফলা মে কুতোঽদ্য সা ॥

( যি ৰমণী কামদেৱৰ জয়লক্ষ্মী, যি জগৎ অলঙ্কৃত কৰিছে [ জগতৰ অলঙ্কাৰ ] যি এণাক্ষীৰ ( হৰিণনয়না ) অবিহনে মোৰ প্ৰাণ নিষ্ফল ; তেওঁ আজি ক'ত ? )

এই উদাহৰণত যৎ শব্দেৰে উল্লেখ কৰা বাক্যকেইটা পৰস্পৰ নিৰপেক্ষ ; গতিকে এটা যৎ শব্দৰ সৈতে সংযুক্ত এণাক্ষী শব্দৰ ( যামেণাক্ষীং ) অন্য-বিলাকৰ সৈতে সম্বন্ধ নহয় ; যদিও কবিয়ে তাঁকে বুজাব খুজিছে ।

"যাং ৱিনামী বৃথা প্ৰাণা এণাক্ষী সা কুতোঽদ্য মে ।"

( যাৰ অবিহনে মোৰ প্ৰাণ ধাৰণ মিছা, মোৰ সেই এণাক্ষী এতিয়া ক'ত ? )

এইদৰে ক'লে, তৎ শব্দোপক্ৰান্ত বাক্যৰ ভিতৰুৱা এণাক্ষী শব্দৰ যৎ শব্দোপক্ৰান্ত সকলোবোৰ বাক্যৰ সৈতে সম্বন্ধ হ'ব ।

নাইবা—

ঈক্ষসে যৎ কটাক্ষেণ তদা ধন্বী মনোভৱঃ ।

( সুন্দৰী, তুমি যে কটাক্ষপাত কৰা, তেতিয়া কামদেৱে ধনু হাতত লয় । )

ইয়াত 'যৎ' ( যে ) শব্দৰ সৈতে 'তদা' ( তেতিয়া ) শব্দৰ সম্বন্ধ নহয় । সেই সম্বন্ধ ঘটাবলৈ "ঈক্ষসে চেৎ" ( যদি চোৱা ) এনে পাঠহে যুক্তিযুক্ত ।

নাইবা—

জ্যোৎস্নাচয়ঃ পয়ঃপূৰস্তাৰকা কৈৰৱাণি চ ।
ৰাজতি ব্যোমকাসাৰ-ৰাজহংসঃ সুধাকৰঃ ॥

( জ্যোৎস্নাৰূপ জলৰাশিৰে পৰিপূৰ্ণ আকাশ-সৰোবৰত তৰাবিলাকে পদুমৰ দৰে আৰু চন্দ্ৰই ৰাজহংসৰ দৰে বিৰাজ কৰিছে । )

এই উদাহৰণত থকা ব্যোমকাসাৰ শব্দ সমাস হৈ থকা বাবে গৌণ হৈছে আৰু সেইবাবে সেই শব্দৰ সকলোবোৰ শব্দৰ সৈতে সম্বন্ধ হোৱা নাই।

[ব্যোমকাসাৰ শব্দৰ ৰাজহংস শব্দেৰে সৈতে সমাস হোৱাত কবিৰ অভিপ্ৰেত অৰ্থ প্ৰকাশ হোৱা নাই। অসমীয়া ভাঙনি অভিপ্ৰেত অৰ্থ অনুসাৰেহে কৰা হৈছে।]

বিধেয়াবিমৰ্শ দোষৰ সৈতে এই দোষৰ পাৰ্থক্য এনে ঃ বিধেয়াবিমৰ্শ দোষত বিধেয় অংশৰহে প্ৰাধান্য নাথাকে, ইয়াত প্ৰধান ভাৱে উল্লেখ হ'বলগীয়া কাসাৰ (সৰোবৰ) পদৰ [অন্য পদৰ সৈতে সমাস হোৱাত] প্ৰধান ভাৱে প্ৰতীতি জন্মা নাই আৰু সেইবাবে কাসাৰ শব্দৰ অঙ্গ স্বৰূপ 'পয়ঃপূৰ' আদি সকলোবোৰ শব্দাৰ্থৰ প্ৰতীতিত বাধা জন্মিছে ; ফলস্বৰূপে সমগ্ৰ বাক্যাৰ্থতে বিৰোধ থকা যেন দেখা যায়।

অন্য উদাহৰণ ঃ

অনেন ছিন্দতা মাতুঃ কণ্ঠং পৰশুনা তৱ।
বৰ্দ্ধস্পৰ্দ্ধঃ কৃপাণোঽয়ং লজ্জতে মম ভাৰ্গৱ ॥

(হে ভাৰ্গৱ, মাতৃকণ্ঠ-ছেদনকাৰী তোমাৰ এই কুঠাৰৰ প্ৰতিস্পৰ্দ্ধী হ'বলৈ মোৰ তৰোৱালে লাজ পাইছে।)

ইয়াত পৰশুৰামক নিন্দা কৰাই কবিৰ অভিপ্ৰায়, কিন্তু কুঠাৰৰ ওপৰত আৰোপ কৰিব খোজা মাতৃ-কণ্ঠ ছেদনৰ কৰ্ত্তৃত্ব, কুঠাৰত প্ৰযোজ্য নহয় ; গতিকে কবিৰ অভিপ্ৰায় সিদ্ধ হোৱা নাই। [সেইবাবে ইয়াতো অভৱন্মতসম্বন্ধ দোষ হৈছে।] এয়ে প্ৰাচীন আচাৰ্য্য সকলৰ মত।

[পৰশুৰামেহে মাতৃ-কণ্ঠ ছেদন কৰিছিল ; পৰশুৰাম কৰ্ত্তা, পৰশু কৰণ। কিন্তু উক্ত কবিতাফাকিত পৰশুকে মাতৃ-কণ্ঠছেদনৰ কৰ্ত্তাৰূপে বৰ্ণনা কৰা হৈছে ; গতিকে কৰ্ত্তৃত্ব সিদ্ধ হোৱা নাই আৰু পৰশুৰামৰ প্ৰতি প্ৰযুক্ত গৰ্হাও প্ৰকাশ হোৱা নাই।]

আধুনিক আচাৰ্য্যসকলৰ মতে হ'লে পৰশুক নিন্দা কৰাৰদ্বাৰা পৰশুৰামৰ অতিশয় নিন্দনীয়ত্বহে ইয়াত প্ৰকাশ হৈছে।

**অক্ৰমতা :**

সময় এৱ কৰোতি বলাবলং প্ৰাণগদন্ত ইতীৱ শৰীৰিণাম্।
শৰদি হংসৰৱাঃ পৰুষীকৃতস্বৰময়ূৰময়ূ ৰমণীয়তাম্ ॥

( কালেই সকলো প্ৰাণীৰ ওপৰত নিজৰ প্ৰভাৱ বিস্তাৰ কৰে—এই কথাকে ঘোষণা কৰিবলৈ কে যেন শৰৎ কালত হাঁহৰ মাত কৰ্কশ আৰু ম'ৰাৰ মাত শুৱলা হয়। )

এই কৱিতাফাকিত 'কালেই সকলো প্ৰাণীৰ ওপৰত নিজৰ প্ৰভাৱ বিস্তাৰ কৰে'—এই উক্তিৰ পিছতে 'যেন' শব্দ থাকিব লাগিছিল; 'ঘোষণা কৰিবলৈকে' ইয়াৰ পিছত 'যেন'ৰ প্ৰয়োগ উচিত হোৱা নাই।

সেইদৰেই—

দ্বয়ং গতং সম্প্ৰতি শোচনীয়তাং সমাগমপ্ৰাৰ্থনয়া পিনাকিনঃ।
কলাঃ চ কান্তিমতী কলাৱতস্ত্বমস্য লোকস্য চ নেত্ৰকৌমুদী ॥

( পিনাকীৰ সঙ্গলাভ কামনা কৰি সম্প্ৰতি দুটাবস্তু শোচনীয় হৈ পৰিছে; কান্তিমান্ চন্দ্ৰৰ কলা আৰু তুমি সংসাৰৰ নয়নৰ জ্যোৎস্নাৰূপাও। )

এই উদাহৰণত 'ত্বম্' ( তুমি ) শব্দৰ পিছতে 'চ কাৰ' ( ও, আৰু ) থাকিব লাগিছিল।

[ আগতে কেৱল চন্দ্ৰৰ কলাহে পিনাকীৰ সঙ্গত শোচনীয় হৈছিল, এতিয়া পিনাকীৰ সঙ্গলাভৰ কামনাৰে তুমিও শোচনীয় হৈছা;—কবিতাফাকিৰ অভিপ্ৰেত এই অৰ্থ প্ৰকাশৰ বাবে 'ত্বং' শব্দৰ পিছতে সমুচ্চয়বাচক 'চ কাৰ' ( তুমিও ) থাকিব লাগিছিল। ]

**অমতপৰাৰ্থতা :**

"ৰাম-মন্মথশৰেণ তাড়িতা……" ইত্যাদি

[ সম্পূৰ্ণ শ্লোক আৰু ভাঙনি দ্বিতীয় পৰিচ্ছেদত ]

ইয়াত শৃঙ্গাৰ-ব্যঞ্জক দ্বিতীয় অৰ্থ [ ৰামেই কামদেৱ আদি ] প্ৰকৃত

ৰসৰ বিৰোধী হোৱাত ৰসৰ অনিষ্ট সাধন হৈছে, গতিকে দ্বিতীয় অৰ্থ অভিপ্ৰেত নহয়।

**বাচ্যৰ অনভিধান :**

যেনে—

ত্ৱ্যতিক্ৰমলৱং কং মে ৱীক্ষ্য ৱামাক্ষি কুপ্যসি ?

( সুন্দৰী, মোৰ কি লেশমান ব্যতিক্ৰম দেখি তুমি খং কৰিছা ? )

অভিপ্ৰেত অৰ্থ প্ৰকাশৰ বাবে এই কৱিতাফাকিত 'ব্যতিক্ৰমলৱ' শব্দৰ পিছত 'অপি' শব্দৰ প্ৰয়োগ অপৰিহাৰ্য্য আছিল, পিছে প্ৰয়োগ কৰা নহ'ল।

[ অভিপ্ৰেত অৰ্থ : মোৰ কিবা লেশমানো জানো ক্ৰটী দেখিছা, তুমি যে খং কৰিছা ? ]

ন্যূনপদত্বত বাচক পদ একোটা কম হৈ থাকে, বাচ্যৰ অনভিধানত তেনে নহয় ; অৰ্থাৎ 'অপি' শব্দ স্বয়ং বাচক নহয় অন্য অৰ্থৰ পৰিপূৰকহে। এয়ে ন্যূনপদত্ব আৰু বাচ্যৰ অনভিধান দোষৰ মাজত পাৰ্থক্য।

এনেকৈয়ে অন্যান্য ঠাইতো এনে দোষৰ উদাহৰণ দেখা যাব।

নাইবা—

চৰণানতকান্তায়াস্তন্বি কোপস্তথাপি তে।

( প্ৰিয়তম চৰণত পৰি-থকা-তোমাৰ তথাপি খং ? )

এই পদ্যাংশৰ 'চৰণানতকান্তাসি' ( তোমাৰ চৰণত প্ৰিয়তম পৰি থকাতো ) এনে পাঠ হোৱাহে উচিত।

**ভগ্নপ্ৰক্ৰমতা :**

যেনে—

এৱমুক্তো মন্ত্ৰিমুখ্যৈ ৰাৱণঃ প্ৰত্যভাষত।

( মুখ্য মন্ত্ৰীসকলে এনেকৈ কোৱাত ৰাৱণে উত্তৰ দিলে। )

এই পদ্যাংশত বচ্ ধাতুৰে ( বচ্ + ক্ত = উক্তঃ ) বক্তব্য আৰম্ভ কৰা হৈছে, গতিকে উত্তৰো বচ্ ধাতুৰেই প্ৰকাশ হ'ব লাগিছিল।

গতিকে "এৱমুক্তো মন্ত্রিমুখ্যৈ ৰাৱণঃ প্রত্যবোচত।" এনে পাঠহে যুক্তিযুক্ত।

একেটা বাক্যতে দুবাৰ বচ্ ধাতুৰ প্ৰয়োগত কথিত পদত্ব দোষ হ'ব বুলি ক'ব নোৱাৰি। উদ্দেশ্য (প্ৰথমে সূচনা কৰা) আৰু প্ৰতিনির্দ্দেশ্য (পিছত উল্লেখ কৰা) বিষয়ৰ বাহিৰে অন্য ক্ষেত্ৰতহে কথিত পদত্ব দোষ হয়। ওপৰৰ উদাহৰণত বচন (মন্ত্ৰীৰ কথা) আৰু প্ৰতিবচনৰ (ৰাৱণৰ উত্তৰ) উদ্দেশ্য-প্ৰতিনির্দ্দেশ্য ভাৱ আছে। [মন্ত্ৰী সকলৰ কথাৰ সূত্ৰতহে ৰাৱণে উত্তৰ দিছিল।]

যেনে—

উদেতি সৱিতা তাম্রস্তাম এৱাস্তমেতি সঃ।

(ৰঙা হৈ সূৰ্য্য ওলায় আৰু ৰঙা হৈয়ে সূৰ্য্য মাৰ যায়।)

ইয়াত যদি প্ৰথম 'তাম্র' (ৰঙা) শব্দৰ পিছত তদৰ্থবাচক অন্য শব্দেৰে সেই অৰ্থ প্ৰতিপাদন কৰা হ'লহেতেন, তেনেহ'লে সি স্বকীয়া অৰ্থ যেন হৈ পৰি অৰ্থবোধত বাধাৰহে সৃষ্টি কৰিলেহেতেন।

নাইবা—

তে হিমালয়মামন্ত্র্য পুনঃ প্রেক্ষ্য চ শূলিনম্।
সিদ্ধঞ্চাস্মৈ নিৱেদ্যাৰ্থং তদ্বিসৃষ্টাঃ খমুদ্যযুঃ॥

(সেই সপ্তর্ষিসকলে হিমালয়ৰ ওচৰত বিদায় লৈ আকৌ এবাৰ ত্ৰিশূলীক সাক্ষাৎ কৰি, এওঁক কাৰ্য্যসিদ্ধিৰ বিষয়ে জনাই, তেওঁৰপৰা বিদায় হৈ অকাশলৈ উঠি গ'ল।)

এই কবিতাফাকিত ইদম্ শব্দ নিষ্পন্ন 'অস্মৈ' (এওঁক) পদেৰে আৰম্ভ কৰা কথাৰ সমাপ্তিও ইদম্ শব্দৰ সমাৰ্থক 'এতৎ' বা 'অদঃ' শব্দেৰেহে কৰিব লাগিছিল; তৎ শব্দেৰে (তেন বিসৃষ্টাঃ = তদ্বিসৃষ্টাঃ, তেওঁৰপৰা বিদায় হৈ) সমাপ্ত কৰা যুক্তিযুক্ত হোৱা নাই।

নাইবা—

উদন্বচ্ছিন্না ভূঃ সচ পতিৰপাং যোজনশতম্ ।

( জলধি বেষ্টিতা পৃথিৱী, সেই জলধিও শত যোজন-বিস্তৃত । )

[ ইয়াত প্ৰথমে 'উদন্বৎ' শব্দেৰে সাগৰক বুজোৱা হৈছে আৰু পিছত পৰ্য্যায়বাচী 'অপাংপতিঃ' শব্দেৰে তাৰে উল্লেখ কৰা হৈছে। উপক্ৰম কৰা অনুসাৰে শেষ নোহোৱাত ভগ্নপ্ৰক্ৰমতা দোষ হৈছে। ]

"মিতা ভূঃ পত্যাপাং স চ পতিৰপাং যোজনশতম্ ।"

এই পাঠহে যুক্তিসিদ্ধ।

[ 'অপাং পত্যা' বুলি আৰম্ভ কৰা বিষয়ৰ 'অপাং পতিঃ' বুলি শেষ কৰা হৈছে। ]

এইদৰেই—

যশোঽধিগন্তুং সুখলিপ্সয়া ৱা মনুষ্যসংখ্যামতিৱৰ্ত্তিতুং ৱা।
নিৰুৎসুকানামভিযোগভাজাং সমুৎসুকেৱাঙ্কমুপৈতি সিদ্ধিঃ ॥

( যশস্যা লাভ কৰিবলৈ ইচ্ছা কৰা, সুখৰ অভিলাষ কৰা নাইবা মানৱৰ ভিতৰত শ্ৰেষ্ঠত্ব কামনা কৰা উদ্যমশীল, উৎকণ্ঠাহীন লোকসকলৰ পক্ষে সিদ্ধি উৎসুক হৈ অহা প্ৰিয়াৰ দৰে অঙ্কগতা হয়। )

ইয়াত 'সুখলিপ্সয়া'ৰ ঠাইত 'সুখমীহিতুং' পাঠ হোৱা উচিত।

[ 'অধিগন্তুং' আৰু 'অতিৱৰ্ত্তিতুং' এই দুই তুমুপ্ৰত্যয়ান্ত পদৰ মাজত একে প্ৰক্ৰমতন থকা 'সুখলিপ্সয়া' শব্দৰ প্ৰয়োগত ভগ্নপ্ৰক্ৰমতা হৈছে; ইয়ো তুমন্ত হোৱা উচিত আছিল। ]

ওপৰৰ প্ৰথম আৰু দ্বিতীয় উদাহৰণত ("এৱমুক্ত......" আৰু "তে হিমালয়ম্......") প্ৰক্ৰম বেলেগ হৈছে। তৃতীয় উদাহৰণত ( উদন্বচ্ছিনা...... ) পৰ্য্যায়বাচী সুকীয়া শব্দৰ প্ৰয়োগত দোষ পৰ্য্যায়গত আৰু চতুৰ্থ উদাহৰণত ( যশোঽধিগন্তুং ..... ) দোষ প্ৰত্যয়গত।

এইদৰেই অন্যান্য ঠাইতো দেখা যায়।

**প্ৰসিদ্ধি ত্যাগ ঃ**

যেনে—

ঘোৰো ৱাৰিমুচাং ৰৱঃ।

( মেঘৰ ভীষণ ৰৱ। )

মেঘৰ গৰ্জ্জনহে প্ৰসিদ্ধ। গৰ্জ্জনৰ সলনি ৰৱ ব্যৱহাৰ হোৱাত প্ৰসিদ্ধিৰ পৰিত্যাগ হৈছে।

কথিত আছে—

"মঞ্জীৰাদিষু ৰণিতপ্ৰায়ং পক্ষিষু তু কূজিতপ্ৰভৃতি।

স্তনিত-মণিতাদি সুৰতে মেঘাদিষু গৰ্জ্জিত-প্ৰমুখম্ ॥"

( নূপুৰ-কঙ্কণ আদিৰ শব্দক ৰণন, চৰাইৰ মাতক কূজন, ৰতিক্ৰীড়াত উচ্চাৰিত শব্দক স্তনিত-মণিত, আৰু মেঘৰ শব্দক ঘাইকৈ গৰ্জ্জন বোলা হয়। )

**অস্থানপদতা ঃ**

যেনে—

তীৰ্থে তদীয়ে গজসেতুবন্ধাৎ

প্ৰতীপগামুত্তৰতোঽস্য গঙ্গাম্।

অযত্নবালব্যজনীবভূবু-

ৰ্হংসা নভোলঙ্ঘনলোলপক্ষাঃ।

( তেওঁৰ ঘাটত হাতীবিলাকেৰে নিৰ্ম্মাণ কৰা সেতুৰেদি প্ৰতিকূল-বাহিনী গঙ্গা পাৰ হৈ যাওঁতে আকাশেদি উৰি যোৱা হাঁহবিলাকে ডেউকা জোকাৰি অনায়াসে কুশৰ বাবে বিচনীৰ কাম কৰিছিল। )

এই কবিতাফাকিত 'তদীয়' ( তেওঁৰ ) পদৰ আগতে গঙ্গা পদৰ ব্যৱহাৰ উচিত আছিল। [ যথাস্থানত পদবিন্যাস নোহোৱা বাবে ইয়াত অস্থানপদতা দোষ হৈছে। ]

এইদৰেই—

হিতান্ন যঃ সংশৃণুতে স কিং প্ৰভুঃ।

( হিতাকাংক্ষীৰপৰা নুশুনে যি ৰজাই, তেওঁ নিন্দনীয় ৰজা। )

ইয়াত 'সংশৃণুতে' ( শুনে ) এই ক্রিয়াপদৰ আগত নিষেধার্থক নঞ্ অব্যয় থকা উচিত আছিল।

কেৱল এটা পদৰ অস্থান বিন্যাসৰদ্বাৰা সমগ্র বাক্যটোৰে অভিপ্রেত অর্থবোধত বিলম্ব ঘটে বুলি এই দোষ বাক্য দোষৰূপে পৰিগণিত। এইদৰে অন্যান্য ক্ষেত্রতো বুজিব লাগিব।

এই প্রসঙ্গত কোনো কোনোৱে কয়—"পদ শব্দেৰে বাচক শব্দৰ প্রয়োগৰ কথাহে কোৱা হৈছে। নির্ব্বিবাদে আৰু স্বতন্ত্রভাৱে অর্থ-বোধনৰ শক্তি নাই বাবে নঞ্ৰ বাচকত্ব নাই। সেইবাবে যেনেকৈ "দ্বয়ং গতম্..." এই উদাহৰণত 'ত্বম্' শব্দৰ পিছত 'চ কাৰ'ৰ প্রয়োগ নোহোৱাত অক্রমতা দোষ হৈছে, তেনেকৈ "হিতান্ন যঃ..." এই উদাহৰণতো অক্রমতা দোষহে হৈছে।

[ বক্তব্যৰ তাৎপর্য্য এই যে 'নঞ্', 'চ' আদি অব্যয়ৰ অস্থান-বিন্যাসত অস্থান পদতা দোষ নহয়; অক্রমতা দোষহে হয়। অন্যান্য বাচক পদৰ অস্থান বিন্যাসতহে অস্থানপদত্ব দোষ হয়। কোনো কোনো আচার্য্যৰ এয়ে মত। গ্রন্থকাৰে এই মত স্বীকাৰ কৰা নাই। ]

**অস্থান-সমাসতা ঃ**

যেনে --

অদ্যাপি স্তনশৈলদুর্গবিষমে সীমন্তিনীনাং হৃদি
স্থাতুং ৱাঞ্ছতি মান এষ ধিগিতি ক্রোধাদিৱালোহিতঃ।
প্রোদ্যদ্দূৰতৰপ্রসাৰিতকৰঃ কর্ষত্যসৌ তৎক্ষণাৎ
ফুল্লৎকৈৰৱকোষনিঃসৰদলিশ্রেণী-কৃপাণং শশী॥

( "আঃ, স্তনৰূপ শৈলদুর্গেৰে বিষম ( ওখ-চাপৰ ) হৈ থকা সীমন্তিনীসকলৰ অন্তৰত এতিয়াও প্রণয়কোপে থাকিবলৈ ইচ্ছা কৰি আছে"—এই বুলি খঙতে যেন ৰঙা পৰি চন্দ্রই নিজৰ দূৰপ্রসাৰী কৰেৰে ( কিৰণ, হাত ) অতি শীঘ্রে বিকসিত কুমুদৰ কোষৰপৰা ভ্রমৰ পংক্তিৰূপ তৰোৱাল টানি উলিয়ালে। )

এই কবিতাফাকিৰ দুটা ভাগ। প্ৰথম ভাগ ক্ৰুদ্ধ চন্দ্ৰৰ উক্তি আৰু দ্বিতীয় ভাগ কবিৰ উক্তি। ক্ৰুদ্ধ চন্দ্ৰৰ উক্তিত সমাস নাই, কিন্তু কবিৰ উক্তিত সমাস আছে। গতিকে অস্থান-সমাসতা দোষ ইয়াত সিজিছে।

[ তাৎপৰ্য্য এয়ে যে ক্ৰুদ্ধ ব্যক্তিৰ উক্তি সমাসাঢ্য হ'লে ক্ৰোধভাব প্ৰকাশ হয়; গতিকে ক্ৰুদ্ধ চন্দ্ৰৰ উক্তিহে সমাসবহুল হোৱা উচিত আছিল। উক্ত উদাহৰণত তাৰ বিপৰীতে কবিৰ উক্তিত সমাসৰ প্ৰাচুৰ্য্য হ'ল। সেই বাবে সমাসৰ সমাবেশ অস্থানত হ'ল। ]

**সঙ্কীৰ্ণত্ব :**

এটা বাক্যৰ পদৰ অন্য এটা বাক্যত অনুপ্ৰৱেশকে সংকীৰ্ণত্ব বোলা হয় যেনে—

মুঞ্চ চন্দ্ৰং কুৰঙ্গাক্ষি পশ্য মানং নভোঽঙ্গনে
( কুৰঙ্গাক্ষী, ত্যাগ কৰা চন্দ্ৰক দেখি মান আকাশত। )

ইয়াত 'আকাশৰ চন্দ্ৰ লৈ চাই মান এৰা' এনে হোৱাহে উচিত আছিল।

সংকীৰ্ণত্ব দোষৰ ব্যাপকতা দুটা বাক্যত, কিন্তু ক্লিষ্টত্ব দোষ একেটা বাক্যৰ ভিতৰতে হয়; এয়ে সংকীৰ্ণত্বৰ ক্লিষ্টত্বৰ সৈতে পাৰ্থক্য।

**গৰ্ভিততা :**

এটা বাক্যৰ মাজত অন্য এটা বাক্যৰ অনুপ্ৰৱেশেই গৰ্ভিততা। যেনে—

ৰমণে চৰণপ্ৰান্তে প্ৰণতিপ্ৰৱণেঽধুনা।
ৱদামি সখি তে তত্ত্বং কদাচিন্নোচিতা ক্ৰুধঃ॥

( স্বামীয়ে তোমাৰ চৰণপ্ৰান্তত উৎসুকভাবে প্ৰণতি জনোৱাত হে সখী, মই তোমাক আচল কথা কওঁ; এতিয়াৰপৰা আৰু তুমি খং কৰা উচিত নহয়। )

[ এই কবিতাফকিৰ "………প্ৰণতি জনোৱাত" আৰু "এতিয়াৰ পৰা…… উচিত নহয়" এই দুয়ো অংশ একেটা বাক্যৰে অংশ ; তাৰ মাজতে "হে সখী……" এই বাক্যাংশৰ প্ৰৱেশ ঘটাত গৰ্ভিতত্ব দোষ হৈছে । ]

এতিয়া অৰ্থ দোষৰ কথা কোৱা হৈছে—

অপুষ্টত্ব, দুষ্ক্ৰমত্ব, গ্ৰাম্যত্ব, ব্যাহতত্ব, অশ্লীলত্ব, কষ্টত্ব, অনবীকৃতত্ব, নিৰ্হেতুত্ব, প্ৰকাশিত-বিৰুদ্ধত্ব, সন্দিগ্ধত্ব, পুনৰুক্তত্ব, খ্যাতিবিৰুদ্ধত্ব, বিদ্যাবিৰুদ্ধত্ব, সাকাংক্ষত্ব, সহচৰভিন্নত্ব, অস্থানযুক্তত্ব, অবিশেষ-পৰিবৃত্তত্ব ( অবিশেষত বিশেষ উক্তি ), অনিয়ম-পৰিবৃত্তত্ব ( অনিয়মত নিয়ম ). বিশেষ-পৰিবৃত্তত্ব ( বিশেষত অবিশেষ ), নিয়ম পৰিবৃত্তত্ব ( নিয়মত অনিয়ম ), বিধ্যযুক্তত্ব (বিধি যুক্তিযুক্ত নোহোৱা ), অনুবাদাযুক্তত্ব ( পশ্চাদুক্তিৰ অযুক্তিকতা ) আৰু নিৰ্মুক্ত পুনৰুক্তত্ব ( পৰিত্যাগ কৰা বিষয়ৰ পুনৰ উক্তি ) এই তেইশটা অৰ্থদোষ ।

[ এই দোষবিলাকৰ লক্ষণ উদাহৰণ প্ৰসঙ্গত ব্যাখ্যা কৰা হৈছে। উল্লেখৰ সুবিধাৰ বাবে দোষৰ পাৰিভাষিক নামবোৰকে ৰখা হৈছে, অৱশ্যে প্ৰয়োজনীয় ক্ষেত্ৰত নামৰ ভাঙনি আৰু ব্যাখ্যা দি সহজবোধ্য কৰা হৈছে। ]

(১) **অপুষ্টাৰ্থত্ব :**

মুখ্য অৰ্থৰ একো উপকাৰ সাধন নকৰাকে অপুষ্টত্ব বোলা হয় । যেনে—

ৱিলোক্য ৱিততে ব্যোম্নি বিধুং মুঞ্চ ৰুষং প্ৰিয়ে ।

( বিস্তৃত আকাশত চন্দ্ৰলৈ চাই তুমি খং অভিমান এৰা। )

এই পদ্যাংশৰ মুখ্য প্ৰতিপাদ্য, মান এৰিবলৈ কোৱা, পিছে আকাশৰ বিশেষণৰূপে থকা ৱিস্তৃত ( বিতত ) শব্দই মুখ্যাৰ্থ সাধনত একো সহায় নকৰে ।

অধিকপদত্ব দোষত পদাৰ্থৰ অন্বয় হওঁতেই অধিক পদৰ বাবে বাধা জন্মে, অপুষ্টাৰ্থত্বত হ'লে অৰ্থবোধৰ পিছত কোনো পদৰ অনুপকাৰ্য্যতা দেখা যায় ; এয়ে উক্ত দুই প্ৰকাৰ দোষৰ প্ৰভেদ।

(২) দুষ্ক্ৰমতা :

যেনে—

দেহি মে বাজিনং ৰাজন্ গজেন্দ্ৰং ৱা মদালসম্।

( মহাৰাজ ! মোক এটা ঘোঁৰা দিয়ক, নহলে এটা মদমত্ত হাতীকে দিয়ক। )

হাতীটোহে প্ৰথমে খোজা উচিত আছিল, তাকে নকৰা বাবে ইয়াত দুষ্ক্ৰমত্ব দোষ হৈছে।

(৩) গ্ৰাম্যত্ব :

যেনে—

স্বপিহি ত্বং সমীপে মে স্বপিম্যেৱাধুনা প্ৰিয়।

( প্ৰিয়তম ! তুমি মোৰ ওচৰত শোৱা, মই এতিয়াই শুম। )

এই বাক্যৰ অৰ্থ গ্ৰাম্যতা দোষদুষ্ট।

(৪) ব্যাহতত্ব :

কোনো বিষয়ৰ প্ৰথমে উৎকৰ্ষতা বা অপকৰ্ষতা বৰ্ণনা কৰি পিছত যদি তাৰ বিপৰীত অৰ্থ প্ৰতিপাদন কৰা হয়, তাকে ব্যাহতত্ব বোলা হয়।

যেনে—

হৰন্তি হৃদয়ং যূনাং ন নৱেন্দুকলাদয়ঃ।
ৱীক্ষ্যতে যৈৰিয়ং তন্বী লোক-লোচন-চন্দ্ৰিকা॥

( নবোদিত চন্দ্ৰৰ জ্যোৎস্না আদিয়ে যুবকৰ হৃদয় হৰণ নকৰে ; যিবিলাকে সকলো মানুহৰে নয়নৰ জ্যোৎস্নাৰূপা এই সুন্দৰীক দেখিছে। )

এই কবিতাফাকিত কোৱা হৈছে যে যিবিলাক যুৱকৰ পক্ষে চন্দ্ৰৰ জ্যোৎস্না আনন্দদায়ক নহয়, তেওঁলোকৰ নয়নানন্দৰ বাবেই আকৌ সুন্দৰীক নয়নৰ চন্দ্ৰিকাৰূপে বৰ্ণনা কৰা হৈছে।

[ প্ৰথমে চন্দ্ৰিকাৰ অপকৰ্ষত্ব বৰ্ণনা কৰি পিছত উৎকৰ্ষতা প্ৰতিপাদন কৰা হৈছে যাবে ইয়াত ব্যাহতত্ব দোষ হৈছে। ]

(৫) অশ্লীলত্ব :

হন্তুমের প্ৰবৃত্তস্য স্তব্ধস্য ৱিৱৰৈষিণঃ।
যথাশু জায়তে পাতো ন তথা পুনৰুন্নতিঃ ॥

( হত্যা কৰিবলৈ প্ৰবৃত্ত হোৱা ছিদ্ৰান্বেষী নিশ্চল হৈ থকা পুৰুষৰ যিমান সোনকালে পতন ঘটে, সিমান সোনকালে অভ্যুত্থান নহয়।

দ্বিতীয় অৰ্থ : তাড়নত প্ৰবৃত্ত, স্তব্ধ বিবৰান্বেষী পুৰুষাঙ্গৰ যিমান সোনকালে পতন হয়, সিমান সোনকালে পুনৰুত্থান নহয়। )

ইয়াত দ্বিতীয় অৰ্থ অশ্লীল।

ৱৰ্ষত্যেতদহৰ্পতিৰ্নতু ঘনো ধামস্থমচ্ছং পয়ঃ
সত্যং ৱা সৰিতুঃ সুতা সুৰসৰিৎপূৰো যথা প্লাৱিতঃ।
ব্যাসস্যোক্তিষু ৱিশ্বসত্যপি ন কঃ শ্ৰদ্ধা ন কস্য শ্ৰুতৌ
ন প্ৰত্যেতি তথাপি মুগ্ধহৰিণী ভাস্বন্মৰীচিম্বপঃ ॥

( সূৰ্য্যই নিজৰ কিৰণত থকা নিৰ্ম্মল বাৰি বৰ্ষণ কৰে, মেঘে বৰষুণ নিদিয়ে। সঁচাকৈয়ে যমুনা সূৰ্য্যৰ কন্যা, যি যমুনাই গঙ্গাৰ তীৰত প্লাৱনৰ সৃষ্টি কৰে। ব্যাসৰ উক্তিত কোনে বিশ্বাস নকৰে আৰু কাৰনো শ্ৰুতিৰ প্ৰতি শ্ৰদ্ধা নাই। তথাপি মুগ্ধ হৰিণীয়ে উজ্জ্বল সূৰ্য্যৰশ্মিত পানী থাকে বুলি বিশ্বাস নকৰে। )

সূৰ্য্যৰপৰা বৃষ্টি আৰু যমুনাৰ উদ্ভৱ হোৱাৰ কাৰণে বৰষুণ আৰু যমুনাৰ পানীও সূৰ্য্যৰপৰাই হয় বুলি এই কবিতাফাকিত প্ৰতিপন্ন কৰা হৈছে। গতিকে সূৰ্য্য-ৰশ্মিত জল প্ৰতীতি হোৱা উচিত। তথাপি ভ্ৰান্ত মৃগীয়ে সূৰ্য্য ৰশ্মিক পানী বুলি নাভাবে। এই অপ্ৰস্তুত অৰ্থই দুৰ্বোধ্য, এনে স্থলত প্ৰস্তুত অৰ্থৰ কথা কি ক'ব লাগিছে। গতিকে ইয়াত অৰ্থবোধত কষ্ট হৈছে।

[ সূৰ্য্যৰপৰা বৃষ্টি হয় বুলি শ্ৰুতি আছে। "আদিত্যাৎ জায়তে বৃষ্টিঃ।" পৌৰাণিক আখ্যান মতে যমুনা সূৰ্য্যৰ তনয়া। গতিকে বৰষুণৰ পানী আৰু

যমুনাৰ পানী সূৰ্যৰপৰাই হ'ব লাগিব অৰ্থাৎ সূৰ্য্য ৰশ্মিত পানী আছে। শ্ৰুতি আৰু বেদব্যাসক বিশ্বাস কৰা সকলো লোকে এই কথা বিশ্বাস কৰিব। কিন্তু সূৰ্য্যৰ ৰশ্মিত জলভ্ৰম হয় বুলি মৃগীয়ে, এই কথা বিশ্বাস নকৰে। এয়ে অপ্ৰস্তুত অৰ্থ।

এই কবিতা ফাকিৰ প্ৰস্তুত অৰ্থ এটাও আছে—অৰ্থাৎ এটা বিশিষ্ট উদ্দেশ্যে কবিতাফাকি উক্ত। সেই অৰ্থ হৈছে—নায়কে দান কৰা ধনৰত্নেৰেই উপনায়িকা সমৃদ্ধিশালিনী হৈছে; কিন্তু মুগ্ধা হৰিণীৰ তুল্য মুগ্ধা মৃগী নায়িকাই সেই কথা দেখি শুনিও বিশ্বাস কৰা নাই।—এয়ে হ'ল প্ৰস্তুত অৰ্থ। অপ্ৰস্তুত অৰ্থ বুজাই টান, প্ৰস্তুত অৰ্থ বুজা যে দুঃসাধ্য সেই বিষয়ে আৰু কি ক'ব লাগিছে। এনে ক্ষেত্ৰত অপ্ৰস্তুত অৰ্থৰ আশ্ৰয় লৈ প্ৰস্তুত অৰ্থৰ সূচনা কৰা হয়; গতিকে অপ্ৰস্তুত অৰ্থ সহজবোধ্য হব লাগে। কিন্তু ইয়াত সিয়ে দুৰ্বোধ্য হৈছে।]

**অনৱীকৃতত্ব:**

সদা চৰন্তি খে ভানুঃ সদা ৱহতি মাৰুতঃ।
সদা ধত্তে ভুৱং শেষঃ সদা ধীৰোঽৱিকত্থনঃ ॥

(আকাশত সূৰ্য্যই সদায় বিচৰণ কৰে, সদায় বতাহ বলে, সদায় অনন্তই পৃথিৱী ধাৰণ কৰে, সাধু সকল সদায় আত্মশ্লাঘাপৰাংমুখ।)

এই উদাহৰণত সদা শব্দৰ বাৰে বাৰে প্ৰয়োগত অনৱীকৃতত্ব দোষ হৈছে।

সদা শব্দৰ সলনি সদা শব্দৰ পৰ্য্যায়বাচী অন্য শব্দ ব্যৱহাৰ কৰিলেও যদি বিশেষ চমৎকাৰিতা প্ৰকাশ নহয়, তেনেহ'লে তেতিয়াও এই দোষ থাকিব; গতিকে এই দোষ কথিত পদত্ব দোষতকৈ বেলেগ।

[একেটা শব্দৰ বাৰে বাৰে প্ৰয়োগত কথিত পদত্ব দোষ হয়, কিন্তু তেনে অৰ্থ বুজোৱা অন্য শব্দৰ প্ৰয়োগত সেই দোষ নাথাকে। অনৱীকৃতত্ব দোষত হ'লে শব্দটো সলাই সেই অৰ্থবাচক অন্য এটা শব্দ দিলেও বিশেষ উৎকৰ্ষ সাধন নহয় আৰু দোষ থাকিয়ে যায়। যেনে—উক্ত উদাহৰণৰ 'সদা' শব্দৰ ঠাইত সৰ্ব্বদা ব্যৱহাৰ কৰিলেও বিশেষ চমৎকাৰিত্ব সৃষ্টি নহয় বাবে দোষ দোষ হৈয়ে থাকে। এয়ে অনৱীকৃতত্বৰ কথিতপদত্ব দোষৰ সৈতে পাৰ্থক্য।]

**নৱীকৃতত্বৰ উদাহৰণ ঃ**

যেনে—

ভানুঃ সকৃদ্যুক্তুস্তুৰঙ্গ এৱ ৰাত্রিন্দিৱং গন্ধৱহঃ প্ৰয়াতি।
ৱিভৰ্ত্তি শেষঃ সততং ধৰিত্রীং ষষ্ঠাংশবৃত্তেৰপি ধৰ্ম্ম এষঃ॥

( সূৰ্য্যই এবাৰহে ৰথত ঘোঁৰা লগাইছে, দিনে-ৰাতিয়ে বতাহ বলে, অনন্তয়ো সততে ধৰিত্রীক ধাৰণ কৰে আৰু উৎপন্নৰ ষষ্ঠ ভাগ গ্ৰহণ কৰোতাৰো ( ৰজাৰ ) এয়ে [ সদায় প্ৰজা পালন কৰা ] ধৰ্ম্ম। )

**নিৰ্হেতুত্ব ঃ** ( কাৰণ নোহোৱাকৈ কাৰ্য্যৰ বৰ্ণনা )

গৃহীতং যেনাসীঃ পৰিভৱভয়ান্নোচিতমপি
প্ৰভাৱাদ্ যস্যাভূন্নখলু তৱ কশ্চিন্ন ৱিষয়ঃ।
পৰিত্যক্তং তেন ত্বমপি সুতশোকান্ন তু ভয়া-
দ্বিমোক্ষ্যে শস্ত্র ত্বামহমপি যতে স্বস্তি ভৱতে॥

( শস্ত্র! যিজনে অপমানৰ ভয়ত উচিত নোহোৱা সত্বেও তোমাক গ্ৰহণ কৰিছিল, যাৰ প্ৰভাৱত তোমাৰ অগোচৰ একো নাছিল; সেই তোমাকো পুত্র-শোকত যিজনে ত্যাগ কৰিছিল—ভয়ত নহয়, ময়ো তোমাক পৰিত্যাগ কৰিছোঁ—বিদায়ী তোমাৰ মঙ্গল হওক। )

এই কবিতাফাকিত প্ৰথম অস্ত্ৰত্যাগৰ কাৰণৰূপে পুত্র-শোকৰ উল্লেখ আছে, কিন্তু দ্বিতীয় অস্ত্ৰ ত্যাগৰ কাৰণ একো কোৱা নাই; গতিকে নিৰ্হেতুত্ব দোষ হৈছে।

[ দ্ৰোণাচাৰ্য্যই পুত্ৰশোকত সমৰ ক্ষেত্ৰত অস্ত্ৰ ত্যাগ কৰিছিল, অশ্বত্থামাই অস্ত্ৰ পৰিত্যাগ কৰাৰ কাৰণ একো নাই। ]

**প্ৰকাশিত-বিৰুদ্ধত্ব ঃ** ( বিৰুদ্ধ অৰ্থ প্ৰকাশ হোৱা )

কুমাৰস্তে নৰাধীশ শ্ৰিয়ং সমধিগচ্ছতু।

( মহাৰাজ! আপোনাৰ কুমাৰে ৰাজ্য-শ্ৰী লাভ কৰক। )

এই কথাফাকিত "তোমাৰ মৰণ হওক" এনে বিৰুদ্ধ অৰ্থ প্ৰকাশ হোৱাত প্ৰকাশিত-বিৰুদ্ধত্ব দোষ হৈছে।

**সন্দিগ্ধত্ব :**

অচলা অবলা ৱা স্যুঃ সেৱ্যা ব্ৰূত মনীষিণঃ।

(মনীষীসকলে অচল (পৰ্ব্বত) আৰু অবলাৰ (ৰমণী) ভিতৰত কিহৰ সেৱা কৰিব, কোৱা।)

এই কথাফাকিৰ কোনো প্ৰসঙ্গ নাই, গতিকে কওঁতাজন শান্তৰস প্ৰয়াসী নে শৃঙ্গাৰী নিশ্চিত নোহোৱা বাবে সন্দিগ্ধত্ব দোষ হৈছে।

[শান্তৰস প্ৰয়াসীয়ে অচল সেৱা কৰাৰ অৰ্থাৎ পৰ্ব্বতত তপস্যা কৰাৰ বিষয়ে আৰু শৃঙ্গাৰীয়ে ৰমণী উপভোগৰ বিষয়ে কোৱা স্বাভাৱিক।]

**পুনৰুক্ততা :**

সহসা ৱিদধীত ন ক্ৰিয়ামৱিৱেকঃ পৰমাপদাং পদম্।
বৃণতে হি ৱিমৃশ্যকাৰিণং গুণলুব্ধাঃ স্বয়মেৱ সম্পদঃ॥

(হঠাতে কোনো কাম কৰা উচিত নহয়, অবিবেচনা সকলো আপদৰ মূল; গুণলুব্ধ সম্পদে নিজেই ভাবি-গুণি কাম কৰাসকলক বৰণ কৰে।)

এই কবিতাফাকিৰ দ্বিতীয় পাদৰ অৰ্থকে দ্বিতীয়াৰ্দ্ধৰদ্বাৰা অন্য প্ৰকাৰে কোৱা হৈছে, গতিকে ইয়াত পুনৰুক্ততা দোষ হৈছে।

**প্ৰসিদ্ধি-বিৰুদ্ধতা :**

ততশ্চচাৰ সমৰে সিতশূলধৰো হৰিঃ।

(তেতিয়া বগা শূল ধাৰণ কৰি হৰিয়ে সমৰ ক্ষেত্ৰত বিচৰণ কৰিলে।)

হৰিয়ে শূল ধাৰণ কৰা কথা সংসাৰত অপ্ৰসিদ্ধ।

নাইবা—

পাদাঘাতাদশোকস্তে সঞ্জাতাঙ্কুৰকণ্টকঃ।

(সুন্দৰী, তোমাৰ পদাঘাতত অশোকৰ অঙ্কুৰোদগম হৈছে।)

ৰমণীৰ পদাঘাতাত অশোক বৃক্ষত ফুল ফুলে বুলিহে প্ৰসিদ্ধি আছে, অঙ্কুৰোদ্‌গম নহয় ; গতিকে ইয়াত কবি-সময়-প্ৰসিদ্ধিৰ বিৰুদ্ধতা হৈছে।

[ কবি সময়=কবিৰ আচৰণ, সিদ্ধান্ত ; poetic convention ]

অধৰে কৰজক্ষতং মৃগাক্ষ্যাঃ।

( মৃগাক্ষীৰ অধৰত নখক্ষত। )

কামশাস্ত্ৰমতে অধৰত দন্তক্ষত, পয়োধৰ আদিত নখক্ষত হয় ; কামশাস্ত্ৰৰ বিৰুদ্ধ হোৱা বাবে বিদ্যাবিৰুদ্ধতা হৈছে।

এইদৰে অন্য শাস্ত্ৰৰ বিৰুদ্ধ হোৱাতো প্ৰসিদ্ধবিৰুদ্ধত্ব দোষ হ'ব।

**সাকাঙ্ক্ষত্ব ঃ**

ঐশস্য ধনুষোভঙ্গং ক্ষত্ৰস্য চ সমুন্নতিম্।
স্ত্ৰীৰত্নঞ্চ কথং নাম মৃষ্যতে ভাৰ্গৱোঽধুনা॥

( হৰধনু ভঙ্গ, ক্ষত্ৰিয়ৰ উন্নতি আৰু স্ত্ৰীৰত্ন ( লাভ ) পৰশুৰামে এতিয়া কেনেকৈ সহি থাকিব পাৰে ? )

এই উদাহৰণত 'স্ত্ৰীৰত্নক উপেক্ষা কৰা' অৰ্থাৎ ৰামৰ স্ত্ৰীৰত্ন লাভ সহ্য কৰে কেনেকৈ—এই কথাফাকি সাকাঙ্ক্ষ হৈছে।

[ পৰশুৰামে শিৱৰ ধনুভঙ্গ সহ্য কৰিব নোৱাৰা আৰু ক্ষত্ৰিয়ৰ উন্নতি সহ্য কৰিব নোৱাৰাৰ একোটা কাৰণ আছে ; শিৱ পৰশুৰামৰ গুৰু আৰু ক্ষত্ৰিয় তেওঁৰ শত্ৰু। কিন্তু পৰশুৰামৰ পক্ষে ৰামে স্ত্ৰীৰত্নস্বৰূপা জানকীক লাভ কৰাটো সহ্য কৰিব নোৱাৰাৰ একো কাৰণ নাই। তেওঁ জানকীৰ পাণি-প্ৰাৰ্থীতো নহয়েই আনকি স্ত্ৰীলাভৰ কামনাই নাই ; তেওঁ ব্ৰহ্মচাৰী। গতিকে ওপৰৰ কথাষাৰৰ তাৎপৰ্য্য বুজা টান, সেইবাবে সাকাংক্ষ। ]

**সহচৰভিন্নত্ব ঃ**

সজ্জনো দুৰ্গতৌ মগ্নঃ কামিনী গলিতস্তনী।
খলঃ পূজ্যঃ সমজ্যায়াং তাপায় মম চেতসঃ॥

( দুৰ্গতিত পৰা সাধু, ওলমি পৰা স্তনৰ কামিনী আৰু সভাত সন্মানিত খলুৱা মানুহ—এই তিনিও মোৰ মনত কেৱল কষ্টহে দিয়ে। )

এই উদাহৰণত থকা সাধু আৰু কামিনী দুয়োটাই শোভন, কিন্তু খলুৱা মানুহ অশোভন; গতিকে ইয়াত সাহচৰ্য্য একে বিধৰ নোহোৱাত সহচৰ-ভিন্নত্ব দোষ হৈছে।

[ দোষৰূপে পৰিগণিত হোৱাৰ তাৎপৰ্য্য এয়ে যে দুৰ্গতিত মগ্ন হোৱা, স্তন ওলমি পৰা আৰু সভাত সম্মান পোৱা আদি কাৰ্য্যই মনত কষ্ট দিয়ে বুলি কোৱা নাই; কোৱা হৈছে সেই সেই কাৰ্য্যৰ কৰ্ত্তা সকলেহে মনত কষ্ট দিয়ে। দুৰ্গতিত পৰি বিপন্ন হোৱা সাধুক দেখি নাইবা পীনোন্নতপয়োধৰা ৰমণীক লোলস্তনী হোৱা দেখিলে মনস্তাপ জন্মা স্বাভাৱিক; কিন্তু দুৰ্জ্জন সন্মানিত হোৱা দেখিলে তেনেকুৱা মনস্তাপৰ কাৰণ দেখা নাযায়। ]

**অস্থান প্ৰযুক্তত্ব ঃ**

আজ্ঞাশক্ৰশিখাপ্ৰণয়িণী শাস্ত্ৰাণি চক্ষুৰ্নৱং
ভক্তিৰ্ভূতপতৌ পিনাকিনি পদং লঙ্কেতি দিব্যা পুৰী।
উৎপত্তিদ্ৰুহিণান্বয়ে চ তদহো নেদৃগ্বৰো লভ্যতে
স্যাচ্চেদেষ ন ৰাৱণঃ ক নু পুনঃ সৰ্ব্বত্ৰ সৰ্ব্বে গুণাঃ ॥

( যাৰ আজ্ঞা মুকুটৰ মণিৰ দৰে ইন্দ্ৰৰো শিৰোধাৰ্য্য, যি শাস্ত্ৰজ্ঞানৰ নতুন দৃষ্টিৰে সকলো কথা চায়, যাৰ অচলা ভক্তি পশুপতি পিনাকপাণিৰ প্ৰতি, দিব্য পুৰী লঙ্কা যাৰ নগৰ আৰু ব্ৰহ্মাৰ বংশত যাৰ জন্ম—এনে গুণী বৰ পোৱাই টান; কিন্তু এওঁ যদি ৰাৱণ ( লোক উদ্বেজক ) নহʼলহেতেন! সকলো গুণ সকলোতে-নো কʼত আছে? )

এই কবিতাফাকি "যদি ৰাৱণ নহলহেতেন" এই খিনিতে শেষ হʼব লাগিছিল; [ কিন্তু তাতে শেষ নকৰি পিছত দিয়া কথাফাকি অস্থানত দিয়া হৈছে। ]

[ অস্থানপ্ৰযুক্তত্ব দোষ দুই প্ৰকাৰে হয়; সমাপ্ত হʼব লগাৰ পিছতো শব্দ যোজনা আৰু সমাপ্ত নোহওঁতেই সমাপ্ত হোৱা। ওপৰৰ কবিতাফাকি প্ৰথম প্ৰকাৰ দোষৰ উদাহৰণ। ]

**অবিশেষে বিশেষত্ব ঃ**

হীৰকানাং নিধেৰস্য সিন্ধোঃ কিং ৱৰ্ণয়ামহে।

( হীৰাৰ নিধান ( আকৰ ) সমুদ্ৰৰ কি বৰ্ণনা কৰিম? )

হীৰাৰ আকৰ বুলি নকৈ ৰত্নৰ আকৰ বুলি কোৱাহে উচিত আছিল।

[ সমুদ্ৰত সকলো প্ৰকাৰ ৰত্ন আছে, গতিকে ৰত্নবিশেষ হীৰাৰ আকৰ বুলি ক'লে সাধাৰণভাৱে ক'ব লগা ঠাইত বিশেষভাৱে কোৱা দোষ হয়। সেইবাবে ৰত্নৰ আকৰ বোলাহে ভাল। ]

**অনিয়মত নিয়ম ঃ**

আবর্ত্ত এব নাভিস্তে নেত্রে নীলসৰোৰুহে।
ভঙ্গাশ্চ বলয়স্তেন ত্বং লাৱণ্যাম্বুৱাপিকা ॥

( সুন্দৰী তোমাৰ নাভি ( নাই ) কেৱল আবৰ্ত্ত ( পকনীয়া ), চকুযুৰি নীলোৎপল, আৰু ত্ৰিবলী তৰঙ্গ—এইবিলাকেৰে তুমি লাৱণ্যৰ জলাশয়। )

ইয়াত 'আবৰ্ত্ত এব' কেৱল আবৰ্ত্ত বা পকনীয়া বুলি সীমিত কৰা উচিত হোৱা নাই।

[ নাভিৰ তুলনা অন্য বহুতৰ সৈতে হব পাৰে, এনে স্থলত সেই সাদৃশ্য কেৱল আবৰ্ত্তত সীমাবদ্ধ কৰা অনুচিত। ]

**বিশেষত অবিশেষ ঃ**

যান্তি নীলনিচোলিন্যঃ ৰজনীষ্বভিসাৰিকাঃ।

( ৰাতি নীলবসনা অভিসাৰিকাসমূহ যায়। )

ইয়াত এন্ধাৰ ৰাতিৰ কথা কোৱাহে উচিত। [ সেয়ে নোহোৱাত বিশেষভাৱে ক'ব লগা ঠাইত সাধাৰণভাৱে কোৱা দোষ হৈছে। ]

**নিয়মত অনিয়ম ঃ**

আপাতসুৰসে ভোগে নিমগ্নাঃ কিং ন কুৰ্ব্বতে ॥

( আপাত মধুৰ [ আৰম্ভতে ভাল লগা ] ভোগ-বিলাসত নিমগ্ন মানুহে কি কৰিব নোৱাৰে ? )

ইয়াত 'আপাত এব' কেৱল আৰম্ভণিতে মধুৰ এনেকৈ ক'ব লাগিছিল ; পিছে কোৱা নহ'ল।

"ব্যতিক্রমলৰম্" এই উদাহৰণত 'অপি' (ও) নাই আৰু ইয়াত 'এৱ' (কেৱল) নাই। তেনেহ'লে দেখোন নিয়মত-অনিয়ম নামৰ এই দোষ, বাচ্য-অনভিধান (ক'বলগীয়াটো নোকোৱা) দোষৰ সৈতে একে হৈ পৰে ?

এই দুই প্ৰকাৰ দোষৰ মাজত পাৰ্থক্য কি ? এই বিষয়ে কোনোৱে কয়, নিয়মবাচক শব্দ নথকাটোৱেই 'নিয়মত অনিয়ম' দোষ আৰু ক'ব লগীয়া শব্দ নথকাটো 'বাচ্য অনভিধান' দোষ—এয়ে দুয়োটাৰ ভিতৰত পাৰ্থক্য। [ অৰ্থাৎ নিয়মত অনিয়ম দোষ বিশেষ ধৰণৰ আৰু বাচ্য অনভিধান সাধাৰণ ৰূপৰ। যি কোনো বাচ্য শব্দৰ অভাৱত বাচ্য অনভিধান দোষ হয়; কিন্তু নিয়ম-দ্যোতক পদৰ অভাৱত নিয়মত অনিয়ম দোষ হয়। এইদৰে বহুতে কয়। ]

এইটো কিছু পৰিমাণে সঁচা, কিন্তু যদি দুয়োটা দোষৰ পাৰ্থক্যৰ মূল একে হয়; তেনে হ'লে দোষক শব্দগত আৰু অৰ্থগত ৰূপে ভাগ কৰাৰ কোনো যুক্তি নাথাকে।

[ বাচ্য অনভিধানক শব্দ দোষ আৰু নিয়মত অনিয়ম দোষক অৰ্থ দোষ বোলাৰ কাৰণ একো নাথাকিব। ]

তেনেহ'লে এই ক্ষেত্ৰত উপায় কি ? পাৰ্থক্য হ'ল এয়ে যে "ব্যাত্তক্ৰমলৰম্" ইয়াত শব্দৰ উচ্চাৰণৰ লগে লগে দোষৰ স্বৰূপ উপলব্ধি হয়, কিন্তু "আপাত স্মুৰসে…" ইয়াত হ'লে অৰ্থবোধৰ পিছতহে দোষৰ স্বৰূপ বুজা যায়।

[ এইদৰে দুয়ো প্ৰকাৰ দোষৰ প্ৰভেদ কৰিলে প্ৰথম বিধ দোষৰ উপলব্ধি শব্দোচ্চাৰণৰ লগে লগে হোৱা বাবে সি শব্দ দোষ আৰু দ্বিতীয় বিধ দোষৰ উপলব্ধি অৰ্থবোধৰ পিছত হোৱা বাবে সি অৰ্থদোষ; এই ব্যৱস্থা অব্যাহত হৈ থাকে। ]

শব্দ দোষ আৰু অৰ্থ দোষৰ এনে বিভাগ প্ৰাচীন আলঙ্কাৰিক-সকলৰ মতৰ বিৰুদ্ধ বুলিও শঙ্কা কৰিব নালাগে।

শব্দৰ পৰিবৰ্ত্তন হ'লে যি দোষ নাথাকে, সেয়ে শব্দদোষ আৰু শব্দৰ পৰিবৰ্ত্তনতো যি দোষ থাকে, সেয়ে অৰ্থদোষ। তেওঁলোকে স্বীকাৰ কৰা শব্দাৰ্থদোষৰ এনে বিভাগৰো তাৎপৰ্য্যাৰ্থ এয়ে যে—শব্দৰ পৰিবৰ্ত্তন সহিব নোৱাৰা দোষ শব্দদোষ, আকৌ পদ আৰু অৰ্থৰ অন্বয় বোধৰ আগতে যি দোষৰ বিষয়ে বুজা যায়, সেই দোষো শব্দদোষ। অৰ্থপ্ৰতীতিৰ পিছত উপলক্ষ দোষে অৰ্থত আশ্ৰয় লৈ থাকে, অৰ্থাৎ সি অৰ্থ দোষ।

এইদৰেই 'অনিয়মত নিয়ম' আদি দোষৰো অধিক-পদত্ব আদি দোষৰ সৈতে পাৰ্থক্য বুজিব লাগিব।

[ শব্দোচ্চাৰণৰ লগে লগে অধিকপদত্ব দোষ, অৰ্থ প্ৰতীতিৰ পিছত 'অনিয়মত নিয়ম' দোষ হয়। ]

**অমত পৰাৰ্থত্বৰ উদাহৰণ :**

"ৰাম-মন্মথশৰেণ তাড়িতা" আদিত উক্ত দোষ যদিও অৰ্থগত, তথাপি সমগ্ৰ বাক্যকে সেই দোষে অপৰিহাৰ্য্যভাৱে ব্যাপি আছে; এই দৃষ্টি-ভঙ্গীৰে তাক বাক্যদোষ বোলা হৈছে। কিন্তু অশ্লীলত্ব আদি দোষৰ অপৰিহাৰ্য্য-ভাৱে সমগ্ৰ বাক্যতে ব্যাপকত্ব নাই, সেই বাবে অশ্লীলত্ব বাক্য দোষ নহয়।

**বিধিৰ অযুক্ততা : ( বিধ্যযুক্তত্ব )**

আনন্দিতস্বপক্ষোঽসৌ পৰপক্ষান্ হনিষ্যতি।

( নিজৰ পক্ষৰ আনন্দদায়ক তেওঁ শত্ৰুপক্ষক সংহাৰ কৰিব। )

"শত্ৰু পক্ষক সংহাৰ কৰি তেওঁ নিজৰ পক্ষক আনন্দ দিব"—কথা ফাকিৰ গঠন এনেহে হ'ব লাগিছিল।

**অনুবাদ অযুক্তত্ব :**

চণ্ডীশচূড়াভৰণ চন্দ্ৰ লোকতমোঽপহ।
বিৰহিপ্ৰাণহৰণ কদৰ্থয় ন মাং বৃথা॥

( হে চণ্ডীশচূড়াভৰণ, সংসাৰৰ অন্ধকাৰ নাশক, বিৰহীৰ প্ৰাণহাৰক চন্দ্ৰ, মোক মিছাতে ক্লেশ নিদিবা। )

[ চন্দ্ৰ! তুমি শিৱৰ মূৰৰ চূড়াৰ অলঙ্কাৰ, তুমি সংসাৰৰ অন্ধকাৰো দূৰ কৰা অথচ তুমি বিৰহীৰ প্ৰাণো সংহাৰ কৰা; মোক কিয় মিছাতে যাতনা দিছা ]

উদাহৃত কবিতাফাকিৰ বক্তা কোনো এক বিৰহী, বিৰহীৰ পক্ষে কবিতাফাকিৰ তৃতীয় পাদৰ কথাষাৰ অৰ্থাৎ 'বিৰহীৰ প্ৰাণহাৰক' এই বিশেষণ চন্দ্ৰৰ বিশেষণ ৰূপে প্ৰযুক্ত হোৱা উচিত হোৱা নাই।

[ চন্দ্ৰক উদ্দেশ্য কৰি কোৱা সকলোখিনি কথাই অনুবাদ অৰ্থাৎ চন্দ্ৰৰ উল্লেখৰ পিছত উক্ত। বক্তাৰ স্বৰূপ পৰ্য্যালোচনা কৰিলে 'বিৰহীৰ প্ৰাণহাৰক' অনুবাদ অযুক্ত হৈ পৰে; গতিকে ইয়াত 'অনুবাদাযুক্তত্ব' দোষ হৈছে। ]

**নিৰ্মুক্ত পুনৰুক্ততা ঃ**

লগ্নং ৰাগবৃতাঙ্গ্যা সুদৃঢ়মিহ যয়ৈৱাসিযষ্ট্যাৰিকণ্ঠে
মাতঙ্গানামপীহোপৰি পৰপুৰুষৈৰ্যাচ দৃষ্টা পতন্তী।
তৎসক্তোঽয়ং ন কিঞ্চিদ্‌গণয়তি ৱিদিতং তেঽস্তু তেনাস্মি দত্তা
ভৃত্যেভ্যঃ শ্ৰীনিয়োগাদ্ গদিতুমিতি গতেৱাম্বুধিং যস্য কীৰ্ত্তিঃ ॥

( "শোণিতলিপ্ত যি তৰোৱালে শত্ৰুৰ কণ্ঠত দৃঢ়ভাৱে আঘাত কৰে, যি তৰোৱাল হাতীৰ ওপৰত পৰাও শত্ৰুপক্ষই দেখিছে—সেই তৰোৱালৰ প্ৰেমত আসক্ত হৈ ৰজাই মোক গণিতাই নকৰে, আনকি মোক তেওঁ ভৃত্যৰ হাতত সমৰ্পণ কৰিছে; এই কথা আপুনি জনা উচিত" ইয়াকে সমুদ্ৰৰ আগত ক'বলৈকে যেন লক্ষ্মীৰ নিৰ্দ্দেশমতে কীৰ্ত্তি সমুদ্ৰৰ ওচৰলৈ গৈছে :

এই কবিতাফাকিৰ প্ৰথমাৰ্দ্ধৰ দ্বিতীয় অৰ্থ এটাও আছে : অনুৰাগেৰে শত্ৰুৰ কণ্ঠত নিবিড় আলিঙ্গনাবদ্ধ যি ৰমণী চণ্ডাল আদিৰ সৈতে বিপৰীত বিহাৰৰতা হোৱা অন্য পুৰুষে দেখিছে, সেই ৰমণীৰ প্ৰেমত আসক্ত হৈ ৰজাই···· )

[ ৰজাৰ যশস্যা আসমুদ্ৰ বিস্তৃত হোৱাত ৰাজ্য-লক্ষ্মীৰ ভাৰ ৰাজ-বিষয়াৰ হাতত সমৰ্পণ কৰি ৰজা কৰ্ত্তব্যবিমুখ হৈছে।··· সমুদ্ৰ লক্ষ্মীৰ জনক, গতিকে কন্যাই নিজৰ মনোবেদনা আৰু স্বামীৰ অৱহেলা পিতৃৰ আগত জনাইছে। ]

এই কবিতাফাকিত 'ৱিদিতং তে অস্তু' (আপুনি জনা উচিত) ইয়াতে সমাপ্ত হোৱা কথাফাকি আকৌ "আনকি মোক তেওঁ" এইদৰে তুনাই আৰম্ভ কৰা হৈছে।

এতিয়া ৰসবিষয়ক দোষৰ কথা কোৱা হৈছে—

ৰসৰ স্বশব্দ বাচ্যত্ব (ৰস শব্দেৰে ৰসৰ ৱিষয়ে কোৱা),
স্থায়ী ভাৱৰ স্বশব্দ বাচ্যত্ব,
সঞ্চাৰী ভাৱৰ স্বশব্দ বাচ্যত্ব,
প্ৰকৃত ৰসৰ বিৰুদ্ধ বিভাৱ আদিৰ সমাৱেশ,
অনুভাৱৰ কষ্ট কল্পনা,
বিভাৱৰ কষ্ট-কল্পনা,
অকাণ্ডত ৰসৰ বিস্তাৰ (অনবসৰত ৰসৰ বিস্তাৰ),
অকাণ্ডত ৰসৰ উচ্ছেদ (অনৱসৰত ৰসচ্ছেদ),
পুনঃ পুনঃ ৰসদীপ্তি (বাৰে বাৰে ৰসৰ বৰ্ণনা),
অঙ্গী ৰসৰ অননুসন্ধান (প্ৰধান ৰসৰ বৰ্ণনা নোহোৱা)
অনঙ্গৰ কীৰ্ত্তন (প্ৰকৃত ৰসৰ উপকাৰী নোহোৱা
অঙ্গৰ বিশদ বৰ্ণনা),
অঙ্গৰ অতি বিস্তৃতি, (অঙ্গ ৰস-ভাৱ আদিৰ
অতি বিস্তাৰ),
প্ৰকৃতি বিপৰ্য্যয় আৰু অনৌচিত্য।
এই চৈধ্যটা ৰসবিষয়ক দোষ। ৬

**ৰসৰ স্বশব্দ বাচ্যত্ব ঃ**

ৰসৰ স্বশব্দৰ অৰ্থ, ৰস শব্দ আৰু শৃঙ্গাৰ আদি শব্দ দুয়োটাই। ক্ৰমে উদাহৰণ দিয়া হৈছে—

তামুদ্বীক্ষ্য কুৰঙ্গাক্ষীং ৰসো নঃ কোঽপ্যজায়ত।

(সেই কুৰঙ্গনয়নাক দেখি আমাৰ মনত এক অপূৰ্ব্ব ৰস জন্মিল)

[ ইয়াত অনুৰাগক ৰস শব্দেৰে উল্লেখ কৰা হৈছে। ]

চন্দ্ৰমণ্ডলমালোক্য শৃঙ্গাৰে মগ্নমন্তৰম্।

( চন্দ্ৰমণ্ডল দেখি অন্তৰ শৃঙ্গাৰত মগ্ন হ'ল। )

**স্থায়ী ভাৱৰ স্বশব্দ বাচ্যত্ব ঃ**

যেনে—

অজায়ত ৰতিস্তস্যাস্ত্বয়ি লোচনগোচৰে।

( তুমি দৃষ্টিগোচৰ হোৱাত তেওঁৰ ৰতি জন্মিল। )

ৰতি, শৃঙ্গাৰ ৰসৰ স্থায়ী ভাৱ, স্থায়ী ভাৱৰ উন্মেষৰ বৰ্ণনা সেই শব্দেৰেই কৰা হৈছে। ]

**ব্যভিচাৰী ভাৱৰ স্বশব্দ বাচ্যত্ব ঃ**

যেনে—

জাতা লজ্জাৱতী মুগ্ধা প্ৰিয়স্য পৰিচুম্বনে।

( প্ৰিয়তমৰ চুমাৰ পৰশত কিশোৰী লাজত মুৰচি পৰিল। )

[ লাজ শৃঙ্গাৰ ৰসৰ ব্যভিচাৰীভাৱ, সেই ব্যভিচাৰী ভাৱৰ অনুপ্ৰৱেশ স্ব শব্দেৰে নহৈ কাৰ্য্যৰ বৰ্ণনাৰে হব লাগে। ]

এই কথাফাকিৰ প্ৰথমাংশৰ "জাতা লজ্জাৱতী মুগ্ধা"ৰ ঠাইত আসীন্-মুকুলীতাক্ষী সা" পাঠ কৰিলে উক্ত দোষ নাথাকে, কিয়নো তেতিয়া লজ্জাৰ অনুভাৱ চকুমুদ খাই যোৱা কাৰ্য্যৰ বৰ্ণনাৰেহে লজ্জাৰ আভাস দিয়া হব।

**প্ৰকৃত ৰসৰ বিৰুদ্ধ বিভাৱ আদিৰ সমাৱেশ ঃ**

মানং মা কুৰু তন্বঙ্গি জ্ঞাত্বা যৌৱনমস্থিৰম্।

( সুন্দৰী, যৌৱন ক্ষণস্থায়ী বুলি জানি প্ৰণয়-কোপ নকৰিবা। )

এই কবিতাফাকি শৃঙ্গাৰ ৰসাত্মক, গতিকে ইয়াত যৌৱনৰ ক্ষণস্থায়িত্বৰ আৱেদনেৰে প্ৰণয়-কোপ পৰিত্যাগ কৰিবলৈ কোৱাটো শৃঙ্গাৰৰসৰ পৰিপন্থী হৈছে। কিয়নো যৌৱনৰ অস্থিৰত্ব বৰ্ণনা শান্তৰসৰহে অঙ্গ আৰু ই শান্তৰসৰ বিভাৱ, গতিকে শৃঙ্গাৰ ৰসত প্ৰয়োগ যুক্তিযুক্ত হোৱা নাই।

**অনুভাৱৰ কষ্ট কল্পনা :**

ধৱলয়তি শিশিৰৰোচিষি ভুৱনতলং লোকলোচনানন্দে।
ঈষৎ ক্ষিপ্তকটাক্ষা স্মেৰমুখী সা নিৰীক্ষ্যতাং তন্বী॥

[ লোকলোচনৰ তৃপ্তিদায়ক শীতলৰশ্মিৰ চন্দ্ৰই ধৰণীতল যেতিয়া উদ্ভাসিত কৰি তোলে, তেতিয়া অলপ কটাক্ষ দৃষ্টিৰে চোৱা হাঁহিমুখৰ সেই সুন্দৰীলৈ তুমি চাবা। ]

এই উদাহৰণত শৃঙ্গাৰ ৰসৰ উদ্দীপন বিভাৱ চন্দ্ৰদৰ্শন আৰু আলম্বন বিভাৱ বৰ্ণিত নায়িকা, এই দুয়োটাৰদ্বাৰা তেনে সময়ত নায়কৰ নায়িকা নিৰীক্ষণৰ ফলৰূপে নায়িকাৰ মান অপনয়নৰূপ অনুভাৱৰ প্ৰতীতি অৱশেষতহে হয় গৈ ; গতিকে কষ্ট কল্পনা হৈছে।

[ অনুভাৱৰ কষ্ট কল্পনা হোৱা বাবে ৰসাস্বাদতো বিলম্ব হয়। কিয়নো নায়কগত অনুভাৱৰ বৰ্ণনা নোহোৱাকৈ শৃঙ্গাৰ ৰসৰ অভিব্যক্তি হ'ব নোৱাৰে। ]

**বিভাৱৰ কষ্ট কল্পনা :**

পৰিহৰতি ৰতিং মতিং লুনীতে স্খলতিতৰাং পৰিবৰ্ত্ততে চ ভূয়ঃ
ইতিৱত বিষমা দশাস্য দেহং পৰিভৱতি প্ৰসভং কিমত্ৰ কুৰ্ম্মঃ॥

( এওঁ একোলৈকে স্পৃহা নকৰা হৈছে, ধৈৰ্য্য ধৰিব পৰা বুদ্ধিও হেৰুৱাইছে, কথা-বতৰাত স্খলন হৈছে, শয্যাত বাৰে বাৰে বাগৰিব লাগিছে, শৰীৰত বৰ কষ্ট হৈছে ; হায়, মোৰ সখিৰ বিষম অৱস্থা উপস্থিত হৈছে—মই কি কৰোঁ ? )

[ কবিতাফাকিত বৰ্ণিত স্পৃহা নোহোৱা অৱস্থা করুণ ৰসতো হ'ব পাৰে, অৰ্থাৎ শোকগ্ৰস্ত লোকৰো একো বিষয়লৈকে স্পৃহা নোহোৱা হয় ; তেনে স্থলত কামিনী ৰূপ বিভাৱৰ প্ৰতীতি অতি কষ্টৰ মূৰতহে হয়। [ তেওঁ যে প্ৰেমত আসক্ত হৈ সকলো পৰিহাৰ কৰিছে আৰু তেওঁৰ প্ৰেমৰ আলম্বন বিভাৱ যে কোনো ৰমণী, এই কথা বুজিবলৈ বহুত কল্পনা কৰিব লগা হয়। ]

**অকাণ্ড ছেদ :**

( অনৱসৰত ৰসৰ বিস্তাৰ ) যেনে—

বেণী সংহাৰ নাটকৰ দ্বিতীয় অঙ্কত অনেক বীৰ যুদ্ধত নিহত হোৱা বৰ্ণনা কৰা হৈছে আৰো সেই সময়তে দুৰ্য্যোধনৰ ভানুমতীৰ সৈতে

শৃঙ্গাৰ বৰ্ণনাও কৰা হৈছে। গতিকে শৃঙ্গাৰ বৰ্ণনাৰ ই অনুকূল পৰিবেশ নহয়।

**অকাণ্ড প্ৰথন ঃ**

( অনৱসৰত ৰসচ্ছেদ ); যেনে—

বীৰ চৰিত নাটকত নগৰৰ সিংহদ্বাৰৰ ওচৰত ৰাঘৱ আৰু পৰশুৰামৰ ঘোৰতৰ সংগ্ৰাম আৰম্ভৰ বৰ্ণনাৰ মাজতে "কঙ্কণ সোলোকাই থৈ আহিবৰ বাবে যাওঁ" বুলি ৰাম গুচি যোৱাৰ উল্লেখ কৰাটো ৰসভঙ্গৰ কাৰণ হৈছে।

পুনঃ পুনঃ ৰসদীপ্তি ঃ

যেনে—

কুমাৰ সম্ভৱৰ ( চতুৰ্থ সৰ্গৰ ) ৰতিবিলাপত।

[ মহাদেৱৰ নয়নবহ্নিত মদন ভস্ম হোৱাত ৰতিয়ে বাৰে বাৰে বিলাপ কৰাত করুণ ৰসৰ পুনঃ পুনঃ অভিব্যক্তি হৈছে। ]

অঙ্গীৰসৰ অননুসন্ধান, ( প্ৰধান ) চৰিত্ৰৰ বিষয়ে বিস্মৃতি আৰু তাৰফলত বৰ্ণনীয় প্ৰধান ৰসৰ পৰিপুষ্টিৰ অভাৱ।

যেনে—

ৰত্নাৱলী নাটিকাৰ চতুৰ্থ অঙ্কত বাভ্ৰব্য নামৰ কঞ্চুকীৰ আগমনত সাগৰিকাৰ বিষয়ে বিস্মৃতি।

[ ৰত্নাৱলী নাটিকাৰ নায়িকা সাগৰিকা ; সাগৰিকাক আলম্বন কৰি নায়ক বৎস ৰাজৰ ৰতি উদ্বুদ্ধ হৈছে, উদ্বুদ্ধ ৰতিৰ পৰিপূৰ্ণতা হ'লে শৃঙ্গাৰ ৰস হয়। সেয়ে হ'বলৈ হ'লে আলম্বন বিভাৱৰ সততে উপস্থাপন বা বৰ্ণনা আৱশ্যক। উক্ত নাটিকাৰ চতুৰ্থ অঙ্কত বাভ্ৰব্যৰ আগমনৰ পিছতে সাগৰিকা প্ৰসঙ্গ তল পৰাত ৰসৰ অননুসন্ধান হৈছে। ]

**অনঙ্গৰ কীৰ্ত্তন ঃ**

( প্ৰকৃত ৰসৰ উপকাৰী নোহোৱা অঙ্গৰ বিশদ বৰ্ণনা )।

যেনে—

কৰ্পূৰমঞ্জৰীত ৰজা আৰু নায়িকাই কৰা বসন্ত-বৰ্ণনা উপেক্ষা কৰি বন্দীয়ে কৰা বসন্ত বৰ্ণনাৰ সমাদৰ কৰা হৈছে।

**অঙ্গৰ অতিবিস্তৃতি ঃ**

যেনে—

কিৰাতাৰ্জ্জুনীয় কাব্যত সুৰাঙ্গনাৰ বিলাস বৰ্ণনা।

[ অনঙ্গৰ কীৰ্ত্তিন আৰু অঙ্গৰ অতি বিস্তৃতিৰ মাজত পাৰ্থক্য এয়ে যে প্ৰকৃত ৰস বা অঙ্গী ৰসৰ পৰিপোষক নোহোৱা অঙ্গৰ বৰ্ণনা হ'লে অনঙ্গ-কীৰ্ত্তন আৰু অঙ্গী ৰসৰ পৰিপোষক অঙ্গৰ অতি বিশদ ( অনাবশ্যক ভাবে দীঘলীয়া ) বৰ্ণনা হ'লে অঙ্গৰ অতি বিস্তৃতি দোষ হয়। ]

**প্ৰকৃতি বিপৰ্য্যয় ঃ**

প্ৰকৃতি অৰ্থাৎ নায়ক আদি দিব্য, অদিব্য আৰু দিব্যা-দিব্য—এই তিনি প্ৰকাৰৰ।

এই তিনি প্ৰকাৰ নায়কৰ স্বৰূপ ধীৰোদাত্ত আদি হোৱা উচিত। সেই ধীৰোদাত্ততাও ক্ৰমে উত্তম, মধ্যম, আৰু অধমৰূপে পৰ্য্যবসিত হ'ব লাগে। এইবিলাকৰ ভিতৰত যি যেনেকুৱা হ'ব লাগে, সেই নায়কৰ তেনে বৰ্ণনা নকৰিলেই প্ৰকৃতিবিপৰ্য্যয় দোষ হয়।

[ স্বৰ্গবিহাৰী দিব্য নায়ক, দেৱতা গন্ধৰ্ব্ব আদি ; অদিব্য নায়ক মৰ্ত্ত্যবিহাৰী, দুষ্মন্ত আদি ; দিব্যা-দিব্য নায়ক হ'ল স্বৰ্গবিহাৰী হৈয়ো মানৱোচিত গুণাচাৰ সম্পন্ন বা মানৱ হৈয়ো দেৱাচাৰসম্পন্ন।

এই নায়কসমূহ ধীৰোদাত্ত, ধীৰোদ্ধত, ধীৰ প্ৰশান্ত আৰু ধীৰ ললিত আদি হব পাৰে। যি শ্ৰেণীতে নপৰক দিব্য নায়কৰ উত্তমত্ব, অদিব্য নায়কৰ অধমত্ব আৰু দিব্যাদিব্য নায়কৰ মধ্যমত্ব প্ৰকাশ হ'ব লাগে। এইদৰে গুণ আৰু কাৰ্য্যৰ বৰ্ণনা হ'লে, বৰ্ণনা প্ৰকৃতিৰ সৈতে সমঞ্জস হয় ; যদি বৰ্ণনা ইয়াৰ বিপৰীত হয়, তেন্তে সি প্ৰকৃতিৰ বিপৰীত হয় আৰু তেতিয়া তাকে প্ৰকৃতি বিপৰ্য্যয় বোলা হয়। ]

উদাহৰণ ; যেনে—

ধীৰোদাত্ত নায়ক ৰামৰ ধীৰোদ্ধত নায়কৰ দৰে লুকাই থাকি বালী বধ।

নাইবা—

কুমাৰ সম্ভৱত উত্তম দেৱতা পাৰ্ব্বতী-পৰমেশ্বৰৰ সম্ভোগ শৃঙ্গাৰ বৰ্ণনা।

কোনোৱে "পাৰ্ব্বতী-পৰমেশ্বৰৰ সম্ভোগ বৰ্ণনা পিতৃ-মাতৃৰ সম্ভোগ বৰ্ণনাৰ দৰে অত্যন্ত অনুচিত" বুলি কয়।

[ পাৰ্ব্বতী-পৰমেশ্বৰক "জগতঃ পিতৰৌ" বুলি কালিদাসেও বন্দনা কৰিছে ; এনে স্থলত কুমাৰ সম্ভৱৰ অষ্টম সৰ্গত শিৱ-পাৰ্ব্বতীৰ সম্ভোগ বৰ্ণনা কৰা একান্ত অশোভনীয় হৈছে বুলি কাব্য প্ৰকাশকাৰ মম্মট ভট্টই কৈছে। ]

**অন্যান্য অনৌচিত্য :**

দেশ-কাল আদিৰ যেনে বৰ্ণনা হ'ব লাগে, সেয়ে নহৈ তাৰ বিপৰীত বৰ্ণনা হ'লে অনৌচিত্য দোষ হয়। সেয়ে হ'লে সমগ্ৰ কাব্যই অসত্য ৰূপে প্ৰতিভাসিত হ'ব আৰু তেতিয়া কাব্যৰ ( অধ্যয়ন অধ্যাপনৰদ্বাৰা লোক-চৰিত্ৰৰ বিষয়ে ) যাৰ শিক্ষা হ'ব লাগে, তেওঁলোকক কাব্যৰ প্ৰতি আকৰ্ষণ কৰা অসম্ভৱ হৈ পৰিব।

ইয়াৰ বাহিৰে স্বকীয়া অলঙ্কাৰ দোষৰ অস্তিত্ব সম্ভৱপৰ নহয়। 'ইয়াৰ বাহিৰে' কথাষাৰৰ অৰ্থ হৈছে ওপৰত কৈ অহা দোষবোৰৰ বাহিৰে।

উপমা অলঙ্কাৰত উপমাৰ সাদৃশ্যহীন আৰু অসম্ভৱ বৰ্ণনাত, উপমানৰ জাতিগত নাইবা প্ৰমাণগত ন্যূনত্ব আৰু অধিকত্বৰ বৰ্ণনাত, অৰ্থান্তৰন্যাস অলঙ্কাৰত উৎপ্ৰেক্ষিতাৰ্থৰ সমৰ্থনত অলঙ্কাৰ দোষ হয় ; কিন্তু এই সকলোবোৰ দোষ অনুচিতাৰ্থত্ব দোষৰ ভিতৰতে পৰে।

[ গতিকে স্বকীয়াকৈ এইবোৰক অলঙ্কাৰ দোষৰূপে গণনা কৰাৰ একো প্ৰয়োজন নাই। ]

ক্ৰমে উদাহৰণ দিয়া হৈছে—

গ্ৰন্থামি কাৱ্যশশিনং ৱিততাৰ্থৰশ্মিম্।

( মই এনে কাব্য চন্দ্ৰ প্ৰণয়ন কৰিছোঁ, যাৰ অৰ্থৰশ্মি বিস্তৃত হৈ পৰিছে। )

এই উপমালঙ্কাৰত উপমান-উপমেয়ৰ সাধাৰণ ধৰ্ম্ম প্ৰসিদ্ধ নহয়, গতিকে কাব্যৰ সৈতে চন্দ্ৰৰ আৰু অৰ্থৰ সৈতে ৰশ্মিৰ সাদৃশ্য নাই। এনে বৰ্ণনা অনুচিত। ]

প্ৰজ্জ্বলজ্জলধাৰাৱৎ নিপতন্তি শৰাস্তৱ।

( প্ৰজ্জ্বলিত জলধাৰাৰ দৰে তোমাৰ শৰবোৰ পৰিছে। )

[ এই উপমা অলঙ্কাৰত অসম্ভৱ দোষ হৈছে ; জলধাৰা কেতিয়াও নজ্বলে। ]

চণ্ডাল ইৱ ৰাজাসৌ সংগ্ৰামেঽধিক-সাহসঃ।

( সেই ৰজা চণ্ডালৰ দৰে যুদ্ধত অতি সাহসী। )

[ এই উপমা অলঙ্কাৰত উপমেয় ( ৰজা ) তকৈ উপমানৰ ( চণ্ডাল ) জাতিগত ন্যূনত্ব থকাত অনুচিতাৰ্থত্ব দোষ হৈছে। ]

কৰ্পূৰখণ্ড ইৱ ৰাজতি চন্দ্ৰবিম্বম্।

( চন্দ্ৰবিম্ব কৰ্পূৰ খণ্ডৰ দৰে জিলিকি আছে। )

[ ইয়াত উপমেয়তকৈ উপমান পৰিমাণত সৰু হোৱাত প্ৰমাণগত ন্যূনত্ব আৰু সেইবাবে অনুচিতাৰ্থত্ব দোষ হৈছে। ]

হৰৱন্নীলকণ্ঠোঽয়ং বিৰাজতি শিখাৱলঃ।

( মহাদেৱৰ দৰে নীলকণ্ঠ এই ম'ৰাটোৱে চালি ধৰিছে।

[ এই উপমাত উপমেয়তকৈ উপমানৰ জাতিগত আধিক্যৰ বাবে অনুচিতাৰ্থত্ব দোষ হৈছে। ]

স্তনাৱদ্ৰি সমানৌ তে।

( তোমাৰ স্তনযুগল দুটা পৰ্ব্বতৰ সমান )

[ ইয়াত উপমেয়তকৈ উপমানৰ প্ৰমাণগত আধিক্যৰ বাবে অনুচিতাৰ্থত্ব দোষ হৈছে। ]

দিৱাকৰাদ্ৰক্ষতি যো গুহাসু লীনং দিৱাভীতমিৱান্ধকাৰম্।
ক্ষুদ্ৰেঽপি নূনং শৰণং প্ৰপন্নে মমত্বমুচ্চৈঃ শিৰসাং সতীৱ॥

( এয়ে সেই হিমালয়, যি দিনৰ পোহৰলৈ ভয় কৰি গুহাত লুকাই থকা এন্ধাৰক ৰক্ষা কৰে ; ক্ষুদ্ৰজনো আশ্ৰয় প্ৰাৰ্থী হলে মহিমাত উচ্চশিৰ হৈ থকাজনৰো মমতা জন্মে। )

এনেকুৱা ক্ষেত্ৰত অৰ্থান্তৰ ন্যাস অলঙ্কাৰত উৎপ্ৰেক্ষিত অৰ্থ অসম্ভৱ ৰূপে প্ৰতীত ; গতিকে সেই ( বিশেষ ) অৰ্থ ( সামান্য বিধিৰে ) সমৰ্থন অনুচিত।

[ কবিতাফাকিৰ প্ৰথমাৰ্দ্ধত উৎপ্ৰেক্ষা অলঙ্কাৰ আৰু দ্বিতীয়াৰ্দ্ধত অৰ্থান্তৰন্যাস অলঙ্কাৰ। অন্ধকাৰৰ দিবাভীতি বাস্তৱ নহয়, উৎপ্ৰেক্ষিত ; গতিকে অসম্ভৱ। অসম্ভৱৰূপে প্ৰতিভাসমান এই বিশেষ অৰ্থকে 'মহৎ লোকও শৰণাৰ্থী ক্ষুদ্ৰজনৰ প্ৰতিও মমতা প্ৰকাশ কৰে' বুলি এই সাধাৰণ কথা ফাকিৰে সমৰ্থন কৰা হৈছে। কিন্তু এনে সমৰ্থন অনুচিত। বাস্তৱৰূপে প্ৰতীয়মান বিষয়ৰহে সমৰ্থন যুক্তি সঙ্গত।

সাধাৰণ উক্তিক বিশেষ উক্তিৰে বা বিশেষ উক্তিক সাধাৰণ উক্তিৰে সমৰ্থন কৰিলে অৰ্থান্তৰন্যাস অলঙ্কাৰ হয়। ]

**যমকৰ দোষ :**

শ্লোকৰ কেৱল তিনিপাদত যমকৰ প্ৰয়োগ হ'লে যি দোষ হয়, সেই দোষ অপ্ৰযুক্তত্ব দোষ। যেনে—

> ১সহসালিজনৈঃ স্নিগ্ধৈঃ ২সহ সা কুঞ্জমন্দিৰম্।
> উদিতে ৰজনী নাথে ৩সহসা যাতি সুন্দৰী॥

( চন্দ্ৰ উদয় হ'লত স্নেহপৰায়ণ সখীয়েকহঁতৰ সৈতে সেই সুন্দৰী হাঁহি-মুখে তৎক্ষণাত লতাকুঞ্জলৈ গ'ল। )

[ ১ সহসা, হাসেন সহ যা সা = সহসা, হাঁহি মুখীয়া ; সহ-সা, সহ ( সৈতে ) সা ( তেওঁ )—সখীয়েকহঁতৰ সৈতে তেওঁ ; সহসা = তৎক্ষণাৎ, হঠাৎ। ]

**উৎপ্ৰেক্ষাগত দোষ :**

উৎপ্ৰেক্ষা অলঙ্কাৰত উৎপ্ৰেক্ষা বুজাবলৈ যথা শব্দ ব্যৱহাৰ কৰিলে *যি দোষ হয়, সেয়ে অবাচকত্ব দোষ।*

যেনে—

এষ মূৰ্ত্তো যথা ধৰ্ম্মঃ ক্ষিতিপো ৰক্ষতি ক্ষিতিম্।

( এই ৰজাই মূৰ্ত্তিমান্ ধৰ্ম্মৰ দৰে পৃথিৱী ৰক্ষা কৰিছে। )

[ এই উদাহৰণত 'যেন মূৰ্ত্তিমান্ ধৰ্ম্ম' এনে অৰ্থ প্ৰকাশ কৰিবলৈ যথা ( দৰে ) শব্দ ব্যৱহাৰ কৰা হৈছে, প্ৰকৃততে 'যথা' শব্দই সেই অৰ্থ প্ৰকাশ কৰিব নোৱাৰে; গতিকে অবাচকত্ব দোষ হৈছে। ]

**অনুপ্ৰাসগত দোষ ঃ**

এইদৰেই অনুপ্ৰাস অলঙ্কাৰত বৃত্তিবিৰুদ্ধ বৰ্ণৰ প্ৰয়োগত হোৱা দোষ প্ৰতিকূল-বৰ্ণত্ব দোষৰ ভিতৰত পৰে। যেনে—

"ওবট্টই উল্লট্টই ·····" ইত্যাদি।

উমা অলঙ্কাৰত উপমান-উপমেয়ৰ সাধাৰণ ধৰ্ম্মৰ আধিক্য বা ন্যূনতা অধিকপদত্ব আৰু ন্যূনপদত্ব দোষৰ ভিতৰতে পৰে।

ক্ৰমে উদাহৰণ ; যেনে—

**সাধাৰণ ধৰ্ম্মৰ আধিক্য ঃ**

নয়নজ্যোতিষা ভাতি শম্ভুৰ্ভূতি-সিতদ্যুতিঃ।
ৱিদ্যুত্যেৱ শৰন্ মেঘো নীলৰাৱিদখণ্ডধৃক্॥

( ভস্ম বিভূষিত হৈ শুভ্ৰ কান্তি হোৱা শম্ভুৱে নয়নৰ জ্যোতিৰে বিৰাজ কৰিছে ; ঠিক জেনিবা এচপৰা নীলা ডাৱৰত বিজুলীয়েহে চিক্ মিকাই আছে। )

এই কবিতাফাকিত ভগৱান্ মহাদেৱৰ নীলকণ্ঠত্ব প্ৰতিপাদন কৰিবৰ বাবে প্ৰযুক্ত চতুৰ্থ পাদ "নীলৰাৱিদ-খণ্ডধৃক্" অধিক হৈছে।

**সাধাৰণ ধৰ্ম্মৰ ন্যূনত্ব ঃ**

কমলালিঙ্গিতস্তাৰ-হাৰ-হাৰী মুৰং দ্বিষন্।
ৱিদ্যুদ্বিভূষিতো নীলজীমূত ইৱ ৰাজতে॥

( কমলাৰ আলিঙ্গনাবদ্ধ আৰু বিলোলিত হাৰেৰে মনোহৰ হোৱা মুৰাৰিয়ে বিদ্যুদ্বিভূষিত শ্যামল মেঘৰ দৰে শোভা কৰিছে। )

ইয়াত উপমান বলাকাযুক্ত বুলি কোৱা উচিত আছিল।

[ এই কবিতাফাকিত উপমান 'বিদ্যুদ্বিভূষিত নীলা মেঘ' আৰু উপমেয় "কমলাৰ আলিঙ্গনাবদ্ধ আৰু বিলোলিত হাৰেৰে মনোহৰ মুৰাৰি।" শ্যামল মেঘৰ সৈতে শ্যামল কান্তিৰ মুৰাৰি, স্বৰ্ণাভ বিদ্যুতৰ সৈতে কাঞ্চনগৌৰী কমলাৰ উপমান-উপমেয় ভাৱ সিদ্ধ হৈছে; কিন্তু উপমেয়ত থকা "বিলোলিত হাৰ"ৰ তুলনা উপমানত একো নাই, গতিকে সেই ন্যূনতা পূৰ কৰিবলৈ "বলাকাপংক্তি বিৰাজিত নীলা মেঘ" এইদৰে বৰ্ণনা কৰা উচিত।

সেই উপমা অলঙ্কাৰতে হোৱা উপমান-উপমেয়ৰ লিঙ্গ-বচনৰ পাৰ্থক্য, আৰু কাল-পুৰুষ-বিধিৰ বৈষম্যৰ দোষ ভগ্নপ্ৰক্ৰমতা দোষৰ ভিতৰতে পৰে।

ক্ৰমে উদাহৰণ ; যেনে—

**লিঙ্গ ভেদ ঃ**

সুধেব বিমলশ্চন্দ্ৰঃ।

( সুধাৰ দৰে বিমল চন্দ্ৰ। )

[ উপমান স্ত্ৰীলিঙ্গ আৰু উপমেয় পুংলিঙ্গ। ]

**বচনভেদ ঃ**

জ্যোৎস্না ইব সিতা কীৰ্ত্তিঃ।

( জ্যোৎস্নাবিলাকৰ দৰে শুভ্ৰ কীৰ্ত্তি। )

[ উপমান বহুবচনত আৰু উপমেয় এক বচনত আছে। ]

**কাল বৈষম্য ঃ**

কাপ্যভিখ্যা তয়োৰাসীদ্ ব্ৰজতোঃ শুদ্ধবেশয়োঃ।
হিমনিৰ্মুক্তয়োৰ্যোগে চিত্ৰাচন্দ্ৰমসোৰিব॥

( শুদ্ধ বেশেৰে আশ্ৰমলৈ যোৱা দিলীপ আৰু সুদক্ষিণা দুয়োৰে হিমমুক্ত চন্দ্ৰ আৰু চিত্ৰাৰ দৰে এক অপূৰ্ব্ব শোভা প্ৰকাশ পাইছিল। )

হিমমুক্ত চিত্ৰা আৰু চন্দ্ৰৰ তেনে শোভা যে তেতিয়া হৈছিল এনে নহয়, সেই শোভা সদায় থাকে; গতিকে উপমানৰ সৈতে উপমেয়ৰ সাধৰ্ম্যত কালবৈষম্য হৈছে।

**ক্ৰিয়াৰ পুৰুষ-বৈষম্য ঃ**

লতেৱ ৰাজসে তন্বি।

( সুন্দৰী, তুমি লতাৰ দৰে শোভা কৰিছা। )

লতাই সদায় শোভা কৰে, তুমি শোভা কৰিছা; গতিকে ইয়াত উপমান-উপমেয়ৰ সাধাৰণ ধৰ্ম্মত পুৰুষ-বৈষম্য হৈছে।

**বিধি-বৈষম্য ঃ**

চিৰং জীৱতু তে সূনুৰ্মাকণ্ডেয়মুনিৰ্যথা।

( মাৰ্কণ্ডেয় মুনিৰ দৰে তোমাৰ পুত্ৰ চিৰজীৱী হওক। )

মাৰ্কণ্ডেয় মুনি চিৰজীৱী হৈয়ে আছে, সেইবাবে তেওঁৰ বিষয়ে "চিৰং জীৱতু" ( চিৰজীৱী হওক ) এনে প্ৰয়োগ হ'ব নোৱাৰে। এনে প্ৰয়োগ হোৱাত উপমান-উপমেয়ৰ বিধি-বৈষম্য হৈছে।

[ "মাৰ্কণ্ডেয় মুনিঃ জীৱতি" "তব সূনুঃ জীৱতু"--এই দুটা ভিন্ন বিধিৰ ক্ৰিয়া পদ "জীৱতু" একে পদেৰে সামৰি থোৱাত বিধিগত বিষমতা দোষ আৰু তাৰদ্বাৰা ভগ্ন প্ৰক্ৰমতা দোষ হৈছে। ]

কিন্তু উপমান-উপমেয়ৰ লিঙ্গ আৰু বচন বেলেগ বেলেগ হোৱা সত্ত্বেও য'ত দুয়োৰে মাজত থকা সাধাৰণ ধৰ্ম্মৰ কোনো বৈষম্য নহয়, তাত এনে দোষ নহয়।

ক্ৰমে উদাহৰণ দিয়া হৈছে—

মুখং চন্দ্ৰ ইৱাভাতি।

( মুখ চন্দ্ৰৰ দৰে জিলিকি আছে। )

[ এই উদাহৰণত মুখ ক্লীৱ লিঙ্গ আৰু চন্দ্ৰ পুংলিঙ্গ; তথাপি 'ভাতি' ( জিলিকি থকা ) উপমান-উপমেয়ৰ এই সাধাৰণ ধৰ্ম্মত একো বৈষম্য ঘটা নাই।

গতিকে উক্ত প্ৰকাৰ দোষ ঘটা নাই। ওপৰৰ উদাহৰণবিলাকৰ সৈতে এই উদাহৰণৰ পাৰ্থক্য এয়ে যে সেইবিলাকত বৈষম্য উপমান উপমেয়ৰ সাধাৰণ ধৰ্ম্মগত। কিন্তু ইয়াত বৈষম্য উপমান উপমেয়গত, সাধাৰণ ধৰ্ম্মত একো বৈষম্য নাই ]

তদ্বেশোঽসদৃশোঽন্যাভিঃ স্ত্ৰীভিৰ্মধুৰতাভৃতঃ।
দধতে স্ম পৰাং শোভাং তদীয়া ৱিভ্ৰমা ইৱ॥

( অন্য ৰমণীতকৈ বেলেগ এই সুন্দৰীৰ ৰূপ এনে অনিৰ্ব্বচনীয় ৰূপে মনোমোহা যে এওঁৰ বিলক্ষণ হাৱ-ভাৱো অন্য ৰমণীতকৈ বেলেগ আৰু তদনুৰূপ শোভা ধাৰণ কৰিছে। )

[ ইয়াত 'তদ্বেশ' এক বচন, 'অসদৃশঃ' 'মধুৰতাভৃতঃ, বহুবচন। ]

আগৰ উদাহৰণসমূহতকৈ এই দুটা উদাহৰণৰ পাৰ্থক্য এয়ে যে উক্ত উদাহৰণবোৰত উপমান-উপমেয়ৰ ভিতৰত যি কোনো এটাৰ সৈতেহে সাধাৰণ ধৰ্ম্মৰ অন্বয় সিদ্ধি হয়; গতিকে প্ৰস্তুত অৰ্থ যে সম্পূৰ্ণৰূপে প্ৰকাশ নহয়—এইটো একেবাৰে সুস্পষ্ট।

এনেকৈ অনুপ্ৰাসৰ বিফলতাৰপৰা হোৱা দোষ, অপুষ্টাৰ্থত্ব দোষ। যেনে--

অনণুৰণন্ মণিমেখলমৱিৰলশিঞ্জানমঞ্জুমঞ্জীৰম্।
পৰিসৰণমৰুণচৰণে ৰণৰণকমকাৰণং কুৰুতে॥

( সুন্দৰী, অলক্তকৰঞ্জিত তোমাৰ ৰঙা চৰণৰ খোজে প্ৰতি মণি মেখলাই অবিৰলভাৱে চট্ চট্ আৰু নূপুৰে ৰুণুজুণু শব্দ কৰি মিছাতে মোৰ মনত উৎকণ্ঠা জন্মাইছে। )

[ ইয়াত অনুপ্ৰাসে প্ৰকৃত অৰ্থ প্ৰকাশত একো উপকাৰ নাই বাবে অপুষ্টাৰ্থত্ব দোষ হৈছে। ]

এইদৰে সমাসোক্তি অলঙ্কাৰত বৰ্ণনীয় দুয়োটা বিষয়ৰ সাধাৰণ বিশেষণৰপৰাই দ্বিতীয় অৰ্থৰো প্ৰতীতি হয়, তাকে আকৌ অন্য শব্দেৰে প্ৰকাশ কৰিলে পুনৰুক্তত্ব দোষ হয়। অপ্ৰস্তুত-প্ৰশংসা অলঙ্কাৰত

ব্যঞ্জনাৰদ্বাৰাই প্ৰস্তুত অৰ্থটো বুজা যায় ; এনেস্থলত অন্য শব্দেৰে সেই অৰ্থ প্ৰকাশ কৰিলে পুনৰুক্তত্ব দোষ হয়। ক্ৰমে উদাহৰণ ; যেনে—

অনুৰাগৱন্তমপি লোচনয়োৰ্দধতং ৱপুঃ সুখমতাপকৰম্।
নিৰকাসয়দ্ৰৱিমপেতৱসুং ৱিয়দালয়াদপৰদিগ্‌গণিকা ॥

( পশ্চিম দিশৰূপ গণিকাই অনুৰাগযুক্ত ( ৰঙা ), নয়নৰ সুখকৰ আৰু শীতল সূৰ্য্যকো বসুহীন ( ৰশ্মিহীন আৰু ধনহীন ) দেখি গগণৰূপ বাসভৱনপৰা বাহিৰ কৰি উলিয়াই দিলে। )

[ এই কবিতাফাকিত সমাসোক্তি অলঙ্কাৰ আছে। অনুৰাগৱন্তম্' 'অপেতৱসুম্' আদি বিশেষণ সূৰ্য্য আৰু কামুক পুৰুষ উভয়ৰে সাধাৰণ বিশেষণ। এনে বিশেষণৰ সহায়তে পশ্চিম দিশে ৰশ্মিহীন অস্তগামী ৰক্তবৰ্ণ ধাৰণ কৰা সূৰ্য্যক আকাশপৰা বহিষ্কাৰ কৰা, অনুৰাগহীন আৰু ধনহীন কামুকক গণিকাই বহিষ্কাৰ কৰা কাৰ্য্যৰ নিচিনা। গণিকাই ধনহীন হ'লে অনুৰাগী প্ৰণয়ীকো যে বহিষ্কাৰ কৰে এনে অৰ্থ বুজা যায়। গতিকে পশ্চিম দিশে গণিকাৰ দৰে আচৰণ কৰিছে বুলি কোৱাটো পুনৰুক্তি হৈছে। ]

আহূতেষু ৱিহঙ্গমেষু মশকো নায়ান্ পুৰো ৱাৰ্য্যতে
মধ্যে ৱা ধুৰি ৱা ৱসনস্তৃণমৰ্ণিৰ্ধত্তে মণীনাং ধুৰম্।
খদ্যোতোঽপি ন প্ৰকম্পতে প্ৰচলিতুং মধ্যেঽপি তেজস্বিনাম্
ধিক্ সামান্যমচেতসং প্ৰভুমিৱানামৃষ্টতত্ত্বান্তৰম্ ॥

( চৰাইক মাতোতে মহো যদি ( নিজকে চৰাই বুলি ভাবি ) তালৈ আহে কোনেও তাক বাধা নিদিয়ে, মণিৰ গণনাত যদি কোৱা মণিয়েও ( নিজকে মণি বুলি ) মণিৰ মাজত বা আগত ঠাই লয়হি, কোনেও তাত হকা-বাধা নকৰে, জ্যোতিষ্কৰ মাজত সোমাবলৈ জোনাকী পৰুৱায়ো ( নিজকে জ্যোতিষ্ক বুলি ভাবি ) সাহ কৰিব পাৰে ; নিজৰ স্বৰূপ আৰু পাৰ্থক্যৰ বিষয়ে পৰ্যালোচনা নকৰা বিবেকহীন ৰজাৰ দৰে নিজকে অন্যৰ সমান বুলি ভবা ক্ষুদ্ৰ প্ৰাণীবোৰ ধিক্। )

এই উদাহৰণত 'বিৱেকহীন ৰজাৰ দৰে' এই কথাষাৰ কোৱা উচিত হোৱা নাই।

[ অপ্ৰস্তুত বিষয়ৰ বৰ্ণনাৰদ্বাৰা প্ৰস্তুতৰ বিষয়ে য'ত প্ৰতীতি জন্মে, সেয়ে অপ্ৰস্তুতপ্ৰশংসা। ইয়াতো অপ্ৰস্তুত মহ আদিৰ কাৰ্য্যৰ বৰ্ণনাৰদ্বাৰাই প্ৰস্তুত বিবেকশূন্য ৰজাই শাৰীত ঠাই পুৰোৱা কাৰ্য্যৰ বিষয়ে জনা যায়। গতিকে তুনাই "বিবেকহীন ৰজাৰ দৰে" বুলি কোৱাৰ একো প্ৰয়োজন নাছিল। কোৱা বাবে ইয়াত পুনৰুক্তত্ব দোষ হৈছে। ]

এই দৰেই অনুপ্ৰাসত অপ্ৰসিদ্ধ বিষয়ৰ কেৱল অনুপ্ৰাসৰ বাবে প্ৰয়োগ কৰিলে খ্যাতিবিৰুদ্ধত্ব দোষ হয়। যেনে—

চক্ৰাধিষ্ঠিততাং চক্ৰী গোত্ৰং গোত্ৰভিদুচ্ছি্ৰতম্।
বৃষং বৃষভকেতুশ্চ প্ৰাযচ্ছদ্ যস্য ভূভুজঃ॥

( সেই ভূপতিক চক্ৰধাৰী বিষ্ণুৱে চক্ৰবৰ্ত্তিত্ব, ইন্দ্ৰই উচ্চ কুল আৰু বৃষভবাহন শিৱই ধৰ্ম্ম দান কৰিছিল। )

[ ইয়াত কেৱল অনুপ্ৰাস ৰক্ষাৰ বাবেই 'চক্ৰাধিষ্ঠিত' 'চক্ৰী' আদি শব্দৰ প্ৰয়োগ কৰা হৈছে, তেনে প্ৰসিদ্ধি নাই। ]

ওপৰুক্ত দোষবোৰ কোনো ঠাইত আকৌ দোষ নহয় আৰু কোনো কোনো ঠাইত গুণ হে হয়, সেই বিষয়ে সম্প্ৰতি কোৱা হৈছে।

বক্তা যদি ক্ৰুদ্ধ হয়, নাইবা অত্যন্ত উদ্ধত হয়;
তেনেহলে দুঃশ্ৰৱত্ব গুণহে হয়; ৰৌদ্ৰ ৰসতো
দুঃশ্ৰৱত্ব গুণ হয়। ৮।

ওজঃ, মাধুৰ্য্য আদি গুণ আনন্দানুভৱাত্মক ৰস-ভাৱ আদিৰ স্বৰূপ-বিশেষ, কিন্তু উক্ত পৰিস্থিতিত 'দুঃশ্ৰৱত্ব' আদিয়ে ৰস-ভাৱ আদিৰ সমুৎকৰ্ষ সাধন কৰাৰ লগতে ৰসধৰ্ম্মভূত ওজঃ আদি গুণবোৰ অভিব্যঞ্জনাত সহায় কৰে বাবে গৌণভাৱে দুঃশ্ৰৱত্ব আদিকো গুণ বোলা হৈছে। ক্ৰমে উদাহৰণ, যেনে—

তদ্বিচ্ছেদকৃশস্য কণ্ঠলুঠিতপ্ৰাণস্য মে নিৰ্দ্দয়ং
ক্ৰূৰঃ পঞ্চশৰঃ শৰৈৰতিশিতৈৰ্ভিন্দন্ মনোনিৰ্ভৰম্।
শম্ভোৰ্ভূত কৃপাবিধেয়মনসঃ প্ৰোদ্দামনেত্ৰানল-
জ্বালা-জাল কৰালিতঃ পুনৰসাৱাস্তাং সমস্তাত্মনা॥

( প্ৰিয়তমাৰ বিৰহত মোৰ প্ৰাণ কণ্ঠাগত হৈ আছে, এনে অৱস্থাতো যদি নিষ্ঠুৰ মদনে তীক্ষ্ণ বাণেৰে মোক বৰকৈ প্ৰহাৰ কৰে, তেনেহলে সেই মদন প্ৰাণীৰ প্ৰতি কৃপালু মহাদেৱৰ নয়নৰ দেদীপ্যমান বহ্নিত আকৌ ভস্মসাৎ হওক। )

এই কবিতাফাকিত থকা দুঃশ্ৰৱত্ব দোষ শৃঙ্গাৰ ৰসত বক্তা ক্ৰুদ্ধ হোৱা বাবে দোষ নহৈ গুণহে হৈছে।

মূৰ্দ্ধ্ন্যাধূয়মানধ্বনদমৰধুনীলোলকল্লোলজালো-
দ্ধূতাম্ভঃ ক্ষোদদম্ভাৎ প্ৰসভমভিনভঃ ক্ষিপ্তনক্ষত্ৰলক্ষম্।
ঊৰ্দ্ধন্যস্তাঙ্ঘ্ৰিদণ্ডভ্ৰমিভ্ৰৰভসোদ্যন্নভস্বৎপ্ৰৱেগ-
ভ্ৰান্তব্ৰহ্মাণ্ডখণ্ডং প্ৰৱিতৰতু শিৱং শাম্ভৱং তাণ্ডৱং ৱঃ॥

( শিৱৰ যি তাণ্ডৱ নৃত্যত সুৰ নদী গঙ্গাই অকাই পকাই গৈ শব্দ কৰি উত্তাল-তৰঙ্গৰ কণা বিচ্ছুৰণেৰে লাখ লাখ নক্ষত্ৰখচিত আকাশ এখন যেন সৃষ্টি কৰিছে, নৃত্য কালত যাৰ ওপৰলৈ উৎক্ষিপ্ত চৰণ ইফালে-সিফালে শীঘ্ৰে সঞ্চালন কৰা বাবে সমস্ত ব্ৰহ্মাণ্ডই নৃত্য কৰিব লাগিছে—শিৱৰ সেই তাণ্ডৱ নৃত্যই আপোনালোক-সকলোৰে কল্যাণ সাধন কৰক। )

ইয়াত উদ্ধত তাণ্ডৱ বৰ্ণনা কৰা হৈছে, গতিকে দুঃশ্ৰৱত্ব গুণহে হৈছে। এই দুয়োফাকি কবিতা মোৰ ৰচিত।

ৰৌদ্ৰ আদি ৰসত এই দুয়ো ঠাইতকৈও দুঃশ্ৰৱত্ব একান্ত গুণত পৰিণত হয়।

যেনে—

"উৎকৃত্যোৎকৃত্য কৃত্তিম্" ইত্যাদি।

ইয়াত বীভৎস ৰস প্ৰকাশ হৈছে, গতিকে দুঃশ্ৰৱত্ব গুণ হৈছে।

কাম-গোষ্ঠী আদিত অশ্লীলত্ব গুণহে হয়। ৯

যেনে—

কৰিহস্তেন সম্বাধে প্ৰৱিশ্যান্তৰ্বিলোড়িতে।
উপসৰ্পন্ ধ্বজঃ পুংসঃ সাধনান্তৰ্বিৰাজতে॥

( সৈন্যসংকুল যুদ্ধত গজবাজৰ গুৰে মাজত সোমাই বাট মুকলি কৰি দিলে বীৰ পুৰুষৰ ৰণ ধ্বজা সৈন্যৰ মাজত প্ৰৱেশ কৰি বিৰাজ কৰে।

ব্যঙ্গ্যাৰ্থ : কৰিহস্তই সম্বাধৰ অন্তৰত প্ৰৱেশ কৰি আলোড়ন কৰিলে, পুৰুষৰ ধ্বজ প্ৰৱেশ কৰি সম্বাধৰ ভিতৰত বিৰাজ কৰে।)

এই কথাফাকি কাম-গোষ্ঠীত কোৱা হৈছে ; গতিকে দোষ নহৈ গুণহে হৈছে। কিয়নো কাম-গোষ্ঠীত "তামোল দিয়াৰ ছলেৰে সখীয়ে-কইঁতক আঁতৰাই পঠাব লাগে আৰু দ্ব্যৰ্থবোধক শব্দেৰে অন্তৰৰ গোপন অভিপ্ৰায়ৰ সূচনা কৰিব লাগে" -- এয়ে হ'ল কামশাস্ত্ৰৰ বিধান।

[ ইয়াতো কাম-শাস্ত্ৰ অনুসাৰে দ্ব্যৰ্থবোধক শব্দেৰে ৰিৰংসা প্ৰকাশ কৰা হৈছে। ]

নিহতাৰ্থতা আৰু অপ্ৰযুক্ততা শ্লেষ আদি অলঙ্কাৰত
দোষজনক নহয়। ১০

যেনে—

পৰ্ব্বতভেদিপৱিত্ৰং জৈত্ৰং নৰকস্য বহুমতঙ্গহনম্।
হৰিমিৱ হৰিমিৱ হৰিমিৱ সুৰসৰিদম্ভঃ পতন্নমত ॥

( বিষ্ণু, ইন্দ্ৰ তুল্য আৰু দুৰ্গাৰ বাহন সিংহৰ দৰে পৰ্ব্বত ভেদ কৰি ওলোৱা, নৰক জয়ী, সকলোৰে মাননীয় সুৰগঙ্গাৰ গভীৰ জল প্ৰপাতক নমস্কাৰ কৰা।)

[ হৰি=বিষ্ণু, হৰি=ইন্দ্ৰ, হৰি=সিংহ। কবিতাফাকিত থকা তিনিটা হৰি শব্দই তিনিটা বেলেগ অৰ্থ বুজাইছে। 'পৰ্ব্বত ভেদি পৱিত্ৰং' 'নৰকস্য জৈত্ৰং' আৰু 'বহুমতঙ্গহনম্' এই বিশেষণ তিনিটা বিষ্ণু, ইন্দ্ৰ আৰু সিংহৰ পক্ষে সমানে প্ৰযোজ্য, আনহাতে আকৌ সেই বিশেষণ কেইটা উপমেয় গঙ্গাৰ জলধাৰাৰ পক্ষেও প্ৰযোজ্য।

(১) বিষ্ণুৰ বিশেষণৰূপে—পৰশুৰামৰূপে ক্ৰৌঞ্চ পৰ্ব্বত ভেদ কৰোঁতা, পৱিত্ৰ, নৰকাসুৰ-বিজয়ী, মাননীয় আৰু গূঢ় পুৰুষ।

(২) ইন্দ্ৰৰ বিশেষণৰূপে-- বজ্ৰেৰে পৰ্ব্বতৰ পাখি কাটোঁতা, বজ্ৰধাৰী, জয়শীল, অনুকম্পনীয় লোকৰ সম্মাননীয়, আৰু দুৰ্জ্জয়।

(৩) সিংহৰ বিশেষণৰূপে—শিলকো ভাঙিব পৰা, দুৰ্গাৰ পৱিত্ৰ বাহন, সামান্য মানুহক জয় কৰিব পৰা আৰু বহুত হাতী মাৰিব পৰা। ]

এই উদাহৰণত থকা 'পৱিত্ৰ' শব্দ ইন্দ্ৰৰ বিশেষণৰূপে নিহতাৰ্থ হৈছে।

সেইদৰে সিংহৰ বিশেষণৰূপে প্ৰযুক্ত মতঙ্গ শব্দ ( মাতঙ্গ ) হাতীক বুজাবলৈ প্ৰয়োগ কৰা নহয় ; গতিকে অপ্ৰযুক্তত্ব দোষ হৈছে।

[ পৱি=বজ্ৰ, পৱি আছে যাৰ হাতত তেওঁ পৱিত্ৰ। বজ্ৰধাৰী অৰ্থত পৱিত্ৰ শব্দত নিহতাৰ্থত্ব দোষ হৈছে। 'মতঙ্গ' আৰু 'মাতঙ্গ' দুয়োটা শব্দই হস্তীৰ পৰ্য্যায়বাচী যদিও হাতী অৰ্থত মতঙ্গ শব্দৰ প্ৰয়োগ দেখা নাযায়। ]

বক্তা আৰু শ্ৰোতা দুয়ো যদি প্ৰযুক্ত শব্দাৰ্থৰ বিষয়ে
অভিজ্ঞ হয়, তেনেহলে অপ্ৰতীতত্ব দোষ নহয়।১১

যেনে—

ত্বামামনন্তি প্ৰকৃতিং পুৰুষাৰ্থপ্ৰৱৰ্ত্তিনীম্।
তদ্দৰ্শিনমুদাসীনং ত্বামেৱ পুৰুষং ৱিদুঃ॥

( হে প্ৰভু, আপুনিয়েই পুৰুষাৰ্থৰ ( ভোগ চতুষ্টয়ৰ ) প্ৰৱৰ্ত্তনৰ কাৰণস্বৰূপ প্ৰকৃতি, আপুনি প্ৰকৃতিৰ দ্ৰষ্টা আৰু আপোনাক অনাসক্ত পুৰুষ বুলি জ্ঞানীসকলে কয়। )

[ ইয়াত বক্তা দেৱতাবৃন্দ আৰু শ্ৰোতা মহাদেৱ ]

বক্তাই নিজেই নিজকে কোৱা ক্ষেত্ৰতো অপ্ৰতীত্ব
দোষ নহয়, গুণহে হয়। ১২

যেনে—

যুক্তঃ কলাভিস্তমসাং ৱিবৃদ্ধ্যৈ ক্ষীণশ্চ তাভিঃ ক্ষতয়ে য এষাম্।
শুদ্ধং নিৰালম্বপদাৱলম্বং তমাত্মচন্দ্ৰং পৰিশীলয়ামি॥

( যি আত্মা অবিদ্যাত্মক কাৰ্য্য-কলাপৰ বিবৃদ্ধিৰ বাবে নিজৰ মায়া বিভূতিৰূপ কলাৰে পৰিপূৰ্ণ হয় আৰু অবিদ্যাত্মক কাৰ্য্য-কলাপ সংহাৰৰ বাবে নিজৰ মায়া বিভূতিৰূপ কলাহীন হয় ; শুদ্ধ, নিৰালম্বপদত অধিষ্ঠিত আত্ম-চন্দ্ৰক অন্তৰত ধ্যান কৰোঁ। )

[ ওপৰৰ কবিতাফাকিত চন্দ্ৰৰ পক্ষে বিশেষণসমূহ এইদৰে প্ৰযোজ্য :

অন্ধকাৰ বৃদ্ধি কৰিবলৈ কলাহীন হোৱা আৰু অন্ধকাৰ দূৰ কৰিবলৈ যোল কলাৰে পৰিপূৰ্ণ হোৱা, শূন্য আকাশত অৱস্থান কৰা চন্দ্ৰৰ···ইত্যাদি। ]

বিহিত বা উদ্দেশ্যৰ প্ৰতিনিৰ্দ্দেশ, বিষাদ, বিষয়, ক্ৰোধ, দীনতা, লাটানুপ্ৰাস, অনুকম্পা, অন্যৰ প্ৰতি কৰা অনুনয়, অৰ্থান্তৰ সংক্ৰমিতবাচ্য ধ্বনি, হৰ্ষ, অৱধাৰণ অৰ্থাৎ বিষয়ৰ নিশ্চয় কৰণ—এইবিলাক ক্ষেত্ৰত কথিতপদত্ব দোষ গুণত পৰিণত হয়।১৩

উদাহৰণ, যেনে—

'উদেতি সৱিতা তাম্ৰঃ" ইত্যাদি। ( সূৰ্য্য ৰঙা হৈ ওলায় আৰু ৰঙা হৈ অস্ত যায়।

ইয়াত বিহিত বা উদ্দেশ্যৰ অনুবাদ হৈছে।

হন্ত হন্ত গতঃ কান্তো ৱসন্তে সখি নাগতঃ।

( হায় হায়! সখি, বসন্ত আহিল, তথাপি প্ৰিয়তম নাহিল। )

ইয়াত বিষাদত 'হন্ত হন্ত' ( হায় হায় ) দুবাৰ প্ৰয়োগ কৰা হৈছে।

চিত্ৰং চিত্ৰমনাকাশে কথং সুমুখি চন্দ্ৰমাঃ।

(সুন্দৰী, আচৰিত কথা, আকাশ নোহোৱাকৈ চন্দ্ৰৰ উদয় কেনেকৈ হৈছে। )

ইয়াত বিস্ময়াৰ্থত 'চিত্ৰং চিত্ৰং' দুবাৰ প্ৰযুক্ত হোৱাতো কথিত-পদত্ব দোষ নহৈ গুণহে হৈছে।

"সুনয়নে নয়নে নিধেহি" ইতি।

( হেৰা সুনয়না, তোমাৰ নয়নযুগল এই ফালে ঘূৰোৱাচোন। )

ইয়াত লাটানুপ্ৰাস হৈছে ; গতিকে কথিতপদত্ব দোষ নহয়।

"নয়নে তস্যৈৱ নয়নে চ"

( তেওঁৰ নয়নেই প্ৰকৃত নয়ন। )

ইয়াত অৰ্থান্তৰ সংক্ৰমিতবাচ্য ধ্বনি হোৱাত কথিতপদত্ব দোষ হোৱা নাই। এনেকৈ অন্যান্য ঠাইতো কথিতপদত্ব দোষ গুণত পৰিণত হ'ব বা অদোষ হ'ব।

সন্দিগ্ধ অৰ্থ যদি ব্যাজস্তুতিত পৰিণত হয়, তেনেহলে
সন্দিগ্ধত্ব দোষ নহয়, সি গুণত পৰিণত হয়। ১৪

যেনে—

পৃথুকাৰ্ত্তস্বৰপাত্ৰং ভূষিতনিঃশেষপৰিজনং দেৱ।
ৱিলসৎকৰেণুগহনং সম্প্ৰতি সমমাৱয়োঃ॥

(হে মহাৰাজ! সম্প্ৰতি আপোনাৰ ৰাজভৱন আৰু মোৰ কুটিৰ সমান হৈছে: আপোনাৰ ৰাজভৱন বিশাল স্বৰ্ণপাত্ৰৰ শব্দেৰে মুখৰিত, মন্থৰ গামিনী হস্তিনীসমূহেৰে সমাকীৰ্ণ; মোৰ কুটিৰ (খাদ্যাভাৱত) শিশুৰ আৰ্ত্তস্বৰেৰে নিনাদিত, (আসনৰ অভাৱত) মাটিত বহা পৰিয়ালবৰ্গেৰে পৰিপূৰ্ণ আৰু গাতত থকা এন্দুৰ-চিকা আদিৰে ভৰপূৰ।)

যদি বক্তা নাইবা শ্ৰোতা বৈয়াকৰণ আদি পণ্ডিত
হয়, তেনেহলে কষ্টত্ব আৰু দুঃশ্ৰৱত্ব গুণহে হয়। ১৫

যেনে—

দীধীঙ্বেবীঙ্ সমঃ কশ্চিদ্ গুণবৃদ্ধ্যোৰভাজনম্।
ক্বিপ্ প্ৰত্যয়নিভঃ কশ্চিদ্ যত্ৰ সন্নিহিতে ন তে॥

(সংসাৰত এনে মানুহ আছে যি √ দীধী আৰু √ বেবী ধাতুৰ দৰে গুণ আৰু বৃদ্ধিৰ অভাজন আৰু আন এনে মানুহো আছে যি ক্বিপ্ প্ৰত্যয়ৰ দৰে সৰ্ব্বস্বান্ত, যাৰ সান্নিধ্যৰপৰা গুণ নাইবা সৌভাগ্য একোকে লাভ কৰিব নোৱাৰি।)

এই কবিতা ফাকিৰ অৰ্থ কষ্টবোধ্য; কিন্তু বক্তা বৈয়াকৰণ, গতিকে দোষ নহৈ গুণহে হৈছে। এনেকৈ বৈয়াকৰণ শ্ৰোতা হলেও কষ্টত্ব আদি দোষ নহয়।

[দীপ্ত্যৰ্থক √ দীধী ধাতু আৰু ব্যতিৰেক বুজোৱা √ বেবীঙ্ ধাতুৰ স্বৰৰ গুণ বৃদ্ধি একো নহয়; আনহাতে ধাতুৰ পিছত যোগ হোৱা ক্বিপ্ প্ৰত্যয় সম্পূৰ্ণ লোপ

হৈ যায়। ক্বিপ্ প্ৰত্যয় যোগ হোৱা বাবে কোনো কোনো ক্ষেত্ৰত ধাতুৰ পিছত নতুনকৈ বৰ্ণাগম হয় মাত্ৰ। ইয়াত দয়া-দাক্ষিণ্যহীন মানুহক দীধী আৰু বেবী ধাতুৰ সৈতে আৰু সৰ্ব্বস্বান্তক ক্বিপ্ প্ৰত্যয়ৰ সৈতে ৰিজোৱা হৈছে। এই ৰিজনি বৈয়াকৰণৰ বাহিৰে আ:ন বুজা টান ]

অত্ৰাতাপ্সৰ্মু পাধ্যায়: ত্বামহং নকদাচন। *

( উপাধ্যায়, ইয়াত মই কেতিয়াও আপোনাক দান-দক্ষিণাৰে তৰ্পণ কৰা নাই। )

'অতাপ্সং' এই পদত দুঃশ্ৰৱত্ব দোষ আছে; কিন্তু ব্যাকৰণবিদ্ উপাধ্যায়ক কোৱা হৈছে বাবে সেই দোষ গুণতহে পৰিণত হৈছে। সেইদৰে ব্যাকৰণবিদ্ আদি বক্তা হলেও এনে দোষে গুণত্বহে লাভ কৰে।

অধম বক্তাৰ উক্তিত গ্ৰাম্যত্ব দোষ নহৈ গুণহে হয়। ১৬

মোৰ ৰচনাৰপৰা; যেনে—

এসো সসহৰবিম্বো দীসই হেঅঙ্গবীণ পিণ্ডো ব্ব।
এদে অম্হসমোহা পড়ন্তি আসাসু দুদ্ধধাৰ ব্ব॥

( এয়া চন্দ্ৰমণ্ডল, কালি কৰা মাখনৰ লাড়ু এটা যেন দেখা গৈছে;
এয়া চন্দ্ৰ ৰশ্মি, চাৰিও ফালে দুগ্ধধাৰাৰ দৰে পৰিব লাগিছে। )

এই ফাকি বিদূষকৰ উক্তি; গতিকে গ্ৰাম্যত্বদোষ ইয়াত গুণাবহ হৈছে।

প্ৰখ্যাত অৰ্থত নিৰ্হেতুতা, দোষৰূপে পৰিগণিত নহয়। ১৭

যেনে—

সম্প্ৰতি সন্ধ্যাসময়শ্চক্ৰদ্বন্দ্বানি ৰিঘটয়তি।

( সম্প্ৰতি সন্ধ্যাই চক্ৰবাক মিথুনক বিচ্ছেদ কৰিছে। )

কবিসময়-প্ৰসিদ্ধিত খ্যাতিবিৰুদ্ধতা দোষ গুণ-ৰূপেহে প্ৰতিপন্ন হয়। ১৮

---

* অত্ৰাপ্সাৰ্ধমুপাধ্যায়। পাঠান্তৰ।

কবিসময়-প্ৰসিদ্ধি হৈছে—

আকাশ আৰু পাপত মালিন্য (কৃষ্ণবৰ্ণতা) ; যশস্যা, হাঁহি আৰু কীৰ্ত্তিত ধৱলতা ; ক্ৰোধ আৰু অনুৰাগত ৰক্তিমা বৰ্ণনা কৰিব লাগে। সৰোবৰ, জলাশয় আদিত শ্বেতপদ্ম, নীলোৎপল আদিৰ অস্তিত্ব ; সকলো জলাশয়তে ৰাজহাঁহ আদি পক্ষীকুলৰ অৱস্থান ; চকোৰৰ জ্যোৎস্না পান, বৰ্ষা কালত হংসকুলৰ মানস সৰোবৰ অভিমুখে প্ৰব্ৰজন, ৰমণীৰ পদাঘাতত অশোকৰ আৰু মুখৰ মদিৰাত বকুলৰ পুষ্পবিকাশ ; যুৱক-যুৱতীৰ অঙ্গত হাৰ আৰু বিৰহৰ তাপত হৃদয়-বিদাৰণ বৰ্ণনীয়। কামদেৱৰ ধনু ফুলৰ, ধনুৰ গুণ ভোমোৰাৰ আৰু শৰবোৰো ফুলৰ ; কামদেৱৰ শৰত আৰু যুৱতীৰ কটাক্ষত যুৱকৰ হৃদয় বিদীৰ্ণ হোৱা ; দিনত পদুম ফুল ফুলা আৰু ৰাতি ভেটফুল ফুলা, শুক্লপক্ষত চন্দ্ৰৰ শুভ্ৰ জ্যোৎস্না, মেঘ গৰ্জ্জনত ময়ূৰৰ নৃত্য, অশোক গছত গুটি নলগা, জাতিফুল বসন্তকালত নুফুলা, সাৰ ভাগত গোন্ধ থকা চন্দন আদি গছত ফল-ফুল একো নলগা আৰু এইদৰেই অন্যান্য বিষয়ো শ্ৰেষ্ঠ কবিৰ ৰচনাৰপৰা কবিসময়-প্ৰসিদ্ধৰূপে আহৰণ কৰিব লাগে। ১৯

[ কবিসময়ৰ অৰ্থ কবিসকলৰ মাজত প্ৰচলিত বিষয় : (Poetic Convention)

কবিসময় প্ৰসিদ্ধিৰ উদাহৰণ উত্তম কাব্য আদিত সুস্পষ্ট।

[ কবি সময় তিনিটা পৰ্য্যায়ত বিভক্ত: অসৎ-উপনিবিদ্ধ, সৎ-অনিবদ্ধ আৰু

পদাৰ্থ-নিয়ম। (১) অস্তিত্বহীন বিষয়-বস্তুৰ বৰ্ণনা, (২) থকা বস্তুৰ বৰ্ণনা নকৰা আৰু (৩) কোন বস্তুৰ কেনে বৰ্ণনা হ'ব তাৰ নিয়ম। ]

কবি ৰাজশেখৰে কবিসময় প্ৰসিদ্ধিৰ বিশদ বিৱৰণ দিছে।

**পুনৰুক্তত্ব দোষৰ অদোষতা :**

জ্যা ( গুণ ) বোলোতেই ধনুৰ গুণ বুলি বুজা যায়
যদিও ধনুৰ্জ্যা বা ধনুৰ্গুণ আদি শব্দৰ প্ৰয়োগ ধনুত
লগাই থোৱা গুণ বুলি বুজা যায়। গতিকে
ধনুৰ্জ্যা আদি শব্দত পুনৰুক্তত্ব দোষ নহয়। ২০

যেনে—

পূৰিতে ৰোদসীধ্বানৈৰ্ধনুৰ্জ্যাস্ফালনোদ্ভৱৈঃ।

[ ধনুৰ গুণৰ আস্ফালন শব্দত অন্তৰিক্ষ পৰিপূৰ্ণ হৈছে। ]

ইয়াত যদিও জ্যা শব্দৰপৰাই ধনুৰ গুণ বুলি বুজা যায়, তথাপি আকৰ্ষণ কৰা ধনু অৰ্থ বুজাবৰ বাবে ধনুৰ্জ্যা বোলা হৈছে।

"ধনুৰ্জ্যা আদি"ৰ আদি শব্দই "ভাতি কৰ্ণাৱতংসস্তে" আদিকো বুজাইছে। ( কাণৰ কুণ্ডল জিলিকি আছে। ) অৱতংসৰ ( কুণ্ডল ) অৰ্থ কাণত পিন্ধা কুণ্ডল, তথাপি সেই সময়ত কাণত পিন্ধি থকা বুজাবলৈ কৰ্ণ শব্দৰ প্ৰয়োগত কৰ্ণাৱতংস ( কাণৰ কুণ্ডল ) বোলা হৈছে।

এইদৰেই 'শ্ৰৱণ কুণ্ডল' 'শিৰঃ শেখৰ' আদি শব্দৰ ক্ষেত্ৰতো বুজিব লাগিব। ঠিক সেইদৰেই কোনো বিশেষণ নোহোৱাকৈয়ে মালা শব্দই ফুলৰ মালাকে বুজায়। তথাপি 'পুষ্পমালা ৱিভাতি' ( ফুলৰ মালা জিলিকি আছে ) আদি প্ৰয়োগ দেখা যায়। এনে ক্ষেত্ৰত পুষ্পমালা মানে, ভাল ফুলৰ মালা অৰ্থ বুজিব লাগিব। তেনেকৈয়ে 'মুক্তাহাৰ' বুলি কওঁতে অন্য ৰত্নৰ সৈতে মিহলি হৈ নথকা মুকুতাৰ হাৰ এনে অৰ্থ বুজিব লাগিব।

এনেকুৱা যিবিলাক প্ৰয়োগ কাব্য আদিত দেখা যায়,
তেনে শব্দৰ হে প্ৰয়োগ কৰিব লাগে। ২১

'ধনুৰ্জ্যা' আদি যিবিলাক শব্দৰ প্ৰয়োগ উত্তম কাব্যত দেখা যায়, তেনেকুৱা প্ৰয়োগ হে বাঞ্ছনীয়। কাব্যত প্ৰয়োগ নথকা 'জঘন-কাঞ্চী' (জঘনৰ মেখলা) কৰকঙ্কণ (হাতৰ খাৰু) আদি শব্দৰ প্ৰয়োগ কৰিব নালাগে।

**ন্যূনপদত্বৰ গুণত্ব:**

আনন্দ-মগ্ন ব্যক্তি আদিৰ উক্তিত ন্যূনপদত্ব
গুণ হয়। ২২

যেনে—

গাঢ়ালিঙ্গনৱামনীকৃতকুচপ্ৰোদ্ভিন্নৰোমোদ্গমা
সান্দ্ৰস্নেহৰসাতিৰেকৱিগলচ্ছ্ৰীমন্নিতম্বাম্বৰা।
মা মা মানদ মাতি মামলমিতি ক্ষামাক্ষৰোল্লাপিনী
সুপ্তা কিং নু মৃতা কিং মনসি মে লীনা ৱিলীনা নু কিম্॥

(গাঢ় আলিঙ্গনত কুচযুগল সঙ্কুচিত হৈ যোৱা, আনন্দত ৰোমাঞ্চিত হোৱা, নিবিড় আনন্দৰসৰ আতিশয্যত মনোহৰ নিতম্বৰপৰা বসন খহি পৰা ৰমণীয়ে "প্ৰিয়তম, নহয়....নকৰিবা, হৈছে ; বৰ বেছিকৈ...আৰু নালাগে" এইদৰে অসম্পূৰ্ণ আৰু অস্পষ্ট ভাবে কোৱাৰ পিছত তেওঁ সুপ্ত, নে মৃত নে মোৰ হৃদয়ত বিলীন হই একোকে ক'বই পৰা নাছিলোঁ।)

এই কবিতাফাকিত 'পীড়ন' কথাষাৰ কম হৈ আছে। [অৰ্থাৎ 'মোক পীড়ন নকৰিবা, বৰ বেছিকৈ পীড়ন নকৰিবা' এনে অৰ্থ হ'ব। ৰতিৰসৰ আনন্দত নিমগ্না ৰমণীৰ উক্তিত ন্যূনপদত্ব দোষ হোৱা নাই।]

কোনো কোনো ঠাইত আকৌ এনে দোষ দোষো
নহয়, গুণো নহয়। ২৩

অৰ্থাৎ ন্যূনপদৰ দোষ দোষো নহয়, গুণো নহয়।

তিষ্ঠেৎ কোপৱশাৎ প্ৰভাৱপিহিতা দীৰ্ঘং ন সা কুপ্যতি
স্বৰ্গায়োৎপতিতা ভৱেৎ ময়ি পুনৰ্ভাৱাৰ্দ্ৰমস্যা মনঃ।
তাং হৰ্ত্তুং ৱিবুধদ্বিষোঽপি ন চ মে শক্তা পুৰোৱৰ্ত্তিনীম্
সা চাত্যন্তমগোচৰং নয়নয়োৰ্যাতেতি কোঽয়ংৱিধিঃ ॥

( মোৰ ওপৰত খং কৰি তেওঁ ( উৰ্ব্বশী ) মায়াৰ বলত অদৃশ্য হৈ আছেনে কি? নহয়, তেওঁতো মোৰ ওপৰত বৰকৈ খং নকৰে। নহ'লে স্বৰ্গলৈকে গলগৈনে কি? নহয়, তেওঁৰ মন মোৰ প্ৰতি স্নেহাসক্ত। মোৰ সন্মুখত থকা তেওঁক হৰণ কৰিবলৈ দেৱতাৰ শত্ৰু ৰাক্ষসো সমৰ্থ নহয়। কিন্তু তেওঁ যে মোৰ চকুৰ একেবাৰেই আতৰ হ'ল, ই কি কথা। )

এই কবিতাফাকিত 'প্ৰভাৱপিহিতা' ( মায়াৰ বলত অদৃশ্য হৈ থকা ) আৰু 'ভৱেৎ' এই দুষাৰ কথাৰ মাজত 'নৈতদ্ যতঃ' ( সেইটোও নহয়, যিহেতুকে ) এই কেইটা পদ থাকিব লাগিছিল।

এই কেইটা পদ কম হৈ থকা সত্বেও, এই বাক্যৰ বিতৰ্কস্বৰূপ যি ব্যঙ্গ্যাৰ্থ, সেই ব্যভিচাৰী ভাৱৰ ( বিতৰ্ক বিপ্ৰলম্ভ শৃঙ্গাৰৰ ব্যভিচাৰী ভাৱ ) উৎকৰ্ষ সাধন নকৰা বাবে ন্যূনপদত্ব গুণ হোৱা নাই। সেইদৰে "তেওঁ বেছি পৰ খং কৰি নাথাকে" এই বাক্যৰপৰা জন্মা প্ৰতিপত্তিৰ-দ্বাৰা 'অদৃশ্য হৈ আছে' এই বাক্যাৰ্থৰ বোধত যে বাধা জন্মে, সেইটো অতিশয় স্পষ্ট ; গতিকে ইয়াত দোষ হোৱা নাই।

**অধিক পদত্বৰ গুণত্ব ঃ**

কোনো কোনো ঠাইত অধিক পদত্ব গুণ হে হয়। ২৪

যেনে—

আচৰতি দুৰ্জ্জনো যৎ সহসা মনসোঽপ্যগোচৰানৰ্থান্।
তন্নজানে জানে স্পৃশতি ম্নঃ কিন্তু নৈৱ নিষ্ঠুৰতাম্ ॥

( দুৰ্জ্জনে হঠাতে মনেৰেও ভাবিব নোৱাৰা কাম একোটা যে কৰি পেলায় সেইটা মই নজনা নহওঁ, জানো ; কিন্তু মোৰ মন নিষ্ঠুৰ হ'ব নোখোজে। )

এই কাবতাফাকিত 'সেইটো নজনা নহওঁ' ইয়াৰদ্বাৰা নিজৰ গাত দুৰ্জ্জনকৃত অপকৰ্ম্মৰ জ্ঞানৰ অভাৱ নোহোৱা সূচনা হোৱাত এক প্ৰকাৰ চমৎকাৰিত্বৰ সৃষ্টি হৈছে। আকৌ দ্বিতীয় 'জানো' ক্ৰিয়াপদৰদ্বাৰা 'ময়েই জানো' এই অৰ্থৰদ্বাৰা জ্ঞান ক্ৰিয়াৰ অন্যৰ সৈতে ব্যৱচ্ছেদ হোৱাত আন এক প্ৰকাৰ চমৎকাৰিত্বৰ সৃষ্টি হৈছে; গতিকে অধিক পদত্ব গুণহে হৈছে।

[ অৰ্থাৎ, দুৰ্জ্জনে কৰা অপকৰ্ম্মৰ বিষয়ে বুজিবলৈ মোৰ শক্তি আছে আৰু সেই শক্তি মোৰেই আছে। ]

কোনো কোনো ঠাইত সমাপ্ত পুনৰাত্তত্ব দোষো নহয়,
গুণো নহয়। ২৫

যেনে—

"অন্যাস্তা গুণৰত্ন" ইত্যাদি। ( পৃঃ )

এই কবিতাফাকিত প্ৰথমাৰ্দ্ধতে বাক্যৰ সমাপ্তি হোৱা সত্বেও দ্বিতীয় বাক্যাৰ্দ্ধ আকৌ প্ৰয়োগ কৰা হৈছে। কিন্তু ইয়াত সমাপ্ত পুনৰাত্তত্ব দোষ হোৱা নাই। ইয়াৰদ্বাৰা বাক্য সমাপ্তিৰ পিছত কেৱল বিশেষণ পদৰ পুনৰ গ্ৰহণত সমাপ্ত পুনৰাত্তত্ব দোষ হয়, কিন্তু নতুন এটা বাক্যৰ প্ৰয়োগত সেই দোষ নহয় বুলি বুজিব লাগিব।

কোনো কোনো ঠাইত গৰ্ভিতত্ব আকৌ গুণ হয়। ২৬

যেনে—

দিঙ্‌মাতঙ্গঘটা ৱিভক্তচতুৰাঘাটা মহী সাধ্যতে
সিদ্ধা সাপি ৱদন্ত এব হি ৱয়ং ৰোমাঞ্চিতাঃ পশ্যত।
ৱিপ্ৰায় প্ৰতিপাদ্যতে কিমপৰং ৰামায় তস্মৈ নমো
যস্মাৎ প্ৰাদুৰভূৎ কথাদ্ভুতমিদং যত্ৰৈৱ চাস্তং গতম্॥

( 'দিগ্‌গজবিলাকেই যাৰ চাৰি সীমা এনেকুৱা পৃথিৱীখন যি নিজৰ আয়ত্ত কৰিছিল'—এই কথা কওঁতে আমি ৰোমাঞ্চিত হোৱা আপোনালোকে দেখিছে,

'সেই পৃথিৱী বিপ্ৰ কাশ্যপক যি দান কৰিছিল ; ইয়াতকৈ বেছি আৰু কি ক'ম ? যাৰপৰা এনে আচৰিত আখ্যানৰ উদ্ভৱ হৈছিল, তেওঁতেই এই সকলো মাৰ গ'ল— সেই ৰামক নমস্কাৰ জনাওঁ ।' )

এই কবিতাফাকিত পৰশুৰামৰ মাহাত্ম্য বৰ্ণনা কৰাৰ মাজতে "এই কথা কওঁতেই আমি ৰোমাঞ্চিত হোৱা..." আদি অন্য একেষাৰ কথা সুমাই দিয়াত গৰ্ভিতত্ব হৈছে ; কিন্তু সেই কথাফাকি তেনেকৈ যোগ দিয়াত বৰ্ণনীয় বিষয় অতিশয় চমৎকাৰহে হৈছে ; গতিকে গৰ্ভিতত্ব ইয়াত দোষ নহৈ গুণহে হৈছে ।

সেইদৰে পতৎপ্ৰকৰ্ষতা ( ক্ৰমে উৎকৰ্ষতা কমি যোৱা ) দোষো
কোনো কোনো ঠাইত গুণতহে পৰিণত হয় । ২৭

যেনে—"চঞ্চদ্‌ভুজ..." ইত্যাদি কবিতাত ।

এই কবিতাফাকিৰ চতুৰ্থ পাদত সুকুমাৰ অৰ্থ বৰ্ণনা কৰা বাবে শব্দৰ আড়ম্বৰ পৰিত্যাগ কৰাটো গুণহে হৈছে ।

[ কবিতাফাকিৰ প্ৰথম তিনি পাদত থকা শব্দৰ আড়ম্বৰ চতুৰ্থ পাদত নাই, গতিকে পতৎপ্ৰকৰ্ষতা হৈছে ; কিন্তু বৰ্ণনীয় বিষয়ৰ সৈতে সঙ্গতি ৰক্ষাৰ বাবে সেই আড়ম্বৰ ত্যাগ কৰাত সি দোষ নহৈ গুণহে হৈছে । ]

যি ঠাইত কেৱল অনুভাৱ আৰু বিভাৱৰ
বৰ্ণনাত ৰসাভিব্যক্তি নহয়, তেনে ঠাইত সঞ্চাৰী
ভাৱৰ স্ব-শব্দেৰে উল্লেখত একো দোষ নহয় । ২৮

অনুভাৱ-বিভাৱ আদিৰদ্বাৰা সঞ্চাৰী ভাৱ বা ব্যভিচাৰী ভাৱ প্ৰায়ে উপস্থাপিত হয়, য'ত বিভাৱ আৰু অনুভাৱৰ বৰ্ণনাৰদ্বাৰা সঞ্চাৰী ভাৱ আক্ষিপ্ত হোৱাৰ এনে সুযোগ নহয় আৰু বিশদভাৱে প্ৰতীতিও নহয় ; নাইবা য'ত বিভাৱ আৰু অনুভাৱে বৰ্ণনীয় বিষয়ৰ পৰিপোষণ নকৰাটোৱেই গুণ হোৱা যেন দেখা যায় ; এনে স্থলত স্ব-শব্দেৰে ব্যভিচাৰী ভাৱৰ উল্লেখ কৰিলেও একো দোষৰ কথা নহয় ।

যেনে –

ঔৎসুক্যেন কৃতত্বৰা সহভুৱা ব্যাৱৰ্ত্তমানা হ্রিয়া
তৈস্তৈৰ্বন্ধুজনস্য ৱচনৈৰ্নীতাভিমুখ্যং পুনঃ।
দৃষ্ট্বাগ্রে ৱৰমাত্তসাধ্বসৰসা গৌৰী নৱে সঙ্গমে
সংৰহোৎপুলকা হৰেণ হসতা শ্লিষ্টা শিৱায়াস্তু ৱঃ॥

( অন্তৰৰ একান্ত ঔৎসুক্যত লৰালৰি কৰা, স্বাভাৱিক লাজত ঘূৰি অহা, আকৌ সখীয়েকহঁতৰ বুজনিত সন্মুখলৈ যোৱা গৌৰীয়ে নৱ মিলনৰ সময়ত নিজৰ আগতে স্বামী শিৱক দেখি লাজত মূৰচি পৰিল ; সেই অৱস্থাতে আনন্দৰ হাঁহিৰে শিৱই আলিঙ্গনাবদ্ধ কৰা গৌৰীয়ে তোমালোকৰ মঙ্গল সাধন কৰক। )

এই কবিতাফাকিত হৰ-গৌৰীৰ নৱ-মিলনৰ বৰ্ণনা কৰা হৈছে। অন্তৰৰ ঔৎসুক্যক 'ত্বৰা' ( লৰালৰি কৰা ) আদি অনুভাৱৰ যোগেদি বৰ্ণনা কৰা হৈছে ; তাৰ ফলত নৱসঙ্গম বিষয়ৰ বোধ সোনকালে হোৱা সম্ভৱ নহয়। কিয়নো ভয় আদি নানা কাৰণত 'ত্বৰা' ( লৰালৰি ) হ'ব পাৰে। অনুভাৱ স্বৰূপ 'হ্রী' বা লজ্জা প্ৰকাশ আৰু ঘূৰি যোৱা কাৰ্য্যও খং আদি নানা কাৰণৰ বাবে সম্ভৱ হ'ব পাৰে। হাঁহি আৰু ভয় দুয়োটা সঞ্চাৰী ভাৱ বিভাৱাদি ভাৱৰদ্বাৰা পৰিপুষ্ট হ'লে প্ৰকৃত শৃঙ্গাৰ ৰসৰ প্ৰতিকূল যেনহে হৈ পৰিব ; সেইবাবে স্ব-শব্দেৰে ইয়াত সঞ্চাৰী ভাৱৰ উল্লেখ দোষজনক হোৱা নাই।

[ এই কবিতাফাকিত সম্ভোগ শৃঙ্গাৰ ৰস প্ৰকাশ হোৱাটো কবিৰ অভিপ্ৰায়। নায়ক শিৱাশ্ৰিত শৃঙ্গাৰ ৰসৰ আলম্বন বিভাৱ গৌৰী। নিৰীক্ষণ, চুম্বন, আলিঙ্গন আদি অনুভাৱ, ঔৎসুক্য, লাজ নিবৰ্ত্তন, হাঁহি, ভয় আদি সঞ্চাৰী ভাৱ বা ব্যভিচাৰী ভাৱ। এই অনুভাৱসমূহ সেই সেই শব্দেৰে উল্লেখ নকৰি সেই সেই কাৰ্য্যৰ বৰ্ণনাৰেহে প্ৰকাশ কৰা উচিত আছিল। তাকে নকৰি স্ব-শব্দেৰে উল্লেখ কৰাত দোষ ৰূপে পৰিগণিত হোৱাৰ প্ৰসঙ্গ হৈছে। কিন্তু উক্ত বিশেষ অৱস্থাৰ বাবে সঞ্চাৰী ভাৱৰ স্ব-শব্দ বাচ্যত্ব দোষ হোৱা নাই। ]

প্ৰকৃত ৰসৰ বিৰোধী ৰসৰ অন্তৰ্ভুক্ত সঞ্চাৰী ভাৱ
আদিৰ উক্তি যদি প্ৰকৃত ৰসৰ অধীনস্থ ভাবে হয়,
তেনেহলে পৰিপন্থী ৰসাঙ্গৰ গ্ৰহণো গুণহে হয়। ২৯

[ পৰিপন্থী ৰসাঙ্গৰ বৰ্ণনা প্ৰকৃত ৰস প্ৰতীতিৰ প্ৰতিকূল বাবে দোষৰূপে পৰিগণিত হয়। কিন্তু তেনে ৰসাঙ্গ যদি প্ৰধান হৈ নাথাকে আৰু সি প্ৰকৃত ৰসৰ একো অপকাৰ নকৰে, তেনেহলে এনে উল্লেখ গুণ ৰূপেহে পৰিগণিত হয়। ]

যেনে—

"ক্বাকাৰ্যাং শশলক্ষ্মণঃ ক্ব চ কুলম্..." ইত্যাদি।

এই কবিতাফাকিত বিতৰ্ক, মতি, শঙ্কা, ধৃতি আদি শান্ত ৰসৰ অঙ্গৰ সমাৱেশ হৈছে; কিন্তু এই সকলোবোৰেই অভিলাষৰ অঙ্গ ঔৎসুক্য, স্মৃতি, দৈন্য, চিন্তা আদিৰ প্ৰভাৱত তল পৰি আছে। ইয়াৰ ফলস্বৰূপে শেষত চিন্তাপ্ৰধান শ্ৰেষ্ঠ ৰসাস্বাদৰ অনুভৱ হৈছে। গতিকে সঞ্চাৰী ভাৱৰ স্ব-শব্দবাচ্যত্ব দোষজনক হোৱা নাই।

পৰস্পৰবিৰোধী ৰসৰ একে ঠাইতে স্মৰণত, নাইবা
তেনে বিৰোধী ৰসৰ সাদৃশ্যসূচক উল্লেখত, অথবা
এটা বিৰোধী ৰসৰ অন্য এটা বিৰোধী ৰসৰ অঙ্গ
ৰূপে অৱস্থানত—পৰস্পৰ বিৰোধী ৰসৰ একত্ৰ
সমাৱেশতো দোষ নহয়। ৩০

এইবিলাকৰ উদাহৰণ ক্ৰমে দিয়া হৈছে—

"অয়ং স ৰসনোৎকৰ্ষী " ইত্যাদি।

এই কবিতাফাকিৰ প্ৰাসঙ্গিক ৰস কৰুণ, কিন্তু স্মৰ্য্যমান ৰস শৃঙ্গাৰ। পৰস্পৰ বিৰোধী কৰুণ আৰু শৃঙ্গাৰৰ একত্ৰ সমাৱেশতো যে ইয়াত দোষ হোৱা নাই, তাৰ কাৰণ এনেঃ

[ ৰণক্ষেত্ৰত পৰি থকা ভূৰিশ্ৰৱাৰ ছিন্ন হাতখন দেখি তেওঁৰ পত্নীসকলে পূৰ্ব্বানুভূত ৰতি স্মৰণ কৰিছে। ]

শৃঙ্গাৰ ৰস প্ৰকাশ হ'বলৈ ইয়াত আলম্বন নাই অৰ্থাৎ ভূৰিশ্ৰৱা-বিষয়ক ৰতি তেওঁৰ মৃত্যুৰ পিছত স্বৰূপত অৱস্থান কৰিব নোৱাৰে। গতিকে ৰতিয়ে প্ৰকৃত ৰসৰূপতা লাভ কৰিব পৰা নাই, পূৰ্ব্বানুভূত ৰতি স্মৰণ কৰা হৈছে মাত্ৰ। তাৰ ফলত স্মৰ্য্যমান ৰতিৰ অঙ্গসমূহে (ৰসনোৎকৰ্ষণ, পীনস্তনবিমৰ্দ্দন, নাভি-উৰু-জঘন স্পৰ্শ) বেছিকৈহে শোক উদ্দীপিত কৰিছে বুলি ৰতিৰ স্মৰণ প্ৰস্তুত করুণ ৰসৰ অনুকূলহে হৈছে।

সৰাগয়া স্ৰুতঘনঘৰ্ম্মতোয়য়া কৰাহতিধ্বনিতপৃথূৰুপীঠয়া।
মুহুর্মুহুৰ্দশনবিলঙ্ঘিতোষ্ঠয়া ৰুষা নৃপাঃ প্ৰিয়তময়েৱ ভেজিৰে॥

(যুদ্ধত ৰজাবিলাকৰ গাৰপৰা ৰঙা হৈ ঘামৰ ডাঠ টোপাল বৈ পাৰিছিল, তেওঁলোকে নিজৰ বিপুল উৰুত হাতেৰে চাপৰ মাৰিছিল আৰু বাৰে বাৰে খঙত দাঁতেৰে ওঠ কামুৰি ধৰিছিল—.জনিবা তেওঁলোকক প্ৰিয়তমাইহে আলিঙ্গন কৰিছিল।

দ্বিতীয় অৰ্থ: গাৰপৰা ঘামৰ ডাঠ টোপাল বৈ অহা, বিপুল উৰুত প্ৰিয়তমে হাতেৰে আঘাত কৰা, মুহুৰ্মুহু প্ৰিয়তমে অধৰ দংশন কৰা অনুৰাগৱতী প্ৰিয়তমাই...... )

এই ক্ষেত্ৰত প্ৰাসঙ্গিক ৰস বীৰ ৰস; বীৰ ৰসৰ ব্যভিচাৰী ভাৱ ক্ৰোধ। এই কবিতাফাকিত বীৰ ৰসৰ অনুভাৱ ক্ৰোধৰ সমপৰ্য্যায়ী ৰূপেহে শৃঙ্গাৰ ৰসৰ অৱতাৰণা কৰা হৈছে, [ সেই বাবে ইয়াত বিৰুদ্ধ ৰসৰ সমাৱেশত সচৰাচৰ যি দোষ হয়, তেনে দোষ হোৱা নাই। ]

[ কথাষাৰৰ তাৎপৰ্য্য এনে: শৃঙ্গাৰ আৰু বীৰ ৰস পৰস্পৰ বিৰোধী। উক্ত কবিতাফাকিত বীৰ ৰসৰ প্ৰসঙ্গত শৃঙ্গাৰ ৰসৰ সমাৱেশ হৈছে; কিন্তু এনে সমাৱেশ স্বাভাৱিক ৰীতিত হোৱা নাই। বীৰৰসৰ সঞ্চাৰী ভাৱ ক্ৰোধৰ হে প্ৰকৃততে বৰ্ণনা কৰা হৈছে। ক্ৰোধ-বৰ্ণনা প্ৰসঙ্গত শব্দ সাম্যদ্বাৰাহে শৃঙ্গাৰ ৰসৰ সূচনা হৈছে। গতিকে ইয়াত বৰ্ণিত শৃঙ্গাৰ ৰস বীৰ ৰসৰ ব্যভিচাৰী ভাৱ ক্ৰোধৰ ছায়া স্বৰূপহে আছে। ]

একং ধ্যাননিমীলনান্মুকুলিতপ্রায়ং দ্বিতীয়ং পুনঃ।
পার্ব্বত্যা ৱদনাম্বুজস্তনভৰে সম্ভোগভাৱালসম্॥
অন্যদ্ দূৰৱিকৃষ্টচাপমদন-ক্রোধানলোদ্দীপিতং
শম্ভোর্ভিন্নৰসং সমাধিসময়ে নেত্রত্রয়ং পাতু ৱঃ॥

(ধ্যানমগ্ন শিৱৰ এটা নয়ন প্রায় মুদ খাই আছে, দ্বিতীয় নয়ন সম্ভোগ কামনাত পার্ব্বতীৰ মুখপদ্ম আৰু স্তনযুগলত-অলসভাৱে নিবদ্ধ, তৃতীয় নয়ন আকর্ণ ধনুৰ গুণ টানি থকা মদনৰ প্রতি ক্রোধত উদ্দীপ্ত—এইদৰে সমাধি সময়ত বেলেগ বেলেগ ৰস প্রকাশ কৰা ত্রিনয়নৰ নেত্রত্রয়ে তোমালোকক ৰক্ষা কৰক।)

এই কবিতাফাকিত শান্ত, শৃঙ্গাৰ আৰু ৰৌদ্ৰৰসেৰে পৰিপুষ্ট হোৱা ভগৱদ্বিষয়ক ৰতি প্রকাশ হৈছে।

[বিভিন্ন ৰসৰ সমাবেশে ভগৱান, শিৱৰ প্রতি থকা ৰতি অভিব্যক্ত কৰিছে বাবে পৰিপন্থী ৰসৰ একত্র সমাৱেশত হোৱা দোষ ইয়াত হোৱা নাই।]

নাইবা—

ক্ষিপ্তোহস্তাৱলগ্নঃ প্রসভমভিহতোহপ্যাদদানোহংশুকান্তং
গৃহ্ণন্ কেশেষ্বপাস্তশ্চৰণনিপতিতো নেক্ষিতঃ সম্ভ্রমেণ
আলিঙ্গন্ যোহৱধূতস্ত্রিপুৰযুৱতিভিঃ সাশ্রুনেত্রোৎপলাভিঃ।
কামীৱাদ্রাপৰাধঃ স দহতু দূৰিতং শাম্ভৱো ৱঃ শৰাগ্নিঃ॥

(ত্রিপুৰাৰি শম্ভুৰ যি শৰাগ্নিয়ে প্রেমাপৰাধী কামী পুৰুষৰ দৰে ত্রিপুৰাসুৰৰ উৎপলাক্ষী সুন্দৰীসকলে অশ্রুপূর্ণ নয়নে খেদি পঠিওৱাতো তেওঁলোকৰ হাতত ধৰে, দূৰলৈ পঠিওৱাতো বস্ত্রৰ অঞ্চলত ধৰেহি, আঁতৰাই দিলেও চুলিত ধৰেহি, গৌৰৱত উলটি নাচালেও ভৰিত পৰেহি, ওচৰলৈ আহিবলৈ নিদিলেও আলিঙ্গন কৰিব খোজে—সেই শৰাগ্নিয়ে তোমালোক সকলোৰে পাপৰাশি নাশ কৰক;

অন্য ৰমণীৰ প্রণয়াসক্ত নায়কেও নায়িকাই অভিমানত চকুলো টুকি খেদি পঠোৱাতো অনুনয়ত হাতত ধৰে, দূৰ করি দিলেও কাপোৰৰ আঁচলত ধৰে, আঁতৰাই দিলেও কেশপাশ আকর্ষণ কৰে, নায়িকাই উলটি নাচালেও ভৰিত পৰে, ওচৰলৈ আহিবলৈ নিদিলেও বলেৰে আলিঙ্গন কৰিব খোজে।)

এই কবিতাফাকিত ঘাইকৈ কবিৰ ভগৱদ্বিষয়ক ৰতি বা শিৱৰ প্ৰতি থকা কবিৰ অন্তৰৰ একান্ত ভক্তিভাৱ প্ৰকাশ হৈছে। ভগবদ্বিষয়ক সেই ৰতিৰ পৰিপোষক ৰূপে শম্ভুৰ ত্ৰিপুৰ বিনাশৰ প্ৰতি উৎসাহ ভাৱৰ সমাৱেশ কৰা হৈছে; কিন্তু উৎসাহ ভাৱ পৰিপোষণৰ অভাৱত বাৰ ৰসত পৰিণত হ'ব পৰা নাই আৰু সেইবাবে সি ৰস নহৈ ভাৱৰূপেই অৱস্থান কৰিছে। এই উৎসাহ ভাৱৰে অঙ্গৰূপে করুণ ৰস প্ৰকাশ হৈছে। 'কামী ইৱ' এই তুলনাত সেই করুণ ৰসৰে সাম্য-বিৱক্ষাৰদ্বাৰা আক্ষিপ্ত শৃঙ্গাৰ ৰস আক্ষিপ্ত হৈছে।

এই করুণ ৰসো শেষ আস্বাদ্য বিষয় নহয়, অৰ্থাৎ করুণতে ৰসৰ পৰ্য্যবসান বা বিশ্ৰাম হোৱা নাই; সেইবাবে করুণো ভগদ্বিষয়ক ৰতিৰ অঙ্গ স্বৰূপেহে বিৰাজ কৰে। গতিকে করুণ আৰু শৃঙ্গাৰ দুয়োটা ভাৱেই ভগৱান মহাদেৱনিষ্ঠ উৎসাহ ভাৱেৰে পৰিপুষ্ট হৈ কবিনিষ্ঠ ভগদ্বিষয়ক ৰতিভাৱক অধিক ৰূপে আস্বাদযোগ্য কৰি তুলিছে; এই কাৰণে শৃঙ্গাৰ আৰু করুণ দুয়োটা ভাৱেই ভগদ্বিষয়ক ৰতিৰ অঙ্গৰূপে বিৰাজ কৰাত সহাৱস্থান সম্ভৱপৰ হৈছে আৰু দোষ হোৱা নাই।

[ করুণ আৰু শৃঙ্গাৰ পৰস্পৰ বিৰোধী। বিৰোধী ৰসৰ একত্ৰ সমাবেশ দোষাবহ, কিন্তু উক্ত কবিতাফাকিত পৰস্পৰ বিৰোধী করুণ আৰু শৃঙ্গাৰৰ সমাবেশ যে দোষৰূপে পৰিগণিত হোৱা নাই তাৰ কাৰণ কবিতাফাকিৰ প্ৰধান প্ৰতিপাদ্য বিষয় **ভগদ্বিষয়ক কবিনিষ্ঠ ৰতি**। সেই ৰতিভাৱৰ পৰিপোষক উৎসাহ ভাৱ। উৎসাহ অৱশ্যে বীৰ ৰসত পৰিণত হোৱা নাই। এনে অৱস্থাত বৰ্ণনীয় করুণ ৰস আৰু করুণৰ সাম্য বিৱক্ষাত আক্ষিপ্ত শৃঙ্গাৰ, দুয়োটা ৰতিৰে অঙ্গ হৈছে। এটা অঙ্গী আৰু ইটো অঙ্গ হোৱা নাই। ]

ইয়াত এনে প্ৰশ্ন হয় যে বিভাৱ, অনুভাৱ সঞ্চাৰী ভাৱসমূহক, সামূহিকভাৱে অৱলম্বন কৰি ৰস প্ৰকাশ হয়; ৰস পূৰ্ণ ঘন আনন্দ স্বৰূপ। [ ৰস অখণ্ড, বিস্ময় আৰু আনন্দ স্বৰূপ বুলি তৃতীয় পৰিচ্ছেদত বহলাই কোৱা হৈছে। ] গতিকে, ৰসৰ স্বৰূপ যদি এয়ে হয়, তেনেহলে এবিধ ৰসৰ

অন্য বিধ ৰসৰ সৈতে বিৰোধ সম্ভৱ হয় কেনেকৈ ? একেটা বাক্যতে এবিধ ৰসৰ প্ৰকাশ আৰু অন্য এবিধ ৰসৰ প্ৰৱেশ—এই দুয়োটা ক্ৰিয়া একে সময়তে হ'ব নোৱাৰে ; গতিকে কেনেকৈ এবিধ ৰসে অন্য এবিধক তল পেলাই থোৱাটো জানো সম্ভৱপৰ ? আকৌ ৰসৰ অঙ্গাঙ্গী ভাৱো হ'ব নোৱাৰে, অৰ্থাৎ এটা ৰস অঙ্গী বা প্ৰধান আৰু আন এটা ৰস গৌণ বা তাৰ অঙ্গ হোৱাটোও সম্ভৱ নহয় ; কিয়নো এনেভাৱে সম্মিলিত দুয়োটা ৰসেই স্বয়ং সম্পূৰ্ণ আৰু স্বতন্ত্ৰভাৱে অৱস্থান কৰে।

[ কথাখিনিৰ তাৎপৰ্য্য এনে : বিভাৱ, অনুভাৱ আৰু সঞ্চাৰী ভাৱৰ সমগ্ৰতাৰ ওপৰতহে যি কোনো ৰসৰ নিষ্পত্তি হয়, গতিকে তাত অসম্পূৰ্ণতা বা অন্য বিভাৱ অনুভাৱ আদিৰ প্ৰৱেশৰ সম্ভাৱনা অকণো নাই। আনহাতে ৰস আনন্দস্বৰূপ আৰু অখণ্ড ; গতিকে তাতো বিৰোধৰ সম্ভাৱনা নাই। খণ্ডিত বা অসম্পূৰ্ণতহে বিৰোধ দেখা যায়। ইয়াৰ বাহিৰে যি ঠাইত একেটা বৰ্ণনাতে দুটা বা ততোধিক ৰসৰ প্ৰকাশ যেন দেখা যায়, তাতো এই কথা মনত ৰাখিব লাগিব যে যি সময়ত এবিধ ৰসৰ প্ৰাদুৰ্ভাৱ হয়, সেই সময়ত সেই ৰসে সমগ্ৰভাৱে গোটেই বৰ্ণনাকে ব্যাপি থকাত তাত অন্য ৰসৰ অনুপ্ৰৱেশ অসম্ভৱ। দুয়োটা ক্ৰিয়া যেতিয়া একে সময়তে নহয়, তেনেহ'লে বিৰোধ হয় কেনেকৈ ? ভূতপূৰ্ব্ব এটা বিষয়ৰ সৈতে বৰ্ত্তমানৰ এটা বিষয়ৰ বা বৰ্ত্তমানৰ এটা বিষয়ৰ সৈতে ভৱিষ্যতৰ এটা বিষয়ৰ বিৰোধ ক'তো দেখা নাযায়। ইয়াৰ বাহিৰেও কোনো ঠাইত এটা ৰস প্ৰধান হৈ থাকিব আৰু ইটো ৰস তাৰ অঙ্গ হ'ব, এই কথাও ক'ব নোৱাৰি। দুটা স্বতন্ত্ৰ আৰু স্বয়ং সম্পূৰ্ণ বস্তুৰ ভিতৰত এটা ইটোৰ অঙ্গ হ'ব নোৱাৰে।

এটা শৰীৰ অন্য এটা শৰীৰৰ অঙ্গ নহয়, হাত ভৰি আদিহে শৰীৰৰ অঙ্গ। ]

এই কথা সত্য। এই কাৰণেই প্ৰাচীন আচাৰ্য্যসকলে এই প্ৰসঙ্গত অপ্ৰধান ৰসক এক প্ৰকাৰ বিশিষ্ট ৰস বা সঞ্চাৰী ৰস আখ্যা দিছে ; কিয়নো তেওঁলোকৰ মতে এনে ৰস স্বতন্ত্ৰৰূপে আস্বাদযোগ্য নহয়, নাইবা মুখ্য ৰসৰ দৰে পূৰ্ণৰূপে অভিব্যঙ্গ্যও ( প্ৰকাশ্য ) নহয়। নিজৰ সামগ্ৰীৰ-দ্বাৰা পৰিপুষ্ট হৈ কেৱল ৰসৰ ভাৱৰূপেহে অৱস্থান কৰে।

ইয়াকেই আমাৰ পিতামহৰ অনুজ পণ্ডিতাগ্ৰগণ্য কবি চণ্ডীদাসে খণ্ডৰস বুলি কৈছে।

তেওঁ কৈছে—

"যি ৰস নিজৰ বিষয়ত প্ৰধান বা অঙ্গী হৈ বিৰাজ কৰিলেও অন্য ৰসৰ অঙ্গ বা উপকাৰক হয়, নাইবা বিৰোধী হলেও প্ৰকৃত ৰসৰ সৈতে সাম্য-বিৰক্ষাৰ-দ্বাৰা একত্ৰ সমাৱিষ্ট হয়, নাইবা বিৰোধী নোহোৱাকৈও প্ৰকৃত ৰসৰ সৈতে মিলি যায়—এনে অৱস্থাত যথাৰ্থতে সমগ্ৰ ৰসৰ আস্বাদ নোহোৱা বাবে ইয়াক 'খণ্ডৰস' বোলা হয়।"

আগেয়ে তৃতীয় পৰিচ্ছেদত আছ অৰ্থাৎ শৃঙ্গাৰ ৰসৰ কৰুণ, বীভৎস, ৰৌদ্ৰ, বীৰ আৰু ভয়ানক ৰসৰ সৈতে বিৰোধ বুলি কোৱা হৈছে, তেনেহ'লে সেই নীতি অনুসাৰে পৰস্পৰ বিৰোধী বীৰ আৰু শৃঙ্গাৰ ৰসৰ কেনেকৈ একে ঠাইতে সমাৱেশ হ'ব পাৰে ?

কপোলে জানক্যাঃ কৰিকলভদন্তদ্যুতিমুষি
স্মৰস্মেৰস্ফাৰোড্ডমৰপুলকং ৱক্ত্ৰকমলম্।
মুহুঃ পশ্যচ্ছৃণ্বন্ ৰজনিচৰসেনাকলকলং
জটাজুটগ্ৰন্থিং দ্ৰঢ়য়তি ৰঘূণাং পৰিবৃঢ়ঃ ॥

(ৰঘুপতি ৰামচন্দ্ৰই জানকীৰ হাতী পোৱালিৰ দাঁতৰ দৰে বগা কপোলেৰে সুশোভিত মুখপদ্মত কাম-বিকাৰ আৰু প্ৰেমৰ পুলক বাৰে বাৰে নিৰীক্ষণ কৰি থাকোঁতেই ৰাক্ষসসেনাৰ কোলাহল শুনি নিজৰ জটাজুটৰ গাঁথি টানকৈ বান্ধিছে।)

এনেকুৱা উদাহৰণত দুয়োটাৰ অৱস্থান কেনেকৈ সম্ভৱপৰ হৈছে ? ইয়াৰ উত্তৰত কোৱা হৈছে।

অলঙ্কাৰ শাস্ত্ৰত ৰসৰ পৰস্পৰ বিৰোধ আৰু অবিৰোধ তিনি প্ৰকাৰে হয়। (১) দুয়োটা ৰসৰ আলম্বন একে হোৱা (২) দুয়োটা ৰসৰ আশ্ৰয় একে হোৱা আৰু (৩) দুয়োটা ৰসৰ অভিব্যক্তিৰ মাজত একো ব্যৱধান নথকা—এই তিনি অৱস্থাত ৰসৰ বিৰোধ-অবিৰোধ নিৰ্ণয় হয়।

ইয়াৰ ভিতৰত আলম্বন একে হ'লে বীৰ আৰু শৃঙ্গাৰ ৰসৰ বিৰোধ হয়। সেইদৰে একে আলম্বনত হাস্য, ৰৌদ্ৰ আৰু বীভৎস ৰসৰ সৈতে সম্ভোগ-শৃঙ্গাৰৰ বিৰোধ হয়। আলম্বন একে হ'লে বীৰ, করুণ, ৰৌদ্ৰ আদিৰ সৈতে বিপ্ৰলম্ভ শৃঙ্গাৰৰ বিৰোধ হয। একে আলম্বন আৰু একে আশ্ৰয় হলে বীৰৰস আৰু ভয়ানক ৰস পৰস্পৰ বিৰোধী হয়।

আনন্তৰ্য্য অৰ্থাৎ এটা ৰসৰ অভিব্যক্তিৰ অব্যৱহিত ভাৱে অন্য এটা ৰসৰ অভিব্যঞ্জনা হ'লে, নাইবা বিভাৱৰ ঐক্যত, শান্ত আৰু শৃঙ্গাৰ ৰস পৰস্পৰ বিৰোধী হয়।

উক্ত তিনিও প্ৰকাৰে বীৰ ৰসৰ অদ্ভুত আৰু ৰৌদ্ৰ ৰসৰ সৈতে বিৰোধ নহয়; শৃঙ্গাৰৰসৰ অদ্ভুতৰ সৈতে বিৰোধ নহয়; ভয়ানক ৰসৰ বীভৎস ৰসৰ সৈতে বিৰোধ নহয়।

"কপোলে জানক্যাঃ..."এই কবিতাফাকিত বীৰ ৰস আৰু শৃঙ্গাৰ ৰসৰ আলম্বন বেলেগ; গতিকে উক্ত দুই ৰসৰ পৰস্পৰ বিৰোধ হোৱা নাই। [ৰামাশ্ৰিত বীৰ ৰসৰ আলম্বন ৰাক্ষসসেনা আৰু ৰামনিষ্ঠ শৃঙ্গাৰ ৰসৰ আলম্বন জানকী।]

সেইদৰেই নায়কনিষ্ঠত্বৰূপে বীৰৰসৰ বৰ্ণনাত আৰু প্ৰতিনায়ক নিষ্ঠ ভয়ানক ৰসৰ বৰ্ণনাত আশ্ৰয় ভিন্ন হোৱা বাবে পৰস্পৰৰ বিৰোধ নাই। উদাহৰণ উহ্য।

নাগানন্দ নাটকত শান্ত ৰসৰ আশ্ৰয়ভূত জীমূতবাহনৰ মলয়ৱতীৰ প্ৰতি অনুৰাগ বৰ্ণনা কৰাত শান্ত আৰু শৃঙ্গাৰৰ আশ্ৰয় একে হৈছে। কিন্তু মলয়ৱতীৰ গীত শুনি জীমূতবাহনে "কি মনোমোহা গীত, কি অনুপম বাদ্য" বুলি মনোগত আশ্চৰ্য্য ভাৱ প্ৰকাশ কৰাত শান্ত আৰু শৃঙ্গাৰ ৰসৰ মাজতে অদ্ভুত ৰসৰ প্ৰৱেশ ঘটিছে। সেই বাবে দুয়োবিধ ৰসৰ "নৈৰন্তৰ্য্য" বা অব্যৱহিততা হোৱা নাই [মাজত ব্যৱধান আছে]। সেই কাৰণেই শান্ত আৰু শৃঙ্গাৰৰ একত্ৰ সমাৱেশতো পৰস্পৰৰ বিৰোধ ঘটা নাই। এনেকৈয়ে অন্যান্য ঠাইতো বিৰোধ-অবিৰোধৰ কথা বুজিব লাগিব।

"পাণ্ডুক্ষামং ৱদনম্—" ইত্যাদি উদাহৰণত পাণ্ডুতা আদি করুণ-বিপ্রলম্ভ শৃঙ্গাৰৰো অঙ্গ হয়, এই বাবে বিৰোধ নহয়।

অনুকাৰত অর্থাৎ অন্যৰ উক্তি আদিৰ পুনৰুক্তিৰূপ
অনুকৰণত, সকলোবোৰ দোষেই অদোষ হয়।৩১

সকলোবোৰ দোষৰ অর্থ দুঃশ্রৱত্ব আদি সকলো প্রকাৰ দোষ।

যেনে—

"এষ দুশ্চ্যৱনং নৌমী"ত্যাদি জল্পতি কশ্চন।

("এয়া মই দুশ্চ্যৱনক (ইন্দ্র) প্রণাম কৰিছোঁ" এই বুলি কোনোৱে কৈছে।)

ইয়াত ইন্দ্র অর্থত প্রয়োগ কৰা 'দুশ্চ্যৱন' শব্দত অপ্রযুক্তত্ব দোষ হৈছে। [অভিধানত ইন্দ্রৰ পর্য্যায়বাচীৰূপে দুশ্চ্যৱন শব্দৰ উল্লেখ আছে যদিও, ইন্দ্র অর্থত দুশ্চ্যৱন শব্দৰ প্রয়োগ দেখা নাযায়।]

অন্য দোষবিলাকো প্রয়োগৰ ঔচিত্যৰপৰা মনীষী-
সকলে অদোষ বা গুণ, নাইবা অনুভয়ৰূপ অর্থাৎ
দোষ গুণ একো নহয় বুলি বুজি লব।৩২

অনুভয়ৰূপৰ অর্থ দোষো নহয় অথচ গুণো নহয়।

কবিৰাজ বিশ্বনাথকৃত সাহিত্যদর্পণত দোষ নিৰূপণ নামৰ সপ্তম পৰিচ্ছেদ।

———

## অষ্টম পৰিচ্ছেদ

কাব্যত গুণ, গুণৰ স্বৰূপ আৰু উপযোগিতা ঃ

এতিয়া কাব্যৰ গুণৰ কথা কোৱা হৈছে—

যিদৰে প্ৰাণীৰ শৰীৰৰ সাৰ বস্তু আত্মা, সেই
আত্মাৰ ধৰ্ম্ম শৌৰ্য্য-বীৰ্য্য-ঔদাৰ্য্য আদিক গুণ বোলা
হয়, সেইদৰে কাব্যৰ শৰীৰৰ সাৰবস্তু ৰসতত্ত্ব;
সেই ৰসৰ ধৰ্ম্ম মাধুৰ্য্য ওজঃ আদিক গুণ
বোলা হয়। ১

এই কাৰিকাংশৰ ভাবাৰ্থ এই ঃ যিদৰে প্ৰাণীমাত্ৰৰে শৰীৰ সংস্থানৰ ভিতৰত আত্মা অঙ্গী বা প্ৰধানৰূপে পৰিগণিত হয় আৰু সেই প্ৰধানভূত আত্মাৰ উৎকৰ্ষৰ কাৰণ হেতুকে শৌৰ্য্য-ঔদাৰ্য্য আদিক আত্মাৰ গুণ বোলা হয়, সেইদৰে কাব্যৰ শৰীৰ শব্দ আদিৰ ভিতৰতো ৰসেই অঙ্গী বা প্ৰধান সাৰভূত বস্তু আৰু মাধুৰ্য্য, ওজঃ আদি গুণবিলাক সেই ৰসৰে স্বৰূপ-বিশেষৰ নিচিনা অৰ্থাৎ অসাধাৰণ লক্ষণ বা ধৰ্ম্ম। এই গুণবিলাকে ৰসাভিব্যঞ্জক পদসমূহক কাব্য নামেৰে অভিহিত হোৱাৰ যোগ্য কৰি কাব্যৰ অনুগুণ বা উপকাৰ সাধন কৰে; সেই বাবেই ইয়াক গুণ বোলা হয়। এই গুণবিলাক কেনেকৈ কাব্যৰ আত্মা স্বৰূপ একমাত্ৰ ৰসৰ ধৰ্ম্ম হয়, সেইটো আগেয়ে প্ৰতিপাদন কৰা হৈছে।

**গুণৰ প্ৰকাৰ ঃ**

সেইবিলাক (এই ৰসধৰ্ম্মৰূপ গুণ) তিনিপ্ৰকাৰ
(১) মাধুৰ্য্য, (২) ওজঃ আৰু (৩) প্ৰসাদ। ২

'সেইবিলাক'—ইয়াৰ অৰ্থ গুণবিলাক।

**মাধুৰ্য্য গুণ নিৰূপণ :**

চিত্তৰ দ্ৰৱীভাৱময় অৰ্থাৎ য'ত অন্তৰখন গলি যোৱা যেন লাগে, তেনেকুৱা আহ্লাদ বা আনন্দকে মাধুৰ্য্য বোলা হয়। ৩

কোনো কোনো সাহিত্যাচাৰ্য্যই ( কাব্যপ্ৰকাশকাৰ মম্মটভট্টই ) যে চিত্ত-দ্ৰুতিৰ ( চিত্ত গলি যোৱাৰ ) কাৰণকে মাধুৰ্য্য বুলি কৈছে, সেই কথা যুক্তিযুক্ত নহয় ; কাৰণ চিত্তৰ দ্ৰৱীভাৱ আস্বাদনস্বৰূপ আহ্লাদৰ লগত অভিন্ন অৰ্থাৎ আস্বাদস্বৰূপ আহ্লাদতকৈ চিত্তৰ দ্ৰৱীভাৱ বেলেগ বস্তু নহয় ; গতিকে চিত্তৰ দ্ৰৱীভাৱ বস্তু হ'ব নোৱাৰে। চিত্ত-দ্ৰুতি বা হৃদয়ৰ দ্ৰৱীভাৱৰ অৰ্থ হল সহৃদয়ৰ চিত্ত বিগলিতৰ দৰে হোৱা। সহৃদয়ৰ চিত্ত বিগলিত হয় ৰতি প্ৰভৃতিৰ ( শোক, সম ) স্বৰূপ সংবলিত যি আনন্দৰ আবিৰ্ভাৱ, তাৰদ্বাৰা। সকলোৰে স্বভাৱসিদ্ধ বিষয়ৰ মাজত গভীৰভাৱে প্ৰৱেশৰ অক্ষমতা বা কৰ্কশভাৱ, শোক আদিয়ে জন্মোৱা চিত্তৰ পোৰণি, বিস্ময় আৰু হাঁহি আদিয়ে উপস্থাপিত কৰা বিক্ষেপ পৰিত্যাগৰদ্বাৰা।

**মাধুৰ্য্য গুণৰ অভিব্যক্তিক্ষেত্ৰ :**

এই মাধুৰ্য্য, সম্ভোগ-শৃঙ্গাৰ, কৰুণ, বিপ্ৰলম্ভ-শৃঙ্গাৰ আৰু শান্ত ৰসত ক্ৰমশঃ উত্তৰোত্তৰ অধিক ভাৱে অভিব্যঞ্জিত হয়। ৪

কাৰিকাত প্ৰযুক্ত সম্ভোগ আদি শব্দ উপলক্ষণ মাত্ৰ, গতিকে সম্ভোগাভাস আদিতো এই মাধুৰ্য্যগুণৰ অৱস্থিতি বুজিব লাগে।

**মাধুৰ্য্য গুণ অভিব্যক্তিৰ সাধন :**

আগত থকা পঞ্চম বৰ্ণৰ সৈতে ট, ঠ, ড, ঢৰ বাহিৰে অন্য বৰ্গ্য বৰ্ণৰ যোগত হোৱা সংযুক্ত বৰ্ণযুক্ত শব্দ, নাইবা লঘু ভাৱে উচ্চাৰিত ৰকাৰ ( ৰেফ্ ) আৰু ণকাৰ যুক্ত শব্দৰ প্ৰয়োগেৰে কৰা সমাস নোহোৱা বা সৰু সমাস থকা ৰচনাত মাধুৰ্য্য গুণ প্ৰকাশ হয়।

উদাহৰণ, যেনে—

অনঙ্গমঙ্গলভুৱস্তদপাঙ্গস্য ভঙ্গয়ঃ।
জনয়ন্তি মুহুর্যূনামন্তঃ সন্তাপসন্ততিম্ ॥

( অনঙ্গৰ মঙ্গলময় জন্মভূমি-স্বৰূপ, এই সুন্দৰীৰ চকুৰ চাৱনিৰ ভঙ্গিমাই যুৱক প্ৰেমিকৰ অন্তৰত ধাৰাবাহিকভাৱে সন্তাপ উৎপন্ন কৰে। )

সেইদৰে আন এটা উদাহৰণ, যেনে—মোৰ ৰচিত ঃ

লতাকুঞ্জং গুঞ্জন্ মদৱদলিপুঞ্জং চপলয়ন্
সমালিঙ্গন্নঙ্গং দ্রুততৰমনঙ্গং প্ৰৱলয়ন্।
মৰুন্মন্দং মন্দং দলিতমৰৱিন্দং তৰলয়ন্
ৰজোবৃন্দং বিন্দন্ কিৰতি মকৰন্দং দিশি দিশি ॥

( এই মৃদু মন্দ বাতাহে মধুৰ গুঞ্জনত ৰত মত্তভ্ৰমৰসমূহক চঞ্চল কৰি, যুৱক-যুৱতীৰ দেহ আলিঙ্গন কৰি, সিহঁতৰ মনত কামবৃত্তি প্ৰৱলভাৱে জগাই দি, ফুলি থকা পদুমবোৰক কঁপাই আৰু তাৰ সুগন্ধ পৰাগবোৰ গাত সানি লৈ দশোদিশে মধুৰ সৌৰভ বিতৰণ কৰিছে। )

**ওজঃ গুণৰ স্বৰূপ আৰু ক্ষেত্ৰ ঃ**

চিত্তৰ বিস্তাৰ ৰূপ দীপ্ত অৱস্থাক ওজঃ বোলা হয়।
বীৰ, বীভৎস আৰু ৰৌদ্ৰৰসত ইয়াৰ ক্ৰমশঃ
উত্তৰোত্তৰ অধিকভাৱে অভিব্যক্তি ঘটে। ৬

[ অৰ্থাৎ বীৰ ৰসতকৈ বীভৎস ৰসত চিত্তৰ দীপ্ত ভাৱ বেছি, তাতোকৈ ৰৌদ্ৰৰসত বেছি হয়। ]

কাৰিকাত প্ৰযুক্ত 'অস্য' (ইয়াৰ) মানে ওজোগুণৰ। এই কাৰিকাতে প্ৰযুক্ত 'বীৰ' আদি শব্দ উপলক্ষণমাত্ৰ, গতিকে ইয়াৰদ্বাৰাই 'বীৰাভাস' আদিতো এই ওজোগুণৰ অৱস্থিতি বুজোৱা হৈছে।

**ওজঃ গুণ অভিব্যক্তিৰ সাধন ঃ**

বৰ্গৰ প্ৰথম ( ক, চ, ট, ত, প ) আৰু তৃতীয় ( গ, জ, ড, দ, ব ) বৰ্ণৰ লগত সংযুক্ত হৈ থকা নিজৰ নিকট-পৰৱৰ্ত্তী বৰ্ণ ( প্ৰথম বৰ্ণৰ নিকট পৰৱৰ্ত্তী বৰ্ণ খ, ছ, ঠ, থ, ফ আৰু তৃতীয় বৰ্ণৰ নিকট পৰৱৰ্ত্তী বৰ্ণ ঘ ঝ ঢ ধ ভ ), অন্ত্য বৰ্ণৰ তলৰ পিনে, ওপৰৰ পিনে বা দুয়োপিনে সংযুক্তভাৱে থকা ৰকাৰ, সংযুক্তই হক বা অসংযুক্তই হক ট, ঠ, ড, ঢ আৰু তালব্য শ তথা মূৰ্দ্ধন্য ষ এইবিলাক বৰ্ণ সমাসবহুল ( দীৰ্ঘ সমাস যুক্ত ) ৰচনা আৰু ঔদ্ধত্যপূৰ্ণ পদযোজনাৰদ্বাৰা এই ওজোগুণ অভিব্যঞ্জিত হয়। ৭

উদাহৰণ ; যেনে—

"চঞ্চদ্‌ভুজভ্ৰমিত" ইত্যাদি আগেয়ে ষষ্ঠ পৰিচ্ছেত উদ্ধৃত পদ্যটো।

**প্ৰসাদ গুণৰ স্বৰূপ আৰু ক্ষেত্ৰ ঃ**

শুকান খৰিত জুই তৎক্ষণাৎ বিয়পি পৰাৰ দৰে, যিটোৱে সহৃদয় লোকৰ অন্তৰত বিয়পি পৰে, তেনেকুৱা চিত্তৰ প্ৰসন্নতা বা নিৰ্ম্মলতাক প্ৰসাদ বোলা হয়। ৮

এই প্ৰসাদ গুণ সকলো প্ৰকাৰ ৰস আৰু সকলো প্ৰকাৰ ৰচনাতে থাকে।

কাৰিকাত প্ৰযুক্ত 'ব্যাপ্নোতি' ( বিয়পে ) শব্দৰ অৰ্থ আবিষ্কৰোতি অৰ্থাৎ স্পষ্টভাৱে প্ৰকাশ কৰে।

**প্ৰসাদ গুণৰ অভিব্যক্তিৰ কাৰণ ঃ**

যি শব্দৰ শুনামাত্ৰে অৰ্থবোধ হয়, তেনেকুৱা শব্দ বোৰেই প্ৰসাদগুণৰ অভিব্যঞ্জক। ৯

উদাহৰণ ; যেনে—

স্ূচীমুখেন সকৃদেৱ কৃতব্ৰণস্ত্বং
মুক্তাকলাপ লুঠসি স্তনয়োঃ প্ৰিয়ায়াঃ ।
বাণৈঃ স্মৰস্য শতশো ৱিনিকৃত্তমৰ্ম্মা
স্বপ্নেঽপি তাং কথমহং ন ৱিলোকয়ামি ?

( হেৰ মুক্তাহাৰ, এবাৰ মাত্ৰ বেজিৰে বিন্ধাত ছিদ্ৰ হোৱাতে তই প্ৰিয়াৰ স্তনযুগলৰ মাজত লেটি লৈ পৰি থকাৰ সুবিধা পাইছ, কিন্তু হৃদয় শত শত বাৰ কামদেৱৰ শৰৰ আঘাতত থকা সৰকা হৈ পৰাতো মই সপোনতো তেওঁক দেখা নাপাওঁ কিয় ? )

আচাৰ্য্যসকলে এই গুণবিলাকক লাক্ষণিক অৰ্থতহে শব্দৰ গুণ বুলি কয় ;

আত্মাৰ ধৰ্ম্ম শৌৰ্য্য-ঔদাৰ্য্য আদিক যিদৰে শৰীৰত আৰোপ কৰি ঔপচাৰিক ( গৌণ ) ভাৱে শৰীৰৰ গুণ বুলি কোৱা হয়, সেই দৰে ৰসৰ ধৰ্ম্ম মাধুৰ্য্য আদিক কাব্য-শৰীৰ শব্দত আৰোপ কৰি গৌণ ভাৱে শব্দৰ গুণ বোলা হয়—এই কথাখিনি ইয়াৰ লগত সংযোগ কৰিব লাগে ।

প্ৰাচীন আলঙ্কাৰিক আচাৰ্য্য বামন আদিয়ে যিবিলাক গুণৰ কথা কৈছে, তাৰে ভিতৰত শ্লেষ, সমাধি, ঔদাৰ্য্য আৰু প্ৰসাদ এই কেইটা শব্দগুণ ওজঃ গুণৰ ভিতৰতে পৰে ।

ইয়াত যে শ্লেষ আদি ওজঃৰ ভিতৰতে পৰে বুলি কোৱা হ'ল এই ওজঃ শব্দৰদ্বাৰা গৌণ ভাৱে ওজঃ শব্দ-বাচ্য, শব্দাৰ্থৰ ( গাঢ় বন্ধৰূপ ) ধৰ্ম্ম-বিশেষক কোৱা হৈছে । সেই আচাৰ্য্যসকলৰ স্বীকৃত গুণবিলাকৰ ভিতৰত শ্লেষ নামক শব্দগুণৰ লক্ষণ এয়ে যে, যি ৰচনাত বহুত পদকে এটা পদৰ দৰে শুনা যায়, ৰচনাৰ তেনেকুৱা গাঢ়তাই শ্লেষ ।

উদাহৰণ ; যেনে—

উন্মজ্জজ্জলকুঞ্জৰেন্দ্ৰৰভসাস্ফালানুবন্ধোদ্ধতঃ
সৰ্ব্বাঃ পৰ্ব্বতকন্দৰোদৰভুৱঃ কুৰ্ব্বন্ প্ৰতিধ্বানিনীঃ ।

উচ্চৈৰুচ্চৰতি ধ্বনিঃ শ্ৰুতিপথোন্মাথী যথায়ং তথা
প্ৰায়ঃপ্ৰেঙ্খদসংখ্য শঙ্খধৱলা ৱেলেয়মুদগচ্ছতি ॥

(নিৰন্তৰে ওপৰলৈ উঠি অহা ভীমকায় জলহস্তীয়ে লেঠাৰি নিছিগাকৈ বেগেৰে জলাঘাত কৰাৰদ্বাৰা বিকট হৈ উঠা, সমস্ত পৰ্ব্বত গুহাৰ অভ্যন্তৰ ভাগ প্ৰতিধ্বনিত কৰি তোলা, এই কাণ ফটা শব্দ যিদৰে বিশাল হৈ উঠিছে, সেই-দৰে ইফালে সিফালে ওপঙি ফুৰা অসংখ্য শঙ্খেৰে ধৱল হৈ উঠা সমুদ্ৰৰ বিকৃত জল ৰাশি উপচি পৰিছে।)

ইয়াত প্ৰতীয়মান গাঢ়বন্ধৰূপ শ্লেষ, ৰচনাৰ গাঢ়তা ৰূপ ওজঃৰ বাহিৰে অন্য একো নাই, গাতিকে ওজোৰূপ গুণ শব্দ গুণৰ ভিতৰতে পৰে।

**সমাধি :**

ৰচনাৰ আৰোহ-অৱৰোহৰ (উঠা নমাৰ) ক্ৰমেই সমাধি। আৰোহ মানে উৎকৰ্ষ বা ৰচনাৰ গাঢ়তা আৰু অৱৰোহ মানে অপকৰ্ষ বা ৰচনাৰ শিথিলতা, আৰু ক্ৰম মানে সামাজিকৰ হৃদয়ত বৈষম্য বা নীৰসতাৰ সঞ্চাৰ নোহোৱাকৈ বিন্যাস অৰ্থাৎ উপস্থাপনা।

উদাহৰণ ; যেনে—

"চঞ্চদ্ভুজভ্ৰমিত" ইত্যাদি। এই পদ্যৰ প্ৰথম তিনি পাদত ক্ৰমশঃ ৰচনাৰ গাঢ়তা আছে আৰু চতুৰ্থ পাদত অপকৰ্ষ বা শিথিলতা ঘটিছে, অৱশ্যে তীব্ৰ প্ৰযত্নৰদ্বাৰা উচ্চাৰণ কৰিবলগীয়া হৈছে হেতুক তাতো ওজস্বিতা আছে।

ৰচনাৰ বিকটত্বই উদাৰতা নামৰ শব্দগুণ, বিকটৰ অৰ্থ হ'ল বাক্যত পদসমূহৰ নৃত্য ভাঙ্গিমাত সমাৱেশ।

উদাহৰণ ; যেনে—

স্বচৰণৱিনিৱিষ্টৈৰ্নূপুৰৈৰ্নৰ্ত্তকীনাং
ঝণিতি ৰণিতমাসীত্তত্ৰ চিত্ৰং কলং চ।

( তাত নৰ্ত্তকীবিলাকৰ ধুনীয়া ভৰিত পিন্ধা নূপুৰবিলাকে ৰুণু ঝুণুকৈ বিচিত্ৰ আৰু সুমধুৰ শব্দ কৰি আছিল। )

তেওঁবিলাকৰ ( বামন আদি আচাৰ্য্যসকলৰ ) মত অনুসৰি ইয়াত ৰসৰ অভিব্যক্তি নোহোৱাকৈয়ে কেৱল শব্দৰ গাঢ় সমাৱেশ থকাৰ কাৰণে ওজোগুণৰ অৱস্থিতি স্বীকাৰ কৰা হৈছে।

ওজঃ অৰ্থাৎ গাঢ়বন্ধতাৰ লগত সম্মিলিতভাৱে থকা বন্ধ-শৈথিল্যই প্ৰসাদ নামৰ শব্দ গুণ।

উদাহৰণ ; যেনে—

"যো যঃ শস্ত্ৰং বিভৰ্ত্তি স্বভুজগুৰুমদাৎপাণ্ডৱীনাং চমূনাম্" ইত্যাদি পূৰ্ব্বোদ্ধৃত শ্লোক।

সমাসহীন পদ ৰচনা মাধুৰ্য্যব্যঞ্জক বুলি আমি দেখুৱাই আহিছোঁ, তাৰদ্বাৰাই বামন আদি আলঙ্কাৰিকসকলে কোৱা পৃথকপদ-ৰূপ মাধুৰ্য্য স্বীকাৰ কৰিছেঁ। ১২

উদাহৰণ ; যেনে—

"শ্বাসান্ মুঞ্চতি" ইত্যাদি আগেয়ে উদ্ধৃত পদ্য।

প্ৰাচীনসকলে উল্লেখ কৰা অৰ্থ-ব্যক্তি নামৰ শব্দ-গুণটো আমি কোৱা প্ৰসাদ নামৰ গুণৰ ভিতৰতে পৰে। কাৰণ, প্ৰাচীনসকলৰ মতে পদবিলাকে অনায়াসে অৰ্থবোধ কৰোৱাকে অৰ্থব্যক্তি বোলা হয়। ইয়াৰ উদাহৰণ সহজবোধ্য। ১৩

গ্ৰাম্যত্ব দোষৰ পৰিহাৰেই কান্তি আৰু দুঃশ্ৰৱত্ব দোষৰ অভাৱেই সুকুমাৰতা। ১৪

ওপৰৰ বাক্যৰ লগত আমিও 'অঙ্গীকাৰ কৰিছোঁ,' কথাষাৰ যোগ কৰিব লাগে। আগৰ কাৰিকাত প্ৰযুক্ত 'অঙ্গীকৃতম্' পদটিৰে বিভক্তি পৰিৱৰ্ত্তনৰদ্বাৰা 'অঙ্গীকৃতা' এইদৰে এই কাৰিকাত অধ্যাহাৰ কৰি লগাব লাগে।

হালোৱা আদি অশিক্ষিত লোকে প্ৰয়োগ কৰা পদ পৰিহাৰ কৰি ৰচনা কৰা অলৌকিক শোভাশালিত্বকে কান্তি বোলা হয়। ৰচনাৰ আপাৰুষ্য অৰ্থাৎ কঠোৰতাৰ অভাৱেই সুকুমাৰতা; কান্তি আৰু সুকুমাৰতাৰ উদাহৰণো সুস্পষ্ট।

> মাৰ্গৰ (ৰচনা ৰীতিৰ) অভেদ অৰ্থাৎ ৰচনাৰ আৰম্ভৰপৰা সমাপ্তিলৈকে একেৰূপক সমতা বোলা হয়। এই সমতা কোনো কোনো ক্ষেত্ৰত দোষ ৰূপেহে প্ৰতীত হয়। যদি কোনো ঠাইত গুণ হয়, তেন্তে তাত সি ওপৰত কোৱা প্ৰাচীন অলঙ্কাৰ-শাস্ত্ৰ সম্মত গুণৰে যথাসম্ভৱ যি কোনো এটাৰ ভিতৰত পৰিব। ১৫

মধুৰ নাইবা বিকট, যি এটা ৰচনা-ৰীতিৰে ৰচনা আৰম্ভ কৰা হয়, সেইভাৱে সমাপ্তি কৰাকে মাৰ্গাভেদ বোলা হৈছে। কোনো কোনো ক্ষেত্ৰত এই মাৰ্গাভেদ কাব্যৰ দোষ;

যেনে—

> অব্যূঢ়াঙ্গমৰূঢপাণিজঠৰাভোগং চ বিভ্ৰদ্‌ৱপুঃ
> পাৰীন্দ্ৰঃ শিশুৰেষ পাণিপুটকে সম্মাতু কিং তাৱতা।
> উদ্যদ্‌দুৰ্দ্ধৰগন্ধসিন্ধুৰশত-প্ৰোদ্দামদানাৰ্ণৱ
> স্ৰোতঃশোষণৰোষণাৎ পুনৰিতঃ কল্পাগ্নিৰল্পায়তে॥

(যাৰ অঙ্গ প্ৰত্যঙ্গ পুৰঠ হৈ উঠা নাই, হাত, ভৰি, পেট আদি কোমল আৰু সৰু হৈ আছে, তেনেকুৱা দেহধাৰী নৱজাত এই সিংহ পোৱালিটো

হাতৰ মুঠিতে ধৰিলে নো কি হ'ব ? ইয়াৰ খং দেখিলে যেতিয়া শত শত মদোন্মত্ত উদ্দণ্ড গজৰাজৰ উচ্ছলিত মদসমুদ্ৰ শুকাই যাব, তেতিয়া প্ৰলয় কালৰ অগ্নিও ইমান ভয়ঙ্কৰ নহয় বুলি ধাৰণা হ'ব ।)

[ এই কবিতাফাকিৰ প্ৰথমাৰ্দ্ধৰ বৰ্ণনাৰ বিষয় এটা সিংহ শিশু ; কিন্তু কবিয়ে সমতা গুণ ৰক্ষাৰ বাবে প্ৰথমাৰ্দ্ধৰ ৰচনাও উৎকটবন্ধৰ কৰিছে, সেইবাবে প্ৰতিকূলবৰ্ণতা দোষ ইয়াত ঘটিছে । ]

দ্বিতীয়াৰ্দ্ধৰ বৰ্ণনীয় বিষয় ভীষণ, সেইবাবে সেই অংশত সুকুমাৰ গুণ নথকাটো গুণহে হৈছে । এনেকুৱা প্ৰসঙ্গৰ বাহিৰে আন প্ৰসঙ্গত যি মাৰ্গেৰে আৰম্ভ কৰা হয়, সেই মাৰ্গতে শেষ কৰিলে যিগুণ প্ৰকাশ হয়, সেই গুণ মাধুৰ্য্য আৰু ওজঃ গুণৰ ভিতৰতে পৰিব ।

[ ললিতবন্ধৰ ৰচনাৰ ক্ষেত্ৰত যদি প্ৰক্ৰান্ত মাৰ্গতে ৰচনাৰ সমাপ্তি হয়, তেনে সি মাধুৰ্য্য গুণৰ ভিতৰুৱা হ'ব আৰু উদ্ধতবন্ধৰ ৰচনাৰ ক্ষেত্ৰত এনে গুণ ওজঃ গুণৰূপে পৰিগণিত হ'ব । ]

উদাহৰণ, যেনে—

"লতাকুঞ্জং ··· ···" ইত্যাদি

**অৰ্থ গুণৰ উক্ত গুণত্ৰয়ৰ অন্তৰ্ভুক্ততা :**

প্ৰাচীন আচাৰ্য্যসকলে ওজঃ, প্ৰসাদ, মাধুৰ্য্য, সৌকুমাৰ্য্য আৰু উদাৰতা নামৰ কেইটামান অৰ্থ গুণ স্বীকাৰ কৰিছে । কাব্যত এই গুণ কেইটাৰ অভাৱ হলেই অৰ্থাৎ এটা নহয় এটা গুণো যদি নাথাকে, তেতিয়া সি কাব্যৰ দোষস্বৰূপ হৈ পৰে। গতিকে এই বিলাকৰ অৱস্থানে কাব্যৰ দোষ স্বৰূপতা দূৰ কৰাৰ বাহিৰে অন্য একো উৎকৰ্ষ সাধন নকৰে । গতিকে এই গুণসমূহক দোষাভাৱৰ ভিতৰতে গণনা কৰা হৈছে । ১৬

অভিপ্ৰায়-গৰ্ভিতাই ওজঃ গুণ ; বিশেষণ পদৰদ্বাৰা বক্তাৰ অভিপ্ৰায় সূচনা কৰাই অভিপ্ৰায়-গৰ্ভিতা। প্ৰসাদৰ অৰ্থ অৰ্থবৈমল্য, ক'তো অকণো হীন-দেঢ়ি নোহোৱাকৈ অৰ্থ প্ৰকাশৰ বাবে কৰা শব্দ প্ৰয়োগকে অৰ্থবৈমল্য বোলা হয়। মাধুৰ্য্যৰ অৰ্থ উক্তি-বৈচিত্ৰ্য ; বা বিশিষ্ট ভঙ্গীৰে প্ৰযুক্ত শব্দৰদ্বাৰা অৰ্থৰ উপস্থাপন। সৌকুমাৰ্য্যৰ অৰ্থ অপাৰুষ্য, কঠোৰ নোহোৱা, মৃদুভাৱে উপস্থাপন। উদাৰতাৰ অৰ্থ অগ্ৰাম্যতা বা পৰি-মাৰ্জ্জিততা।

বামনোক্ত এই পাঁচোটা অৰ্থ গুণ ক্ৰমে অপুষ্টাৰ্থত্ব, অধিকপদত্ব, অনবীকৃতত্ব, অশ্লীলত্ব আৰু গ্ৰাম্যত্ব এই পাঁচবিধ দোষৰপৰা মুক্ত অৱস্থা বুলি স্বীকাৰ কৰিব লাগিব। এইবিলাকৰ উদাহৰণ সুস্পষ্ট।

> প্ৰাচীন আলঙ্কাৰিকসকলে বেলেগে গ্ৰহণ কৰা অৰ্থব্যক্তি নামৰ অৰ্থগুণক স্বাভাৱোক্তি অলঙ্কাৰৰ ভিতৰত আৰু 'কান্তি' নামৰ অৰ্থগুণ ৰসধ্বনি বা গুণীভূত ব্যঙ্গ্যৰদ্বাৰাই প্ৰকাশ হয় বুলি ধৰিব পাৰি। ১৭

কাৰিকাৰ অৰ্থবোধৰ বাবে 'অঙ্গীকৃতাঃ' ( স্বীকাৰ কৰা হৈছে ) এই ক্ৰিয়াপদ যোগ দিব লাগিব।

> বিষয়-বস্তুৰ সুস্পষ্টভাৱে উপস্থাপনেই প্ৰাচীন আচাৰ্য্য-সকলে স্বীকাৰ কৰা অৰ্থব্যক্তি নামৰ অৰ্থগুণ। দীপ্তৰসতা বা স্পষ্টভাৱে ৰসৰ অভিব্যক্তিয়েই কান্তি নামৰ অৰ্থ-গুণ। এইবিলাকৰ উদাহৰণো সহজে পোৱা যায়। ১৮

আকৌ প্ৰাচীন আচাৰ্য্যসকলে উল্লেখ কৰা শ্লেষ আৰু সমতা নামৰ অৰ্থগুণো আচলতে কোনো গুণ নহয়, ৰচনাৰ বৈচিত্ৰ্য বিশেষেই শ্লেষ আৰু দোষৰ অভাৱেই সমতা। য'ত ক্ৰম, কৌটিল্য, অনুল্বনত্ব আৰু উপপত্তিৰ যথোচিত মিলন হয়, সেই ৰচনাকে শ্লেষ বোলা হয়। ইয়াৰ ভিতৰত ক্ৰম বুলি ক্ৰিয়া পৰম্পৰাক বুজোৱা হৈছে। বিদগ্ধ লোকৰ কৌশলেই কৌটিল্য, অপ্ৰসিদ্ধ বিষয়ৰ বৰ্ণনা নকৰাই অনুল্বনত্ব। পতিয়ন নিয়াব পৰাকৈ যুক্তিৰ উপস্থাপন কৰাকে প্ৰতিপত্তি বোলা হয়।

এই সকলোবোৰ বিষয়ৰ সন্মিলনত প্ৰকাশ হোৱা বৈচিত্ৰ্যৰ বাহিৰে শ্লেষ স্বকীয়া আন একো তত্ত্ব নহয়। কিয়নো এইবিলাকে ৰসৰ অনন্য-সাধাৰণ একো উপকাৰ সাধন কৰিব নোৱাৰে।

শ্লেষৰ উদাহৰণ, যেনে—

"দৃষ্টৈকাসন সংস্থিতে প্ৰিয়তমে......"

এই কবিতাফাকিৰ দৰ্শন, চকু মুদাই ধৰা আদি কাৰ্য্যত, ক্ৰমে জ্যেষ্ঠা আৰু কনিষ্ঠা নায়িকাৰ চুম্বন আৰু চকু মুদাই ধৰাৰদ্বাৰা অনুৰঞ্জনত কৌটিল্য, বৰ্ণনীয় বিষয় লোক প্ৰসিদ্ধ হোৱা বাবে অনুল্বনত্ব, 'একেখন আসনতে বহি থকা', 'পিছফালৰপৰা ওচৰ চপা,' 'চকু মুদাই ধৰা', 'ডিঙিটো অলপ বেঁকা কৰি চোৱা' আদি প্ৰতিপাদক কাৰ্য্যৰ সমাৱেশ হৈছে। এনে বৰ্ণনাৰ দ্বাৰা বাচ্য বিষয়ৰ গ্ৰহণৰ বাবেই সহৃদয় সামাজিকৰ মন ব্যগ্ৰ হৈ থাকে বাবে ৰস গ্ৰহণত বাধাৰ সৃষ্টি হয়, গতিকে ইয়াক গুণ বুলিব নোৱাৰি।

আৰম্ভৰপৰা শেষলৈকে একে প্ৰকাৰৰ প্ৰকৃতি-প্ৰত্যয়ৰ প্ৰয়োগৰ দ্বাৰা বৰ্ণনীয় বস্তুৰ বিষমতা পৰিহাৰ কৰাকে সমতা বোলা হয়। গতিকে সমতা ভগ্নপ্ৰক্ৰমতা দোষৰ অভাৱৰ বাহিৰে আন একো নহয়। ইয়াৰ উদাহৰণ সুস্পষ্ট।

সেইদৰেই অৰ্থগুণৰূপে স্বীকাৰ কৰা সমাধিও
স্বকীয়া গুণ নহয়। ১৯

সমাধিৰ অৰ্থ অযোনি আৰু অন্যচ্ছায়াযোনি—এই দুবিধ অৰ্থৰ দৰ্শন।

[ অযোনি=শাস্ত্ৰ-প্ৰসিদ্ধ বা পৰম্পৰা প্ৰসিদ্ধ অৰ্থ নহয়, কবি প্ৰতিভা-কল্পিত অৰ্থ। অন্যচ্ছায়াযোনি—শাস্ত্ৰ-প্ৰসিদ্ধ বা লোক-প্ৰসিদ্ধ অৰ্থৰ ছায়া অৱলম্বনত কবি-প্ৰতিভা-কল্পিত অৰ্থ। ]

দুয়োটাৰে ক্ৰমে উদাহৰণ যেনে—

সদ্যোমুণ্ডিতমত্তহূণচিবুকপ্ৰস্পৰ্দ্ধিনাৰঙ্গকম্।

( এই মাত্ৰ দাড়ি খুৰাই উঠা মদ্যপানত মত্ত হূণৰ থুতৰিৰ দৰে ৰঙা চকলা টেঙাটো। )

অন্যচ্ছায়াযোনিৰ উদাহৰণ ; যেনে—

নিজনয়ন-প্ৰতিবিম্বৈৰম্বুনি বহুশঃ প্ৰতাৰিতা কাপি।
নীলোৎপলেঽপি বিমৃশতি কৰমৰ্পয়িতুং কুসুমলাৱী॥

( ফুল তুলিবলৈ যোৱা কোনো কমল-নয়নাৰ নিজৰ নয়নৰ প্ৰতিবিম্ব পানীত জিলিকি উঠাত বৰকৈ বিভ্ৰান্ত হৈ ভাবি-চিন্তিহে সেই সুন্দৰীয়ে নীলোৎপলত হাত দিছিল। )

নীলোৎপলৰ সৈতে নয়নৰ তুলনা কাৰ্য্য কবিজগতত সুপ্ৰসিদ্ধ; সেই প্ৰসিদ্ধ বিষয়কে কবিতাফাকিত বিশেষ ভঙ্গিমাৰে চিত্তত আহ্লাদ জন্মাব পৰাকৈ বৰ্ণনা কৰা হৈছে মাত্ৰ। ৰসৰ বিশেষ উপকাৰ সাধন নকৰাত ইয়াক গুণ বুলিব নোৱাৰি। এই বৰ্ণনা কাব্য শৰীৰৰ পুষ্টি সাধনতে পৰ্য্যবসিত।

[ বিশ্বনাথৰ মতে ৰস কাব্যৰ আত্মাস্বৰূপ আৰু ৰসৰ উৎকৰ্ষ সাধন কৰা বিষয়সমূহেই গুণ। উক্ত উদাহৰণ দুটাত প্ৰকাশ হোৱা সমাধি গুণে কাব্য শৰীৰৰহে কিঞ্চিৎ উপকাৰ সাধন কৰিছে, আত্মাস্বৰূপ ৰসৰ কাষ চাপিব পৰা নাই। সেইবাবে গুণো নহয়। ]

ইয়াৰ বাহিৰে অন্যান্য আলঙ্কাৰিকসকলে উল্লেখ কৰা বিবিধপ্ৰকাৰৰ ওজঃ গুণো প্ৰকৃততে গুণৰ লেখত নপৰে।

যেনে—'চন্দ্ৰ' এই একেটা পদেৰে প্ৰকাশ হ'ব পৰা অৰ্থকে কোনো ঠাইত "অত্ৰেৰ্নয়নসমুত্থজ্যোতিঃ" ( অত্ৰিৰ নয়নৰপৰা উদ্ভৱ হোৱা জ্যোতি ) এই বাক্যেৰে প্ৰকাশ কৰাত বাক্য ৰচনা, কোনো ঠাইত আকৌ "নিদাঘশীতল-হিমকালোষ্ণ-সুকুমাৰ-শৰীৰাৱয়বা" ( গ্ৰীষ্মকালত শীতল আৰু শীত কালত উষ্ণ হৈ থকা সুকুমাৰাঙ্গী ৰমণী ) এইদৰে এটা বাক্যেৰে প্ৰকাশ হোৱা অৰ্থকে "বৰৱৰ্ণিনী" বুলি একেটা পদেৰেই প্ৰকাশ কৰাত পদাৰ্থ ৰচনা হয়।

[ এটা পদৰ সলনি এটা বাক্য আৰু এটা বাক্যৰ সলনি এটা পদৰ প্ৰয়োগত ক্ৰমে বাক্য-ৰচনা ৰূপ ওজঃ আৰু পদাৰ্থ-ৰচনা ৰূপ ওজঃ প্ৰকাশ হয়; সেইদৰে একে অৰ্থ প্ৰকাশৰ বাবে এটা বাক্যৰ সলনি বহুত বাক্য ব্যৱহাৰত ব্যাসৰূপ ওজঃ আৰু বহুত বাক্যৰ সলনি এটা বাক্যৰ ব্যৱহাৰত সমাসৰূপ ওজঃ প্ৰকাশ হয় বুলি কোনো কোনো প্ৰাচীন আচাৰ্যাই কয়। ]

আকৌ কোনো কোনো ঠাইত একেটা বাক্যেৰে প্ৰকাশ হোৱা অৰ্থকে অলপ বিশেষত্বৰ সমাবেশেৰে বহুত বাক্যেৰে প্ৰকাশ কৰিলে ব্যাস ( বিস্তৃত ) হয়। কোনো কোনো ঠাইত বহুত বাক্যেৰে প্ৰকাশ কৰিব পৰা বিষয় একোটা এটামাত্ৰ বাক্যেৰে প্ৰকাশ কৰাত সমাস ( সংক্ষেপ ) হয়।

এইবিলাক গুণৰূপে পৰিগণিত হোৱা উচিত নহয়; কিয়নো প্ৰকৃততে

এনে বৰ্ণনাই কাব্যৰ বৈচিত্ৰ্যহে সম্পাদন কৰে, ৰসৰ একো উপকাৰ সাধন নকৰে।

সেই বাবে স্বকীয়া অৰ্থগুণ আৰু নাই। ২০

ওপৰত উক্ত যুক্তি প্ৰদৰ্শনৰদ্বাৰা ( বামন আদি প্ৰাচীন আচাৰ্য্যসকলে ব্যাখ্যা কৰা ) ওজঃ প্ৰভৃতি অৰ্থগুণৰ স্বকীয়া স্বীকৃতিৰ প্ৰয়োজন নাই।

কবিৰাজ বিশ্বনাথকৃত সাহিত্যদৰ্পণত গুণৰ বিচাৰ
নামৰ অষ্টম পৰিচ্ছেদ।

# নৱম পৰিচ্ছেদ

**ৰীতি নিৰূপণ ঃ**

"উৎকৰ্ষহেতৱঃ প্ৰোক্তা গুণালঙ্কাৰৰীতয়ঃ"—এই কাব্যতত্ত্বৰ উল্লেখ-ক্ৰম অনুসৰি গুণৰ পাচত অলঙ্কাৰৰ কথাহে ক'ব লাগিছিল যদিও, অলঙ্কাৰ নিৰূপণত বক্তব্য বহুত বেছি হোৱাৰ কাৰণে তাক পাচলৈ ৰাখি, প্ৰথমে এতিয়া ৰীতিৰ কথাহে কোৱা হৈছে।

> প্ৰাণীৰ শৰীৰত অঙ্গ সন্নিবেশৰ দৰে কাব্যত উপযুক্ত ঠাইত বিশেষ পদ-সন্নিবেশ বা যোজনাই ৰীতি। এই ৰীতিয়ে ৰসৰ উপকাৰ সাধন বা ৰসাভিব্যক্তিত সহায় কৰে। ১

কাৰিকাত প্ৰযুক্ত "ৰসাদীনাম্"—( ৰস আদি ) পদৰ অৰ্থ শব্দাৰ্থৰূপ শৰীৰবিশিষ্ট কাব্যৰ আত্মাস্বৰূপ ৰস, ভাৱ আদি।

> সেই ৰীতি চাৰিবিধ—(১) বৈদৰ্ভী, (২) গৌড়ী, (৩) পাঞ্চালী আৰু (৪) লাটী। ২

**বৈদৰ্ভী ৰীতি নিৰূপণ ঃ**

> তাৰে ভিতৰত (৫) মাধুৰ্য্য গুণব্যঞ্জক বৰ্ণৰ সমাবেশত সুললিত, সমাসহীন বা অলপ সমাসবিশিষ্ট ৰচনাক বৈদৰ্ভী ৰীতি বোলা হয়। ৩

উদাহৰণ যেনে—"অনঙ্গমঙ্গলভুৱঃ" ইত্যাদি।

**আচাৰ্য্য ৰুদ্ৰটৰ মতে বৈদৰ্ভী ৰীতিৰ লক্ষণ ঃ**

আচাৰ্য্য ৰুদ্ৰটে কয় "সমাসহীন নাইবা অতি কম সমাস থকা পদ

প্ৰয়োগ কৰা, শ্লেষ আদি দহবিধ গুণযুক্ত, দ্বিতীয় বৰ্গৰ ( 'চ' বৰ্গৰ ) বৰ্ণ বেছিকৈ থকা, অল্প প্ৰাণ বৰ্ণৰ যোগত ৰচিত মনোৰম ৰচনাই বৈদৰ্ভী ৰীতি "

ইয়াত উল্লিখিত দহবিধ গুণ মানে রুদ্রটে কোৱা, শ্লেষ আদি দহ বিধ গুণ।

গৌড়ী ৰীতি-নিৰূপণ ঃ

ওজোগুণ প্ৰকাশক বৰ্ণৰ সমাৱেশত সমাস বহুল,
আড়ম্বৰপূৰ্ণ ৰচনাৰ নাম গৌৰী ৰীতি। ৩

উদাহৰণ যেনে—

"চঞ্চদ্ভুজভ্ৰমিত"---ইত্যাদি।

**আচাৰ্য্য পুৰুষোত্তমৰ মতে গৌড়ীৰীতি :**

আলঙ্কাৰিক পুৰুষোত্তমে কয়, "সমাসবহুল, মহাপ্ৰাণ বৰ্ণ বেছিকৈ থকা, অনুপ্ৰাস অলঙ্কাৰৰ মহিমাৰে গাম্ভীৰ্য্যপূৰ্ণ বাক্যৰ সংখ্যা কম থকা, ৰচনাই গৌড়ী ৰীতি।"

**পাঞ্চালী ৰীতি নিৰূপণ :**

দুয়োবিধ ৰীতি অৰ্থাৎ বৈদৰ্ভী আৰু গৌড়ী ৰীতিৰ
উপযোগী মাধুৰ্য্য আৰু ওজঃ প্ৰকাশক বৰ্ণৰ বাহিৰে
আন বৰ্ণৰদ্বাৰা ( অৰ্থাৎ প্ৰসাদ গুণব্যঞ্জক বৰ্ণ )
ৰচিত, য'ত পাঁচোটা বা ছটা পদৰ সমাসতকৈ
বেছি পদৰ সমাসবদ্ধ পদ নাথাকে তেনেকুৱা,
ৰচনাৰীতিক পাঞ্চালী ৰীতি বোলা হয়। ৫

কাৰিকাত প্ৰযুক্ত "দ্বয়োঃ" ( দুবিধৰ ) মানে বৈদৰ্ভী আৰু গৌড়ী এই দুবিধ ৰীতি।

উদাহৰণ ; যেনে—

মধুৰয়া মধুবোধিতমাধৱীমধুসমৃদ্ধিসমেধিতমেধয়া।
মধুকৰাঙ্গনয়া মুহুৰুন্মদধ্বনিভৃতা নিভৃতাক্ষৰমুজ্জগে॥

(বসন্ত কালত বিকসিত বাসন্তী লতাৰ মকৰন্দ সম্পদেৰে যাৰ স্বৰমাধুৰ্য্য বাঢ়ি উঠিছে, তেনেকুৱা মদগুঞ্জনশালিনী, মধুৰকণ্ঠী, মধুকৰবধূৱে অব্যক্ত মধুৰ শব্দেৰে গুঞ্জন কৰি আছিল।)

**ভোজৰাজৰ মতে পাঞ্চালী ৰীতি :**

এই বিষয়ে ভোজৰাজে কয়,—"য'ত পাঁচোটা বা ছ'টাতকৈ বেছি পদৰ সমস্ত পদ নাথাকে তেনেকুৱা ওজঃ আৰু কান্তিগুণসম্পন্ন, মাধুৰ্য্যব্যঞ্জক বৰ্ণৰ সুললিত ৰচনাকে কবিসকলে পাঞ্চালী ৰীতি বোলে।"

**লাটী ৰীতি নিৰূপণ :**

য'ত বৈদৰ্ভী আৰু পাঞ্চালী এই দুয়োবিধ ৰীতিৰে
বিশেষত্ব থাকে, সেই ৰীতিৰ নাম লাটী। ৬

উদাহৰণ ; যেনে—

অয়মুদয়তি মুদ্ৰাভঞ্জনঃ পদ্মিনীনা
মুদয়গিৰিৱনালীবালমন্দাৰপুষ্পম্।
ৱিৰহবিধুৰকোকদ্বন্দ্ববন্ধুৰ্ব্বিভিন্দন্
কুপিতকপিকপোলক্ৰোড়তাম্ৰস্তমাংসি॥

(পদ্মসমূহ বিকশিত কৰি তোলোঁতা, উদয়াচল পৰ্ব্বতৰ বন ৰীথিকাৰ নৱ প্ৰস্ফুটিত মন্দাৰ ('পাৰিজাত) পুষ্পস্বৰূপ, বিৰহবিধুৰ চাকৈ-চকোৱাযোৰৰ বন্ধু, খং উঠা বান্দৰৰ গাল দুখনৰ দৰে ৰঙা বেলিটো অন্ধকাৰ ফালি ওলাই আহিছে।)

**লাটী ৰীতিৰ বিষয়ে মতান্তৰ :**

এই বিষয়ে কোনো কোনো আলঙ্কাৰিকে কয়—"কোমল শব্দৰ সমাসযুক্ত পদৰদ্বাৰা মনোহৰ হৈ উঠা, সংযুক্ত বৰ্ণৰ প্ৰয়োগ বেছি নথকা, বৰ্ণনীয় বিষয়ৰ উপযোগী বিশেষণ পদ প্ৰয়োগৰ দ্বাৰা বিষয়টো ৰমণীয় কৰি প্ৰকাশ কৰা ৰীতিয়ে লাটী।"

আন কিছুমান আলঙ্কাৰিকে কয়,—

"উদ্ধতবন্ধ বা ওজস্বী ৰচনাই গৌড়ী ৰীতি, ললিতবন্ধ বা মনোৰম ৰচনাই বৈদৰ্ভী, মিশ্ৰবন্ধ অৰ্থাৎ মিশ্ৰিত ৰচনাই পাঞ্চালী আৰু মৃদুবন্ধ বা কোমল পদৰ ৰচনাই লাটী ৰীতি।"

অৱশ্যে বক্তা, বাচ্য আদিৰ বিশেষত্বৰ ঔচিত্য
অনুসৰি ৰীতি প্ৰয়োগৰ ব্যতিক্ৰমো হয়। ৭

কাৰিকাত প্ৰযুক্ত 'বক্ত্ৰাদি'—এই আদি শব্দৰদ্বাৰা বৃত্তি আৰু বৰ্ণকো ( অক্ষৰ ) বুলি বুজোৱা হৈছে।

তাৰে ভিতৰত বক্তাৰ ঔচিত্য অনুসৰি ৰীতি প্ৰয়োগৰ ব্যতিক্ৰম; যেনে—

মন্থায়স্তাৰ্ণৱাম্ভঃপ্লুতকুহৰচলন্মন্দৰধ্বানধীৰঃ
কোণাঘাতেষু গৰ্জ্জৎ প্ৰলয়ঘনঘটান্যোন্যসংঘট্টচণ্ডঃ।
কৃষ্ণাক্ৰোধাগ্ৰদূতঃ কুৰুকুলনিধনোৎপাতনিৰ্ঘাতৱাতঃ
কেনাস্মৎসিংহনাদপ্ৰতিৰসিতসখো দুন্দুভিস্তাড়িতোঽয়ম্॥

( মন্থনৰ কাৰণে বিশুব্ধ হোৱা সমুদ্ৰৰ পানীৰে গুহাবিলাক ভৰি উঠা, চঞ্চলভাৱে ঘূৰি থকা মন্দৰ পৰ্ব্বতৰ ঘৰ্ষণ শব্দৰ দৰে গম্ভীৰ, বাদনদণ্ডৰ আঘাতত প্ৰলয়কালীন মেঘবোৰৰ পৰস্পৰ সজ্ঘৰ্ষত হোৱা গৰ্জ্জনৰ দৰে প্ৰচণ্ড দ্ৰৌপদীৰ

ক্রোধে আগ-জাননী দিয়া, কুৰুকুল বিনাশৰ সূচনা ৰূপে সজ্ঘটিত অমঙ্গলীয়া ঢেৰেকণি ধুমুহাৰ নিচিনা আৰু ঘোৰ সিংহনাদৰ প্ৰতিধ্বনিৰ দৰে ভয়ঙ্কৰ এই দুন্দুভি কোনে বজাইছে ? )

ইয়াত বৰ্ণনীয় বিষয়টো ক্রোধ আদি কোনো দীপ্তৰসৰ অভিব্যঞ্জক নোহোৱা সত্বেও বক্তাজন ভীমসেন হোৱাৰ কাৰণে বক্তাৰ উপযোগী ভাৱে ওজস্বী ৰচনা, বৃত্তি আৰু বৰ্ণৰ প্ৰয়োগ কৰা হৈছে।

বাচ্যৰ উপযোগী ভাৱে কৰা ৰীতি-ব্যতিক্ৰম পূৰ্ব্বে উদ্ধৃত "মূৰ্দ্ধ্ব্যাধূয়মান"—ইত্যাদি পদ্যত দেখা যায়। এই পদ্যত বৰ্ণনীয় বিষয়টো তাণ্ডৱ হোৱাৰ কাৰণে তদনুসৰি উদ্ধত ৰচনাৰ প্ৰয়োগ কৰা হৈছে।

প্ৰবন্ধৰ ঔচিত্য অনুসৰি ৰচনাৰ ব্যতিক্ৰম কৰা হয় ; যেনে—নাটক আদিত ৰৌদ্ৰৰসৰ ক্ষেত্ৰতো অভিনয়ৰ প্ৰতিকূল হোৱাৰ কাৰণে দীঘলীয়া সমাস আদিৰ প্ৰয়োগ পৰিহাৰ কৰা হয়।

সেইদৰে আখ্যায়িকাত শৃঙ্গাৰ ৰসৰ ক্ষেত্ৰতো কোমল বৰ্ণ আদিৰ প্ৰয়োগ নহ'ব পাৰে। কথা প্ৰবন্ধত ৰৌদ্ৰ ৰসৰ ক্ষেত্ৰতো অত্যন্ত উদ্ধত বৰ্ণ আদিৰ প্ৰয়োগ কৰা নহয়। এইদৰে অন্যান্য প্ৰবন্ধতো প্ৰবন্ধৰ উপযোগী ভাৱে ৰচনা বা ৰীতি প্ৰয়োগৰ ব্যতিক্ৰম যে হয় সেইটো পাঠকে নিজে বুজিব পাৰিব।

কবিৰাজ বিশ্বনাথকৃত সাহিত্যদৰ্পণত ৰীতি নিৰূপণ নামৰ নৱম পৰিচ্ছেদ সমাপ্ত ॥৯॥

---

## দশম পৰিচ্ছেদ

এতিয়া ক্ৰম অনুসাৰে অলঙ্কাৰৰ বিষয়ে কোৱা হৈছে—

> কাব্যৰ অতিশয় সৌন্দৰ্য্যবৰ্দ্ধক, ৰস আদিৰ উপকাৰক, শব্দ আৰু অৰ্থৰ অস্থিৰ ধৰ্ম্মই (মানৱ শৰীৰৰ) কেয়ূৰ আদি অলঙ্কাৰৰ দৰে কাব্যৰ অলঙ্কাৰ। ১

যেনেকৈ কেয়ূৰ-কুণ্ডল আদি পৰিধান কৰিলে সেইবিলাকে মানৱ শৰীৰৰ শোভা বঢ়াই শৰীৰী বা আত্মাৰ উপকাৰ সাধন কৰে, ঠিক সেইদৰেই অনুপ্ৰাস, উপমা আদি যিবিলাকে কাব্যৰ শৰীৰ স্বৰূপ শব্দ আৰু অৰ্থৰ শোভা বঢ়াই কাব্যৰ আত্মা-স্বৰূপ ৰসৰ উপকাৰ সাধন কৰে, তাকে অলঙ্কাৰ বোলা হয়।

অস্থিৰ ধৰ্ম্ম কথাষাৰৰ অৰ্থ হৈছে. কাব্যত গুণৰ যেনে একান্ত অপৰিহাৰ্য্যতা, অলঙ্কাৰৰ স্থিতি তেনে আৱশ্যকীয় নহয়।

শব্দ আৰু অৰ্থৰ ভিতৰত শব্দৰ জ্ঞানেই প্ৰথমে হয়; গতিকে শব্দালঙ্কাৰৰ বিষয়ে প্ৰথমে ক'ব লাগে। কিন্তু 'পুনৰুক্তৱদাভাস' অলঙ্কাৰ শব্দালঙ্কাৰ আৰু অৰ্থালঙ্কাৰ দুয়ো পৰ্য্যায়তে পৰে যদিও প্ৰাচীন আচাৰ্য্যসকলে এইবিধ অলঙ্কাৰক শব্দালঙ্কাৰ ৰূপেহে গণ্য কৰিছে, সেই বাবে আমিও পোন প্ৰথমে সেই পুনৰুক্তৱদাভাস অলঙ্কাৰৰ কথাকে কওঁ।

> যি অৰ্থৰ আপাত দৃষ্টিত (ওপৰে ওপৰে) পুনৰুক্তি যেন দেখা যায়, সেয়ে পুনৰুক্তৱদাভাস অলঙ্কাৰ।

এই অলঙ্কাৰ, দেখাত একে অৰ্থ যেন দেখা ভিন্ন শব্দৰ প্ৰয়োগৰপৰা হয়। ২

উদাহৰণ ; যেনে—

ভুজঙ্গকুণ্ডলীব্যক্ত-শশি-শুভ্ৰাংশুশীতগু ঃ
জগন্ত্যপি সদাপায়াদৱ্যাচ্চেতোহৰঃ শিৱঃ ॥

( কুণ্ডলী পকাই থকা সাপ আৰু কৰ্পূৰৰদৰে শুভ্ৰ কিৰণৰ চন্দ্ৰৰদ্বাৰা প্ৰকাশিত মনোহৰ শিৱই জগৎখনকে সদায় আপদৰপৰা ৰক্ষা কৰক। )

ওপৰে ওপৰে চালে এই কবিতাফাকিত থকা 'ভুজঙ্গ' আৰু 'কুণ্ডলী' দুয়োটা শব্দৰে অৰ্থ সাপ, 'শশী' 'শুভ্ৰাংশু' আৰু 'শীতগু' এই তিনিওটা শব্দৰে অৰ্থ চন্দ্ৰ ৰূপে প্ৰতিভাত হোৱাত পুনৰুক্ত হোৱা যেন লাগে, কিন্তু পৰ্য্যালোচনা কৰিলে শেষত "ভুজঙ্গৰূপ কুণ্ডল আছে যাৰ, তেওঁ ভুজঙ্গ-কুণ্ডলী" এনেকুৱা অন্য অৰ্থৰ প্ৰতীতি হয়। 'শশি-শুভ্ৰাংশু শীতগুৰ' অৰ্থ হয়, 'কৰ্পূৰৰ দৰে শুভ্ৰবৰ্ণৰ চন্দ্ৰ' ; গতিকে পুনৰুক্ত নহ'ল।

পায়াদৱ্যাৎ ইয়াত ক্ৰিয়াগত পুনৰুক্তৱদাভাস অলঙ্কাৰ, কিয়নো 'পায়াৎ' পদৰ শেষলৈ 'অপায়াৎ' ৰূপেহে বোধ হয়।

[ কাৰিকাত 'ভিন্নাকাৰশব্দগ' বুলি কেৱল শব্দৰ কথাই কোৱা নাই ; ক্ৰিয়া বাচক পদো তাত সামৰি লোৱা হৈছে। সেইবাবে "অপায়াৎ অৱ্যাৎ" ইয়াতো উক্ত অলঙ্কাৰ হৈছে।

শব্দৰ আকাৰ একে হৈ অৰ্থ বেলেগ হ'লে যমক অলঙ্কাৰ হ'ব। ]

'ভুজঙ্গ' আৰু 'কুণ্ডলী' এই শব্দ দুটাৰ ভিতৰত কেৱল ভুজঙ্গ শব্দটোহে সলনি কৰিব পাৰি, অৰ্থাৎ সেই শব্দটোৰ সলনি সেই অৰ্থ বাচক অন্য শব্দ দিলেও অলঙ্কাৰ থাকিব। 'হৰঃ' আৰু 'শিৱঃ' এই শব্দ দুটাৰ ভিতৰত কেৱল 'শিৱ' শব্দৰ সলনিহে সেই অৰ্থবাচক অন্য শব্দ দিব পাৰি। 'শশী' আৰু 'শুভ্ৰাংশু' এই দুটা শব্দৰ দুয়োটাৰে সলনি কৰিব পাৰি।

'ভাতি সদান-ত্যাগঃ' এই বাক্যৰ 'দান' আৰু 'ত্যাগ' এই শব্দ দুটাৰ এটাৰো সাল-সলনি কৰিব নোৱাৰি, অৰ্থাৎ শব্দৰ সাল-সলনি ঘটালে উক্ত অলঙ্কাৰ তাত নাথাকে। গতিকে শব্দৰ পৰিবৃত্তিসহত্ব আৰু পৰিবৃত্তি অসহত্ব দুয়োটা অৱস্থা থকা বাবে পুনৰুক্তৱদাভাস উভয়ালঙ্কাৰ।

[ শব্দালঙ্কাৰত শব্দৰ সলনি কৰিব নোৱাৰি, অৰ্থালঙ্কাৰত প্ৰদত্ত শব্দৰ সলনি তদৰ্থ-বাচক অন্য শব্দৰ প্ৰয়োগ কৰিব পাৰি। শব্দালঙ্কাৰ আৰু অৰ্থালঙ্কাৰৰ ভিত্তি এয়ে। পুনৰুক্তবদাভাস অলঙ্কাৰৰ উদাহৰণসমূহৰ কিছুমানত প্ৰদত্ত শব্দৰ ঠাইত তদৰ্থবাচক অন্য শব্দ দিব পাৰি, কিছুমানত নোৱাৰি। গতিকে ইয়াত শব্দালঙ্কাৰৰ স্বভাৱ আৰু অৰ্থালঙ্কাৰ স্বভাৱ দুয়োটা থকা বাবে উভয়ালঙ্কাৰ বোলা হৈছে। ]

**অনুপ্ৰাস :**

স্বৰৰ বৈষম্য সত্ত্বেও শব্দৰ ( ব্যঞ্জনৰ ) যি সাম্য,
সেয়ে অনুপ্ৰাস অলঙ্কাৰ। ৩

কেৱল স্বৰবৰ্ণৰ সাদৃশ্যত কোনো বৈচিত্ৰ্য নাই, সেইবাবে এনে সাদৃশ্যক অনুপ্ৰাসৰ ক্ষেত্ৰত গণনা কৰা হোৱা নাই।

"ৰস আদিৰ অনুকূলে প্ৰকৃষ্টৰূপে ওচৰা-উচৰিকৈ ন্যাস বা স্থাপন কৰা হয়"—এই ব্যুৎপত্তিৰপৰাই ইয়াৰ নাম অনুপ্ৰাস ৰখা হৈছে।

[ গতিকে যি ৰসত যেনে বৰ্ণৰ সমাৱেশ ৰসৰ পৰিপোষক হয়, সেই ৰসত তেনে বৰ্ণঘটিত অনুপ্ৰাসহে প্ৰযোজ্য। ]

**ছেকানুপ্ৰাস :**

ব্যঞ্জন-বৰ্ণসমূহৰ অনেক প্ৰকাৰে এবাৰ হোৱা
সাদৃশ্যই ছেক। ৪

ছেক মানে ছেকানুপ্ৰাস। অনেক প্ৰকাৰে অৰ্থাৎ স্বৰূপ আৰু

ক্রমত। 'ৰস' আৰু 'সৰ' এই শব্দ দুটাৰ ভিতৰত ব্যঞ্জনৰ সাদৃশ্য আছে যদিও দুয়োটাৰে বৰ্ণঘটনাৰ ক্রম বেলেগ, সেই কাৰণে এই শব্দ দুটাত ছেকানুপ্রাস অলঙ্কাৰ নহয়। ইয়াৰ উদাহৰণ মোৰ পিতৃদেৱৰ ৰচনাৰপৰা—

আদায় ৱকুলগন্ধানন্ধীকুৰ্ব্বন্ পদে পদে ভ্রমৰান্।
অয়মেতি মন্দ-মন্দং কাৱেৰী-ৱাৰিপাৱনঃ পৱনঃ॥

(বকুলৰ গোন্ধ বোকোচাত বান্ধি লৈ পদে পদে ভোমোৰাবোৰক অন্ধ কৰি, এয়া কাবেৰী নৈৰ পানীৰে পৱিত্র মলয় পৱন মৃদু-মন্দ গতিৰে বলিব লাগিছে। )

এই কবিতাফাকি 'গন্ধ' 'অন্ধ' এই দুই পদত সংযুক্ত বৰ্ণৰ, 'কাবেৰী' 'বাৰি' এই দুই পদত অসংযুক্ত বৰ্ণৰ আৰু 'পাৱন' 'পৱন' এই দুই পদত বহুত ব্যঞ্জন বৰ্ণৰ এবাৰকৈ আবৃত্তি দেখা যায়।

ছেক মানে বিদগ্ধ পণ্ডিত, তেওঁলোকে প্রয়োগ কৰা বাবে এই অনুপ্রাসক ছেকানুপ্রাস বোলা হয়।

**বৃত্ত্যনুপ্রাস ঃ**

য'ত অনেক ব্যঞ্জনবৰ্ণৰ একে প্ৰকাৰে অৰ্থাৎ স্বৰূপত সমানতা নাইবা অনেক ব্যঞ্জনবৰ্ণৰ অনেকবাৰ অৰ্থাৎ স্বৰূপত আৰু ক্রমত আবৃত্তি, নাইবা এটা ব্যঞ্জনৰ এবাৰ বা বহুবাৰ আবৃত্তি দেখা যায়; সেয়ে বৃত্ত্যনুপ্রাস।

একধা=একেপ্ৰকাৰে অৰ্থাৎ স্বৰূপত সমানতা, ক্রমত নহয়। অনেকধা=অনেকবাৰ, অৰ্থ স্বৰূপ আৰু ক্রম দুয়োপ্ৰকাৰে। কাৰিকাৰ সকৃৎ শব্দৰ অৰ্থ এবাৰ, কিন্তু অপি শব্দ থকাত এবাৰতকৈ বেছিও হ'ব পাৰে; গতিকে এবাৰ বা বহুবাৰ।

উদাহৰণ ; যেনে—

উন্মীলন্মধুগন্ধলুব্ধমধুপব্যাধূতচূতাঙ্কুৰ-
ক্ৰীড়ৎকোকিলকাকলীকলকলৈৰুদ্গীৰ্ণকৰ্ণজ্বৰাঃ ।
নীয়ন্তে পথিকৈঃ কথং কথমপি ধ্যানাৱধানক্ষণ-
প্ৰাপ্তপ্ৰাণসমা সমাগমৰসোল্লাসৈৰমী ৱাসৰাঃ ॥

( এই বসন্ত কালত প্ৰচুৰ পৰিমাণে ওলোৱা পুষ্প-মধুৰ সৌৰভ-লুব্ধ ভোমোৰা-বিলাকে কঁপাই থকা আমৰ মুকুলত ক্ৰীড়াৰত কোকিলকুলৰ কল-কাকলী, প্ৰিয়তমাৰ চিন্তা কৰি মনতে প্ৰিয়া-মিলনৰ কল্পনাৰ আনন্দত নিমগ্ন হৈ থকা বিৰহী পথিকসকলৰ কাণত কষ্টদায়ক হৈছে আৰু তেওঁলোকে সেই যন্ত্ৰণাত কোনোমতেহে এই দিনবোৰ পাৰ কৰিছে। )

এই কবিতাফাকিৰ "ৰসোল্লাসৈৰমী"—ইয়াত ৰ আৰু স এই আখৰ দুটাৰ এবাৰ আবৃত্তি হৈছে, কিন্তু একে ক্ৰমেৰে হোৱা নাই। [ 'ৰস' 'সৰ' হোৱাত আবৃত্তি হৈছে কিন্তু বৰ্ণক্ৰম ৰক্ষা হোৱা নাই। ]

দ্বিতীয় পাদত 'ক' আৰু 'ল' আখৰ দুটাৰ কেবাবাৰো আবৃত্তি হৈছে আৰু একে ক্ৰমেৰে হৈছে। প্ৰথম পাদত 'ম'কাৰৰ এবাৰ আবৃত্তি আৰু 'ধ'কাৰৰ বহুবাৰ আবৃত্তি হৈছে।

ৰসপ্ৰকাশক বিশেষ ৰচনা প্ৰণালীকে বৃত্তি বোলা হয়, সেই ৰসপ্ৰকাশক বৃত্তিৰ অনুকূলে উৎকৰ্ষতা সাধনৰ বাবে প্ৰয়োগ কৰা হয় বাবে এই অনুপ্ৰাসক বৃত্ত্যনুপ্ৰাস বোলা হয়।

**শ্ৰুত্যনুপ্ৰাস ঃ**

তালু-দন্ত আদি একে স্থানত উচ্চাৰিত হৈ আবৃত্ত হোৱা ব্যঞ্জনবৰ্ণৰ সাদৃশ্যকে শ্ৰুত্যনুপ্ৰাস অলঙ্কাৰ বোলে। ৬

উদাহৰণ ; যেনে—

দৃশা দগ্ধং মনসিজং জীৱয়ন্তি দৃশৈৱ যাঃ।
ৱিৰূপাক্ষস্য জয়িনীস্তাঃ স্তুমো ৱামলোচনাঃ॥

( নয়নৰ দৃষ্টিৰে দগ্ধ কৰা মদনক যিসকলে নয়নৰ দৃষ্টিৰেই জীয়াই তোলে, বিৰূপাক্ষবিজয়িনী সেই সুন্দৰীসকলক মই স্তুতি কৰোঁ। )

[ বিৰূপাক্ষ শিৱৰ ললাটস্থ নয়নৰ দৃষ্টিত মদন ভস্ম হৈছিল : কিন্তু সুন্দৰীৰ কটাক্ষাৱলোকনত অনঙ্গৰ আবিৰ্ভাৱ হয়। গতিকে তেওঁলোকে বিৰূপাক্ষক জয় কৰিছে। ]

এই কবিতাফাকিত 'জীৱয়ন্তি' 'যাঃ' আৰু 'জয়িনীঃ' এই তিনিটা শব্দত থকা 'জকাৰ' আৰু 'যকাৰ'ৰ একে ঠাই তালুৰপৰা উচ্চাৰণ হোৱাত শ্ৰুতি-সাদৃশ্য আছে আৰু সেইবাবে ইয়াত শ্ৰুত্যনুপ্ৰাস হৈছে। এনেকৈ দন্ত্য, কণ্ঠ্য আদি বৰ্ণৰ ক্ষেত্ৰতো শ্ৰুত্যনুপ্ৰাসৰ উদাহৰণ বিচাৰিবলগীয়া।

এই অনুপ্ৰাস সহৃদয়সকলৰ অতি শ্ৰুতিমধুৰ বাবে ইয়াক শ্ৰুত্যনুপ্ৰাস বোলা হয়।

**অন্ত্যানুপ্ৰাস ঃ**

প্ৰথম স্বৰবৰ্ণৰ সৈতে ব্যঞ্জনৰ যথাৱস্থ ( ঠিক একেৰূপে ) আবৃত্তি হ'লে, তাকে অন্ত্যানুপ্ৰাস বোলা হয়। এনে আবৃত্তি প্ৰায়ে পদ নাইবা পাদৰ শেষত হয়, সেই কাৰণে ইয়াৰ নাম অন্ত্যানুপ্ৰাস। ৭

যথাৱস্থৰ অৰ্থ হ'ল যথাসম্ভৱ অনুস্বাৰ, বিসৰ্গ, স্বৰ আৰু সংযুক্তাক্ষৰ-বিশিষ্ট বৰ্ণসমষ্টিৰ আবৃত্তি। এই অনুপ্ৰাস প্ৰায়ে পাদৰ অন্তত বা পদৰ অন্তত প্ৰযোজ্য। পাদান্তত থকা অন্ত্যানুপ্ৰাসৰ উদাহৰণ মোৰ ৰচনাৰপৰা ; যেনে—

কেশঃ কাশস্তবকবিকাসঃ কায়ঃ প্ৰকটিত কৰভবিলাসঃ।
চক্ষুৰ্দগ্ধবৰাটককল্পং ত্যজতি ন চেতঃ কামমনল্পম্ ॥

[চুলি কহুৱা ফুল যেন হৈছে, দেহা কৰভৰ (মনিবন্ধৰ পৰা কেঞা আঙুলিলৈকে) বেঁকা হৈ পৰিছে, চকু পোৰা কড়ি যেন হৈ পৰিছে ; তথাপি মনৰপৰা কামনা দূৰ হোৱা নাই।]

পদান্ত অন্ত্যানুপ্ৰাসৰ উদাহৰণ, যেনে—

"মন্দং হসন্তঃ পুলকং বহন্তঃ" ইত্যাদি।

**লাটানুপ্ৰাস ঃ**

কেৱল তাৎপৰ্য্যত প্ৰভেদ হৈ শব্দ আৰু অৰ্থৰ
পুনৰুক্তি হ'লে, লাটানুপ্ৰাস হয়।

উদাহৰণ, যেনে—

স্মেৰৰাজীৱনয়নে নয়নে কিং নিমীলিতে।
পশ্য নিৰ্জ্জিতকন্দৰ্পং কন্দৰ্পৱশগং প্ৰিয়ম্ ॥

( বিকসিত পদ্মলোচনা সুন্দৰী, চকুযুৰি তুমি কিয় মুদিছা? ৰূপত কন্দৰ্পকো চেৰপেলায়ো কন্দৰ্পৰ বশীভূত হোৱা প্ৰিয়লৈ চোৱা।)

এই উদাহৰণত "নয়নে" আৰু "কন্দৰ্প কন্দৰ্প" শব্দৰ বিভক্তি একে নহয়। বিভক্তিৰ পুনৰুক্তি নোহোৱা সত্ত্বেও প্ৰাতিপাদিক অংশই প্ৰকাশ কৰা ধাৰ্ম্মিৰূপ মুখ্য অৰ্থ দুয়ো ঠাইতে একে; গতিকে লাটানুপ্ৰাস হৈছে।

কিন্তু "নয়নে তস্যৈব নয়নে' এই উদাহৰণত লাটানুপ্ৰাস নহয়, কিয়নো দ্বিতীয় নয়ন শব্দই সৌভাগ্যশালী আদি বিশিষ্ট নয়নৰূপ অৰ্থ বুজাইছে ; গতিকে দুয়োটা নয়ন শব্দৰ তাৎপৰ্য্যাৰ্থ বেলেগ।

নাইবা—

যস্য ন সন্নিধে দয়িতা দৱদহনতুহিনদীধিতিস্তস্য ।
যস্য চ সন্নিধে দয়িতা দৱদহনতুহিনদীধিতিস্তস্য ॥

( যাৰ ওচৰত প্ৰিয়তমা নাই, তেওঁৰ প্ৰতি হিমৰশ্মি চন্দ্ৰও দাবানল স্বৰূপ ; যাৰ ওচৰত প্ৰিয়তমা আছে, তেওঁৰ পক্ষে দাবানলো হিমৰশ্মি চন্দ্ৰতুল্য হৈ পৰে । )

এই উদাহৰণত অনেক পদৰ পুনৰুক্তি হৈছে ; গতিকে লাটানুপ্ৰাস। এই অনুপ্ৰাসৰ প্ৰয়োগ প্ৰায়ে লাটসকলৰ ( সুৰসিক বা লাট দেশবাসী ) প্ৰিয় বাবে ইয়াক লাটানুপ্ৰাস বোলা হয়। গতিকে অনুপ্ৰাস পাঁচ প্ৰকাৰ। ৯

ছেকানুপ্ৰাস, বৃত্ত্যনুপ্ৰাস, শ্ৰুত্যনুপ্ৰাস, অন্ত্যানুপ্ৰায়, আৰু লাটানুপ্ৰাস।

**যমক ঃ**

যদি বাচ্য অৰ্থ থাকে, আৰু যদি ভিন্ন অৰ্থ সমন্বিত স্বৰেৰে সৈতে ব্যঞ্জন বৰ্ণ সংহতিৰ একে ক্ৰমেৰেই আবৃত্তি হয়, তেতিয়া হ'লে তাক যমক বোলা হয়। ২০

ইয়াত দুয়োটা পদেই কেতিয়াবা সমাৰ্থক আৰু কেতিয়াবা নিৰৰ্থক হ'ব পাৰে। কেতিয়াবা দুয়োটাৰে এটা সাৰ্থক আৰু আনটো নিৰৰ্থক হ'ব পাৰে। সেই কাৰণে কোৱা হৈছে—'যদি অৰ্থ থাকে'। 'একে ক্ৰমেৰেই' বুলি ইয়াকে বুজোৱা হৈছে যে 'দমো মোদ' ইত্যাদি ইয়াৰ উদাহৰণ নহয়। পাদ, পাদাৰ্দ্ধ আৰু শ্লোকৰ আবৃত্তিৰদ্বাৰা যমক হয় আৰু পাদ আদিৰ আবৃত্তিৰো বহুত প্ৰকাৰ আছে, গতিকে যমকৰ বহুতো প্ৰকাৰ আছে। কেৱল দিগ্‌ দৰ্শনৰ কাৰণে উদাহৰণ, যেনে—

নৱপলাশ-পলাশৱনং পুৰঃ স্ফুটপৰাগ-পৰাগত-পঙ্কজম্ ।
মৃদুলতান্ত-লতান্তমলোকয়ৎ স সুৰভিং সুৰভিং সুমনোভৰৈঃ ॥

( নতুনকৈ পাতধৰা পলাশ গছেৰে ৰমক জমক হৈ পৰা, বিকসিত পদুমৰ পৰাগেৰে পৰিব্যাপ্ত, ফুলৰ সৌৰভেৰে আমোদিত, কোমল লতাৰে মনোহৰ হৈ পৰা বসন্তকাল শ্ৰীকৃষ্ণই সম্মুখত দেখিলে )।

ইয়াত 'পলাশ পলাশ' অংশত পদৰ আবৃত্তি হৈছে। 'সুৰভিং সুৰভিং' অংশত দুয়োটা পদেই সাৰ্থক ( অৰ্থ যুক্ত )। 'লতান্ত লতান্ত' অংশত প্ৰথম ভাগ নিৰৰ্থক। 'পৰাগ পৰাগ'ত দ্বিতীয় ভাগ নিৰৰ্থক। এই দৰেই অন্য ঠাইৰপৰাও উদাহৰণ দি দেখুৱাব পাৰি।

"যমকাদিত ড় আৰু ল-ৰ, ব আৰু ৱ-ৰ, আৰু সেইদৰেই ল আৰু ৰ-ৰ প্ৰভেদ নাই।" এই নীতিৰ ফলত "ভুজলতাং জড়তাং বলাজনঃ"—
এই বাক্যত যমকত্বৰ হানি হোৱা নাই।

**বক্ৰোক্তি :**

এজনে এটা অৰ্থত প্ৰয়োগ কৰা এটা বাক্য আন এজনে যদি শ্লেষ অথবা কাকুৰ সহায়ত আন অৰ্থত সঙ্গতি লগাই বুজে, তেতিয়া তাক বক্ৰোক্তি বোলে। ( শ্লেষ আৰু কাকুৰ ) ফলত ই দুই প্ৰকাৰৰ ।১১

দুই প্ৰকাৰৰ অৰ্থাৎ শ্লেষৱক্ৰোক্তি আৰু কাকুৱক্ৰোক্তি।

ক্ৰমে উদাহৰণ, যেনে—

কে যূয়ং স্থল এৱ সম্প্ৰতি ৱয়ং প্ৰশ্নো বিশেষাশ্ৰয়ঃ
কিং ব্ৰূতে ৱিহগঃ স ৱা ফণিপতিৰ্যত্ৰাস্তি সুপ্তো হৰিঃ।
ৱামা যূয়মহো বিড়ম্বৰসিক কীদৃক্ স্মৰো ৱৰ্ত্ততে
যেনাস্মাসু ৱিৱেকশূন্যমনসঃ পুংস্বেৱ যোষিদ্‌ভ্ৰমঃ ॥

[ প্ৰশ্নোত্তৰ ৰূপে কবিতাফাকি ৰচিত। প্ৰশ্নকৰ্ত্তা বক্তাই কোৱা কথাৰ অভিপ্ৰেত অৰ্থতকৈ স্বকীয়া অৰ্থ কৰি শ্ৰোতাই উত্তৰ দিছে। গতিকে বক্তাৰ কেউফাকি কথাৰে দুটাকৈ অৰ্থ হৈছে—প্ৰথম বক্তাৰ অভিপ্ৰেত অৰ্থ, দ্বিতীয় শ্ৰোতাৰ কল্পিত অৰ্থ। ভাঙনিত প্ৰথমে বক্তাৰ অভিপ্ৰেত অৰ্থ দি তাৰ লগতে শ্ৰোতাৰ কল্পিত অৰ্থ দিয়া হৈছে। ]

( "তোমালোক কোন? তোমালোক পানীত (কে)"।

"আমি এতিয়া বামতেই আছোঁ।"

"মোৰ প্ৰশ্নটো ব্যক্তিবিশেষৰ বিষয়ে; প্ৰশ্নটো (বি) চৰাই আৰু (শেষ) অনন্ত নাগৰ বিষয়ে)"

"চৰায়ে কথা কয়নে, নে হৰিৰ শয্যা অনন্ত নাগেই কৈছে!"

"তোমালোক বেঁকাহে; তোমালোক (বামা) ৰমণী।"

"হে বিড়ম্বৰসিক, আপোনাৰ কেনেকুৱা কাম-পীড়া হৈছে যে বিবেচনা হীনতাৰে আপুনি আমাৰ নিচিনা পুৰুষসকলকে স্ত্ৰী বুলি ভ্ৰম কৰিছে।)

ইয়াত বিশেষপদৰ 'বিঃ' মানে পক্ষী 'শেষ' অৰ্থাৎ নাগ এই দুটা অৰ্থ হোৱাত সভঙ্গ শ্লেষ হৈছে। আন আন ঠাইত কিন্তু অভঙ্গ শ্লেষৰপৰাই দুটা অৰ্থ ওলাইছে।

কালে কোকিলৱাচালে সহকাৰমনোহৰে।
কৃতাগসঃ পৰিত্যাগাত্তস্যাশ্চেতো ন দূয়তে॥

( যি কালত কুলিয়ে মাতে, যি কাল আমগছৰ শোভাৰে সুন্দৰ, সেইকালত দোষী নায়ক জনক পৰিত্যাগ কৰি তেওঁৰ (নায়িকাৰ) মনত দুখ হোৱা নাইনে।)

ইয়াত কোনো এগৰাকী সখীয়ে নিষেধ অৰ্থত নঞ্ প্ৰয়োগ কৰিলে। আন এগৰাকীয়ে কাকুৰ সহায়ত 'নিশ্চয় দুখ হৈছে' (দুখ হোৱা নাই নে!) এনে বিধি অৰ্থত তাৰ প্ৰয়োগ কৰিলে।

ভাবাসন:

যি ক্ষেত্ৰত একেখিনি শব্দেৰেই দুটা বা ততোধিক

ভাষাৰ ৰাক্য ৰচিত হয়, তাতে ভাষাসম নামৰ
অলংকাৰ হয়। ১২

উদাহৰণ মোৰ ৰচনাৰপৰা ; যেনে—

মঞ্জুলমণিমঞ্জীৰে কলগম্ভীৰে ৱিহাৰসৰসীতীৰে।
ৱিৰসাসি কেলিকীৰে! ধীৰে চ গন্ধসাৰসমীৰে॥

( হে সখী ; মণিনূপুৰৰ গম্ভীৰ শিঞ্জন আৰু খেলাৰ সামগ্ৰী পোহনীয়া ভাটৌৰ শব্দেৰে মুখৰিত হৈ থকা বিহাৰ সৰোবৰৰ পাৰত মলয়াবতাহ বলিব লাগিছে। তুমি কিয় বিৰাগিণী হৈছা। )

এই শ্লোকটো সংস্কৃত, প্ৰাকৃত, শৌৰসেনী, প্ৰাচ্যা, আৱন্তী, নাগৰ আৰু অপভ্ৰংশ ভাষাত একে ৰূপতে থাকিব।

'সৰসং কইণ কৱৰম্।' ইত্যাদিত কিন্তু 'সৰসং' পদটো সংস্কৃত আৰু প্ৰাকৃতত একে যদিও সমগ্ৰ বাক্য জুৰি সাদৃশ্য নাই কাৰণে বৈচিত্ৰ্যৰ অভাৱত ই অলংকাৰ হোৱা নাই।

শ্লেষ ঃ

শ্লিষ্ট পদৰদ্বাৰা অনেকাৰ্থৰ বোধনকে শ্লেষ বোলা হয়। ৱৰ্ণ, প্ৰত্যয়, লিঙ্গ, সুবন্ত আৰু তিঙন্ত দুই প্ৰকাৰ প্ৰকৃতি আৰু ( সুবন্ত আৰু তিঙন্ত ভেদে ) দুই প্ৰকাৰ পদ বিভক্তি, বচন আৰু ভাষাৰ শ্লেষ অনুযায়ী শ্লেষ অলংকাৰ আঠ প্ৰকাৰৰ। ১৩

ক্ৰমে উদাহৰণ ; যেনে—

প্ৰতিকূলতামুপগতে হি ৱিধৌ ৱিফলত্বমেতি বহুসাধনতা।
অৱলম্বনায় দিনভৰ্তুৰভূন্ন পতিষ্যতঃ কৰসহস্ৰমপি॥

( ৱিধি ( অথবা বিধু অৰ্থাৎ চন্দ্ৰ ) প্ৰতিকূল অৱস্থাপ্ৰাপ্ত হ'লে বহু উপায়ো

নিষ্ফল হয়। পৰিব ধৰা ( অন্ত যাব খোজা ) সূৰ্য্যৰ সহস্ৰ কৰো (ৰশ্মি অথবা হাত) তেওঁৰ অৱলম্বন হ'ব নোৱাৰিলে। )

ইয়াত 'বিধৌ' পদত বিধু ( চন্দ্ৰ ) আৰু বিধি ( বিধাতা ) শব্দৰ উ-কাৰ আৰু ই-কাৰ দুয়োটাই ঔ-কাৰৰ ৰূপ লোৱাত শ্লেষ হৈছে।

কিৰণা হৰিণাঙ্কস্য দক্ষিণশ্চ সমীৰণঃ।
কান্তোৎসঙ্গজুষাং নূনং সৰ্ব্ব এৱ সুধাকিৰঃ॥

( চন্দ্ৰৰ কিৰণসমূহ আৰু মলয়া বতাহ—এই আটাইবিলাকেই নিশ্চয় প্ৰিয়ৰ বা প্ৰিয়াৰ সঙ্গত থকাসকলৰ কাৰণে সুধাবৰ্ষণকাৰী। [ সুধা কিৰঃ—সুধা বৰ্ষণকাৰী ]

ইয়াত 'সুধাকিৰঃ' পদত ক্বিপ্ আৰু ক-প্ৰত্যয়ৰ শ্লেষ। ( কিৰণৰ ক্ষেত্ৰত ছটিয়াই দিয়া অৰ্থত কৃ ধাতুৰ পিচত ক্বিপ্ আৰু মলয়াৰ ক্ষেত্ৰত কৃ ধাতুৰ পিচত ক প্ৰত্যয় )। তদুপৰি ইয়াত বহুবচন আৰু একবচন দুইটাৰে একেৰূপ হোৱাত বচন শ্লেষো হৈছে। ( কিৰণৰ ক্ষেত্ৰত ক্বিপ্ প্ৰত্যয়ান্ত সুধাকিৰ প্ৰথমাৰ পদ বহুবচনত। মলয়াৰ ক্ষেত্ৰত ক প্ৰত্যয়ান্ত সুধাকিৰ পদ প্ৰথমাৰ একবচনত। )

ৱিকসন্নেত্ৰনীলাব্জে তথা তন্ব্যাঃ স্তনদ্বয়ী।
তৱ দত্তাং সদামোদং লসত্তৰলহাৰিণী॥

( কৃশাঙ্গীৰ বিকসিত নীলোৎপলৰ দৰে মনোমোহা চঞ্চল চকুযুৰিয়ে আৰু মনোমোহা কম্পমান স্তনযুগলে তোমাক সদায় আনন্দ দিয়ক। )

ইয়াত ক্লীবলিঙ্গ আৰু স্ত্ৰীলিঙ্গৰ শ্লেষ আৰু বচন শ্লেষো হৈছে। [ হাৰিণী ক্লীবলিঙ্গৰ দ্বিবচন আৰু স্ত্ৰীলিঙ্গৰ একবচন, আকৌ সেই পদত আৰু 'দত্তাং' পদতো একবচন আৰু দ্বিবচন হৈছে। ]

অয়ং সৰ্ব্বাণি শাস্ত্ৰানি হৃদি জ্ঞেষু চ বক্ষ্যতি।
সামৰ্থ্যকৃদমিত্ৰাণাং মিত্ৰাণাং চ নৃপাত্মজঃ॥

( মিত্ৰৰ সামৰ্থ্য যোগাওঁতা আৰু শত্ৰুৰ সামৰ্থ্য নাশকৰোঁতা এই ৰাজপুত্ৰই সকলো শাস্ত্ৰ হৃদয়ত ধাৰণ কৰিব আৰু পণ্ডিতবৰ্গৰ আগত ক'ব। )

ইয়াত 'বক্ষ্যতি' পদত ( ভাৰ বব আৰু ক'ব অৰ্থত ) বহ্ ধাতু আৰু বচ্ ধাতুৰ শ্লেষ আৰু 'সামৰ্থ্যকৃৎ' পদত ( সামৰ্থ্য কাটিব আৰু সামৰ্থ্য সৃষ্টি কৰিব অৰ্থত ) কৃৎ আৰু কৃ ধাতুৰ শ্লেষৰদ্বাৰা প্ৰকৃতি শ্লেষ হৈছে।

'পৃথুকাৰ্ত্তস্বৰপাত্ৰম্' ইত্যাদিত পদভঙ্গ কৰিলে বিভক্তি আৰু সমাসৰো ভেদ আহি পৰে কাৰণে পদ-শ্লেষহে, প্ৰকৃতি-শ্লেষ নহয়।

এই দৰেই—

নীতানামাকুলীভাৱং লুব্ধৈৰ্ভূৰিশিলীমুখৈঃ।
সদৃশে ৱনবৃদ্ধানাং কমলানাং তদীক্ষণে॥

[ ব্যাধৰ ( লুব্ধ ) বহু শৰৰদ্বাৰা ( শিলীমুখৈঃ ) আকুল হ'লে বনত ডাঙৰ হোৱা মৃগবিলাকৰ ( কমল ) চকু যেনে ধুনীয়া হয় আৰু লুভীয়া ( লুব্ধ ) বহু ভ্ৰমৰৰদ্বাৰা ( শিলীমুখৈঃ ) আকুল হ'লে পানীত ( বন ) ফুলা পদুম ( কমল ) যেনে ধুনীয়া হয়, তেওঁৰ চকু দুটাও তেনেকুৱা ধুনীয়া )

ইয়াত 'লুব্ধ' 'শিলীমুখ' আদি শব্দ শ্লিষ্ট যদিও বিভক্তিৰ ভেদ নোহোৱাত প্ৰকৃতি-শ্লেষহে হৈছে। নহলে সকলোতে কেৱল পদ-শ্লেষহে পোৱা যাব।

সৰ্ব্বস্বং হৰ সৰ্ব্বস্য ত্বং ভৱচ্ছেদতৎপৰঃ।
নয়োপকাৰসাংমুখ্যমায়াসি তনুৱৰ্ত্তনম্॥

[ শিৱ ভক্তৰ শিৱৰ প্ৰতি উক্তিত চোৰৰ পুতেকৰ প্ৰতি উপদেশ প্ৰকাশ হৈ শ্লিষ্ট হৈছে। ]

( শিৱৰ প্ৰতি উক্তি: হে হৰ, তুমি সকলো লোকৰে সৰ্ব্বস্ব স্বৰূপ, তুমি প্ৰাণীৰ সংসাৰ বন্ধন ছেদন কৰা, তুমি নীতি উপদেশ দিবলৈ মনুষ্য শৰীৰ ধাৰণ কৰা। চোৰৰ উপদেশ : পুত্ৰ, তুমি সকলোৰে সৰ্ব্বস্ব হৰণ কৰা, তুমি পোনাৰ গাঁঠি

কটাত তৎপৰ হোৱা, সিদ্ধিয়েদি কষ্ট কৰি শৰীৰ ভিতৰলৈ সুমাই হাতে হাতে উপকাৰ লাভ কৰা।)

ইয়াত শিৱক সম্বোধন কৰা অৰ্থত 'হৰ' পদত সুপ্ বিভক্তি। আন হাতে হৰণ কৰা অৰ্থত হৃ-ধাতুত তিঙ্ বিভক্তি। গতিকে ইয়াত বিভক্তিৰ শ্লেষ। এই দৰেই 'ভৱ' আদিতো। এই বিধক প্ৰত্যয় শ্লেষ বুলি কলেও হয়, কিন্তু আন প্ৰত্যয়ৰদ্বাৰা যি অৰ্থ পাব নোৱাৰি, তেনে অৰ্থ সুপ্ আৰু তিঙ্ বিভক্তিয়ে দিয়ে কাৰণে সিহঁতৰ এক বিশেষ সৌন্দৰ্য্য আছে বুলি বেলেগে কোৱা হৈছে।

মহদে সুৰসন্ধং মে তমৱ সমাসঙ্গমাগমাহৰণে।
হৰ বহুসৰণং তং চিত্তমোহমৱসৰ উমে সহসা॥

(এই শ্লোকটো সংস্কৃত আৰু মহাৰাষ্ট্ৰী প্ৰাকৃতত একেই; কিন্তু অৰ্থ বেলেগ। সংস্কৃতত অৰ্থ: হে ভক্তজনৰ আনন্দদায়িনী, হে দেৱী পাৰ্ব্বতী, দেৱবাঞ্ছিত আগমজ্ঞান মোক দান কৰা আৰু মোৰ মন মোহাচ্ছন্ন কৰা, চিত্তৰ মোহ সময়ে সময়ে দূৰ কৰা।

মহাৰাষ্ট্ৰীত অৰ্থ: হে হৰৰ ঘৰিণী, হে গৌৰী, হে পাৰ্ব্বতী, ধৰ্ম্মত মোৰ মতি বৃদ্ধি কৰা, জন্ম-মৰণৰূপ সংসাৰৰপৰা মোৰ তমোময় তৃষ্ণা দূৰ কৰা, তুমিয়েই মোৰ একমাত্ৰ আশ্ৰয়, মোৰ চিত্তমোহ দূৰ কৰা।)

[প্ৰাকৃতত 'মহ দেসু ৰসং ধম্মে' ইত্যাদি ৰূপ হ'ব।] ইয়াত সংস্কৃত আৰু প্ৰাকৃত ভাষাৰ শ্লেষ।

আকৌ সভঙ্গ, অভঙ্গ আৰু তদুভয়াত্মক
এই তিনি প্ৰকাৰে শ্লেষ বিভক্ত। ১৪

সম্ভৱ স্থলত উক্ত আঠ প্ৰকাৰৰ প্ৰত্যেকতে এই তিনিবিধ থাকিব পাৰে। যেনে—

যেন ধ্বস্তমনোভৱেন বলিজিৎকায়ঃ পুৰাস্ত্ৰীকৃতঃ
যশ্চোদ্বৃত্তভুজঙ্গহাৰৱলয়ো গঙ্গাং চ যোঽধাৰয়ৎ।
যস্যাহুঃশশিমচ্ছিৰোহৰ ইতি স্তুত্যং চ নামামৰাঃ
পায়াৎ স স্বয়মন্ধকক্ষয়কৰস্ত্বাং সৰ্বদোমাধৱঃ॥

[ হৰি আৰু হৰ উভয়ৰে স্তুতি এই পদ্যত আছে ! হৰি পক্ষত—যি জন্ম ৰহিত জনে ( অভবেন ) শকটাসুৰক ( অন ) ধ্বংস কৰিলে। যি জনে বলিজয়ী শৰীৰটো পুৰণি কালত অমৃত মন্থনৰ সময়ত স্ত্রী ৰূপে ( মোহিনীৰূপে ) পৰিণত কৰিলে ; যিজনে দৃপ্ত কালীয় নাগক বধ কৰিছিল ( ভুজঙ্গহা ), যিজন শব্দ-ব্রহ্মাতে সকলো শব্দৰ লয় ( ৰবলয় ), যিজনে গোবৰ্দ্ধন পৰ্বত ( অগং ) আৰু পৃথিৱী ( গাং ) ধাৰণ কৰিছিল ; যি জনক দেৱতাসকলে ৰাহুৰ ( শশিমৎ ) মস্তক ছেদনকাৰী ( শিৰোহৰ ) বুলি স্তুতি কৰে, সেই যাদৱৰ নিৰূপম ( অন্ধক ক্ষয় ) ৰূপ দ্বাৰকাত বাস কৰোঁতা সৰ্ব অভীষ্ট ফলদাতা ( সৰ্বদো ) স্বয়ং মাধৱে ( মা অৰ্থাৎ লক্ষ্মীৰ ধৱ অৰ্থাৎ পতি ) তোমাক ৰক্ষা কৰক। হৰ পক্ষত—যি জনে কন্দৰ্পক ( মনোভূ ) ধ্বংস কৰিছে, যি জনে বিষ্ণুৰ শৰীৰ ( বলি-জিৎকায় ) অস্ত্ৰৰূপে ব্যৱহাৰ কৰিছিল ( অস্ত্রীকৃত: ), উত্তম ভুজঙ্গবিলাক যাৰ হাৰ আৰু বলয়, যি গঙ্গাক ধাৰণ কৰিছিল, যি জনৰ শিৰত চন্দ্ৰ আছে বুলি আৰু হৰ বুলি যাক দেৱতাসকলে স্তুতি কৰে, অন্ধক দৈত্য নাশকাৰী স্বয়ং সেই উমাপতি শিৱই সদায় তোমাক ৰক্ষা কৰক। ]

ইয়াত ‘যেন’ ধ্বস্ত—ইত্যাদিত সভঙ্গ শ্লেষ। [ পদ বেলেগ ধৰণে ভঙাত শ্লেষ হয় ]‘‘অন্ধক—’ ইত্যাদিত অভঙ্গ শ্লেষ। এই দুইবিধ একে ঠাইতে পোৱা যায় কাৰণে গ্ৰন্থৰ কলেবৰ বঢ়াৰ ভয়ত সভঙ্গ আৰু অভঙ্গ শ্লেষৰ বেলেগে উদাহৰণ দি দেখুৱা নাই।

এই খিনিতে কিছুমানে কয় যে—সভঙ্গ শ্লেষহে শব্দশ্লেষৰ বিষয়। তাত উদাত্ত আদি স্বৰভেদ অনুযায়ী ভিন্ন প্ৰযত্নৰদ্বাৰা উচ্চাৰিত হোৱা দুটা বেলেগ শব্দৰ জতু-কাষ্ঠ ন্যায়েৰে ( লা আৰু কাঠ লগলগাদি ) শ্লেষ হয়। অভঙ্গ শ্লেষ কিন্তু অৰ্থশ্লেষ হে। য’ত স্বৰভেদ নোহোৱা বাবে প্ৰযত্নও অভিন্ন হোৱাত শব্দৰো ভেদ নোহোৱাকৈ একে থোপাতে লগা দুটা ফলৰ দৰে দুটা অৰ্থৰ শ্লেষ হয়। যি যাক আশ্ৰয় কৰি থাকে সি সেই বিধৰে অলংকাৰ। অলংকাৰ্য্য আৰু অলংকাৰৰ ভাৱটো লৌকিক ক্ষেত্ৰত হোৱাৰ দৰেই আশ্ৰয় আৰু আশ্ৰয়ী ভাৱৰ ওপৰতে নিৰ্ভৰ কৰে।

আন কিছুমানে এই মতটো গ্ৰহণ নকৰে। কিয়নো, অলংকাৰ শাস্ত্ৰত ধ্বনি, গুণীভূতব্যঙ্গ্য, দোষ, গুণ আৰু অলংকাৰবিলাক শব্দগত হ'বনে অৰ্থগত হ'ব, সেইকথা অন্বয় আৰু ব্যতিৰেক সম্বন্ধৰ ওপৰত ভিত্তি কৰিয়েই নিৰ্ণয় কৰা হয়। [ এটা থাকিলে আনটো থকা সম্বন্ধ-অন্বয়, এটা নেথাকিলে আনটো নথকা সম্বন্ধ ব্যতিৰেক। ]

'অৰ্থৰ ভেদ অনুযায়ী শব্দৰ ভেদ হয়'—এই নিয়মৰ হেতুকে 'অন্ধকক্ষয়" ইত্যাদিত শব্দৰ ভেদ নোহোৱাকৈ থকা নাই। তদুপৰি শব্দই ইয়াত মুখ্য ভাৱে বৈচিত্ৰ্যবোধৰ উপায় হোৱাত আৰু কবি প্ৰতিভাৰদ্বাৰা তাৰেই প্ৰকাশ হোৱাত, এই ক্ষেত্ৰত শব্দালংকাৰহে আছে। অৰ্থত একে অথচ শুনাত বা দেখাত বেলেগ দুটা শব্দৰ প্ৰয়োগ কৰিলে এনে বিধৰ বৈচিত্ৰ্যৰ অভাৱ হোৱাটোও শব্দালংকাৰত্ব স্বীকাৰ কৰাৰ কাৰণ। বৈচিত্ৰ্যই অলংকাৰ। কিছু পৰিমাণে অৰ্থৰ ওপৰত নিৰ্ভৰ কৰে কাৰণে যদি অৰ্থালংকাৰ বোলা হয়, তেনেহলে অনুপ্ৰাস আদিও ৰসাদি ব্যঞ্জনাৰ প্ৰতি উন্মুখ কাৰণে সেইবিলাকো অৰ্থৰ ওপৰত নিৰ্ভৰশীল বুলি তাতো অৰ্থালংকাৰত্ব হোৱাৰ প্ৰসঙ্গ আহি পৰিব। শব্দৰ অভিন্ন প্ৰযত্নৰদ্বাৰা উচ্চাৰণ যোগ্যত্ব হ'লে যদি অৰ্থালংকাৰ বুলি স্বীকাৰ কৰা হয়, তেতিয়া "প্ৰতিকূলতামুপগতে হি বিধৌ" এই উদাহৰণত তেতিয়াও [ তোমাৰ মতেও ] শব্দ ভেদ থকা সত্বেও অৰ্থালংকাৰত্ব আহি পৰিব। গতিকে দুয়ো ক্ষেত্ৰতে শব্দালংকাৰত্বই স্বীকাৰ্য্য। শব্দ পৰিবৰ্ত্তন কৰিলেও শ্লেষ য'ত আঁতৰি নাযায়, তেনে ক্ষেত্ৰত ; যেনে—

স্তোকেনোন্নতিমায়াতি স্তোকেনায়াত্যধোগতিম্।
অহো সুসদৃশী বৃত্তিস্তুলাকোটেঃ খলস্য চ ॥

( অলপ মানতে ওপৰলৈ যায় আৰু অলপতে অধোগতি হয় ( তললৈ যায় )। আহা, তুলাচালনী আৰু খলুৱাৰ স্বভাৱ একেবাৰে একে। )

ইয়াত অৰ্থ শ্লেষ। অন্য অলংকাৰ নোহোৱা ঠাইত এই শ্লেষ

অলংকাৰ থকা সম্ভৱ নহয়, সেই কাৰণে আন অলংকাৰ বিলাক সাধাৰণ-ৰূপে (বিশেষৰূপে) থাকি বাধক (কাৰণ) হৈ শ্লেষ অন্য অলংকাৰৰ আৰু শ্লেষ বাধক আৰু জ্ঞানৰ হেতু হয় বুলিও কিছুমানে কয়।

এনে স্থূলত এইদৰে বিচাৰ কৰা হৈছে—সমাসোক্তি অপ্ৰস্তুত-প্ৰশংসা আদিত দ্বিতীয় অৰ্থটো অভিহিত বা বাচ্য নহয় কাৰণে শ্লেষৰ গন্ধও নাই। "বিদ্বন্মানসহংস—" ইত্যাদি শ্লেষগৰ্ভ ৰূপকতো মানস শব্দৰ চিত্ত আৰু সৰোবৰ ৰূপ উভয় অৰ্থ থকা সত্ত্বেও ৰূপকৰদ্বাৰা শ্লেষ বাধিত হৈছে। তাত সৰোবৰ ৰূপ অৰ্থতেই গৈ বাক্যাৰ্থৰ জ্ঞান শেষ হৈছে কাৰণে সেই অৰ্থই প্ৰধান। শ্লেষত কিন্তু দুইটা অৰ্থই সমকক্ষ।

"সন্নিহিত বালান্ধকাৰ ভাস্বন্মূৰ্ত্তিশ্চ" ইত্যাদি বিৰোধাভাসতো বিৰুদ্ধ অৰ্থৰ অলপমান জ্ঞান হয় যদিও স্পষ্টভাৱে বোধ নহয় কাৰণে শ্লেষ নহয়। এইদৰেইপুনৰুক্তদাভাসতো। "যেন ধ্বস্ত—" ইত্যাদিত প্ৰাকৰণিক আৰু অপ্ৰাকৰণিকঅৰ্থ দুটাৰ আৰু "নীতানাম্—" ইত্যাদিত অপ্ৰাকৰণিক বা অপ্ৰাসঙ্গিক অৰ্থ দুটাৰ একে ধৰ্মৰ লগত সম্বন্ধ হোৱাত তুল্যযোগিতা হৈছে যদিও,

স্বেচ্ছোপজাতবিষয়োঽপি ন যাতি ৱক্তুং
দেহীতিমাৰ্গণশতৈশ্চ দদাতি দুঃখম্।
মোহাৎ সমুৎক্ষিপতি জীৱনমপ্যকাণ্ডে
কষ্টং প্ৰসূনৱিশিখঃ প্ৰভুৰল্পবুদ্ধিঃ ॥

(ৰজাৰ পক্ষে—নিজ ইচ্ছা মতে সকলো বিষয় পাব পাৰে যদিও মুখেৰে দিয়া (দেহি) বুলি নকয়, অথচ পদাতি সৈন্যবিলাকৰদ্বাৰা ধন অপহৰণ কৰাই দুঃখ দিয়ে। আকৌ অপৰাধ হৈছে বুলি ভ্ৰম কৰি (মোহাৎ) হঠাতেই কোনো প্ৰজাৰ প্ৰাণ লয়; গতিকে তেনে অল্পবুদ্ধি ৰজা কষ্টৰ কাৰণ। কামদেৱৰপক্ষে—নিজ ইচ্ছামতেই নিজৰ আক্ৰমণৰ বিষয় বাছি লয়, অনঙ্গ বাবে তেওঁক দেহযুক্ত (দেহী) বুলি ক'ব নোৱাৰি। শ শ শৰেৰে তেওঁ কষ্ট দিয়ে।

কামীজনৰ মোহ উৎপাদন কৰি ইঠাতে প্ৰাণ লয়; গতিকে পুষ্পশৰ ( প্ৰসূনবিশিখঃ ) কামপুদেৱ কষ্টৰ কাৰণ। )

ইত্যাদিত প্ৰাকৰণিক আৰু অপ্ৰাকৰণিকৰ একে ধৰ্ম্মৰ লগত সম্বন্ধ হোৱাত দীপক হৈছে যদিও আৰু "সকলকলং পুৰমেতজ্জাতং সংপ্ৰতি সুধাংশুবিম্বমিৱ' [ সকলকলম্, সকলো কলা যুক্ত অথবা কলকল ধ্বনি যুক্ত ] ইত্যাদিত উপমা আছে; কিন্তু এই অলংকাৰবিলাক নাথাকিলে শ্লেষ থাকিব নোৱাৰে, অথচ এই অলংকাৰবিলাক শ্লেষ নোহোৱাকৈয়ো থাকিব পাৰে; সেই কাৰণে আৰু এইবিলাক ঠাইত প্ৰধান ভাৱে শ্লেষৰেই চমৎকাৰিত্বত বোধ হয় কাৰণে এইবিলাক ক্ষেত্ৰত শ্লেষ অলংকাৰ আছে বুলিয়েই কব লাগে, নহ'লে শ্লেষ বুলি নামকৰণ কৰা কথাটো সম্পূৰ্ণৰূপে নাইকিয়া হৈ যাব।

এনে স্থলত আমি এইদৰে ক'ব খোজো যে দৰাচলতে শ্লেষ যে আন অলংকাৰৰপৰা বেলেগে থাকিব নোৱাৰে তেনে নহয়, কিয়নো "যেন ধ্বস্ত—" ইত্যাদিত শ্লেষ আন অলংকাৰতকৈ পৃথকভাৱেই আছে। ইয়াত তুল্য যোগিতাও হোৱা নাই, কিয়নো তাত দুয়োটা অৰ্থই বাচ্য হ'ব লাগিব বুলি নিয়ম নাই। আন হাতে, ইয়াত মাধৱ আৰু-উমাধৱ এই দুটাৰ যি কোনো এটাৰ বাচ্যত্ব হলে আনটো ব্যঙ্গ্য হ'ব। তদুপৰি—তুল্যযোগিতাত একেটা ধৰ্ম্মই বহু ধৰ্ম্মীৰ সৈতে সম্বন্ধ হোৱাটো অনুভৱ কৰা হয়। শ্লেষত কিন্তু একাধিক ধৰ্ম্মীৰ পৃথক পৃথক ধৰ্ম্মৰ সৈতে সম্বন্ধ। "সকলকলম্—" ইত্যাদিতো শ্লেষ, উপমাৰ জ্ঞানৰ হেতু হোৱা নাই। কিয়নো তেতিয়া হ'লে পূৰ্ণোপমাৰ কাৰণে আৰু কোনো থল নাথাকিব। 'কমলমিৱ মুখং মনোজ্ঞমেতৎ' ইত্যাদি পূৰ্ণোপমাৰ থল, তথাপি আছে বুলি যদি কয় তেনে-হ'লে আমি ক'ম—তেনে হ'ব নোৱাৰে। যদি "সকলকলম—" ইত্যাদিত শব্দ শ্লেষ আছে কাৰণেই উপমা নহয়, তেনেহ'লে "মনোজ্ঞম্" ইত্যাদিত যি অৰ্থ শ্লেষ আছে সিনো কি অপৰাধ কৰিলে।

"উপমা আৰু সমুচ্চয় দেখাদেখিকৈয়ে অৰ্থালংকাৰ।
কিন্তু সামান্যধৰ্মবোধক শব্দমাত্ৰক আশ্ৰয় কৰি ইহঁত
দুটাক শব্দালংকাৰ বুলিও ধৰিব পাৰি ॥"

এই বাক্যত ৰুদ্ৰটে কোৱাৰ দৰে গুণ আৰু ক্ৰিয়াৰ সাদৃশ্যৰ দৰে শব্দৰ সাদৃশ্যও উপমাৰ প্ৰয়োজক।

আকৌ, "গুণ আৰু ক্ৰিয়াৰ সাদৃশ্যকেই উপমাৰ প্ৰয়োজক বুলি কোৱাটো যুক্তিযুক্ত, তাতেইহে সাধৰ্ম্য বাস্তৱিক। শব্দৰ সাদৃশ্য কিন্তু তেনে নহয়, তাত সাধৰ্ম্য অবাস্তৱিক। তাৰ পিছত, পূৰ্ণোপমা আন ভাৱে সম্ভৱ নহয় বুলিয়েই, গুণ ক্ৰিয়াৰ সাদৃশ্যও শ্লেষৰ বিষয় নহৈ পূৰ্ণোপমাৰ বিষয় হ'ব। কিন্তু "সকল—" ইতাদিত শব্দৰ সাদৃশ্যত পূৰ্ণোপমা নহয়। এইবুলি যদি কোৱা হয়, তেতিয়া ক'ব লাগিব নহয়। কিয়নো, "সাধৰ্ম্যমুপমা" বুলি কোনো বিশেষণ নোহোৱাকৈ যি উপমাৰ লক্ষণ কৰা হৈছে, তাৰ ফলত শব্দৰ সাদৃশ্য বাদ দিব নোৱাৰি। যদি কোৱা হয় যে শব্দৰ সাদৃশ্যৰ ফলত হোৱা সাধৰ্ম্যটো অবাস্তৱ হোৱাত সি উপমাৰ প্ৰয়োজক নহয়, তেনেহ'লে কেনেকৈ "বিদ্বন্মানস—" ইত্যাদিত আধাৰ-স্বৰূপ চিত্ত আদিত সৰোবৰ আদিৰ আৰোপ, ৰজা আদিত হংস আদিৰ আৰোপৰ হেতু হ'ব পাৰে ?

আকৌ যদি বাস্তৱিক সাদৃশ্যৰ ক্ষেত্ৰতে উপমা স্বীকাৰ কৰিব লাগে, তেনেহ'লে কেনেকৈ তুমি নিজেই "সকলকলম্—" ইত্যাদিত শ্লেষৰ দ্বাৰা বাধিত হোৱা উচিত যদিও, উপমা স্বীকাৰ কৰিছা ? তদুপৰি ইয়াত শ্লেষেই সাদৃশ্যৰ প্ৰয়োজক ; কিন্তু সাদৃশ্য শ্লেষৰ প্ৰয়োজক নহয় আৰু শ্লেষ-ৰচনাৰ আগতে সাদৃশ্য হোৱাটো সম্ভৱ নহয়। এই কাৰণে "প্ৰাধান্য অনুসৰিয়েই নামকৰণ হয়" বোলা ন্যায় অনুসৰি উপমাৰেই প্ৰাধান্য আছে কাৰণে উপমা বুলিয়েই ইয়াৰ নামকৰণ কৰাটো অধিক যুক্তিযুক্ত।

আকৌ, যেহেতু শব্দালংকাৰৰ ক্ষেত্ৰত অঙ্গাঙ্গিভাৱে সঙ্কৰ হোৱাটো স্বীকাৰ কৰা নহয়, ইয়াত কেনেকৈ শ্লেষ আৰু উপমাৰ অঙ্গাঙ্গিভাৱে সঙ্কৰ হ'ল ? এই বুলি যদি কোৱা, তেনেহ'লে ক'ম সেই আপত্তি যুক্তিযুক্ত নহয়। য'ত অৰ্থৰ বিচাৰ কৰা নহয়, তেনে অনুপ্ৰাস আদি শব্দালংকাৰতহে তেনেদৰে অৰ্থাৎ অঙ্গাঙ্গিভাৱে সঙ্কৰ স্বীকাৰ কৰা নহয়। এইদৰেই দীপকাদিতো প্ৰাধান্য অনুযায়ী নামকৰণ হয় বুলি জানিব লাগিব।

সৎপক্ষা মধুৰগিৰঃ প্ৰসাধিতাশা মদোদ্ধতাৰম্ভাঃ।
নিপতন্তি ধাৰ্ত্তৰাষ্ট্ৰাঃ কালৱশান্মেদিনীপৃষ্ঠে ॥

( হংসৰ পক্ষে—ধুনীয়া পাখি থকা ( সৎপক্ষা ), সুন্দৰ মাত মতা ( মধুৰগিৰঃ ), দিশ মনোহৰ কৰি তোলা ( প্ৰসাধিতাশা ) [ শৰৎ কালৰ আগমনত ] উত্তেজিত হৈ উৰি অহা ( মদোদ্ধতাৰম্ভাঃ ) ধাৰ্ত্তৰাষ্ট্ৰ নামৰ হাঁহবিলাক শৰৎ কালৰ বশ হৈ পৃথিৱীত আহি পৰিছেহি।

কৌৰৱৰ পক্ষে—অনুৰক্ত স্বপক্ষীয় লোক যাৰ আছে, যিবিলাকে সুন্দৰ ভাৱে কথোপকথন কৰে, যিবিলাকে সকলো দিশ জয় কৰিছে, অহঙ্কাৰত উদ্ধত হৈ যিবিলাকে যুদ্ধ আৰম্ভ কৰিছে ( মদোদ্ধতাৰম্ভাঃ ) সেই ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলে মৃত্যুকালৰ বশ হৈ পৃথিৱীত বাগৰি পৰিছে। )

ইয়াত শৰৎকালৰ বৰ্ণনাটো প্ৰাকৰণিক হোৱা হেতুকে হংস আদি অভিধেয় অৰ্থও অভিধাৰদ্বাৰা বুজোৱাত ধাৰ্ত্তৰাষ্ট্ৰ আদি শব্দ নিয়ন্ত্ৰিত হোৱাত দুৰ্য্যোধনাদিৰূপ অৰ্থ শব্দ শক্তিমূলক বস্তু ধ্বনি। ইয়াত ( সৎপক্ষা······ইত্যাদি বাক্যত ) আকৌ উপস্থিত ৰচনা ভাগৰ যি অভিধেয় অৰ্থ, তাৰপৰা দ্বিতীয় অৰ্থটো একান্ত ব্যঙ্গ্য হোৱাটো অভিপ্ৰেত হোৱাত প্ৰাকৰণিক আৰু অপ্ৰাকৰণিক অৰ্থৰ উপমান-উপমেয় ভাৱ বিবক্ষিত হোৱা নাই। গতিকে ইয়াত উপমা ধ্বনিও হোৱা নাই অথবা শ্লেষো হোৱা নাই। এইদৰেই সকলো বিষয় নিৰ্দ্দোষ হৈ পৰিল।

**কোনো ৰচনাত বৰ্ণবিলাকে পদ্ম আদিৰ আকাৰ ল'লে, তাক চিত্ৰ বোলা হয়। ১৫**

আদি শব্দৰদ্বাৰা খড়্গ, মুৰজ ( ডম্বৰু ), চক্ৰ, গোমূত্ৰিকা ( গৰুৰ মূত্ৰধাৰা ) আদি বুজোৱা হৈছে। ইয়াত, তেনে তেনে বিধৰ বস্তুৰ আকাৰেৰে লিখি সন্নিবেশ কৰা বৈশিষ্ট্যৰ হেতুকে চমৎকৃত কৰিব পৰা বা চকুৰে দেখা বস্তুবিলাক তেনে তেনে ধৰণে শ্ৰোত্ৰাকাশত বিশেষভাৱে সমবেত হৈছে আৰু চমৎকৃত কৰিব পৰা বস্তুবিলাকৰপৰা সাদৃশ্যৰ বলত অভিন্ন বুলি কল্পনা কৰি লোৱা হেতুকে শব্দালংকাৰত্ব হৈছে। চিত্ৰৰ ভিতৰত পদ্মবন্ধ যেনে, মোৰ—

মাৰমা সুষমা চাৰু-ৰুচা মাৰবধূত্তমা।
মাত্তধূৰ্ত্তমাৱাসা সা ৱামা মেঽস্তু মা ৰমা॥

( পদ্মবন্ধ শ্লোকফাকিৰ অৰ্থ এনেঃ হে লক্ষ্মী, তুমি কন্দৰ্পৰ জননী, সৌন্দৰ্য্যত কন্দৰ্পপত্নী ৰতিদেৱীতকৈ মনোহৰ, তুমি ধূৰ্ত্তৰ ঘৰত কেতিয়াও বাস নকৰা, তুমি যেন মোৰ প্ৰতি কস্মিন্ কালেও বামা নোহোৱা। )




[ ১, ৩, ৫, ৭ দিক্‌দল, ২, ৪, ৬, ৮ বিদিক্‌দল। ]

এইটো অষ্টদল পদ্মবন্ধ। দিক্‌দলবিলাকত ওলাই সোমাই ছুবাৰ পঢ়াত শব্দবিলাক শ্লিষ্ট। কিন্তু বিদিক্ দলবিলাকত (বহিৰৰপৰা ভিতৰলৈ পঢ়ি অহা দলবিলাকত) শ্লিষ্ট নহয়। কৰ্ণিকাৰ (গৰ্ভৰ) অক্ষৰটো শ্লিষ্টই। এই দৰেই খড়্গবন্ধ আদিও বিচাৰি উলিয়াব পাৰি।

কাব্যৰ মাজত ইহঁত একোটাহঁত গাঁঠি যেন অৰ্থাৎ কুঁহিয়াৰ আদিৰ গাঁঠিৰ দৰে টান আৰু নীৰস হৈ থাকে কাৰণে ৰসৰ পৰিপন্থী। সেই কাৰণে ইয়াত বিশদভাৱে দেখুৱা হোৱা নাই।

**প্ৰহেলিকা ঃ**

ৰসৰ পৰিপন্থী হোৱা হেতুকে প্ৰহেলিকাও অলংকাৰ
নহয়। সি কেৱল উক্তিৰহে বৈচিত্ৰ্য।
ই চ্যুতাক্ষৰিকা, দত্তাক্ষৰিকা আদি কেবা প্ৰকাৰৰ। ১৬

যেনে—

চ্যুতাক্ষৰা, দত্তাক্ষৰা আৰু চ্যুত-দত্তাক্ষৰা।

উদাহৰণ—

কূজন্তি কোকিলাঃ সালে যৌৱনে ফুল্লমম্বুজম্।
কিং কৰোতু কুৰঙ্গাক্ষী ৱদনেন নিপীড়িতা॥

(আম গছত কুলিয়ে কুউ কুউ কৰিছে, পানীত পদুম ফুলিছে ; মদন-পীড়িতা কুৰঙ্গাক্ষীয়ে এতিয়া কি কৰিব।)

(কোকিলবিলাকে সাল গছত গীত গাইছে, যৌৱন কালত (যৌবনে) পদুম ফুলে। পদুম-নয়না নায়িকাই মুখৰদ্বাৰা (বদনেন) নিপীড়িতা হৈ কি কৰিছে।)

ইয়াত 'ৰসালে' [আম গছত] বুলি নকৈ 'সালে' [সাল গছত] বুলি কোৱাত ৰ-চ্যুত হৈছে [বাদ পৰি গৈছে]। 'বনে' বুলি নকৈ 'যৌৱনে' বুলি কোৱাত এটা আখৰ (যৌ) বেছিকৈ দিয়া (দত্ত) হৈছে।

'মদনেন' ( কাম ভাৱৰদ্বাৰা ) বুলি নকৈ 'বদনেন' ( মুখৰদ্বাৰা ) বুলি কোৱাত ম-চ্যুত আৰু ব-দত্ত। আদি শব্দৰদ্বাৰা ক্ৰিয়া গুপ্তি, কাৰক গুপ্তি আদি বুজোৱা হৈছে। তাৰে ক্ৰিয়া গুপ্তি ; যেনে,—

পাণ্ডৱানাং সভামধ্যে দুৰ্য্যোধন উপাগতঃ।
তস্মৈ গাং চ সুবৰ্ণং চ সৰ্ব্বাণ্যাভৰণানি চ॥

( পাণ্ডৱসকলৰ সভালৈ দুৰ্য্যোধন আহিল। তেওঁক গৰু, সোণ আৰু সকলো আভৰণ দিয়া হ'ল )।

[ ইয়াত 'দুৰ্যোধনৰ' ঠাইত 'অদুৰ্যোধন' বুলি বুজিব লাগিব। ( যি 'অধন' অৰ্থাৎ দৰিদ্ৰ আহিছিল তেওঁক দিয়া হৈছিল। অদুঃ+যোঃ+অধনঃ। ]

গতিকে ইয়াত 'অদুঃ' ক্ৰিয়াৰ গুপ্তি হৈছে। এইদৰেই আন ঠাইতো হয়।

**অৰ্থালঙ্কাৰ ঃ**

এতিয়া প্ৰসঙ্গক্ৰেম অৰ্থালংকাৰৰ কথা কোৱা হৈছে, তাৰ ভিতৰত সাদৃশ্যমূলকবিলাকৰ লক্ষণ ক'বলগীয়া হোৱাত আৰু সেইবিলাকৰো আশ্ৰয়ৰূপে প্ৰধান হোৱাত প্ৰথমে উপমাৰ কথা কোৱা হৈছে—

**উপমা ঃ**

বৈধৰ্ম্ম্যৰ উল্লেখ নকৰাকৈ একে বাক্যতে দুটা বস্তুৰ সাম্য, বাচ্য-ৰূপে কথিত হ'লে তাক উপমা বোলা হয়। ১৭

ৰূপকাদি সাম্য ব্যঙ্গ্য, ব্যতিৰেকত আকৌ বৈধৰ্ম্ম্যৰো উল্লেখ কৰা হয়, উপমেয়োপমাত দুটা বাক্য থাকে, অনন্বয়ত আকৌ একেটা বস্তুৰে ( নিজৰ সৈতে নিজৰ ) সাম্য কথিত হয়। এয়ে উপমাৰ সৈতে ইহঁতৰ পাৰ্থক্য।

**পূৰ্ণোপমা :**

যদি সামান্য ধৰ্ম্ম, উপমাবাচক শব্দ, উপমেয় আৰু
উপমান বাচ্য হয়, তেতিয়া সেয়া পূৰ্ণা হয়। ১৮

'সেয়া' মানে উপমা। সাধাৰণ ধৰ্ম্ম হৈছে দুটা বস্তুৰ সাদৃশ্যৰ হেতু স্বৰূপ, গুণ আৰু ক্ৰিয়া; যেনে—মনোজ্ঞত্ব আদি। ঔপম্যবাচক শব্দ হৈছে ইব আদি। উপমেয় মুখ আদি। উপমান চন্দ্ৰ আদি।

এই উপমাই যথা, ইব আৰু বা শব্দ আৰু ইবাৰ্থক
বৎ প্ৰত্যয়ৰ প্ৰয়োগত শ্ৰৌতী হয়, আৰু তুল্য,
সমান আদি পদ অথবা তুল্যাত্মক বৎ-প্ৰত্যয়ৰ
প্ৰয়োগত আৰ্থী হয়। ১৯

যথা, ইব, বা আদি শব্দ এই বিধ উপমাত প্ৰয়োগ কৰা তুল্য আদি পদৰ সৈতে একে যদিও, শুনা মাত্ৰকে ( শ্ৰুতি মাত্ৰেণ ) ইহঁতে উপমান আৰু উপমেয়ৰ মাজত থকা সাদৃশ্যৰূপ সম্বন্ধৰ বোধ জন্মায় কাৰণে সিহঁত থাকিলে শ্ৰৌতী উপমা হয়। এইদৰেই "তত্ৰ তস্যেৱ" সূত্ৰৰদ্বাৰা ইব-অৰ্থত বিহিত বৎ-প্ৰত্যয়ৰ যোগতো! তুল্যাদি পদে কিন্তু 'কমলেন তুল্যং মুখম্' ( পদুমৰ নিচিনা মুখ ) ইত্যাদিত উপমেয়ৰ ক্ষেত্ৰত, 'কমলং মুখস্য তুল্যম্' ( পদুম মুখৰ তুল্য ) ইত্যাদিত উপমানৰ ক্ষেত্ৰত আৰু 'কমলং মুখং চ তুল্যম' ( পদুম আৰু মুখ তুল্য ) ইত্যাদিত উভয়তে নিজৰ অৰ্থৰ ( সাদৃশ্য ) বোধ জন্মায়; গতিকে অৰ্থ বুজাৰ পিছতহে সাম্য বুজায়, সেই কাৰণে সিহঁতৰ প্ৰয়োগত আৰ্থী উপমা হয়। এইদৰেই 'তেন তুল্যং' 'ইত্যাদি সূত্ৰৰদ্বাৰা তুল্যাৰ্থত বিহিত বৎ-প্ৰত্যয়ৰ প্ৰয়োগতো।

দুই বিধেই তদ্ধিত, সমাস আৰু বাক্যত হয়। ২০।

দুই বিধ মানে, শ্ৰৌতী আৰু আৰ্থী উপমা।

উদাহৰণ, যেনে—

সৌৰভমম্ভোৰুহৱন্মুখস্য কুম্ভাৱিৱ স্তনৌ পানৌ।
হৃদয়ং মদয়তি ৱদনং তৱ শৰদিন্দুৰ্যথা বালে ॥

( মুখৰ সৌৰভ পদুমৰ দৰে ( অম্ভোৰুহৱৎ ), স্তন দুটি কলহৰ দৰে ( কুম্ভাৱিৱ ) পীন। সুন্দৰী তোমাৰ দেহে শৰৎ কালৰ চন্দ্ৰৰ দৰেই ( শৰদিন্দুৰ্যথা ) হৃদয় মতলীয়া কৰি তুলিছে। )

ইয়াত ক্ৰমে তিনিওবিধ শ্ৰৌতী উপমা। [ তিদ্ধিতগত, বাক্যগত আৰু সমাসগত ]

মধুৰঃ সুধাৱদধৰঃ পল্লৱতুল্যোঽতিপেলৱঃ পাণিঃ।
চকিতমৃগলোচনাভ্যাং সদৃশী চ চপলে লোচনে তস্যাঃ ॥

( অধৰ সুধাৰ দৰে ( সুধাৱৎ ) মধুৰ, বৰকৈ শেঁতাপৰা হাত দুখন পল্লৱৰ তুল্য আৰু তেওঁৰ চঞ্চল চকু দুটি হৰিণীৰ নয়ন যুগলৰ সদৃশ। )

ইয়াত ক্ৰমে তিনি বিধ আৰ্থী।

গতিকে পূৰ্ণা এই ছয় বিধ। ২১

বিবৰণ স্পষ্ট।

**লুপ্তোপমা ঃ**

সামান্য ধৰ্ম্ম আদিৰ এটা, দুটা অথবা তিনিওটাৰে
যদি প্ৰয়োগ নহয়, তেনেহলে তাক বোলে
লুপ্তা। পূৰ্ব্বৰ দৰে সিও শ্ৰৌতী আৰু আৰ্থী হয়। ২২

সিও মানে লুপ্তোপমা। তাৰ ভেদবিলাক হৈছে—

তদ্ধিতৰ শ্ৰৌতীৰ বাহিৰে ধৰ্ম্মলোপৰ ক্ষেত্ৰত
সি ( লুপ্তোপমা ) পূৰ্ণাৰ দৰেই। ২৩

সি অৰ্থাৎ লুপ্তোপমা। সাধাৰণ গুণ আৰু ক্ৰিয়াৰূপ ধৰ্ম্মৰ লোপ হলে পূৰ্ণাৰ দৰেই আগতে কোৱা ছয় প্ৰকাৰৰ হয়, কিন্তু ইয়াত তদ্ধিতৰ শ্ৰৌতী অসম্ভৱ কাৰণে ই পাঁচ প্ৰকাৰৰ হে।

মুখমিন্দোৰ্যথা পাণিঃ পল্লৱেন সমঃ প্ৰিয়ে!
ৱাচঃ সুধা ইৱৌষ্ঠস্তে বিম্বতুল্যোমনোঽশ্মৱৎ।

উদাহৰণ; যেনে—

(প্ৰিয়া, তোমাৰ মুখ জোন যেন (ইন্দুৰ্যথা), হাত পল্লৱৰ দৰে (সমঃ), মাত সুধাৰ নিচিনা (ইৱ), ওঁঠ বিম্বতুল্য, কিন্তু মন শিলৰ দৰে (অশ্মৱৎ)

আধাৰ (অধিকৰণ) আৰু কৰ্ম্মৰ অৰ্থত বিহিত
ক্যচ্ আৰু ক্যঙ্ প্ৰত্যয় আৰু কৰ্ম্ম-কৰ্ত্তৃ বাচ্যৰ
ণমুল্ প্ৰত্যয়ৰ যোগতো লুপ্তোপমা হয়; লুপ্তোপমা
আকৌ পাঁচ প্ৰকাৰে বিভক্তি হয়। ২৪

"ধৰ্ম্ম লোপজনিত লুপ্তোপমা"—এই কথাষাৰ যোগ দিব লাগিব। ক্যচ্, ক্যঙ্ আৰু ণমুল্ প্ৰত্যয় কলাপৰ মতে ইন্, আয়ি, আৰু ণম্ প্ৰত্যয়। ক্ৰমে উদাহৰণ; যেনে—

অন্তঃপুৰীয়সি ৰণেষু সুতীয়সি ত্বং
পৌৰং জনং তৱ সদা ৰমণীয়তে শ্ৰীঃ।
দৃষ্টঃ প্ৰিয়াভিৰমৃতদ্যুতিদৰ্শমিন্দ্ৰ-
সঞ্চাৰমত্ৰ ভুৱি সঞ্চৰসি ক্ষিতীশ॥

(হে মহাৰাজ, আপুনি ৰণক্ষেত্ৰত অন্তঃপুৰত কৰাৰ দৰে আচৰণ কৰে, পুৰবাসী লোকসকলক পুত্ৰক কৰাৰ দৰে ব্যৱহাৰ কৰে, লক্ষ্মীয়ে সদায় আপোনাৰ ওচৰত ৰমণীৰ দৰে আচৰণ কৰে, প্ৰিয়াসকলে আপোনাক অমৃতবৰ্ষী চন্দ্ৰলৈ চোৱাৰ দৰে চায়, আৰু আপুনি পৃথিৱীত ইন্দ্ৰই বিচৰণ কৰা দৰে বিচৰণ কৰিছে।)

ইয়াত "অন্তঃপুৰীয়সি" বোলোতে সুখেৰে বিচৰণ কৰিব পৰা ঠাইৰ

ধৰ্ম্ম, আৰু 'সুতীয়সি' বোলোতে স্নেহ-নিৰ্ভৰত্ব ৰূপ সাধাৰণ ধৰ্ম্মৰ লোপ হৈছে। এইদৰেই আন আনবিলাকতো হৈছে।

ইয়াত আকৌ, যথা বা তুল্যাদি পদ নাই কাৰণে শ্ৰৌতী আদি হোৱাৰ চিন্তা নাই। কিছুমানে আকৌ ইয়াকে ঔপম্য-প্ৰতিপাদক ইৱাদি লোপৰ উদাহৰণ ৰূপে দেখুৱায়, সেইটো যুক্তিযুক্ত নহয় —কিয়নো ক্যঙ্ আদিও সেই সেই অৰ্থত বিহিত হয় কাৰণে সিহঁতো ঔপম্যৰ প্ৰতিপাদক।

আকৌ এইদৰে কোৱাটোও উচিত নহয় যে, ক্যঙ্ আদিত যথোচিতৰূপে ঔপম্যৰ প্ৰতীতি নহয়, কিয়নো প্ৰত্যয় কাৰণে সিহঁত অস্বতন্ত্ৰ আৰু সিহঁতক প্ৰয়োগ কৰিলে ইৱ আদিৰো প্ৰয়োগ নহয়। এনেদৰে আপত্তি কৰিলে কল্পপ্ আদি প্ৰত্যয়ৰ ক্ষেত্ৰতো আপত্তি উঠিব। আকৌ এইদৰেও ক'ব নোৱাৰি যে কল্পপ্ আদি ইৱ আদিৰ তুল্য আৰু সেই কাৰণে সিহঁত ঔপম্যৰ বাচক, অথচ ক্যঙাদি প্ৰত্যয় ঔপম্য-দ্যোতকহে। কাৰণ, ইৱাদিও যে ঔপম্য-বাচক সেই বিষয়ে কোনো নিশ্চয়তা নাই। ইৱাদিক বাচক বুলি মানি ল'লেও 'সমুদায় পদ বাচক', 'প্ৰকৃতি আৰু প্ৰত্যয় দুয়োটাই নিজৰ নিজৰ অৰ্থৰ বোধক' এই দুটা মত থকা সত্ত্বেও ৱৎ আদি আৰু ক্যঙ আদিৰ সাদৃশ্যই আহি পৰে। আকৌ কিছুমানে যে কৈছে—'ৱৎ আদি, ইৱ আদিৰ অৰ্থত প্ৰযুক্ত হয়, ক্যঙাদি কিন্তু আচাৰদিৰ অৰ্থত,'—সেইটোও যুক্তি যুক্ত নহয়। ক্যঙ আদিয়ে কেৱল আচাৰকে সুবুজায়, বৰং সাদৃশ্য সমন্বিত আচাৰ ৰূপ অৰ্থ বুজায়। এইদৰেই ধৰ্ম্ম লোপৰ ক্ষেত্ৰত দহ প্ৰকাৰ লুপ্তোপমা।

উপমানৰ উল্লেখ নকৰিলে বাক্যগত আৰু
সমাসগত হৈ লুপ্তোপমা দুবিধ হয়। ২৫

উদাহৰণ—

তস্যা মুখেন সদৃশং ৰম্যং নাস্তে ন ৱা নয়নতুল্যম্।

( তেওঁৰ মুখৰ দৰে ( সদৃশং ) ৰম্য বস্তু নাই, নয়নতুল্য বস্তুও নাই। )

ইয়াত মুখ আৰু নয়নৰ উপমান হ'ব পৰা নোহোৱা বস্তু এটা ব্যঙ্গ্য ৰূপে কল্পনা কৰি ল'ব পাৰি যদিও, উল্লেখ নাই কাৰণে উপমানৰ লোপ। ইয়াতে 'মুখেন সদৃশম্' বুলি নকৈ 'মুখং যথেদং' বুলি ক'লে আৰু 'নয়নতুল্যং' বুলি নকৈ 'দৃগিব' বুলি ক'লে শ্ৰৌতী উপমাও হ'ব পাৰে। এই দুবিধৰ প্ৰত্যেকেই শ্ৰৌতী আৰু আৰ্থী ৰূপে দুবিধ হৈ মুঠতে চাৰি বিধ হ'ব পাৰে যদিও প্ৰাচীন আলংকাৰিকসকলৰ মত অনুসৰি দুই প্ৰকাৰ বুলিহে কোৱা হৈছে।

ঔপম্য বাচকৰ লোপৰ ক্ষেত্ৰত সমাসত
আৰু ক্বিপ্ প্ৰত্যয়ৰ যোগত লুপ্তোপমা
দুই প্ৰকাৰ হয়। ২৬

ক্ৰমে উদাহৰণ—

ৱদনং মৃগশাৱাক্ষ্যাঃ সুধাকৰমনোহৰম্।

( হৰিণ-নয়না নায়িকাৰ মুখখন চন্দ্ৰৰ দৰে মনোহৰ। )

গৰ্দ্দভতি শ্ৰুতিপৰুষং ব্যক্তং নিনদন্ মহাত্মনাং পুৰতঃ।

( মহাত্মাসকলৰ সম্মুখত কঠোৰভাৱে চিঞৰা জনে গাধৰ দৰে আচৰণ কৰিছে ( গৰ্দ্দভতি )। )

ইয়াত 'গৰ্দ্দভতি' পদত ঔপম্যবাচক ক্বিপ্ প্ৰত্যয়ৰ লোপ হৈছে। ইয়াত উপমেয়ৰো লোপ হৈছে বুলি ক'ব নালাগে, কিয়নো 'নিনদন্' ( চিঞৰা জন ) পদটোৰপৰাই উপমেয় জন পোৱা হৈছে।

ধৰ্ম্ম আৰু উপমানৰ লোপত যি লুপ্তোপমা হয়, সি
বাক্যত আৰু সমাসত হৈ দুবিধ। ২৭

'তস্যা মুখেন' ইত্যাদি উদাহৰণত 'ৰম্যং' পদৰ ঠাইত 'লোকে' পদ পাঠ কৰিলে এই দুবিধৰ উদাহৰণ পোৱা যায়।

সামান্য ধৰ্ম্ম আৰু ইবাদি পদৰ লোপত হোৱা লুপ্তোপমা ক্বিপ্‌প্ৰত্যয়ৰ যোগত আৰু সমাসৰ দ্বাৰা হয় বাবে, আকৌ দুবিধ। ২৮

উদাহৰণ—

ৱিধৰতি মুখাব্জমস্যাঃ।

( এওঁৰ পদুম ফুলৰ দৰে মুখে চন্দ্ৰৰ দৰে আচৰণ কৰিছে ( বিধৰতি ), অৰ্থাৎ ই চন্দ্ৰৰ দৰে মনোহৰ )।

ইয়াত 'ৱিধৰতি' পদত মনোহৰত্ব আৰু ক্বিপ্‌ প্ৰত্যয়ৰ লোপ হৈছে। 'মুখাব্জম্' পদত আকৌ সমাসগতা লুপ্তোপমা হৈছে। কিছুমানে ইয়াতো ( 'ৱিধৰতি'ত ) 'আয়ি' প্ৰত্যয়ৰ লোপ হৈছে বুলি কয়।

উপমেয়ৰ লোপত কিন্তু ক্যচ্‌ প্ৰত্যয়ৰ যোগত কেৱল এবিধ লুপ্তোপমা হয়। ২৯

যেনে—

অৰাতিৱিক্ৰমালোকৱিকস্বৰৱিলোচনঃ।
কৃপাণোদগ্ৰদোৰ্দণ্ডঃ স সহস্ৰায়ুধীয়তি॥

( শক্ৰৰ বিক্ৰম দেখি যাৰ লোচন বিকসিত হৈছে, যাৰ দণ্ড সদৃশ বাহু খড়্‌গৰে সৈতে ভয়ঙ্কৰ হৈছে, তেওঁ সহস্ৰায়ুধৰ ( কাৰ্ত্তবীৰ্য্যাৰ্জ্জুন ) দৰে আচৰণ কৰিছে। ( সহস্ৰায়ুধীয়তি='সহস্ৰায়ুধমিবাত্মানমাচৰতি' এই অৰ্থত, সহস্ৰায়ুধ+ক্যচ্‌+তিপ্‌ )।

ইয়াত "সহস্ৰায়ুধৰ দৰে নিজকে আচৰণ কৰাইছে" বাক্যত "নিজকে" ( আত্মানং ) বোলা উপমেয়টোৰ লোপ হৈছে। পূৰ্ব্বতে কোৱাৰ দৰে ইয়াতো ঔপম্যবাচকৰ লোপ হোৱা নাই বুলিয়ে ক'ব লাগিব। [ পূৰ্ব্বৰ 'অন্তঃপুৰীয়সি' ইত্যাদিৰ তলত বৃত্তি দ্ৰষ্টব্য। ]

এইখিনিতে কিছুমানে এই বুলি কয়, 'সহস্ৰায়ুধেন সহ বৰ্ত্তমান' এই

ব্যাস বাক্যৰপৰা 'স-সহস্রায়ুধ' পদ পালোঁ। 'তেওঁৰ দৰে আচৰণ কৰে' বাক্যৰপৰা 'স-সহস্রায়ুধীয়তি' পদ হ'ল। ইয়াত বিশেষ্যৰ (সহস্রায়ুধীয়তি ক্রিয়াৰ কর্ত্তাৰ) কোনো শব্দেৰে উল্লেখ নথকাত এইটো উপমেয় লোপৰে উদাহৰণ হ'ব। কিন্তু এই মত বিচাৰ কৰিলে যুক্তিহীন বুলি ওলাই পৰে। কিয়নো কর্ত্তাত ক্যচ্ প্রত্যয় বিধান ব্যাকৰণ শাস্ত্রই কৰাই নাই।

ধর্ম্ম আৰু উপমেয়ৰ একেলগে লোপ হ'লে আৰু
এবিধ লুপ্তোপমা হয়। ৩০

যেনে—

যশসি প্রসৰতি ভৱতঃ ক্ষীৰোদীয়ন্তি সাগৰাঃ সর্ব্বে।

(আপোনাৰ যশ বিয়পি পৰাত সকলো সাগৰে ক্ষীৰ সমুদ্রৰ দৰে আচৰণ কৰিবলৈ ধৰিছে।)

ইয়াত 'ক্ষীৰ সমুদ্রৰ দৰে নিজকে আচৰণ কৰাইছে' বোলোতে 'নিজ' (আত্মা) বোলা যি উপমেয়টো পোৱা যায়, সেইটো আৰু [যশ আৰু ক্ষীৰ সমুদ্রৰ মাজত থকা] শুক্লতা-ৰূপ সাধাৰণ ধর্ম্ম লুপ্ত হৈ আছে।

সাধাৰণ ধর্ম্ম, উপমান আৰু ইৱাদি এই তিনিওটাৰ
লোপত যি লুপ্তোপমা হয়, সি কেৱল সমাসগত বাবে
মাত্র এক প্রকাৰ। ৩১

যেনে—

ৰাজতে মৃগলোচনা।

(মৃগ লোচনাই বিৰাজ কৰিছে।)

ইয়াত "মৃগৰ লোচনৰ দৰে চঞ্চল লোচন যাৰ" এই সমাসত

উপমাবাচক পদ, সাধাৰণ ধৰ্ম্ম ( চঞ্চলতা ) আৰু উপমানৰ ( প্ৰথম লোচন পদ ) লোপ হৈছে।

গতিকে উপমা সাতাইশ প্ৰকাৰ।

পূৰ্ণা ছয় প্ৰকাৰ আৰু লুপ্তা একৈশ প্ৰকাৰ মিলি উপমা সাতাইশ প্ৰকাৰ। এই উপমাবিলাকৰ ভিতৰত সাধাৰণ ধৰ্ম্মৰ লোপ নহ'লে যি কেইপ্ৰকাৰ উপমা হয়, তাৰ বৈশিষ্ট্যবিলাক এইদৰে কোৱা হৈছে—

> সাধাৰণ ধৰ্ম্মটো কেতিয়াবা একে ৰূপৰ হয়, কেতিয়াবা ভিন্নৰূপৰ হয়। ভিন্নৰূপৰ হ'লে কেতিয়াবা দুটা সাধাৰণ ধৰ্ম্মৰ ভিতৰত বিম্বানুবিম্বত্ব সম্বন্ধ হয়, অথবা কেতিয়াবা মাত্ৰ গুণতেহে বেলেগ হয়। ৩৩

একে ৰূপৰ সাধাৰণ ধৰ্ম্ম হ'লে উদাহৰণ, যেনে পূৰ্ব্বৰ "মধুৰঃ সুধাৱদধৰঃ" ইত্যাদি। বিম্বপ্ৰতিবিম্ব সম্বন্ধত উদাহৰণ, যেনে—

> ভল্লাপবৰ্জ্জিতৈস্তেষাং শিৰোভিঃ শ্মশ্ৰুলৈৰ্ম্মহীম্।
> তস্তাৰ সৰঘাৱ্যাপ্তৈঃ স ক্ষৌদ্ৰপটলৈৰিৱ॥

( মৌ-মাখিৰে ভৰি থকা মৌ-বাহেৰে ছাটি পেলোৱাৰ দৰে তেওঁ ভল্ল অস্ত্ৰেৰে কাটি পেলোৱা তেওঁলোকৰ ( পাৰসিকবিলাকৰ ) দাড়িৰে ভৰি থকা মুখৰ সৈতে মূৰবিলাকে পৃথিৱীখন ছাটি পেলালে। )

ইয়াত "দাড়ি থকা" ( শ্মশ্ৰুলৈঃ ) আৰু "মৌৰে ভৰি থকা" ( সৰঘাব্যাপ্তৈঃ ) এই সাধাৰণ ধৰ্ম্ম দুটাৰ দৃষ্টান্ত অলংকাৰত হোৱাৰ দৰে বিম্বপ্ৰতিবিম্ব ভাৱ হৈছে।

কেৱল গুনাত ভেদ হলে উদাহৰণ ; যেনে—

> স্মেৰং ৱিধায় নয়নং ৱিকসিতমিৱ নীলমুৎপলং ময়ি সা।
> কথয়ামাস কৃশাঙ্গী মনোগতং নিখিলমাকূতম্॥

( নিজৰ নয়ন বিকসিত নীলপদ্মৰ দৰে বিস্ফাৰিত কৰি কৃশাঙ্গীয়ে মোক মনৰ সকলো কথা জনাই দিলে। )

ইয়াত একে বস্তু বিকসিতত্ব বা বিস্ফাৰিতত্ব ( স্মেৰত্ব ) ৰূপ ধৰ্ম্ম প্ৰতিবস্তূপমালংকাৰত হোৱাৰ দৰে মাত্ৰ শুনাত বেলেগ পদেৰে কোৱা হৈছে।

**একদেশৱিৱৰ্ত্তিনী উপমা ঃ**

য'ত সাদৃশ্যটো আংশিকভাৱে
বাচ্য আৰু আংশিকভাৱে ব্যঙ্গ্য,
তাকে একদেশৱিৱৰ্ত্তিনী উপমা বোলে। ৩৪

যেনে—

নেত্ৰৈৰিৱোৎপলৈঃ পদ্মৈৰ্মুখৈৰিৱ সৰঃশ্ৰিয়ঃ।
পদে পদে ৱিভান্তি স্ম চক্ৰৱাকৈঃ স্তনৈৰিৱ॥

( চকুৰ দৰে উৎপলবিলাকেৰে, মুখৰ দৰে পদুম ফুলবিলাকেৰে আৰু স্তনৰদৰে চক্ৰবাক পক্ষীবিলাকেৰে সৈতে সৰোবৰৰ শ্ৰীয়ে পদে পদে শোভা কৰিছিল। )

ইয়াত উৎপল আদিৰ সৈতে চকু আদিৰ সাদৃশ্য বাচ্য, কিন্তু "সৰোবৰ শ্ৰী"ৰ নাৰীৰ লগত সদৃশ্যটো ব্যঙ্গ্য।

**ৰসনোপমা ঃ**

ক্ৰমে পূৰ্ব্বৰ পূৰ্ব্বৰ উপমেয়বিলাক
পিছত উপমান হৈ গ'লে তেতিয়া
তাক ৰসনোপমা বোলে। ৩৫

উদাহৰণ ; যেনে—

চন্দ্ৰায়তে শুক্লৰুচাপি হংসো হংসায়তে চাৰুগতেন কান্তা ।
কান্তায়তে স্পৰ্শসুখেন ৱাৰি ৱাৰীয়তে স্বচ্ছতয়া ৱিহায়ঃ ॥

( শুক্ল বৰ্ণৰদ্বাৰা হংস চন্দ্ৰৰ নিচিনা হৈ পৰে, সুন্দৰ গতিৰে কান্তা হংসৰ দৰে হৈ পৰে, স্পৰ্শসুখৰ হেতু পানী কান্তাৰ ( প্ৰিয়া ) নিচিনা হয় আৰু স্বচ্ছতাৰ হেতু আকাশ পানীৰ নিচিনা হয় । )

**মালোপমা ঃ**

একেটা উপমেয়ৰে যদি বহুত উপমান
দিয়া হয়, তেতিয়া হ'লে তাক মালোপমা বোলে । ৩৬

যেনে—

ৱাৰিজেনেৱ সৰসী শশিনেৱ নিশীথিনী ।
যৌৱনেনেৱ ৱনিতা নয়েন শ্ৰীৰ্মনোহৰা ॥

( পদুম ফুলৰ সৈতে সৰোবৰ সুন্দৰ হোৱাৰ দৰে, চন্দ্ৰৰ সৈতে নিশা সুন্দৰ হোৱাৰ দৰে যৌৱনৰদ্বাৰা নাৰী সুন্দৰ হোৱাৰ দৰে নীতিজ্ঞানৰ সৈতে শ্ৰী ( ৰাজ্য-সম্পদ ) সুন্দৰ হৈ পৰে । )

কোনো কোনো উপমাত উপমান আৰু উপমেয় দুয়োটাই প্ৰাসঙ্গিক হয় ।

যেনে—

হংসশ্চন্দ্ৰ ইৱাভাতি জলং ব্যোমতলং যথা ।
ৱিমলাঃ কুমুদানীৱ তাৰকাঃ শৰদাগমে ॥

( শৰৎ কালৰ আগমনৰ লগে লগে হংসই চন্দ্ৰৰ দৰে শোভা পায়, পানী আকাশ যেন ( নিৰ্ম্মল ) হয় আৰু তৰাবিলাক ভেটফুলৰ দৰেই বগা ( উজ্জ্বল ) হৈ পৰে । )

**আক্ষেপোপমা ঃ**

অস্য ৰাজ্ঞো গৃহে ভান্তি ভূপানাং তা ৱিভূতয়ঃ।
পুৰন্দৰস্য ভৱনে কল্পবৃক্ষ ভৱা ইৱ ॥

(ইন্দ্ৰৰ ভৱনত কল্পবৃক্ষৰপৰা পোৱা সম্পত্তিবিলাকৰ দৰে এই ৰজাৰ ঘৰত বেলেগ বেলেগ ৰজাই দিয়া সম্পত্তিবিলাকে শোভা কৰিছে।)

ইয়াত উপমেয়-ৰূপ বিভূতিবিলাকে "কল্পবৃক্ষভৱা ইৱ" (কল্পবৃক্ষৰপৰা পোৱা) বোলা কথাষাৰেৰে উপমান স্বৰূপ ৰ অৰ্থটোৰ আক্ষেপ কৰিছে (ব্যঞ্জনাৰদ্বাৰা বুজাইছে)। গতিকে ইয়াত 'আক্ষেপোপমা' হৈছে। ইয়াতে 'গৃহ' (ঘৰ) পদটোৰেই আকৌ 'ভৱন' পদৰদ্বাৰা প্ৰতিনিৰ্দেশ (উপমান ৰূপে উপস্থাপন) কৰাত 'প্ৰতিনিৰ্দ্দেশ্যোপমা' হৈছে। এনে ধৰণৰ বৈচিত্ৰ্য হাজাৰ হাজাৰ পোৱা যায়। সেই কাৰণে এইবিলাকৰ আৰু বেলেগে লক্ষণ কৰা নহ'ল।

**অনন্বয়—**

একোটা বস্তুৱেই যত উপমানো হয় আৰু উপমেয়ও
হয়, তেতিয়া তাক অনন্বয় বোলে। ৩৭

অৰ্থাৎ একে বাক্যতে।

যেনে—

ৰাজীৱমিৱ ৰাজীৱং জলং জলমিৱাজনি।
চন্দ্ৰশ্চন্দ্ৰ ইৱাতন্দ্ৰঃ শৰৎ সমুদয়োদ্যমে ॥

(শৰৎ কালৰ উল্লাস আৰম্ভ হোৱাৰ লগে লগে পদুম পদুমৰ দৰে, জল জলৰ দৰে আৰু চন্দ্ৰ চন্দ্ৰৰ দৰেই উজ্জ্বল হ'ল।)

ইয়াত পদুম (ৰাজীৱ) আদি যে অনন্যসাধাৰণ, তাকে বুজাবৰ কাৰণে সিহঁতক উপমান আৰু উপমেয়—এই দুইভাৱে কোৱা হৈছে।

ইয়াত "ৰাজীৱমিৱ পাথোজম ( পদুম )" বুলিও ক'ব পাৰি, গতিকে এই অলংকাৰ লাটানুপ্ৰাসতকৈ বেলেগ। অৱশ্যে ঔচিত্য অনুসৰি ইয়াত একোটা শব্দকে [ যেনে ৰাজীৱ পদটোকে ] ত্বুবাৰ প্ৰয়োগ কৰাই বেচি ভাল। কোৱা আছে যে—

> "অনন্বয়ত শব্দ ত্বুটা একে হোৱাটো ঔচিত্য অনুসৰিহে
> নিয়ম হৈছে। লাটানুপ্ৰাসত কিন্তু শব্দ ত্বুটা একে
> হোৱাটোৱেই অলংকাৰ ত্বুটাৰ সাক্ষাৎ হেতু ॥"

**উপমেয়োপমা ঃ**

> পৰ্য্যায়ক্ৰমে যদি ত্বুটা বস্তুৰ এনে উপমানত্ব আৰু
> উপমেয়ত্ব হয়, তেতিয়া তাক উপমেয়োপমা বোলে। ৩৮

'এনে' মানে, উপমানোপমেয়ত্ব, অৰ্থাৎ ত্বুটা বাক্যত যদি হয়।

যেনে—

> কমলেৱ মতিৰ্ম্মতিৰিৱ কমলা তনুৰিৱ ৱিভা ৱিভেৱ তনুঃ।
> ধৰণীৱ ধৃতিৰ্ধৃতিৰিৱ ধৰণী সততং ৱিভাতি বত যস্য ॥

( সেই ৰজাৰ ৰাজলক্ষ্মীৰ সদাই ( কমলাৰ ) দৰেই মাত-বুদ্ধি আৰু বুদ্ধিৰ দৰেই ৰাজলক্ষ্মী ( অসামান্যা ), শৰীৰৰ দৰেই কান্তি আৰু কান্তিৰ দৰেই শৰীৰ ( অনন্যসাধাৰণ ), পৃথিৱীৰ দৰেই ধৈৰ্য্য আৰু ধৈৰ্য্যৰ দৰেই পৃথিৱী ( আয়ত্তাধীন )।

ইয়াত এইজন ৰজাৰ শ্ৰী, বুদ্ধি আদিৰ নিচিনা বস্তু আৰু নাই বুলি কোৱাটোৱেই অভিপ্ৰায়।

স্মৰণ—

> সদৃশ বস্তু এটাৰ জ্ঞানৰদ্বাৰা কোনো বস্তুৰ জ্ঞান
> হ'লে তাক স্মৰণ অলংকাৰ বোলা হয়। ৩৯

যেনে—

অৰৱিন্দমিদং ৱীক্ষ্য খেলৎখঞ্জনমঞ্জুলম্ ।
স্মৰামি ৱদনং তস্যাশ্চাৰু চঞ্চললোচনম্ ॥

( খেলি থকা দুটা খঞ্জন পখীৰ সৈতে শুৱনি হৈ থকা এই পদুম ফুলপাহ দেখি তেওঁৰ চঞ্চল লোচন দুটিৰে সৈতে ধুনীয়া মুখখনি মোৰ মনত পৰিছে । )

"ময়ি সকপটম্—" ইত্যাদিত [ ব্যভিচাৰী ভাৱ স্মৃতিৰ উদাহৰণ, তৃতীয় পৰিচ্ছেদ । দ্ৰষ্টব্য । ] সাদৃশ্যৰ জ্ঞান নোহোৱাকৈয়ে স্মৃতি হৈছে কাৰণে ই অলংকাৰ হোৱা নাই । ৰাঘৱানন্দ মহাপাত্ৰই কিন্তু বৈশাদৃশ্যৰ জ্ঞানৰপৰা হোৱা স্মৃতিকো স্মৰণ অলংকাৰ বুলি মানিব খোজে । তেখেতে নিজেই ৰচা উদাহৰণ, যেনে—

শিৰীষমৃদ্বী গিৰিষু প্ৰপেদে যদা যদা দুঃখশতানি সীতা ।
তদা তদাস্যাঃ সদনেষু সৌখ্যলক্ষাণি দধ্যৌ গলদশ্ৰু ৰামঃ ॥

( শিৰীষ ফুলৰ দৰে কোমল শৰীৰৰ সীতাই পৰ্ব্বতবিলাকত যি যি সময়ত শ শ দুঃখ পাবলৈ ধৰিলে, সেই সেই সময়ত কাৰেণ্ডত সীতাই যি লাখ লাখ সুখ অনুভৱ কৰিছিল, সেইবিলাকৰ কথা ৰামে চকুলো টুকি মনত পেলাবলৈ ধৰিলে । )

শব্দ বা তাৎপৰ্য্যৰদ্বাৰা গোপন নোহোৱা উপমেয়ত উপমানৰ তাদাত্ম্য আৰোপ হলে ৰূপক অলঙ্কাৰ হয় । ৪০

'ৰূপিত—' পদৰদ্বাৰা ৰূপকক পৰিণাম অলংকাৰৰপৰা বেলেগ কৰা হৈছে । এই বিষয়টো পৰিণাম অলংকাৰৰ প্ৰসঙ্গতে বিচাৰ কৰিম । 'নিৰপহ্নৱে' ( নিষিদ্ধ নোহোৱা ) কথাষাৰ ৰূপকক অপহ্নুতি অলংকাৰৰপৰা বেলেগ কৰি দেখুৱাবৰ কাৰণে দিয়া হৈছে ।

সি ( ৰূপক ) পৰম্পৰিত, সাঙ্গ আৰু নিৰঙ্গ ৰূপে তিনি প্ৰকাৰৰ। ৪১

সি মানে ৰূপক। তাৰে ভিতৰত

য'ত কোনো এটা আৰোপ আন এটা আৰোপৰ কাৰণ হয়, তাক পৰম্পৰিত ৰূপক বোলে। সি শ্লিষ্ট শব্দৰ হেতুকেও হ'ব পাৰে আৰু অশ্লিষ্ট শব্দৰ হেতুকেও হ'ব পাৰে। প্ৰত্যেক বিধেই কেৱলৰূপে ( এটীয়াকৈ ) অথবা মালাৰূপেৰে ( বহুতো আৰোপ একে লগে ) হ'ব পাৰে আৰু এই দৰেই পৰম্পৰিত ৰূপক চাৰি প্ৰকাৰৰ। ৪২

তাৰে ভিতৰত শ্লিষ্ট শব্দৰ প্ৰয়োগত হোৱা কেবলৰূপ পৰম্পৰিত ৰূপক, যেনে—

আহৱে জগদুদ্দণ্ডৰাজমণ্ডলৰাহৱে।
শ্ৰীনৃসিংহ মহীপাল! স্বস্ত্যস্তু তৱ বাহৱে॥

( হে মহাৰাজ শ্ৰীনৃসিংহ! জগতৰ ভিতৰতে উদ্দণ্ড ৰজাবিলাকৰ যি দল ( ৰাজমণ্ডল ) আছে, সমৰ ক্ষেত্ৰত সেই ৰাজমণ্ডলৰ প্ৰতি ৰাহু স্বৰূপ তোমাৰ বাহুৰ জয় হওক। [ শ্লেষৰ দ্বাৰা ৰাজমণ্ডল শব্দই চন্দ্ৰ মণ্ডলকো বুজাইছে ]।

ইয়াত 'ৰাজমণ্ডল' অৰ্থাৎ 'নৃপসমূহ'ত যি চন্দ্ৰবিম্বত্ব ( চন্দ্ৰমণ্ডলৰূপ ) আৰোপ কৰা হৈছে, সিয়েই ৰজাৰ বাহুত ৰাহুত্ব আৰোপৰ হেতু।

**মালাৰূপ পৰম্পৰিত ৰূপক :**

যেনে—

পদ্মোদয়দিনাধীশঃ সদাগতিসমীৰণঃ।
ভূভৃদাৱলিদম্ভোলিৰেক এৱ ভৱান্ ভুৱি॥

[ পদ্মাৰ ( ৰাজলক্ষ্মীৰ অথবা পদুমৰ ) বিকাসৰ কাৰণে সূৰ্য্য ( দিনাধীশ ) স্বৰূপ, সদাগতিৰ ( সৎ লোকৰ সতত আগমন অথবা নিৰন্তৰ গতি ) বিষয়ত বায়ু ( সমীৰণ ) স্বৰূপ আৰু ভূভৃৎসমূহৰ ( ৰজা অথবা পৰ্ব্বত ) প্ৰতি বজ্ৰ ( দম্ভোলি ) স্বৰূপ পৃথিৱীত এক মাত্ৰ আপুনিয়েই আছে। ]

ইয়াত [ শ্লেষৰ সহায়ত ] পদ্মাৰ উদয়েই পদ্মবিলাকৰ উদয়, সৎলোকৰ আগমনেই সদাগমন ( সদা আগমন ) আৰু ভূভৃৎ অৰ্থাৎ ৰজাবিলাকেই পৰ্ব্বত ইত্যাদি আৰোপেই ৰজাত সূৰ্য্যত্ব আদিৰ যি আৰোপ কৰা হৈছে, তাৰ কাৰণ।

**অশ্লিষ্ট শব্দৰ প্ৰয়োগত হোৱা কেৱল পৰম্পৰিত ৰূপক :**

যেনে—

পান্তু ৱো জলদশ্যামাঃ শাৰ্ঙ্গজ্যাঘাতকৰ্কশাঃ।
ত্ৰৈলোক্যমণ্ডপস্তম্ভাশ্চত্বাৰো হৰিবাহৱঃ॥

( মেঘৰ দৰে শ্যাম বৰ্ণৰ, শাৰ্ঙ্গধনুৰ জ্যাৰ আঘাতত কৰ্কশ হোৱা, ত্ৰৈলোক্য ৰূপ মণ্ডপৰ স্তম্ভস্বৰূপ শ্ৰীহৰিৰ চাৰিটা বাহুৱে আপোনালোকক পালন কৰক। )

ইয়াত ত্ৰৈলোক্যত যি মণ্ডপত্ব আৰোপিত হৈছে, সি হৰিৰ বাহুত স্তম্ভত্ব আৰোপৰ হেতু।

**মালাৰূপ পৰম্পৰিত ৰূপক :**

যেনে—

মনোজৰাজস্য সিতাতপত্ৰং শ্ৰীখণ্ডচিত্ৰং হৰিদঙ্গনায়াঃ।
ৱিৰাজতে ব্যোমসৰঃ সৰোজং কৰ্পূৰপূৰপ্ৰভমিন্দুবিম্বম্॥

( মদন ৰজাৰ শ্বেতবৰ্ণৰ ৰাজছত্ৰ স্বৰূপ, হৰিৎ ( দিক্ ) ৰূপ অঙ্গনাসকলৰ কপালৰ চন্দনৰ ফোট স্বৰূপ, আকাশ ৰূপ সৰোবৰৰ পদুমফুল স্বৰূপ আৰু কৰ্পূৰৰ স্তূপ এটা যেন চন্দ্ৰ মণ্ডলটোৱে শোভা কৰিছে। )

ইয়াত মদন আদিত ৰজাৰ স্বৰূপ আদিৰ আৰোপ, চন্দ্ৰবিম্বত শ্বেতছত্ৰ আদিৰ স্বৰূপ আৰোপণৰ হেতু।

পূৰ্ব্ব উদাহৰণ "ৰজাৰ বাহু আদিত ৰাহুত্ব আদিৰ আৰোপ ৰাজমণ্ডল আদিত চন্দ্ৰমণ্ডলত্ব আদিৰ আৰোপৰ কাৰণ" বুলিও কিছুমানে কয়।

**সাঙ্গৰূপক :**

প্ৰধান বা অঙ্গী উপমানৰ যদি অঙ্গবিলাকেৰে সৈতে ৰূপণ অৰ্থাৎ উপমেয়ত আৰোপ হয়, তেতিয়া তাক সাঙ্গ ৰূপক বোলে। 'সমস্ত বস্তু-বিষয়ক' আৰু 'একদেশবিৱৰ্ত্তী' এই দুটা তাৰ প্ৰকাৰ। ৪৩

তাতে আটাইবিলাক আৰোপ্য বস্তু ( অৰ্থাৎ অঙ্গী উপমান আৰু তাৰ অঙ্গবিলাক ) যদি শব্দৰদ্বাৰা কথিত হয়, তেতিয়া হলে প্ৰথমবিধ সাঙ্গ ৰূপক পোৱা যায়। ৪৪

**প্ৰথম বিধ মানে, সমস্ত বস্তুবিষয়ক সাঙ্গৰূপক :**

যেনে—

ৰাৱণাৱগ্ৰহক্লান্তমিতি ৱাগমৃতেন সঃ।
অভিৱৃষ্য মৰুৎশস্যং কৃষ্ণমেঘস্তিৰোদধে॥

( ৰাৱণৰূপ অনাবৃষ্টিত ( অৱগ্ৰহত ) শুকাই যোৱা দেৱতা-ৰূপ ( মৰুৎ ) শস্য-বিলাকক এই দৰে বচন-ৰূপ অমৃতেৰে বৰ্ষিত কৰি কৃষ্ণ-ৰূপ মেঘ অন্তৰ্ধান হ'ল। )

ইয়াত কৃষ্ণত ( অঙ্গী ) মেঘত্ব আৰোপ কৰা কাৰণে বাক্ আদি অঙ্গত অমৃতত্ব আদি আৰোপ কৰা হৈছে।

য'ত কোনো এটা ব্যঙ্গ্য হৈ থাকে তাক একদেশবিৱৰ্ত্তী ৰূপক বোলে। ৪৫

কোনো এটা মানে, কোনো এটা আৰোপ্যমান উপমান।

যেনে—

লাৱণ্যমধুভিঃ পূর্ণমাস্যমস্যা ৱিকস্বৰম্।
লোকলোচনৰোলম্বকদম্বৈঃ কৈর্ন পীয়তে॥

(লাবণ্যৰূপ মধুৰে পৰিপূৰ্ণ এওঁৰ বিকশিত মুখখন মানুহৰ কোন বিলাক চকু ৰূপ ভ্ৰমৰে পান নকৰাকৈ (চাই উপভোগ নকৰাকৈ) থাকে?)

ইয়াত লাৱণ্য আদিত মধুত্ব আদিৰ আৰোপ শব্দৰদ্বাৰা কথিত হৈছে। মুখত যে পদ্মত্বৰ আৰোপ হৈছে, সেইটো ব্যঙ্গ্য।

**নিৰঙ্গ ৰূপক ঃ**

নিৰঙ্গ ৰূপকত কেবল মাত্ৰ অঙ্গী উপমানব ৰূপণ বা আৰোপ হয়। মালা আৰু কেৱল ৰূপেৰে সি দুই প্ৰকাৰৰ। ৪৬

**তাৰে মালাৰূপ নিৰঙ্গৰূপক ঃ**

যেনে—

নির্ম্মাণকৌশলং ধাতুশ্চন্দ্রিকা লোকচক্ষুষাম্।
ক্রীড়াগৃহমনঙ্গস্য যেয়মিন্দীৱৰেক্ষণা॥

(এই পদুম-নয়না নায়িকা বিধাতাৰ নিৰ্ম্মাণ-কৌশল স্বৰূপ, মানুহবিলাকৰ চকুৰ কাৰণে জোনৰ পোহৰ (চন্দ্ৰিকা) স্বৰূপ আৰু অনঙ্গৰ ক্ৰীড়াগৃহ স্বৰূপ।)

**কেৱল নিৰঙ্গ ৰূপক :**

যেনে—

দাসে কৃতাগসি ভৱত্যুচিতঃ প্রভূণাং
পাদপ্রহাৰ ইতি সুন্দৰি! নাত্ৰ দূয়ে।

উদ্যৎকঠোৰপুলকাঙ্কুৰকণ্টকাগ্রৈ-
যদ্ভিদ্যতে মৃদুপদং ননু সা ব্যথা মে ॥

(হে সুন্দৰি! অপৰাধী দাসৰ দেহত প্রভুসকলে পাদপ্রহাৰ কৰাটো উচিতেই, সেই কথাত মই বেজাৰ পোৱা নাই। কিন্তু তোমাৰ চৰণৰ স্পৰ্শত মোৰ দেহত জন্মা পুলক-কাঁইটৰ (গাৰ শিয়ঁৰি উঠা নোমৰ) আগেৰে তোমাৰ কোমল ভৰি যে ফুটি গৈছে, সেই কথাত হে মই দুখ পাইছো।)

এই দৰেই ৰূপকৰ ভেদ আঠ প্রকাৰ। ৪৭

'চিৰকালৰপৰা আলংকাৰিকসকলে কৈ আহিছে' বুলি বাক্যটো শেষ কৰিব লাগিব।

**কেতিয়াবা পৰম্পৰিত ৰূপকো একদেশবিবৰ্ত্তী হয়ঃ**

যেনে—

খড্‌গঃ ক্ষ্মাসৌবিদল্লঃ সমিতি বিজয়তে মালৱাখণ্ডলস্য।

(মালবৰাজৰ (মালবাখণ্ডল=মালবেন্দ্র) পৃথিবীৰ কঞ্চুকী-ৰূপ খড্‌গ-খনে যুদ্ধত জয় লাভ কৰে।)

ইয়াত পৃথিবীত ৰাজমহিষীত্ব আৰোপ খড্‌গত কঞ্চুকীত্ব আৰোপৰ কাৰণ। এই বিধৰ পূৰ্ব্বৰ দৰে মালাৰূপ হোৱাৰো উদাহৰণ বিচাৰি ল'ব পাৰি।

সাঙ্গৰূপকতো কেতিয়াবা আৰোপ্যবিলাক (উপমান বাচক পদবিলাক) শ্লিষ্ট হোৱা দেখা যায়। ৪৮

**তাৰে একদেশবিবৰ্ত্তী শ্লিষ্ট [সাঙ্গ ৰূপক]ঃ**

যেনে, মোৰ—

কৰমুদয়মহীধৰস্তনাগ্রে গলিততমঃপটলাংশুকে নিবেশ্য।
বিকসিতকুমুদেক্ষণং বিচুম্বত্যয়মমৰেশদিশো মুখং সুধাংশুঃ ॥

( অন্ধকাৰ ৰূপ কাপোৰ য'ৰপৰা খহি পৰিছে ( গলিততমঃপটলাংশুকে ) সেই উদয়াচলৰূপ স্তনৰ আগত ( উদয় মহীধৰস্তনাগ্রে ) ৰশ্মি-ৰূপ হাত ( কৰৈঃ ) থৈ ফুলি উঠা ভেট ফুল-ৰূপ চকুৰে চাই চন্দ্ৰই পূব দিশ্-ৰূপ নায়িকাৰ মুখত চুম্বন কৰিছে । )

সমস্ত বস্তুবিষয়ক ৰূপকৰ উদাহৰণ হ'ব ইয়াৰে "বিচুম্বতি" ইত্যাদিৰ ঠাইত "চুচুম্বে হৰিদৱলামুখমিন্দুনায়কেন" ( ইন্দুৰূপ নায়কৰদ্বাৰা দিক্‌ৰূপ নায়িকাৰ মুখত চুম্বন কৰা হ'ল ) এই পাঠ ল'লে। ইয়াত শ্লিষ্ট পৰম্পৰিত ৰূপক হৈছে বুলি ভাৱিব নালাগে। শ্লিষ্ট পৰম্পৰিতত "ভূভৃদাৱলিদম্ভোলি" ইত্যাদিত ৰজা আদিত পৰ্ব্বতত্ব আদিৰ আৰোপ নহ'লে যি জন ৰজাৰ বৰ্ণনা কৰা হৈছে, তেওঁৰ গাত দম্ভোলিত্ব ( বজ্ৰত্ব ) আৰোপ কৰাটো কোনো পধ্যে একো সাদৃশ্য নথকা হেতুকে অসঙ্গত হৈ পৰে। আকৌ এইদৰেও কোৱা উচিত নহ'ব যে তেনেহ'লে "পদ্মোদয় দিনাধীশ" ইত্যাদিতনো পৰম্পৰিত হ'ল কেনেকৈ? তেজস্বিত্ব আদি সাধাৰণ ধৰ্ম্মৰ বলত ৰজা আদিত সূৰ্য্যত্ব আদিৰ আৰোপ কৰিবৰ কাৰণে তাত দেখোন সাদৃশ্য থকা হেতুকে সম্ভৱেই আছিল ? এই আপত্তি কৰিব নালাগে, কিয়নো, ৰজা আদিৰ তেজস্বিত্ব আদিৰ কাৰণে যি জনাজাত সাদৃশ্য, সেইটো বৰ্ত্তমান ক্ষেত্ৰত বিৱক্ষিত হোৱা নাই। পদ্মোদয়, ৰাজ-লক্ষ্মীৰ উদয় আৰু পদ্মৰ বিকাশৰেই এই ক্ষেত্ৰত সাধাৰণ ধৰ্ম্মৰূপে বিৱক্ষিত। ইয়াত ( একদেশৱিৱৰ্ত্তী শ্লিষ্ট সাঙ্গ ) কিন্তু পৰ্ব্বত ( মহীধৰ ) আদিৰ সৈতে পীনত্ব, উত্তুঙ্গত্ব আদিৰ কাৰণে স্তনাদিৰ স্পষ্ট-ভাৱেই সাদৃশ্য আছে বাবে শ্লিষ্ট-পৰম্পৰিত হোৱা নাই।

কেতিয়াবা সমাস নোহোৱাকৈয়ো ৰূপক হব ; যেনে—

মুখং তৱ কুৰঙ্গাক্ষি ! সৰোজমিতি নান্যথা।

( হে কুৰঙ্গাক্ষি ! তোমাৰ মুখখন যে পদুমফুল সেই কথাৰ অন্যথা হ'ব নোৱাৰে। )

কেতিযাবা অধিকৰণ বেলেগ হ'লেও হয়, যেনে—

ৱিদধে মধুপশ্রেণীমিহ ভ্রূলতয়া ৱিধিঃ।

( বিধিয়ে ইয়াত ভ্রূলতাৰ দ্বাৰাই ভ্রমৰৰ শাৰীৰ সৃষ্টি কৰিছে। )

কেতিয়াবা ধৰ্ম্মৰ ভেদ হ'লেও হয়, যেনে—

সৌজন্যাম্বুমৰুস্থলী সুচৰিতালেখ্যদ্যুভিত্তিগুৰ্ণ-
জ্যোৎস্নাকৃষ্ণচতুৰ্দ্দশী সৰলতাযোগশ্বপুচ্ছচ্ছটা।
যৈ ৰেষাপি দুৰাশয়া কলিযুগে ৰাজাৱলী সেৱিতা
তেষাং শূলিনি ভক্তিমাত্রসুলভে সেৱা কিয়ৎ কৌশলম্॥

( কলি যুগৰ ৰজাবিলাক সৌজন্য ৰূপ জলৰ মৰুভূমি, সৎ চৰিত্র ৰূপ আলেখ্যৰ কাৰণে শূন্য আকাশ স্বৰূপ, গুণ ৰূপ জ্যোৎস্নাৰ বিষয়ত কৃষ্ণপক্ষৰ চতুৰ্দ্দশী আৰু সৰলতাৰ সদ্ভাৱৰ বিষয়ত কুকুৰৰ নেজ স্বৰূপ। যিবিলাক লোকে তথাপি দুৰাশা কৰি এনেবিলাক ৰজাকো সেৱা কৰে, তেওঁলোকৰ কাৰণে যাক কেবল মাত্র ভক্তিৰ দ্বাৰাই সহজতে পোৱা যায়, সেই শিৱৰ সেৱা কৰাটো কিমান সহজ কথা। )

এই পদ্যফাকি মোৰ।

এই বিলাকৰে কিছুমান ৰূপকে শব্দ শ্লেষৰ ওপৰত নিৰ্ভৰ কৰে যদিও সেইবিলাকত ৰূপক অলংকাৰৰে প্রাধান্য আছে কাৰণে সেইবিলাকক অৰ্থালংকাৰৰ ভিতৰত ধৰা হৈছে। এই দৰেই আৰু যিবিলাক অলংকাৰৰ কথা ক'ম, সেই বিলাকতো প্রাধান্য অনুযায়ীয়েই নামকৰণ হয় বুলি জানিব।

যি ৰূপক অধিকাৰূঢ়-বৈশিষ্ট্যৰ অৰ্থাৎ উপমান বা উপমেয়ত থকা অধিক বৈশিষ্ট্যৰ উল্লেখৰদ্বাৰা হয়, সিয়েই সি। ৪৯

'সিয়েই সি' অৰ্থাৎ অধিকাৰূঢ় বৈশিষ্ট্য নামৰ ৰূপক। মোৰ ৰচনাৰ পৰা, যেনে—

ইদং বক্ত্ৰং সাক্ষাদ্বিৰহিতকলঙ্কঃ শশধৰঃ
সুধাধাৰাধাৰশ্চিৰপৰিণতং বিম্বমধৰঃ।
ইমে নেত্ৰে ৰাত্ৰিন্দিৱমধিকশোভে কুৱলয়ে
তনুলাৱণ্যানাং জলধিৰৱগাহে সুখতৰঃ॥

(এই মুখ সাক্ষাৎ কলঙ্ক নোহোৱা জোন, সুধাধাৰাৰ আধাৰ স্বৰূপ এই অধৰ সদাই পকি থকা বিম্ব ফল, এই চকু দুটি ৰাতিয়ে দিনে সমানে অধিকভাৱে শোভা কৰা দুটি নীল পদুম আৰু এই তনু লাৱণ্যৰ এনে একে সমুদ্ৰ স্বৰূপ, যত অৱগাহন কৰাটো অধিক সুখকৰ।)

ইয়াত কলঙ্কৰ অভাৱ আদিৰদ্বাৰা অধিক বৈশিষ্ট্যৰ উল্লেখ কৰা হৈছে।

**পৰিণাম ঃ**

বিষয় বা উপমানৰ সৈতে তাদাত্ম্যসম্বন্ধেৰে যদি আৰোপ্য উপমান আৰোপিত হয় আৰু যদি প্ৰাসঙ্গিক বিষয়ৰ উপযোগী হয়, তেতিয়া হ'লে পৰিণাম হয়। এই পৰিণাম অলংকাৰ দুই প্ৰকাৰৰ—তুল্যাধিকৰণ আৰু অতুল্যাধিকৰণ। ৫০

আৰোপ্যমান উপমানটোক উপমেয় ৰূপে পৰিণত কৰা হয় কাৰণে ইয়াক পৰিণাম বোলে। যেনে—

স্মিতেনোপায়নং দূৰাদাগতস্য কৃতং মম।
স্তনোপপীড়মাশ্লেষঃ কৃতো দ্যূতে পণস্তয়া॥

(মই দূৰৰপৰা আহিলত তেওঁ (নায়িকাই) হাঁহিৰে মোক আপ্যায়ন কৰিলে। আৰু স্তনত হেঁচা পৰাকৈ কৰা আলিঙ্গন এটা পাশা খেলৰ পণ ৰূপে স্থিৰ কৰিলে।)

আন ক্ষেত্ৰত উপায়ন আৰু পণত কাপোৰ আৰু অলংকাৰ আদিৰ ব্যৱহাৰ কৰা হয়। ইয়াত কিন্তু নায়কক আদৰ জনোৱা আৰু পাশা খেলৰ ক্ষেত্ৰত হাঁহি আৰু আলিঙ্গনকে ক্ৰমে উপায়ন আৰু পণৰ সাধকৰূপে ব্যৱহাৰ কৰা হৈছে। প্ৰথমাৰ্দ্ধত প্ৰয়োগটো বেলেগ অধিকৰণৰদ্বাৰা আৰু দ্বিতীয়াৰ্দ্ধত সমান অধিকৰণৰদ্বাৰা হৈছে। ৰূপকত "মুখচন্দ্ৰং পশ্যামি" [ মুখৰূপ-চন্দ্ৰ দেখিছো ] ইত্যাদিত আৰোপ্যমান চন্দ্ৰ আদিয়ে কেৱল মাত্ৰ উপমেয়ৰ উৎকৃষ্টতা সাধন কৰে। কিন্তু প্ৰাসঙ্গিক যি দেখা ক্ৰিয়া, তাৰ একো সহায় নকৰে। পৰিণামত কিন্তু উপায়ন আদিৰ যে বিষয়ৰ ( উপমেয়ৰ = হাঁহিৰ ) সৈতে তাদাত্ম্য হৈছে, সেইটোৱে প্ৰাসঙ্গিক নায়কক আদৰ জনোৱা আদি ক্ৰিয়াক সহায় কৰিছে। সেই কাৰণেই ৰূপকত আৰোপ্যৰ ( উপমানৰ ) বিষয়ৰ ( উপমেয়ৰ ) সৈতে অবচ্ছেদকতা সম্বন্ধ অৰ্থাৎ উপমানৰ আৰোপ উপমেয়ক সেই জাতীয় আনবিলাক বস্তুৰপৰা বেলেগ কৰে। পৰিণামত কিন্তু উপমানৰ উপমেয়ৰ সৈতে তাদাত্ম্য সম্বন্ধেৰে অন্বয়।

"দাসে কৃতাগসি—" ইত্যাদিত ৰূপকহে হ'ব, পৰিণাম নহয়। আৰোপ্যমান ( উপমান ) যি কণ্টক, তাৰ যি ভৰিত বিন্ধা কাৰ্য্য, সেইটো প্ৰাসঙ্গিক নহয়। [ নায়িকাৰ অনুনয় কৰাটোহে ইয়াত প্ৰাসঙ্গিক কথা ] কোনো এটা প্ৰাসঙ্গিক কথাৰ সিদ্ধিৰ কাৰণে এই ভৰি ফুটুৱা কাৰ্য্যটোক বিচৰা নহয়।

যেনে—

পৰিণামো ৰূপকৰ দৰে অধিকাৰূঢ় বৈশিষ্ট্য হোৱা দেখা যায়।

ৱনেচৰাণাং ৱনিতাসখানাং দৰীগৃহোৎসঙ্গনিষক্তভাসঃ।
ভৱন্তি যত্ৰৌষধয়ো ৰজন্যামতৈলপূৰাঃ সুৰতপ্ৰদীপাঃ॥

( যি হিমালয়ত সপত্নীক কিৰাতবিলাকৰ কাৰণে ওষধি বিলাকেই নিশা গুহা ৰূপ গৃহত পোহৰ দিব পৰা তেল নোহোৱা সুৰত কালীন প্ৰদীপ ৰূপে কাম কৰে। )

ইয়াত ঔষধিত যি প্ৰদীপত্ব আৰোপিত হৈছে, সি প্ৰাসঙ্গিক সুৰত কালীন অন্ধকাৰ নাশৰ প্ৰতি উপযোগী আৰু প্ৰদীপত 'তেল নোহোৱা' বুলি উল্লেখ কৰাত তাদাত্ম্য সম্বন্ধৰ এই আৰোপটো অধিকাৰূঢ় বৈশিষ্ট্য হৈছে।

**সন্দেহ :**

কবি প্ৰতিভাৰদ্বাৰা উত্থাপিত হোৱা প্ৰকৃত বস্তুত
( উপমেয়ত ) আন বস্তু ৰূপে অৰ্থাৎ উপমানৰূপে
কৰা সংশয়েই সন্দেহ অলংকাৰ। শুদ্ধ, নিশ্চয়গৰ্ভ
আৰু নিশ্চয়ান্ত ৰূপেই তিনি প্ৰকাৰৰ। ৫১

য'ত সংশয়তে বাক্যৰ শেষ হয়, তাত শুদ্ধ সন্দেহ।

যেনে—

কিং তাৰুণ্যতৰোৰিয়ং ৰসভৰোদ্ভিন্না নৱা ৱল্লৰী
ৱেলাপ্ৰোচ্ছলিতস্য কিং লহৰিকা লাৱণ্যৱাৰাংনিধেঃ
উদ্‌গাঢ়োৎকলিকাৱতাং স্বসময়োপন্যাসৱিশ্ৰম্ভিণঃ।
কিং সাক্ষাদুপদেশযষ্টিৰথৱা দেৱস্য শৃঙ্গাৰিণঃ॥

( এয়া কি যৌৱন ৰূপ বৃক্ষৰ শৃঙ্গাৰ ৰস ৰূপ জলৰ আতিশয্যৰদ্বাৰা ওলাই অহা এক নতুন কুঁহি পাত? অথবা পাৰলৈকৈ উথলি অহা লাৱণ্য সমুদ্ৰৰ এক নতুন লহৰী? অথবা ই কি উৎকট কামভাৱ-সম্পন্নবিলাকক উপদেশ দিবৰ কাৰণে ব্যৱহাৰ কৰা আৰু নিজৰ নিয়ম বুজাবৰ কাৰণে তৎপৰ শৃঙ্গাৰৰ অধিষ্ঠাতৃ দেৱতা কামদেৱৰ হাতত থকা সাক্ষাৎ উপদেশ যষ্টি ( হাতৰ এচাৰি )?

য'ত আৰম্ভত আৰু শেষতো সংশয়, কেৱল মাজতে নিশ্চয় থাকে সেয়ে নিশ্চয়মধ্য। যেনে, -

অয়ং মাৰ্ত্তণ্ডঃ কিং স খলু তুৰগৈঃ সপ্তভিৰিতঃ
কৃশানুঃ কিং সৰ্বাঃ প্ৰসৰতি দিশো নৈষ নিয়তম্।

কৃতান্তঃ কিং সাক্ষান্মহিষবাহনোঽসাবিতি পুনঃ
সমালোক্যাজৌ ত্বাং বিদধতি বিকল্পান্ প্ৰতিভটাঃ ॥

( "এয়া কি সূৰ্য্য ? নহয়, সূৰ্য্যৰ ৰথতচোন সাতোটা ঘোঁৰা থাকে। এয়া কি অগ্নি ? নহয়, ই অনিয়তভাৱে সকলো ফালে বিয়পি পৰিছে ( অথচ অগ্নি কেৱল বায়ু যি ফালে বলে সেইফালে হে বিয়পে ), তেনেহলে এওঁ কি সাক্ষাৎ যম ? ওহোঁ নহয়, যমৰাজৰ বাহন মহ ( অথচ এওঁ মহত উঠি থকা নাই )।"—হে মহাৰাজ ! আপোনাক যুদ্ধ ক্ষেত্ৰত দেখি শত্ৰু সৈন্যবিলাকে এনে ভাৱেই নানা ধৰণৰ সংশয় মনত ঠাই দিয়ে। )

ইয়াত মাজতে কেৱল সূৰ্য্য আদি নহয় বুলি নিশ্চয় কৰি ৰজা বুলি নিশ্চয় কৰা নাই ) কিয়নো ৰজা বুলি নিশ্চয় কৰি পেলালে দ্বিতীয় সংশয়টো জাগি উঠা সম্ভৱ নহয়।

য'ত প্ৰথমতে সংশয় হয় আৰু শেষত গৈ নিশ্চয় হয়, সেয়ে নিশ্চয়ান্ত ; যেনে—

কিং তাৱৎ সৰসি সৰোজমেতদাৰাদাহোস্বিন্মুখমৱভাসতে তৰুণ্যাঃ ।
সংশয্য ক্ষণমিতি নিশ্চিয়ং কশ্চিদ্বিব্বোকৈৰ্বকসহবাসিনাং পৰোক্ষৈঃ ॥

( "সৰোবৰত এয়া কি অলপ দূৰতে সোটো পদুম ফুল অথবা কোনোবা তৰুণীৰে মুখ দেখা পোৱা গৈছে ?" এই বুলি এজনে ক্ষন্তেক কাল সংশয় কৰি তাৰ পিছত বক-সহবাসী পদুম ফুল বিলাকৰ অজ্ঞাত বিব্বোক নামৰ ভাৱৰ সহায়ত তৰুণীৰ মুখ বুলি নিশ্চয় কৰিলে। ( বিব্বোক—স্ত্ৰীৰ ভাৱ বিশেষ, তৃতীয় পৰিচ্ছেদত সেই বিষয়ে কৈ অহা হৈছে। )

কবি প্ৰতিভাৰ বলত উত্থাপিত নোহোৱাত "স্থাণুৰ্ৱা পুৰুষো ৱা" [ এইটো খুটা নে মানুহ ? ] ইত্যাদি সংশয়ৰ ক্ষেত্ৰত এই অলংকাৰ নহয়।

মধ্যং তৱ সৰোজাক্ষি পয়োধৰভৰাৰ্দ্দিতম্ ।
অস্তি নাস্তীতি সন্দেহঃ কস্য চিত্তে ন ভাসতে ॥

( হে সৰোজাক্ষি ! স্তনৰ ভৰত পীড়িত হোৱা তোমাৰ ককালটো আছেই নে নাই বুলি কাৰ মনত বাৰু সন্দেহ নহ'ব ? )

ইয়াত অতিশয়োক্তিহে হব। উপমেয়ক উপমান ৰূপে সংশয় কৰাতহে এই অলংকাৰটো হয়।

**ভ্ৰান্তিমান :**

সাদৃশ্যৰ বাবে এটা বস্তুত অন্য এটা বস্তুৰ ভ্ৰম হোৱাকে ভ্ৰান্তিমান্ বোলে। ই কবি প্ৰতিভাৰদ্বাৰা উত্থিত হয়। ৫২

যেনে—

মুগ্ধা দুগ্ধধিয়া গৱাং ৱিদধতে কুম্ভান্ অধো বল্লৱাঃ
কৰ্ণে কৈৰৱশঙ্কয়া কুৱলয়ং কুৰ্ৱন্তি কান্তা অপি।
কৰ্কন্ধূফলমুচ্চিনোতি শবৰী মুক্তাফলাশঙ্কয়া।
সান্দ্ৰা চন্দ্ৰমসো ন কস্য কুৰুতে চিত্তভ্ৰমং চন্দ্ৰিকা॥

( সৰল গোপ ৰমণীসকলে গাখীৰ বুলি ভাবি গৰুৰ ওগাৰৰ তলত কলহ পাতি দিছেগৈ, সৰল নাৰীবিলাকেও ভেট ফুল বুলি ভাবি নীল পদ্মকে কাণত পিন্ধিছে, ব্যাধ ৰমণীবিলাকে মুক্তাফল বুলি ভুল কৰি বগৰীকে ছিঙিছে ; এই দৰেই চন্দ্ৰমাৰ উজ্জ্বল চন্দ্ৰিকাই কাৰনো চিত্তভ্ৰম নজন্মাৱাকৈ আছে ? )

ভ্ৰান্তিটো যদি কবিৰ ইচ্ছাৰদ্বাৰা উদ্ভাৱিত নহয়, তেতিয়াহ'লে অলংকাৰ নহয়। যেনে "শুক্তিকাত" ৰূজত ভ্ৰম ( শামুকৰ খোলাত ৰূপ বুলি ভ্ৰম। ) এই ভ্ৰান্তি যদি সাদৃশ্যজনিত নহয় তেতিয়াও এই অলংকাৰ নহ'ব—যেনে,—

সংগমৱিৰহৱিকল্পে বৰমিহ ৱিৰহো ন সংগমস্তস্যাঃ।
সঙ্গে সৈৱ তথৈকা ত্ৰিভুৱনমপি তন্ময়ং ৱিৰহে।

( তেওঁৰ লগত বিৰহেই ভালনে মিলনেই ভাল এই বিকল্পৰ ক্ষেত্ৰত ক'ব লাগিব যে মিলন শ্ৰেয় নহয়। মিলনৰ সময়ত অকল তেওঁকেই পোৱা যায় ; বিৰহৰ সময়ত কিন্তু ত্ৰিভুবনেই তন্ময় ( নায়িকাময় ) হৈ পৰে। )

**উল্লেখ :**

কেতিয়াবা জানোতাৰ ভেদ অনুযায়ী আৰু

কেতিয়াবা জ্ঞেয় বিষয়ৰ ভেদ অনুযায়ী বিষয়ৰ অনেক ভাৱে উল্লেখ হয়। তাকে উল্লেখ অলংকাৰ বুলি কোৱা হয়। ৫৩

ক্রমে উদাহৰণ ; যেনে—

প্রিয় ইতি গোপৱধূভিঃ শিশুৰিতি বৃদ্ধৈৰধীশ ইতি দেৱৈঃ।
নাৰায়ণ ইতি ভক্তৈর্ব্রহ্মেত্যগ্রাহি যোগিভির্দেৱঃ॥

( ভগৱানক গোপবধূসকলে প্রিয় বুলি, বৃদ্ধসকলে শিশু বুলি আৰু দেবতা সকলে অধীশ্বৰ বুলি, ভক্তসকলে নাৰায়ণ বুলি আৰু যোগীবিলাকে ব্রহ্ম বুলি গ্রহণ কৰে। )

ইয়াত ভগৱানৰ প্রিয়ত্ব আদি বাস্তৱ হোৱা কাৰণে আৰু জ্ঞাতা-বিলাকৰ ভেদ হোৱা কাৰণে মালাৰূপক হোৱা নাই। ই ভ্রান্তিমানো নহয় আৰু অভেদত ভেদ-ৰূপ অতিশয়োক্তিও নহয়। “অন্য দেৱাঙ্গলাৱণ্যম্—” ইত্যাদিত লাৱণ্য আদি বিষয়বিলাকৰ বেলেগে বেলেগে অধ্যৱসায় হৈছে। ইয়াত কিন্তু ভগৱানত গোপবধূ আদিৰ দ্বাৰা প্রিয়ত্ব আদিৰ অধ্যৱসায় কৰা হোৱা নাই। কিয়নো সেই সময়ত যথার্থতে তেওঁলোকৰ প্রিয় বুলিয়েই ভাৱ আছিল। কিছুমানে কয় যে “এই অলংকাৰৰ মূলত ধৰাবন্ধা ভাৱে আন কিবা এটা অলংকাৰৰ সৌন্দর্য্য থাকিব লাগিব। উক্ত উদাহৰণত, বৃদ্ধবিলাকে কেৱল শিশু বুলিহে চিনি পায় বুলি কব খোজাত একেজন অভিন্ন ভগৱানতে শিশু ৰূপে আৰু প্রিয় ৰূপে ভেদ আৰোপ কৰাত অভেদত ভেদ ৰূপ অতিশয়োক্তি হৈছে। কিন্তু অতিশয়োক্তি আছে যদিও জ্ঞাতাৰ ভেদ অনুসৰি ভিন্ন ভিন্ন জ্ঞান হোৱাৰ ফলত এক বিশেষ সৌন্দর্য্য হোৱাত তাৰ ভিত্তিত উল্লেখ নামৰ এক বেলেগ অলংকাৰ হৈছে। [ গতিকে উল্লেখ অতিশয়োক্তিৰে এটা প্রকাৰ হওক বুলি ক’ব নোৱাৰি, কিয়নো আন বেলেগ অলংকাৰৰ ক্ষেত্রতো উল্লেখ হ’ব পাৰে। ] শ্রীকণ্ঠ জনপদ বর্ণনাত “বজ্রপঞ্জৰমিতি শৰণাগতৈঃ, অম্বৰবিৱৰমিতি ৱাতিকৈঃ”

( যাক শৰণাগতবিলাকে বজ্রৰ মুঠি বুলি আৰু বাত ৰোগীবিলাকে আকাশৰ মাজৰ গুহা বুলি ভাবে। ) ইত্যাদিত কিন্তু অতিশয়োক্তি নাই। তাত ৰূপক অলংকাৰৰহে সম্বন্ধ আছে। [ গতিকে প্ৰধান ভাৱে উল্লেখ অলংকাৰ হৈছে। ] দৰাচলতে কিন্তু "অম্বৰৱিৱৰম্—" ইত্যাদিত ভ্ৰান্তিমান্ হোৱাটোহে বাঞ্ছনীয়, ৰূপক নহয়। ভেদজ্ঞান পূৰ্ব্বক যি আৰোপ সিহে গৌণী লক্ষণামূলক ৰূপকৰ প্ৰযোজক বা উৎপত্তিৰ কাৰণ।

এই বিষয়ত শাৰীৰক মীমাংসা ভাষ্যৰ ব্যাখ্যাত শ্ৰীবাচস্পতি মিশ্ৰয়ো কৈছে—"তদুপৰি, লক্ষ্যমাণ ( উভয়ৰে সাধাৰণ ধৰ্ম্মৰূপে জ্ঞাত ) গুণৰ বলত বেলেগ অৰ্থত প্ৰয়োগ হোৱা এটা শব্দ আন বেলেগ এটা অৰ্থত প্ৰয়োগ হৈছে বুলি, য'ত কওঁতা আৰু শ্ৰোতা নাইবা প্ৰয়োগ কৰোতা আৰু জানোতা উভয়ৰে সমানে জ্ঞান হয়, তাত গৌণী লক্ষণা। সেই গৌণী লক্ষণাৰ প্ৰয়োগ বা বোধ ভেদ জ্ঞানপূৰ্ব্বক ( বাচ্যাৰ্থ আৰু লক্ষ্যাৰ্থৰ ভেদ জ্ঞানপূৰ্ব্বক।" ) শ্ৰীকণ্ঠজনপদ বৰ্ণনাত বাত ৰোগীবিলাকে ভ্ৰমপূৰ্ব্বক হে অম্বৰবিবৰত্ব [ আকাশৰ মাজৰ গুহাত্ব ] আৰোপ কৰিছে।

শ্ৰীকণ্ঠজনপদবৰ্ণনাতে "তপোৱনমিতি মুনিভিঃ, কামায়তনমিতি ৱেশ্যাভিঃ" ( মুনিবিলাকে তপোবন বুলি, বেশ্যাবিলাকে কামদেৱৰ মন্দিৰ বা ক্ৰাড়া গৃহ বুলি ‥ ) ইত্যাদিত পৰিণাম অলংকাৰৰ সম্বন্ধ হৈছে।

"গাম্ভীৰ্য্যেণ সমুদ্ৰোঽসি গৌৰৱেণাসি পৰ্ব্বত" ( গম্ভীৰ্য্যত তুমি সমুদ্ৰ আৰু গৌৰবত পৰ্ব্বত ) ইত্যাদিত অনেক ভাৱে উল্লেখ কৰাৰ কাৰণে গাম্ভীৰ্য্য আদি বিষয়ৰ ভেদেই প্ৰয়োজক। ইয়াতো আকৌ ৰূপক অলংকাৰৰ সম্বন্ধ হৈছে। "গুৰুৰ্ৱচসি, পৃথুৰুৰসি, অৰ্জ্জুনো যশসি", ( বচনত বৃহস্পতি, বুকুখনৰ বিষয়ত পৃথু ( পৃথুৰজা বা বহল ), যশস্যাৰ বিষয়ত অৰ্জ্জুন অথবা বগা ) ইত্যাদিত আকৌ ৰূপকতকৈ

উল্লেখ অলংকাৰ বেলেগ হৈ আছে। ইয়াত শ্লেষমূলক অতিশয়োক্তিৰ সম্বন্ধ আছে।

**অপহ্নুতি :**

প্ৰকৃত বস্তুক ( উপমেয়ক ) নিষেধ কৰি অন্য বস্তুক
( উপমানক ) স্থাপন কৰিলে হয় অপহ্নুতি। ৫৪

অপহ্নুতি দুই প্ৰকাৰৰ। কেতিয়াবা অপহ্নৱ (নিষেধ) কৰি আৰোপ কৰা হয় আৰু কেতিয়াবা আৰোপ কৰি নিষেধ কৰা হয়। ক্ৰমে উদাহৰণ ; যেনে—

নেদং নভোমণ্ডলমম্বুৰাশিৰ্নৈতাশ্চ তাৰা নৱফেনভঙ্গাঃ।
নায়ং শশী কুণ্ডলিতঃ ফণীন্দ্ৰো নাসৌ কলঙ্কঃ শয়িতো মুৰাৰিঃ॥

( এয়া আকাশ নহয় সাগৰহে, এইবিলাক তৰা নহয় সাগৰৰ ফেনহে, এইটো চন্দ্ৰ নহয় পাক লৈ থকা সৰ্পৰাজ শেষ নাগহে, আৰু এয়া কলঙ্ক নহয় শেষ নাগত শুই থকা বিষ্ণুহে। )

এতদ্বিভাতি চৰমাচলচূড়চুম্বি
হিণ্ডীৰ-পিণ্ড-ৰুচি-শীতমৰীচিবিম্বম্।
উজ্জ্বালিতস্য ৰজনীং মদনানলস্য
ধূমং দধৎ প্ৰকটলাঞ্ছনকৈটৱেন॥

( ওৰে ৰাতি ধৰি জ্বলি থকা মদনানলৰ ধোঁৱাবোৰ, নিজৰ কলঙ্কৰ ছলেৰে ধাৰণ কৰি এয়া সাগৰৰ ফেনৰ দৰে কান্তিবিশিষ্ট শীতৰশ্মি চন্দ্ৰৰ মণ্ডলে অস্তাচলৰ শৃঙ্গ চুম্বন কৰি বিৰাজ কৰিছে। )

এই পদ্যফাকি মোৰ। এই দৰেই—

বিৰাজতি ব্যোমবপুঃপয়োধিস্তাৰাময়াস্তত্ৰ চ ফেনভঙ্গাঃ

( আকাশৰ ৰূপেৰে সমুদ্ৰই বিৰাজ কৰিছে আৰু তাতে তৰাৰ আকাৰেৰে ফেন বিলাক আছে। )

ইত্যাদি ৰূপেও প্ৰকৃতক(উপমেয়ক) নিষেধ কৰা হয় বুলি জানিব লাগে।

গোপনীয় কোনো এটা কথা কিবা স্বৰূপে প্ৰকাশ
কৰি আকৌ যদি তাকে শ্লেষ বা অন্য উপায়েৰে অন্য
ভাৱে প্ৰতিপাদন কৰা হয়, তেতিয়া সিও অপহ্নুতি হয়। ৫৫

শ্লেষৰ দ্বাৰা; যেনে,—

কালে ৱাৰিধৰাণামপতিতয়া ন শক্যতে স্থাতুম্।
উৎকণ্ঠিতাসি তৰলে! নহি নহি সখি! পিচ্ছিলঃ পন্থাঃ॥

(বৰ্ষা কালত পতি নোহোৱাকৈ (অপতিতয়া) থাকিব নোৱাৰি। "হেৰা তৰলা, তুমি ইমানেই উৎকণ্ঠিতা হৈছানে?" "নহয়, নহয় সখি বাটটো পিছল।" বাৰিষাৰ কাৰণে বাট পিছল; সেই কাৰণে "অপতিতয়া" অৰ্থাৎ নপৰাকৈ থাকিব নোৱাৰি।)

ইয়াত "অপতিতয়া" পদত "পতি নোহোৱাকৈ" বুলি কৈ পিছত "পতন নোহোৱাকৈ" (পিছল নোখোৱাকৈ) বুলি কৈ আগৰ কথাটো ঘুৰাই পেলালে। শ্লেষ নোহোৱাকৈ, যেনে—

ইহ পুৰোঽনিলকম্পিতৱিগ্ৰহা
মিলতি কা ন ৱনস্পতিনা লতা।
স্মৰসি কিং সখি! কান্তৰতোৎসৱং
নহি ঘনাগমৰীতিৰুদাহৃতা॥

("এই বৰ্ষা কালত আমাৰ সম্মুখতে বতাহৰ দ্বাৰা শৰীৰ কম্পিত হোৱা কোন লতা বনস্পতিৰ সৈতে মিলিত হোৱা নাই?" "তেনেহলে সখি তোমাৰ নিজৰ প্ৰিয়ৰ সৈতে কৰা ৰতি আনন্দৰ কথা সুঁৱৰিছানেকি?" "নহয়, বৰ্ষা কালৰ ৰীতিৰ কথাহে কৈছো।")

বক্ৰোক্তিত আনে কোৱা কথাৰ আনভাৱে যোজনা কৰা হয়, ইয়াত কিন্তু নিজৰ কথাকে ঘুৰাই কোৱা হয়, আৰু সেইখিনিতে ইহঁত দুটাৰ ভেদ।

ইয়াত গোপন কৰোঁতাই গোপন কৰিবলগীয়া কথাটোও আগতে কৈ দিয়ে কাৰণেই ব্যাজোক্তি অলংকাৰতকৈ বেলেগ।

**নিশ্চয় :**

আৰো অন্যক ( উপমানক ) নিষেধ কৰি প্ৰকৃতক
( উপমেয়ক ) স্থাপন কৰিলে তাক বোলে নিশ্চয়। ৫৬

অৰ্থাৎ ই নিশ্চয় নামৰ অলংকাৰ। অন্য মানে আৰোপ্যমাণ ( উপমান )।

মোৰ ৰচনাৰপৰা ; যেনে—

ৱদনমিদং ন সৰোজং নয়নে নেন্দীৱৰে এতে।

( হে ভ্ৰমৰ ? এইখন মুখহে, পদুম নহয় আৰু এই দুটা চকুহে নীলোৎপল নহয়। [ গতিকে এই সুন্দৰনয়নাৰ ওপৰত মিছাতে কিয় ঘূৰি ফুৰিছা ? ] )

আৰো, যেনে—

হৃদি বিসলতা হাৰো নায়ং ভুজঙ্গমনায়কঃ
কুৱলয়দলশ্ৰেণী কণ্ঠে ন সা গৰলদ্যুতিঃ।
মলয়জৰজো নেদং ভস্ম প্ৰিয়াৰহিতে ময়ি
প্ৰহৰ ন হৰভ্ৰান্ত্যানঙ্গ ! ক্ৰুধা কিমু ধাৱসি ॥

( মোৰ হৃদয়ত এয়া মৃণালৰ হাৰহে, সৰ্পৰাজ নহয়। ডিঙিত নীলোৎপল পাহিৰ মালাহে সেয়া বিষৰ ৰং নহয়। প্ৰিয়াৰ বিৰহ কাতৰ মোৰ গাত এইবিলাক মলয়জ শ্বেত চন্দনৰ ধূলিহে, ভস্ম নহয়। গতিকে হে অনঙ্গ মোক শিৱ বুলি ভ্ৰম কৰি প্ৰহাৰ নকৰিবা। কিয় মিছাতে খং কৰি মোলৈ খেদি আহিছা ? )

এইটো নিশ্চয়ান্ত সন্দেহ নহয়, তাত সংশয় আৰু নিশ্চয় একেজন মানুহৰ মনতে হয়। ইয়াত ভ্ৰমৰ আদিৰ সংশয় হৈছে, নায়ক আদিয়ে নিশ্চয় কৰিছে। তদুপৰি এফালে পদুম ফুল বুলি অধিক জ্ঞান হোৱাত ভ্ৰমৰ আদিৰো সংশয় হোৱা নাই। সংশয় হ'লে ( পদুমনে মুখ বুলি উভয়কোটিৰ সমানে জ্ঞান হ'লে ) পদুম

বুলি ওচৰলৈ যোৱাটো সম্ভৱ নহয়। তেনেহ'লে ভ্ৰান্তিমান্ হওক? অৱশ্যে ভ্ৰমৰাদিৰ ইয়াত ভ্ৰান্তি হব পাৰে, কিন্তু সেই ভ্ৰান্তিৰ কোনো চমৎকাৰিত্ব নাই। বৰং তেনে ধৰণৰ নায়ক আদিৰ যি উক্তি বা কথা কোৱাৰ ধৰণ, তাৰহে চমৎকৃতি আছে বুলি সকলো সহৃদয়ে অনুভৱ কৰিব পাৰে। তদুপৰি ভ্ৰমৰৰ আগমনৰ কথা অথবা ভ্ৰান্তৰ কথা হয়তো কব খোজাই নাই, অথচ নায়িকাৰ তোষামোদৰ কাৰণে তেনে বিধৰ উক্তি কৰাটোও সম্ভৱ হব পাৰে। এইটো ৰূপক-ধ্বনিও নহয়, কিয়নো ইয়াত কমলত্বৰদ্বাৰা মুখৰ নিৰ্দ্ধাৰণ হোৱা নাই। (মুখত কমলত্ব আৰোপিত হোৱা নাই)। আকৌ ই অপহ্নুতিও নহয়, কিয়নো প্ৰস্তুত বিষয়ৰ (উপমেয়ৰ) ইয়াত নিষেধ কৰা হোৱা নাই। গতিকে প্ৰাচীনসকলে কৈ যোৱাবিলাকতকৈ ই এটা বেলেগ অলংকাৰ। শামুকৰ খোলাক ৰূপ বুলি ভাবি যদি কোনো মানুহ তাৰ ওচৰলৈ যায় আৰু তেতিয়া যদি তেওঁক কোৱা হয় যে "এয়া শামুকৰ খোলাহে, ৰূপ নহয়" তেতিয়া সেই বাক্যত কোনো বৈচিত্ৰ্য নাই কাৰণে তাত এই অলংকাৰ নহয়।

**উৎপ্ৰেক্ষা:**

> প্ৰকৃত বস্তুক অৰ্থাৎ উপমেয়ক উপমান বুলি সম্ভাৱনা কৰিলে উৎপ্ৰেক্ষা অলংকাৰ হয়। বাচ্যা আৰু প্ৰতীয়মানা ভেদে সি প্ৰথমে দুই প্ৰকাৰৰ। ৫৭

(সম্ভাৱনা মানে "উৎকটৈককোটিকসন্দেহঃ" য'ত এইটো উপমেয়নে উপমান বুলি সন্দেহ হয়, কিন্তু উপমান বুলিয়েই তাক চিনি পাবলৈ আগ্ৰহ বেছি থাকে।)

> ইৱ আদি পদ প্ৰয়োগ কৰিলে বাচ্যা হয় আৰু প্ৰয়োগ নকৰিলে প্ৰতীয়মানা হয়। দুই বিধতে যিটো উৎপ্ৰেক্ষা (সম্ভাৱিত) সি জাতি, গুণ, ক্ৰিয়া বা দ্ৰব্য হ'ব পাৰে। এই দৰেই ই আঠ প্ৰকাৰৰ। এই আঠ বিধৰ

প্ৰত্যেকতে জাতি, গুণ আদি ভাৱ পদাৰ্থ ( বস্তুতঃ বৰ্ত্তমান ) অথবা অভাৱ পদাৰ্থ ( বস্তুতঃ অবৰ্ত্তমান ) হ'ব পাৰে আৰু সেইদৰে ষোল্ল প্ৰকাৰ হৈ নিমিত্তটো ( যি বিশেষ ধৰ্ম্মৰ কাৰণে এনেদৰে সম্ভাৱনা কৰিবলগীয়া হ'ল সেইটো ) গুণ স্বৰূপ অথবা ক্ৰিয়া স্বৰূপ হ'য়; সেই কাৰণে আকৌ উৎপ্ৰেক্ষা গৈ মুঠতে বত্ৰিশ প্ৰকাৰৰ হয়। ৫৮

তাৰে বাচ্যোৎপ্ৰেক্ষাৰ কেৱল দিগ্‌দৰ্শনৰ কাৰণে উদাহৰণ, যেনে—

উৰুঃ কুৰঙ্গকদৃশঃ চঞ্চলচেলাঞ্চলো ভাতি।
সপতাকঃ কনকময়ো ৱিজয়স্তম্ভঃ স্মৰস্যেৱ ॥

( কঁপি থকা কাপোৰৰ আগেৰে সৈতে কুৰঙ্গনয়নাৰ উৰুটোৱে এনে ভাৱে শোভা কৰিছে যেন সি সোণেৰে নিৰ্ম্মিত পতাকা লগোৱা কামদেৱৰ বিজয় স্তম্ভ হে। )

ইয়াত "বিজয়স্তম্ভ" পদে বহুতো বিজয়স্তম্ভৰ ভাৱ মনলৈ আন দিয়ে কাৰণে ইয়াত জাত্যুৎপ্ৰেক্ষা হৈছে।

জ্ঞানে মৌনং ক্ষমা শক্তৌ ত্যাগে শ্লাঘাৱিপৰ্য্যয়ঃ।
গুণা গুণানুবন্ধিত্বাত্তস্য সপ্ৰসৱা ইৱ ॥

( তেওঁ জ্ঞান থকা সত্ত্বেও মৌন, শক্তি থকাতো ক্ষমাশীল, আৰু ত্যাগ কৰিও তেওঁ আত্মপ্ৰশংসা নকৰাকৈ থাকে; গতিকে তেওঁৰ ক্ষেত্ৰত এটা গুণে বিপৰীত আন এটা গুণক অনুসৰণ কৰি আছে, সেই কাৰণে তেওঁৰ গুণবিলাক যেন সহোদৰহে। )

ইয়াত সপ্ৰসৱত্বটো ( সহোদৰত্ব ) এটা গুণ।

গঙ্গাম্ভসি সুৰত্ৰাণ! তৱ নিৰ্য্যাণনিস্বনঃ।
স্নাতীৱাৰিবধূৱৰ্গগৰ্ভপাতনপাতকা ॥

(হে সুৰত্ৰাণ! (দেৱগণৰ ত্ৰাণকৰ্ত্তা শ্ৰীকৃষ্ণ) তোমাৰ সৈন্যবলৰ ৰণযাত্ৰা কালীন যি হুংকাৰ সি শত্ৰু ৰমণীগণৰ গৰ্ভপাতন কৰাৰ পাপত পাপী হৈ গঙ্গাৰ পানীত গৈ যেন স্নানহে কৰিছে।)

ইয়াত "স্নাতি" বোলা ক্ৰিয়াটো উৎপ্ৰেক্ষিত হৈছে।

মুখমেণীদৃশো ভাতি পূৰ্ণচন্দ্ৰ ইৱাপৰঃ।

(মৃগনয়নাৰ মুখখন এনেভাৱে শোভা পাইছে যেন ই আন এটা পূৰ্ণচন্দ্ৰ হে।)

ইয়াত চন্দ্ৰ পদে কেৱল এজন ব্যক্তিক বুজাইছে কাৰণে এইটো দ্ৰব্যবাচক শব্দ।

এইবিলাক ভাৱাভিমানৰ উৎপ্ৰেক্ষা। অভাৱাভিমানৰ উৎপ্ৰেক্ষা, যেনে—

কপোলফলকাৱস্যাঃ কষ্টং ভূত্বা তথাৱিধৌ।
অপশ্যন্তাৱিৱান্যোন্যমীদৃক্ষাং ক্ষামতাং গতৌ॥

(হায়! এই নায়িকাৰ গাল দুখন আগেয়ে ইমান পুৱঠ আছিল কিন্তু এতিয়া যেন ইখনে সিখনক নেদেখিয়েই এনে দৰে ক্ষীণাই গ'ল।)

ইয়াত "অপশ্যন্তৌ" (যেন নেদেখিয়েই) বোলোতে ক্ৰিয়াৰ অভাৱ বুজোৱা হৈছে। এইদৰেই আন ঠাইতো হয়। নিমিত্তটো গুণ আৰু ক্ৰিয়া হোৱাৰ উদাহৰণ, যেনে—

"গঙ্গাম্ভসি" ইত্যাদিত "স্নাতীৱ" বোলা উৎপ্ৰেক্ষাৰ নিমিত্ত হৈছে "পাতকিত্ব" (পাপীৰূপ) গুণটো। "অপশ্যন্তৌ" ইত্যাদিত "ক্ষীণাই যোৱ"-ৰূপ ক্ৰিয়াটো নিমিত্ত। এইদৰেই আন ঠাইতো হয়। প্ৰতীয়মানোৎপ্ৰেক্ষা, যেনে—

তন্বঙ্গ্যাঃ স্তনযুগ্মেন মুখং ন প্ৰকটীকৃতম্।
হাৰায় গুণিনে স্থানং ন দত্তমিতি লজ্জয়া॥

(কৃশাঙ্গীৰ স্তনযুগলে গুণী (গুণ যুক্ত অথবা সূতা থকা হাৰডালক ঠাই দিয়া নাই বুলি লাজতেই যেন মুখখন উলিওৱা নাই।)

ইয়াত "লজ্জয়া ইৱ" ( লাজতেই যেন ) বুলি 'ইৱাদি' পদ দিয়া নাই কাৰণেই প্ৰতীয়মানোৎপ্ৰেক্ষা হৈছে। এইদৰেই আন ঠাইতো হয়।

বাৰু, ধ্বনি নিৰূপণ কৰাৰ প্ৰসঙ্গত সকলো অলংকাৰেই ব্যঙ্গ্য হ'ব পাৰে বুলি কোৱা হৈছিল। সম্প্ৰতি কিয় বিশেষভাৱে উৎপ্ৰেক্ষা প্ৰতীয়মানা হয় বুলি কোৱা হৈছে? এই শঙ্কাৰ উত্তৰ এনে,—"মহিলা সহস্ৰ্"—ইত্যাদি ব্যঙ্গ্য উৎপ্ৰেক্ষাৰ ক্ষেত্ৰত উৎপ্ৰেক্ষা নকৰাকৈয়ে ব্যঙ্গ্যাৰ্থ সঙ্গতভাৱে পোৱা যায়। ইয়াত কিন্তু অচেতন স্তনৰ কোনো লজ্জা থাকিব নোৱাৰে কাৰণে "লজ্জয়া ইৱ" [ যেন লাজতহে ] বুলি উৎপ্ৰেক্ষা কৰিলেহে ব্যঙ্গ্যাৰ্থ সঙ্গতভাৱে পোৱা যায়। সেইখিনিতে ব্যঙ্গ্য উৎপ্ৰেক্ষা আৰু প্ৰতীয়মানোৎপ্ৰেক্ষাৰ ভেদ। এতিয়া ব্যাচ্যোৎপ্ৰেক্ষাৰ যি যোল্লটা ভেদ, তাৰে আকৌ বিশেষ ভেদ কিছুমানৰ কথা কোৱা হৈছে,—

> তাৰে বাচ্যোৎপ্ৰেক্ষাৰ যি কেইটা ভেদ, সেই কেইটাৰ দ্ৰব্যোৎপ্ৰেক্ষাৰ বাহিৰে আন কেই প্ৰকাৰত প্ৰত্যেকটোৱেই স্বৰূপগত, দলগত আৰু হেতুগত ৰূপে তিনি প্ৰকাৰৰ হয়। ৫৯

বাচ্যোৎপ্ৰেক্ষা আৰু প্ৰতীয়মানোৎপ্ৰেক্ষাৰ যি কেইটা ভেদ কোৱা হ'ল, তাৰে ভিতৰত যি যোল্ল প্ৰকাৰ বাচ্যোৎপ্ৰেক্ষা সিয়েই জাতি আদি তিনিটাৰ বিষয়ত বাৰ প্ৰকাৰ হয়, সিহঁত প্ৰত্যেকই স্বৰূপগত, ফলগত আৰু হেতুগতৰূপে বিভক্ত হৈ মুঠতে ছয়ত্ৰিশ প্ৰকাৰ হয়। দ্ৰব্যৰ কেবল স্বৰূপৰহে উৎপ্ৰেক্ষা কৰিব পাৰি গতিকে দ্ৰব্যোৎপ্ৰেক্ষা চাৰি প্ৰকাৰ। আটাইবিলাক মিলি মুঠতে হ'ল চল্লিশ প্ৰকাৰ। ইয়াৰে ভিতৰত স্বৰূপোৎপ্ৰেক্ষা, যেনে—পূৰ্ব্বৰ উদাহৰণ বিলাকৰ ভিতৰত "স্মৰস্য ৱিজয়স্তম্ভঃ"—ইত্যাদিত। "সপ্ৰসবা ইৱ" ইত্যাদি জাতিগত, গুণগত আৰু স্বৰূপগত। ফলোৎপ্ৰেক্ষা, যেনে—

ৰাৱণস্যাপি ৰামাস্তো ভিত্ত্বা হৃদয়মাশুগঃ।
ৱিৱেশ ভুৱমাখ্যাতুমুৰগেভ্য ইৱ প্ৰিয়ম্॥

( ৰামে নিক্ষেপ কৰা শৰে ৰাৱণৰো হৃদয় ভেদ কৰি যেন সৰ্প বিলাককহে সু খবৰ কবলৈ গৈ মাটিত সোমাই ধৰিলে। )

ইয়াত "আখ্যাতুং" বোলা পদত ভূ প্ৰৱেশৰ (মাটিত সোমাই যোৱাৰ) ফলৰূপ ক্ৰিয়াৰ উৎপ্ৰেক্ষা কৰা হৈছে।

হেতূৎপ্ৰেক্ষা, যেনে—

সৈষা স্থলী যত্ৰ ৱিচিন্বতা ত্বাং ভ্ৰষ্টং ময়া নূপুৰমেকমুৰ্ব্ব্যাম্।
অদৃশ্যত ত্বচ্চৰণাৰৱিন্দৱিশ্লেষদুঃখাদিৱ বদ্ধমৌনম্॥

( এইখনেই সেই ঠাই, য'ত তোমাক বিচাৰি ফুৰোতে মই নূপুৰ এপাত দেখিছিলো, যি তোমাৰ ভৰিৰপৰা আঁতৰি অহাৰ দুখতে যেন মৌন হৈ আছিল। )

ইয়াত দুঃখ-ৰূপ গুণটোক হেতুৰূপে উৎপ্ৰেক্ষা কৰা হৈছে।

নিমিত্তটোৰ উল্লেখ কৰা আৰু নকৰা অনুসৰি
স্বৰূপগত উৎপ্ৰেক্ষা দুই প্ৰকাৰৰ। ৬০

পূৰ্ব্বোক্ত চল্লিশ বিধৰ ভিতৰত স্বৰূপগত যি ষোল্ল বিধ, তাৰে উৎপ্ৰেক্ষাৰ নিমিত্তটো কোৱা আৰু নোকোৱা অনুসৰি সিহঁত হয় বত্ৰিশ বিধ। গতিকে আটাইবিলাক মিলি এতিয়া বাচ্যোৎপ্ৰেক্ষা হ'ল ছাপন্ন বিধ। তাৰে ভিতৰত নিমিত্তৰ উল্লেখ, যেনে—পূৰ্ব্বোদাহৃত "স্নাতাৱ" বোলা উৎপ্ৰেক্ষাত পাতকিত্ব নিমিত্তৰূপে দিয়া হৈছে। নিমিত্ত নিদিয়াৰ উদাহৰণ, যেনে—"চন্দ্ৰ ইৱাপৰঃ" বোলোতে চন্দ্ৰৰ নিচিনা সৌন্দৰ্য্যৰ আতিশয্য হেতুৰূপে দিয়া হোৱা নাই।

হেতূৎপ্ৰেক্ষা আৰু ফলোৎপ্ৰেক্ষাত অৱশ্যে নিমিত্তটো দিব লাগিব। উদাহৰণ স্বৰূপে, "ৱিশ্লেষদুঃখাদিৱ" বোলোতে "বদ্ধমৌনত্ব" ৰূপ ( মৌন হৈ থকা অবস্থা ) যিটো নিমিত্ত আৰু "আখ্যায়িতুমিৱ" বোলোতে

ভূ প্ৰৱেশ-ৰূপ যি নিমিত্ত, সেই দুটা নিদিলে বাক্যই অসঙ্গত হ'ব। প্ৰতীয়মানোৎপ্ৰেক্ষাৰ ষোল্লবিধৰ ভেদবিলাক দেখুৱাবলৈ কোৱা হৈছে—

প্ৰতীয়মানাৰ প্ৰকাৰবিলাক প্ৰত্যেকেই ফলগত
অথবা হেতুগত হ'ব পাৰে। ৬১

যেনে, উদাহৃত "তন্বঙ্গ্যাঃ স্তনযুগ্মেন" পদ্যত "লজ্জয়া ইৱ" বুলি হেতুৰ উৎপ্ৰেক্ষা কৰা হৈছে। ইয়াত নিমিত্ত নিদিয়াকৈ থকাটো সম্ভৱ নহয়। ইৱ আদি পদো যেতিয়া দিয়া নাই, তেতিয়া যদি নিমিত্তটোও দিয়া নহয়, তেতিয়াহ'লে শ্ৰোতাই এই বাক্যত উৎপ্ৰেক্ষা হৈছে বুলি ধৰিবই নোৱাৰিব। স্বৰূপোৎপ্ৰেক্ষাও ইয়াত সম্ভৱ নহ'ব। বৰং ভিন্ন ধৰ্ম্মযুক্ত উপমানৰ সৈতে তাদাত্ম্য হোৱাৰ ফলত, ইৱাদি নিদিয়াৰ ফলত আৰু এটা অসম্ভৱ বিশেষণ দিয়াৰ ফলত ইয়াত অতিশয়োক্তিৰহে প্ৰসঙ্গ আহি পৰিব।

যেনে—

অয়ং ৰাজাপৰঃ পাকশাসনঃ।

(এই ৰজা আন এজন ইন্দ্ৰ)। যদি 'অপৰ' (আন এজন) আদিৰ দৰে বিশেষণ যদি দিয়া নহয় তেতিয়াহ'লে ৰূপকৰ প্ৰসঙ্গ হ'ব। যেনে,—"ৰাজা পাকশাসনঃ" [ৰজা ইন্দ্ৰ]। এই দৰেই প্ৰতীয়মানোৎপ্ৰেক্ষা বত্ৰিশ প্ৰকাৰৰ।

প্ৰস্তুত অৰ্থাৎ প্ৰাসঙ্গিক বিষয়টো কথিত হোৱা
আৰু কথিত নোহোৱা অনুসৰি সেইবিলাকো
প্ৰত্যেকেই দুই প্ৰকাৰৰ। ৬২

সেইবিলাক মানে, পূৰ্ব্বোক্ত উৎপ্ৰেক্ষাবিলাক। উক্ত হ'লে উদাহৰণ, যেনে—"উৰু কুৰঙ্গকদৃশঃ—" ইত্যাদি। অনুক্ত হোৱাৰ উদাহৰণ, যেনে—মোৰ প্ৰভাৱতীত—

প্ৰদ্যুম্নঃ। ইহ হি সম্প্ৰতি দিগন্তৰমাচ্ছাদয়তা তিমিৰপটলেন

ঘটিতমিৱাঞ্জনপুঞ্জৈঃ পূৰিতমিৱমৃগমদক্ষোদৈঃ।

ততমিৱ তমালতৰুভিৰ্বৃতমিৱ নীলাংশুকৈৰ্ভুৱনম্ ॥

(প্ৰদ্যুম্ন। ইয়াত সম্প্ৰতি দিগন্তক আচ্ছাদিত কৰি তোলা তিমিৰসমূহৰ দ্বাৰা এনে হৈছে যেন পৃথিৱীখন কাজলপুঞ্জেৰে হে নিৰ্ম্মিত হৈছে, যেন পৃথিৱীখন কস্তুৰীৰ ধূলিৰে হে ভৰপূৰ হৈ গৈছে, যেন পৃথিৱীখন তমাল গছেহে চাটি ধৰিছে, যেন পৃথিৱীখনক নীলা এখন কাপোৰেহে আবৰি পেলাইছে।)

"ঘটিতমিৱ" ইত্যাদি শ্লোকটোত কাজলৰদ্বাৰা নিৰ্ম্মিত হোৱা আদি উৎপ্ৰেক্ষাৰ কাৰণে উপমেয় অন্ধকাৰে আচ্ছাদিত কৰা বিষয়ৰ উল্লেখ কৰা হোৱা নাই।

আকৌ, যেনে—

লিম্পতীৱ তমোঽঙ্গানি বৰ্ষতীৱাঞ্জনং নভঃ।

(অন্ধকাৰে যেন অঙ্গবিলাক লেপি পেলাইছে, আকাশে যেন কাজলহে বৰষিছে।)

ইয়াত অন্ধকাৰৰ লেপন উৎপ্ৰেক্ষাৰ ক্ষেত্ৰত ব্যাপনৰূপ বিষয় বা উপমেয়ৰ উল্লেখ কৰা হোৱা নাই। কাজল বৰ্ষণৰ বিষয়ত উপমেয় তমঃ সম্পাতৰ (অন্ধকাৰৰ বহুলভাৱে পতন) উল্লেখ কৰা হোৱা নাই। এই দুইটাৰ ক্ষেত্ৰতে উৎপ্ৰেক্ষাৰ নিমিত্ত যথাক্ৰমে—অন্ধকাৰৰ বহুলত্ব আৰু ধাৰাৰূপে পতন। কিছুমানে আকৌ কয় যে "ইয়াত লেপনক্ৰিয়াৰ কৰ্ত্তা নোহোৱা অন্ধকাৰক, লেপনক্ৰিয়াৰ কৰ্ত্তা ৰূপে উৎপ্ৰেক্ষা কৰা হৈছে আৰু তাৰ ক্ষেত্ৰত ব্যাপনেই (ব্যাপ্তি) নিমিত্ত। এইদৰেই আকাশক বৰ্ষণক্ৰিয়াৰ কৰ্ত্তাৰূপে উৎপ্ৰেক্ষা কৰা হৈছে।

আন অলংকাৰৰ সহায়ত এই অলংকাৰৰ উদ্ভৱ হ'লে

সি অধিক বৈচিত্ৰ্য লাভ কৰে। ৬৩

তাৰে ভিতৰত সাপহ্নবোৎপ্ৰেক্ষা মোৰ ৰচনাৰ পৰা ; যেনে—

অশ্ৰুচ্ছলেন সুদৃশো হুতপাৱকধূমকলুষাক্ষ্যাঃ।
অপ্ৰাপ্য মানমঙ্গে ৱিগলতি লাৱণ্যবাৰিপূৰ ইৱ ॥

(হোমৰ অগ্নিৰ ধোঁৱাত যাৰ চকু পুৰি গৈছে, সেই সুলোচনাৰ চকুলোৰ ছলেৰে যেন লাৱণ্যৰূপ জলৰ প্ৰবাহেই শৰীৰৰ ভিতৰত থাকিবলৈ যথেষ্ট ঠাই নাপাই বাগৰি ওলাই আহিছে।)

শ্লেষহেতুক, যেনে—

মুক্তোৎকৰঃ সঙ্কটশুক্তিমধ্যাদ্বিনিৰ্গতঃ সাৰসলোচনায়াঃ।
জানীমহেঽস্যাঃ কমনীয়কম্বুগ্ৰীৱাধিবাসাদ্‌গুণৱত্ত্বমাপ ॥

(মই জানিছো যে মুক্তাবিলাকে আবদ্ধ শামুকৰ খোলাৰপৰা ওলাই আহি সুন্দৰলোচনাৰ সুন্দৰ ঘূৰণীয়া ডিঙিত থাকিবলৈ পোৱাৰ কাৰণেই যেন গুণবত্ত্ব (উজ্জ্বলতা আদি গুণ আৰু সূতা) লাভ কৰিছে।)

ইয়াত "গুণৱত্ত্ব"ত শ্লেষ আছে। "কম্বুগ্ৰীৱাধিবাসাদিৱ" [যেন ঘূৰণীয়া ডিঙিত বাস কৰা কাৰণেই] বোলোতে যি হেতূৎপ্ৰেক্ষা হৈছে, তাৰ কাৰণে পূৰ্ব্বোক্ত শ্লেষটো কাৰণ। ইয়াত "জানীমহে" টো উৎপ্ৰেক্ষাৰবাচক। এই দৰেই—

"মন্যে [ভাবো] শঙ্কে [শঙ্কা কৰো] ধ্ৰুবং [নিশ্চয়] প্ৰায়ঃ [প্ৰায়] নূনং [নিশ্চয়] আদিও উৎপ্ৰেক্ষা বাচক-শব্দ।

কেতিয়াবা উপমাৰদ্বাৰা আৰম্ভ হৈ উৎপ্ৰেক্ষা হয় ; যেনে—

পাৰেজলং নীৰনিধেৰপশ্যন্ মুৰাৰিৰানীলপলাশৰাশীঃ।
ৱনাৱলীৰুৎকলিকাসহস্ৰপ্ৰতিক্ষণোৎকূলিতশৈৱলাভাঃ ॥

(শ্ৰীকৃষ্ণই সমুদ্ৰৰ পাৰত পানীৰ দাঁতিতে সম্পূৰ্ণৰূপে নীলা পাতবিলাকেৰে ভৰপূৰ আৰু হাজাৰ হাজাৰ ঢৌৰ কোবত ক্ষণে ক্ষণে আহি পাৰত থুন্দা মৰা শেলুবৈবিলাকৰ নিচিনা সেউজীয়া ৰঙৰ বনৰাজি দেখিবলৈ পালে।)

ইয়াত "আভা" ( নিচিনা ৰঙৰ ) শব্দৰ উপমাবাচকত্ব আছে কাৰণে আৰম্ভতে উপমা। কিন্তু অৱশেষত সমুদ্ৰতীৰত শেলুৰৈ থকাটো সম্ভৱ নহয় কাৰণে শেলুৰৈ থকা বুলি সম্ভাৱনা কৰিবলগীয়া হৈছে কাৰণে ইয়াত উৎপ্ৰেক্ষা হৈছে। [ অৱশেষত অৰ্থ হ'ব যে "ক্ষণে ক্ষণে আহি পাৰত খুন্দা মৰা যেন শেলুৰৈ বিলাক হে" ]

এইদৰেই বিৰহবৰ্ণনৰ ক্ষেত্ৰত "কেয়ূৰায়িতমঙ্গদৈঃ" ইত্যাদিত [ অঙ্গদেই যেন কেয়ূৰৰ ৰূপ ললে ] আৰু "ৱিকাসিনীলোৎপলতি স্ম কৰ্ণে মৃগায়তাক্ষ্যাঃ কুটিলঃ কটাক্ষাঃ" [ মৃগৰ দৰে আয়তলোচনাৰ কুটিল কটাক্ষই যেন কাণত ফুলি থকা নীলপদ্মৰ ৰূপ ল'লে ] ইত্যাদিতো উৎপ্ৰেক্ষা উপমাৰ দ্বাৰা অনুপ্ৰাণিত হয় বুলি জানিব লাগে। ভ্ৰান্তিমান্ অলংকাৰত "মুগ্ধা দুগ্ধধিয়া" ইত্যাদিত ভ্ৰান্ত গোপৰমণীবিলাকৰ চন্দ্ৰিকা ( জোনৰ পোহৰ ) আদিৰ বিষয়ে জ্ঞানেই নাই। চন্দ্ৰিকাৰ উল্লেখটো কেৱল কবিয়েহে কৰিছে। ইয়াত কিন্তু সম্ভাৱনা কৰ্ত্তাৰ মনত বিষয়ৰ ( উপমেয়ৰো ) জ্ঞান হয় আৰু এই খিনিতে দুই অলংকাৰৰ ভেদ। সন্দেহত আকৌ দুয়ো পক্ষৰে সমান ভাৱে জ্ঞান হয়। ইয়াত কিন্তু এটা কোটিৰ ( উপমান পক্ষৰ ) জ্ঞান অধিক প্ৰবল ভাৱে হয়। অতিশয়োক্তিত জ্ঞাত হোৱা বিষয়ী বা উপমানটো অৱশেষত অসত্য বুলি প্ৰতীত হয়। ইয়াত কিন্তু জ্ঞান হোৱাৰ লগে লগেই অসত্য বুলি বোধ হয় আৰু সেই খিনিতে দুইটাৰ ভেদ।

ৰঞ্জিতানু ৱিৱিধাস্তৰুশৈলা নামিতং নু গগনং স্থগিতং নু।
পূৰিতা নু বিষমেষু ধৰিত্ৰী সংহৃতা নু ককুভস্তিমিৰেণ ॥

( অন্ধকাৰে বিবিধ গছৰূপ শৈলবিলাক ৰঞ্জিত কৰি পেলাইছেনেকি নে আকাশখনেই নামি আহিল? অথবা আকাশখনেই ঢাক খাই গ'ল? পৃথিৱীৰ ওখ-চাপৰ ঠাইবিলাক অন্ধকাৰে পূৰ কৰি পেলালেনেকি? অথবা অন্ধকাৰে কি দিশবিলাক একে ঠাইতে থূপ খুৱাই পেলালে? )

কিছুমানে ইয়াত গছবিলাক অন্ধকাৰে ঢাকি পেলোৱাটোক অন্ধকাৰে

ৰঞ্জিত কৰা বুলি সন্দেহ কৰাৰ ফলত সন্দেহালংকাৰ হৈছে বুলি যে কয় সেইটো যুক্তি-যুক্ত নহয়। কিয়নো সমান প্ৰৱল ভাৱে একাধিক পক্ষৰ জ্ঞান হ'লেহে সন্দেহ অলংকাৰ হয়। অন্ধকাৰৰ দ্বাৰা গছ আদিৰ ব্যাপ্তিৰ ক্ষেত্ৰত যিবিলাক সম্বন্ধী গছ আদি আছে সেইবিলাক ভিন্ন ভিন্ন। ["তৰুক ৰঞ্জিত কৰিছেনে অন্য কিবা হৈছে" এনে ভাৱে একাধিক পক্ষ নাই। পক্ষ একেটাই আৰু তাৰ সম্বন্ধী এটাই আৰু সি হৈছে তৰু। বেলেগ এটা শঙ্কাৰ ক্ষেত্ৰত, যেনে "নামিতং নু গগনং" বোলাতে সম্বন্ধীটোৰেই বেলেগ। সেই ক্ষেত্ৰত সম্বন্ধী গগন।] তদুপৰি তৰুক অন্ধকাৰে ব্যাপ্ত কৰাৰ কথা সমূলি উল্লেখ নকৰাকৈ কেবল তৰুক ৰঞ্জিত কৰাৰ জ্ঞানহে প্ৰকাশ কৰা হৈছে।

আন কিছুমানে আকৌ কৈছিল যে "ৰঞ্জন, নামন আদি অনেকৰ জ্ঞান ৰূপে চমৎকাৰক আশ্ৰয় কৰি থকা কাৰণে ৰঞ্জন আদি ৰূপে এক পক্ষ প্ৰৱলতৰ হৈছে যদিও ইও বেলেগ এক প্ৰকাৰ সন্দেহ অলংকাৰেই।" এইটোও যুক্তিযুক্ত নহয়। কিয়নো, নিগীৰ্ণ হৈ যোৱা (সম্পূৰ্ণৰূপে তল পৰি যোৱা) উপমেয়ৰ আন এটাৰ অৰ্থাৎ উপমানৰ লগত তাদাত্ম্য হোৱাৰ জ্ঞানেই সম্ভাৱনা। তেনে সম্ভাৱনা ইয়াত স্পষ্টভাৱে আছে কাৰণে আৰু নু শব্দই ইৱ শব্দৰ দৰে তাৰ দ্যোতনা কৰিছে বা বোধ জন্মাইছে কাৰণে এইটো উৎপ্ৰেক্ষাই হোৱা উচিত। মিছাতে সন্দেহৰ এটা নতুন প্ৰকাৰ কল্পনা কৰাৰ প্ৰয়োজন নাই।

যদেতৎ চন্দ্ৰান্তৰ্জলদলৱলীলাং ৱিতনুতে
তদাচষ্টে লোকঃ শশক ইতি নো মাং প্ৰতি তথা।
অহং ত্বিন্দুং মন্যে ত্বদৰিৱিৰহাক্ৰান্ততৰুণী-
কটাক্ষোল্কাপাতব্ৰণকিণকলঙ্কাঙ্কিততনুম্॥

(যিটোৱে এই চন্দ্ৰৰ মাজত থাকি মেঘৰ দৰে শোভা কৰিছে, সেইটোকে লোকে মৃগ বুলি কয়, মই তাক তেনে বুলি নাভাবো। মই কিন্তু ভাবো (মন্যে)

যে এই চন্দ্ৰৰ শৰীৰটো আপোনাৰ শক্ৰৰ বিৰহত কাতৰ হোৱা তৰুণীবিলাকে কৰা কটাক্ষপাতৰ দ্বাৰা হোৱা ঘাৰ চিন লাগিহে কলঙ্কিত হৈছে।)

ইয়াত "মন্যে" শব্দটো আছে যদিও তেনে ধৰণৰ সম্ভাৱনাৰ জ্ঞান নহয় কাৰণে ই কেৱল এটা বিতৰ্কহে (বিতৰ্ক নামৰ এটা ব্যভিচাৰী ভাৱ) কিন্তু অপহ্নুতিৰদ্বাৰা অনুপ্ৰাণিত উৎপ্ৰেক্ষা নহয়।

**অতিশয়োক্তি ঃ**

অধ্যৱসায়টো সিদ্ধ হলে, তাক
অতিশয়োক্তি বুলি কোৱা হয়। ৬৪

বিষয়ৰ (উপমেয়ৰ) নিগৰণৰ দ্বাৰা অৰ্থাৎ উপমেয়ক তল পেলাই বা গিলি পেলাই বিষয়ীৰ (উপমানৰ) সৈতে অভেদ জ্ঞান হ'লে তাকে অধ্যৱসায় বোলে। [বিষয়ৰ জ্ঞান নহৈ বিষয়ৰ সৈতে অভিন্নৰূপে যদি বিষয়ীৰহে জ্ঞান হয়, তেতিয়াহ'লে তাক অধ্যৱসায় বোলে।]

উৎপ্ৰেক্ষাত বিষয়ীটো অনিশ্চিতভাৱে উল্লেখ কৰা হয় কাৰণে তাত অধ্যৱসায় সাধ্য। ইয়াত কিন্তু নিশ্চিতভাৱেই বিষয়ীৰ জ্ঞান হয় কাৰণে অধ্যৱসায় সিদ্ধ। উৎপ্ৰেক্ষাত বিষয় নিগৰণ (উপমেয়ক তল পেলোৱাটো) কেৱল বিষয়ৰ অধঃকৰণ অৰ্থাৎ উপমেয়ক গৌণ ভাৱে উল্লেখৰদ্বাৰা হয়। ইয়াতো "মুখং দ্বিতীয়শ্চন্দ্ৰঃ" ইত্যাদিত তেনে ভাৱেই হয়। কোৱাও আছে যে—

"বিষয়ৰ উল্লেখ থাককেই বা নাথাককেই, জ্ঞানীসকলে বিষয়ৰ অধঃকৰণ (গৌণভাৱে) হ'লেই সি নিগীৰ্ণ হ'ল বুলি কয়।"

ভেদত অভেদ, সম্বন্ধত অসম্বন্ধ আৰু এই
দুয়োটাৰে বিপৰীত দুটা আৰু কাৰ্য্য আৰু
হেতুৰ পৌৰ্ব্বাপৰ্য ভঙ্গ—এই দৰে, সি পাঁচ প্ৰকাৰৰ
হয়। ৬৫

"দুয়োটাৰে বিপৰীত দুটা" মানে অভেদত ভেদ আৰু অসম্বন্ধত সম্বন্ধ। "সি" মানে অতিশয়োক্তি। তাৰে ভিতৰত ভেদত অভেদৰ উদাহৰণ যেনে, মোৰ --

কথমুপৰি কলাপিনঃ কলাপো ৱিলসতি তস্য তলেঽষ্টমীন্দুখণ্ডম্।
কুৱলয়যুগলং ততো ৱিলোলং তিলকুসুমং তদধঃ প্ৰৱালমস্মাৎ॥

(এইটো কেনেকৈ হ'ব পাৰে যে মূৰত ময়ূৰৰ পাখিয়ে শোভা কৰিছে, তাৰ তলত অষ্টমীৰ খণ্ডজোনে বিৰাজ কৰিছে, তাৰ তলত আকৌ চঞ্চল দুটি নীলোৎপল) তাৰ তলত তিল ফুল আৰু তাৰো তলত এটুকুৰা প্ৰবাল মণি!)

ইয়াত প্ৰিয়াৰ কেশ-পাশ আদিক ময়ূৰৰ পাখিৰ সৈতে অভেদৰূপে অধ্যৱসায় কৰা হৈছে। আকৌ যেনে "বিশ্লেষ দুঃখাদিৱ বদ্ধমৌনম্"। [আঁতৰ হোৱাৰ দুখতেই যেনে মৌন হৈ আছে।] ইয়াত চেতন প্ৰাণীৰ মৌনত্বও এটা বেলেগ বস্তু আৰু অচেতনৰ মৌনত্বও এটা বেলেগ বস্তু। সেই দয়োটাৰ ভেদ থকাতো অভেদ ৰূপে অধ্যৱসায় কৰা হৈছে। এই দৰেই---

"সহাধৰদলেনস্যা যৌৱনে ৰাগভাক্ প্ৰিয়ঃ।"

(যৌৱনৰ আগমনত এওঁৰ অধৰৰ লগে লগে প্ৰিয়তমো ৰাগযুক্ত হৈছে। অৰ্থাৎ অধৰ ৰঙা হৈছে আৰু প্ৰিয়তম অনুৰাগী হৈছে।)

ইয়াত অধৰৰ ৰাগ মানে ৰঙা ৰং আৰু প্ৰিয়ৰ ৰাগ মানে প্ৰেম। দুয়োটাতে ভেদ থকা সত্ত্বেও অভেদ।

অভেদত ভেদৰ উদাহৰণ, যেনে—

অন্যদেৱাঙ্গলাৱণ্যমন্যাঃ সৌৰভসম্পদঃ।
তস্যাঃ পদ্মপলাশাক্ষ্যাঃ সৰসত্বমলৌকিকম্॥

(সেই পদ্মপলাশলোচনা নায়িকাৰ শৰীৰৰ লাৱণ্যই বেলেগ ধৰণৰ, শৰীৰৰ সৌৰভ-ৰূপ সম্পদো এক অন্য ধৰণৰ আৰু তেওঁৰ অনুৰাগযুক্ততাই (অনুৰাগৰ ভাৱটোৱেই) অলৌকিক।)

সম্বন্ধত অসম্বন্ধ যেনে—

অস্যাঃ সর্গৱিধৌ প্রজাপতিৰভূচ্চন্দ্রো নু কান্তিপ্রদঃ
শৃঙ্গাৰৈকৰসঃ স্বয়ং নু মদনো মাসো নু পুষ্পাকৰঃ।
ৱেদাভ্যাসজড়ঃ কথং নু ৱিষয়ব্যাবৃত্তকৌতূহলো
নির্মাতুং প্রভৱেন্মনোহৰমিদং ৰূপং পুৰাণো মুনিঃ॥

( এওঁৰ সৃষ্টিৰ বিষয়ত কি কান্তিপ্ৰদ চন্দ্ৰই প্ৰজাপতি আছিল অথবা একমাত্ৰ শৃঙ্গাৰৰসনিষ্ঠ স্বয়ং মদনেই প্ৰজাপতি আছিল অথবা চ'ত মাহেই প্ৰজাপতি আছিল? নহ'লে অনবৰত বেদ অধ্যয়নৰদ্বাৰা নীৰস হৈ পৰা আৰু সকলো ভোগৰ বিষয়তে কৌতূহল নোহোৱা সেই প্ৰাচীন মুনি ব্ৰহ্মা এই সুন্দৰ ৰূপ সৃষ্টি কৰিবলৈ কেনেকৈ সমৰ্থ হ'লহেতেন ? ]

ইয়াত প্ৰাচীন প্ৰজাপতিৰ নিৰ্মাণৰ সম্বন্ধ আছে যদিও নাই বুলি কৈ সম্বন্ধত অসম্বন্ধৰ অধ্যৱসায় কৰা হৈছে।

অসম্বন্ধত সম্বন্ধ ; যেনে,—

যদি স্যান্মণ্ডলে সক্তমিন্দোৰিন্দীৱৰদ্বয়ম্।
তদোপমীয়তে তস্যাঃ ৱদনং চাৰুলোচনম্॥

( যদি চন্দ্ৰৰ মণ্ডলত দুটা নীলপদ্ম লাগি থাকে, তেতিয়াহে তেওঁৰ সুন্দৰ লোচন-সমন্বিত মুখখন চন্দ্ৰৰ উপমালৈ আনিব পাৰি। )

ইয়াত যদি পদৰ অৰ্থৰদ্বাৰা আক্ষিপ্ত সম্বন্ধৰ সহায়ত সম্ভাৱনা ( অধ্যৱসায় ) কৰি সম্বন্ধ কল্পনা কৰা হৈছে। কাৰ্য্যকাৰণৰ পৌৰ্ব্বাপৰ্য্য ভঙ্গও দুই ভাৱে হয়,—যদি কাৰণতকৈ কাৰ্য্য আগতে হয় নাইবা দুইটা যদি একে সময়তে হয়। ক্ৰমে উদাহৰণ, যেনে—

প্ৰাগেৱ হৰিণাক্ষীণাং চিত্তমুৎকলিকাকুলম্।
পশ্চাদুদ্ভিন্নবকুলৰসালমুকুলশ্ৰিয়ঃ॥

( হৰিণনয়নাবিলাকৰ চিত্ত আগতেই উৎকণ্ঠাৰে আকুল হৈ পৰে, তাৰ পিছত হে ফুলি উঠা বকুল আৰু আমৰ ফুলৰ কলিবিলাকৰ শোভা হয়। )

সমমেৱ সমাক্রান্তং দ্বয়ং দ্বিৰদগামিনা।
তেন সিংহাসনং পিত্র্যং মণ্ডলং চ মহীক্ষিতাম্ ॥

( গজগামী ৰঘুৱে একে সময়তে দুটা বস্তু আক্রমণ কৰিলে [ আগুৰি পেলালে ] এটা হ'ল পিতৃৰ সিংহসন, য'ত আৰোহণ কৰিলে আৰু আনটো হ'ল সমগ্র শত্রুমণ্ডল, যাক আক্রমণ কৰিলে। )

এটা হ'ল পিতৃৰ সিংহাসন ( য'ত আৰোহণ কৰিলে ) আৰু আনটো হ'ল সমগ্র শত্রুমণ্ডল ( যাক আক্রমণ কৰিলে )।

এইখিনিতে কিছুমানে কয় যে কেশপাশ আদিৰ যি লৌকিক সৌন্দৰ্য্যৰ আধিক্য আদি আছে সেইটোকে অলৌকিক বুলি অধ্যৱসায় কৰা হৈছে। কেশপাশ আদিৰ মৰাৰ পাখি আদিৰ সৈতে অধ্যৱসায় কৰিলে "অন্যদেৱাঙ্গলাৱণ্যম্" ইত্যাদিত অতিশয়োক্তি অলংকাৰৰ লক্ষণটোৱেই প্রযোজ্য নহ'ব ( অব্যাপ্ত হ'ব )। সেই কথা যুক্তিযুক্ত নহয়—কিয়নো তাতো অন্যৰ অঙ্গ লাৱণ্যক ( নায়িকান্তৰত থকা অঙ্গ লাৱণ্যক ) কেৱল প্রস্তুত নায়িকাত থকা অঙ্গলাবণ্যৰূপে অধ্যৱসায় কৰা হৈছে। তদুপৰি "অন্যদেৱৰ" ঠাইত "অন্যদিৱ" বুলি পঢ়িলে অধ্যৱসায়টো সাধ্যই হৈ যায় কাৰণে তাত উৎপ্রেক্ষা স্বীকাৰ কৰিব লাগিব। "প্রাগেৱ হৰিণাক্ষীণাম্" ইত্যাদিত বকুল আদিৰ শ্রী প্রথমতেই প্রকাশ পাইছিল যদিও তাক পিছত প্রকাশ পোৱা বুলি অধ্যৱসায় কৰা হৈছে। সেই কাৰণে ইয়াতো ইৱ শব্দ প্রয়োগ কৰিলেই উৎপ্রেক্ষা হৈ যাব। এইদৰে আন ঠাইতো হ'ব।

**তুল্যযোগিতা অলংকাৰ ঃ**

প্রাসঙ্গিক ( প্রস্তুত ) পদাৰ্থবিলাকৰ অথবা আনবিলাকৰ যেতিয়া একেটা ধৰ্ম্মৰ লগত সম্বন্ধ হয়, তেতিয়া তাক তুল্য যোগিতা বোলে। ৬৬

'আনবিলাকৰ' মানে অপ্ৰস্তুত (অপ্ৰাসঙ্গিক) বিলাকৰ। 'ধৰ্ম্ম' মানে গুণ আৰু ক্ৰিয়া-ৰূপ ধৰ্ম্ম। উদাহৰণ, যেনে—

অনুলেপনানি কুসুমান্যবলাঃ কৃতমন্যবঃ পতিষু দীপদশাঃ।
সময়েন তেন সুচিৰং শয়িত-প্ৰতিবোধিত-স্মৰমবোধিষিত॥

(সেই সময়ত অনুলেপনবিলাক, ফুলবিলাক, পতিৰ ওপৰত খং কৰা অবলা-বিলাক, আৰু চাকিৰ শালিতাবিলাক—এই আটায়ে বহুকাল শুই থাকি আকৌ কামত প্ৰবৃত্ত হ'ব পৰাকৈ কাম দেৱক জগাই তুলিলে।)

ইয়াত সন্ধ্যা বৰ্ণনাটো প্ৰাসঙ্গিক কাৰণে অনুলেপন আদি প্ৰাসঙ্গিক পদাৰ্থবিলাকৰে একেটা বোধন ক্ৰিয়াৰ অৰ্থাৎ জগাই তোলা ক্ৰিয়াৰ সৈতে সম্বন্ধ হৈছে।

তদঙ্গমাৰ্দ্দৱং দ্ৰষ্টুঃ কস্য চিত্তে ন ভাসতে।
মালতীশশভৃল্লেখা-কদলীনাং কঠোৰতা॥

(তেওঁৰ অঙ্গৰ কোমলতা দেখিবলৈ পোৱা কোন মানুহৰ অন্তৰতনো মালতী, চন্দ্ৰকলা, কলগছ আদি কঠোৰ বুলি ভাব জাগি নুঠে?)

ইয়াত মলতী আদি অপ্ৰাসঙ্গিক (অপ্ৰস্তুত) বস্তুবিলাকৰ একটো কঠোৰতাৰূপ গুণৰ সৈতে সম্বন্ধ হৈছে। এইদৰেই—

দানং ৱিত্তাদৃতং ৱাচঃ কীৰ্ত্তিধৰ্ম্মৌ তথায়ুষঃ।
পৰোপকৰণং কায়াদসাৰাৎ সাৰমাহৰেৎ॥

(বিত্তৰপৰা দানক, বাক্যৰপৰা সত্যক, সেইদৰেই আয়ুষৰপৰা কীৰ্ত্তি আৰু ধৰ্ম্মক আৰু শৰীৰৰপৰা পৰোপকাৰক অসাৰৰপৰা সাৰ ৰূপে আহৰণ কৰিব লাগে।)

ইয়াত দান আদি কৰ্ম্মবিলাকৰ সাৰতা-ৰূপ এটা গুণৰ সৈতে আৰু আহৰণ ৰূপ একেটি ক্ৰিয়াৰে সৈতে সম্বন্ধ হৈছে।

দীপক :

প্ৰস্তুত (প্ৰাকৰণিক) আৰু অপ্ৰস্তুতৰ (অপ্ৰাকৰণিক) একধৰ্ম্মত্ব আৰোপৰ বৰ্ণনাত দীপক অলঙ্কাৰ হয়। এই অলঙ্কাৰৰ ক্ষেত্ৰত বহুত ক্ৰিয়াৰ একেটা কাৰকৰ লগত সম্বন্ধ হয়। ৬৭

ক্ৰমে উদাহৰণ ; যেনে—

বলাৱলেপাদধুনাপি পূৰ্ব্বৱৎ
প্ৰবাধ্যতে তেন জগজ্জিগীষুণা।
সতীৱ যোষিৎ প্ৰকৃতিঃ সুনিশ্চলা
পুমাংসমভ্যেতি ভৱান্তৰেষ্বপি ॥

( সেই শিশুপালে নিজৰ বলৰ দৰ্পত জগৎ জয় কৰিবলৈ ইচ্ছা কৰি এতিয়াও আগৰ দৰেই ( পূৰ্ব্ব জন্মৰ দৰেই ) সংসাৰত উৎপীড়ন কৰিছে। সতী স্ত্ৰীৰ দৰেই স্থিৰ মানৱ প্ৰকৃতিয়েও জন্ম জন্মান্তৰে পুৰুষৰ লগ নেৰে। )

এই কবিতাফাকিত প্ৰস্তুত স্থিৰ প্ৰকৃতিৰ সৈতে অপ্ৰস্তুত সতী স্ত্ৰীৰ একে পুৰুষৰ অনুগমন ক্ৰিয়াৰ সম্বন্ধ দেখুওৱাত দীপক অলঙ্কাৰ হৈছে।

দূৰং সমাগতৱতি ত্বয়ি জীৱনাথে
ভিন্না মনোভৱশৰেণ তপস্বিনী সা।
উত্তিষ্ঠতি স্বপিতি ৱাসগৃহং ত্বদীয়-
ময়াতি যাতি হসতি স্বসিতি ক্ষণেন ॥

( সখীৰ প্ৰাণনাথ তুমি দূৰলৈ গুচি যোৱাত মদনৰ পঞ্চশৰত ক্ষত-বিক্ষত হৈ সেই বেচেৰীয়ে কেতিয়াবা উঠিছে, কেতিয়াবা শুইছে, কেতিয়াবা তুমি থকা ঘৰলৈ গৈছে, কেতিয়াবা তাৰপৰা উলটি আহিছে আৰু প্ৰতিমুহূৰ্ত্তে হাঁহিছে আৰু হুমুনিয়াহ কাঢ়িছে। )

এই কবিতাফাঁকি মোৰ ৰচনাৰ।

এই উদাহৰণত এগৰাকী নায়িকাৰ উত্থান, শয়ন আদি অনেক ক্ৰিয়াৰ সৈতে সম্বন্ধ দেখা যায়।

[ এই প্ৰসঙ্গত প্ৰাচীন আলঙ্কাৰিকসকলে গুণ আৰু ক্ৰিয়াৰ আদি-মধ্য আৰু অন্ত্য অনুসাৰে এই অলঙ্কাৰৰ তিনিটা ভাগ কৰিছে, সাহিত্যদৰ্পণকাৰে তেনে ভাগ স্বীকাৰ নকৰে। ]

দীপকৰ উদাহৰণৰ প্ৰসঙ্গত গুণ আৰু ক্ৰিয়াৰ আদি, মধ্য আৰু শেষ অনুসাৰে দীপক অলঙ্কাৰ তিনিভাগ হোৱাটো গণনাৰ ভিতৰত ধৰা হোৱা নাই, কিয়নো তেনেকুৱা বৈচিত্ৰ্য সকলো ঠাইতে হেজাৰ হেজাৰ প্ৰকাৰে হব পাৰে।

প্ৰতিবস্তূপমা ঃ

পৰস্পৰ শব্দসাদৃশ্য অনুভৱ হোৱা বাক্যৰ একে
সাধাৰণ ধৰ্ম্ম পৃথকভাৱে বিভিন্ন শব্দেৰে নিৰ্দ্দিষ্ট
হলে প্ৰতিবস্তূপমা অলঙ্কাৰ হয়। ৬৮

যেনে—

ধন্যাসি বৈদৰ্ভি গুণৈৰুদাৰৈৰ্যয়া সমাকৃষ্যতে নৈষধোঽপি।
ইতঃ স্তুতিঃ কা খলু চন্দ্ৰিকায়া যদব্ধিমপ্যুত্তৰলী কৰোতি॥

(হে বিদৰ্ভৰাজকুমাৰী দময়ন্তী, তুমি সঁচাকৈয়ে ধন্য, যিহেতুকে তুমি নিজৰ মহনীয় গুণেৰে নিষধাধিপতি নলকো আকৰ্ষণ কৰিব পাৰিছা। সাগৰকো চঞ্চল কৰি তোলে বুলি ইয়াতকৈ জোনৰ পোহৰৰ আৰু কি বেছি প্ৰশংসা কৰিবলগীয়া আছে?)

এই কবিতাফাঁকিত থকা 'আকৰ্ষণ কৰা কাৰ্য্য' আৰু 'চঞ্চল কৰি তোলা কাৰ্য্য' প্ৰকৃততে একেই; পুনৰুক্তি হোৱাটো দূৰ কৰিবলৈহে দুয়োটা কাৰ্য্য বেলেগ বেলেগ শব্দেৰে প্ৰকাশ কৰা হৈছে।

প্ৰতিবস্তূপমা মালাৰদৰে থকাও দেখা যায়; যেনে—

ৱিমল এৱ ৰৱিৰ্ৱিশদঃ শশী প্ৰকৃতিশোভন এৱহি দৰ্পণঃ।
শিৱগিৰিঃ শিৱহাসসহোদৰঃ সহজসুন্দৰ এৱ হি সজ্জনঃ॥

( সূৰ্য্য স্বভাৱতে বিমল, চন্দ্ৰ বিশদ, দাপোণ স্বভাৱতে সুন্দৰ, কৈলাস পৰ্ব্বত স্বভাৱতে শিৱৰ অট্টহাসৰ দৰে শুভ্ৰ আৰু সজ্জনসকল স্বভাৱতে সুন্দৰ। )

এই উদাহৰণত থকা 'বিমল' 'বিশদ' আদি শব্দৰ অৰ্থ একেই।

[ কথিত-পদত্ব দোষ পৰিহাৰৰ বাবে বেলেগ বেলেগ শব্দৰে উল্লেখ কৰা হৈছে। ]

**বৈধৰ্ম্ম্যমূলক প্ৰতিবস্তূপমা ঃ**

চকোৰ্য্য এৱ চতুৰাশ্চন্দ্ৰিকাপানকৰ্ম্মণি।
ৱিনাৱন্তীৰ্ননিপুণাঃ সুদৃশো ৰতনৰ্ম্মণি ॥

( চন্দ্ৰৰ জ্যোৎস্নাপানত চকোৰীহে চতুৰ; অবন্তীদেশীয় ৰমণীৰ বাহিৰে অন্য ৰমণী ৰতিক্ৰীড়াত নিপুণা নহয়। )

[ 'চতুৰতা' আৰু 'নিপুণতা' একে ধৰ্ম্ম, তাকে অৱন্তীদেশীয় ৰমণীৰ বাহিৰে অন্য ৰমণীৰ বিষয়ত বৈধৰ্ম্ম্যৰে প্ৰতিপাদন কৰা হৈছে। চকোৰী নিপুণ, অৱন্তী-দেশীয় ৰমণীৰ বাহিৰে অন্য ৰমণী নিপুণা নহয়—এয়ে বৈধৰ্ম্ম্য ]

**দৃষ্টান্ত ঃ**

য'ত সমান ধৰ্ম্ম-সম্পন্ন উপমান উপমেয়ৰূপ বাক্যাৰ্থৰ
( নাইবা প্ৰকৃত-অপকৃত বস্তু দ্বয়ৰ ) বিম্ব-প্ৰতিবিম্ব-
ভাৱ দেখা যায়, সেয়ে দৃষ্টান্ত অলঙ্কাৰ। ৬৯

সমান ধৰ্ম্মসম্পন্ন বিশেষণৰদ্বাৰা প্ৰতিবস্তূপমাতকৈ যে এই অলঙ্কাৰ বেলেগ, তাকে প্ৰতিপাদন কৰা হৈছে।

দৃষ্টান্ত অলঙ্কাৰো সাধৰ্ম্ম্য আৰু বৈধৰ্ম্ম্য অনুসাৰে দুই প্ৰকাৰে বিভক্ত। ক্ৰমে উদাহৰণ; যেনে—

অৱিদিতগুণাপি সৎকৱিভণিতিঃ কৰ্ণেষু ৱমতি মধুধাৰাম্।
অনধিগতপৰিমলাপি হৰতি দৃশং মালতীমালা ॥

( ৰচনাৰ ) গুণৰ বিষয়ে নাজানিলেও শুনামাত্ৰকে সৎ কবিৰ উক্তিয়ে কাণত অমৃত বৰষে। গোন্ধ নোপাওঁতেই মালতী মালাই দৃষ্টি আকৰ্ষণ কৰে। )

ত্বয়ি দৃষ্টে কুৰঙ্গাক্ষ্যাঃ স্ৰংসতে মদনৱ্যথা।
দৃষ্টানুদয়ভাজীন্দৌ গ্লানিঃ কুমুদসংহতেঃ॥

( তোমাৰ দৰ্শনত সেই সুন্দৰীৰ কাম পীড়া দূৰ হয়; চন্দ্ৰৰ উদয় নেদেখিলে ভেটফুলৰ গ্লানি হয়, [ প্ৰফুল্লতা নজন্মে ] )

ৱসন্তলেখৈকনিবদ্ধভাৱং পৰাসু কান্তাসু মনঃ কুতো নঃ।
প্ৰফুল্লমল্লী-মধুলম্পটঃ কিং মধুব্ৰতঃ কাংক্ষতি ৱল্লিমন্যাম্॥

( বসন্ত লেখাৰ প্ৰতি একান্ত আসক্ত মোৰ মন অন্য ৰমণীৰ ফালে কেনেকৈ ঢাল খাব? বিকসিত মল্লিকাৰ মধু ৰসত লম্পট ভোমোৰাই অন্য লতালৈ জানো মন মেলে? )

এই পদ্যফাকি মোৰ ৰচনাৰপৰা দিয়া হৈছে।

ইয়াত 'মোৰ মন অন্য ৰমণীৰ ফালে কেনেকৈ ঢাল খাব' ( মনঃ কুতো নঃ ) আৰু 'অন্য লতালৈ জানো মন মেলে' ( কাঙ্ক্ষতি ৱল্লিমন্যাম্ ) এই দুইফাকি কথাৰ তাৎপৰ্য্য একেই, সেইবাবে এই পদ্যত প্ৰতিবস্তূপমা অলঙ্কাৰ হে হৈছে।

"অৱিদিতগুণা আপ……" উদাহৰণত 'কাণত অমৃত বৰষা' আৰু 'দৃষ্টি আকৰ্ষণ কৰা' কাৰ্য্যৰ মাজত সাম্য আছে; কিন্তু দুয়োটা একে নহয়।

[ "অবিদিত গুণা…" পদ্যফাকিত দৃষ্টান্ত, কিন্তু "ৱসন্তলেখৈক…" পদ্যফাকিত প্ৰতিবস্তূপামা অলঙ্কাৰ। ইয়াৰ কাৰণ এয়ে যে, প্ৰথম উদাহৰণত উপমান-উপমেয়-স্বৰূপ বাক্যাৰ্থৰ মাজত সাম্য আছে আৰু সেই সাম্য বিম্ব-প্ৰতিবিম্বৰূপে প্ৰতিফলিত হৈছে। কিন্তু দ্বিতীয় উদাহৰণত দুয়োটাৰ মাজত তেনে সাম্য-বিৱক্ষা নাই, প্ৰকৃততে দুয়োটা কাৰ্য্য শেষত একে বুলিয়েই প্ৰতিপন্ন হয়; সেই বাবে তাত প্ৰতিবস্তূপমা অলঙ্কাৰ প্ৰকাশ হৈছে। প্ৰতিবস্তূপমাত বস্তু একেটা, সাম্য উপলব্ধিৰ বিষয়; দৃষ্টান্তত বস্তু দুটা; কিন্তু দুয়ো সমধৰ্মী। ]

প্ৰতিবস্তূপমা আৰু দৃষ্টান্ত অলঙ্কাৰ অৰ্থান্তৰন্যাস অলঙ্কাৰৰ সৈতে একে নহয়, স্বকীয়া। অৰ্থান্তৰন্যাসত সমৰ্থ্য ( যাক সমৰ্থন কৰা হয় ) আৰু সমৰ্থক ( যি সমৰ্থন কৰে ) বাক্যাৰ্থৰ মাজত সামান্য-বিশেষ সম্বন্ধ থাকে ( এনে বাক্যাৰ্থৰ এটা সাধাৰণ উক্তি আৰু ইটো বিশেষ উক্তি ), কিন্তু প্ৰতিবস্তূপমা আৰু দৃষ্টান্তত এনে সামান্য-বিশেষ সম্বন্ধ নাথাকে।

**নিদৰ্শনা :**

> য'ত পদাৰ্থৰ অন্বয় সম্বন্ধ কোনো ঠাইত উপপন্ন আৰু কোনো ঠাইত অনুপপন্ন হয় ; কিন্তু ( উপমান-উপমেয় স্বৰূপ ) অৰ্থৰ বিম্ব-প্ৰতিবিম্বভাৱ ( সাদৃশ্য ) দেখা যায়, সেয়ে নিদৰ্শনা। ৭০

এই দুয়োবিধৰ ভিতৰত বস্তুৰ সম্বন্ধ পৰস্পৰ উপপন্ন হোৱা নিদৰ্শনাৰ উদাহৰণ ; যেনে—

> কোঽত্র ভূমিৱলয়ে জনান্ মুধা তাপয়ন্ সুচিৰমেতি সম্পদম্।
> ৱেদয়ন্নিতি দিনেন ভানুমান্ আসসাদ চৰমাচলং ততঃ ॥

( "এই পৃথিৱীত জনতাক মিছাতে কষ্ট দি কোনে চিৰকাল সুখ-সম্পদ ভোগ কৰি থাকিব পাৰে" ইয়াকে নিবেদন কৰিয়েই যেন সূৰ্য্যই দিনৰ শেষত অস্তাচলত আশ্ৰয় লৈছে। )

এই কবিতাফাকিৰ এনে আবেদনৰ বক্তা ৰূপে সূৰ্য্যৰ সৈতে আবেদন ক্ৰিয়াৰ অন্বয় সম্ভৱপৰ হোৱা দেখা যায়। যিহেতুকে সূৰ্য্যৰ অস্তাচল গমনৰদ্বাৰা এনে অৰ্থজ্ঞাপনৰ সামৰ্থ্য জন্মিছে। সিয়েই সূৰ্য্যৰ অস্তাচল-গমন আৰু পৰপীড়কৰ বিপত্তি—এই দুটাৰ ভিতৰত বিম্ব-প্ৰতিবিম্ব ভাৱৰ প্ৰতীতি জন্মাইছে।

অসম্ভৱদ্‌বস্তু-সম্বন্ধ নিদৰ্শনা একেটা বাক্যতো থাকে, বহুত বাক্যতো থাকে ; গতিকে এনেকুৱা নিদৰ্শনা আকৌ দুবিধ।

একেটা বাক্যতে থকা নিদৰ্শনা ; যেনে—

কলয়তি কুৱলয়মালাললিতং কুটিলঃ কটাক্ষৱিক্ষেপঃ।
অধৰঃ কিসলয়লীলামাননমস্যাঃ কলানিধেৰ্ৱিলাসম্ ॥

(এই সুন্দৰীৰ কুটিল কটাক্ষ নীলোৎপলৰ মালাৰ বিলাস, অধৰে নতুন কুঁহিপাতৰ সৌন্দৰ্য্য প্ৰকাশ কৰে, মুখ কলানিধি চন্দ্ৰৰ বিলাস।)

এই কবিতাফাঁকিত বস্তু সম্বন্ধৰ অনুপপত্তি সুস্পষ্ট। অন্য বস্তুৰ ধৰ্ম্ম অন্যই কেনেকৈ বহন কৰিব পাৰে ? এটা বস্তুৰ ধৰ্ম্ম অন্য বস্তুত থকা সম্ভৱ নহয় বাবে কটাক্ষবিপেক্ষ আদিৰ সৈতে নীলোৎপলৰ মালাৰ লালিত্যৰ সম্বন্ধও অসম্ভৱ ; সেই কাৰণে ‘নীলোৎপলৰ মালাৰ লালিত্যৰ নিচিনা কটাক্ষৰ লালিত্য’ শেষত এনে বোধ জন্মে। সেই বোধৰপৰা কটাক্ষ বিক্ষেপ আদিৰ সৈতে নীলোৎপলৰ মালাৰ বিম্ব-প্ৰতিবিম্বভাৱৰ ধাৰণা জন্মে।

অন্য এটা উদাহৰণ—

প্ৰয়াণে তৱ ৰাজেন্দ্ৰ মুক্তা বৈৰিমৃগীদৃশাম্।
ৰাজহংসগতিঃ পদ্ভ্যামাননেন শশিদ্যুতিঃ ॥

(মহাৰাজ ! আপোনাৰ যুদ্ধযাত্ৰা-কালত শত্ৰুপক্ষীয় সুন্দৰীসকলৰ চৰণে মৰাল গমন আৰু বয়নে চন্দ্ৰৰ কান্তি পৰিত্যাগ কৰিলে।)

এই কবিতাফাঁকিত সুন্দৰীৰ চৰণে মৰালগমন ত্যাগ কৰিলে বুলি কোৱা হৈছে। কিন্তু প্ৰকৃততে সুন্দৰীৰ চৰণৰ সৈতে ৰাজহংসৰ গমনৰ একো সম্বন্ধই নাই, এনে স্থলত চৰণে ৰাজহংসৰ গমন পৰিত্যাগ কৰিলে বুলি কোৱা কথাষাৰ অনুপপন্ন হৈ পৰে। সেই অনুপপত্তি দূৰ কৰিবলৈ সুন্দৰীৰ চৰণৰ সৈতে মৰাল গমনৰ এটা সম্বন্ধ কল্পনা কৰিব লগীয়া হয়, পিছে সেই সম্বন্ধ প্ৰকৃততে অসম্ভৱ বাবে ‘সুন্দৰীসকলৰ গমন ৰাজহংসৰ গমনৰ দৰে’ এই তাৎপৰ্য্যবোধক বাক্যাৰ্থৰ বিৰাম হয়।

কেবাটাও বাক্যত থকা নিদৰ্শনাৰ উদাহৰণ ;  যেনে—

ইদং কিলাৰ্য্যাজ মনোহৰং ৱপুস্তপঃক্ৰমং সাধয়িতুং য ইচ্ছতি।
ধ্ৰুৱং স নীলোৎপলপত্ৰধাৰয়া শমীলতাং ছেত্তুমৃষিৰ্ব্যৱস্যতি ॥

( কোনো কৃত্ৰিমতা নোহোৱাকৈয়ে মনোহৰ হৈ পৰা এই শৰীৰৰদ্বাৰা যি ঋষিয়ে তপস্যাৰ কষ্ট সাধন কৰাব খুজিছে, তেওঁ নিশ্চয় নীলোৎপলৰ পাহিৰ ধাৰেৰে সমিধ গছ কাটিব খুজিছে। )

এই কবিতাফাঁকিত যি 'ঋষি', 'তেওঁ' এই দুটা পদ পৰস্পৰ সম্বন্ধ-ৰূপে বৰ্ণিত হৈছে আৰু সেই বাবেই যৎ শব্দ-নিৰ্দ্দিষ্ট ( 'যি' শব্দৰ সৈতে যুক্ত ) বাক্যাৰ্থৰ সৈতে তৎশব্দ-নিৰ্দ্দিষ্ট ( 'তেওঁ' শব্দৰ সৈতে যুক্ত ) বাক্যাৰ্থৰ অভেদৰূপে অন্বয় হ'ব লাগে ; কিন্তু তেনেকুৱা অন্বয়ৰ উপপত্তি হোৱা নাই। গতিকে শেষত 'এনেকুৱা শৰীৰেৰে তপস্যাৰ কষ্ট সাধন কৰোৱাৰ ইচ্ছা, নীলোৎপলৰ পাহিৰ ধাৰেৰে সমীবৃক্ষ ছেদনৰ ইচ্ছাৰ নিচিনা'—এই তাৎপৰ্য্যাৰ্থৰ প্ৰতীতি জন্মে গৈ। [ সেই কাৰণে ইয়াত অনেক বাক্যগত নিদৰ্শনী হৈছে। ]

অন্য উদাহৰণ ;  যেনে—

জন্মেদং বন্ধ্যতাং নীতং ভৱভোগোপলিপ্সয়া
কাচমূল্যেন ৱিক্ৰীতো হন্ত চিন্তামণিৰ্ময়া ॥

( সংসাৰৰ ভোগবাসনাত লিপ্ত হৈ এই জন্মটো বিফল কৰিলোঁ ; হায়! মই কাচৰ মূল্যত অমূল্য চিন্তামণি বিক্ৰী কৰিলোঁ। )

এই কবিতাফাঁকিৰ 'সংসাৰৰ সুখ ভোগৰ বাসনাতে জীৱন বিফল কৰাটো, কাচৰ মূল্যত চিন্তামণি বিক্ৰয়ৰ নিচিনা' শেষত বিম্ব-প্ৰতিবিম্ব ভাৱৰ দ্বাৰা উক্ত তাৎপৰ্য্যাৰ্থৰ বোধ হয় গৈ।

সেইদৰেই—

ক্ব সূৰ্য্য প্ৰভৱো ৱংশঃ ক্ব চাল্পবিষয়া মতিঃ।
তিতীৰ্ষুৰ্দুস্তৰং মোহাদুড়ুপেনাস্মি সাগৰম্ ॥

( সূর্য্যৰপৰা উদ্ভৱ হোৱা বংশ ক'ত আৰু ক'ত মোৰ ক্ষুদ্ৰ বুদ্ধি ; মূঢ়তাৰ বাবে মই ভুৰেৰে সাগৰ পাৰ হ'ব খুজিছোঁ। )

ইয়াত "মোৰ বুদ্ধিৰে সূৰ্য্যবংশৰ বৰ্ণনা কৰাটো, ভুৰেৰে সাগৰ পাৰ হোৱাৰ নিচিনা"—শেষত এই তাৎপৰ্য্যাৰ্থৰ বোধ হয়।

কেতিয়াবা উপমেয়গত ধৰ্ম্মৰ উপমানত স্থিতি অসম্ভৱ হ'লেও নিদৰ্শনা অলঙ্কাৰ হয়। যেনে—

যোঽনুভূতঃ কুৰঙ্গাক্ষ্যাস্তস্যা মধুৰিমাধৰে।
সমাস্বাদি স মৃদ্বীকাৰসে ৰসৱিশাৰদৈঃ ॥

( সেই কুৰঙ্গাক্ষীৰ অধৰত মই যি মধু আস্বাদ কৰিছোঁ, ৰসজ্ঞ জনে সেই আস্বাদ আঙুৰৰ ৰসত পায়। )

এই উদাহৰণত এইটো সুস্পষ্ট যে বৰ্ণনা কৰা নায়িকাৰ অধৰৰ মধুৰিমা অঙ্গুৰৰ ৰসত থকা অসম্ভৱ ; গতিকে পূৰ্ব্বৰ উদাহৰণৰ দৰেই "সুন্দৰীৰ অধৰৰ আস্বাদ, দ্ৰাক্ষাৰসৰ আস্বাদৰ নিচিনা" এনে অৰ্থত সমগ্ৰ বাক্যাৰ্থ পৰ্য্যবসিত হয়।

মালাৰূপে থকা নিদৰ্শনাৰ উদাহৰণ মোৰ ৰচনাৰপৰা—

ক্ষিপসি শুকং বৃষদংশকৱদনে
মৃগমৰ্পয়সি মৃগাদনৱদনে।
ৱিতৰসি তুৰগং মহিষৱিষাণে
নিদধচ্চেতো ভোগৱিতানে ॥

( ভোগ বিলাসত মন মেলি দি তুমি ভাটৌক মেকুৰীৰ মুখলৈ ঠেলি দিছা, পহুক বাঘৰ মুখলৈ পঠিয়াইছা আৰু ঘোঁৰাক ম'হৰ শিঙত তুলি দিছা। )

এইটো স্পষ্ট যে, এই কবিতাফাঁকিৰ 'ভোগ বিলাসত মন মেলি দিয়া'ৰ সৈতে 'ভাটৌক মেকুৰীৰ মুখলৈ ঠেলি দিয়া' আদি বৰ্ণনাৰ বিম্ব-প্ৰতিবিম্ব ভাৱ আক্ষিপ্ত নহলে বাক্যাৰ্থৰ বিশ্ৰাম নহয়।

নিদৰ্শনাৰ দৃষ্টান্তৰ সৈতে পাৰ্থক্য এইখিনিতে যে দৃষ্টান্তত বাক্যাৰ্থৰ দ্বাৰা বিম্ব-প্ৰতিবিম্ব ভাৱৰ আক্ষেপ বা প্ৰত্যায়ন হয়।

[ নিদৰ্শনা আৰু দৃষ্টান্তৰ মাজত পাৰ্থক্য এনে : বিম্ব-প্ৰতিবিম্ব ভাৱ আক্ষিপ্ত নোহোৱাকৈ নিদৰ্শনাত বাক্যাৰ্থৰ বিশ্ৰাম নহয়; কিন্তু দৃষ্টান্তত বাক্যাৰ্থৰ অৱবোধৰ পিছতহে বিম্ব-প্ৰতিবিম্বভাৱ আক্ষিপ্ত হয়। নিদৰ্শনাত বিম্ব-প্ৰতিবিম্বভাৱ অৰ্থবোধৰ বাবেই অপৰিহাৰ্য্য, দৃষ্টান্তত অৰ্থবোধৰ বাবে সেই ভাৱ অপৰিহাৰ্য্য নহয়, তাৎপৰ্য্যৰ উপলব্ধিৰ বাবেহে আৱশ্যক। ]

নিদৰ্শনা অৰ্থাপত্তিও নহয়. দুয়ো বিধ অলঙ্কাৰৰ মাজত প্ৰভেদ সুস্পষ্ট। নিদৰ্শনাৰ ক্ষেত্ৰত উপমান-উপমেয় স্বৰূপ বাক্যাৰ্থৰ বিম্ব-প্ৰতিবিম্বভাৱ অনিবাৰ্য্য আৰু সেই ভাৱ আক্ষিপ্ত হোৱাৰ পিছতহে অৰ্থৰ বিশ্ৰান্তি হয়, কিন্তু অৰ্থাপত্তিৰ ক্ষেত্ৰত অৰ্থবোধৰ বাবে বিম্ব-প্ৰতিবিম্ব ভাৱ বা সাদৃশ্যবোধ অপৰিহাৰ্য্য নহয়। যেনে— "হাৰোঽয়ং হৰিণাক্ষীণাম্……" অৰ্থাপত্তি অলঙ্কাৰৰ এই উদাহৰণত অৰ্থৰ বিশ্ৰান্তিৰ বাবে বিম্ব-প্ৰতিবিম্ব ভাৱৰ প্ৰয়োজন হোৱা নাই।

**ব্যতিৰেক ঃ**

উপমানতকৈ উপমেয়ৰ আধিক্য বা ন্যূনতা বৰ্ণনত ব্যতিৰেক অলঙ্কাৰ হয়।
উপমানতকৈ উপমেয়ৰ আধিক্য প্ৰতিপাদক হেতুৰ উক্তিত এক প্ৰকাৰ আৰু হেতুৰ অনুক্তিত তিনি প্ৰকাৰ ; প্ৰথমে ব্যতিৰেক এই চাৰি প্ৰকাৰ।
এই চাৰি প্ৰকাৰ ব্যতিৰেকেই আকৌ উপমান-উপমেয়গত সাম্যৰ শব্দেৰে বৰ্ণন, অৰ্থেৰে অৱবোধন আৰু আক্ষিপ্ত হৈ প্ৰত্যায়ন এই তিনি প্ৰকাৰে বিভক্ত হৈ বাৰ প্ৰকাৰ হয়। এই বাৰ প্ৰকাৰ ব্যতিৰেক আকৌ 'শ্লেষপূৰ্ণ' আৰু 'শ্লেষহীন' বৰ্ণনা

দুয়ো ঠাইতে হয় বাবে ব্যতিৰেক চব্বিশ প্ৰকাৰ
হয় গৈ। ঠিক সেইদৰেই উপমানতকৈ উপমেয়ৰ
ন্যূনতা বৰ্ণনতো ব্যতিৰেক আৰু চব্বিশ প্ৰকাৰ হয়।
গতিকে মুঠতে ব্যতিৰেক আঠচল্লিশ প্ৰকাৰ। ৭১

উপমেয়ৰ উপমানতকৈ আধিক্যৰ হেতুৰেই উপমেয়ৰ উৎকৰ্ষৰ কাৰণ, আৰু উপমানগত নিকৃষ্টতাৰো কাৰণ। এই দুয়োটা কাৰণ উক্ত হ'লে একপ্ৰকাৰ ব্যতিৰেক হয়, এই দুয়োটা কাৰণৰ যি কোনো এটাৰ অনুক্তিত আৰু দুয়োটাৰে অনুক্তিত ব্যতিৰেক তিনি প্ৰকাৰ; আগৰ বিধৰ সৈতে এই তিনি বিধৰ যোগত ব্যতিৰেক চাৰি বিধ হয়। ব্যতিৰেকত উপমান-উপমেয় ভাৱ শব্দৰদ্বাৰা নাইবা অৰ্থৰদ্বাৰা প্ৰকাশ হয়, কেতিয়াবা আকৌ সেই ভাৱ বৰ্ণনাৰদ্বাৰা আক্ষিপ্ত হয়; এইদৰে ব্যতিৰেক বাৰ বিধ হয়। সেই বাৰ প্ৰকাৰ ব্যতিৰেকেই শ্লেষযুক্ত বৰ্ণনা আৰু শ্লেষহীন বৰ্ণনা দুয়ো প্ৰকাৰে হয় বাবে ব্যতিৰেকৰ সংখ্যা হয় চব্বিশ। উপমেয়ৰ ন্যূনতাত হোৱা চব্বিশ বিধৰ সৈতে লগ লাগি মুঠতে ব্যতিৰেক আঠচল্লিশ বিধ হয়।

উদাহৰণ ; যেনে—

"অকলঙ্কং মুখং তস্যা ন কলঙ্কী বিধুৰ্যথা।"

( সেই সুন্দৰীৰ নিষ্কলঙ্ক বয়ন কলঙ্কী চন্দ্ৰৰ নিচিনা নহয়। )

এই বৰ্ণনাত উপমেয়ৰ আধিক্যৰ কাৰণ উপমেয় মুখৰ নিষ্কলঙ্কত্ব আৰু উপমানৰ নিকৃষ্টতাৰ কাৰণ উপমান চন্দ্ৰৰ কলঙ্কিত্ব—এই দুটা উক্ত হৈছে। 'যথা' ( নিচিনা ) শব্দেৰে উপমান-উপমেয় ভাৱ প্ৰতিপাদন কৰা বাবে ইয়াত শব্দোপমা বা উপমা শব্দ-বোধ্য।

এই কবিতাংশৰে পাঠান্তৰ কৰি, "অকলঙ্কং মুখং তস্যা ন কলঙ্কী বিধুপমম্।" এইদৰে পাঠ কৰিলে অৰ্থোপমা হ'ব বা উপমা অৰ্থগম্য হ'ব। "অকলঙ্কং মুখং তস্যা জয়তীন্দুং কলঙ্কিন" এনেকৈ পাঠ কৰিলেম্

উপমান-উপমেয়ৰ সাধৰ্ম্যবাচক ইব, ৱৎ, তুল্য আদি তুলনাবাচক একো নোহোৱা বাবে উপমা আক্ষিপ্ত হ'ব অৰ্থাৎ সাধৰ্ম্যবোধক বাক্যৰ সামৰ্থ্যৰদ্বাৰাহে প্ৰত্যায়ন হ'ব।

এই উদাহৰণৰে 'নিষ্কলঙ্ক' বিশেষণ বাদ দিলে ("সেই সুন্দৰীৰ মুখ কলঙ্কী চন্দ্ৰৰ দৰে নহয়") উপমেয়গত উৎকৰ্ষৰ কাৰণৰ অনুক্তি হ'ব, অৰ্থাৎ উপমেয় মুখক উপমান চন্দ্ৰতকৈ শ্ৰেষ্ঠ বোলাৰ উপমেয়নিষ্ঠ কোনো হেতুৰ উল্লেখ নাথাকিব।

'কলঙ্কী' পদ পৰিত্যাগ কৰিলে ("সেই সুন্দৰীৰ নিষ্কলঙ্ক মুখ চন্দ্ৰৰ নিচিনা নহয়।") উপমানগত নিকৃষ্টতাৰ কাৰণৰ অনুক্তি হ'ব, অৰ্থাৎ উপমান চন্দ্ৰ যে উপমেয় মুখতকৈ নিকৃষ্ট তাৰ কোনো হেতুৰ উল্লেখ নহব। নিষ্কলঙ্ক' আৰু 'কলঙ্কী' এই দুয়োটা বিশেষণ পৰিত্যাগ কৰিলে উপমেয়গত উৎকৰ্ষৰ কাৰণ আৰু উপমানগত নিকৃষ্টতাৰ কাৰণ—এই দুয়োটাৰে অনুক্তি হ'ব, অৰ্থাৎ এটা কাৰণৰো উল্লেখ নাথাকিব।

শ্লেষাত্মক বৰ্ণনাত ব্যতিৰেকৰ উদাহৰণ ; যেনে—

"অতিগাঢ়গুণায়াশ্চ নাব্জৱদ্‌ভঙ্গুৰা গুণাঃ।"

( অতি স্থায়ী গুণসম্পন্ন নায়িকাৰ গুণ ( সৌন্দৰ্য্য আদি ) পদুমৰ দৰে খন্তেকতে মোলান পৰা নহয়।

দ্বিতীয় অৰ্থ :—অতিস্থায়ী গুণ থকা মালাৰ গুণ ( সূতা ) পদুমৰ আঁহৰ দৰে মিহিকা নহয়। )

এই উদাহৰণত 'নাব্জৱৎ' ( পদুমৰ দৰে নহয় ) এই কথাষাৰত 'ইব' ( নিচিনা ) শব্দৰ অৰ্থ বুজাবলৈ 'ৱৎ' প্ৰত্যয়ৰ ব্যৱহাৰ হৈছে ; গতিকে ইয়াত শাব্দোপম্য বা উপমা শব্দবোধ্য। উৎকৰ্ষ আৰু নিকৃষ্টতা দুয়োটাৰে কাৰণ কোৱা হৈছে। গুণ শব্দ শ্লিষ্ট অৰ্থাৎ দ্ব্যৰ্থবাচক হৈছে [ নায়িকাৰ পক্ষে গুণ শব্দৰ অৰ্থ সৌন্দৰ্য্য আদি আৰু মালাৰ পক্ষে

সূতা ] ব্যতিৰেকৰ অন্যান্য প্ৰকাৰৰ উদাহৰণ আগৰ উদাহৰণৰ দৰে উহ্য।

এই সকলোবোৰেই উপমানতকৈ উপমেয়ৰ আধিক্যৰ উদাহৰণ। উপমানতকৈ উপমেয়ৰ ন্যূনত্বৰ উদাহৰণ, দিগ্ দৰ্শনৰূপে দাঙি ধৰা হৈছে—

ক্ষীণঃ ক্ষীণোঽপি শশী ভূয়ো ভূয়োঽভিৱৰ্দ্ধতে নিত্যম্।
ৱিৰম প্ৰসীদ সুন্দৰি যৌৱনমনিৱৰ্ত্তি যাতন্তু॥

( সুন্দৰী, চন্দ্ৰ বাৰে ক্ষীণ হৈয়ো বাৰে বাৰে আকৌ বাঢ়ি যায়; কিন্তু এবাৰ যোৱা যৌৱন আৰু ঘূৰি নাহে। প্ৰণয় কোপ এৰা, প্ৰসন্ন হোৱা। )

[ এই কবিতাফাঁকিত উপমানভূত চন্দ্ৰতকৈ উপমেয় স্বৰূপ যৌৱনৰ নিকৃষ্টতা প্ৰতিপাদন সুস্পষ্ট; ক্ষীণ হৈয়ো আকৌ বাঢ়ি যোৱাটো চন্দ্ৰৰ বৈশিষ্ট্য, সেই বৈশিষ্ট্য যৌৱনৰ নাই। যৌৱন এবাৰ গ'লে দুনাই ঘূৰি নাহে। ]

অলঙ্কাৰ-সৰ্ব্বস্বকাৰৰ মতে "উপমানতকৈ উপমেয়ৰ আধিক্য নাইবা তাৰ বিপৰ্য্যয়ত ( ন্যূনতাত ) ব্যতিৰেক অলঙ্কাৰ হয়।"—এয়ে ব্যতিৰেকৰ লক্ষণ। উক্ত লক্ষণত অলঙ্কাৰ-কৌস্তুভকাৰ আদিয়ে দোষাৰোপ কৰি কয় যে উক্ত লক্ষণত থকা "নাইবা তাৰ বিপৰ্য্যয়ত" কথাষাৰ নিৰৰ্থক। কিয়নো "ক্ষীণঃ ক্ষীণোঽপি......" এই উদাহৰণতো উপমানতকৈ উপমেয় ৰূপ যৌৱনৰ অস্থিৰতা অধিক গুণৰূপে প্ৰকাশ পাইছে। [ অৰ্থাৎ এওঁলোকৰ মতে উপমানতকৈ উপমেয়ৰ আধিক্যতহে সদায় ব্যতিৰেক হয়, উপমানৰ আধিক্যত ব্যতিৰেক নহয়; গতিকে 'নাইবা তাৰ বিপৰ্যয়ত' কথাষাৰ ব্যতিৰেকৰ লক্ষণত যোগ দিয়াৰ একো অৰ্থ নাই। ]

উক্ত মত ( 'নাইবা তাৰ বিপৰ্য্যয়ত' এই কথাষাৰ ব্যতিৰেক অলঙ্কাৰৰ লক্ষণত নিৰৰ্থক বোলা মত ) যুক্তিযুক্ত নহয়। যিহেতুকে ব্যতিৰেক অলঙ্কাৰৰ প্ৰসঙ্গত কোৱা 'আধিক্য আৰু ন্যূনত্ব'ৰ অৰ্থ আপেক্ষিক উৎকৰ্ষ আৰু অপকৰ্ষ বুলিহে ধৰিব লাগিব। "ক্ষীণঃ ক্ষীণঃ......" এই উদাহৰণত উপমান চন্দ্ৰতকৈ উপমেয় যৌৱনৰ অপকৰ্ষ বৰ্ণন

অতিশয় স্পষ্ট। গতিকে উপমানতকৈ উপমেয়ৰ ন্যূনত্বত ইয়াত ব্যতিৰেক অলঙ্কাৰ হৈছে।

[ ব্যতিৰেক অলঙ্কাৰৰ প্ৰসঙ্গত যি আধিক্য আৰু ন্যূনত্বৰ কথা কোৱা হৈছে তাৰ অৰ্থ উপমানতকৈ উপমেয়ৰ উৎকৰ্ষ বা অপকৰ্ষহে, উপমানতকৈ উপমেয়ত কোনো বিষয় বেছিকৈ বা কমকৈ থকাটো নহয়। সেই কাৰণে উক্ত উদাহৰণত যৌবনৰ 'অস্থৈৰ্য্য' প্ৰকৃততে উপমেয়ৰ আধিক্য নহয়, ন্যূনতাহে। গতিকে পূৰ্ব্বোক্ত লক্ষণত একো দোষ নাই। ]

বাৰু, এই উদাহৰণত কোনো প্ৰকাৰে সঙ্গতি হয় যদিও হওক। কিন্তু—

"হনুমদাদ্যৈৰ্যশসা ময়া পুন
দ্বিষাং হসৈৰ্দূত পথঃ সিতীকৃতঃ ॥"

( হনুমান আদিয়ে যশস্যাৰে দূতৰ পথ শুভ্ৰ কৰি থৈ গৈছে, মই কিন্তু শত্ৰুৰ হাঁহিৰেহে সেই পথ শুভ্ৰ কৰিছোঁ। )

ইয়াত কি গতি হ'ব ?

[ এই উদাহৰণত উপমান হনুমানতকৈ উপমেয় নলৰ দৌত্য-কৰ্ম্ম নিকৃষ্ট হোৱাকে বৰ্ণনা কৰা হৈছে। উপমেয়ৰ ন্যূনত্ব স্বীকাৰ নকৰিলে ইয়াত ব্যতিৰেক অলঙ্কাৰ হব নোৱাৰে। ]

গতিকে "উপমানতকৈ উপমেয়ৰ আধিক্য বা ন্যূনতা" বুলি কোৱা যুক্তিসঙ্গত হৈছে।

---

ব্যতিৰেকৰ সংকলন :

| উপমানতকৈ উপমেয়ৰ আধিক্যত | | | | উপমানতকৈ উপমেয়ৰ ন্যূনত্বত | | |
|---|---|---|---|---|---|---|
| শ্লেষ | | শ্লেষহীন | | শ্লেষ | | শ্লেষহীন |
| ৪ — | শব্দৌপম্য | —৪ | ... | ৪ | ... | ৪ |
| ৪ — | অৰ্থৌপম্য | —৪ | ... | ৪ | ... | ৪ |
| ৪ — | আক্ষিপ্তৌপম্য | —৪ | ... | ৪ | ... | ৪ |
| ১২ | + | ১২ | + | ১২ | + | ১২ = ৪৮ |

**সহোক্তি ঃ**

সহ শব্দৰ অৰ্থৰ সামৰ্থ্যৰপৰা যদি একেটা শব্দই দুটা অৰ্থৰ বাচক হয় আৰু তাৰ মূলতে যদি অতিশয়োক্তি থাকে, তেনেহলে তাত সহোক্তি অলঙ্কাৰ হয়। ৭২

বৰ্ণনীয় দুটা বিষয়ৰ অভেদ আৰোপৰপৰা নাইবা সিহঁতৰ কাৰ্য্য কাৰণৰ পৌৰ্ব্বা-পৰ্য্যৰ বিপৰ্য্যয়ৰপৰা হোৱা অতিশয়োক্তি সহোক্তিৰ মূলত থাকিব লাগিব। য'ত আকৌ অভেদাৰোপণ হয়, তাত সেই অভেদাৰোপণ কেতিয়াবা শ্লেষেৰে আৰু কেতিয়াবা শ্লেষ নোহোৱা-কৈয়ো হয়।

ক্ৰমে উদাহৰণ ; যেনে—

সহাধৰদলেনাস্য যৌৱনে ৰাগভাক্ প্ৰিয়ঃ ॥

( যৌৱনৰ আগমনত এই সুন্দৰীৰ ওঁঠৰ সৈতে এওঁৰ প্ৰিয়তমো ৰাগ যুক্ত হৈছে ; ৰাগযুক্ত—ওঁঠ ৰঙা হৈছে, প্ৰিয়তম অনুৰক্ত হৈছে। )

এই কবিতাফাঁকিত থকা 'ৰাগ' পদ শ্লিষ্ট অৰ্থাৎ শব্দটোৱে সমানে দুটা অৰ্থ বুজাইছে। [ শ্লিষ্টৰ অৰ্থ হৈছে দুখন কাগজ এঠা লগাই একে কৰি থোৱাৰ দৰে এটা শব্দই দুটা অৰ্থ লগলগাই থয়। গতিকে দেখাত শব্দ এটা কিন্তু অৰ্থ গ্ৰহণৰ বিষয়ত শব্দ দুটা বুলি ধৰিব লগা হয়। ]

মোৰ ৰচনাৰপৰা অন্য এটা উদাহৰণ,

সহকুমুদকদম্বৈঃ কামমুল্লাসয়ন্তঃ
সহঘনতিমিৰৌঘৈৰ্ধৈৰ্য্যমুৎসাৰয়ন্তঃ।
সহ সৰিজষণ্ডৈঃ স্বান্তমামীলয়ন্তঃ
প্ৰতিদিশমমৃতাংশোৰংশৰঃ সঞ্চৰন্তি ॥

( ভেঁটফুলবিলাকৰ সৈতে একেলগে কামনা উল্লাসিত কৰি, ঘনঘোৰ অন্ধকাৰৰ সৈতে ধৈৰ্য্য দূৰ কৰি, পদুম ফুলৰ সৈতে সমানে অন্তৰ সঙ্কুচিত কৰি চন্দ্ৰৰ অমৃত কিৰণ চাৰিওফালে বৰ্ষণ হৈছে। )

[ এই উদাহৰণত ভেঁট ফুল আৰু কামনাৰ উল্লাস একেলগে বৰ্ণনা কৰা হৈছে। ভেঁটফুলৰ উল্লাস বিকসিত হোৱা আৰু কামনাৰ উাল্লস উদ্দীপিত হোৱা। উল্লাস কাৰ্য্যৰ দুটা বিভিন্ন বস্তুৰ সৈতে সম্বন্ধ হৈছে। ]

সেই বাবে ইয়াত সম্বন্ধী ভেটফুল আদিৰ স্বৰূপগত প্ৰভেদ থকা বাবেই একে উল্লাস কাৰ্য্যকে স্বকীয়া বুলি ধৰা হৈছে আৰু তাৰে অভেদ আৰোপ কৰা হৈছে। আগৰ উদাহৰণৰ দৰে ইযাত শ্লেষৰ সহায়ত অভেদাৰোপ হোৱা নাই।

সমমেৱ নৰাধিপেন সা গুৰুসম্মোহৱিলুপ্তচেতনা।
অগমৎ সহ তৈলবিন্দুনা তনুদীপাৰ্চ্চিৰিৱ ক্ষিতেস্তলম্॥

( অতিশয় মোহগ্ৰস্ত হৈ চৈতন্য লোপ পোৱা ইন্দুমতী তেলৰ কণিকাৰ সৈতে সূক্ষ্ম দীপৰশ্মি মাটিত পৰাৰ দৰে, মহাৰাজ অজৰ সৈতে একেলগে মাটিত বাগৰি পৰিল। )

[ কাৰ্য্য-কাৰণৰ পৌৰ্ব্বাপৰ্য্যৰ বিপৰ্য্যয়ত হোৱা অতিশয়োক্তিমূলক সহোক্তিৰ উদাহৰণ এই কবিতাফাঁকিত দেখা যায়। ]

সহোক্তি অলঙ্কাৰৰ অৱস্থান মালাৰূপেও দেখা যায। যেনে—
"সহকুমুদকদম্বৈঃ···" ইত্যাদি।
"লক্ষ্মণেন সমং ৰামঃ কাননং গহনং যথৌ।"

এনেকুৱা বৰ্ণনাত অতিশযোক্তিমূলক বৈচিত্ৰ্য নাই বাবে সহোক্তি অলঙ্কাৰ নহয়।

**বিনোক্তি :**

য'ত বিনা ( বাহিৰে ) নাইবা বিনা শব্দৰ সমানাৰ্থক অন্য শব্দৰ অৰ্থৰ সামৰ্থ্যৰদ্বাৰা এটা বস্তুৰ অভাৱ বৰ্ণনাত অন্য এটা বস্তু অশোভন নহয়, নাইবা কেতিযাবা অশোভনৰূপে প্ৰকাশ হয়, তাতে বিনোক্তি অলঙ্কাৰ হয। ৭৩

এইদৰে যদিও 'আশোভন নহয়' বুলি কোৱা কথাষাৰৰ অৰ্থ শেষত 'শোভন' হয় গৈ, তথাপি অশোভন নহয় বুলি কৈ তাৰদ্বাৰা 'শোভন' অৰ্থ প্ৰকাশৰ অভিপ্ৰায় এয়ে যে, কোনো অন্য বিষয়ৰ সান্নিধ্যতহে বৰ্ণনীয় বিষয় একোটাৰ কেতিয়াবা অশোভনত্ব প্ৰকাশ হয়, প্ৰকৃততে বিষয়টো শোভনেই।

[ অন্য বিষয়ৰ সান্নিধ্যত শোভন অশোভন নোহোৱাটোৱেই তাৎপৰ্য্য ]

উদাহৰণ ; যেনে—

ৱিনা জলদকালেন চন্দ্ৰোনিস্তন্দ্ৰতাং গতঃ।
ৱিনা গ্ৰীষ্মোষ্মণা মঞ্জুৰ্নৱাজিৰজায়ত ॥

( বৰ্ষাকাল নোহোৱাকৈয়ে চন্দ্ৰ নিৰ্ম্মল হৈ পৰিছে আৰু গ্ৰীষ্ম কালৰ উত্তাপ নোহোৱাকৈয়ে বনবীথী ৰমণীয় হৈ পৰিছে। )

[ এই কবিতাফাঁকি অশোভনতাৰ অভাৱৰ উদাহৰণ : চন্দ্ৰ এনেয়ে শোভন ; কিন্তু হেমন্ত কালত কুঁৱলীয়ে ঢাকি থোৱাত অশোভন হয়। সেইদৰে বনবীথী এনেয়ে শোভন ; কিন্তু শীতকালত অশোভন হয়। ]

অশোভন হোৱাৰ উদাহৰণ ; যেনে—

অনুযান্ত্যা জনাতীতং কান্তং সাধু ত্বয়া কৃতম্।
কা দিনশ্ৰীৰ্বিনাৰ্কেণ কা নিশা শশিনা ৱিনা ॥

( জনকনন্দিনী, তুমি লোকোত্তৰ স্বামী ৰামচন্দ্ৰৰ অনুগমন কৰি উত্তম কাম কৰিলা। সূৰ্য্য নহলে দিনৰ কি শোভা থাকে আৰু চন্দ্ৰৰ অবিহনেনো ৰাতিৰ কি শ্ৰী প্ৰকাশ হয় ? )

নিৰৰ্থকং জন্মগতং নলিন্যা যয়া ন দৃষ্টং তুহিনাংশুবিম্বম্।
উৎপত্তিৰিন্দোৰপি নিস্ফলৈৱ দৃষ্টা ৱিনিদ্ৰা নলিনী ন যেন ॥

( যি নলিনীয়ে শীতল ৰশ্মি চন্দ্ৰৰ মুখ দেখা নাই, সেই নলিনীৰ জীৱন মিছা ; সেই চন্দ্ৰৰ উৎপত্তিও নিষ্ফল, যি বিনিদ্ৰ নলিনীক দেখা নাই। )

[ তাৎপৰ্য্যাৰ্থ : তোমাৰ প্ৰতি অনুৰাগী মোক নেদেখাৰ বাবে বিকসিত পদ্মৰ

তুল্য হলেও তোমাৰ জীৱন মিছা হৈছে। তোমাৰ প্ৰতীক্ষাত বিনিদ্ৰ ৰজনী-যাপন কৰা মোক নেদেখা বাবেও তোমাৰ জীৱন মিছাতে গৈছে। ]

এই উদাহৰণত [ কবি আৰু ৰাজকুমাৰী দুয়োৰে উক্তিত ] নলিনী আৰু চন্দ্ৰৰ জীৱনৰ ব্যৰ্থতা-বৰ্ণনত বিশেষ ভঙ্গীৰে বিনা শব্দৰ তাৎপৰ্য্য প্ৰকাশ হোৱাত বৰ্ণনীয় বিষয় অতি চমৎকাৰজনক হৈছে।

যদিও কবিতাফাঁকিত 'বিনা' শব্দৰ প্ৰয়োগ নাই; তথাপি 'বিনা' শব্দৰ অৰ্থ প্ৰকাশ হোৱাত ইয়াকে 'বিনোক্তি' বুলিব লাগিব। এইদৰেই 'সহ' শব্দৰ প্ৰয়োগ নাথাকিলেও সহ শব্দৰ অৰ্থ প্ৰকাশ হলেই, তেনে পদ্যত 'সহোক্তি' হৈছে বুলি বুজিব লাগিব।

**সমাসোক্তি ঃ**

> য'ত প্ৰস্তুত-অপ্ৰস্তুত বিষয়ত সমানে সমন্বিত হোৱা
> কাৰ্য্য, লিঙ্গ আৰু বিশেষণৰ বলত—প্ৰস্তুতৰ ওপৰত
> অপ্ৰস্তুতৰ ব্যৱহাৰ আৰোপ কৰা হয়; সেয়ে
> সমাসোক্তি অলঙ্কাৰ। ৭৪

সমাসোক্তিৰ ক্ষেত্ৰত সমান কাৰ্য্য আদিৰদ্বাৰা প্ৰস্তুতৰ ওপৰত অপ্ৰস্তুত বিষয়ৰ ব্যৱহাৰৰ আৰোপ দেখা যায়।

যেনে—

ৱ্যাধূয় যদ্বসনমম্বুজলোচনায়া
ৱক্ষজয়োঃ কনককুম্ভৱিলাসভাজোঃ।
আলিঙ্গসি প্ৰসভমঙ্গমশেষমস্যা
ধন্যস্ত্বমেৱ মলয়াচলগন্ধবাহ।

( মলয়া বতাহ, তুমিয়েই ধন্য, কিয়নো তুমি এই নলিনাক্ষী সুন্দৰীৰ স্বৰ্ণকুম্ভতুল্য পীন পয়োধৰৰপৰা কাপোৰ গুচাই এওঁৰ সকলো অঙ্গ-প্ৰত্যঙ্গ বলেৰে আলিঙ্গন কৰিছা। )

এই কবিতাফাঁকিৰ বৰ্ণনাত মলয়া বতাহৰ গাত হঠ কামুকৰ আচৰণ আৰোপ কৰা হৈছে।

[ মলয়া বতাহ প্ৰস্তুত, হঠ কামুক অ-প্ৰস্তুত ; অপ্ৰস্তুত হঠ কামুকৰ বলপূৰ্ব্বক আলিঙ্গন কাৰ্য্য মলয়া বতাহৰ কাৰ্য্যৰ সৈতে সমান বা একে। )

প্ৰস্তুত-অপ্ৰস্তুতৰ লিঙ্গ-সাম্যত হোৱা সমাসোক্তিৰ উদাহৰণ ; যেনে—

অসমাপ্তজিগীষস্য স্ত্ৰীচিন্তা কা মনস্বিনঃ ।
অনাক্ৰম্য জগৎ কৃৎস্নং নো সন্ধ্যাং ভজতে ৰৱিঃ ॥

(বিজয়ৰ আকাঙ্ক্ষা পৰিপূৰ্ণ নোহওঁতেই মনস্বী বীৰ পুৰুষৰ স্ত্ৰীচিন্তা কেনেকৈ হ'ব পাৰে? সমগ্ৰ জগৎ নিজৰ প্ৰভাৱাধীন নকৰাকৈ সূৰ্য্যই সন্ধ্যাক ভজনা নকৰে। )

এই উদাহৰণত কেৱল পুংলিঙ্গ আৰু স্ত্ৰীলিঙ্গান্ত শব্দ প্ৰয়োগৰ দ্বাৰাই ৰবি আৰু সন্ধ্যাক নায়ক-নায়িকাৰূপে কল্পনা কৰা হৈছে।

বিশেষণ-সাম্যত ( অৰ্থাৎ প্ৰস্তুত আৰু অপ্ৰস্তুতৰ প্ৰতি প্ৰযোজ্য একে বিশেষণ ) (১) শ্লিষ্টতা (২) সাধাৰণতা আৰু ঔপম্যগৰ্ভতা এই এই তিনিটা হেতুৰপৰা উক্ত অলঙ্কাৰ তিনি প্ৰকাৰে হয়।

শ্লিষ্টতাৰপৰা হোৱা বিশেষণ সাম্য, মোৰ ৰচনাৰপৰা ; যেনে—

ৱিকসিতমুখাং ৰাগাসঙ্গাদ্ গলত্তিমিৰাবৃতিং
দিনকৰ-কৰ-স্পৃষ্টামৈন্দ্ৰীং নিৰীক্ষ্য দিশং পুৰঃ।
জৰঠলৱলীপাণ্ডুচ্ছায়ো ভৃশং কলুষান্তৰঃ
শ্ৰয়তি হৰিতং হন্ত প্ৰাচেতসীং তুহিনদ্যুতিঃ ॥

( ইন্দ্ৰ দিশ ( ইন্দ্ৰৰ দিশ, পূব দিশ ) দিবাকৰৰ কৰপৃষ্ট ( ৰশ্মিৰে স্পৰ্শকৰা, হাতেৰে চোৱা ) হৈছে, সেই স্পৰ্শসুখত বিভোৰ হোৱা পূৰ্ব্বাশাৰ বিকসিত মুখত ( আলোকিত পূৰ্ব্ব ভাগ, হাঁহিৰে ভৰা মুখ ) ৰাগ ( ৰক্তিমা, অনুৰাগ ) প্ৰকাশ হৈছে ; নিজৰ সমুখতে এই দৃশ্য দেখাত শীতল ৰশ্মি চন্দ্ৰৰ অন্তৰ ক'লা পৰি গৈছে আৰু মুখৰ বৰণ বুঢ়া জাতিলাওৰ দৰে শেঁতা হৈ পৰিছে ; হায় ! বেচেৰা চন্দ্ৰই এতিয়া বৰুণৰ হালধীয়া দিশত ( পশ্চিম দিশ, মৃত্যু ) আশ্ৰয় লৈছে গৈ। )

এই কবিতাফাঁকিত থকা 'মুখ' 'ৰাগ' আদি শব্দবিলাক শ্লিষ্ট।

(এই শব্দবিলাকৰ দুটাকৈ অর্থ হৈছে আৰু শব্দবোৰ বিশেষণৰূপে ব্যৱহৃত হৈছে; বিশেষণ, পূর্ব্বদিশ আৰু নায়িকা, ৰবি আৰু উপপতি দুয়োপক্ষে সমানে প্রযোজ্য।)

এই উদাহৰণত থকা 'তিমিৰাবৃতিম্' পদৰ অর্থ তিমিৰেই যাৰ আৱৰণ আৰু তিমিৰৰ নিচিনা আবৰণ যাৰ তেওঁ, দুয়োটাই। যদি 'তিমিৰাবৃতি'ৰ ঠাইত 'তিমিৰাংশুকাম্' পাঠ কৰা যায়, (তিমিৰেই অংশুক যাৰ, তেওঁ) তেনেহ'লে তিমিৰত অংশুকত্ব আৰোপ কৰা হ'ব অর্থাৎ এন্ধাৰৰূপ কাপোৰ এনে অর্থ হ'ব। তথাপি উক্ত উদাহৰণত সমাসোক্তি অলঙ্কাৰহে হ'ব, একদেশবিৱর্ত্তী ৰূপক নহয়। কাৰণ এয়ে যে, 'তিমিৰ' আৰু 'অংশুক'ৰ ৰূপ্য-ৰূপকভাৱ এনেকুৱা যে 'প্রাচী, (পূর্বদিশ) আৰু নায়িকাৰ ৰূপ্য-ৰূপকভাৱ সম্বন্ধৰ অপেক্ষা নকৰাকৈয়ে নিজতে পূর্ণৰূপে সেই সম্বন্ধৰ প্রতীতি হয়। ইয়াৰ বাহিৰেও 'তিমিৰ' আৰু 'অংশুকৰ' ৰূপ্য-ৰূপকভাৱৰ মূলতে থকা আবৰকত্বৰ (আচ্ছাদন) সাদৃশ্য এনে স্পষ্ট যে, অন্যৰ সাহায্য নোহোৱাকৈয়ে সেই সাদৃশ্যবোধ হয়। গতিকে এই কবিতাফাঁকিত সমাসোক্তিৰ ধাৰণা উক্ত ৰূপ্য-ৰূপক ভাৱে নাশ কৰিব নোৱাৰে।

কিন্তু য'ত এক অংশত ৰূপ্য-ৰূপক ভাৱ সম্বন্ধ আছে অথচ সেই ৰূপ্য-ৰূপকভাৱৰ মূলভূত সাদৃশ্য অস্ফুট বা অস্পষ্ট হৈ থাকে আৰু অন্য অংশৰ ৰূপ্য-ৰূপকভাৱ সম্বন্ধৰ কল্পনা নহ'লে নিজেই অসঙ্গত হৈ পৰে, তেনে স্থলত উক্ত অসঙ্গতি নিবাৰণৰ কাৰণে শব্দৰদ্বাৰা উক্ত নহ'লেও অন্য অংশত ৰূপ্য-ৰূপক ভাৱৰ কল্পনা অর্থ সামর্থ্যৰ দ্বাৰা বুজিব লগা হয়; গতিকে এনে ক্ষেত্ৰত থকা উদাহৰণ একদেশ-বিৱর্ত্তী ৰূপক। উদাহৰণ; যেনে—

জস্স ৰণন্তে উৰু এ কৰে কুণন্তস্স মণ্ডলগ্গলঅম্।
ৰস-সংমুহী ৱি সহসা পৰম্মুহী হোই ৰিউসেণা॥

( এয়েঁই সেই ৰজা, ৰণৰূপ অন্তঃপুৰত যি ৰজাৰ হাতত খড্‌গলতা দেখি ৰণৰসত আসক্ত হোৱা শত্ৰুসেনা হঠাতে পৰাঙ্মুখ হৈ পাৰে। )

[ ৰণাঙ্গনেই অন্তেষপুৰ, খড্‌গই লতা ( ৰমণী ) ]

এই উদাহৰণত বৰ্ণিত ৰণক্ষেত্ৰ আৰু অন্তেষপুৰৰ সাদৃশ্য স্পষ্ট নহয়।

[ ইয়াত একদেশবিৱৰ্ত্তী ৰূপকহে হৈছে, সমাসোক্তি হোৱা নাই ; কিয়নো ৰণক্ষেত্ৰ আৰু অন্তেষপুৰৰ ৰূপ্য-ৰূপকভাৱ কল্পনাৰ আধাৰভূত সাদৃশ্য স্পষ্ট নহয়। সেই কাৰণেই খড্‌গলতাক নায়িকা আৰু ৰিপুসেনাক প্ৰতিনায়িকা ৰূপে কৰা কল্পনাও স্বয়ংসম্পূৰ্ণ বা নিৰপেক্ষ নহয়। )

ইয়াৰ বাহিৰেও ৰূপ্য-ৰূপক ভাৱৰ মূলভূত সাদৃশ্য য'ত সুস্পষ্ট, তাতো যদি বহুত অংশত আৰোপণ ৰূপক শব্দেৰে হয় আৰু কোনো অংশত অৰ্থৰ সামৰ্থ্যৰ দ্বাৰাহে তেনে আৰোপণ বুজা যায় ; তাতো একদেশবিৱৰ্ত্তী ৰূপকহে হ'ব। ৰূপকৰ প্ৰতীতিয়ে ব্যাপি থকা বাবে সমাসোক্তিৰ প্ৰতীতি তল পৰি থাকে।

"অন্তেষপুৰত সুখেৰে বিচৰণ কৰাৰ দৰে ৰণক্ষেত্ৰতো সুখেৰে বিচৰণ কৰিব পাৰি" এনে ভাৱাৰ্থবপৰা ৰণক্ষেত্ৰ আৰু অন্তেষপুৰৰ সাদৃশ্য সুস্পষ্ট বুলি জানো ক'ব নোৱাৰি ? সঁচা, এনেকুৱা সাদৃশ্য আছে ; পিছে তেনে সাদৃশ্যবোধ বাক্যাৰ্থ পৰ্য্যালোচনাৰ পিছতহে হয় গৈ আৰু সিয়ো নিৰপেক্ষভাৱে নহয়। মুখ আৰু চন্দ্ৰৰ মনোহৰণ কৰিব পৰা গুণ যেনেকৈ দুয়োটাতে আছে আৰু সহজে বুজা যায়, ৰণক্ষেত্ৰ আৰু অন্তঃপুৰৰ তেনেকুৱা সহজে বুজিব পৰা কোনো গুণ দেখা নাযায়। তাত সুখেৰে বিচৰণ কৰিব পৰা গুণ সুখবোধ্য নহয়।

উভয় সাধাৰণ বিশেষণৰপৰা হোৱা সমাসোক্তিৰ উদাহৰণ ; যেনে—

নিসৰ্গসৌৰভোদ্ভ্ৰান্ত-ভৃঙ্গ-সঙ্গীতশালিনী।
উদিতে ৱাসৰাধীশে স্মেৰাজনি সৰোজিনী ॥

( সূৰ্য্য উদয় হ'লত স্বাভাৱিকতে সৌৰভশালিনী সৰোজিনীয়ে ভোমোৰাৰ গুঞ্জন গীতেৰে গুণগুণাই মিচিকিয়াবলৈ ধৰিলে। )

এই উদাহৰণত থকা 'নিসৰ্গ-সৌৰভোদ্‌ভ্ৰান্ত-ভৃঙ্গশালিত্ব' ( স্বাভাৱিক সৌৰভেৰে সৌৰভশালিনী আৰু ভোমোৰাৰ গুঞ্জনেৰে গুণ্, গুণাই থকা ) বিশেষণ প্ৰস্তুত সৰোজিনী আৰু অপ্ৰস্তুত নায়িকাৰ প্ৰতি সমানে প্ৰযোজ্য আৰু সিয়েই সৰোজিনীত ( পদুম ) নায়িকাত্ব আৰোপৰ প্ৰতীতি জন্মাইছে। কেৱল স্ত্ৰী-সুলভ ধৰ্ম্ম নায়িকাৰ স্মেৰত্ব ( মিচিকিয়াই হহাঁ ) সৰোজিনীৰ স্মেৰত্বত ( পদুমৰ বিকাসত ) আৰোপ কৰাটো উক্ত প্ৰতীতিৰ কাৰণ স্বৰূপ হৈছে। এনে আৰোপণ নোহোৱাকৈ কেৱল 'নিসৰ্গ-সৌৰভ' আদি বিশেষণ—সাম্যৰপৰা সৰোজিনীক যে নায়িকাৰূপে বৰ্ণনা কৰা হৈছে, সেই ধাৰণা জন্মিব নোৱাৰে।

ঔপম্যগৰ্ভ সমাসোক্তি তিনি প্ৰকাৰ ; (১) উপমা-গৰ্ভ বা উপমাস্বৰূপ, (২) ৰূপক-গৰ্ভ বা ৰূপকস্বৰূপ আৰু (৩) উপমা-ৰূপকৰ সঙ্কৰগৰ্ভ বা উপমা ৰূপকৰ সঙ্কৰাত্বক।

(১) উপমা গৰ্ভৰ উদাহৰণ ; যেনে—

দন্তপ্ৰভাপুষ্পচিতা পাণিপল্লৱশোভিনী।
কেশ-পাশালিবৃন্দেন সুৱেশা হৰিণেক্ষণা॥

( ফুলৰ নিচিনা বগা দাঁতৰ উজ্জ্বলতাৰে, কুঁহিপাতৰ নিচিনা ৰঙচুৱা হাতেৰে আৰু ভোমোৰা-কলীয়া চুলিৰে সুশোভিতা এই হৰিণাক্ষী, দাঁতৰ নিচিনা ফুলৰ শুভ্ৰ কান্তিৰে, হাতৰ নিচিনা ৰক্তিম কিসলয়েৰে আৰু চুলিৰ নিচিনা ক'লা ভামোৰাৰে বিভূষিতা লতা যেন হৈ বিৰাজ কৰিছে। )

এই কৰিতাফাঁকিত থকা 'সুবেশা' বিশেষণৰ মহিমাৰদ্বাৰা 'দন্ত প্ৰভা-পুষ্প-চিতা' পদত প্ৰথমে 'দন্ত-প্ৰভা পুষ্পৰ নিচিনা' এইদৰে সমাস হোৱাত ইয়াৰ মূলত যে উপমা আছে সেইটো স্পষ্ট হৈ পৰিছে।

তাৰ পিছত 'দন্তপ্ৰভাপুষ্পাচিতা' পদত অকৌ 'দন্তৰ প্ৰভাৰ নিচিনা প্ৰভাযুক্ত পুষ্পেৰে পৰিপূৰ্ণ' এনেকুৱা মধ্য-পদলোপী কৰ্ম্ম-ধাৰয় সমাস

কৰা হয় আৰু তেতিয়া সেই বিশেষণ প্ৰস্তুত নায়িকা আৰু অপ্ৰস্তুত লতাত সমানে অন্বয়যোগ্য হৈ পৰে। গতিকে সমান বিশেষণৰ মহিমাত তেতিয়াহে হৰিণাক্ষী নায়িকাত লতাৰ স্বৰূপ আৰোপ কৰা হৈছে বুলি বুজা যায়।

**ৰূপকগৰ্ভৰ** উদাহৰণ ; যেনে—

"লাৱণ্য মধুভিঃ পূৰ্ণম্..." ইত্যাদি।

( লাৱণ্যৰূপ মধুৰ ৰসেৰে ভৰা এই সুন্দৰীৰ বিকসিত মুখ...ইত্যাদি। )

উপমা-ৰূপকৰ সঙ্কৰাত্মকৰ উদাহৰণ ; যেনে—

"দন্তপ্ৰভা-পুষ্পচিতা..." উদাহৰণত থকা 'সুৰেশা' পদৰ ঠাইত 'পৰীতা' ( ব্যাপ্তা ) পাঠ কৰিলে তাত উপমাই হৈছেনে ৰূপকেই হৈছে, নিৰ্ণয়াক কোনো হেতু নাথাকিব আৰু তেতিয়া উপমা-ৰূপক দুয়োটাৰে সঙ্কৰ হৈছে বুলি সঙ্কৰৰহে আশ্ৰয় লবলগা হ'ব। 'কেশপাশালিবৃন্দেন পৰীতা' পাঠতো 'দন্তপ্ৰভা-পুষ্পচিতা' আদি পদৰ দৰেই দুটা সমাসৰ আশ্ৰয় ল'ব লগা হব।

সমাসৰ মহিমাৰদ্বাৰা ( মধ্যপদলোপী সমাস ) নায়িকাত লতাৰ বোধ জন্মিব।

যিবিলাকৰ মতে উপমা আৰু ৰূপকৰ একদেশবিৱৰ্ত্তিত্ব নাই ; তেওঁলোকৰ মতে ওপৰৰ উদাহৰণ তিনিটাৰ প্ৰথমটো আৰু শেষৰটোত সমাসোক্তি অলঙ্কাৰ ; কিন্তু দ্বিতীয় উদাহৰণত একদেশবিৱৰ্ত্তী ৰূপকেই হৈছে। পূৰ্ব্বাপৰ পৰ্য্যালোচনা কৰিলে প্ৰথম উদাহৰণত অৱশ্যে একদেশবিৱৰ্ত্তিনী উপমা হৈছে বুলি স্বীকাৰ কৰিব লাগিব

ইয়াকে স্বীকাৰ নকৰিলে—

ঐন্দ্ৰং ধনুঃ পাণ্ডুপয়োধৰেণ শৰদ্দধানাৰ্দ্ৰনখক্ষতাভম্।
প্ৰমোদয়ন্তী সকলঙ্কমিন্দুং তাপং ৰৱেৰপ্যধিকং চকাৰ ॥

( প্ৰস্তুত : শুকুলা ডাৱৰত পাণ্ডু পয়োধৰত জিলিকি উঠা নতুন নখক্ষতৰ নিচিনা ৰামধনু ধাৰণ কৰি শৰৎ কালে কলঙ্কী চন্দ্ৰক প্ৰমোদযুক্ত কৰাৰ লগতে ৰবিৰো তাপ বৃদ্ধি কৰিলে।

অপ্ৰস্তুত : কোনো নায়িকাই নিজৰ পাণ্ডু পয়োধৰত শুকুলা ডাৱৰত ৰামধেনুৰ দৰে জিলিকি থকা নতুন নখ ক্ষত প্ৰদৰ্শন কৰি কলঙ্কযুক্ত উপপতিৰ মনোৰঞ্জন কৰাৰ লগতে পতিৰো মনস্তাপ বৃদ্ধি কৰিলে। )

এই কবিতাফাঁকিত বৰ্ণিত শৰৎ কালক নায়িকাৰূপে বৰ্ণনা কৰা হৈছে বুলি কেনেকৈ বুজা যাব ? কিয়নো নায়িকাৰ পয়োধৰত নতুন নখক্ষতৰ তুল্য ইন্দ্ৰধনু থকা অসম্ভৱ।

[ "আৰ্দ্ৰ নখক্ষতাভং ঐন্দ্ৰং ধনুঃ" এই বিশেষণ পূৰ্বোদ্ধৃত "দন্তপ্ৰভা-পুষ্পাচিতা" আদি উদাহৰণৰ দৰে প্ৰস্তুত-অপ্ৰস্তুত দুয়োফালে সমানে অন্বয়যোগ্য হব লাগে। এই বিশেষণৰ অৰ্থ পাণ্ডুপয়োধৰ অৰ্থাৎ শুকুলা ডাৱৰৰ পক্ষে নতুন নখক্ষতৰ নিচিনা "ইন্দ্ৰধনু" আৰু পাণ্ডুপয়োধৰ অৰ্থাৎ শুভ্ৰস্তনৰ পক্ষে "ইন্দ্ৰধনু তুল্য আৰ্দ্ৰ নখক্ষত"। এনেকৈ দুটা সমাস৷ আশ্ৰয় লৈ দুটা অৰ্থ নকৰিলে নায়িকাৰ পয়োধৰৰ বিষয়তো "আৰ্দ্ৰনখক্ষতাভং ঐন্দ্ৰং ধনুঃ" ( নতুন নখক্ষত তুল্য ইন্দ্ৰধনু ) এই বিশেষণ প্ৰযোজ্য হব। পিছে নায়িকাৰ পয়োধৰে ইন্দ্ৰধনু ধাৰণ কৰিব নোৱাৰে। গতিকে "দন্তপ্ৰভা" আদি উপমা-ৰূপকৰ সঙ্কৰাত্মক উদাহৰণ বুলি কবই লাগিব। ]

'আৰ্দ্ৰনখক্ষতাভম্' এই পদফাঁকিত থকা নখক্ষতৰ উপমানতা ইন্দ্ৰ-ধনুলৈ সঞ্চাৰ কৰা হওক ; যেনেকৈ 'দধ্না জুহোতি' আদি ক্ষেত্ৰত হৱন বিধি অন্য প্ৰকাৰে সিদ্ধ হয় বাবে, বিধি অংশ 'দধি' লৈ সঞ্চাৰ কৰা হয়। এইদৰে উপমানত্ব সঞ্চাৰ কৰিলে 'ইন্দ্ৰধনুৰ নিচিনা আৰ্দ্ৰ নখক্ষত ধাৰণ কৰা পয়োধৰ' এই অৰ্থ প্ৰকাশ হ'ব।

[ 'আৰ্দ্ৰ নখক্ষতাভম্' পদফাঁকিত ঔপম্য শব্দেৰে প্ৰকাশ হৈছে অৰ্থাৎ 'আভা' শব্দেৰে প্ৰকাশ কৰা হৈছে। নখক্ষত উপমান আৰু ইন্দ্ৰধনু উপমেয়, নখক্ষতৰ উপমানত্ব ইন্দ্ৰধনুলৈ সঞ্চাৰ কৰিলে অৰ্থ হ'ব ইন্দ্ৰধনুৰ নিচিনা নখক্ষত। এনেকৈ

অৰ্থ সঞ্চাৰ কৰাৰ সিদ্ধান্ত মীমাংসা দৰ্শনত প্ৰতিপাদন কৰা হৈছে। 'দগ্না জুহোতি' ( দৈৰে হোম কৰিব ) এই বাক্যত থকা বিধি, হোমৰ ক্ষেত্ৰত প্ৰযোজ্য হ'ব নোৱাৰে, কিয়নো হোম কৰাৰ বিধি আগতে দিয়াই আছে। "অজ্ঞাত জ্ঞাপনং বিধিঃ" গতিকে প্ৰাপ্ত অৰ্থৰ বিষয়ে কোৱা কথা বিধি হ'ব নোৱাৰে, সেইবাবে এই বাক্যৰ 'বিধিত্ব' দৈলৈ সঞ্চাৰ কৰা হয় অৰ্থাৎ হোমৰ ক্ষেত্ৰত দৈৰ বিধান কৰা হ'ল। ইয়াতো সেয়ে হওক। ]

যদি এইদৰে কোৱা হয়। ( তেতিয়া সমাসোক্তিয়েই হব। )

নহয়, এইদৰে কব নোৱাৰি। এনেকুৱা অৰ্থ-নিৰ্ব্বাহ কষ্ট-কল্পিত হব আৰু এনেকুৱা কষ্ট কল্পনাতকৈ একদেশবিৱৰ্ত্তী উপমা বুলি স্বীকাৰ কৰাটোৱে বহুত ভাল !

বাৰু, ইয়াত যি কোনো প্ৰকাৰে সমাসোক্তি হয় যদি হওক। কিন্তু "নেত্ৰৈৰিৱোৎপলৈঃ পদ্মৈঃ" ইত্যাদি উদাহৰণত একদেশবিৱৰ্ত্তী উপমাৰ বাহিৰে অন্য গতি অসম্ভৱ। ইয়াৰ বাহিৰেও উপমা অলঙ্কাৰত এটা বস্তুৰ ওপৰত আন এটা বস্তুৰ ব্যৱহাৰ আৰোপ কৰা নহয়, ব্যৱহাৰ সমাৰোপণৰ ওপৰত নিৰ্ভৰশীল সমাসোক্তিৰ প্ৰৱেশ কেনেকৈ হব পাৰে ?

[ সৰল অৰ্থ এয়ে যে উপমাত, উপমেয়ৰ ব্যৱহাৰ উপমানত আৰোপ কৰ নহয়, উপমেয় আৰু উপমানৰ সাদৃশ্যহে দেখুওৱা হয়। কিন্তু সমাসোক্তি অলঙ্কাৰ হ'বলৈ হ'লে 'ব্যৱহাৰ আৰোপণ' থাকিবই লাগিব, ব্যৱহাৰ সমাৰোপণক আশ্ৰয় কৰিয়ে সমাসোক্তি হয়। এনে অৱস্থাত সাদৃশ্য প্ৰতীতি থকা ঠাইত সমাসোক্তিৰ প্ৰসঙ্গ উঠে কেনেকৈ ? ]

সেই কাৰণেই কোৱা হৈছে—

"যি উপমাত উপমান-উপমেয়ৰ ব্যৱহাৰৰ সাদৃশ্য নাইবা স্বৰূপৰ সাদৃশ্যৰ প্ৰতীতি জন্মে, সেই উপমা সমাসোক্তি অলঙ্কাৰৰ বিষয় নহয় ; সি স্পষ্টভাৱে একদেশবিৱৰ্ত্তী উপমাহে।"

এই যুক্তি অনুসাৰে উপমা আৰু ৰূপকৰ ক্ষেত্ৰত একদেশ

স্বীকাৰ কৰিলে (একদেশবিৱৰ্ত্তী উপমা আৰু একদেশবিৱৰ্ত্তী ৰূপক) উক্ত দুই অলঙ্কাৰমূলক উপমা-ৰূপকৰ সঙ্কৰ হোৱা ক্ষেত্ৰতো সমাসোক্তিৰ প্ৰৱেশ নোহোৱাটো ন্যায়সঙ্গত।

[একদেশবিৱৰ্ত্তী উপমা আৰু একদেশবিৱৰ্ত্তী ৰূপকৰ ক্ষেত্ৰত সমাসোক্তি নহয় বুলি স্বীকাৰ কৰা হৈছেই, এই কথা স্বীকাৰ কৰিলে উক্ত দুই অৱস্থাৰপৰা উদ্ভৱ হোৱা সঙ্কৰাত্মক স্বৰূপতো সমাসোক্তি হ'ব নোৱাৰে বুলি মানিব লাগিব।]

ইয়াৰদ্বাৰা সিদ্ধান্ত এয়ে হ'ল যে ঔপমাগৰ্ভ বিশেষণৰপৰা উদ্ভৱ হোৱা অলঙ্কাৰ সমাসোক্তিৰ বিষয় নহয়; গতিকে কেৱল বিশেষণৰ সাম্যতহে সমাসোক্তি হয়। সিও আকৌ কোনো ঠাইত শ্লিষ্ট বিশেষণৰ-পৰা উদ্ভৱ হয় আৰু কোনো ঠাইত সাধাৰণ বিশেষণৰপৰা উদ্ভৱ হয় বাবে সমাসোক্তি দুবিধ। ইয়াৰ বাহিৰে 'সমকাৰ্যমূলিকা' আৰু 'সমলিঙ্গমূলিকা' এই দুবিধ লগ লাগি সমাসোক্তি চাৰি বিধ হয়।

এটা বস্তুৰ ব্যৱহাৰ অন্য এটা বস্তুত সমাৰোপণ কৰাটোৱেই সকলো ঠাইতে সমাসোক্তি অলঙ্কাৰৰ কাৰণ। এই সমাৰোপণ চাৰি প্ৰকাৰে হয়। কোনো ঠাইত এটা লৌকিক বস্তুত অন্য এটা লৌকিক বস্তুৰ ব্যৱহাৰ আৰোপণ কৰা হয়, কোনো ঠাইত এটা শাস্ত্ৰীয় বস্তুত অন্য এটা শাস্ত্ৰীয় বস্তুৰ ব্যৱহাৰ আৰোপণ হয়, কোনো ঠাইত বা এটা লৌকিক বস্তুত শাস্ত্ৰীয় বস্তুৰ ব্যৱহাৰৰ আৰোপণ হয়, কোনো ঠাইত আকৌ এটা শাস্ত্ৰীয় বস্তুত অন্য এটা লৌকিক বস্তুৰ ব্যৱহাৰ আৰোপ কৰা হয়।

[লৌকিক বস্তুৰ অৰ্থ লোকপ্ৰসিদ্ধ বস্তু, শাস্ত্ৰীয় বস্তুৰ অৰ্থ শাস্ত্ৰপ্ৰসিদ্ধ বিষয় আদি। বস্তু বুলি বস্তু, ব্যক্তি, বিষয় আদি সকলোকে বুজোৱা হৈছে। ব্যৱহাৰৰ অৰ্থ আচৰণ, কাৰ্য্য আদি।]

ইয়াৰ ভিতৰতো আকৌ লৌকিক বস্তুৱেই ৰস অনুসাৰে অনেক প্ৰকাৰ। শাস্ত্ৰীয় বস্তুও তৰ্ক, জ্যোতিষ, আয়ুৰ্ব্বেদ আদি বিভিন্ন শাস্ত্ৰ-

প্ৰসিদ্ধ হোৱা অনুসাৰে বহু বিধ হৱ গৈ; গতিকে **সমাসোক্তিও** অনেক প্ৰকাৰ।

দিগ্‌দৰ্শনৰূপে উদাহৰণ ; যেনে—

"ব্যাধূয় যদ্বসনম্……" ইত্যাদি কবিতাত লৌকিক বস্তুত লৌকিক (লোকপ্ৰসিদ্ধ) হঠ কামুকৰ ব্যৱহাৰ আৰোপ কৰা হৈছে।

যৈৰেকৰূপমখিলাস্বপি ব়্ত্তিষু ত্বাং
পশ্যদ্ভিৰব্যয়মসঙ্খ্যতয়া প্ৰব়্ত্তম্।
লোপঃ কৃতঃ কিল পৰত্বজুষো ৱিভক্তে
স্তৈৰ্লক্ষণং তৱকৃতং ধ্ৰুৱমেৱ মন্যে॥

(হে প্ৰভু, যিসকলে তোমাক তোমাৰ বিবিধ (সৃষ্টি-স্থিতি-সংহাৰ আদি) অৱস্থাতো একৰূপ বা অব্যয় (অবিনশ্বৰ) নিৰ্ব্বিকাৰ আৰু অসংখ্যৰূপে দেখে আৰু দেখি 'তৎ' 'ত্বম্' আদিৰূপে প্ৰকাশিত সমস্ত ভেদভাৱ দূৰ কৰিছে, তেওঁলোকেই তোমাৰ প্ৰকৃত লক্ষণ কৰিব পাৰে, অৰ্থাৎ তোমাক চিনি পায়।)

ইয়াত আগম শাস্ত্ৰত প্ৰসিদ্ধ বস্তুত ব্যাকৰণ শাস্ত্ৰপ্ৰসিদ্ধ বস্তুৰ ব্যৱহাৰ আৰোপ কৰা হৈছে।

[আগম শাস্ত্ৰত প্ৰসিদ্ধ পৰমাত্মাৰ স্বৰূপ বৰ্ণনা কৰোঁতেই ব্যাকৰণ শাস্ত্ৰত প্ৰসিদ্ধ অব্যয় পদৰ বৰ্ণনাও কৰা হৈছে ; পৰমাত্মাৰ কাৰ্য্যত অব্যয়ৰ কাৰ্য্য আৰোপ কৰা হৈছে।]

এইদৰে অন্যান্য আৰোপৰ উদাহৰণো বিচাৰিবলগীয়া।

**সমাসোক্তিৰ অন্য অলঙ্কাৰৰ সৈতে পাৰ্থক্য ঃ**

ৰূপক অলঙ্কাৰত উপমানীভূত অপ্ৰকৃতে উপমেয়স্বৰূপ প্ৰকৃতত নিজৰ স্বৰূপ আৰোপ কৰি প্ৰকৃতক ঢাকি পেলায়, সমাসোক্তি অলঙ্কাৰত অপ্ৰকৃতে প্ৰকৃতৰ ওপৰত নিজৰ অৱস্থা আৰোপ কৰি ব্যাপি থাকে যদিও, প্ৰকৃতক আগতকৈয়ো বিশেষৰূপে প্ৰকাশ কৰে ;—এয়ে ৰূপক

আৰু সমাসোক্তিৰ পাৰ্থক্য। এই কাৰণেই "সমাসোক্তিত ব্যৱহাৰৰ আৰোপ হয়, স্বৰূপৰ আৰোপ নহয়" বুলি অন্য আচাৰ্য্যই কয়।

[ৰূপক আৰু সমাসোক্তি দুয়ো ঠাইতে প্ৰকৃতৰ ওপৰত অপ্ৰকৃতৰ কাৰ্য্যৰ আৰোপ দেখা যায়; কিন্তু ৰূপকত অপ্ৰকৃত প্ৰধান হৈ পৰি উপমেয়ক ঢাকি থয়, সমাসোক্তিত হ'লে অপ্ৰকৃতে প্ৰকৃতক প্ৰথমে ঢাকি থোৱা যেন দেখিলেও শেষত প্ৰকৃতক বিশিষ্ট কৰিহে তোলে।]

উপমাধ্বনি আৰু শ্লেষ অলঙ্কাৰত বিশেষ্য পদৰ সমতা দেখা যায়, অৰ্থাৎ বিশেষ্য পদৰো দুটা অৰ্থ হয় আৰু সেই অৰ্থ দুয়োফালে সমান হয়; সমাসোক্তিত কিন্তু কেৱল বিশেষণৰহে সাম্য দেখা যায়, অৰ্থাৎ বিশেষণ পদসমূহৰ অৰ্থহে প্ৰস্তুত-অপ্ৰস্তুত দুয়োফালে সমানে প্ৰযোজ্য হয়। এয়ে উপমাধ্বনি আৰু শ্লেষ অলঙ্কাৰৰ সৈতে সমাসোক্তিৰ পাৰ্থক্য।

অপ্ৰস্তুত-প্ৰশংসা অলঙ্কাৰত কেৱল অপ্ৰস্তুত অৰ্থহে বাচ্যৰূপে প্ৰতীয়মান হয়, প্ৰস্তুত অৰ্থ গম্য অৰ্থাৎ তাৎপৰ্য্য আদি পৰ্য্যালোচনা কৰাৰ পিছতহে প্ৰস্তুত অৰ্থৰ বিষয়ে বুজা যায়। এয়ে দুয়োবিধ অলঙ্কাৰৰ মাজত পাৰ্থক্য।

**পৰিকৰ:**

বিশেষণৰ অভিপ্ৰায়গৰ্ভ প্ৰয়োগত পৰিকৰ অলঙ্কাৰ
হয়। ৭৫

যেনে—

অঙ্গৰাজ! সেনাপতে! দ্ৰোণোপহাসিন্! কৰ্ণ! ৰক্ষৈণং
ভীমাদ্‌দুঃশাসনম্।

(অঙ্গৰাজ, সেনাপতি, দ্ৰোণৰ উপহাসকাৰী কৰ্ণ, এয়া দুঃশাসনক ভীমৰ হাতৰপৰা ৰক্ষা কৰা।)

[কৰ্ণৰ সেনাপতিত্বত অসন্তুষ্ট অশ্বত্থামাৰ এই উক্তিত প্ৰযুক্ত বিশেষণসমূহত কৰ্ণৰ প্ৰতি বিদ্ৰূপ প্ৰকাশ হৈছে।]

**শ্লেষ ঃ**

স্বভাৱতে একাৰ্থবাচক শব্দৰদ্বাৰা অনেক অৰ্থৰ
অভিধানত ( প্ৰতিপাদন ) শ্লেষ অলঙ্কাৰ হয়। ৭৬

'স্বভাৱতে একাৰ্থবাচক' বুলি কোৱাৰপৰা অৰ্থশ্লেষ যে শব্দ শ্লেষতকৈ বেলেগ, তাকে প্ৰতিপাদন কৰা হৈছে। 'অভিধান' বুলি কোৱাৰপৰা অনেক অৰ্থৰ ব্যঞ্জনা হোৱা ধ্বনিতকৈ ইয়াক পৃথক কৰা হৈছে।

[ ধ্বনিত একাৰ্থবাচক শব্দৰ এটা অৰ্থ অভিহিত হয় আৰু অন্যান্য অৰ্থ ব্যঞ্জিত হয়। কিন্তু এই অলঙ্কাৰত একাধিক অৰ্থ অভিহিত হয় ; এই পাৰ্থক্যৰ বাবেই অভিধান ( বাচন ) বুলি কাৰিকাত কোৱা হৈছে। ]

উদাহৰণ ; যেনে—

প্ৰৱৰ্ত্তয়ন্ ক্ৰিয়াঃ সাধ্বীৰ্মালিন্যং হৰিতাং হৰন্।
মহসা ভূয়সা দীপ্তো ৱিৰাজতি ৱিভাকৰঃ ॥

( চাৰিওফালে ধৰ্মকাৰ্য্য প্ৰৱৰ্ত্তন কৰি, দিশসমূহৰ অন্ধকাৰ দূৰ কৰি মহান্ দীপ্তিৰে বিভাকৰে ( সূৰ্য্য ; বিভাকৰ নামে ৰজা ) বিৰাজ কৰিছে। )

এই ক্ষেত্ৰত প্ৰসঙ্গ আদি নোহোৱাত অৰ্থৰ নিয়ন্ত্ৰণ হোৱা নাই, সেই বাবে সূৰ্য্য আৰু বিভাকৰ নামে ৰজা দুয়ো বাচ্যাৰ্থৰূপেই প্ৰতীত।

[ প্ৰসঙ্গ আদিয়ে অৰ্থ নিয়ন্ত্ৰণ কৰে, তেনে ক্ষেত্ৰত এটা অৰ্থহে বাচ্যাৰ্থ হয়, অন্যান্য অৰ্থ ব্যঙ্গ্যাৰ্থ হয়। সেয়ে শব্দশক্ত্যুদ্ভৱ ধ্বনি। ওপৰৰ উদাহৰণত কোনো প্ৰসঙ্গ নাই, গতিকে দুয়োটাই বাচ্যাৰ্থ। ]

**অপ্ৰস্তুত প্ৰশংসা ঃ**

অপ্ৰস্তুতৰপৰা প্ৰস্তুতৰ প্ৰশংসা হ'লে অপ্ৰস্তুত-প্ৰশংসা অলঙ্কাৰ হয়। অপ্ৰস্তুতপ্ৰশংসা পাঁচ প্ৰকাৰে হয়—(১) কোনো ঠাইত সামান্যৰপৰা বিশেষৰ প্ৰতীতি, (২) কোনো ঠাইত বিশেষৰপৰা

সামান্যৰ প্ৰতীতি, (৩) কোনো ঠাইত কাৰ্য্যৰ-পৰা নিমিত্তৰ প্ৰতীতি, (৪) কোনো ঠাইত নিমিত্তৰপৰা কাৰ্য্যৰ প্ৰতীতি আৰু (৫) কোনো ঠাইত সমান বস্তুৰপৰা সমান বস্তুৰ প্ৰতীতি হয়। ৭৭

ক্ৰমে উদাহৰণ ; যেনে—

(১) **সামান্যৰপৰা বিশেষ :**

পাদাহতং যদুত্থায় মূৰ্দ্ধানমধিৰোহতি।
স্বস্থাদেৱাপমানেঽপি দেহিনস্তদ্‌ৱৰং ৰজঃ॥

(অপমানিত হৈ নিশ্চেষ্টৰূপে বহি থকা পুৰুষতকৈ ধূলিও শ্ৰেষ্ঠ, কিয়নো ধূলিয়ে ভৰিৰ আঘাত পালে আঘাত কৰোঁতাজনং মূৰৰ ওপৰত উঠে।)

এই উদাহৰণত 'আমাতকৈ (শিশুপালৰ হাতত অপমানিত যাদৱ বৰ্গতকৈ) ধূলিয়ো শ্ৰেয়ঃ, এনেকুৱা বিশেষ অৰ্থৰ প্ৰসঙ্গত বৰ্ণনীয় বিষয়ৰপৰা 'অপমানিত হৈ হাত সাৰটি বহি থকাজনতকৈ ধূলিও শ্ৰেষ্ঠ' এই সামান্য অৰ্থ অভিহিত হৈছে।

(২) **বিশেষৰপৰা সামান্য :**

স্ৰগিয়ং যদি জীৱিতাপহা
হৃদয়ে কিং নিহিতা ন হন্তি মাম্।
ৱিষমপ্যমৃতং ক্বচিদ্ ভৱে-
দমৃতংৱা ৱিষমীশ্বৰেচ্ছয়া॥

(যদি এই মালাই প্ৰাণ অপহৰণ কৰে, তেনেহলে মোৰ হৃদয়ত নিহিত হৈ কিয় মোক বধ কৰা নাই ; ঈশ্বৰৰ ইচ্ছাত কোনোৰ কাৰণে বিহো অমৃত হয় আৰু কোনোৰ কাৰণে অমৃতো বিহ হয়।)

এই কৱিতাফাঁকিত কোৱা হৈছে যে ঈশ্বৰৰ ইচ্ছাত অপকাৰী বস্তুও কেতিয়াবা হিতকাৰী হয় আৰু হিতকাৰক বস্তুও অপকাৰী হয়—

এই সাধাৰণ মন্তব্যৰ প্ৰসঙ্গ উত্থাপনৰপৰা বিশেষ অৰ্থ [ সৌন্দৰ্য্যৰ উপকৰণ ফুলৰ মালাই ইন্দুমতীৰ মৃত্যুৰ কাৰণ হোৱা ] অভিহিত হৈছে। এইদৰে ইয়াত অপ্ৰস্তুত প্ৰশংসামূলক অৰ্থান্তৰন্যাস অলঙ্কাৰ হৈছে।

[ সামান্যৰদ্বাৰা বিশেষৰ আৰু বিশেষৰদ্বাৰা সামান্যৰ সমৰ্থনত অৰ্থান্তৰন্যাস অলঙ্কাৰ হয়। ইয়াতো 'অমৃতো বিহ হয়' এই সামান্য বিষয়ৰ বৰ্ণনাৰদ্বাৰা 'ফুলৰ মালাই ইন্দুমতীৰ মৃত্যুৰ কাৰণ হ'ল' —এই বিশেষ অৰ্থবোধ হোৱাত অৰ্থান্তৰন্যাস অলঙ্কাৰ হৈছে; কিন্তু অৰ্থান্তৰন্যাসৰ মূলতে আছে অপ্ৰস্তুতপ্ৰশংসা। ]

[ উক্ত উদাহৰণত দৃষ্টান্ত অলঙ্কাৰ হোৱাৰ সম্ভাৱনা নাই। ]

দৃষ্টান্ত অলঙ্কাৰত বৰ্ণনীয় বিষয় দুটাৰ ভিতৰত বিম্ব-প্ৰতিবিম্ব ভাৱ থাকিব লাগে আৰু প্ৰখ্যাত বিষয় একোটা প্ৰতিবিম্ব ৰূপে গৃহীত হয়। এই উদাহৰণত বিহ আৰু অমৃত, অমৃত আৰু বিহত পৰিণত হয় বুলি কোৱা হৈছে; এনেকুৱা প্ৰসিদ্ধি দেখা নাযায়; গতিকে ইয়াত দৃষ্টান্তালঙ্কাৰ নহয়।

**কাৰ্য্যৰপৰা কাৰণ ঃ**

ইন্দুৰ্লিপ্ত ইৱাঞ্জনেন জড়িতা দৃষ্টিৰ্মৃগীণামিৱ
প্ৰম্লানাৰুণিমেৱ বিদ্ৰুমদলং শ্যামেৱ হেমপ্ৰভা।
কাৰ্কশ্যং কলয়া চ কোকিলবধূকণ্ঠেষ্বিৱ প্ৰস্তুতম্
সীতায়াঃ পুৰতশ্চ হন্ত! শিখিনাং ৱৰ্হাঃ সগৰ্হা ইৱ ॥

( সীতাৰ মুখৰ আগত চন্দ্ৰ ছাই সানি থোৱা যেন, চকুৰ আগত হৰিণীৰ নয়ন জড় যেন, ওঠৰ ৰক্তিমাৰ আগত পোৱাল শেতা যেন, গাৰ বৰণৰ আগত সোণৰ বৰণ ক'লা যেন, মধুৰ কণ্ঠস্বৰৰ আগত কুলিৰ মাত কৰ্কশ যেন, চুলিৰ আগত ম'ৰাৰ পেখম কুৎসিত যেন দেখা যায়। )

এই কৱিতাফাঁকিত 'চন্দ্ৰ ছাই সানি থোৱা' আদি ( অপ্ৰস্তুত ৰূপ ) কাৰ্য্যৰ সম্ভাৱনা কৰা হৈছে আৰু সম্ভাব্যমান সেই কাৰ্য্যৰপৰা সীতাৰ মুখ আদিত থকাত প্ৰস্তুত অতিশয় সৌন্দৰ্য্যৰূপ কাৰণ প্ৰতীতি জন্মিছে।

[ সীতাৰ সৌন্দৰ্য্যাতিশয় কৱিতাফঁাকিৰ বৰ্ণনীয় বিষয়, গতিকে সীতা প্ৰস্তুত। চন্দ্ৰ, হৰিণীৰ নয়ন আদি অপ্ৰস্তুত। অপ্ৰস্তুত চন্দ্ৰ অঞ্জনলিপ্ত যেন হৈ পৰা, হৰিণীৰ নয়ন নিস্তেজ জড় যেন হৈ পৰ আদি সম্ভাব্যমান কাৰ্য্য, এই কাৰ্য্যসমূহৰ কাৰণ হ'ল অতিশয় সুন্দৰ সীতাৰ মুখ, অতিশয় চঞ্চল নয়ন আদি।

বৰ্ণিত সম্ভাব্যমান কাৰ্য্যৰপৰা কাৰণস্বৰূপ সীতাৰ অতিশয় লাৱনি মুখ, অতিশয় চঞ্চল নয়নৰ প্ৰতীতি হোৱা বাবে কাৰ্য্যৰপৰা কাৰণৰ ব্যঞ্জনা হৈছে।

সম্ভাব্যমান কাৰ্য্য বোলাৰ অৰ্থ এয়ে যে সীতাৰ মুখ আৰু চন্দ্ৰক যদি একে ঠাইতে থোৱা হয়, তেনেহলে চন্দ্ৰ ছাই সনা যেন হৈ পৰাৰ সম্ভাৱনা আছে। ]

**কাৰণৰপৰা কাৰ্য্যৰ ব্যঞ্জনা ঃ**

গচ্ছামীতি ময়োক্তয়া মৃগদৃশা নিঃশ্বাসমুদ্রেকিণং
ত্যক্ত্বা তির্য্যগরেক্ষ্য বাষ্পকলুষেণৈকেন মাং চক্ষুষা।
অদ্য প্রেম মদর্পিতং প্রিয়সখীবৃন্দে ত্বয়া বধ্যতা
মিত্থং স্নেহরিরদ্ধিতো মৃগশিশুঃ সোৎপ্রাসমাভাষিতঃ॥

('মই যাওঁ' এই বুলি যেতিয়া মই প্ৰিয়তমাক ক'লোঁ, তেতিয়া সেই হৰিণীনয়না সুন্দৰীয়ে দীঘল হুমুনিয়াহ কাঢ়িলে আৰু চকুলোৰে চলচলীয়া চকুৰে মোৰ ফালে কেৰাহিকৈ চ'ই মৰম-চেনেহেৰে তুলি-তালি ডাঙৰ-দীঘল কৰা পহু পোৱালিটোক ভেঙুচালি কৰি এইদৰে ক'লে—"আজিৰপৰা মোৰ প্ৰতি থকা প্ৰেম তুমি মোৰ প্ৰিয় সখীহঁতৰ প্ৰতি নিবেদন কৰিবা।")

এই উদাহৰণত কোনো নায়কৰ অগমন কাৰ্য্যৰ অৰ্থাৎ গমন অবাঞ্ছনীয়, সেই কাৰ্য্যৰ কাৰণ অভিহিত হৈছে।

[ কৱিতাফঁাকিত যি অৰ্থ অভিহিত হৈছে, সেয়া হৈছে এক অপ্ৰস্তুত কাৰণ অৰ্থাৎ বিৰহকাতৰা নায়িকাৰ মৰণৰ ইঙ্গিত; সেই কাৰণৰপৰা প্ৰতীত প্ৰস্তুত কাৰ্য্য হৈছে নায়কৰ বিদেশ গমনৰ একান্ত অবাঞ্ছনীয়তা। ]

**সমান বস্তুৰপৰা সমান বস্তুৰ ঃ**

তুল্য প্ৰস্তুত অৰ্থাৎ তুল্যৰূপে অভিহিত প্ৰস্তুতৰ

অভিব্যঞ্জনাত অপ্ৰস্তুতপ্ৰশংসা দুই প্ৰকাৰে হয়। শ্লেষমূলক আৰু সাদৃশ্যমাত্ৰমূলক।

শ্লেষমূলক অপ্ৰস্তুতপ্ৰশংসাও আকৌ সমাসোক্তিৰ দৰে কেৱল বিশেষণশ্লিষ্ট হোৱাৰ বাবে আৰু শ্লিষ্ট বিশেষ্যৰ প্ৰয়োগতো হয়, গতিকে দুই প্ৰকাৰ।

যেন—

সহকাৰঃ সদামোদো ৱসন্তশ্ৰীসমন্বিতঃ।
সমুজ্জ্বলৰুচিঃ শ্ৰীমান্ প্ৰভূতোৎকলিকাকুলঃ॥

( বসন্ত শ্ৰীযুক্ত, সমুজ্জ্বলৰুচি প্ৰভূত কলিকাযুক্ত সদামোদ শ্ৰী সম্পন্ন আম্ৰবৃক্ষ।

অপ্ৰস্তুত :

বসন্তকালৰ শোভাৰে সুশোভিত, বৰকৈ জিলিকি উঠা, বহুত মঞ্জৰীৰে পৰিপূৰ্ণ, সদায় সৌৰভ বিস্তাৰ কৰা ধুনীয়া আম গছ জোপা।

প্ৰস্তুত :

বসন্তকালোচিত বেশভূষাৰে সুসজ্জিত, উত্তম কান্তিসম্পন্ন, বৰকৈ উৎকণ্ঠাযুক্ত, সদায় আনন্দপূৰ্ণ শ্ৰীমান্ নায়ক। )

এই কৱিতাফাঁকিত কেৱল বিশেষণবোৰহে শ্লিষ্ট, সেই শ্লিষ্ট বিশেষণবপৰাই অপ্ৰস্তুত আম গছৰ বৰ্ণনাৰপৰা কোনো নায়কৰ বিষয়ে বুজা হৈছে।

পুংস্ত্বাদপি প্ৰৱিচলেদ্ যদি যদ্যধোঽপি
যায়াদ্ যদি প্ৰণয়নে ন মহানপি স্যাৎ।
অভ্যুদ্ধৰেত্তদপি বিশ্বমিতীদৃশীয়ং
কেনাপি দৃক্প্ৰকটিতা পুৰুষোত্তমেন॥

( হয়তো পুৰুষত্বৰপৰাও বিচলিত হ'ব পাৰে, যায় যদি তললৈকো যাব পাৰে, ৰূপগ্ৰহণত মহান্ নহ'বও পাৰে ; তথাপি পৃথিবীখন যে উদ্ধাৰ কৰিবই এইটো সুনিশ্চিত ; এই আদৰ্শ, পুৰুষোত্তম বিষ্ণু আৰু পুৰুষোত্তম ৰজাই প্ৰচাৰ কৰিছে। )

[ এই কৱিতাফাঁকিত পুৰুষোত্তম বিষ্ণু আৰু পুৰুষোত্তম নামে এজন ৰজাৰ

প্ৰশংসা কৰা হৈছে। 'পুংস্ত্ব' আদি বিশেষণবোৰ দুয়ো পক্ষতে প্ৰযোজ্য। পুংস্ত্বাদপি প্ৰবিচলেৎ=মোহিনী অৱতাৰত স্ত্ৰীৰূপ ধৰা, পুৰুষত্বহীন হোৱা; অধোঽপি যায়াৎ=বৰাহ অৱতাৰত পাতাললৈ যোৱা, তললৈ যোৱা; প্ৰণয়নে মহানপি ন স্যাৎ=ৰূপ গ্ৰহণত ক্ষুদ্ৰ অৰ্থাৎ বামন হোৱা, প্ৰতিষ্ঠাত ক্ষুদ্ৰ হোৱা। বিশেষ্য পুৰুষোত্তমো শ্লিষ্ট। পুৰুষোত্তম=বিষ্ণু, ৰজা।]

এই উদাহৰণত বিশেষণসমূহ শ্লিষ্ট হোৱাৰ উপৰিও বিশেষ্য পুৰুষোত্তম পদো শ্লিষ্ট। পুৰুষোত্তম পদৰ সুপ্ৰসিদ্ধ অৰ্থ বিষ্ণু; গতিকে পুৰুষোত্তম বোলোঁতে প্ৰথমে বিষ্ণু আৰু তাৰদ্বাৰা পিছতহে বৰ্ণনীয় কোনো পুৰুষ বুলি বুজা যায়।

কেৱল সাদৃশ্যমূলক; যেনে—

একঃ কপোতপোতঃ শতশঃ শ্যেনাঃ ক্ষুধাভিধাৱন্তি।
অম্বৰমাবৃত্তিশূন্যং হৰ! হৰ! শৰণং ৱিধেঃ কৰুণা॥

(এটা অকণমান কপৌ পোৱালি, শ শ শেনে ভোকত তাক খেদি গৈছে: আকাশত লুকাবলৈকো অকণো ঠাই নাই। ঈশ্বৰৰ কৰুণাই একমাত্ৰ সহায়।)

এই উদাহৰণত নিঃসহায় কপৌ পোৱালি অপ্ৰস্তুত। এই অপ্ৰস্তুতৰপৰা প্ৰস্তুত কোনো নিঃসহায় মানুহৰ বিষয়ে বুজা হৈছে।

কেতিয়াবা বৈধৰ্ম্য প্ৰদৰ্শনতো অপ্ৰস্তুতপ্ৰশংসা হয়।

ধন্যাঃ খলু ৱনে ৱাতাঃ কহ্লাৰস্পৰ্শশীতলাঃ।
ৰামমিন্দীৱৰশ্যামং যে স্পৃশন্ত্যনিৱাৰিতাঃ॥

(পদুমৰ স্পৰ্শত শীতল হৈ থকা বতাহেই ধন্য, অৰণ্যত যি ইন্দীবৰশ্যাম ৰামক নিৰ্ব্বাধে স্পৰ্শ কৰিব পাৰিছে।)

এই উদাহৰণত বতাহ ধন্য, মই হে দুৰ্ভগীয়া—এইদৰে অপ্ৰস্তুতৰ প্ৰশংসাৰ বৈধৰ্ম্যৰদ্বাৰা প্ৰতীতি হয়।

সম্ভৱ, অসম্ভৱ আৰু উভয়স্বৰূপ বাচ্যাৰ্থ অনুসাৰে অপ্ৰস্তুত প্ৰশংসা

আকৌ তিনি প্ৰকাৰে বিভক্ত হয়। [ কোনো ঠাইত বাচ্যাৰ্থ সম্ভৱপৰ যেন দেখা যায়, কোনো ঠাইত দেখা যায় বাচ্যাৰ্থ অসম্ভৱ আৰু কোনো ঠাইত সম্ভৱ-অসম্ভৱ দুয়োটাই থাকে। ]

বাচ্যাৰ্থ সম্ভৱপৰ হোৱাৰ উদাহৰণ ওপৰৰ বিলাকেই।

বাচ্যাৰ্থ অসম্ভৱ হোৱাৰ উদাহৰণ ; যেনে—

কোকিলোঽহং ভৱান্ কাকঃ সমানঃ কালিমাৱয়োঃ।
অন্তৰং কথয়িষ্যন্তি কাকলীকোৱিদঃ পুনঃ ॥

( মই কুলি আৰু তুমি কাউৰী, আমাৰ গাৰ বৰণ সমানে ক'লা ; কিন্তু আমাৰ দুয়োৰে প্ৰভেদ কাকলী ( কুলিৰ কুউ মাত ) জনা জনে ক'ব পাৰিব। )

এই উদাহৰণত কুলি আৰু কাউৰী দুয়োটাই অপ্ৰস্তুত ; সিহঁতৰ যুক্তি-তৰ্ক প্ৰস্তুত অন্যৰ ওপৰত আৰোপ নকৰিলে ইয়াৰ অৰ্থবোধ অসম্ভৱ হৈ পৰে।

**উভয়ৰূপৰ** উদাহৰণ ; যেনে—

অন্তশ্ছিদ্ৰাণি ভূয়াংসি কণ্টকা বহৱো বহিঃ।
কথং কমলনালস্য মাভূৱন্ ভঙ্গুৰা গুণাঃ ॥

( অপ্ৰস্তুত : অন্তৰত বহুত ছিদ্ৰ আছে, বাহিৰত আছে বহুত কাঁইট ; গতিকে পদুমৰ ঠাৰিৰ গুণবিলাকনো মিহিকা নহ'ব কিয় ?

প্ৰস্তুত : অন্তৰত কাম-ক্ৰোধআদি দোষ থকা আৰু বাহিৰত শত্ৰু থকা এওঁৰ দয়া-দাক্ষিণ্য আদি গুণবোৰনো লোপ নাপাব কিয় ? )

কাম-ক্ৰোধাদি ৰিপুৰ বশীভূত প্ৰস্তুত কোনো ব্যক্তিৰ আচৰণ কমল নালত ( পাদুমৰ ঠাৰিত ) আৰোপণ নকৰিলে, মৃণালৰ ভিতৰত থকা ছিদ্ৰবোৰক মৃণালতন্তু ছিগাৰ কাৰণ ৰূপে প্ৰতিপাদন কৰা অসম্ভৱ হয়। কাঁইট আদি গুণ ( তন্তু ) ছিগাৰ কাৰণৰূপে প্ৰতীয়মান হোৱা সম্ভৱ ; গতিকে ইয়াত উভয়ৰূপ আছে।

অপ্ৰস্তুতপ্ৰশংসাতো সমাসোক্তিৰদৰেই এটা বস্তুৰ ব্যৱহাৰ অন্য

এটাত আৰোপ কৰা হয়; গতিকে অপ্ৰস্তুতপ্ৰশংসাৰ মূলত আছে শব্দশক্তি। সেই হেতুকেই অপ্ৰস্তুতপ্ৰশংসা বস্তু ধ্বনিতকৈ বেলেগ। উপমাধ্বনিৰ ক্ষেত্ৰত প্ৰস্তুত হে বাচ্য, অপ্ৰস্তুত ব্যঙ্গ্যৰূপেহে প্ৰতীয়মান হয়। এইদৰেই সমাসোক্তিতো অপ্ৰস্তুতাৰ্থ ব্যঙ্গ্য। [ অপ্ৰস্তুত প্ৰশংসাত প্ৰস্তুতহে ব্যঙ্গ্য ]

শ্লেষত প্ৰস্তুত-অপ্ৰস্তুত দুয়োটা অৰ্থই সমানে বাচ্য।

**ব্যাজস্তুতি ঃ**

> য'ত বাচ্যাৰ্থৰূপে প্ৰকাশিত স্তুতি আৰু নিন্দাৰপৰা
> যথাক্ৰমে নিন্দা আৰু স্তুতিৰ প্ৰতীতি হয়, সেয়ে
> ব্যাজস্তুতি। ৭৮

নিন্দাৰপৰা স্তুতি অৰ্থৰ বোধ হ'লে ব্যাজেৰে ( ছল বা কৌশল ) স্তুতি কৰা হয়। এই ব্যুৎপত্তিৰপৰা ব্যাজস্তুতি বোলা হৈছে। স্তুতিৰপৰা নিন্দা অৰ্থৰ বোধ হোৱা ঠাইত ব্যুৎপত্তি হ'ব ব্যাজৰূপ স্তুতি।

ক্ৰমে উদাহৰণ; যেনে—

**নিন্দাৰপৰা প্ৰশংসা ঃ**

> স্তনযুগমুক্তাভৰণাঃ কণ্টককলিতাঙ্গযষ্টয়ো দেৱ।
> ত্বয়ি কুপিতেঽপি প্ৰাগিৱ ৱিশ্বস্তা ৰিপুস্ত্ৰিয়ো জাতাঃ॥

( মহাৰাজ! আপুনি ক্ৰুদ্ধ হ'লে আপোনাৰ শত্ৰুৰ স্ত্ৰীসকলে স্তনৰপৰা আভৰণ পৰিত্যাগ কৰে আৰু তেওঁলোকৰ সৰ্ব্বাঙ্গতে কাঁইটৰ দৰে নোম শিঞৰি উঠে; গতিকে তেওঁলোক আগতেই বিধৱা হয়। )

এই কৰিতাফাঁকি মোৰ।

**প্ৰশংসাৰপৰা নিন্দা ঃ**

> ৱ্যাজস্তুতিস্তৱ পয়োদ ময়োদিতেয়ং
> যজ্জীৱনায় জগতস্তৱ জীৱনানি।

স্তোত্ৰন্তু তে মহদিদং ঘন ধৰ্ম্মৰাজ-
সাহায্যমৰ্জ্জয়সি যৎ পথিকান্ নিহত্য ॥

( হে মেঘ, জগতৰ প্ৰাণীসমূহৰ জীৱন ৰক্ষাৰ কাৰণেই তোমাৰ জীৱন ( জলধাৰা ) বুলি মিছাতে মই তোমাৰ স্তুতি কৰিছোঁ ; কিন্তু বিৰহী পথিকক বধ কৰি তুমি যে ধৰ্মৰাজৰ সাহায্য কৰা—এই কথা ক'লেই তোমাৰ মহৎ যশস্যা প্ৰকাশ হ'ব। )

**পৰ্য্যায়োক্ত ঃ**

য'ত উক্তিৰ ভঙ্গিমাৰপৰা প্ৰতীয়মান অৰ্থ অভিধেয় অৰ্থৰদৰেই স্পষ্ট হৈ পৰে, সেয়ে পৰ্য্যায়োক্ত অলঙ্কাৰ। ৭৯

উদাহৰণ ; যেনে—

স্পৃষ্টাস্তা নন্দনে শচ্যাঃ কেশসম্ভোগলালিতাঃ।
সাৱজ্ঞং পাৰিজাতস্য মঞ্জৰ্য্যো যস্য সৈনিকৈঃ ॥

( শচীৰ কেশকলাপৰ সৌন্দৰ্য্যৰ বাবে নন্দন কাননত সযত্ন-লালিত পাৰিজাতৰ মঞ্জৰী যাৰ ( হয়গ্ৰীৱৰ ) সৈন্যবোৰে অৱজ্ঞাৰে স্পৰ্শ কৰি'ছল ( ছিঙি পেলাইছিল। )

হয়গ্ৰীৱৰ স্বৰ্গবিজয়ৰ বৰ্ণনাপ্ৰসঙ্গত থকা এই কৱিতাফাঁকিৰ অৰ্থ "হয়গ্ৰীৱে স্বৰ্গ জয় কৰিছে" বুলি বৰ্ণনাসামৰ্থ্যৰপৰা বুজা যায় ; বৰ্ণনাৰ বিশেষ বৈচিত্ৰ্যসম্পাদনৰ বাবে প্ৰতীয়মান সেই অৰ্থকে কাৰণৰূপে উপস্থাপন কৰি, হয়গ্ৰীৱৰ সৈন্যই অৱজ্ঞাৰে পাৰিজাতৰ মঞ্জৰী স্পৰ্শ কৰাৰ কথা স্পষ্টভাৱে কোৱা হৈছে।

পিছে, এই কৱিতাফাঁকি কাৰণৰপৰা কাৰ্য্যৰ প্ৰতীতিৰূপ অপ্ৰস্তুত প্ৰশংসা বুলি ক'ব নোৱাৰি, কিয়নো তেনে ক্ষেত্ৰত কাৰ্য্য অপ্ৰস্তুত ৰূপে থাকে। ইয়াত কিন্তু বৰ্ণনীয় হয়গ্ৰীৱৰ অতিশয় প্ৰভাৱ আদি বুজাবৰ বাবে স্বৰ্গবিজয়ৰূপ কাৰ্য্যকে কাৰণৰূপে উল্লেখ কৰা হৈছে।

[ কাৰ্য্যৰপৰা কাৰণৰ প্ৰতীতি হোৱা অপ্ৰস্তুত প্ৰশংসাতকৈ এই ক্ষেত্ৰত পাৰ্থক্য

এয়ে যে তেনেকুৱা অপ্ৰস্তুত প্ৰশংসাত কাৰণ প্ৰস্তুত আৰু কাৰ্য্য অপ্ৰস্তুত। প্ৰস্তুত কাৰণপৰা অপ্ৰস্তুত কাৰ্য্যৰ প্ৰতীতি হয়। হয়গ্ৰীৱৰ অসীম শকতি আদি বুজাবলৈ হয়গ্ৰীৱৰ স্বৰ্গ বিজয়ৰূপ কাৰ্য্যকে তেওঁৰ সৈন্যই পাৰিজাতৰ মঞ্জৰীৰ স্পৰ্শ কৰা কাৰ্য্যৰ কাৰণৰূপে বৰ্ণনা কৰা হৈছে; প্ৰকৃততে দুয়োটাই কাৰ্য্য আৰু দুয়োটাই প্ৰস্তুত।)

এইদৰেই—

অনেন পৰ্য্যাসয়তাশ্ৰুবিন্দূন্ মুক্তাফলস্থূলতমান্ স্তনেষু।
প্ৰত্যৰ্পিতা শত্ৰুৱিলাসিনীনামাক্ষেপস্থূত্ৰেণ ৱিনৈৱ হাৰাঃ॥

( এওঁ [ অঙ্গ দেশাধিপতিয়ে ] শত্ৰু ৰমণীৰ স্তনত মুকুতাৰ সমান ডাঙৰ তেওঁলোকৰ চকুলো বোৱাই এনাজৰীবে গঁথা মুকুতাৰ হাৰ ওলোমাই দিছে।)

এই কৱিতাফাঁকিত কলিঙ্গাধিপতিৰ শক্তিৰ বৰ্ণনা কৰা হৈছে; সেই বৰ্ণনাৰপৰা প্ৰতীয়মান তেওঁৰ শত্ৰু বিনাশৰূপ কাৰ্য্যকে কাৰণৰূপে উপস্থাপন কৰি তেনেকুৱা শত্ৰুৰমণীৰ কান্দোনত ওলোৱা চকুলোকে ৰজাৰ অসীম শকতিৰ পৰিচায়ক ৰূপে বৰ্ণনা কৰাত পৰ্য্যায়োক্ত অলঙ্কাৰ হৈছে।

ৰাজন্! ৰাজসুতা ন পাঠয়তি মাং দেৱ্যোঽপি তূষ্ণীং স্থিতাঃ
কুব্জে! ভোজয় মাম্ কুমাৰসচিবৈৰ্নাদ্যাপি কিং ভুজ্যতে।
ইত্থং ৰাজশুকস্তৱাৰিভৱনে মুক্তোঽধ্বগৈঃ পঞ্জৰাৎ
চিত্ৰস্থানৱলোক্য শূন্যবলভাৱেকৈকমাভাষতে॥

("মহাৰাজ! ৰাজকুমাৰীয়ে মোক নপঢ়ায়, মহাদেৱীসকলো দেখোন মনে মনে আছে; কুজী, মোক খুৱা, কুমাৰ আৰু সচিবসকলে ( কুমাৰ মন্ত্ৰীসকলে, মন্ত্ৰী-কুমাৰ সকলে? ) এতিয়াও খোৱা নাই কিয়?"—মহাৰাজ আপোনাৰ শত্ৰু ৰজাৰ পোহনীয়া ভাটৌটোৱে এজন এজনকৈ ৰাজভৱনৰ শূন্য প্ৰমোদ কক্ষৰ চিত্ৰত থকা লোকসকলক এইদৰে কৈ থাকোঁতে কোনোবা বাটৰুৱাই সজাৰপৰা মুকলি কৰি দিছে।)

এই শ্লোকত

"মহাৰাজ, আপুনি ৰণযাত্ৰা কৰি যোৱা শুনি আপোনাৰ শত্ৰুসকলে

হঠাতে ৰাজধানী এৰি পলাই গৈছে” এইটো প্ৰস্তুত, কাৰণ ইয়াৰ কাৰ্য্যও বৰ্ণনাযোগ্য বাবে প্ৰস্তুত; এই বুলি কোনো কোনোৱে কয়—অৰ্থাৎ প্ৰস্তুত কাৰণৰপৰা প্ৰস্তুত কাৰ্য্যৰ প্ৰতীতি হোৱা বাবে পৰ্য্যায়োক্ত।

আন বহুতে কয় যে ৰজাৰ পোহনীয়া ভাটৌৰ বৃত্তান্তৰপৰা কোনো প্ৰস্তুত বিষয়ৰ প্ৰভাৱ বোধগম্য নহয়, গতিকে ইয়াত অপ্ৰস্তুত প্ৰশংসা অলঙ্কাৰহে হৈছে। /

[ দুয়োটাই প্ৰস্তুত হ'লে পৰ্য্যায়োক্ত, অপ্ৰস্তুতৰপৰা প্ৰস্তুতৰ বোধ হ'লে অপ্ৰস্তুত প্ৰশংসা হয়। ]

**অৰ্থান্তৰন্যাস :**

সাধৰ্ম্ম্য নাইবা বৈধৰ্ম্ম্যৰ বৰ্ণনাৰে সাধাৰণৰদ্বাৰা বিশেষৰ, বিশেষৰদ্বাৰা সাধাৰণৰ, কাৰ্য্যৰদ্বাৰা কাৰণৰ, কাৰণৰদ্বাৰা কাৰ্য্যৰ সমৰ্থনত অৰ্থান্তৰন্যাস অলঙ্কাৰ আঠ প্ৰকাৰে হয়। ৮০

[ সাধৰ্ম্ম্যত চাৰি প্ৰকাৰ, বৈধৰ্ম্ম্যত চাৰি প্ৰকাৰ। ]

ক্ৰমে উদাহৰণ ; যেনে—

(ক) **সাধৰ্ম্ম্যত :**

বৃহৎসহায়ঃ কাৰ্য্যান্তং ক্ষোদীয়ানপি গচ্ছতি।
সম্ভূয়াম্ভোধিমভ্যেতি মহানদ্যা নগাপগা ॥

( ডাঙৰৰ সহায়ত সৰুৱেও কাৰ্য্যসাধন কৰিব পাৰে ; ডাঙৰ নৈৰ লগত লগ লাগি পৰ্ব্বতীয়া জুৰিও সাগৰত পৰেগৈ। )

এই পদ্যফাঁকিৰ দ্বিতীয়াৰ্দ্ধত এটা বিশেষ অৰ্থ প্ৰকাশ হৈছে। সেই বিশেষ অৰ্থই প্ৰথমাৰ্দ্ধত বৰ্ণিত সাধাৰণ বিষয়টোৰ যুক্তিযুক্ততা প্ৰতিপাদন কৰিছে।

**(২) সামান্যেৰে বিশেষৰ সমৰ্থন ঃ**

যাৱদৰ্থপদাং ৱাচমেৱমাদায় মাধৱঃ।
বিৰৰাম মহীয়াংসঃ প্ৰকৃত্যা মিতভাষিণঃ॥

( শ্ৰীকৃষ্ণই অৰ্থ প্ৰকাশৰ বাবে যিমান প্ৰয়োজন, সিমানখিনি মাথোন কথা এইদৰে কৈ মনে মনে থাকিল ; মহৎ লোকসকল স্বভাৱতে মিতভাষী। )

[ ইয়াত দ্বিতীয়াৰ্দ্ধত প্ৰকাশ হোৱা সাধাৰণ অৰ্থই শ্ৰীকৃষ্ণৰ পৰিমিত বক্তব্যৰূপ বিশেষ অৰ্থ সমৰ্থন কৰিছে। ]

**(৩) কাৰণৰদ্বাৰা কাৰ্য্যৰ সমৰ্থন ঃ**

পৃথ্বি! স্থিৰা ভৱ ভুজঙ্গম! ধাৰয়ৈনাম্
ত্বং কূৰ্ম্মৰাজ! তদিদং দ্বিতয়ং দধীথাঃ।
দিক্‌কুঞ্জৰাঃ! কুৰুত তত্ৰিতয়ে দিধীৰ্ষা-
মাৰ্য্যঃ কৰোতি হৰকাৰ্ম্মুকমাততজ্যম্॥

( পৃথিৱী, তুমি স্থিৰ হোৱা, অনন্ত তুমি পৃথিৱীক ভালকৈ ধাৰণ কৰা, কূৰ্ম্মৰাজ, তুমি অনন্ত আৰু পৃথিৱী দুয়োকে ধাৰণ কৰা, দিগ্‌গজসকল, তোমালোকে এই তিনিওকো ভালকৈ ধাৰণ কৰিবলৈ সাজু হোৱা ; পূজনীয় ৰামচন্দ্ৰই হৰধনুত গুণ লগাইছে। )

এই পদ্যফাঁকিত হৰধনুত গুণ লগোৱাটো কাৰণ, পৃথিৱী আদি স্থিৰ হোৱাটো কাৰ্য্য। উক্ত কাৰণে কাৰ্য্যৰ সমৰ্থন কৰিছে।

[ হৰধনুত গুণ লগোৱাৰ বাবে পৃথিৱী আদি অস্থিৰ হোৱাৰ আশঙ্কা আছে। সেই বাবে পৃথিৱী আদিক স্থিৰ হ'বলৈ কোৱা হৈছে। উক্ত কাৰণে স্থিৰ হ'বলৈ কোৱা কাৰ্য্য সমৰ্থন কৰিছে। উক্ত কাৰণ নাথাকিলে পৃথিৱীক স্থিৰ হ'বলৈ কোৱাটো অৰ্থহীন হৈ পৰিব। ]

**(৪) কাৰ্য্যৰদ্বাৰা কাৰণৰ সমৰ্থন ঃ**

"সহসা ৱিদধীত ন ক্ৰিয়াম্‌… …"

ইত্যাদি উদাহৰণত "সম্পদে নিজেই বৰণ কৰে" বোলা এই অংশ

কাৰ্য্য; 'হঠাতে কোনো কাম কৰা অনুচিত' আৰু 'ভাবি-চিন্তি কাম কৰা' অংশ কাৰণ। সম্পদ্‌বৰণৰূপ কাৰ্য্যৰদ্বাৰা পূৰ্ব্বোক্ত কাৰণৰ সমৰ্থন কৰা হৈছে।

[হঠাতে কোনো কাম নকৰিলে আৰু বিবেচনা কৰি কৰিলে তাৰ ফলস্বৰূপে সম্পদে তেনে জনক বৰণ কৰে। গতিকে এনেকুৱা কাৰ্য্যৰ বাবে এনে কাৰণৰ আৱশ্যক বুলি কাৰ্য্যই কাৰণক সমৰ্থন কৰিছে।]

এই সকলোবোৰ সাধৰ্ম্ম্যৰ উদাহৰণ। বৈধৰ্ম্ম্যৰ উদাহৰণ; যেনে—

(খ) বৈধৰ্ম্ম্য:

ইত্থমাৰাধ্যমানোঽপি ক্লিশ্নাতি ভুৱনত্ৰয়ম্।
শাম্যেৎ প্ৰত্যপকাৰেণ নোপকাৰেণ দুৰ্জ্জনঃ॥

(এইদৰে আৰাধিত হৈয়ো তাৰকাসুৰে তিনিও ভুৱনক পীড়িব লাগিছে: ওলোটাই অপকাৰ কৰিলেহে দুৰ্জ্জন শান্ত হয়, উপকাৰ কৰিলে শান্ত নহয়।)

ইয়াত সাধাৰণ বিশেষৰ সমৰ্থক হৈছে। অৰ্থাৎ সকলো দুষ্টৰ প্ৰতি প্ৰযোজ্য মন্তব্যই তাৰকাসুৰৰ কাৰ্য্য সমৰ্থন কৰিছে।

"সহসা ৱিদধীত ন ক্ৰিয়াম্..."

ইয়াত "হঠাতে কাম কৰিব নালাগে" কথাষাৰে আপৎপ্ৰাপ্তিৰ বিৰুদ্ধ কাৰ্য্য সমৰ্থন কৰিছে। এনেকৈয়ে অন্য উদাহৰণো উহ্য।

কাব্যলিঙ্গ:

বৰ্ণনীয় কোনো অৰ্থ উপপাদনৰ বাবে বাক্যাৰ্থ বা পদাৰ্থক কাৰণৰূপে নিৱেশ কৰিলে, কাব্যলিঙ্গ অলঙ্কাৰ হয়। ৮১

বাক্যাৰ্থৰ কাৰণৰূপে গ্ৰহণৰ উদাহৰণ; যেনে—

যৎত্বন্নেত্ৰসমানকান্তি সলিলে মগ্নং তদিন্দীৱৰম্,
মেঘৈৰন্তৰিতঃ প্ৰিয়ে! তৱ মুখচ্ছায়ানুকাৰী শশী।
যেঽপি ত্বদ্‌গমনানুকাৰিগতয়স্তে ৰাজহংসা গতাঃ
ত্বৎসাদৃশ্যৱিনোদমাত্ৰমপি মে দৈৱেন ন ক্ষম্যতে॥

( জানকী, তোমাৰ নয়নৰ কান্তিতুল্য কান্তিসম্পন্ন নীলোৎপল পানীত বুৰ গৈছে, তোমাৰ মুখৰ নিচিনা কান্তি-সম্পন্ন চন্দ্ৰও মেঘৰ আঁৰত লুকাইছে, তোমাৰ গমনৰ অনুকৰণকাৰী ৰাজহাঁহবোৰো [ বৰ্ষাৰ আগমনত মানস সৰোবলৈ ] গৈছে ; কি আচৰিত, তোমাৰ সাদৃশ্য থকা বস্তুত মই মনৰ বিনোদন কৰাটোৱো দৈৱই সহিব নোৱাৰে। )

এই কবিতাফাঁকিৰ প্ৰথম তিনি চৰণৰ অৰ্থ চতুৰ্থ চৰণৰ বাক্যাৰ্থৰ উপপাদনৰ বাবে কাৰণস্বৰূপ হৈছে।

পদাৰ্থৰ কাৰণৰূপে উপাদনৰ উদাহৰণ ; যেনে—

তদ্বাজিৰাজিনিৰ্ধূতধূলিপটলপঙ্কিলাম্ ।
ন ধত্তে শিৰসা গঙ্গাং ভূৰিভাৰভিয়া হৰঃ ॥

( মহাৰাজ ! আপোনাৰ অশ্ববাহিনীৰ খুৰাত উঠা ধূলিৰে গঙ্গা পঙ্কিল হৈ পৰাত, মহাদেৱে বেছি গধুৰ হৈছে বুলি মস্তকত ধাৰণ নকৰা হৈছে। )

এই কবিতাফাঁকিৰ একেটা পদ ৰূপে থকা প্ৰথমাৰ্দ্ধ দ্বিতীয়াৰ্দ্ধৰ হেতু ৰূপে উপন্যস্ত হৈছে।

অনেক পদৰ উদাহৰণ ; যেনে –

পশ্যন্ত্যসংখ্যপথগাং ত্বদ্দানজলবাহিনীম্ ।
দেৱ ! ত্ৰিপথগাত্মানং গোপয়ত্যুগ্ৰমূৰ্দ্ধনি ॥

( অনুবাদ আগতে দিয়া হৈছে। )

[ এই উদাহৰণত পূৰ্ব্বাৰ্দ্ধৰ কেবাটাও পদ উত্তৰাৰ্দ্ধৰ অৰ্থ প্ৰতিপাদনৰ কাৰণ-স্বৰূপ হৈছে। ]

কাব্য প্ৰকাশকাৰ মম্মট ভট্ট আদি কোনো কোনো আচাৰ্য্যই কয় যে বাক্যাৰ্থগত কাব্যলিঙ্গ অলঙ্কাৰৰদ্বাৰাই কাৰ্য্য-কাৰণ ভাৱৰূপ অৰ্থান্তৰন্যাস অলঙ্কাৰো অন্তৰ্ভুক্ত হয় ; গতিকে কাৰ্য্য-কাৰণ ভাৱৰূপ অৰ্থান্তৰন্যাস অলঙ্কাৰ স্বীকাৰ কৰাৰ কোনো প্ৰয়োজন নাই।

[ বর্ণনীয় কোনো অর্থ সমর্থনৰ বাবে শ্লোকৰ পদ বা পাদ কাৰণৰূপে উপন্যস্ত হ'লে কাব্যলিঙ্গ অলংকাৰ আৰু সামান্যৰদ্বাৰা বিশেষৰ সমৰ্থন আদি আঠ প্ৰকাৰে অৰ্থান্তৰন্যাস অলঙ্কাৰ হয়। এক প্ৰকাৰ অৰ্থান্তৰন্যাস অলঙ্কাৰ হয় কাৰণৰদ্বাৰা কাৰ্য্যৰ সমৰ্থনত। কাব্যলিঙ্গতো কাৰণৰদ্বাৰা কাৰ্য্যৰ সমৰ্থন হয়, গতিকে কাৰ্য্য-কাৰণ ভাৱৰূপ অৰ্থান্তৰন্যাস অলঙ্কাৰ স্বীকাৰ কৰাৰ একো প্ৰয়োজন নাই। ]

এই কথা যুক্তিযুক্ত নহয়। কিয়নো কাব্যলিঙ্গ অলঙ্কাৰনিষ্পাদক হেতু তিনি প্ৰকাৰৰ—(১) জ্ঞাপক, (২) নিষ্পাদক আৰু (৩) সমৰ্থক। ইয়াৰ ভিতৰত জ্ঞাপক হেতুৰপৰা অনুমান অলঙ্কাৰ, নিষ্পাদক হেতুৰপৰা কাব্যলিঙ্গ আৰু সমৰ্থক হেতুৰপৰা অৰ্থান্তৰন্যাস অলঙ্কাৰ হয়। গতিকে কাৰ্য্য-কাৰণভাৱ থকা কাব্যলিঙ্গ অলঙ্কাৰ অৰ্থান্তৰ ন্যাসতকৈ সুকীয়া। 'যৎ ত্বন্নেত্ৰসমানকান্তি' এই কৱিতাফাঁকিৰ প্ৰথম তিনি পাদৰ অৰ্থই চতুৰ্থ পাদৰ অৰ্থ নিষ্পন্ন কৰিছে, সেয়ে নহ'লে চতুৰ্থ পাদৰ অৰ্থ সাকাংক্ষ হৈ থাকিব আৰু তেতিয়া তাৰ অৰ্থৰ সঙ্গতিও ৰক্ষা নহ'ব।

"সহসা ৱিদধীত ন ক্ৰিয়াম্……" আদি কৱিতাত অৰ্থান্তৰন্যাস অলঙ্কাৰ হৈছে। এই কৱিতাফাঁকিৰ অৰ্থ,

'পৰোপকাৰনিৰতৈৰ্দুৰ্জ্জনৈঃ সহ সঙ্গতিঃ।
ৱদামি ভৱতস্তত্ত্বং ন ৱিধেয়া কদাচন ॥'

( মই আচল কথা কওঁ, আনৰ অপকাৰত নিৰত দুৰ্জ্জনৰ সৈতে সঙ্গ কৰা কেতিয়াও উচিত নহয়। )

এই কৱিতাফাঁকিৰ অৰ্থৰ দৰেই উপদেশ দান কৰিয়েই নিৰাকাঙ্ক্ষ হৈ বিশ্ৰাম কৰে। কিয়নো "ভাৱি-চিন্তি কাম কৰা জনক সম্পদে নিজেই বৰণ কৰে" এই বাক্যাৰ্থ "নভৱা নিচিন্তাকৈ কাম কৰা উচিত নহয়" এই বাক্যাৰ্থৰ সমৰ্থনৰ বাবে উপনিবদ্ধ হৈছে; হেতুৰূপে প্ৰয়োগ হোৱা নাই। গতিকে কাৰ্য্য-কাৰণ ভাৱৰপৰা হোৱা অৰ্থান্তৰন্যাস অলঙ্কাৰ কাব্যলিঙ্গতকৈ বেলেগ।

[ অৰ্থান্তৰন্যাসতকৈ কাব্যলিঙ্গ অলঙ্কাৰ যে পৃথক্ তাকে প্ৰতিপাদন কৰিবলৈ "সহসা বিদধীত" এই কবিতাফাঁকি উদাহৰণৰূপে লোৱা হৈছে। এই কবিতা-ফাঁকিত অৰ্থান্তৰন্যাস অলঙ্কাৰহে আছে, কাব্যলিঙ্গ অলঙ্কাৰ নাই। কিয়নো "নভবা-নিচিন্তাকৈ কাম কৰা উচিত নহয়" কথাফাঁকিৰ অৰ্থ প্ৰতিপাদনৰ বাবে অন্য হেতুৰ আৱশ্যক নাই, ই স্বয়ং সম্পূৰ্ণ আৰু সম্পূৰ্ণাৰ্থ প্ৰকাশক ; পিছৰ চৰণত প্ৰকাশ পোৱা "ভাৱি-চিন্তি কাম কৰা জনক সম্পদে স্বয়ং বৰণ কৰে" অৰ্থই ওপৰৰ নিৰাকাঙ্ক্ষ কথাফাঁকি মাথোন সমৰ্থনহে কৰিছে। ]

[ বৈচিত্ৰ্য নাথাকিলে, তেনে হেতুৰপৰা কাব্যলিঙ্গ অলঙ্কাৰো নহয়। ]

ন ধত্তে শিৰসা গঙ্গাং ভূৰিভাৰভিয়া হৰঃ।
তদ্বাজিৰাজিনিৰ্ধূতধূলিভিঃ পঙ্কিলা হি সা ॥

( মহাদেৱে ভাৰ বেছি হোৱাৰ ভয়ত মস্তকত গঙ্গাক আৰু ধাৰণ নকৰে, যিহেতুকে আপোনাৰ অশ্ববাহিনীয়ে উৰোৱা ধূলিৰে গঙ্গা পঙ্কিল হৈ পৰিছে। )

এই পদ্যফাঁকিত 'হি' ( যিহেতুকে ) শব্দ থকা বাবে পঙ্কিলত্বৰ হেতু স্পষ্ট হৈ পৰিছে, সেইবাবে কাব্যলিঙ্গ অলঙ্কাৰো হোৱা নাই। বৈচিত্ৰ্য সম্পাদন কৰিলেহে অলঙ্কাৰ হয়, ওপৰৰ উক্তিত কোনো বৈচিত্ৰ্য নাই।

[ এই বিষয়ত এটা কথালৈ মন দিব লাগিব যে কাব্যলিঙ্গ অলঙ্কাৰত অলঙ্কাৰ-নিষ্পাদক হেতু গম্য হে হ'ব লাগে, বাচ্য বা স্পষ্ট হ'ব নালাগে। স্পষ্ট হ'লে বৈচিত্ৰ্য নাথাকে। ভামহ, দণ্ডী আদি পূৰ্ব্বাচাৰ্য্যসকলে বৈচিত্ৰ্য নাই বুলি— কাব্যলিঙ্গক অলঙ্কাৰ বুলিয়ে স্বীকাৰ কৰা নাই। ]

**অনুমান অলঙ্কাৰ ঃ**

**বৈচিত্ৰ্যৰ মাজেদি সাধনৰদ্বাৰা সাধ্যৰ জ্ঞান হোৱাকে অনুমান অলঙ্কাৰ বোলা হয়। ৮২**

যেনে—

জানীমহেঽস্যা হৃদি সাৰসাক্ষ্যা ৱিৰাজতেঽন্তঃ প্ৰিয়ৱক্ত্ৰচন্দ্ৰঃ।
তৎকান্তিজালৈঃ প্ৰসৃতৈস্তদঙ্গেষ্বাপাণ্ডুতা কুড্মলতাক্ষিপদ্মে ॥

(আমি জানিছোঁ, এই কমলনয়না সুন্দৰীৰ অন্তৰত প্ৰিয়তমৰ মুখ চন্দ্ৰই বিৰাজ কৰিছে, যিহেতুকে সেই চন্দ্ৰৰ ৰশ্মি চাৰিও ফালে প্ৰতিফলিত হোৱাত তেওঁৰ অঙ্গ-প্ৰত্যঙ্গ পাণ্ডু (শুভ্ৰ) হৈ পৰিছে আৰু নয়ন-কমল মুদ্ৰিত হৈছে (জাপ খাইছে)।

ইয়াত ৰূপক অলঙ্কাৰৰদ্বাৰা বৈচিত্ৰ্য প্ৰকাশ হৈছে।

[এই উদাহৰণত নায়িকাৰ অঙ্গ-প্ৰত্যঙ্গত প্ৰকাশ হোৱা শুভ্ৰতা আৰু নয়ন-কমলৰ সঙ্কোচ সাধ্য, সেই সাধ্যৰ জ্ঞান অন্তৰত প্ৰকাশিত সাধন চন্দ্ৰৰদ্বাৰা হৈছে। সাধনৰদ্বাৰা সাধ্যৰ জ্ঞান হোৱাত ৰূপকে 'বক্ত্ৰ চন্দ্ৰ' (মুখেই চন্দ্ৰ) আৰু 'অক্ষি পদ্ম' (নয়নেই কমল) বৈচিত্ৰ্য সম্পাদন কৰিছে।]

নাইবা—

যত্ৰ পতত্যবলানাং দৃষ্টিৰ্নিশিতা পতন্তি তত্ৰ শৰাঃ।
তচ্চাপৰোপিতশৰো ধাৱত্যাসাং পুৰঃ স্মৰো মন্যে ॥

(য'ত সুন্দৰীসকলৰ কটাক্ষ দৃষ্টি পৰে, তাতে মদনৰ শৰ বৰ্ষণ হয়; ধনুত গুণ লগাই কামদেৱ সুন্দৰীসকলৰ আগে আগে যায় বুলিহে মই ভাবিছোঁ।)

এই উদাহৰণত কৱি প্ৰৌঢ়োক্তিৰপৰা বৈচিত্ৰ্য জন্মিছে।

(কামদেৱ ধনুত শৰ লগাই সুন্দৰীৰ আগে আগে যায় এনে কথা স্বাভাৱিক নহয়; কৱিৰ প্ৰৌঢ়োক্তি-সঞ্জাত।)

এই অলঙ্কাৰৰ সৈতে উৎপ্ৰেক্ষাৰ পাৰ্থক্য এয়ে যে; উৎপ্ৰেক্ষাত জ্ঞান অনিশ্চিতভাৱে হয়, ইয়াত নিশ্চিত প্ৰতীতি জন্মে।

**হেত্বলঙ্কাৰ :**

হেতুমানৰ (কাৰ্য্য) সৈতে হেতুৰ অভেদ বৰ্ণনাত
হেতু অলঙ্কাৰ হয়। ৮৩

উদাহৰণ মোৰ ৰচনাৰপৰা যেনে—

"তাৰুণ্যস্য রিলাসঃ…" ইত্যাদি উদাহৰণত বশীকৰণৰ হেতুস্বৰূপ, নায়িকাক বশীকৰণ কাৰ্য্যৰূপেই বৰ্ণনা কৰা হৈছে। বিলাস আৰু হাস যদিও বিধাতাপ্ৰদত্ত তথাপি দুয়োটা নায়িকাশ্ৰিত কাৰ্য্যৰূপে প্ৰকাশ হোৱাত নায়িকাৰ সৈতে অভেদ বৰ্ণনাত হেতু অলঙ্কাৰ হৈছে।

[ বিলাস আৰু হাস বিধিয়ে দিয়া দুটা গুণ, সেই কাৰণে এই দুটা দেখাত হেতুৰূপে বৰ্ণিত নায়িকাৰ কাৰ্য্য নহয়, তথাপি নায়িকাৰ গাত থকা বাবে ইইঁতকো নায়িকাৰ কাৰ্য্যৰূপে ধৰা হৈছে। ]

**অনুকূল অলঙ্কাৰঃ**

প্ৰতিকূল বস্তুৰদ্বাৰা অনুকূল কাৰ্য্য সম্পাদনৰ বৰ্ণনাত অনুকূল অলঙ্কাৰ হয়। ৮৪

যেনে—

কুপিতাসি যদা তন্বি ! নিধায় কৰজক্ষতম্।
বধান ভুজপাশাভ্যাং কণ্ঠমস্য দৃঢ়ং তদা ॥

( সুন্দৰী, যদি তুমি এওঁৰ প্ৰতি ক্ৰুদ্ধ হৈছা, তেনেহ'লে এওঁৰ শৰীৰত নখক্ষত প্ৰদান কৰি বাহুপাশেৰে টানকৈ এওঁৰ কণ্ঠ বেষ্টন কৰা। )

এই কৱিতাফাঁকিত প্ৰকাশ হোৱা বৈচিত্ৰ্য অন্যান্য সকলো অলঙ্কাৰত প্ৰকাশ হোৱা বৈচিত্ৰ্যতকৈ সম্পূৰ্ণ স্বকীয়া, সেইবাবে ইয়াক স্বকীয়া অলঙ্কাৰ বুলি স্বীকাৰ কৰাই উচিত।

**আক্ষেপ অলঙ্কাৰঃ**

সেয়ে আক্ষেপ অলঙ্কাৰ, য'ত বিৱক্ষিত বস্তু আপাততঃ এনেকুৱা নিষেধৰূপে প্ৰতিভাত হয় যে শেষত ই বিশেষৰূপে প্ৰতিপাদন হয় গৈ। আক্ষেপ অলঙ্কাৰ দুই প্ৰকাৰ; বক্ষ্যমাণ বিষয়-গত আৰু উক্ত বিষয়গত। ৮৫

বক্ষ্যমাণ বিষয়গত আক্ষেপ আকৌ দুবিধ, কোনো ঠাইত সামান্য-ভাৱে সূচিত সমগ্ৰ বিষয়ৰে নিষেধ, কোনো ঠাইত আকৌ এক অংশত উক্ত বিষয়ৰ অন্য অংশৰদ্বাৰা নিষেধ।

উক্তবিষয়ত হোৱা আক্ষেপ অলঙ্কাৰ আকৌ দুবিধ। কোনো ঠাইত উক্ত বস্তু স্বৰূপৰ নিষেধ আৰু কোনো ঠাইত বস্তু কথনৰ নিষেধ। গতিকে আক্ষেপ অলঙ্কাৰ মুঠতে চাৰি বিধ। ক্ৰমে এইবিলাকৰ উদাহৰণ দিয়া হৈছে।

**(১) সামান্যভাৱে সূচিত বস্তুৰ সমগ্ৰভাৱে বিৰোধত হোৱা বক্ষ্যমাণ আক্ষেপ:**

স্মৰশৰশতবিধুৰায়া ভণামি সখ্যাঃ কৃতে কিমপি।
ক্ষণমিহ ৱিশ্ৰাম্য সখে! নিৰ্দ্দয়হৃদয়স্য কিং ৱদাম্যথৱা॥

(মদনৰ শত শত শৰত বিদ্ধ হৈ কাতৰ হোৱা সখীৰ কাৰণে কিবা অলপ ক'ব খুজিছোঁ; সখি, ক্ষন্তেক ইয়াতে বিশ্ৰাম কৰা। নহ'লে, নিৰ্দ্দয় হৃদয়ৰ তোমাৰ আগতনো কি কম ?]

ইয়াত সখীয়েকৰ বিৰহ সামান্য ভাৱে সূচনা কৰা হৈছে, তাকে আকৌ বক্ষ্যমাণ বিষয়ত নিষেধ কৰা হৈছে।

**একাংশৰ বৰ্ণনীয় বিষয়ৰ একাংশৰদ্বাৰা বক্ষ্যমাণ বিষয়ত িবোধ:**

তৱ ৱিৰহে হৰিণাক্ষী নিৰীক্ষ্য নৱমালিকাং দলিতাম্।
হন্ত! নিতান্তমিদানীম্ আঃ! কিং হতজল্পিতৈৰথৱা॥

(তোমাৰ বিৰহত সেই হৰিণনয়নাই নৱমালিকা ফুল ফুলি উঠা দেখি, হাহ, এতিয়া……আঃ, অনৰ্থক বলকি আৰু লাভ কি ?)

ইয়াৰ অৰ্থ হ'ল 'হায় এতিয়া তেওঁ মৰিব'; এই অংশ কৱিতাফাঁকিত কোৱা নাই।

[ বক্ষ্যমাণ অৰ্থাৎ সম্প্ৰতি নোকোৱা কিন্তু আগলৈ ক'ব লগা এই অংশক 'অনৰ্থক বলকি থকাৰপৰা লাভ কি' বুলি নিষেধ কৰা হৈছে। ]

**বস্তুস্বৰূপ নিষেধত উক্ত বিষয়গত আক্ষেপ ঃ**

বালঅ ! ণাহং দূদী তুঅ পিওসি ত্তি ণ মহ ৱাৱাৰো।
সা মৰই তুজ্‌ঝ অঅসো এঅং ধম্মক্‌খৰং ভণিমো ॥

( বালক [ মূঢ়মতি ? ] মই দূতী নহওঁ ; তেওঁৰ তুমি প্ৰিয় এই বাবেও মোৰ এই ব্যাপাৰ ( দৌত্য ) নহয় ; কিন্তু সেই নায়িকা মৰিবলৈ ওলাইছে আৰু তেওঁৰ মৰণত তোমাৰ বদনাম হ'ব—সেয়েহে ধৰ্মক লক্ষ্য কৰি এই কথা মই তোমাক কৈছোঁ। )

এই কৰিতাফাঁকিৰ কওঁতা ৰমণী প্ৰকৃততে দূতী, কিন্তু সেই দূতীত্বৰূপ বস্তুৰ নিষেধ কৰা হৈছে—দূতী নহওঁ বুলি।

**বস্তুকথনৰ নিষেধত উক্ত বস্তুগত আক্ষেপ :**

ৱিৰহে তৱ তন্বঙ্গী কথং ক্ষপয়তু ক্ষপাম্।
দাৰুণব্যৱসায়স্য পুৰস্তে ভণিতেন কিম্ ॥

( তোমাৰ বিৰহত সেই সুন্দৰীয়ে কেনেকৈ দীঘলীয়া ৰাতিবোৰ অতিবাহিত কৰিব ? নাইবা কাঠচিতীয়া তোমাৰ আগত এইবোৰ কৈনো লাভ কি ? )

এই উদাহৰণত যি কথা কোৱা হৈছে, সেই উক্তিৰেই নিষেধ কৰা হৈছে।

এই চাৰিওটা উদাহৰণতে বিশেষ বৈচিত্ৰ্য প্ৰতিপাদন হৈছে ; যেনে—

প্ৰথম উদাহৰণত সখীয়েকৰ অৱশ্যম্ভাৱী মৰণ, দ্বিতীয় উদাহৰণত বক্তব্য প্ৰকাশ কৰা অসম্ভৱ, তৃতীয় উদাহৰণত দূতী হলেও দূতীৰ ( অদূতীৰ ? ) যথাৰ্থবাদিত্ব, আৰু চতুৰ্থ উদাহৰণত অতিশয় দুখ বিশেষৰূপে প্ৰতীয়মান হৈছে।

[ পোনপটীয়াকৈ এইবিলাক বিষয়ৰ বৰ্ণনাতকৈ বক্ষ্যমাণ আৰু উক্ত বিষয়ৰ নিষেধৰূপে বৰ্ণনাত বেছিকৈ চমৎকাৰিত্বৰ সৃষ্টি হৈছে। ]

আক্ষেপক 'বিহিত-নিষেধ' অৰ্থাৎ বিধান কৰা বিষয়ৰ সম্পূৰ্ণ নিষেধ বুলি ক'ব নোৱাৰি, কিয়নো এই নিষেধ নিষেধাভাস হে প্ৰকৃত নিষেধ নহয়।

**অন্যপ্ৰকাৰ আক্ষেপ :**

> সেই দৰেই অবাঞ্ছিত বিষয়ো যদি দেখাত বিধিৰূপে
> প্ৰতিভাত হয় ( বিধ্যাভাস ), তেনেহলে অন্য
> একপ্ৰকাৰ আক্ষেপ অলঙ্কাৰ হয়। ৮৬

'সেইদৰেই' কথাষাৰ অৰ্থ হৈছে, আগৰদৰে বিশেষ বৈচিত্ৰ্য সম্পাদন কৰিলে। [ বৈচিত্ৰ্য নাথাকিলে অলঙ্কাৰ নহয়। ]

যেনে—

> গচ্ছ গচ্ছসি চেৎ কান্ত পন্থানঃ সন্তু তে শিৱাঃ।
> মমাপি জন্ম তত্ৰৈৱ ভূয়াদ্‌যত্ৰ গতো ভৱান্‌॥

( প্ৰিয়তম, তুমি যাব খুজিছা যদি যোৱা, তোমাৰ যাত্ৰা মঙ্গলময় হওক। তুমি য'লৈ যোৱা তাতে যেন মোৰো জন্ম হয়। )

এই কৱিতাফাঁকিত 'যোৱা' বুলি প্ৰিয়তমক যাবলৈ কোৱা হৈছে যদিও, প্ৰিয়তমৰ গমন বাঞ্ছনীয় নহয় ; গতিকে গমনৰূপ বিধি শক্তিহীন হৈ নিষেধত পৰ্য্যবসিত হৈছে। গমন যে একান্তভাৱে পৰিহাৰ্য্য এই অৰ্থপ্ৰতীতি হোৱাত বিশেষ বৈচিত্ৰ্য সাধন হৈছে।

[ 'যোৱা' এই বিধি 'নাযাবা' এই নিষেধত পৰিণত হৈছে। তুমি গ'লে মোৰ মৰণ মিলিব, গতিকে তুমি নাযাবা। এই কথাষাৰকে কেৱল 'নাযাবা' বুলি কোৱাতকৈ উক্তপ্ৰকাৰে কোৱাত নায়কৰ গমনৰ সম্পূৰ্ণ অবাঞ্ছনীয়তা প্ৰতিপাদন হৈছে। ]

**বিভাৱনা ঃ**

প্ৰসিদ্ধ কাৰণ নোহোৱাকৈ কাৰ্য্যৰ উৎপত্তি বৰ্ণনাত
বিভাৱনা অলঙ্কাৰ হয়। সেই বিভৱনা অলঙ্কাৰ
দুইপ্ৰকাৰ ; উক্তনিমিত্ত আৰু অনুক্তনিমিত্ত। ৮৭

বিভাৱনা অলঙ্কাৰৰ ক্ষেত্ৰত কাৰণ নোহোৱাকৈয়ে কাৰ্য্যোৎপত্তিৰ বৰ্ণনা কৰা হয় যদিও, কিবা এটা অন্য কাৰণ কাৰ্য্যোৎপত্তিৰ মূলত থকাটো যুক্তিসঙ্গত। সেই অন্য কাৰণ কোনো ঠাইত উক্ত আৰু কোনো ঠাইত অনুক্ত ; গতিকে উক্তনিমিত্ত আৰু অনুক্তনিমিত্ত ৰূপে বিভাৱনা অলঙ্কাৰক দুভাগত ভগোৱা হৈছে।

**উক্তনিমিত্ত বিভাৱনা ঃ**

অনায়াসকৃশং মধ্যমশঙ্কতৰলে দৃশৌ।
অভূষণমনোহাৰি ৱপুৰ্ৱয়সি সুভ্ৰুৱঃ ॥

( সুন্দৰীৰ এই বয়সত কঁকাল অনায়াস-কৃশ, নয়নযুগল শঙ্কা নোহোৱাকৈয়ে চঞ্চল, আৰু শৰীৰটি ভূষণ নোহোৱাকৈয়ে মনোহাৰী হৈছে। )

এই কৱিতাফাঁকিত কঁকালৰ কৃশত্ব আদিৰ প্ৰকৃত কাৰণৰ উল্লেখ নাই যদিও যৌৱন বয়সকে সেই সেই কাৰ্য্যৰ নিমিত্তৰূপে কোৱা হৈছে ; [ গতিকে ইয়াত উক্ত নিমিত্ত বিভাৱনা ]।

**অনুক্তনিমিত্ত বিভাৱনা ঃ**

ওপৰৰ কবিতাফাঁকিৰ চতুৰ্থপাদৰ সলনি "মৃগনয়নাৰ শৰীৰে শোভা কৰিছে"—এই কথাখিনি যোগ কৰিলেই তাতে অনুক্তনিমিত্ত বিভাৱনা অলঙ্কাৰ হ'ব।

**বিশেষোক্তি ঃ**

কাৰণ থকা সত্বেও কাৰ্য্যৰ অভাৱৰ বৰ্ণনাত

বিশেষোক্তি অলঙ্কাৰ হয়; বিশেষোক্তি অলঙ্কাৰো
সেইদৰে দুই প্ৰকাৰ। ৮৮

'সেইদৰেই দুবিধ'ৰ অৰ্থ হৈছে উক্তনিমিত্ত আৰু অনুক্তনিমিত্ত-ৰূপে দুবিধ।

**উক্তনিমিত্ত বিশেষোক্তিৰ** উদাহৰণ; যেনে—

ধনিনোঽপি নিৰুন্মাদা যুৱানোঽপি ন চঞ্চলাঃ।
প্ৰভৱোঽপ্যপ্ৰমত্তাস্তে মহামহিমশালিনঃ॥

(সেই মহামহিমাশালীসকল ধনী হৈয়ো বিবেকশূন্য নহয়, যুবক হৈয়ো চঞ্চল নহয়, ক্ষমতাসম্পন্ন হৈয়ো প্ৰমত্ত নহয়।)

এই পদ্যফাঁকিত (ধনী হৈয়ো গৰ্ব্বান্ধ নোহোৱা আদি) কাৰ্য্যৰ মহামহিমশালিত্বৰূপ নিমিত্ত উক্ত হৈছে।

[ধনী হ'লে বিবেকহীন হয়; ধনী হোৱা কাৰণ, বিবেকহীনতা কাৰ্য্য। ইয়াত কাৰণৰ উল্লেখ কৰি কাৰ্য্যৰ অভাৱ বৰ্ণনা কৰাত বিভাৱনা হৈছে। কিন্তু কিয় কাৰ্য্য হোৱা নাই তাৰ নিমিত্তৰূপে মহামহিমশালিত্ব নিমিত্তৰ কথা কোৱা হৈছে।]

এই পদ্যফাঁকিৰে চতুৰ্থপাদৰ কথাখিনিৰ ঠাইত "কিয়ন্তঃ সন্তি ভূতলে" বুলি পাঠ কৰিলে, অনুক্তনিমিত্ত বিভাৱনা হ'ব।

অচিন্ত্যনিমিত্ত বিভাৱনা অনুক্তনিমিত্ত বিভাৱনাৰে ভিতৰুৱা, গতিকে অচিন্ত্যনিমিত্তবিভাৱনাক একপ্ৰকাৰ স্বকীয়া বিভাৱনা বুলি কোৱা নহ'ল।

যেনে—

ন একস্ত্ৰীণি জয়তি জগন্তি কুসুমায়ুধঃ।
হৰতাপি তনুং যস্য শম্ভুনা ন হৃতং বলম্॥

( ফুলৰ শৰ-ধনু লোৱা মদনে অকলেই তিনিও ভুবন জয় কৰিছে, শম্ভুৱে তেওঁৰ শৰীৰ নাশ কৰিলেও শক্তিনাশ কৰিব নোৱাৰিলে। )

শৰীৰ পুৰি ভস্ম কৰিলে, অথচ শক্তিনাশ কৰিব নোৱাৰিলে, ইয়াৰ কাৰণ চিন্তা কৰিবলগীয়া।

বিশেষোক্তিত যিদৰে কাৰ্য্যৰ বিৰুদ্ধ বিষয়ৰ বৰ্ণনাৰে কাৰ্য্যৰ অভাৱ প্ৰকাশ কৰা হয়, বিভাৱনাতো সেইদৰে কাৰণৰ বিৰুদ্ধ বিষয়ৰ অস্তিত্বৰ বৰ্ণনাৰে অভাৱ সূচনা কৰা হয়।

[ যি কাৰণৰপৰা যি কাৰ্য্যৰ উদ্ভৱ হ'ব লাগে, সেই কাৰ্য্যতকৈ বেলেগ কাৰ্য্যৰ সূচনাত বিশেষোক্তি আৰু যি কাৰ্য্যৰ যি কাৰণ থাকিব লাগে, তাতকৈ স্বকীয়া কাৰণৰ সূচনাত বিভাৱনা হয়। ]

এইদৰে—"যঃ কৌমাৰহৰঃ স এৱ হি ৱৰঃ" ( সম্পূৰ্ণ উদ্ধৃতি আৰু অনুবাদ প্ৰথম পৰিচ্ছেদত ) এই কৱিতাফাঁকিত উৎকণ্ঠাৰ কাৰণৰ বিৰুদ্ধ বিষয়ৰ বৰ্ণনাত বিভাৱনা অলঙ্কাৰ; আকৌ "কৌমাৰ্য্য-হৰণ কৰোতা জনেই বৰ" এই কাৰণৰ বিৰুদ্ধ কাৰ্য্যৰ বৰ্ণনাত বিশেষোক্তি। গতিকে ইয়াত বিভাৱনা আৰু বিশেষোক্তিৰ সঙ্কৰ ( সানমিহলি ) হৈছে। শুদ্ধ ( মিহলি নোহোৱা ) উদাহৰণ বিচাৰিবলগীয়া।

[ "যিজনে কৌমাৰ্য্য হৰণ কৰিছিল তেৱেঁই এতিয়া মোৰ স্বামী···তথাপি দেখোন মোৰ মন উৎকণ্ঠিত হৈছে।" এই কৱিতাফাঁকিত বিভাৱনা আৰু বিশেষোক্তি দুয়োটাৰে সঙ্কৰ হৈছে। 'কৌমাৰ্য্য-হৰণ কৰোঁতাৰ অভাৱ' কাৰণ, উৎকণ্ঠা কাৰ্য্য। সেই কাৰণ নোহোৱাকৈয়ে অৰ্থাৎ কৌমাৰ্য্য-হৰণ কৰোঁতা বৰ ৰূপে থকা সত্বেও উৎকণ্ঠা জন্মিছে, গতিকে ইয়াত কাৰণ নোহোৱাকৈয়ে কাৰ্য্যোৎপত্তিৰ বাবে বিভাৱনা। সেইদৰে কৌমাৰ্য্য-হৰণ কৰোতাৰ অস্তিত্ব কাৰণ, সেই কাৰণৰপৰা নিৰুৎকণ্ঠা জন্মিব লাগে, পিছে জন্মিছে উৎকণ্ঠা। কাৰণৰপৰা যি কাৰ্য্যৰ উদ্ভৱ হ'ব লাগে, সেই কাৰ্য্যতকৈ বেলেগ কাৰ্য্যৰ সৃষ্টি হোৱাত প্ৰকৃততে কাৰ্য্যৰ অভাৱ হৈছে আৰু সেইবাবে বিশেষোক্তি হৈছে। ]

**বিৰোধাভাস ঃ**

পৰস্পৰ বিৰুদ্ধ যেন দেখা বিষয়ৰ বৰ্ণনাত বিৰোধাভাস অলঙ্কাৰ হয়। বিৰোধাভাস দহ প্ৰকাৰ ; জাতিৰ জাতি, গুণ, ক্ৰিয়া আৰু দ্ৰব্যৰ সৈতে বিৰোধত চাৰি প্ৰকাৰ, গুণৰ গুণ, ক্ৰিয়া আৰু দ্ৰব্যৰ সৈতে বিৰোধত তিনি প্ৰকাৰ, ক্ৰিয়াৰ ক্ৰিয়া আৰু দ্ৰব্যৰ সৈতে বিৰোধত দুই প্ৰকাৰ, দ্ৰব্যৰ দ্ৰব্যৰ সৈতে বিৰোধত এক প্ৰকাৰ—মুঠ দহ প্ৰকাৰ। ৮৯

( ৪+৩+২+১=১০ )

ক্ৰমে উদাহৰণ ; যেনে—

**জাতিৰ সৈতে জাতিৰ বিৰোধ ঃ**

তৱ ৱিৰহে মলয়মৰুদ্‌দৱানলঃ শশিৰুচোঽপি সোষ্মাণঃ।
হৃদয়মলিৰুতমপি ভিন্তে নলিনীদলমপি নিদাঘৰৱিৰস্যাঃ॥

( তোমাৰ বিৰহত তোমাৰ প্ৰিয়তমাৰ পক্ষে মলয়া বতাহো দাবানল হৈছে, জোনৰ শীতল কিৰণো তপত লাগিছে, ভোমোৰাৰ গুঞ্জনেও হৃদয় বিদাৰণ কৰিছে, আৰু পদুমৰ পাতো জেঠ মহীয়া বেলি যেন হৈ পৰিছে। )

**গুণৰ সৈতে গুণৰ বিৰোধ ঃ**

সন্ততমুসলাসঙ্গাদ্‌বহুতৰগৃহকৰ্ম্মঘটনয়া নৃপতে।
দ্বিজপত্নীনাঃ কঠিনাং সতি ভৱতি কৰাঃ সৰোজ সুকুমাৰাঃ॥

( মহাৰাজ! অনৱৰত উড়ালমাৰি খুন্দা আৰু ঘৰৰ নানাপ্ৰকাৰ কাম কৰা বাবে টান হৈ পৰা দ্বিজপত্নীসকলৰ হাতবোৰ আপুনি ৰাজপাটত বহাত এতিয়া পদুমৰ পাহি যেন সুকোমল হৈ পৰিব। )

**ক্ৰিয়াৰ সৈতে গুণৰ বিৰোধ ঃ**

অজস্য গৃহ্ণতো জন্ম নিৰীহস্য হতদ্বিষঃ।
স্বপতো জাগৰূকস্য যাথাৰ্থ্যং ৱেদ কস্তৱ॥

(প্ৰভু, আপুনি জন্মহীন হৈয়ো জন্মগ্ৰহণ কৰে, নিৰীহ (ইচ্ছাহীন) হৈয়ো শত্ৰু সংহাৰ কৰে, শুই থাকিও জাগ্ৰত হৈ থাকে ; গতিকে আপোনাৰ প্ৰকৃত স্বৰূপ কোনে জানিব পাৰে ? )

**গুণৰ সৈতে দ্ৰব্যৰ বিৰোধ ঃ**

ৱল্লভোৎসঙ্গসঙ্গেন ৱিনা হাৰণচক্ষুষঃ
ৰাকাৰিভাৱৰী জানিৰ্ৱিষজ্বালাকুলোঽভৱৎ ।।

(প্ৰিয়তমৰ কোলাৰ সুখ নোপোৱাত এতিয়া সেই হৰিণনয়না সুন্দৰীৰ বিভাৱৰীযুক্ত পূৰ্ণচন্দ্ৰ বিষৰ জালেৰে পৰিপূৰ্ণ যেন লাগিছে। )

**ক্ৰিয়াৰ সৈতে ক্ৰিয়াৰ বিৰোধ :**

নয়নযুগাসেচনকং মানসৱৃত্ত্যাপি দুষ্প্ৰাপম্।
ৰূপমিদং মদিৰাক্ষ্যা মদয়তি হৃদয়ং দুনোতি চ মে ।।

( নয়নযুগল সুধাৰে বুৰাই পেলোৱা সেই মদিৰেক্ষণাৰ কল্পনাতীত সৌন্দৰ্য্যই মোৰ হৃদয়ত আনন্দও দিছে সন্তাপো দিছে। )

**ক্ৰিয়াৰ সৈতে দ্ৰব্যৰ বিৰোধ ঃ**

"তদ্বাজিৰাজি ....." আদি উদাহৰণ

**দ্ৰব্যৰ সৈতে দ্ৰব্যৰ বিৰোধ ঃ**

"ৱল্লভোৎসঙ্গ......" এই কৱিতাফাঁকিৰ চতুৰ্থ পাদ সলনি কৰি তাৰ ঠাইত "মধ্যন্দিনদিনাধিপঃ" (দুপৰীয়াৰ অধিপতি) পাঠ কৰিলেই দ্ৰব্যৰ সৈতে দ্ৰব্যৰ বিৰোধ হ'ব।

ওপৰ উদাহৰণবিলাকৰ "তৱ ৱিৰহে…" এই কৱিতাফাঁকিৰ 'মলয়া বতাহ' বহু ব্যক্তিবাচক হোৱা বাবে জাতিবাচক শব্দ। জাতিবাচক 'মলয়া বতাহ' শব্দৰ, জাতিবাচক 'দাবানল', গুণবাচক 'উষ্ম' (তপত) ক্রিয়াবাচক 'হৃদয়ভেদন' (হিয়া ভেদ কৰা) আৰু দ্ৰব্যবাচক' সূৰ্য্য' শব্দৰ সৈতে আপাততঃ বিৰোধ যেন দেখা যায়। কিন্তু বিৰহাৱস্থাৰ বাবেহে যে এনে হৈছে, এই কথা পৰ্য্যালোচনা কৰাৰ পিছত উক্ত বিৰোধৰ সমাধান হয়; গতিকে হয় বিৰোধাভাস।

"অজস্য গৃহ্ণতঃ…" এই উদাহৰণত 'অজত্ব' (জন্মৰাহিত্য) গুণৰ সৈতে 'জন্মগ্ৰহণ' ক্রিয়াৰ বিৰোধ দেখা যায়; পিছে ভগৱন্তৰ অসীম প্ৰভাৱৰ বাবে সেই বিৰোধৰ সমাধান হয়।

"তদ্বাজিৰাজি…" এই উদাহৰণত "মহাদেৱেও মস্তকত গঙ্গাক ধাৰণ নকৰে"—এয়ে বিৰোধ। [মহাদেৱে সদায় মস্তকত গঙ্গাক ধাৰণ কৰি আছিছে, গতিকে ধাৰণ নকৰে বোলা কথাষাৰত বিৰোধ দেখা যায়।]

পিছে, কৱি কল্পনাপ্ৰসূত চাতুৰ্য্যপূৰ্ণ উক্তি বুলি ইয়াৰ সমাধান হয়। অন্যবোৰ উদাহৰণত বিৰোধ আৰু সমাধান দুয়োটাই স্পষ্ট।

বিৰোধাভাসৰ বিভাৱনা আৰু বিশেষোক্তিতকৈ পাৰ্থক্য এয়ে যে—বিভাৱনাত কাৰণ নোহোৱাকৈ কাৰ্য্যৰ সম্ভাৱ বৰ্ণনা কৰা হয় বাবে কাৰ্য্য বাধিত হৈছে বুলি ধাৰণা হয়; সেইদৰে বিশেষোক্তিত কাৰণ থকা সত্ত্বেও কাৰ্য্যৰ উৎপত্তিৰ অভাৱ বৰ্ণনা কৰা বাবে কাৰণেই বাধিত হৈছে বুলি প্ৰতীতি জন্মে; বিৰোধাভাসত হ'লে দুয়োটাই পৰস্পৰ বাধিত ৰূপে প্ৰতীয়মান হয়।

**অসঙ্গতি :**

কাৰ্য্য আৰু কাৰণৰ অধিকৰণ বেলেগ হ'লে, অৰ্থাৎ ভিন্ন দেশত অৱস্থিতি প্ৰকাশ হ'লে অসঙ্গতি নামৰ অলঙ্কাৰ হয়। ৯০

যেনে—

সা বালা ৱয়মপ্ৰগল্‌ভমনসঃ সা স্ত্ৰী ৱয়ং কাতৰাঃ
সা পীনোন্নতিমৎপয়োধৰযুগং ধত্তে সখেদা ৱয়ম্।
সাক্ৰান্তা জঘনস্থলেন গুৰুণা গন্তুং ন শক্তা ৱয়ম্
দোষৈৰন্যজনাশ্ৰয়ৈৰপটৱো জাতাঃ স্ম ইত্যদ্‌ভুতম্॥

(তেওঁ বালিকা কিন্তু বালিকাসুলভ সংকোচভাৱাপন্ন হৈ পৰিছোঁ আমি; তেওঁ নাৰী, কিন্তু ভীৰু হৈ পৰিছোঁ আমি; তেওঁ পীনোন্নত-পয়োধৰা, কিন্তু তাৰ কাৰণে কষ্ট পাইছোঁ আমি, (ভাগৰ লাগিছে আমাৰ); তেওঁৰ জঘনস্থল গধুৰ অথচ তাৰ কাৰণে চলিব ফুৰিব নোৱাৰা হৈছোঁ আমি, আন জনত থকা এনেবোৰ দোষৰ কাৰণে যে আমি হে অলায়ক হৈ পৰিছোঁ এইটো আচৰিত কথা।]

[ইয়াত বালত্ব আদি কাৰণবোৰ সুন্দৰী নায়িকাত আৰু তাৰ কাৰ্য্য সঙ্কোচভাৱ আদি নায়কত থকা বুলি বৰ্ণনা কৰা হৈছে।]

**এই অসঙ্গতি অলঙ্কাৰ বিৰোধ অলঙ্কাৰৰ বাধক বা বিশেষৰূপ, গতিকে নিয়মমতে ভিন্ন ৰূপে থাকিবলগীয়া কাৰ্য্যকাৰণৰ একে অধিকৰণত অৱস্থিতি ৰূপ বিৰোধ য'ত প্ৰকাশ হয়, তাত বিৰোধ নামৰ অলঙ্কাৰ হয় (য'ত নিয়মমতে একাধিক কাৰণত থাকিবলগীয়া কাৰ্য্য-কাৰণৰ ভিন্ন দেশত অৱস্থিতিৰূপ বিৰোধ বা ব্যতিক্ৰম প্ৰকাশ হয়, তাত অসঙ্গতি নামৰ অলঙ্কাৰ হয়।)**

**বিষম :**

**(১) কাৰ্য্য আৰু কাৰণৰ গুণ নাইবা সিহঁতৰ ক্ৰিয়া পৰস্পৰ বিৰুদ্ধ ৰূপে বৰ্ণনা কৰিলে, (২) অথবা আৰব্ধ কৰ্ম্মৰ**

বিফলতা আৰু সেই আৰব্ধ কৰ্ম্মৰপৰা অনৰ্থৰ উৎপত্তি বৰ্ণনা কৰিলে, নাইবা (৩) বিৰুদ্ধ পদাৰ্থৰ পৰস্পৰ সংঘটনা বৰ্ণনাত বিষম অলঙ্কাৰ হয়। ৯১

ক্ৰমশঃ উদাহৰণ ; যেনে—

(১) সদ্যঃ কৰস্পৰ্শমৱাপ্য চিত্ৰং ৰণে ৰণে যস্য কৃপাণলেখা।
তমালনীলা শৰদিন্দুপাণ্ডু যশস্ত্ৰিলোকাভৰণং প্ৰসূতে।

( বিভিন্ন ৰণ ক্ষেত্ৰত তমাল পাতৰ দৰে নীলবৰণীয়া তৰোৱালখনে সেই জনাৰ হাতৰ পৰশ পালে তৎক্ষণাৎ আচৰিত ভাৱে তিনিও লোকৰ অলঙ্কাৰস্বৰূপ শৰৎকালৰ চন্দ্ৰৰদৰে শুভ্ৰ যশস্যা উৎপাদন কৰে। )

ইয়াত তমাল পত্ৰৰ দৰে নীলা তৰোৱাল ৰূপ কাৰণৰপৰা (নীলগুণৰ) তাৰ বিৰুদ্ধ গুণসম্পন্ন শুভ্ৰ যশস্যাৰ উৎপত্তি বৰ্ণনা কৰা হৈছে। "কাৰণৰ গুণেহে কাৰ্য্যৰ গুণ উৎপন্ন কৰে"—এই নিয়ম অনুসৰি কাৰণ-ৰূপ তৰোৱালত থকা নীল বৰণ-ৰূপ গুণৰপৰা কাৰ্য্যত নীল গুণহে উৎপন্ন হোৱা উচিত আছিল।

(২) আনন্দমমন্দমিমং কুৱলয়দললোচনে দদাসি ত্বম্।
ৱিৰহস্তৱৈৱজনিতস্তাপয়তিতৰাং শৰীৰং মে॥

( নীল কমলদলনয়নী তুমিয়েই মোক ( মিলনৰ সময়ত ) প্ৰচুৰ আনন্দদান কৰা, আকৌ তোমাৰপৰাই উৎপন্ন হোৱা বিৰহ যন্ত্ৰণাই মোৰ শৰীৰ বৰকৈ দেই পুৰি মাৰে। )

ইয়াত আনন্দজনক ৰমণী-ৰূপ কাৰণৰপৰাই তাপজনক বিপৰীত কাৰ্য্যৰ জনক বিৰহৰ বৰ্ণনা কৰা হৈছে।

(৩) অয়ং ৰত্নাকৰোঽম্ভোধিৰিত্যসেৱি ধনাশয়া।
ধনং দূৰেঽস্তু ৱদনমপূৰি ক্ষাৰৱাৰিভিঃ॥

( 'এই সমুদ্ৰই ৰত্নাকৰ'—এইবুলি ভাবি ধনলাভৰ আশাত সেৱা কৰিলোঁ; কিন্তু ধনতো দূৰৈৰ কথা, খাৰুৱা পানীৰেহে মুখখন ভৰি পৰিল। )

বাঞ্ছিত ধন-লাভতো নহলেই তাৰ উপৰি মুখখনো খাৰুৱা পানীৰে ভৰি পৰিল [ গতিকে আৰব্ধ কৰ্ম্মতো নিস্ফল হলেই অনৰ্থলাভো ঘটিল ] বুলি ইয়াত বৰ্ণনা কৰা হৈছে।

(৩) ক্ব ৱনং তৰুল্কভূষণং নৃপলক্ষ্মীঃ ক্ব মহেন্দ্ৰৱন্দিতা।
নিয়তং প্ৰতিকূলৱৰ্ত্তিনো বত ধাতুশ্চৰিতং সুত্বঃসহম্ ॥

( তৰু লতাৰে বিভূষিত বনেই বা ক'ত আৰু দেৱৰাজ ইন্দ্ৰৰ উপাস্যা ( সেৱিতা ) ৰাজলক্ষ্মীয়ে বা ক'ত। হায়! প্ৰতিকূল ( বিৰূপভাৱাপন্ন ) বিধাতাৰ সদাই কি গুৰুতৰ অসহ্য আচৰণ ? )

ইয়াত বন আৰু ৰাজলক্ষ্মী এই বিৰুদ্ধ ভাবাপন্ন পদাৰ্থদ্বয়ৰ সংঘটনা বা একেলগে বৰ্ণনা কৰা হৈছে।

এই পদ্যফাঁকি মোৰ ৰচিত।

এই বিধ বিষম অলঙ্কাৰৰ আন এটা উদাহৰণ ;
যেনে—

ৱিপুলেন সাগৰশয়স্য কুক্ষিণা ভুৱনানি পপিৰে যুগক্ষয়ে।
মদৱিভ্ৰমাসকলয়া পপে পুনঃ স পুৰস্ত্ৰিয়ৈকতময়ৈকয়া দৃশা ॥

( যি সাগৰশায়ী ভগৱান্ শ্ৰীকৃষ্ণই যুগান্তকালত গোটেই জগৎ পান কৰি তেওঁৰ বিপুল উদৰত থৈ দিয়ে, তেওঁকেই আকৌ দ্বাৰকা নগৰবাসিনী এগৰাকী কামোন্মত্তা ৰমণীয়ে আধা মুদ খোৱা অকল চকু এটাৰেই পান কৰি পেলালে। )

ইয়াত ভগৱান্ শ্ৰীকৃষ্ণত, তেওঁ ত্ৰিভুৱন পান কৰা আৰু তেওঁক এটা চকুৰে পান কৰা এই দুটা বিৰোধী পদাৰ্থৰ সংযোগ বৰ্ণনা কৰা হৈছে।

**সম ঃ**

পৰস্পৰ অনুৰূপ পদাৰ্থৰ যি উপযুক্ত সম্পৰ্ক ( মিলন )
তাৰে প্ৰশংসাত্মক বৰ্ণনাই 'সম' নামৰ অলঙ্কাৰ। ৯২

উদাহৰণ ; যেনে—

শশিনমুপগতেয়ং কৌমুদী মেঘমুক্তং
জলনিধিমনুৰূপং জহ্নু কন্যাৱতীৰ্ণা।

ইতি সমগুণযোগপ্ৰীতয়স্তত্ৰ পৌৰাঃ
শ্ৰৱণকটু নৃপাণামেকৱাক্যং ৱিবক্ৰুঃ ॥

( পৰস্পৰ অনুৰূপ অজ আৰু ইন্দুমতীৰ মিলনত পৰম প্ৰীতি লাভ কৰা পুৰবাসীসকলে 'এয়া জোৎস্নাই মেঘমুক্ত চন্দ্ৰৰ লগ লাগি গ'ল, জাহ্নবীয়ে তেওঁৰ অনুৰূপ সমুদ্ৰৰ লগত মিলি পৰিল'—এইদৰে আন ৰজাবিলাকৰ পক্ষে শ্ৰুতিকটু কথা একেমুখে কবলৈ ধৰিলে। )

**বিচিত্ৰ ঃ**

যদি কোনো ইষ্ট ফল লাভৰ অৰ্থে সেই ফলৰ অননুৰূপ বা বিৰুদ্ধ ক্ৰিয়াৰ আচৰণ কৰা বুলি প্ৰকাশ কৰা হয়, তেন্তে তাক বিচিত্ৰ অলঙ্কাৰ বোলে। ৯৩

উদাহৰণ ; যেনে—

প্ৰণমত্যুন্নতিহেতোৰ্জীৱিতহেতোৰ্ৱিমুঞ্চতি প্ৰাণান্।
দুঃখীয়তি সুখহেতোঃ কো মূঢ়ঃ সেৱকাদন্যঃ ॥

( উন্নতিৰ অৰ্থে বৰকৈ অৱনত হৈ পৰে, জীৱনৰ অৰ্থে প্ৰাণত্যাগ কৰে আৰু সুখৰ অৰ্থে দুঃখভোগ কৰে, এনেকুৱা মূঢ় লোক, সেৱকৰ বাহিৰে আন কোন আছে ? )

**অধিক ঃ**

আশ্ৰয় আৰু আশ্ৰিতৰ ( আধাৰ আৰু আধেয়ৰ ) ভিতৰত এটাক আনটোতকৈ অধিকৰূপে বৰ্ণনা কৰিলে তাক অধিক অলঙ্কাৰ বোলে। ৯৪

(১) আশ্ৰয়ৰ আধিক্য বৰ্ণনাৰদ্বাৰা সম্পাদিত অধিক অলঙ্কাৰৰ উদাহৰণ ; যেনে—

কিমধিকমস্য ব্ৰূমো মহিমানং ৱাৰিধেৰ্হৰিৰ্যত্ৰ।
অজ্ঞাত এৱ শেতে কুক্ষৌ নিক্ষিপ্য ভুৱনানি ॥

( সমস্ত ভুবন উদৰস্থ কৰি ভগৱান্ হৰি যাৰ ভিতৰত অজ্ঞাত ভাৱে শয়ন কৰি থাকে, সেই সাগৰৰ মহিমাৰ কথা বেছিকৈ আৰু কি কম। )

(২) আশ্ৰিতৰ আধিক্য বৰ্ণনাত সংঘটিত অধিকালঙ্কাৰ ; যেনে—

যুগান্তকালপ্ৰতিসংহৃতাত্মনো
জগন্তি যস্যাং সৱিকাসমাসত ।
তনৌ মমুস্তত্ৰ ন কৈতভদ্বিষ
স্তপোধনাভ্যাগমসম্ভৱা মুদঃ ॥

( যুগান্তকালত সকলো চৰাচৰ জগৎ যি কৈতভাৰি ভগৱান্ শ্ৰীকৃষ্ণৰ শৰীৰৰ ভিতৰত এক গোট হৈ লুকাই থাকে, সেই শৰীৰতো এই তপোধন নাৰদ মুনি আগমনত হোৱা আনন্দ নধৰা হৈ পৰিল। )

**অন্যোন্য :**

দুটা পদাৰ্থক পৰস্পৰে একেটা ক্ৰিয়াৰ কাৰণ বুলি বৰ্ণনা কৰিলে অন্যোঽন্য নামৰ অলঙ্কাৰ হয়। ৯৫

উদাহৰণ ; যেনে—

ত্বয়া সা শোভতে তন্বী তয়া ত্বমপি শোভসে ।
ৰজন্যা শোভতে চন্দ্ৰশ্চন্দ্ৰেণাপি নিশিথিনী ॥

( নিশাৰদ্বাৰা চন্দ্ৰ আৰু চন্দ্ৰৰদ্বাৰা নিশা শোভাশালী হয় ( সেইদৰে ) তোমাৰ দ্বাৰা সেই সুন্দৰী শোভাশালিনী হৈছে আৰু তেওঁৰ দ্বাৰা তুমিও শোভাশালী হৈছা। ]

**বিশেষ :**

(১) য'ত আধাৰ নোহোৱাকৈ আধেয় থকা বুলি বৰ্ণনা কৰা হয়, নাইবা (২) য'ত এটা আধেয় একে সময়তে নানা আধাৰত থকাৰ কথা কোৱা হয়, অথবা (৩) য'ত এটা কাৰ্য্য কৰোঁতে দৈৱ বশতঃ অনায়াসে আন এটা দুঃসাধ্য

কাৰ্য্য সম্পন্ন হোৱা বুলি প্ৰকাশ কৰা হয়—এই তিনি প্ৰকাৰে বিশেষ নামৰ অলঙ্কাৰ হয়। ৯৬

এই তিনিবিধ বিশেষ অলঙ্কাৰৰ যথাক্ৰমে উদাহৰণ ; যেনে—

(১) দিৱমপ্যুপযাতানামাকল্পমনল্পগুণগণো যেষাম্।
ৰময়ন্তি জগন্তি গিৰঃ কথমিৱ কৱয়ো ন তে ৱন্দ্যাঃ॥

( স্বৰ্গগত হোৱাৰ পাচতো যাৰ প্ৰচুৰ গুণৰাশিৰে সমৃদ্ধ, কবিতাৰূপ যুগ যুগ ধৰি জগদ্‌বাসীক আনন্দ দান কৰি থাকে ; সেই কবিসকল সকলোৰে বন্দনীয় নহব কিয় ? )

[ ইয়াত কবিৰ গুণসম্পন্ন কবিতাবিলাক আধাৰহীন ভাৱে থাকে বুলি কোৱা হৈছে। ]

(২) কাননে সৰিদুদ্দেশে গিৰীণামপি কন্দৰে।
পশ্যন্ত্যন্তকসঙ্কাশং ত্বামেকং ৰিপৱঃ পুৰঃ॥

( মহাৰাজ, আপোনাৰ শত্ৰুবিলাকে বনত, নৈৰ দাঁতিত আৰু পৰ্ব্বতৰ গুহাত এজন আপোনাকে নিজৰ আগত বৈ থকা কালান্তক যম যেন দেখে। )

[ ইয়াত এটা পদাৰ্থক ( ৰজাক ) একে সময়তে নানা ঠাইত থাকে বুলি কোৱা হৈছে। ]

(৩) গৃহিণী সচিৱঃ সখী মিথঃ
প্ৰিয়শিষ্যা ললিতে কলাৱিধৌ।
কৰুণাৱিমুখেন মৃত্যুনা
হৰতা ত্বাং ৱদ কিং ন মে হৃতম্॥

( নিৰ্দ্দয় মৃত্যুৱে তোমাক হৰণ কৰি মোৰ গৃহিণী, সচিব, প্ৰিয় সখী, ললিত কলা শিক্ষাত মোৰ শিষ্যা—এই সকলোবোৰকে একেলগে হৰি লৈ গ'ল, মোৰ কি হৰণ নকৰিলে কোৱাচোন ? )

[ ইয়াত ইন্দুমতীৰ বিনাশৰূপ কাৰ্য্যত মৃত্যুৰ গৃহিণী-হৰণ আদি কাৰ্য্য দৈৱবশতঃ অনায়াসে সিদ্ধ হোৱা বুলি প্ৰকাশ কৰা হৈছে। ]

**ব্যাঘাত ঃ**

কোনো এটা উপায়েৰে এক প্ৰকাৰে এজনে যি কাৰ্য্যটো সাধন কৰে সেই একে উপায়েৰে, একে প্ৰকাৰে যদি আনে আন এটা কাৰ্য্য সাধন কৰা বুলি বৰ্ণনা কৰা হয়; তেন্তে তাক ব্যাঘাত অলঙ্কাৰ বোলা হয়। ৯৭

উদাহৰণ ; যেনে—

দৃশা দগ্ধং মনাসিজম্ ইত্যাদি।

[ ইয়াত, যি দৃষ্টিৰে মহাদেৱে কামদেৱক ভস্ম কৰিলে, সেই দৃষ্টিৰেই কামিনীকুলে তেওঁক জীয়ালে বুলি বৰ্ণনা কৰা হৈছে। ]

যদি কোনো এটা কাৰ্য্যৰ কাৰণ ৰূপে উপস্থাপিত পদাৰ্থ-টোকে সেই কাৰ্য্যৰ বিৰুদ্ধ আন এটা কাৰ্য্যৰ অধীন উপযুক্ত কাৰণ বুলি প্ৰতিপন্ন কৰা হয়; তেন্তে সিও এক প্ৰকাৰ ব্যাঘাত নামৰ অলঙ্কাৰেই। ৯৮

এই বিধ 'ব্যাঘাত'ৰ উদাহৰণ ; যেনে—

ইহৈৱ ত্বং তিষ্ঠ দ্ৰুতমহমহোভিঃ কতিপয়ৈঃ
সমাগন্তা কান্তে! মৃদুৰসি ন চায়াসসহনা।
মৃদুত্বং মে হেতুঃ সুভগ! ভৱতা গন্তুমধিকং
ন মৃদ্বী সোঢ়া যদ্বিৰহকৃতমায়াসমসমম্ ॥

( প্ৰিয়তমা, তুমি ইয়াতেই থাকা, মই কেইদিনমানৰ ভিতৰতে সোনকালে তোমাৰ ওচৰলৈ ঘূৰি আহিম। তুমি বৰ সুকুমাৰী, গতিকে পথকষ্ট সহ্য কৰিব নোৱাৰিবা। প্ৰিয়তম, মই সুকুমাৰী সঁচা; মই কষ্ট সহ্য কৰিব নোৱাৰো কাৰণেই মোৰ পক্ষে তোমাৰ লগত যোৱাটো বেছি আৱশ্যক হৈ পৰিছে; কাৰণ নাৰীয়ে পতিৰ বিৰহৰ কষ্ট কোনোমতেই সহ্য কৰিব নোৱাৰে। )

[ ইয়াত নায়কে নায়িকাৰ সৌকুমাৰ্য্যক লগত যাব নোৱাৰাৰ কাৰণ ৰূপে উপস্থাপিত কৰিছে ; কিন্তু নায়িকাই আকৌ সেই সৌকুমাৰ্য্যক লগত যোৱাৰ প্ৰতি তাতোকৈ অধিক যুক্তিযুক্ত কাৰণৰূপে প্ৰতিপন্ন কৰিলে। ]

**কাৰণমালা ঃ**

যদি পূৰ্ব্ববৰ্ণিত পদাৰ্থ, ক্ৰমে পিছত বৰ্ণিত পদাৰ্থৰ কাৰণ স্বৰূপ হয় ; তেনেহ'লে তাক কাৰণমালা বোলা হয়। ৯৯

উদাহৰণ ; যেনে—

শ্ৰুতং কৃতধিয়াং সঙ্গাজ্জায়তে ৱিনয়ঃ শ্ৰুতাৎ।
লোকানুৰাগো ৱিনয়ান্ন কিং লোকানুৰাগতঃ ॥

( বিদ্বান্‌লোকৰ সঙ্গৰপৰা শাস্ত্ৰজ্ঞান ওপজে, শাস্ত্ৰজ্ঞানৰপৰা বিনয় জন্মে, বিনয়ৰপৰা লোকপ্ৰিয় হয় আৰু জনপ্ৰিয়তাৰপৰা হব নোৱাৰা বস্তু কি আছে ? )

**মালা দীপক ঃ**

ধৰ্ম্মী ৰূপে বৰ্ণিত অনেক পদাৰ্থৰ যথাক্ৰমে উত্তৰোত্তৰ একে ধৰ্ম্মৰ লগত সম্বন্ধ বৰ্ণনা কৰিলে, তাক মালা দীপক অলঙ্কাৰ বোলে। ১০০

উদাহৰণ ; যেনে—

ত্বয়ি সঙ্গৰসম্প্ৰাপ্তে ধনুষাসাদিতাঃ শৰাঃ।
শৰৈৰৰিশিৰস্তেন ভূস্তয়া ত্বং ত্বয়া যশঃ ॥

( আপুনি ৰণ ক্ষেত্ৰত প্ৰবেশ কৰিলে ধনুৱে শৰ সংযোগ লাভ কৰে, শৰে শত্ৰুৰ মুৰৰ সংযোগ লাভ কৰে, শত্ৰুৰ মুৰবিলাকে পৃথিৱীৰ সঙ্গ লাভ কৰে, পৃথিৱীয়ে আপোনাৰ সঙ্গ লাভ কৰে আৰু আপুনি যশস্যাৰ সঙ্গ লাভ কৰে। )

**ইয়াত সঙ্গলাভ ৰূপ ক্ৰিয়াটিয়ে ধৰ্ম্ম।**

[ একে ধৰ্ম্মৰ লগত ধৰ্ম্মীৰূপে বৰ্ণিত ধনুঃ, শৰ, শত্ৰুৰ মুৰ, পৃথিৱী, আপুনি, আৰু যশস্যাৰ উত্তৰোত্তৰ যথাক্ৰমে সম্বন্ধ বৰ্ণনা কৰা হৈছে। ]

একাৱলী :

পূৰ্ব্ববৰ্ণিত পদাৰ্থৰ বিশেষণৰূপে উত্তৰোত্তৰ বৰ্ণিত পদাৰ্থৰ উপস্থাপন নাইবা পৰিহাৰ হ'লে, একাৱলী অলঙ্কাৰ হয়। বিশেষণ ভাৱৰ উপস্থাপন আৰু বিশেষণ ভাৱৰ পৰিহাৰ ভেদে এই একাৱলী অলঙ্কাৰ দুবিধ হয়। ১০১

ক্ৰমশঃ উদাহৰণ ; যেনে—

(১) সৰো ৱিকসিতাম্ভোজমম্ভোজং ভৃঙ্গসঙ্গতম্।
ভৃঙ্গা যত্ৰ সসঙ্গীতাঃ সঙ্গীতং সস্মৰোদয়ম্ ॥

( য'ত সৰোবৰ প্ৰফুল্ল পদুমেৰে সুশোভিত, পদুম ফুলবোৰ ভ্ৰমৰ সমাগমেৰে বিৰাজিত, ভ্ৰমৰবোৰ গুঞ্জনৰত আৰু সেই গুঞ্জন কামোদ্দীপক। )

(২) ন তজ্জলং যন্ন সুচাৰুপঙ্কজং
ন পঙ্কজং তদ্‌যদলীনষট্‌পদম্
ন ষট্‌পদোঽসৌ ন জুগুঞ্জ যঃ কলং
ন গুঞ্জিতং তন্ন জহাৰ যন্মনঃ ॥

( তেনেকুৱা পানী নাই য'ত পদুমফুলবোৰ সুন্দৰ কৈ ফুলি থকা নাই, তেনে পদুমফুল নাই য'ত ভোমোৰা লাগি থকা নাই, তেনেকুৱা ভোমোৰা নাই যিটোৱে মধুৰ গুঞ্জন কৰা নাই, আৰু তেনেকুৱা গুঞ্জন নাই যি মানুহৰ মন হৰণ কৰা নাছিল। )

কোনো কোনো একাৱলী অলঙ্কাৰত তেনেকুৱাও দেখা যায় যে পূৰ্ব্ব বাক্যত বিশেষ্যৰূপে উপস্থাপিত পদাৰ্থৰ ক্ৰমে পিছৰ বাক্যত বিশেষণ ৰূপে উপস্থাপন বা পৰিহাৰ কৰা হয়।

যেনে—

ৱাপ্যো ভৱন্তি ৱিমলাঃ স্ফুটন্তি কমলানি ৱাপীষু।
কমলেষু পতন্ত্যলয়ঃ কৰোতি সঙ্গীতমলিষু পদম্ ॥

( জলাশয়বিলাক নিৰ্ম্মল হৈছে, জলাশয়বোৰত পদুম ফুলিছে, পদুম ফুলবোৰত ভোমোৰা পৰি আছে আৰু ভোমোৰাবিলাকৰ মাজত সঙ্গীত ধ্বনি উঠিছে। )

এইদৰে য'ত পূৰ্ব্ব পূৰ্ব্ব বাক্যত বিশেষ্যৰূপে উপস্থাপিত পদাৰ্থৰ পিছৰ বাক্যত বিশেষণ ভাৱ পৰিহাৰ কৰা হয়, তাতো একপ্ৰকাৰ অলঙ্কাৰ হয় বুলি বুজিব লাগে।

**সাৰ ঃ**

বৰ্ণনীয় বস্তুৰ উত্তৰোত্তৰ অধিক উৎকৰ্ষ বৰ্ণনা কৰিলে তাক সাৰ অলঙ্কাৰ বোলে। ১০২

উদাহৰণ ; যেনে—

ৰাজ্যে সাৰং ৱসুধা ৱসুধয়ামপি পুৰং পুৰে সৌধম্।
সৌধে তল্পং তল্পে ৱৰাঙ্গনানঙ্গসৰ্ব্বস্বম্॥

(ৰাজ্যৰ ভিতৰত সাৰ বস্তু ভূখণ্ড; ভূখণ্ডৰ ভিতৰত সাৰ নগৰ, নগৰৰ ভিতৰত সাৰ বস্তু প্ৰাসাদ, প্ৰাসাদৰ ভিতৰত সাৰ শয্যা, শয্যাৰ ভিতৰত সাৰ বস্তু ৰতি-সৰ্ব্বস্ব সুন্দৰী ৰমণী।)

**যথাসংখ্য ঃ**

আগেয়ে যথাক্ৰমে উল্লিখিত পদাৰ্থবিলাকৰ পাচত তাৰ সম্বন্ধী (আগেয়ে কোৱা পদাৰ্থৰ লগত অন্বয়যোগ্য) পদাৰ্থবিলাকৰ সেইদৰে যথাক্ৰমে উল্লেখ কৰিলে, যথাসংখ্য অলঙ্কাৰ হয়। ১০৩

উদাহৰণ ; যেনে—

উন্মীলন্তি নখৈৰ্লুনীহি ৱহতি ক্ষৌমাঞ্চলেনাৱৃণু
ক্ৰীড়াকাননমাৱিশন্তি ৱলয়ক্বাণৈঃ সমুৎত্ৰাসয়।
ইত্থং ৱঞ্জুল-দক্ষিণানিলকুহূকণ্ঠেষু সাঙ্কেতিক-
ৱ্যাহাৰাঃ সুভগ! ত্বদীয়ৱিৰহে তস্যাঃ সখীনাং ক্ৰমাৎ॥

(হে সৌভগ্যশালী যুৱক, তোমাৰ বিৰহতাপত ব্যাকুল হৈ পৰা সেই সুন্দৰীৰ সখীয়েকসকলে অশোক, মলয়াবতাহ, আৰু কুলিৰ বিষয়ে এনেকুৱা সাঙ্কেতিক ভাষাৰে কোৱামেলা কৰে; (এজনীয়ে কয়) ফুলিব ধৰিছে, (তাৰ উত্তৰত আন এজনীয়ে কয়) নখেৰে ছিঙি পেলাই দিয়া, (এজনীয়ে কয়) বলিব ধৰিছে, (তাৰ উত্তৰত আন এজনীয়ে কয়) পাটৰ ৰিহাৰ আচলেৰে আঁৰ কৰা, (এজনীয়ে কয়)

প্ৰমোদ কাননত সোমালহি, ( আন এজনীয়ে কয় ) থাকুৰ শব্দেৰে চকু খুৱাই খেদি দিয়া। )

[ ইয়াত, ফুলিব ধৰিছে আৰু নখেৰে ছিঙি পেলোৱা,—বলিব ধৰিছে আৰু পাটৰ বিহাৰ আচলেৰে আঁৰ কৰা; প্ৰমোদ কাননত সোমালহি আৰু থাকুৰ শব্দেৰে চকু খুৱাই খেদি দিয়া—এই কথা যথাক্ৰমে উল্লিখিত পদাৰ্থ কেইটিৰ সম্বন্ধী অশোকফুল, মলয়াবতাহ আৰু কুলিৰ বিষয়ে পিছত যথাক্ৰমে উল্লেখ হৈছে। ]

**পৰ্য্যায় :**

কোনো ক্ষেত্ৰত এটা পদাৰ্থৰ অনেক পদাৰ্থত, কোনো ক্ষেত্ৰত বা অনেক পদাৰ্থৰ এটা পদাৰ্থত পৰ্য্যায়ক্ৰমে অৱস্থান বা সম্পাদন প্ৰকাশ কৰিলে, তাক পৰ্য্যায় অলঙ্কাৰ বোলে। ১০৪

এই দুবিধ পৰ্য্যায় অলঙ্কাৰৰ উদাহৰণ যথাক্ৰমে দিয়া হৈছে; যেনে—

(১) স্থিতাঃ ক্ষণং পক্ষ্মসু তাড়িতাধৰাঃ
পয়োধৰোৎসেধনিপাতচূৰ্ণিতাঃ।
ৱলীষু তস্যাঃ স্খলিতাঃ প্ৰপেদিৰে
ক্ৰমেণ নাভিং প্ৰথমোদবিন্দৱঃ॥

( বাৰিষাৰ প্ৰথম বৰষুণৰ পানীটুপি তেওঁৰ ( পাৰ্ব্বতীৰ ) গাত পৰি প্ৰথমতে চকুৰ চেলাউৰিত অলপ সময় বৈ থাকে, তাৰ পাচত অধৰত পৰে; তাৰপৰা উন্নত পয়োধৰত পৰাৰ লগে লগে চূৰ্ণ হৈ তললৈ গৈ ত্ৰিৱলীত পৰে, তাৰপৰা ক্ৰমে নাভি পায়গৈ। ) [ ইয়াত জলবিন্দু ৰূপ এটা পদাৰ্থৰ ক্ৰমশঃ চেলাউৰি, অধৰ আদি অনেক পদাৰ্থত অৱস্থান বৰ্ণনা কৰা হৈছে। ]

(২) ৱিচৰন্তি ৱিলাসিন্যো যত্ৰ শ্ৰোণিভৰালসাঃ।
ৱৃক-কাক-শিৱাস্তত্ৰ ধাৱন্ত্যৰিপুৰে তৱ॥

( মহাৰাজ, যত নিতম্বভাৰ-নম্ৰা বিলাসিনী সুন্দৰীয়ে বিচৰণ কৰে, আপোনাৰ শত্ৰুৰ সেই পুৰীত এতিয়া কুকুৰনেছীয়া বাঘ, কাউৰী আৰু শিয়াল ঘূৰি ফুৰিছে। )

[ ইয়াত শত্ৰুপুৰী ৰূপ এক পদাৰ্থত সুন্দৰী আৰু কুকুৰনেছীয়া বাঘ আদিৰ ক্ৰমিক অৱস্থিতি বৰ্ণনা কৰা হৈছে। ]

(৩) বিসৃষ্টৰাগাদধৰান্নিৱর্ত্তিতঃ স্তনাঙ্গৰাগাদৰুণাচ্চ কন্দুকাৎ।
কুশাঙ্কুৰাদানপৰিক্ষতাঙ্গুলিঃ কৃতোঽক্ষসূত্ৰপ্ৰণয়ী তয়া কৰঃ॥

( পাৰ্ব্বতীয়ে নিজৰ হাত দুখন ৰং নথকা ওঁঠৰপৰা আৰু স্তনত ঘঁহা অঙ্গৰাগেৰে ৰঙচুৱা হোৱা কন্দুকৰপৰা আঁতৰাই ৰাখিলে, কুশৰ আগ বোটলোতে আঙুলিবিলাকত ঘা কৰি পেলালে আৰু ৰুদ্ৰাক্ষৰ মালাত লগাই ৰাখিলে। )

[ ইয়াত হাতৰূপ এটা পদাৰ্থ ক্ৰমশঃ অনেক কাৰ্য্য সম্পাদনত প্ৰকাশ কৰা হৈছে। )

(৪) যয়োৰাৰোপিতস্তাৰো হাৰস্তেঽৰিবধূজনৈঃ।
নিধীয়ন্তে তয়োঃ স্থূলাঃ স্তনয়োৰশ্ৰুবিন্দৱঃ।।

( মহাৰাজ, আপোনাৰ শত্ৰু ৰমণীয়ে যি স্তন যুগলৰ ওপৰত বিশুদ্ধ মুক্তাহাৰ ধাৰণ কৰিছিল, তাত এতিয়া চকুৰ পানীৰ ডাঙৰ ডাঙৰ টোপলবোৰহে ধাৰণ কৰে। )

[ ইয়াত মুক্তাহাৰ আৰু চকুলোৰ টোপৰূপ অনেক পদাৰ্থ স্তনৰূপ একে পদাৰ্থত সম্পাদন বৰ্ণনা কৰা হৈছে। )

এই চাৰি প্ৰকাৰ পৰ্য্যায় অলঙ্কাৰত মন কৰিবলগীয়া এই যে ইয়াত কেতিয়াবা আধাৰ ৰূপে উপস্থিত পদাৰ্থটি সংহত স্বৰূপ বা অনেকৰ সমষ্টি-স্বৰূপ হয়, কোনো ঠাইত অসংহত স্বৰূপ বা বেলেগে বেলেগে অৱস্থিত হয়। কেতিয়াবা আধেয় ৰূপে বৰ্ণিত পদাৰ্থটিও সংহত আৰু কেতিয়াবা আকৌ অসংহত ৰূপৰ হয়। যেনে—“স্থিতাঃ ক্ষণং” এই শ্লোকত জলবিন্দুৰ ‘চকুৰ চেলাউৰি’ অসংহতৰূপ আধাৰত ক্ৰমশঃ অৱস্থান বৰ্ণনা কৰা হৈছে। ‘বিচৰন্তি’—এই শ্লোকত আধেয় ৰূপ বৃক ( কুকুৰনেছীয়া বাঘ ) আদিৰ সংহত ৰূপ আধাৰ শত্ৰু-পুৰীত ক্ৰমশঃ অৱস্থান বৰ্ণনা কৰা হৈছে। এইদৰে অন্য ক্ষেত্ৰতো এই বিশেষত্ববোৰলৈ মন কৰিব লাগিব। পৰ্য্যায় অলঙ্কাৰত এটা পদাৰ্থৰ অনেক পদাৰ্থত পৰ্য্যায়ক্ৰমে অৱস্থান বৰ্ণনা কৰা হয়। ( বিশেষ অলঙ্কাৰত হলে এটা পদাৰ্থৰ অনেক পদাৰ্থত একে সময়তে অৱস্থান প্ৰকাশ কৰা হয় ) এয়ে বিশেষ অলঙ্কাৰৰ সৈতে পৰ্য্যায় অলঙ্কাৰৰ প্ৰভেদ। পৰিবৃত্তি অলঙ্কাৰৰ দৰে ইয়াত পৰস্পৰৰ বিনিময় প্ৰকাশ কৰা

নহয় হেতুকে পৰিবৃত্তি অলঙ্কাৰৰ লগতো পৰ্য্যায় অলঙ্কাৰৰ প্ৰভেদ আছে।

**পৰিবৃত্তি ঃ**

য'ত কোনো পদাৰ্থৰ সমান, ন্যূন বা অধিক পদাৰ্থৰ লগত বিনিময় বৰ্ণনা কৰা হয়, সেয়ে পৰিবৃত্তি অলঙ্কাৰ ।১০৫

এই তিনিবিধ পৰিবৃত্তিৰ ক্ৰমশঃ উদাহৰণ, যেনে—

দত্ত্বা কটাক্ষমেণাক্ষী জগ্ৰাহ হৃদয়ং মম।
ময়া তু হৃদয়ং দত্ত্বা গৃহীতো মদনজ্বৰঃ॥

(হৰিণনয়না সুন্দৰীয়ে মোক কটাক্ষ দান কৰি তাৰ সলনি মোৰ হৃদয়খন নিলে। মই হলে মোৰ হৃদয়খন দি তাৰ সলনি কাম-জ্বৰ চপাই ললোঁ।)

এই শ্লোকৰ প্ৰথমাৰ্দ্ধত সমান বস্তুৰ লগত বিনিময় আৰু দ্বিতীয়াৰ্দ্ধত ন্যূন বস্তুৰ লগত বিনিময় বৰ্ণনা কৰা হৈছে।

তস্য চ প্ৰৱয়সো জটায়ুষঃ স্বৰ্গিণঃ কিমিৱ শোচ্যতেঽধুনা।
যেন জৰ্জ্জৰকলেৱৰব্যয়াৎ ক্ৰীতমিন্দুকিৰণোজ্জ্বলং যশঃ॥

(যি জনে জৰাজীৰ্ণ শৰীৰটো দি চন্দ্ৰ কিৰণৰ তুল্য উজ্জ্বল যশস্যা লাভ কৰিছে, সেই স্বৰ্গগামী জটায়ুৰ কাৰণে এতিয়া শোক কৰিবলগীয়া কি আছে?)

ইয়াত অধিকৰ লগত বিনিময় বৰ্ণনা কৰা হৈছে।

**পৰিসংখ্যা ঃ**

প্ৰশ্নপূৰ্ব্বক বা বিনা প্ৰশ্নই কোনো এটা বস্তুৰ কথা কওঁতে শব্দতঃ বা অৰ্থতঃ যদি তাৰ সদৃশ অন্য বস্তুৰ ব্যাবৃত্তিৰ (অভাৱৰ) প্ৰতীতি হয়, তেন্তে সেয়ে পৰিসংখ্যা অলঙ্কাৰ ।১০৬

ক্ৰমশঃ উদাহৰণ ; যেনে—

কিং ভূষণং সুদৃঢ়মত্ৰ যশো ন ৰত্নং
কিং কাৰ্য্যমাৰ্য্যচৰিতম্ সুকৃতং ন দোষঃ।

কিং চক্ষুৰপ্রতিহতম্ ধিষণা ন নেত্রং
জানাতি কস্ত্বদপৰঃ সদসদ্‌বিৱেকম্ ॥

( সুদৃঢ় ভূষণ কি? যশস্যাহে, ৰত্ন নহয়। কৰ্ত্তব্য কি? সজ্জনৰ দৰে সৎ কৰ্ম্মৰ আচৰণ, সুৰাপান আদি দুষ্কৰ্ম নহয়। অপ্রতিহত চক্ষু কি? বুদ্ধিহে, চকু নহয়। ভাল বেয়াৰ ভেদ আপোনাৰ বাহিৰে আন কোনে বুজে? )

ইয়াত যশস্যা আদিৰ বাহিৰে ৰত্নাদি স্বৰূপ তাৰ তুল্য অন্য বস্তুৰ ব্যাবৃত্তি বা অভাৱ শব্দৰদ্বাৰাই বুজোৱা হৈছে।

কিমাৰাধ্যং সদা পুণ্যং কশ্চ সেৱ্যঃ সদাগমঃ।
কো ধ্যেয়ো ভগৱান্ ৱিষ্ণুঃ কিং কাম্যং পৰমং পদম্ ॥

( নিত্য আৰাধ্য বস্তু কি? পুণ্য। সেৱ্য কি? সৎসঙ্গ। ধ্যেয় কোন? ভগৱান্ বিষ্ণু। কাম্য কি? পৰম পদ। )

পুণ্য আদিৰ বাহিৰে পাপ আদি যে ধ্যেয় আদি নহয় সেইটো ইয়াত অৰ্থতঃ বুজা গৈছে।

এই দুয়োটা প্রশ্নপূৰ্ব্বক অন্য ব্যৱচ্ছেদৰদ্বাৰা হোৱা পৰিসংখ্যাৰ উদাহৰণ।

বিনা প্রশ্নই অন্য ব্যৱচ্ছেদৰদ্বাৰা হোৱা পৰিসংখ্যাৰ উদাহৰণ; যেনে—

ভক্তিৰ্ভৱে ন ৱিভৱে ৱ্যসনং শাস্ত্রে ন যুৱতিকামাস্ত্রে।
চিন্তা যশসি ন ৱপুষি প্রায়ঃ পৰিদৃশ্যতে মহতাম্ ॥

( প্রায়ে দেখা যায় মহৎ লোকৰ ভক্তি ভৱতহে [ শিৱত ] বিভৱত ( ঐশ্বৰ্য্যত ) নহয়। ব্যসন ( অতি আসক্তি ) শাস্ত্ৰালোচনাতহে, ৰমণীৰূপ কামাস্ত্রত নহয়। চিন্তা যশস্যাৰ নিমিত্তেহে, দেহৰ নিমিত্তে নহয়। )

[ ইয়াত বিনা প্রশ্নই আৰু শব্দৰদ্বাৰাই ইতৰ ব্যাবৃত্তি বুজোৱা হৈছে। ]

বলমাৰ্ত্তভয়োপশান্তয়ে ৱিদুষাং সম্মতয়ে বহুশ্ৰুতম্।
ৱসু তস্য ন কেৱলং ৱিভোৰ্গুণৱত্তাপি পৰপ্রয়োজনম্ ॥

( সেই মহাৰাজ দশৰথৰ বল আছিল আৰ্ত্তলোকৰ ভয় নিবাৰণৰ অৰ্থে, শাস্ত্ৰজ্ঞান আছিল বিদ্বজ্জনৰ সন্মানৰ অৰ্থে, আৰু অকল ধনেই নহয় তেওঁৰ গুণবত্তাও আছিল কেৱল পৰৰ উপকাৰৰ অৰ্থে। ) [ ইয়াত অৰ্থতঃ ইতৰ ব্যাবৃত্তি প্ৰকাশ কৰা হৈছে। ]

এই পৰিসংখ্যা অলঙ্কাৰ শ্লেষমূলক হলে বিচিত্ৰ মনোগ্ৰাহী হৈ উঠে ; যেনে—

"যস্মিংশ্চ ৰাজনি জিতজগতি পালয়তি মহীং চিত্ৰকৰ্ম্মসু
বৰ্ণসঙ্কৰাঃ চাপেষু গুণচ্ছেদাঃ" ইত্যাদি।

( যি জনা জগজ্জয়ী ৰজাই পৃথিৱী পালন কৰা সময়ত চিত্ৰকৰ্ম্মতহে আছিল বৰ্ণ সঙ্কৰ ( বিভিন্ন বৰ্ণ'ৰ মিশ্ৰণ ), ধনুতহে আছিল গুণচ্ছেদ ইত্যাদি। )

[ ইয়াত বৰ্ণসঙ্কৰ শব্দৰ অৰ্থ শুক্ল-কৃষ্ণ আদি নানা বৰণৰ মিশ্ৰণ আৰু ব্ৰাহ্মণ ক্ষত্ৰিয় আদি বৰ্ণৰ মিশ্ৰণ। গতিকে উদ্ধৃত বাক্যৰ অৰ্থ এই যে চিত্ৰ কৰ্ম্মতহে বৰ্ণসঙ্কৰ অৰ্থাৎ নানা ৰঙৰ মিশ্ৰণ আছিল, ব্ৰাহ্মণ-ক্ষত্ৰিয়া আদি বৰ্ণৰ সাঙ্কাৰ্য্য নাছিল। সেইদৰে "গুণ" শব্দৰ অৰ্থ ধনুৰ গুণ আৰু সাধুতা আদি গুণ ; গতিকে কেৱল ধনুৰ গুণহে ছিগিছিল, সাধুতা আদি গুণৰ উচ্ছেদ নহৈছিল। ]

**উত্তৰ ঃ**

**য'ত উত্তৰৰপৰা প্ৰশ্নৰ অনুমান হয়, নাইবা প্ৰশ্ন থাকিলেও সেই প্ৰশ্নৰ কেবাটাও অসম্ভৱ উত্তৰ দিয়া হয়, তাতে উত্তৰ অলঙ্কাৰ হয়। ১০৭**

উদাহৰণ মোৰ ৰচনাৰপৰা ; যেনে—

ৱীক্ষিতুং ন ক্ষমা শ্বশ্ৰূঃ স্বামী দূৰতৰং গতঃ।
অহমেকাকিনী বালা তৱেহ ৱসতিঃ কুতঃ ? ॥

( শাহু আয়ে চকুৰে নেদেখে, স্বামী বহুত দূৰ দেশলৈ গৈছে, মই অকলশৰীয়া যুৱতী ; পথিকা;তুমি ইয়াত কেনেকৈ থাকিবা. )

এই উক্তিৰে [ প্ৰোষিতভৰ্ত্তৃকা নায়িকাই ] পথিকক থাকিবলৈ অনুনয় কৰিছে বুলি জনা গৈছে।

কা রিসমা দেব্বগঈ কিং লদ্ধব্বং জণো গুণগ্‌গাহী।
কিং সোক্‌খম্‌ সুকলত্তং কিং দুগে্‌গজ্ঝং খলো লোও ॥

( অতিশয় বিষম কি ?—দৈৱৰ গতি।
কি লাভ কৰা উচিত ? –গুণগ্ৰাহী লোক।
সুখ কি ?—উত্তম ভাৰ্য্যা।
কাক নিজৰ কৰা টান ?—খল স্বভাৱৰ মানুহক। )

ইয়াত অন্য একো বিষয়ৰ অস্বীকাৰ কৰিবলগীয়া হোৱা নাই বাবে এই অলঙ্কাৰ পৰিসংখ্যাতকৈ বেলেগ। উত্তৰ অলঙ্কাৰ অনুমান অলঙ্কাৰৰ ভিতৰতো নপৰে, কিয়নো সাধ্য আৰু সাধন ( অনুমেয় আৰু অনুমানৰ হেতু ) দুয়োটাৰ উল্লেখ থাকিলেহে অনুমান অলঙ্কাৰ হয়।

উত্তৰ অলঙ্কাৰক কাব্যলিঙ্গ অলঙ্কাৰো বুলিব নোৱাৰি, কিয়নো উক্ত উত্তৰ প্ৰশ্নৰ হেতু বা জনক হোৱা নাই। [ বাক্যাৰ্থ হেতু হ'লেহে কাব্য লিঙ্গ অলঙ্কাৰ হয়। ]

**অৰ্থাপত্তি ঃ**

দণ্ডাপূপিকা ( মাৰিত থোৱা পিঠা ) ন্যায়ৰদ্বাৰা অন্য অৰ্থৰ আগমকে অৰ্থাপত্তি বোলা হয়। ১০৮

"নিগনিয়ে মাৰিডাল খালে" বুলি কওঁতেই মাৰিত বান্ধি থোৱা পিঠাখনো নিগনিয়েই খালে, এই অৰ্থ বাক্যৰ অৰ্থৰপৰাই আপোনা-আপুনি উপস্থিত হয়। গতিকে নিয়ত ভাৱে ( কোনো ব্যতিক্ৰম নোহোৱাকৈ ) তুল্য যুক্তিৰ বলত য'ত অন্য এটা অৰ্থ আপোনা-আপুনি উপস্থিত হয়, সেয়ে দণ্ডাপূপিকা ন্যায়।

অৰ্থাপত্তিত কেতিয়াবা প্ৰাসঙ্গিক অৰ্থৰপৰা অপ্ৰাসঙ্গিক অৰ্থ উপস্থিত

হয়, আৰু কেতিয়াবা অপ্ৰাসঙ্গিক অৰ্থৰপৰা প্ৰাসঙ্গিক অৰ্থ উপস্থিত হয় ; গতিকে অৰ্থাপত্তি দুই প্ৰকাৰ। ক্ৰমে উদাহৰণ ; যেনে—

হাৰোঽয়ং হৰিণাক্ষীণাং লুঠতি স্তনমণ্ডলে।
মুক্তানামপ্যৱস্থেয়ং কে ৱয়ং স্মৰকিঙ্কৰাঃ ? ॥

( মুকুতাৰ হাৰডালো হৰিণনয়নাৰ স্তনযুগলত বাগৰি আছে, মুক্তাৰে ( মুক্ত পুৰুষৰেই ) যেতিয়া এনে অৱস্থা, কামৰ দাস আমি কোন কুটা। )

ৱিললাপ স বাষ্পগদ্‌গদং সহজামপ্যপহায় ধীৰতাম্।
অভিতপ্তময়োঽপি মাৰ্দ্দৱং ভজতে কৈৱ কথা শৰীৰিষু ॥

( অজে স্বাভাৱিক ধৈৰ্য্য পৰিত্যাগ কৰি চকুলো টুকি থোকাথুকি মাতেৰে বিনাবলৈ ধৰিলে, উত্তপ্ত হ'লে লোহাও গলি যায়, দেহধাৰী মানুহৰ কথা আৰু কি ক'ব লাগিছে। )

"হাৰোঽয়ম্……" আদি উদাহৰণৰ দৰে

সমান ন্যায় অৰ্থাৎ সমানভাৱৰ উক্তি শ্লেষমূলক হ'লে অধিক বৈচিত্ৰ্য সম্পাদন হয় যেনে—"হাৰোঽয়ম্" আদি উদাহৰণ।

অৰ্থাপত্তিত ব্যাপ্য-ব্যাপক ভাৱ সম্বন্ধৰ কোনো অভিপ্ৰায় নাই বাবে, এই অলঙ্কাৰ অনুমান অলঙ্কাৰ নহয় ; তাতকৈ বেলেগ।

**বিকল্প ঃ**

চাতুৰ্য্যৰ সৈতে তুল্যবল দুটা বস্তুৰ পাৰস্পৰিক
বিৰোধ বৰ্ণনাত বিকল্প অলঙ্কাৰ হয়। ১০৯

যেনে— নময়ন্তু শিৰাংসি ধনুংষি ৱা,
কৰ্ণপূৰী ক্ৰিয়ন্তামাজ্ঞা মৌৰ্ব্বী ৱা।

( মূৰ দোৱাঁওক বা ধনু ভিৰাই গুণ লগাওক, আজ্ঞা কাণত তোলক বা ধনুৰ গুণ কাণৰ ওচৰলৈ টানক। )

এই কবিতাফাঁকিত বৰ্ণনা কৰা মূৰ দোওঁৱা বা ধনু দোওঁৱা কাৰ্য্য সন্ধি আৰু বিগ্ৰহৰ সূচক। সন্ধি-বিগ্ৰহ দুয়োটা একে সময়তে হোৱা

অসম্ভৱ, গতিকে বিৰোধ। এক পক্ষৰ আশ্ৰয়ত সেই বিৰোধৰ অৱসান হয়।

ধনু ভিৰাই গুণ লগোৱা আৰু মূৰ দোওঁৱা দুয়োটাই স্পৰ্দ্ধাৰপৰা হোৱা বাবে দুয়োটা তুল্যবল হৈছে।

[ শত্ৰু সমকক্ষ বা হীনবল হ'লে ধনুত গুণ লগাই যুদ্ধলৈ আহ্বান কৰা আৰু শত্ৰুক মূৰ দোঁৱাবলৈ কোৱা দুয়োটো কাৰ্য্যতে কৰ্ত্তাৰ গৰ্ব্ব প্ৰকাশ হোৱাত তুল্য বল হৈছে। ]

এই উক্তিৰ ভিতৰত উপমা লুকাই আছে বাবে চাতুৰ্য্য প্ৰকাশ হৈছে।

[ মূৰ দোওঁৱা কাৰ্য্য ধনু ভিৰাই গুণ লগোৱাৰ নিচিনা। ]

সেইদৰেই "কৰ্ণপূৰী ক্ৰিয়ন্তাম্" ইয়াতো উপমা সোমাই আছে।

এই দৰেই—

যুষ্মাকং কুৰুতাং ভৱাৰ্ত্তিশমনং নেত্ৰে তনুৰ্ব্বা হৰেঃ।

( হৰিৰ নয়নযুগল বা শৰীৰে তোমালোকৰ সংসাৰৰ কষ্টৰ উপশম ঘটাওক। )

[ নয়ন আৰু শৰীৰৰ সমস্পৰ্দ্ধিতাৰদ্বাৰা ইয়াত দুয়োটা তুল্যবল হৈছে। ]

বিকল্পৰ আশ্ৰয় শ্লেষমূলক হোৱা বাবে ইয়াত বৈচিত্ৰ্য প্ৰকাশ হৈছে।

[ 'কুৰুতাং' পদ 'নয়নে' এই দ্বিবচনান্ত কৰ্ত্তাৰ আৰু 'তনু' এই এক বচনান্ত কৰ্ত্তাৰ ক্ৰিয়া হোৱাত উক্ত পদত শ্লেষ হৈছে ]

"দীয়তামৰ্জ্জিতং ৱিত্তং দেৱায় ব্ৰাহ্মণায় ৱা।"

( উপাৰ্জ্জন কৰা ধন দেৱতা বা ব্ৰাহ্মণক দান কৰা )

এই উক্তিত চাতুৰ্য্য নাই বাবে ইয়াত একো অলঙ্কাৰ নাই।

**সমুচ্চয়ঃ**

**যদি কোনো কাৰ্য্যৰ সাধক এটা বস্তু 'খলে কপোতিকা' ন্যায় অনুসাৰে অন্য বস্তুৰো সাধকৰূপে বৰ্ণিত হয়, নাইবা দুবিধ গুণ, দুই প্ৰকাৰ ক্ৰিয়া আৰু গুণ আৰু**

ক্রিয়াৰ একে লগে একে ঠাইতে উৎপত্তি বা স্থিতি বর্ণনা
কৰা হয় ; তেতিয়া সমুচ্চয় অলঙ্কাৰ হয়। ১১০

উদাহৰণ মোৰ ৰচনাৰপৰা—

হংহো ধীৰসমীৰ ! হন্ত জননং তে চন্দনক্ষ্মাভৃতো
দাক্ষিণ্যং জগদুত্তৰং পৰিচয়ো গোদাৱৰীৱাৰিভিঃ।
প্রত্যঙ্গং দহসীহ মে ত্বমপি চেদুদ্দামদাৱাগ্নিৱ-
ন্মত্তোহয়ং মলিনাত্মকো ৱনচৰঃ কিং ৱক্ষ্যতে কোকিলঃ॥

( হেৰা ধীৰ মলয়া বতাহ তোমাৰ জন্ম চন্দন গছেৰে ভৰি থকা (মলয়) পর্ব্বতত, তোমাৰ দাক্ষিণ্য [ দক্ষিণ ফালৰপৰা অহা বাবে দাক্ষিণ্য আৰু সকলোৰে প্রতি অনুকূল হোৱা বাবেও দাক্ষিণ্য ] লোকোত্তৰ, ইফালে তুমি গোদাৱৰীৰ সংস্পর্শত শীতল হৈ আহিছা। তথাপি তুমিও যেতিয়া দাঁও দাঁও কৈ জ্বলি উঠা দাবানলে দগ্ধ কৰাদি মোৰ অঙ্গ-প্রত্যঙ্গ দগ্ধ কৰিছা, তেতিয়া উন্মত্ত, মলিন ( ক'লা, কপটীয়া ) বনৰীয়া কুলি চৰাইৰ কথা আৰু কি ক'ম ? )

[ খলে কপোতিকান্যায়—শস্যৰ খোলাত বুঢ়া-ডেকা আৰু পোৱালি কপৌবোৰ একে লগে একে সময়তে পৰাটোৱেই 'খলেকপোত' সেইদৰে একে ঠাইতে সমাৱেশ হোৱাকে 'খলেকপোতিকা ন্যায়' বোলা হৈছে। ]

এই উদাহৰণত অঙ্গ-প্রত্যঙ্গ দগ্ধ কৰাৰ কাৰণৰূপে চন্দন গছেৰে ভৰি থকা মলয় পর্ব্বতত জন্ম হোৱাটোকে নির্দ্দিষ্ট কৰা হৈছে যদিও লগতে দাক্ষিণ্য আদি অন্যান্য কাৰণৰো উল্লেখ কৰা হৈছে। সকলোবোৰ হেতুৱেই শোভন হেতু হোৱা বাবে সদ্‌যোগ হৈছে আৰু চতুর্থ পাদত 'উন্মত্ত' আদি অসদ্ হেতু যোগ হোৱাত অসদ্ যোগ হৈছে।

[ সৎ অসৎ বিবিধ কাৰণৰ একত্র সমাৱেশত সমুচ্চয় হৈছে। ]

সৎ যোগ আৰু অসৎ যোগৰ উদাহৰণ ; যেনে—

শশী দিৱসধূসৰো গলিতযৌৱনা কামিনী
সৰো ৱিগতৱাৰিজং মুখমনক্ষৰং স্বাকৃতেঃ।
প্রভুর্ধনপৰায়ণঃ সততদুর্গতঃ সজ্জনো
নৃপাঙ্গনগতঃ খলো মনসি সপ্ত শল্যা নি মে॥

( দিনত মলিন হৈ থকা চন্দ্ৰ, বিগত-যৌৱনা নাৰী, পদ্মহীন সৰোবৰ, সুন্দৰ মুখত প্ৰকাশ হোৱা মূৰ্খত্ব, অৰ্থ-গৃধ্নু ৰজা, সাধুলোক সদায় দুৰ্গতিত পৰা, ৰাজসভাত খলুৱা মানুহ,—এই সাতোটা মোৰ মনত সদায় শেল স্বৰূপ। )

এই কবিতাফাঁকিত সদ্ যোগ আৰু অসদ্ যোগৰ ব্যাখ্যা দুই প্ৰকাৰে কৰা হয়। (১) "চন্দ্ৰ আদি শোভন আৰু খল স্বভাৱৰ মানুহ অশোভন, গতিকে ইয়াত সৎ-অসৎ যোগ হৈছে। (২) চন্দ্ৰ আদি স্বাভাৱিকতে শোভন; কিন্তু দিনত মলিন হোৱাটো অশোভন, সেইবাবে ইয়াত সৎ-অসৎ যোগ হৈছে।"

এই কবিতাফাঁকিত চন্দ্ৰ আদি প্ৰকৃতিসুন্দৰ বস্তুৰ সৈতে অন্য কাৰণৰপৰা হোৱা ধূসৰত্ব আদি অতিশয় অশোভনত্বৰ একে ঠাইতে হোৱা সমাৱেশত অতিশয় বৈচিত্ৰ্য প্ৰকাশ হোৱা বাবেই ই চমৎকাৰ হৈ পৰিছে।

"এই সাতোটা মোৰ মনত শেল" স্বৰূপ বুলি ভাল-বেয়া সাতোটাকে একে লগে শেল বুলি কোৱাত সতৰ সৈতে অসতৰ যোগ হৈছে। "ৰাজসভাত খলুৱা মানুহ" এই কথাফাঁকিত ওপৰৰ ক্ৰম ৰক্ষা নোহোৱাত ভগ্নপ্ৰক্ৰমতা দোষ জন্মিছে; কিয়নো ওপৰৰ চন্দ্ৰ আদি ছটা বিষয়ত বিশেষ্যবিলাককহে শোভন ৰূপে বৰ্ণনা কৰা হৈছে।

[ চন্দ্ৰ আদি বিশেষ্য আৰু তাকে শোভনৰূপে, ধূসৰ আদি বিশেষণ আৰু তাকে অশোভনৰূপে বৰ্ণনা কৰা হৈছে; কিন্তু "নৃপাঙ্গনগতঃ খলঃ" ইয়াত অশোভন 'খলুৱা মানুহ'ক বিশেষণৰূপে আৰু শোভন বস্তু 'ৰাজসভাত থকা' কাৰ্য্যক বিশেষ্য ৰূপে বৰ্ণনা কৰা হৈছে। ]

সমাধি অলঙ্কাৰৰ সৈতে সমুচ্চয় অলঙ্কাৰৰ পাৰ্থক্য এয়ে যে – সমুচ্চয়ত 'খলে কপোত ন্যায়ে'ৰে ( ধান-মাহ আদিৰ খোলাত বুঢ়া-ডেকা সকলোবোৰ কপৌ একেলগে পৰাৰ দৰে ) সকলোবোৰ কাৰণ পৰস্পৰৰ সহযোগত উপস্থিত হয়। সমাধিত এটা কাৰণেই কাৰ্য্যসাধন কৰিবলৈ পৰ্য্যাপ্ত হোৱা সত্ত্বেও "কাকতালীয় ন্যায়ে"ৰে অন্য কাৰণৰ উপস্থিতি হয়।

[ তাল গছৰ তলেদি উৰি যোৱা কাউৰী এজনী দৈৱাৎ সাৰপৰা তাল গুটি এটা পৰি মৰাকে কাকতালীয় ন্যায় বোলা হয়। ]

**গুণ আৰু ক্ৰিয়াৰ যৌগপদ্য ঃ**

অৰুণে চ তৰুণি ! নয়নে তৱ মলিনং চ প্ৰিয়স্য মুখম্ ।
মুখমানতং চ সখি ! তে জ্বলিতশ্চাস্যান্তৰে স্মৰজ্বলনঃ ॥

( সুন্দৰী, ইফালে তোমাৰ চকু ৰঙা পৰিছে আৰু সিফালে তোমাৰ প্ৰিয়তমৰ মুখ ক'লা হৈ পৰিছে ; কিন্তু তোমাৰ মুৰ ( অনুনয়ৰ বাবে ) দোঁ খাই গ'লে, তেওঁৰ অন্তৰত কামাগ্নি জ্বলি উঠিল । )

এই কবিতাফাঁকিৰ প্ৰথমাৰ্দ্ধত গুণৰ যৌগপদ্য আৰু দ্বিতীয়াৰ্দ্ধত ক্ৰিয়াৰ যৌগপদ্যত সমুচ্চয় হৈছে ।

গুণ আৰু ক্ৰিয়া দুয়োটাৰ যৌগপদ্যৰ উদাহৰণ ; যেনে—

কলুষং চ তৱাহিতেষ্বকস্মাৎ সিতপঙ্কেৰুহসোদৰশ্ৰি চক্ষুঃ ।
পতিতং চ মহীপতীন্দ্ৰ ! তেষাং ৱপুষি-প্ৰস্ফুটমাপদাং কটাক্ষৈঃ ॥

( মহাৰাজ ! শ্বেতপদ্ম সদৃশ আপোনাৰ নয়ন যেতিয়া অকস্মাৎ শত্ৰুৰ প্ৰতি কলুষ ( ৰঙা ) হৈ পৰে, তেতিয়া তেওঁলোকৰ কুটিল দৃষ্টি আৰু আপদ স্পষ্ট হৈ পৰে ।)

"ধুনোতি চাসিং তনুতে চ কীৰ্ত্তিম্ ।"

( অসি সঞ্চালন কৰিছে আৰু কীৰ্ত্তি বিস্তাৰ কৰিছে । )

এনেকুৱা উদাহৰণত একে অধিকৰণতো দেখা যায় ।

উক্ত উদাহৰণত দীপক অলঙ্কাৰ হোৱা নাই. যদিও দুটা ক্ৰিয়াৰ একে কৰ্ত্তাৰ সৈতে সম্বন্ধ হৈছে । গুণ আৰু ক্ৰিয়াৰ যৌগপদ্য একান্ত অনিবাৰ্য্য-ভাৱে থাকিবলগীয়া সকলো প্ৰকাৰ সমুচ্চয় অলঙ্কাৰৰ মূলতে কাৰ্য্য আৰু কাৰণৰ কালৰ পৌৰ্ব্বাপৰ্য্য-ৰূপ নিয়মৰ বিপৰ্য্যয়ৰপৰা উদ্ভৱ হোৱা অতিশয়োক্তি অলঙ্কাৰ থাকে ; কিন্তু দীপক অতিশয়োক্তিমূলক নহয় ।

[ কাৰণ আগতে থাকে, পিছত কাৰ্য্যৰ উৎপত্তি হয়, এয়ে কাৰণ আৰু কাৰ্য্যৰ পৌৰ্ব্বাপৰ্য্যৰ নিয়ম । সমুচ্চয়ত গুণ-ক্ৰিয়া আদিৰ একে লগে প্ৰকাশ হ'ব লাগে, সেইবাবে কাৰ্য্য-কাৰণৰ পৌৰ্ব্বাপৰ্য্যৰ নিয়ম ৰক্ষা কৰা নহয় । পৌৰ্ব্বাপৰ্য্য অভাৱৰ মূলতে আছে অতিশয়োক্তি ]

**সমাধি ঃ**

দৈৱ বশতঃ উপস্থিত হোৱা কোনো কাৰণৰূপৰা সহজে কাৰ্য্যসাধন হ'লে, সমাধি নামৰ অলঙ্কাৰ হয়। ১১১

যেনে—

মানমস্যা নিৰাকর্ত্তুং পাদয়োর্মে পতিষ্যতঃ।
উপকাৰায় দিষ্ট্যেদমুদীৰ্ণং ঘনগৰ্জ্জিতম্ ॥

( মই প্ৰিয়াৰ ভৰিত পৰি প্ৰণয় ক্ৰোধ দূৰ কৰিব খোজোঁতেই ভাগ্যক্ৰমে মেঘগৰ্জ্জন হ'ল। )

**প্ৰত্যনীক ঃ**

শত্ৰুৰ অপকাৰ কৰিবলৈ অসমৰ্থ হৈ যদি শত্ৰুপক্ষৰ নিন্দা কৰা হয়, আৰু সেই নিন্দা যদি তেওঁৰেই প্ৰশংসাসূচক হয় ; তেনেহ'লে প্ৰত্যনীক অলঙ্কাৰ হয়। ১১২

তেওঁৰেই অৰ্থাৎ শত্ৰুৰেই।

উদাহৰণ ; যেনে—

মধ্যেন তনুমধ্যা মে মধ্যং জিতৱতীত্যয়ম্।
ইভকুম্ভৌ ভিনত্ত্যস্যাঃ কুচকুম্ভনিভৌ হৰিঃ ॥

( "তনুমধ্যা এই সুন্দৰীয়ে নিজৰ মাজভাগেৰে মোৰ মাজ ভাগ [ খামুচিয়া কঁকালেৰে চিঞা কঁকাল ] চেৰ পেলাইছে"—ইয়াকে ভাবি সিংহই সুন্দৰীৰ কুচকুম্ভসদৃশ হস্তী কুম্ভ [ হাতীৰ কুম ] বিদীৰ্ণ কৰিছে। )

**প্ৰতীপ :**

প্ৰসিদ্ধ উপমানক উপমেয়ৰূপে কল্পনা কৰিলে নাইবা তাৰ নিষ্ফলত্ব প্ৰতিপাদন কৰিলে প্ৰতীপ অলঙ্কাৰ হয়। ১১৩

ক্ৰমে উদাহৰণ ; যেনে—

"যত্বন্নেত্ৰসমানকান্তি সলিলে মগ্নং তদিন্দীৱৰম্।"

[ সম্পূৰ্ণ শ্লোকফাকি অনুবাদৰ সৈতে আগতে দিয়া হৈছে। ইয়াত উপমান ৰূপে প্ৰসিদ্ধ পদ্ম আদিক উপমেয়ৰূপে কল্পনা কৰা হৈছে। ]

তদ্বক্ত্ৰং যদি মুদ্ৰিতা শশিকথা হা হেম সা চেদ্দ্যুতিঃ
তচ্চক্ষুৰ্যদি হাৰিতং কুৱলয়ৈস্তচ্চেৎ স্মিতং কা সুধা।
ধিক্ কন্দৰ্পধনুৰ্ভ্ৰুৱৌ যদি চ তে কিং ৱা বহু ব্ৰূমহে
যৎ সত্যং পুনৰুক্তৱস্তুৱিমুখঃ সৰ্গক্ৰমো ৱেধসঃ ॥

(যদি সেই নায়িকাৰ মুখ [এই সংসাৰত] আছে, তেনেহলে চন্দ্ৰৰ প্ৰশংসা সঙ্কুচিত হৈ পৰে, যদি তেওঁৰ শৰীৰৰ কান্তি আছে, তেনেহলে, হায়! সোণৰ কি গতি হ'ব? তেওঁৰ যদি চকু আছে, তেনেহ'লে নীলোৎপলৰ পৰাজয় ঘটিল; তেওঁৰ যদি হাঁহি আছে, অমৃত কোন কুটা? যদি তেওঁৰ ভ্ৰূযুগল আছে, তেনেহ'লে কামদেৱৰ ধনু-শৰ ধিক্। ইয়াতকৈ বেছিকৈ আৰু কি ক'ম? যদি সঁচাকৈয়ে চোৱা যায়, তেনেহলে বিধাতাৰ সৃষ্টিত এটা বস্তুৰ সদৃশ দ্বিতীয় এটা বস্তু আৰু নাই।)

এই কবিতাফাঁকিত মুখ আদিয়ে চন্দ্ৰ আদিতকৈ অধিক শোভা বহন কৰা বাবে চন্দ্ৰ আদি নিষ্ফল বুলি প্ৰতিপন্ন হৈছে।

**অন্য প্ৰকাৰ প্ৰতীপ:**

অতি উৎকৃষ্ট বস্তুৰ প্ৰথমে অত্যন্ত উৎকৰ্ষতা বৰ্ণনা কৰি পিছত অন্য বস্তুৰ উপমানৰূপে কল্পনা কৰিলে প্ৰতীপ অলঙ্কাৰ হয় বুলি কোনোৱে কোনোৱে কয়। ১১৪

যেনে—

অহমেৱ গুৰুঃ সুদাৰুণানাম্
ইতি হালাহল তাত মাস্ম দৃপ্যঃ।
ননু সন্তি ভৱাদৃশানি ভূয়ো
ভুৱনেঽস্মিন্ বচনানি দুৰ্জ্জনানাম্ ॥

(বোপা হালহল! "ময়েই অতিশয় দাৰুণবিলাকৰ গুৰু" এই বুলি গেলা গপত ওফন্দি নপৰিবা। তোমাৰ দৰেই দাৰুণ, দুৰ্জ্জনৰ বহুত দাৰুণ বাক্য এই সংসাৰত আছে।)

এই কবিতাফাঁকিৰ প্ৰথম পাদত হলাহলৰ অতিশয় উৎকৰ্ষ বৰ্ণনা কৰা হৈছে; এনে বৰ্ণনা নাথাকিলে এই অলঙ্কাৰ নহয়।

যেনে— "ব্ৰহ্মসদৃশ ব্ৰাহ্মণজনে কৈছে।"

**মীলিত :**

একে লক্ষণৰ কোনো বস্তুৰদ্বাৰা তেনে লক্ষণৰ অন্য বস্তুৰ গোপন হ'লে, মীলিত অলঙ্কাৰ হয়। একে লক্ষণ কেতিয়াবা সহজ ( স্বাভাৱিক ) আৰু কেতিয়াবা আগন্তুক ( কৃত্ৰিম ) হয়। ১১৫

ক্ৰমে উদাহৰণ ; যেনে—

লক্ষ্মীৱক্ষোজকস্তুৰী-লক্ষ্ম বক্ষঃস্থলে হৰেঃ।
গ্ৰস্তং নালক্ষি ভাৰত্যা ভাসা নীলোৎপলাভয়া ॥

( হৰিৰ বক্ষস্থলত লাগি থকা লক্ষ্মীৰ স্তন যুগলৰ কস্তুৰীৰ চিন হৰিৰ নীলোৎপল শ্যামবৰ্ণই ঢাকি থোৱা বাবে সৰস্বতীয়ে মনিব নোৱাৰিলে। )

এই কবিতাফাঁকিত বৰ্ণিত হৰিৰ শ্যামল কান্তি সহজ ( স্বাভাৱিক )।

সদৈৱ শোণোপলকুণ্ডলস্য যস্যাং ময়ূখৈৰৰুণীকৃতানি।
কোপোপৰক্তান্যপি কামিনীনাং মুখানি শঙ্কাং ৱিদধুৰ্ন যূনাম্ ॥

( কুণ্ডলৰ ৰঙা মণিৰত্নৰ প্ৰভাই সদায় ৰমণীৰ মুখ ৰঙা কৰি থোৱা বাবে তেওঁলোকৰ মুখ খঙত ৰঙা হোৱাতো প্ৰেমিকসকলে একো আশঙ্কা কৰা নাছিল। )

মণিকুণ্ডলৰ অৰুণিমা মুখলৈ সঞ্চাৰ হৈছে—এই কবিতাফাঁকিত তাকে বৰ্ণোৱা হৈছে।

**সামান্য :**

সদৃশ গুণাৱলীৰদ্বাৰা প্ৰকৃত ( প্ৰস্তুত ) বস্তুৰ অন্য বস্তুৰ ( অপ্ৰস্তুত ) সৈতে অভেদ বৰ্ণনাত সামান্য অলঙ্কাৰ হয়। ১১৬

যেনে—

মল্লিকাচিতধম্মিল্লাশ্চাৰুচন্দনচৰ্চ্চিতাঃ
অৱিভাৱ্যাঃ সুখং যান্তি চন্দ্ৰিকাস্বভিসাৰিকাঃ ॥

( খোপাত মল্লিকা ফুল গুজি লৈ, গাত ধুনীয়াকৈ চন্দন সানি, জোনৰ পোহৰত জোনাক হৈ থকা ৰাতি অভিসাৰিকাবিলাক কোনেও চিনিব নোৱাৰাকৈ সুখেৰে গৈছে। )

মীলিত অলঙ্কাৰত উৎকৃষ্ট গুণৰদ্বাৰা নিকৃষ্ট গুণ তল পৰি লুকাই থাকে, সামান্য অলঙ্কাৰত হ'লে দুয়োটাই সমান গুণ বাবে দুয়োটা গুণৰ পাৰ্থক্য ধৰিব নোৱাৰি—এয়ে দুয়োবিধ অলঙ্কাৰৰ মাজত প্ৰভেদ।

**তদ্ গুণালঙ্কাৰ :**

নিজৰ গুণ পৰিত্যাগ কৰি অতি উৎকৃষ্ট গুণ গ্ৰহণ কৰিলে
তদ্‌গুণ অলঙ্কাৰ হয়। ১১৭

যেনে—

জগাদ ৱদনচ্ছদ্মপদ্মপৰ্য্যন্তপাতিনঃ।
নয়ন্ মধুলিহঃ শ্বৈত্যমুদগ্ৰদশনাংশুভিঃ॥

( নিজৰ মুখপদ্মৰ চাৰিওফালে পৰি থকা ভোমোৰাবিলাকক দাঁতৰ ৰশ্মিৰে বগা কৰি বলৰামে কৈছিল। )

মীলিত অলঙ্কাৰত প্ৰকৃত বস্তু অন্য এটা বস্তুৰে ঢাকি থয়, তদ্ গুণ অলঙ্কাৰত অন্য বস্তুৰ গুণে আক্ৰান্ত হোৱা প্ৰতীতি জন্মে; এয়ে দুয়োটা অলঙ্কাৰৰ মাজত প্ৰভেদ।

**অতদ্ গুণালঙ্কাৰ ঃ**

কাৰণ থকা সত্ত্বেও প্ৰকৃত বস্তুৱে অপ্ৰকৃত বস্তুৰ গুণ গ্ৰহণ
নকৰাকে অতদ্‌গুণালঙ্কাৰ বোলা হয়। ১১৮

যেনে—

হন্ত সান্দ্ৰেণ ৰাগেণ ভৃতেঽপি হৃদয়ে মম।
গুণগৌৰ নিষণ্ণোঽপি কথং নাম ন ৰজ্যসি॥

( হায়! প্ৰিয়তম, নিবিড় ৰাগেৰে ( অনুৰাগ, ৰক্তিমা ) ভৰি থকা মোৰ হৃদয়ত

বিৰাজ কৰিও তুমি গুণগৌৰ ( নিজৰ গুণত শুভ্ৰ ) হৈয়ে আছা, তোমাৰ গাত ৰাগ ( অনুৰাগ, ৰক্তিমা ) লগা নাই।

নাইবা—

গাঙ্গমম্বু সিতমম্বু যামুনং কজ্জলাভমুভয়ত্ৰ মজ্জতঃ।
ৰাজহংস! তৱ সৈৱ শুভ্ৰতা চীয়তে ন চ ন চাপচীয়তে॥

( ৰাজহংস, তুমি গঙ্গাৰ ( ফটিকৰ ধাৰ যেন ) বগা পানী আৰু কঁাজল বৰণীয়া যমুনাৰ পানী, দুয়ো ঠাইতে স্নান কৰিছা : কিন্তু তোমাৰ শুভ্ৰতা বঢ়াও নাই, টুটাও নাই, একেদৰেই আছে। )

এই উদাহৰণ দুটাৰ প্ৰথমটোত প্ৰগাঢ় অনুৰাগেৰে ভৰা নায়িকাৰ হৃদয়ৰ সম্পৰ্কত নায়কৰ অন্তৰত অনুৰাগ সঞ্চাৰ হ'ব লগা হোৱা সত্ত্বেও, অনুৰাগ নজন্মাৰ কাৰণ স্বৰূপে গুণগৌৰত্বৰ উল্লেখ কৰা হৈছে। অৰ্থাৎ অনুৰাগৱতী নায়িকাৰ অন্তৰত বাস কৰিও নায়ক অনুৰাগহীন।

দ্বিতীয় উদাহৰণত অপ্ৰস্তুত প্ৰশংসাৰ ভাৱ আছে। ( ৰাজহংসৰ বৰ্ণনাৰে কোনো ধীৰ প্ৰকৃতিৰ মহাপুৰুষৰ কথা বুজা যায়। ) তথাপি গঙ্গা-যমুনাৰ জলৰ সম্পৰ্কতো ৰাজহংসই গঙ্গা জলৰ শুভ্ৰতা আৰু যমুনাৰ জলৰ কৃষ্ণত্ব গ্ৰহণ নকৰা বাবে, অপ্ৰস্তুত মহাপুৰুষতকৈ প্ৰস্তুত ৰাজহংসৰ বৰ্ণনাই অধিক গ্ৰহণীয় হোৱাত অতদ্‌গুণ অলঙ্কাৰ হৈছে।

অতদ্‌গুণ অলঙ্কাৰত অন্যৰ গুণ গ্ৰহণ নকৰাৰ বৰ্ণনাত এক প্ৰকাৰ বিশেষ চমৎকাৰিত্ব প্ৰকাশ হয়; গতিকে ই বিশেষোক্তিতকৈ বেলেগ। সেইদৰেই, ইয়াত অন্য এটা বৰণৰ উৎপত্তি হোৱা নাই বাবে বিষম অলঙ্কাৰ নহয়।

সূক্ষ্মঃ

আকাৰ ঈঙ্গিত আদিৰে সূক্ষ্ম অৰ্থ সূচিত হ'লে, নাইবা কোনো ভঙ্গীৰে সূক্ষ্ম অৰ্থ প্ৰকাশ হ'লে, সূক্ষ্ম অলঙ্কাৰ বোলা হয়। ১১৯

স্থূল বুদ্ধিৰ মানুহে লক্ষ্য কৰিব নোৱাৰাকে সূক্ষ্ম বোলা হৈছে।

আকাৰৰদ্বাৰা সূচনা ; যেনে—

রক্তস্যন্দিস্বেদবিন্দুপ্রবন্ধৈর্দৃষ্ট্বা ভিন্নং কুঙ্কুমং কাপি কণ্ঠে।
পুংস্ত্বং তন্ব্যা ব্যঞ্জয়ন্তী বয়স্যা স্মিত্বা পাণৌ খড়্গলেখাং লিলেখ ॥

(তনুমধ্যা সুন্দৰীৰ মুখৰপৰা বৈ অহা ঘামৰ সোঁতে ডিঙিৰ কুঙ্কুমৰ প্ৰলেপ মাজে মাজে উটাই নিয়া দেখি সখীয়েকে মিচিকিয়াই হাঁহি, পুৰুষত্বৰ (পুৰুষায়িত ৰতিৰ) সূচনা কৰিবলৈ হাতত তৰোৱাল এখন আঁকি দিলে।)

এই কবিতাফাঁকিত, ডিঙিৰ কুঙ্কুম ঘামত উটি যোৱা দেখি কোনো ৰমণীৰ পুৰুষায়িত ৰতি লক্ষ্য কৰি সখীয়েকে তেওঁৰ হাতত পুৰুষ-চিহ্ন তৰোৱালৰ ছবি আঁকি সূচনা কৰিছে।

ঈঙ্গিতেৰে সূচনা ; যেনে—

সঙ্কেতকালমানসং বিটং জ্ঞাত্বা বিদগ্ধয়া।
হসন্নেত্রার্পিতাকূতং লীলাপদ্মং নিমীলিতম্ ॥

(সেই সুচতুৰা সুন্দৰীয়ে উপপতিয়ে গোপন মিলনৰ সঙ্কেতৰ সময় জানিবলৈ ইচ্ছা কৰা দেখি মিচিকিয়াই হাঁহি হাতত থকা লীলাকমলৰ পাহবোৰ জাপ খুৱাই দিলে।)

এই উদাহৰণত চকু পিৰিকিয়াই সঙ্কেতৰ সময়ৰ বিষয়ে উপপতিয়ে জানিব খুজিছে বুলি জানি বিদগ্ধা নায়িকাই, ৰাতি পদুম ফুল জাপ খোৱা কথাৰে সঙ্কেত দিছে।

**ব্যাজোক্তিঃ**

প্ৰকাশ হৈ পৰা বিষয়ো কোনো প্ৰকাৰ ছল-চেলুৰে
গোপন কৰাকে ব্যাজোক্তি বোলা হয়। ১২০

যেনে—

শৈলেন্দ্রপ্রতিপাদ্যমানগিরিজাহস্তোপগূঢ়োল্লস-
দ্রোমাঞ্চাদিবিসংষ্ঠুলাখিলবিধিব্যাসঙ্গভঙ্গাকুলঃ।

আঃ শৈত্যং তুহিনাচলস্য কৰয়োৰিত্যুচিৱান্ সস্মিতং
শৈলান্তঃপুৰমাতৃমণ্ডলগণৈৰ্দৃষ্টোঽৱতাদ্বঃ শিৱঃ ॥

( সেই শিৱই তোমালোকক ৰক্ষা কৰক, যি শিৱই গিৰিৰাজ হিমালয়ে পাৰ্ব্বতীক সম্প্ৰদান কৰাৰ সময়ত, পাৰ্ব্বতীৰ হাতৰ নিবিড় পৰশত উল্লসিত আৰু ৰোমাঞ্চিত হৈ সমগ্ৰ বিবাহ-বিধিতে বিশৃঙ্খলাৰ সৃষ্টি কৰি, ( প্ৰেমৰ পুলক লুকাবলৈ ) মিচিকাই হাঁহি "আঃ হিমালয়ৰ হাতডুখন কিমান চেঁচা'' বুলি কৈছিল আৰু যাক দেখি হিমালয়ৰ অন্তঃপুৰত থকা মাতৃকাসকল হাঁহি বাগৰি পৰিছিল । )

ব্যাজোক্তি অপহ্নুতি অলঙ্কাৰ নহয় । কিয়নো ইয়াত গোপন কৰিব-লগীয়া বিষয়ৰ বৰ্ণনা কৰা হোৱা নাই । দ্বিতীয় প্ৰকাৰ অপহ্নুতিতকৈ যে ব্যাজোক্তি বেলেগ, সেই বিষয়ে অপহ্নুতি নিৰূপণ প্ৰসঙ্গত কোৱা হৈছে ।

[ অপহ্নুতি দুই প্ৰকাৰ : প্ৰথম প্ৰকাৰ অপহ্নুতিত উপমেয়ক নিষেধ কৰি তাৰ ঠাইত অন্য বিষয় স্থাপন কৰা হয় । ব্যাজোক্তিত গোপনীয় বিষয় অৰ্থাৎ উপমেয়ৰ উল্লেখ নাই । দ্বিতীয় প্ৰকাৰ অপহ্নুতিত গোপনীয় বিষয় কোনো প্ৰকাৰে প্ৰকাশ কৰি শ্লেষৰ সহায়ত বা অন্য প্ৰক্ৰিয়াৰে অন্য প্ৰকাৰে ব্যাখ্যা কৰা হয় । ব্যাজোক্তিত প্ৰথমে উক্তি আৰু পিছত গোপন কৰা নহয়—এয়ে দুয়োটাৰ পাৰ্থক্য । ]

**স্বভাৱোক্তি :**

> **কৰিৱ কল্পনাগম্য দুৰূহ অৰ্থ স্বৰূপ বা ক্ৰিয়াৰ বৰ্ণনাত স্বভাৱোক্তি অলঙ্কাৰ হয় । ১২১**

'দুৰূহ'ৰ অৰ্থ, কেৱল কৱিয়েহে বুজিব পৰা, 'অৰ্থ' হৈছে 'ডিম্ভ' ( বালক ) আদি, 'স্বৰূপ আৰু ক্ৰিয়া'ৰ অৰ্থ নিজ নিজ প্ৰাতিস্বিক অৰ্থাৎ সেই সেই বস্তুৰ নিজা নিজা ৰূপ আৰু তাত আশ্ৰয় কৰি থকা চেষ্টা আদি ক্ৰিয়া ।

উদাহৰণ মোৰ ৰচনাৰপৰা ; যেনে—

লাঙ্গূলেনাভিহত্য ক্ষিতিতলমসকৃদ্দাৰয়ন্নগ্ৰপদ্ভ্যা-
মাত্মন্যেৱাৱলীয় দ্ৰুতমথ গগনং প্ৰোৎপতন্ বিক্ৰমেণ ।

স্ফূৰ্জ্জদ্ধুঙ্কাৰঘোষঃ প্রতিদিশমখিলান্ দ্রাৱয়ন্নেষ জন্তূন্
কোপাৱিষ্টঃ প্ৰৱিষ্টঃ প্রতিৱনমৰুণোচ্ছুণচক্ষুস্তৰক্ষুঃ ॥

( নেজেৰে বাৰে বাৰে মাটিত কোবাই আৰু আগৰ হাতোঁৰা ছুটাৰে মাটি খান্দি, নিজৰ গাতে গাটো লুকাই আৰু খন্তেকতে আকৌ বিক্ৰম প্ৰকাশ কৰি ওপৰলৈ উঠি, ভয় লগাকৈ গোজৰণি মাৰি, জন্তুবোৰক চাৰিও ফালে খেদি, খঙত চকু ৰঙা কৰি এই বাঘটো হাবিত সোমাইছে। )

ভাৱিক ঃ

ভূত নাইবা ভাৱী ( হৈ যোৱা বা ভৱিষ্যতে হ'ব লগা )
অদ্ভুত পদাৰ্থৰ প্ৰত্যক্ষ ৰূপে বৰ্ণনাত ভাৱিক অলঙ্কাৰ
হয়। ১২২

যেনে—

মুনিৰ্জয়তি যোগীন্দ্ৰো মহাত্মা কুম্ভসম্ভৱঃ।
যেনৈক চুলুকে দৃষ্টৌ দিৱ্যৌ তৌ মৎস্য-কচ্ছপৌ ॥

( যোগীন্দ্ৰ কুম্ভযোনি মহাত্মা অগস্ত্য মুনিৰ জয় হওক, যি হাতৰ পানী চলুতে মৎস্য অৱতাৰ আৰু কূৰ্ম্ম অৱতাৰ দেখিছিল। )

নাইবা—

আসীদঞ্জনমত্ৰেতি পশ্যামি তৱ লোচনে।
ভাৱিভূষণসম্ভাৰাং সাক্ষাৎ কুৰ্ব্বে তৱাকৃতিম্ ॥

( এসময়ত অঞ্জন লগোৱা তোমাৰ চকুযুৰি মোৰ চকুত জিলিকি উঠিছে আৰু তোমাৰ দেহাটিও, যিটি তুমি আগলৈ অলঙ্কাৰেৰে সজাই-পৰাই ধুনীয়া কৰিবা। )

ইয়াত প্ৰসাদ গুণ প্ৰকাশ হৈছে বুলিও ক'ব নোৱাৰি, যিহেতুকে প্ৰসাদ গুণত ভূত আৰু ভৱিষ্যৎ বিষয় প্ৰত্যক্ষৰূপে উপস্থিত হয় বুলি স্বীকাৰ কৰা নহয়। বিস্ময় জন্মোৱা বাবে আৰু হেতুস্বৰূপ হোৱা বাবে ই অদ্ভুত ৰসৰ ভিতৰতো নপৰে।

অন্য কোনো পদাৰ্থৰ আৰোপ হোৱা নাই বাবে, ই অতিশয়োক্তিও নহয়। ভূত আৰু ভাৱী পদাৰ্থ ভূত আৰু ভৱিষ্যতৰ বিষয় ৰূপে প্ৰকাশ হোৱাত ইয়াত ভ্ৰান্তিমান্ অলঙ্কাৰ হোৱাৰ সম্ভাৱনাও নাই।

লৌকিক বস্তুৰ সূক্ষ্ম ধৰ্ম্ম বা গুণৰ যথাযথ বৰ্ণনাত স্বভাৱোক্তি অলঙ্কাৰ হয়, ইয়াত কিন্তু ভূত আৰু ভাৱী পদাৰ্থ প্ৰত্যক্ষ হোৱা বৰ্ণনা কৰাতহে বিশেষ চমৎকাৰিত্বৰ সৃষ্টি হৈছে, গতিকে ই স্বভাৱোক্তি অলঙ্কাৰো নহয়।

যদি কোনো ঠাইত বস্তুৰ সূক্ষ্ম ধৰ্ম্মৰ স্বৰূপ বৰ্ণনাতো ভাৱিক অলঙ্কাৰ হয়, তেনেহ'লে দুয়োটাৰে সঙ্কৰ হয়।

অনাতপত্ৰোঽপ্যয়মত্ৰ লক্ষ্যতে
সিতাতপত্ৰৈৰিৱ সৰ্ব্বতো ৱৃতঃ।
অচামৰোঽপ্যেষ সদৈৱ ৱজ্যতে
ৱিলাসবালৱ্যজনেন কোঽপ্যয়ম্ ॥

(ৰাজছত্ৰ নোহোৱাকৈয়ে এওঁ চাৰিওফালে শ্বেত ছত্ৰেৰে আবৃত হৈ আছে, চৌঁৰৰ নোহোৱাকৈয়ে এওঁক চাৰিওফালে চৌঁৰৰে বেঢ়ি খোৱা যেন দেখি— এই মহাপুৰুষজন কোন?)

এই কৱিতাফাঁকিত প্ৰত্যক্ষ হোৱা বিষয়ৰ বৰ্ণনা কৰাত উক্ত ভাৱিক অলঙ্কাৰ হোৱা নাই; বৰ্ণনাৰ বৈচিত্ৰ্যৰদ্বাৰা প্ৰত্যক্ষ যেন হৈ পৰা ক্ষেত্ৰতহে এই অলঙ্কাৰ হয়।

য'ত অপ্ৰত্যক্ষ হৈ থকা বিষয়ো বৰ্ণনা বৈচিত্ৰ্যৰদ্বাৰা প্ৰত্যক্ষস্বৰূপ হৈ পৰে, তেনে ঠাইতহে এই অলঙ্কাৰ হোৱা উচিত। যেনেকৈ "আসীদঞ্জনম্" এই উদাহৰণত হৈছে।

**উদাত্ত:**

অলৌকিক সৌন্দৰ্য্য-সম্পদ্ আদি বৰ্ণনা কৰিলে উদাত্ত অলঙ্কাৰ বোলা হয়। নাইবা মহৎ লোকৰ চৰিত্ৰবৰ্ণনা প্ৰস্তুতৰ অঙ্গ হলেও উদাত্ত অলঙ্কাৰ হয়। ১২৪

ক্ৰমে উদাহৰণ ; যেনে—

অধঃ কৃতাম্ভোধৰমণ্ডলানাং
যস্যাং শশাঙ্কোপলকুট্টিমানাম্ ।
জ্যোৎস্নানিপাতাৎ ক্ষৰতাং পয়োভিঃ
কেলীৱনং বৃদ্ধিমুৰীকৰোতি ॥

( সেই নগৰত মেঘতকৈয়ো ওখ প্ৰাসাদসমূহৰ চন্দ্ৰকান্তমণিয়ে চন্দ্ৰৰ কিৰণস্পৰ্শত বৰ্ষণ কৰা জলধাৰাৰে ক্ৰীড়া উদ্যানৰ ঘাঁহ-বন লহ-পইকে বাঢ়িবলৈ ধৰিছে। )

নাভিপ্ৰভিন্নাম্বুৰুহাসনেন সংস্তূয়মানঃ প্ৰথমেন ধাত্ৰা ।
অমুং যোগান্তোচিতযোগনিদ্ৰঃ সংহৃত্য লোকান্ পুৰুষোঽধিশেতে ॥

( বৈদেহী, এয়ে সেই সমূদ্ৰ, য'ত প্ৰলয়ৰ শেষত যোগ নিদ্ৰাত নিমগ্ন ভগৱান্ বিষ্ণুৱে শয়ন কৰি থাকোঁতে নিজৰ নাভিকমলৰপৰা উদ্ভৱ হোৱা আদি ব্ৰহ্মাই স্তুতি কৰিছিল। )

**ৰসৱৎ, প্ৰেয়, উৰ্জ্জস্বী আৰু সমাহিত :**

ৰস, ভাৱ, তাৰ আভাস আৰু ভাৱপ্ৰশম অঙ্গ ৰূপে অৱস্থান কৰিলে যথাক্ৰমে ৰসৱৎ, প্ৰেয়, উৰ্জ্জস্বী আৰু সমাহিত অলঙ্কাৰ হয়। ১২৫

'তাৰ আভাস'ৰ অৰ্থ ৰসাভাস আৰু ভাৱাভাস।

[ ৰস অঙ্গ ৰূপে বা গৌণ ভাৱে অৱস্থান কৰিলে ৰসালঙ্কাৰ, সেইদৰে ভাৱ গৌণ ভাৱে থাকিলে প্ৰেয় অলঙ্কাৰ, ৰসাভাস আৰু ভাৱাভাস গৌণ ৰূপে থাকিলে উৰ্জ্জস্বী আৰু ভাৱৰ প্ৰশম হ'লে সমাহিত অলঙ্কাৰ হয়। ]

ৰসৰ যোগ থকা বাবে **ৰসালঙ্কাৰ** ; যেনে—

"অয়ং স ৰসনোৎকৰ্ষী..." ইত্যাদি।

ইয়াত শৃঙ্গাৰ ৰস কৰুণৰ অঙ্গ হৈছে। এই দৰেই অন্য ঠাইতো উদাহৰণ দেখা যায়।

উত্তম ৰূপে প্ৰিয় হোৱা বাবে **প্ৰিয় অলঙ্কাৰ** ; যেনে—

আমীলিতালসৱিৱৰ্ত্তিততাৰকাক্ষীং
মৎকণ্ঠবন্ধনদৰশ্লথবাহুৱল্লীম্ ।
প্ৰস্বেদৱাৰিকণিকাচিতগণ্ডৱিম্বাং
সংস্মৃত্য তামনিমেশমেতি নশান্তিমন্তঃ ॥

( চকুযুৰি আধা মুদি, অলসভাৱে চকুৰ মণি দুটা ঘূৰাই, মোৰ ডিঙিত শিথিল বাহু বন্ধনেৰে আলিঙ্গন কৰা প্ৰিয়াৰ গাল দুখন ঘামৰ টোপালেৰে তিতি থকা অৱস্থাৰ কথা অবিৰাম ভাৱে সুঁৱৰি মোৰ মনে শান্তি পোৱা নাই । )

এই কৱিতাফাঁকিত বৰ্ণিত সম্ভোগ শৃঙ্গাৰ স্মৰণ ভাৱৰ অঙ্গ, ইফালে সেই স্মৰণ ভাৱো আকৌ বিপ্ৰলম্ভ শৃঙ্গাৰৰ অঙ্গ ।

**উৰ্জ্জস্বী :**

উৰ্জ্জস্বী শব্দৰ ব্যুৎপত্তি এনে ঃ উৰ্জ্জঃ শব্দৰ অৰ্থ বল ; ৰস আৰু ভাৱৰ য'ত অনুচিতভাৱে প্ৰৱৰ্ত্তন হয়, তাত এই উৰ্জ্জঃ বা বল থাকে বাবে উৰ্জ্জস্বী বোলা হয় । যেনে—

ৱনেঽখিলকলাসক্তাঃ পৰিহৃত্য নিজস্ত্ৰিয়ঃ ।
তদ্বৈৰিৱনিতাবৃন্দে পুলিন্দাঃ কুৰ্ব্বতে ৰতিম্ ॥

( মহাৰাজ, সকলো প্ৰকাৰ কলা-নিপুণ পুলিন্দবিলাকে অৰণ্যত নিজৰ স্ত্ৰীক পৰিত্যাগ কৰি আপোনাৰ শত্ৰু-ৰমণীৰ সৈতে ৰতি ক্ৰীড়াত মগ্ন হৈছে । )

এই কৱিতাফাঁকিত অনৌচিত্য প্ৰবৃত্তিৰ বাবে শৃঙ্গাৰ ৰসৰ আভাস হৈছে আৰু সেই শৃঙ্গাৰাভাস ৰাজবিষয়ক ৰতি ( অনুৰাগ ) ভাৱৰ অঙ্গ হৈছে । এইদৰে ভাৱাভাসৰ উদাহৰণো বিচাৰিবলগীয়া ।

**সমাহিত :**

সকলো ভাৱৰ পৰিহাৰ বা শাম্য অৱস্থাই সমাহিত । যেনে—

অৱিৰলকৰৱালকম্পনৈ ৰ্ভ্ৰুকুটীতৰ্জ্জনগৰ্জ্জনৈৰ্মুহুঃ ।
দদৃশে তৱ বৈৰিণাং মদঃ স গতঃ কাপি তৱেক্ষণে ক্ষণাৎ ।

( মহাৰাজ, আপোনাৰ বৈৰীহঁতক অনবৰত তৰোৱাল জোকাৰি, ভ্ৰুকুটী কৰি আৰু তৰ্জ্জন-গৰ্জ্জন কৰি থকা দেখা গৈছিল ; কিন্তু আপোনাক দেখা মাত্ৰে সিহঁতৰ সেই গৰ্ব্ব-অহঙ্কাৰ নিমিষতে ক'ৰবালৈ গ'ল। )

ইয়াত ৰাজবিষয়ক ৰতিভাৱেই প্ৰধান, ৰজাৰ শক্ৰুৰ গৰ্ব্বভাৱ তাৰ অঙ্গ হৈছে।

ভাৱৰ উদয়, ভাৱৰ সন্ধি আৰু ভাৱমিশ্ৰণত সেই সেই
নামৰ অলঙ্কাৰ হয়। ১২৬

সেই নামৰ অলঙ্কাৰ হৈছে—ভাৱোদয়, ভাৱসন্ধি আৰু ভাৱশৱলতা নামৰ অলঙ্কাৰ।

ক্ৰমে উদাহৰণ ; যেনে—

**ভাৱোদয়ঃ**

মধুপানপ্ৰবৃত্তাস্তে সুহৃদ্ভিঃ সহ বৈৰিণঃ।
শ্ৰুত্বা কুতোঽপি ত্বন্নাম লেভিৰে ৱিষমাং দশাম্ ॥

( মহাৰাজ! বন্ধু-বান্ধৱৰ সৈতে মদ্য-পানত মত্ত হৈ থকা আপোনাৰ শক্ৰুবিলাকে কাৰবাৰপৰা কেনেবাকৈ আপোনাৰ নাম শুনি ভয়ত বিহ্বল হৈ পৰিল। )

ইয়াত শক্ৰুৰ মনত আবিৰ্ভাৱ হোৱা ত্ৰাসৰ বৰ্ণনা ৰাজবিষয়ক ৰতিভাৱৰ অঙ্গ হৈছে।

**ভাৱসন্ধিঃ**

জন্মান্তৰীণৰমণস্যাঙ্গসঙ্গসমুৎসুকা
সলজ্জা চান্তিকে সখ্যাঃ পাতু নঃ পাৰ্ব্বতী সদা ॥

( পূৰ্ব্বজন্মৰ স্বামীৰ অঙ্গসুখ লাভৰ বাবে উৎসুক হৈয়ো সখীয়েকহঁতৰ আগত লাজুকুৰীয়া হোৱা পাৰ্ব্বতীয়ে তোমালোকক সদায় ৰক্ষা কৰক। )

ইয়াত ঔৎসুক্য আৰু লাজ দুয়োটাৰে সন্ধি হৈছে আৰু সেয়ে দেৱতাবিষয়ক ৰতি ভাৱৰ অঙ্গ হৈছে।

**ভাবশৱলতা ঃ**

পশ্যেৎ কশ্চিচ্চল চপল ৰে ! কা ত্বৰাহং কুমাৰী
হস্তালম্বং ৱিতৰ হহহা ৱ্যুৎক্রমঃ ক্বাসি যাসি ।
ইত্থং পৃথ্বীপৰিবৃঢ় ভৱদ্বিদ্বিষোহৰণ্যবৃত্তেঃ
কন্যা কঞ্চিৎ ফলকিসলয়ান্যাদদনাভিধত্তে ॥

( "ওঁহ, কোনোবাই দেখিব, তুমি বৰ চঞ্চল, বেগেতে যোৱাঁ ।"
"ইমান লৰালৰিখন কিয় ?"
"মই কুমাৰী ।"
"হাতেৰে মোৰ গাত ধৰা ।"
"হায় হায়, কি বিপৰীত কথা !"
"ক'লৈনো গুচি যোৱা ?"

হে মহাৰাজ ! [আপোনাৰ পৰাক্রমত] বনবাসী হোৱা শক্ৰৰজাৰ কন্যাই হাবিৰপৰা ফল-পাত আহৰণ কৰি আনোতে কোনো এক অৰণ্যবাসী যুৱকক এইদৰে কোৱা শুনিবলৈ পাইছোঁ ।)

ইয়াত শঙ্কা, অসূয়া, ধৈৰ্য্য, স্মৃতি, দৈন্য, বিবোধ, ঔৎসুক্য আদিৰ সংমিশ্রণ ঘটিছে আৰু সেই সকলোবোৰ (কৱিনিষ্ঠ) ৰাজবিষয়ক ৰতিৰ অঙ্গ হৈছে ।

এই বিষয়ত কোনোৱে এইদৰে যুক্তি প্রদর্শন কৰে,

"বাচ্য আৰু বাচকৰ (অৰ্থ আৰু শব্দৰ) সৌন্দৰ্য্য বৃদ্ধি কৰি ৰস আদিৰ উপকাৰ সাধন কৰাবোৰকহে অলঙ্কাৰ বোলা হয় । ৰস আদিক বাচ্য আৰু বাচকে উপকাৰ কৰে ; গতিকে ৰস উপকাৰ্য্য, উপকাৰক নহয় —সেইবাবে ৰস আদি অলঙ্কাৰ হ'ব নোৱাৰে ।"

আন কোনো কোনো আচাৰ্য্যৰ মত এনে—

"মুখ্য ৰসৰ কোনো প্রকাৰে উপকাৰ সাধন কৰে বাবে, 'ৰসৱৎ' আদিক গৌণ ভাৱে অলঙ্কাৰ বোলা হৈছে ; তথাপি প্রাচীন আলঙ্কাৰিকসকলৰ পৰম্পৰা ৰক্ষা কৰি 'ৰসৱৎ' আদিক অলঙ্কাৰ বুলি স্বীকাৰ কৰিব লাগিব ।"

[ অৰ্থাৎ অলঙ্কাৰ-শব্দৰ ব্যুৎপত্তি অনুসাৰে 'ৰসৱৎ' আদিক অলঙ্কাৰ বুলিব নোৱাৰি ; কিন্তু প্ৰাচীন আচাৰ্য্যসকলে 'ৰসৎ' আদিক অলঙ্কাৰ ৰূপে স্বীকাৰ কৰি গৈছে, সেই পৰম্পৰা ৰক্ষা কৰি লাক্ষণিক ভাৱে এনেবোৰক অলঙ্কাৰ বুলিব পাৰি। ]

অন্য কোনো কোনো আচাৰ্য্যই কয়—"যিবিলাকে সাক্ষাতভাৱে ৰসৰ উপকাৰ সাধন কৰে, তেনেবোৰহে প্ৰকৃততে অলঙ্কাৰ পদবাচ্য ; গতিকে 'ৰসৱৎ' আদিহে আচল অলঙ্কাৰ। ইয়াৰ বাহিৰে 'ৰূপক' আদি যিবিলাক অলঙ্কাৰ আছে, সেইবোৰে কেৱল অৰ্থৰহে শোভা বৃদ্ধি কৰে। এনেকুৱা ৰূপক আদি অলঙ্কাৰক 'অজাগলস্তন ন্যায়ে'ৰেহে অলঙ্কাৰ বোলা হয়।

[ ছাগলীৰ ডিঙিত স্তনৰ আকাৰৰ দ্ধুটুকুৰা মাংস ওলমি থাকে, সেই মাংসই স্তনৰ কাৰ্য্য সাধন নকৰিলেও, স্তনৰ সাদৃশ্য থকা বাবে তাক স্তন বোলাৰ দৰে অলঙ্কাৰৰ সাদৃশ্য থকা বাবে ৰূপক আদিকো অলঙ্কাৰ বোলা হয়। প্ৰকৃততে ৰসৰ উপকাৰ সাধকবোৰহে অলঙ্কাৰ। ]

তত্ত্বজ্ঞসকলে কয়—"স্বব্যঞ্জক বাচ্য-বাচক ( অৰ্থ আৰু শব্দ ) আদিৰে উপকৃত অঙ্গভূত ৰস আদিয়ে বাচ্য-বাচকৰ শোভা বৃদ্ধি কৰি অঙ্গী ৰসৰ উপকাৰ কৰে, সেই কাৰণে ৰসৱৎ আদিয়ে অলঙ্কাৰ নাম পায়। সমাসোক্তিত নায়িকাৰ ব্যৱহাৰ আৰোপ-কৰণ কাৰ্য্যই অলঙ্কাৰ, তাত প্ৰকাশ হোৱা ৰস অলঙ্কাৰ নহয়, কিয়নো ( আন কাৰো উপকাৰ সাধন নকৰে বাবে ) ৰসত উক্ত ৰীতি প্ৰযোজ্য নহয়।

[ ৰসৱৎ আদিক অলঙ্কাৰ বুলিব পাৰিনে নোৱাৰি এই বিষয়ে ওপৰত তিনিটা বিভিন্ন মতৰ উল্লেখ কৰি সমাধান কৰা হৈছে। (১) ৰসৱৎ আদিক অলঙ্কাৰ বুলিব নোৱাৰি, (২) লাক্ষণিক ভাৱে বা গৌণ ৰূপে পৰম্পৰা অনুসৰণ কৰি অলঙ্কাৰ বোলা হয়, (৩) ৰসৰ উপকাৰ সাধন কৰে বাবে ৰসৱৎ আদিহে প্ৰকৃত অলঙ্কাৰ, ৰূপক আদিক তাৰ সাদৃশ্য থকা বাবে অলঙ্কাৰ বোলা হয়। (৪) অলঙ্কাৰ বোলাৰ যুক্তি আছে। ]

সেই বাবেই ধ্বনিকাৰে কৈছে—

"কাব্যৰ অৰ্থ বা ৰস প্ৰধান হৈ থকা অৱস্থাত যদি অন্য

ৰস আদি তাৰ অঙ্গ হয়; তেনে স্থলত ৰস আদি কাব্যৰ অৰ্থ হয়—এয়ে মোৰ মত।"

যদি কেৱল ৰস আদিৰ উপকাৰ সাধন কৰা মাত্ৰেই অলঙ্কাৰ হয়, তেতিয়া অভিধা বৃত্তিৰে ৰস প্ৰকাশ হোৱা ক্ষেত্ৰতো অলঙ্কাৰত্ব স্বীকাৰ কৰিব লগা হ'ব।

কোনো কোনোৱে আকৌ কয়—"ৰস আদি প্ৰধান হৈ থাকিলে ৰসৱৎ আদি অলঙ্কাৰ হয় আৰু ৰস গৌণ হৈ থাকিলে দ্বিতীয় উদাত্ত আদি অলঙ্কাৰ হয়।" এই উক্তিও এই দৰেই যুক্তিহীন হৈ পৰিল।

**সংসৃষ্টি আৰু সঙ্কৰ ঃ**

যদি এই অলঙ্কাৰসমূহ পৰস্পৰ লগ লাগি মিহলি হৈ অৱস্থান কৰে, তেতিয়া সংসৃষ্টি আৰু সঙ্কৰ নামে দুটা স্বকীয়া অলঙ্কাৰ হয়। ১২৭

যেনেকৈ মানুহে গাত পিন্ধা অলঙ্কাৰবোৰৰ পৰস্পৰ সমন্বয়ত এটা স্বকীয়া চাৰুত্ব প্ৰকাশ হয়, ঠিক সেই দৰে কাব্যৰ অলঙ্কাৰবো পৰস্পৰ মিশ্ৰণত সংসৃষ্টি আৰু সঙ্কৰ নামৰ দুটা অলঙ্কাৰৰ সৃষ্টি হয়।

তাৰ ভিতৰত—

**সংসৃষ্টি ঃ**

য'ত এই অলঙ্কাৰসমূহ পৰস্পৰ নিৰপেক্ষ ভাৱে থাকে, তাত সংসৃষ্টি হয়। ১২৮

"এই অলঙ্কাৰসমূহ" বুলি শব্দালঙ্কাৰ আৰু অৰ্থালঙ্কাৰ দুয়ো বিধকে বুজোৱা হৈছে।

যেনে—

দেৱঃ পায়াদপায়ান্নঃ স্মেৰেন্দীৱৰলোচনঃ।
সংসাৰধ্বান্ত-বিধ্বংসহংসঃ কংসনিসূদনঃ॥

যাৰ নয়নযুগল বিকসিত নীলোৎপলতুল্য, সূৰ্য্যৰ দৰে সংসাৰৰ অন্ধকাৰ দূৰ কৰোঁতা, কংসাৰি সেই দেৱতাই ( শ্ৰীকৃষ্ণ ) আমাক বিপদৰপৰা ৰক্ষা কৰক )

এই কৱিতাফাঁকিত 'পায়াদপায়াৎ' (বিপদৰপৰা ৰক্ষা কৰক) ইয়াত যমক, 'সংসাৰ' 'হংস' 'কংস' আদিত অনুপ্ৰাস হৈছে আৰু দুয়োবিধ অলঙ্কাৰেই পৰস্পৰ নিৰপেক্ষ; সেইবাবে ইয়াত সংসৃষ্টি হৈছে। কৱিতাফাঁকিৰ দ্বিতীয় পাদত (স্মেৰেন্দীৱৰ··· ) উপমা আৰু দ্বিতীয়াৰ্দ্ধত ৰূপক অলঙ্কাৰ; উপমা-ৰূপকৰ পৰস্পৰ নিৰপেক্ষ অৱস্থানত সংসৃষ্টি হৈছে। আকৌ শব্দালঙ্কাৰ আৰু অৰ্থালঙ্কাৰৰ পৰস্পৰৰ নিৰপেক্ষ অৱস্থানত শব্দালঙ্কাৰ আৰু অৰ্থালঙ্কাৰৰ সংসৃষ্টি হৈছে।

> অলঙ্কাৰসমূহৰ পৰস্পৰ অঙ্গাঙ্গী ভাৱত (কোনোবা এটা অঙ্গী [ প্ৰধান ] আৰু কোনোবা এটা তাৰ অঙ্গ ৰূপে অৱস্থান কৰিলে), নাইবা একে আশ্ৰয়তে একাধিক অলঙ্কাৰৰ অৱস্থানত আৰু নিৰ্ণায়কত্বৰ অভাৱত অলঙ্কাৰৰ স্বৰূপ সন্দিগ্ধ হলে—তিনি প্ৰকাৰে সঙ্কৰ হয়।

**অঙ্গাঙ্গী ভাৱত হোৱা সঙ্কৰ ঃ**

যেনে—

আকৃষ্টিৱেগৱিগলদ্ভুজগেন্দ্ৰভোগ-
নিৰ্ম্মোকপট্টপৰিৱেষ্টনয়াম্বুৰাশেঃ।
মন্থব্যথাব্যুপশমাৰ্থমিৱাশু যস্য
মন্দাকিনী চিৰমৱেষ্টত পাদমূলে॥

(মন্থনৰ সময়ত আকৰ্ষণৰ বেগত বাসুকীৰ গাৰপৰা খহি পৰা পাট কাপোৰৰ নিচিনা মোটে পৰিবেষ্টনকৰাৰ দৰে মন্দাকিনীয়েও মন্থন ব্যথা দূৰ কৰিবলৈকে লৰালৰিকৈ সমুদ্ৰৰ পাদমূল বেষ্টন কৰিলে।)

এই কৱিতাফাঁকিত মোটৰূপ পাট কাপোৰ এই অৰ্থ গোপনৰদ্বাৰা মন্দাকিনীৰ জলধাৰাৰ আৰোপ হোৱাত অপহ্নুতি হৈছে। সেই অপহ্নুতি আকৌ 'মন্দাকিনীৰ বস্তু স্বভাৱৰপৰা পাদমূল বেষ্টন চৰণ বেষ্টনৰ নিচিনা' (মন্দাকিনীয়ে সমুদ্ৰৰ পাদবেষ্টন কৰা সতী নাৰীৰ পতিৰ চৰণ বেষ্টনৰ

নিচিনা ) এনে প্ৰতীতিৰে শ্লেষৰ উদ্ভৱ কৰি তাৰে অঙ্গ হৈ পৰিছে। উক্ত শ্লেষ আকৌ 'পাদমূল বেষ্টনেই চৰণ বেষ্টন' এনেকুৱা অতিশয়োক্তিৰ অঙ্গ হৈছে। এই অতিশয়োক্তি আকৌ 'মন্থনৰ ব্যথা দূৰকৰিবলৈকে যেন' এইদৰে প্ৰকাশ হোৱা উৎপ্ৰেক্ষাৰ অঙ্গ হৈছে। এই উৎপ্ৰেক্ষাই আকৌ সমুদ্ৰ আৰু মন্দাকিনীৰ আচৰণত নায়ক-নায়িকাৰ আচৰণৰ প্ৰতীতি জন্মায় বাবে সমাসোক্তিৰ অঙ্গ হৈ পৰিছে।

অন্য এটা উদাহৰণ ; যেনে—

অনুৰাগৱতী সন্ধ্যা দিৱসস্তৎপুৰঃসৰঃ।
অহো! দৈৱগতিশ্চিত্ৰা তথাপি ন সমাগমঃ॥

( সন্ধ্যা অনুৰাগৱতী আৰু দিৱসো তেওঁৰ সন্মুখ উপস্থিত ; হায়! কি বিচিত্ৰ দৈৱৰ, বিধান তথাপি দুয়োৰে মিলন নহয়। )

ইয়াত সমাসোক্তি ( দিৱস আৰু সন্ধ্যাৰ আচৰণত নায়ক-নায়িকাৰ ব্যৱহাৰ আৰোপ কৰাত ) বিশেষোক্তিৰ ( অনুৰাগ থকা আৰু সান্মুখ্য হোৱা সত্বেও মিলন নোহোৱা বাবে কাৰণ থাকিও কাৰ্য্য নোহোৱা ) অঙ্গ হৈছে।

সন্দেহ সঙ্কৰৰ উদাহৰণ ; যেনে—

ইদমাভাতি গগনে ভিন্দানং সন্ততং তমঃ।
অমন্দনয়নানন্দকৰং মণ্ডলমৈন্দৱম্॥

( ঘোৰ অন্ধকাৰ ভেদ কৰি নয়নৰ অতিশয় আনন্দ বৃদ্ধি কৰি এয়া চন্দ্ৰবিম্ব আকাশত জিলিকি আছে। )

এই কৱিতাফাঁকিত মুখক চন্দ্ৰৰ সৈতে অভেদৰূপে নিৰ্দ্দেশ কৰাত অতিশয়োক্তি হৈছে নে 'এয়া বুলি মুখৰ উল্লেখ কৰি চন্দ্ৰত্ব আৰোপ কৰাত' ৰূপক হৈছে? নাইবা মুখ আৰু চন্দ্ৰমণ্ডল এই দুয়োটা প্ৰকৃত বস্তুকে 'এয়া' বুলি উল্লেখ কৰি একে নয়নানন্দকৰ ধৰ্ম্মৰ সৈতে যুক্ত কৰাত তুল্যযোগিতা অলঙ্কাৰ হৈছে নেকি?

নাইবা চন্দ্ৰ অপ্ৰকৃত হোৱা বাবে দীপক হৈছেনে কি ? ( মুখ প্ৰকৃত, চন্দ্ৰ অপ্ৰকৃত ; দুয়োটাৰে এক ধৰ্ম্মাভিসম্বন্ধিত্ব হৈছে ) নাইবা বিশেষণ সাম্যৰদ্বাৰা অপ্ৰস্তুত মুখৰ প্ৰতীতি হোৱা বাবে সমাসোক্তিয়েই হৈছেনে কি ? ( চন্দ্ৰ প্ৰস্তুত, মুখ অপ্ৰস্তুত ; দুয়োৰে বিশেষণ একে। )

নাইবা, অপ্ৰস্তুত চন্দ্ৰৰ বৰ্ণনাৰপৰা প্ৰস্তুত মুখৰ বিষয়ে বোধ জন্মিছে বাবে ইয়াত অপ্ৰস্তুত প্ৰশংসা হৈছেনে কি ? নাইবা—এয়া মন্মথৰ উদ্দীপনৰ সময়, এই বিষয়টোকে নিজৰ ( ৰাতিৰ ) কাৰ্য্যভূত চন্দ্ৰৰ বৰ্ণনাৰ যোগেদি বৰ্ণনা কৰা হৈছে—সেই বাবে ইয়াত পৰ্য্যয়োক্ত অলঙ্কাৰেই হৈছেনে কি ?

( প্ৰতীতি গম্য বিষয়ৰ আকৌ বিশেষ ভঙ্গীৰে বৰ্ণনা কৰিলে পৰ্য্যায়োক্ত হয়। )

এইদৰে এই কৰিতাফাঁকিত বহুত অলঙ্কাৰৰ সন্দেহ জন্মাত সন্দেহ-সঙ্কৰ অলঙ্কাৰ হৈছে।

নাইবা—"মুখ-চন্দ্ৰ দেখিছোঁ" ইয়াত 'মুখ চন্দ্ৰৰ নিচিনা' এইদৰে উপমা, নাইবা 'মুখেই চন্দ্ৰ' এইদৰে ৰূপকেই হৈছে ; ইয়াৰ নিৰ্ণয় নোহোৱাত সন্দেহ হৈছে।

অলঙ্কাৰৰ সাধক নাইবা বাধক যি কোনো এটা হেতু থাকিলে কিন্তু সন্দেহ নহয়।

যেনে—'মুখচন্দ্ৰ চুম্বতি' চুম্বন কাৰ্য্য মুখৰ অনুকূল বাবে উপমাৰ সাধক আৰু চন্দ্ৰৰ প্ৰতিকূল বাবে ৰূপকৰ বাধক হৈছে।

"মুখচন্দ্ৰঃ প্ৰকাশতে" এই উদাহৰণত প্ৰকাশধৰ্ম্ম ৰূপকৰ সাধক হৈছে, মুখত আৰোপ কৰা বাবে উপমাৰো বাধক হোৱা নাই।

"ৰাজনাৰায়ণং লক্ষ্মীস্ত্বামালিঙ্গতি নিৰ্ভৰম্।"

( ৰাজনাৰায়ণ, আপোনাক লক্ষ্মীয়ে গাঢ় আলিঙ্গন কৰিছে। )

[ ৰজাই নাৰায়ণ ]

নায়িকাৰ পক্ষে নায়কৰ তুল্য অন্য পুৰুষৰ আলিঙ্গন অনুচিত, গতিকে লক্ষ্মীয়ে ৰজাক আলিঙ্গন কৰাটো সম্ভৱ নহয় বাবে ইয়াত উপমাৰ বাধা জন্মিছে ; কিন্তু লক্ষ্মীয়ে নাৰায়ণক আলিঙ্গন কৰাত অনৌচিত্য নাই বাবে ৰূপক হৈছে।

[ অৰ্থাৎ 'নাৰায়ণৰ নিচিনা ৰজা' এইদৰে নাৰায়ণৰ সৈতে ৰজাৰ উপমাত লক্ষ্মীয়ে নাৰায়ণৰ তুল্য অন্য পুৰুষক আলিঙ্গন কৰা হ'ব আৰু অনৌচিত্য জন্মিব ; সেই কাৰণে 'ৰজাই নাৰায়ণ' বুলি ৰজা আৰু নাৰায়ণৰ অভেদ প্ৰতীতি জন্মাৰ পিছত, লক্ষ্মীৰ আলিঙ্গনত একো অনৌচিত্য নহয়। গতিকে ইয়াত ৰূপক হৈছে। "সদৃশেন উচিতম্" পাঠ যুক্তিসঙ্গত নহয়। ]

সেই দৰেই—

"ৱদনাম্বুজমেণাক্ষ্যা ভাতি চঞ্চললোচনম্ ।"

( চঞ্চল নয়নযুগলেৰে হৰিণাক্ষীৰ বদনকমলে শোভা কৰিছে। )

মুখত নয়নৰ স্থিতি সম্ভৱ বাবে এই উদাহৰণত উপমা হৈছে, পদুমত নয়নৰ স্থিতি অসম্ভৱ বাবে ৰূপক হোৱা নাই।

[ 'বদন (মুখ) অম্বুজৰ (পদুম) নিচিনা' এইদৰে সমাস কৰাত উপমা হৈছে, 'মুখেই পদুম' এনেদৰে সমাস হৈ ৰূপক হোৱা নাই ; কিয়নো মুখ আৰু পদুমৰ অভেদ প্ৰতীতি হ'লে পদুমতো নয়নৰ অস্তিত্ব কল্পনাৰ প্ৰসঙ্গ উঠিব। ]

এই দৰেই 'সুন্দৰ বদনাম্বুজ' আদিত সাধাৰণ ধৰ্ম্মৰ প্ৰয়োগ দেখা যায়। "উপমিতং ব্যাঘ্ৰাদিভিঃ সামান্যাপ্ৰয়োগে" ( সাধাৰণ ধৰ্ম্মৰ প্ৰয়োগ নাথাকিলে গো-ব্যাঘ্ৰ আদিৰ সৈতে উপমিত কৰ্ম্মধাৰয় সমাস হয়। ) এই সূত্ৰ অনুসাৰে সামান্য ধৰ্ম্মৰ প্ৰয়োগত ইয়াত উপমা সমাস সম্ভৱপৰ নহয় বাবে এনে স্থলত উপমাৰ বাধকতা জন্মিছে। গতিকে 'ময়ূৰ-ব্যংসক' আদিৰ দৰে ইয়াত ৰূপকহে হৈছে।

অলঙ্কাৰৰ একাশ্ৰয় অনুপ্ৰৱেশ মোৰ ৰচনাৰপৰা ; যেনে—

কটাক্ষেণাপীষৎ ক্ষণমপি নিৰীক্ষেত যদি সা

তদানন্দঃ সান্দ্ৰঃ স্ফুৰতি পিহিতাশেষৱিষয়ঃ ।

সৰোমাঞ্চোদঞ্চৎ কুচকলসনির্ভিন্নৰসনঃ
পৰীৰম্ভাৰম্ভঃ ক ইৱ ভৱিতাঽম্ভোৰুহদৃশঃ ॥

( যদি সেই সুন্দৰীয়ে খন্তেকো মোৰ ফালে কটাক্ষ দৃষ্টিও নিক্ষেপ কৰে, তেতিয়া নিবিড় আনন্দ লাভ কৰোঁ, সকলো বিষয় পাহৰি যাওঁ ; প্ৰেমৰ পুলকত ৰোমাঞ্চিত হোৱা সেই কমলাক্ষীৰ উন্মুক্ত স্তনৰ আলিঙ্গন যে কেনেকুৱা হ'ব—মই ভাবিবই নোৱাৰোঁ। )

এই উদাহৰণৰ 'কটাক্ষেণ অপি ঈষৎ ক্ষণম্ অপি' ইয়াত হোৱা ছেকানুপ্ৰাস, 'নিৰীক্ষেত' ইয়াত ক্ষকাৰৰপৰা হোৱা বৃত্ত্যনুপ্ৰাসৰ একে আশ্ৰয়তে অনুপ্ৰৱেশ হৈছে। *ঠিক এইদৰেই* ইয়াতে আকৌ অনুপ্ৰাস আৰু অৰ্থাপত্তি অলঙ্কাৰৰ একে আশ্ৰয়তে অনুপ্ৰৱেশ ঘটিছে। নাইবা— "সংসাৰ-ধ্বান্তৱিধ্বংস" ইয়াত ৰূপক আৰু অনুপ্ৰাসৰ একাশ্ৰয়ানুপ্ৰৱেশ হৈছে।

নাইবা—

'কুৰবকাৰৱকাৰণতাং যযুঃ'

এই উদাহৰণত 'ৰবকা ৰৱকা' ৰূপে হোৱা যমক আৰু 'বকাৰ ৱকাৰ' ৰূপে হোৱা অন্য এক প্ৰকাৰ যমকৰ একাশ্ৰয়ানুপ্ৰৱেশ হৈছে।

নাইবা—

অহিণঅপওঅৰসিএসু পহিঅ সামাইএসু দিঅহেসু।
ৰহসপসাৰিঅগীআণং নচ্চিঅং মোৰবিন্দাণম্ ॥

( নতুন মেঘৰ গাঁজনিৰে শব্দ কৰি থকা, বিৰহীক দুখ দিয়া নাইবা দৰ্শক স্থানীয় বিৰহীক উৎসুক কৰি তোলা [ বাৰিষা কালত ] ম'ৰাৰ ডিঙি ওপৰলৈ দাঙি কৰা নৃত্য [ কেনে মনোহৰ ] )।

এই প্ৰাকৃত কৱিতাফাঁকিৰ 'পহিঅ সামাইএসু' কথাষাৰৰ দুই প্ৰকাৰে সংস্কৃত ৰূপান্তৰ হয়—(১) পথিক-শ্যামায়তেষু, (২) পথিক-সামাজিকেষু

'পথিক শ্যামায়িত' ত ( পথিকক অৰ্থাৎ বিৰহীক ৰাতিয়ে দিয়াৰ দৰে কষ্ট দিয়া ) উপমা আৰু 'পথিক-সামাজিক'ত ( পথিকেই সামাজিক অৰ্থাৎ দৰ্শক ) ৰূপক হৈছে আৰু দুয়োটাৰে একে আশ্ৰয়তে অনুপ্ৰৱেশ হৈছে।

[ মন কৰিবলগীয়া যে প্ৰকৃততে প্ৰাকৃতৰ দুই প্ৰকাৰে সংস্কৃত ৰূপান্তৰ সম্ভৱ হোৱাত সন্দেহ-সঙ্কৰহে হৈছে ; কিয়নো দুয়োটা অৰ্থৰ একে সময়তে প্ৰৱেশ বা অৱস্থান সম্ভৱ হোৱা নাই। ]

মহাকবি শ্ৰীচন্দ্ৰশেখৰৰ পুত্ৰ শ্ৰীবিশ্বনাথ কবিৰাজৰ ৰচিত এই সাহিত্যদৰ্পণ গ্ৰন্থ পৰ্য্যালোচনা কৰি সুধীসকলে সাহিত্যৰ সকলো তত্ত্ব অনায়াসে জানক।

যি পৰ্য্যন্ত প্ৰসন্নচন্দ্ৰ-বদনা লক্ষ্মীয়ে নাৰায়ণৰ অঙ্ক সুশোভিত কৰি থাকিব, তেতিয়ালৈকে এই সাহিত্যদৰ্পণ গ্ৰন্থই কৱিসকলৰ মনত আনন্দ দি জগতত সুপ্ৰসিদ্ধ হৈ বিৰাজ কৰক—এয়ে কামনা।

আলঙ্কাৰিক চক্ৰৱৰ্ত্তী সান্ধিবিগ্ৰহিক মহাপাত্ৰ শ্ৰীবিশ্বনাথ কবিৰাজ-বিৰচিত সাহিত্যদৰ্পণত দশম পৰিচ্ছেদ সমাপ্ত।



# উদ্ধৃত শ্লোকৰ বৰ্ণানুক্ৰমিক সূচী

| শ্লোকাংশ | পৃষ্ঠা |
|---|---|

| শ্লোকাংশ | |
|---|---|


| শ্লোকাংশ | পৃষ্ঠা |
|---|---|

## ব

সমাপ্ত